গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অৱনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে ৰখাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্য্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ ৰিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ কাষ চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই কালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নৰেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছো। আদৰ্শবাদী নৰেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নৰেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নৰেনে গাঁৱৰ ৰাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নৰেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নৰেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নৰেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

## ২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইবাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, কলা ডাৱৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি।

এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস যাইকে যিটো পৰ্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিবেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্তব্য।

'ফল্গু প্ৰবাহ' উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্চ বুক ষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়েকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে কচি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সাৱধানে পুৰণি কচিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃংখলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ ধ্যান-ধাৰণাৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিলগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তিৰ ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতে এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচাৰ্য্যৰ চিন্তাধাৰাৰ ইংগিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

'আধুনিকা' উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়; ৺ভট্টাচাৰ্য্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিবৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসংগক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসংগও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিবৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিবৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

"অনুভূতিৰ পাৰে পাৰে" নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ মকৰা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিবৰ্তনৰ সন্ধিক্ষনত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিৱিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়া ঃ "প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।" ....... "ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিবনে?" ............ "সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?".......... "সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।"

এনেবোৰ স্পষ্ট মতৰ পৰিৱেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে পোনতেই লিখিছে—"উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।" যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই ধুবুৰীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছ্বাস নাই, মাধুৰ্যৰ শান্ত আৱেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎস। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মূৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশ্যে উপন্যাসখনে সামৰণিত ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিৱৰ্তনে সেই স্থিতিৰ পৰা এতিয়া সকলোকে বহুত আতৰাই নিলে।

"কঁলা ভাৱৰ" উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰকাশ কৰা হয়। ইয়াত সামাজিক সংঘাত আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ভাৱৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ভাৱৰ" কৰা হৈছে।

উপন্যাসখন ৺ভট্টাচাৰ্য্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে; কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে—"গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ সোঁতে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধবা তিৰোতা এগৰাকীযে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধবা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধবা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত খাপ নেখালে।৺ভট্টাচাৰ্য্যই "কঁলা ভাৱৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে; কিন্তু "কঁলা ভাৱৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্য্যই লিখি উলিয়াব নোৱাৰিলে।

'প্ৰেমৰ মহিমা' নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাঁচ সম্পূৰ্ণভাবে ৰক্ষিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিবৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাবে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্য্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্য্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আবেলিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

৩য় খণ্ড

# লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—'অমৃত-কথা'।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিৱেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত উষা-অনিৰুদ্ধৰ কাহিনী পৰিৱেশিত হৈছে। পুৰুৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

'দৈৱ চক্ৰ' শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুনিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

'ভাৰতীয় প্ৰেম কাহিনী'—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিবিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পবিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

'নতুন সমাজ'ৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। আখৰৰ ডাঙৰ ডাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ৰচনা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সম্ভ্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা, কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মবীৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আশ্ৰয়ৰ বাবে স্থাপিত বৰো কেম্পৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী ছোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগৱদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যাংকন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাৱে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ মূৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যাংকন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ৰূপত ৰূপান্তৰ ঘটাবৰ বাবে তেখেতে অকলশৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত যিবোৰ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি 'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা' নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্তি হ'ব বুলি আমাৰ বিশ্ব্যাস।

'শ্ৰীমন্তগৱদ গীতা' ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰবেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱৰ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া ছিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিবিষ্ট কৰি সোণত সুৱগা চৰাইছে।

'ভগৱান শ্ৰীকৃষ্ণ, ১ম খণ্ড'; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্‌ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগবান্ স্বয়ম' বুলি কৈছে।" আন এঠাইত কৈছে— '.....শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহু প্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষেহে সম্ভৱ।'

......."পূৰ্ণাবতাৰ শ্ৰীকৃষ্ণত সৎ ভাব, চিৎ ভাব আৰু আনন্দভাব পূৰ্ণৰূপে থাকে। পূৰ্ণাবতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাব পূৰ্ণৰূপে থাকে।"

এই কিতাপখনত শ্ৰীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অবস্থাত শ্ৰীকৃষ্ণই দাবাগ্নি পান কৰাতে প্ৰথম খণ্ডৰ সামৰণি পৰে।

কাৰ্যতঃ 'ভগবান শ্ৰীকৃষ্ণ'ৰ গ্ৰন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচাৰ্য্যই 'ঐতিহাসিক শ্ৰীকৃষ্ণ' গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থ ১৯৭৩ চনত নলবাৰীৰ শৰ্মা ব্ৰাদাৰ্ছ এণ্ড কোম্পাণীয়ে প্ৰকাশ কৰে।

এইখন গ্ৰন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পৰ্কে ৺ভট্টাচাৰ্য্যই 'আগকথা'ত সম্যকভাৱে প্ৰকাশ কৰিছে—"ঐতিহাসিক শ্ৰীকৃষ্ণ আলোচনাহে মাথোন; সম্পূৰ্ণ গ্ৰন্থ নহয়। ............আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমৰ্থনৰ অযোগ্য বহুতো ভ্ৰান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্ৰীকৃষ্ণৰ ঐতিহাসিক চৰিত্ৰৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। ———পূৰ্ণ মনুষ্য আৰু স্বয়ং ভগবান—এই দুয়োবিধ চৰিত্ৰ শ্ৰীকৃষ্ণত পূৰ্ণভাৱে বিকশিত হোৱা বাবে শ্ৰীকৃষ্ণৰ জীৱনীত ই অপৰিহাৰ্য্য। আমিও পূৰ্ণাবতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্ৰীকৃষ্ণক পূৰ্ণ আৰু আদৰ্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচাৰ্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্ৰকাশৰ দ্বাৰা এইখন কিতাপ প্ৰকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পৰ্কে বিভিন্ন মত প্ৰকাশ কৰি নানা জনে বিতৰ্কৰ সূচনা কৰিছে। ৺ভট্টাচাৰ্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—"ঈশ্বৰৰ উপাসনাত সাম্প্ৰদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্ৰকাৰৰ উপাসনা সমগ্ৰ পৃথিৱীত প্ৰচলিত হৈ আছিছে। আমাৰ ভাৰতীয় শাস্ত্ৰত কোনো সম্প্ৰদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্ৰন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্ৰদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্ৰন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, "............আমাৰ সমাজত তন্ত্ৰ সম্বন্ধে কিছুমান ভ্ৰান্ত ধাৰণা পৰম্পৰাভাৱে প্ৰচলিত হৈ আছে। সেই ভ্ৰান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্ৰন্থত দেখিবলৈ পোৱা যাব।"

গ্ৰন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুৰ্গাপূজা, তন্ত্ৰাচাৰ আৰু শক্তিতত্ত্ব সম্পৰ্কেও আলোচনা কৰা হৈছে।

কীৰ্তিনাথ হাজৰিকা

(কীৰ্তিনাথ হাজৰিকা)

---

"দেৱেন্দ্ৰ সমগ্ৰ"ত সন্নিবিষ্ট 'শ্ৰীশ্ৰীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্ৰ' গ্ৰন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগৱান শ্ৰীকৃষ্ণ"ৰ বাকী খণ্ড তেখেতে পোৱাৰ আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্ৰকাশক

# সূচীপত্ৰ

# মুকুলৰ ক খ

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
বি, এছ, ছি, বি, টি
স্কুল চবইন্সপেক্টৰ

'অনন্তপুৰ'—নলবাৰী

# মুকুলৰ ক খ

## প্ৰথম ভাগ

### প্ৰথম পাঠ

### অ ফলা (স্বৰবৰ্ণ)

| | | | |
|---|---|---|---|
| অ | আ | ই | ঈ |
| উ | ঊ | ঋ | ঌ |
| এ | ঐ | ও | ঔ |
| অং | অঃ | | |

# অ ফলাৰ সান-মিহলি

| | | |
|---|---|---|
| অ | অং | অঃ |
| ই | উ | ঋ |
| ঊ | ঌ | এ |
| ও | ঐ | ঔ |
| ঈ | আ | |

# ক ফলা (ব্যঞ্জন বৰ্ণ)

| | | | | |
|---|---|---|---|---|
| ক | খ | গ | ঘ | ঙ |
| চ | ছ | জ | ঝ | ঞ |
| ট | ঠ | ড | ঢ | ণ |
| ত | থ | দ | ধ | ন |
| প | ফ | ব | ভ | ম |
| য | ৰ | ল | ৱ | শ |
| ষ | স | হ | ক্ষ | ড় |
| ঢ় | য় | ৎ | ং | ঃ |
| ঁ | | | | |

# ক ফলাৰ সান-মিহলি

ব ৰ ক ধ ঝ

ব্ৰ য য় ষ ফ

খ থ ম স ঘ

ত ড জ ঙ ড়

ঠ চ ট ছ ট

ঢ় ণ ন শ ল

গ প হ ৎ ক্ষ

ঞ ভ ঃ ং দ

ঁ

## আখৰ লিখা আৰম্ভ

। — \ / ১ ৫

ৰ ৱ ৰ ক ধ ৰা

# আখৰৰ জোঁটনী



| | | | |
|---|---|---|---|
| কল | গছ | বন | কৰ |
| সৎ | জন | লক্ষ | পণ |
| ধন | বল | এক | পথ |
| ৰণ | জয় | যশ | ক্ষয় |

| | | | |
|---|---|---|---|
| অজৰ | অমৰ | অলপ | অচৰপ |
| পবন | মলয় | অভয় | সময় |
| অপযশ | উপশম | অমৰণ | অঘটন |
| উপনয়ন | উপকাৰ | | |

# আকাৰ যোগ



আ = া

ক্ + া = কা, খ্ + া = খা,

( কত আকাৰে কা, খত আকাৰে খা )

ভাত আনা পাত কাটা

মাঘ মাহ নাম গায়

গছৰ পাত চৰাইৰ মাত মলয়া বায়

অজগৰ সাপ দানৱৰ উৎপাত

বাপ ঐ বাপ

সৎ জনৰ আপদ নহয়

আকাশৰ নাম গগন

# ইকাৰ যোগ



ই = ি

ক+ ি = কি    খ + ি = খি

( কত হ্ৰস্ব ইকাৰে কি, খত হ্ৰস্ব ইকাৰে খি )

| | |
|---|---|
| হৰি কথা | ভাল ছবি |
| দিন ৰাতি | মিছা গপ |
| ডালিম ফল | চিনাকি অতিথি |
| মাহিলি কাকত | জিৰণি সময় |
| হিমালয় গিৰি | ন পঢ়াশালি |

পিতাৰ পিতা পিতামহ।
মাতাৰ পিতা মাতামহ।।

কল আম খাম    নাচি নাচি যাম।
ভাল ছবি চাম    হৰি কথা কম।।

# ঈকাৰ যোগ



ক+ী=কী      খ+ী=খী

( কত দীৰ্ঘ ঈকাৰে কী, খত দীৰ্ঘ ঈকাৰে খী )

| | |
|---|---|
| সীতা ৰাণী | নদী পানী |
| বলিয়া মদাহী | সাদৰী জীয়াৰী |
| দয়াৱতী মহিষী | মৰমিয়াল জননী |
| উৰণীয়া পখী | সাতদিনীয়া অসমীয়া |

কাকতী ডাঙৰীয়া

সীতা লব বীৰৰ জননী। ৰাম ৰজাৰ মহিষী। জনক ৰজাৰ জীয়ৰী।

# উকার যোগ



উ = ু

ক + ু = কু　　　খ + ু = খু

র + ু = রু　　　হ + ু = হু

গ + ু = গু　　　শ + ু = শু

( কত হ্রস্ব উকারে কু, খত হ্রস্ব উকারে খু )

ফুল　　মধু　　লঘু　　গুরু

পহু　　মুখ　　পুরাণ　　পুঁথি

| | |
|---|---|
| ধুনীয়া কুসুম | তৰুণ ৰণুৱা |
| কুমাৰ ফুকন | কৰুণা কুৱঁৰী |
| নতুন মানুহ | পদুম পুখুৰী |
| দুখীয়া জন | দুপৰীয়া পৰ |
| ৰাজহুৱা সভা | গুৱাহাটী চহৰ |

তৰুণ বাম ফুকন ডাঙৰ মানুহ। ঘৰ গুৱাহাটীত। পদুম ফুলৰ নিচিনা ধুনীয়া। জাতীয় ৰণৰ ৰণুৱা। পুৱা হাত মুখ ধুই পুথি চায়। দুপৰীয়া দীঘলী পুখুৰীত বৰশী বায়। ৰাজহুৱা সভাৰ সভাপতি হয়। দুখীয়াক কৰুণা বিলায়। ৰজাৰ কুমাৰৰ নিচিনা চিকাৰক যায়। মাইকী পহু নগুলিয়ায়। মধুৰ কথা কয়। লঘু গুৰু বুজ লয়।

# ঊকাৰ যোগ

ঊ =



ক + ূ = কূ, খ + ূ = খূ, ৰ + ূ = ৰূ

( কত দীৰ্ঘ ঊকাৰে কূ, খত দীৰ্ঘ ঊকাৰে খূ )

চূণ সূতা ৰূপ পূজা

ধূলি মূৰ ভূমি পূব

গধূলি পদূলি কাকূতি ভূপতি

দূৰণি ভূষণ ৰূপহ ময়ূৰ

সূতা কাটা বীৰ পূজা

মূৰত টপী ৰূপ ধৰা

পূবৰ ভূমিত পুখুৰী
পচিমৰ বাৰীত বাঁহ
গধূলি পৰত চাকি
পদূলি মুখত হাঁহ।
দূৰণি ভূপতি চূণ।
কাকূতি মিনতি গুণ।।

## ঋকাৰ যোগ

ঋ = ৃ

ক + ৃ = কৃ, খ + ৃ = খৃ, হ + ৃ = হৃ

( কত ঋকাৰে কৃ, খত ঋকাৰে খৃ )

| | | | |
|---|---|---|---|
| পিতৃ | মাতৃ | তৃণ | গৃহ |
| কৃপা | ঘৃত | কৃষি | ঘৃণা |
| কৃপণ | নৃপতি | তৃতীয়া | গৃহিণী |
| পৃথক | কৃষক | অমৃত | হৃদয় |

পিতৃ মাতৃ গুৰু জন।
কৃপা কৰা মহাজন।।

| | | | |
|---|---|---|---|
| কৃপণ | নৃপতি | অমৃত | হৃদয় |
| কৃষকৰ | ঘৃণা | পৃথক | গৃহত |
| গৃহিণী | কৃপণ | ঘৃত | মধুত |
| কৃষিৰ | তৃণ | তৃতীয় | বাৰত |

# একাৰ যোগ



এ = ে

ক্ + ে = কে খ্ + ে = খে

( ক ত একাৰে কে, খ ত একাৰে খে)

বেয়া বেল চেঙা তেল।

ভেকা দেউ সেৱা শেষ।।

কেচুৱা মেকুৰী। কেটেহা ভেকুলী।
চেঙেৰা টেকেলা। চেলেপু জেঠেৰী।
কেৰাচিন তেল। কেৰেলা পাচলি।

কেটেৰা জেঙেৰা মাত।
তিতা লগায় ভাত।
কেটেহা ভেকুলী যেনে।
চেলেপু জেঠেৰী তেনে।
চ'তত খাবা বেল
নাভিত দিবা তেল।
ৰজাৰ টেকেলাৰ বৰ মান।
ডেকা দেউৰ যত অপমান।

---



# ঐকাৰ যোগ

## ঐ = ৈ

ক্+ ৈ = কৈ        খ + ৈ = খৈ

(ক ত ঐকাৰে কৈ,        খ ত ঐকাৰে খৈ)

মিঠৈ        বাঢ়ৈ        মৈটা        বৈৰী

দৈ আৰু আখৈ

পৈৰা আৰু মৈৰা

ভৈৰৱ        বৈৰাগী        দৈনিক্        মৈদাম

নৈতিক        পৈলঠ        বৈদিক        পৈণত

নৈতিক বল।        পৈণত কল

বৈদিক নীতি।        পৈলঠ মাটি।

পৈৰা মতা পাৰ।

মৈৰা সাপৰ বৈৰী।

মৈদাম সমাধিৰ ঠাই।

দৈবে আখৈ খায়।

পৈলঠ নদীৰ পাৰৰ আঠাল মাটি।

নবীন বৰদলৈ ৰাজনৈতিক পুঁৰুষ আছিল।

# ওকাৰ যোগ

ও = ো

ক্ + ো = কো, খ + ো = খো

(কত ওকাৰে কো, খত ওকাৰে খো)

চোকা লৰা। বৰ তোপ।

মোৰা মাছ। পোণ বাট।

কলৰ ঠোকা খোদৰ আলি।

চোৰৰ গোচৰ। সোণৰ অসম।

নোদোকা পোৱালি। মোহিনী বোৱাৰী।

তোলনীয়া পো। ভোবোকাৰ দাড়ি।

বিতোপন ঘোৰা।

গোপীনাথ বৰদলৈ অসম দেশৰ ঘাই নেতা। এখেতৰ বুধি বৰ চোকা। এখেত অসমৰ শিক্ষা মন্ত্ৰী আৰু ৰাইজৰ সেৱক।



# ঔকাৰ যোগ



ঔ = ৌ

ক্ + ৌ = কৌ, খ + ৌ = খৌ

( কত ঔকাৰে কৌ, খত ঔকাৰে খৌ )

আকৌ মৌজা ভাটৌ ডৌকা

চৌধুৰী মৌলবী মৌচাক গৌতম

জলৌ জপৌ খৌকিবৌখৌ

মৌচাকত মৌ থাকে।

ভাটৌৰ ডৌকা শুৱনী।

মৌজাদাৰে খাজনা তোলে।

জলৌ জপৌকৈ পোছাক নলবা।

থৌকিবাথৌ উতল উঠে।

ৰোহিণী কুমাৰ চৌধুৰী গুৱাহাটীৰ ডাঙৰ উকীল। এখেতৰ ঘৰ ভৰলু মুখত। চৌধুৰী ডাঙৰীয়া চোকা বুধিৰ আৰু দেশনেতা সাহী পুৰুষ।

ৰঘুনাথ চৌধাৰী বিহগী কবি। তেখেতৰ মন বৰ সৰল। তেখেতে এজন দেশ হিতৈষী পুৰুষ।



# অনুস্বার যোগ



## অনুস্বার—ং

ক্ + ং = কং        খ্ + ং = খং

( কত অনুস্বারে কং        খত অনুস্বারে খং )

কংস        বংশ        দলং        হংস

খং        সিংহ        ছিলং        কলং

বং স্বর।        উলং গা।

সং সার।        সংবাদ



কলং এখন নৈ।

ঘৰি টং টং কৈ বাজে।

ৰজাই ৰংঘৰ সাজিছে।

নদীৰ ওপৰত দলং দিয়া হয়।

কংস ৰজাৰ বৰ খং আছিল।

সাপে দংশিলে মানুহ মৰে।

জাৰকালি উদং গাৰে নাথাকিবা।

সিংহক পশুৰাজ বোলে।



# বিসৰ্গ যোগ

## বিসৰ্গ = ঃ

| | |
|---|---|
| ক + ঃ = কঃ | খ+ ঃ = খঃ |
| (কত বিসৰ্গ কঃ | খত বিসৰ্গ খঃ) |
| নিঃকিন | দুঃশাসন |
| দুঃসহ | দুঃসাহসী |
| দুঃশীলা | নিঃসংশয় |

পুনঃ পুনঃ দুঃসময় অধঃপতন

নিঃকিন মানুহক ঘিণ নকৰিবা।

দুঃশাসন এজন ৰাজকোঁৱৰ আছিল।

সাপৰ দংশনত দুঃসহ যাতনা হয়।

দুঃশীলা ছোৱালীক সকলোৱে বেয়া পায়।

দুঃসাহসী ল'ৰাৰ লগত নুফুৰিবা।

পৰক হিংসা কৰিলে নিজৰ অধঃপতন হয়।



# চন্দ্ৰবিন্দু যোগ



চন্দ্ৰবিন্দু = ँ

| | | | |
|---|---|---|---|
| বাঁহ | ঘাঁহ | গাওঁ | তেওঁ |
| হাঁহ | কাঁড় | দাঁতি | গাঁঠি |
| জোঁটনী | দঁতাল | ধুঁৱলী | কুঁৱলী |

কুঁহিয়াৰ পঁইতাচোৰা

ৰাজ হাঁহ। ধনু কাঁড়। নৈৰ দাঁতি।

জৰীৰ গাঁঠি। আখৰ জোঁটনি।

দঁতাল হাতী।

ৰাজ হাঁহ দেখিবলৈ ধুনীয়া।

পঁইতাচোৰা এবিধ পোক।

কুঁহিয়াৰৰ পৰা মিঠৈ হয়।





সৌটো শহা পহুৰ ছবি। বৰ ধুনীয়া নহয় নে? ঠেং দুখন চোৰা কেনে দীঘল। কাণ দুখন চোৰা কেনে থিয়। ই বৰ বেগাই লৰিব পাৰে আৰু অলপতে শুনে। সিংহ বা আন কোনো চিকাৰী পশুৱে ইয়াক সহজে ধৰিব নোৱাৰে।



আমগছৰ পাতবোৰ দীঘলীয়া। আম গছ বৰ ডাঙৰ হয়। মাঘ মাহত আম ফুলে। জেঠ মাহত আম পকে। পকা আম খাবলৈ বৰ সোৱাদ। পকা আম ৰসেৰে ভৰা। ই শৰীৰৰ উপকাৰ কৰে। কেঁচা আম শৰীৰৰ অপকাৰী। তাক নাখাবা বোপাইহঁত।



দীঘলীয়া সেইখন কিহৰ ছবি দেখিছানে? সেইখন ৰেলগাড়ীৰ ছবি। ৰেলৰ আলিত দুচতা লো থাকে। ইয়াৰ ওপৰেদি ৰেলগাড়ী লৰি যায়। ই অপৰ বলত চলে। তথাপি মানুহে চলাব লাগে। গৰু বা ঘোৰাই টানি নিনিয়ে। তুমি ৰেলগাড়ীৰে ছমাহৰ বাট এমাহতে যাব পাৰা।

মনোযোগ দি লেখাপঢ়া কৰা। ৰেলগাড়ীৰ বিষয়ে বহুত কথা জানিব পাৰিবা আৰু ভাই ভনীয়েৰাৰ আগত কৰও পাৰিবা।

ৰেলগাড়ী ৰেলগাড়ী,<br>
কলৈ যোৱা লৰি লৰি।<br>
মাহ কৰাই খাওঁ,<br>
আমিও যাওঁ [illegible] যাওঁ।

জৱহৰলাল নেহ্ৰু এজন মুখীয়াল জননায়ক। মতিলাল নেহ্ৰু এওঁৰ পিতাক আছিল। জৱহৰলালৰ পিতাকে কৈছিল “মোৰ জৱহৰলাল সঁচাকৈয়ে জহৰত।” জহৰত মানে কি জানানে? হীৰা মুকুতা আদি বহুমূলীয়া মণি। জৱহৰলালে পিতাকৰ এই কথাৰ মান ৰাখিছে। আজি তেওঁৰ খিয়াতি জগৎজুৰি বিয়পিছে। জৱহৰলাল জগতৰ ভিতৰত কিমান ডাঙৰ মানুহ পাছত ভালকৈ জানিব পাৰিবা। এওঁ সকলোপৰা ৰাজনীতি আলোচনা কৰিছিল।



# পাতনি (দ্বিতীয় সংস্কৰণ)

"প্ৰাইমেৰী শ্ৰেণী শিক্ষা প্ৰণালীৰ এইটো দ্বিতীয় সংস্কৰণ। প্ৰথম সংস্কৰণ শেষ হৈ যোৱাৰ পাছত বহুতে দ্বিতীয় সংস্কৰণৰ বাবে আমাক অনুৰোধ কৰে। অনেক বাধা বিপত্তিৰ বাবে দ্বিতীয় সংস্কৰণ উলিয়াব পৰা নাছিলো। দ্বিতীয় সংস্কৰণত অলপ বহলাই লিখাৰ আশা আছিল। ততাতৈয়াকে দুই এঠাইত দুই এটি কথা দিয়াও হৈছে; কিন্তু আশানুৰূপ বহলাই লিখিব পৰা নহল। তৃতীয় সংস্কৰণত বহলাই লিখিবৰ আশা ৰাখিলোঁ।

এই সংস্কৰণত নতুন কেৰিকুলাম, শাৰীৰিক ব্যায়াম পদ্ধতিৰ বিভাগীয় শিক্ষকৰ হাতৰ পুথি আৰু পচন সাৰ তৈয়াৰ কৰা পদ্ধতি সন্নিবেশ কৰা হৈছে।

এই পুথি প্ৰকাশ কৰাৰ উদ্দেশ্য ধন-ঘটা নহয়। আমাৰ প্ৰাইমেৰী স্কুলৰ শিক্ষক সকলক কৰ্ত্তব্য পথত সহায় কৰাহে প্ৰধান উদ্দেশ্য। ইয়াৰ দ্বাৰা প্ৰাইমেৰী শিক্ষাৰ আৰু প্ৰাইমেৰী শিক্ষক সকলৰ যৎ সামান্য সহায় হলেও আমাৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

কলিকতাত ছপোৱা বাবে নিজে প্ৰুফ্ চাব নোৱাৰাত অনেক ভুল ভ্ৰান্তি থাকি গ'ল। তাৰ বাবে যেন সহৃদয় পাঠক সকলে আমাক ক্ষমা কৰে।

এই সংস্কৰণত মোৰ সহকাৰী শ্ৰীৰমেশচন্দ্ৰ অধিকাৰী আৰু শ্ৰীখগেন্দ্ৰ নাথ ভূএগ্ৰাৰ সহায় পাইছোঁ; তাৰ বাবে তেওঁৰ লোকৰ শলাগ লৈছোঁ।

ধুবুৰী
১১/৪/৫২

লিখক
শ্ৰীদেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য

## তৃতীয় সংস্কৰণ

আৱশ্যকবোধ কৰাত তৃতীয় সংস্কৰণ উলিওৱা হ'ল।

শিক্ষাৰ আদৰ্শ, আদৰ্শ প্ৰাইমেৰী স্কুল, স্বাস্থ্যৰ খেল ইত্যাদি দুই এটি কথা যোগ দিয়া হ'ল।

গ্ৰন্থকাৰ

# সূচী-পত্ৰ

বিষয় | | পৃষ্ঠা

বিষয় পৃষ্ঠা

দ্বাদশ ছেদ



ওপৰঞ্চি

# প্ৰথম অধ্যায়

# প্ৰাইমেৰী শ্ৰেণীৰ

# শিক্ষা প্ৰণালী

## শিক্ষা

মানুহ প্ৰকৃতিৰ সন্তান আৰু ৰহস্যময় জীৱ। মানুহৰ জন্ম হয় প্ৰকৃতিৰ মাজত আৰু ইয়াৰ নানা অৱস্থাৰ মাজত মানুহ ক্ৰমে ক্ৰমে লালিত পালিত হৈ পৰিবৰ্দ্ধিত আৰু পৰিস্ফুট হয়। মানুহৰ মনৰ ভিতৰত কোনেও বুজিব নোৱাৰাকৈ কিছুমান প্ৰবৃত্তি লুকাই থাকে। এই প্ৰবৃত্তি দুই প্ৰকাৰৰঃ—সু-প্ৰবৃত্তি আৰু কু-প্ৰবৃত্তি। মানুহৰ জন্মগত এই প্ৰবৃত্তিবোৰো লগে লগে প্ৰকৃতিৰ অনুকুল অৱস্থাত বিকশিত হয় আৰু প্ৰতিকুল অৱস্থাত মলিন হৈ ধ্বংস হয়।

সেই বাবে শিক্ষা নিৰ্ভৰ কৰে (১) জন্মগত সংস্কাৰ আৰু (২) পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত।

জন্মগত সংস্কাৰ ঃ—ভালৰ ঘৰতহে ভাল লৰা-ছোৱালী হয় এই অসমীয়া ফকৰা ফাকি মূল্যহীন নহয়। সেইবুলি সাধুৰ ঘৰত যে চোৰৰ জন্ম নহয় সেইটো নহয়। পিতৃৰ ঔৰস আৰু মাতৃৰ ওজসৰ প্ৰাধান্য মানুহৰ জীৱনত আৰু মানসিক প্ৰবৃত্তিবোৰৰ উন্মেষত ফুটি ওলায়। মনস্তত্ত্ববিদ্ পণ্ডিত সকলে এই বিষয়ে কল্পনাৰ ওপৰত নিৰ্ভৰ নকৰি অভিজ্ঞতা আৰু পৰীক্ষাৰ দ্বাৰা প্ৰমাণ কৰিছে যে এই কথা মিছা নহয়। প্ৰাকৃতিক জগতত মটৰ মাহ বপন কৰি আৰু মানৱ জগতত সাধু আৰু অসাধু চৰিত্ৰৰ বংশানুক্ৰমিক বুৰঞ্জী আলোচনা কৰি স্থিৰ-সিদ্ধান্ত হৈ প্ৰমাণ কৰিছে যে সাধু বংশত সৰহভাগ সন্তান-সন্ততি সাধু হয় আৰু অসাধু বংশত সৰহভাগ সন্তান-সন্ততি অসাধু হয়। সকলো মানুহে সমান বুদ্ধি-বৃত্তি স্বত্ব অধিকাৰ লৈ (All men are born equal) জন্মগ্ৰহণ কৰে এই কথাষাৰ সম্পূৰ্ণ সত্য নহয়। সেইবাবে জগতত ওখ-চাপৰ, উচ্চ-নীচ, নিৰ্ব্বোধ-বুদ্ধিমান বেলেগ প্ৰকৃতিৰ আৰু অৱস্থাৰ মানুহৰ জন্ম হয়। পিতাৰ স্বভাৱ আৰু প্ৰকৃতি সন্তানত প্ৰতিফলিত হয়। এই কথা সকলো মানুহে লক্ষ্য কৰিছে আৰু স্বীকাৰ কৰিছে।

তেন্তে কি বুজা যাব যে সাধুৰ সন্তান-সন্ততি সদায় সাধু হয় আৰু শিক্ষাৰ পৰা কোনো ফল নহয় বা শিক্ষকৰ কোনো কৰ্ত্তব্য নাই? সেইটো নহয়। জন্মগত সংস্কাৰৰ প্ৰাধান্যৰ কথাহে কোৱা হৈছে। এই সংস্কাৰ যে পৰিপাৰ্শ্বিক অৱস্থাৰ দ্বাৰা আৰু শিক্ষাৰ দ্বাৰা পৰিবৰ্ত্তন কৰিব পাৰি তাকো শিক্ষাবিদ্ সকলে

পৰীক্ষাৰ দ্বাৰা প্ৰমাণ কৰিছে। অসাধু বংশৰ ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা আৰু আবেষ্টনৰ মাজত ৰাখি সৎ আৰু সাধু কৰি তুলিব পাৰি। অসাধু বংশৰ লৰা-ছোৱালীক সাধু কৰি তুলিব পাৰিলে সেই লৰা-ছোৱালীবিলাকৰ ভবিষ্যৎ বংশধৰ সকল জন্মগত সংস্কাৰ অনুসৰি সাধু হ্‌ব। আনফালে সাধুবংশৰ লৰা-ছোৱালী যদি অসাধু সঙ্গত আৰু অসাধু পাৰিপাৰ্শ্বিক অৱস্থাত পৰি অসাধু নহয় তেতিয়া সংসাৰ বৃক্ষত শিক্ষাৰ গুণত সোণাময় ফল ফলিব বুলি আশা কৰা যায়। শিক্ষাৰ প্ৰকৃত লক্ষ্য এয়ে আৰু এই লক্ষ্য আগত লৈ শিক্ষাবিদ্ সকলে আৰু উপযুক্ত শিক্ষক সকলে লৰা-ছোৱালীৰ চৰিত্ৰ গঠন কৰি সমাজৰ সুসভ্য সৃষ্টি কৰি সমাজ আৰু জাতীয়তাৰ ভেটি দৃঢ় কৰিবলৈ যত্ন কৰিছে। সেইবাবে শিক্ষকসকলৰ দায়িত্ব অতি মহৎ আৰু বৰ গৰীয়ান।

**পাৰিপাৰ্শ্বিক অৱস্থা** ঃ—মানৱ শিশু প্ৰকৃতিৰ সন্তান। প্ৰকৃতিৰ জলবায়ুৰ সংস্পৰ্শত পৰিবৰ্দ্ধিত হয়, প্ৰকৃতিৰ নিয়মত বাদ্ধ খায় আৰু প্ৰকৃতিৰ শিক্ষাত শিক্ষিত হয়। কোনো স্কুল কলেজত নপঢ়িলেও মানৱ শিশু শিক্ষিত হ্‌ব পাৰে। প্ৰকৃতিতকৈ ডাঙৰ শিক্ষক জগতত নাই।

সেইবাবে লৰা-ছোৱালীৰ শিক্ষা যাতে স্বাভাৱিক হয় আৰু পাৰিপাৰ্শ্বিক আৱেষ্টনৰ লগত মিল থাকে তাৰ বাবে শিক্ষকৰ দৃষ্টি আৰু মনোযোগৰ দৰকাৰ। এই পাৰিপাৰ্শ্বিক অৱস্থাই লৰা-ছোৱালীক উন্নতিৰ সবাতোকৈ ওখ টিঙতো তুলিব পাৰে আৰু অৱনতিৰ শেষ ঢাপলৈকো নমাব পাৰে। "সৎ সঙ্গত স্বৰ্গবাস আৰু অসৎ সঙ্গত সৰ্ব্বনাশ" এই ফকৰা মিছা নহয়। সেইবাবে ল'ৰাৰ আৰু ঘৰৰ আৱেষ্টন শিক্ষাৰ অনুকূল কৰি তুলিবলৈ শিক্ষক আৰু অভিভাৱক উভয়ৰে যত্নৰ দৰকাৰ। আমাৰ দেশত বিশেষকৈ গাৱঁলীয়া স্কুলৰ ছাত্ৰসকলৰ বাবে এই উপযুক্ত পাৰিপাৰ্শ্বিক অৱস্থাৰ নিতান্ত অভাব; কিন্তু সেই বুলি হতাশ হ্‌বৰ কাৰণ নাই। শিক্ষা বিস্তাৰৰ লগে লগে আৰু শিক্ষিতৰ সংখ্যা বঢ়াৰ লগে লগে গাৱঁতো উন্নত আৰু শিক্ষাৰ অনুকূল পাৰিপাৰ্শ্বিক অৱস্থাৰ সৃষ্টি হ্‌ব বুলি আশা কৰা যায়। স্কুলৰ শিক্ষা আৰু ঘৰৰ আদৰ্শ, পিতামাতাৰ চৰিত্ৰ, সহপাঠী আৰু সমনীয়া বন্ধুসকলৰ আৱেষ্টন যদি ভিন ভিন্ হয়, তেন্তে স্কুলৰ শিক্ষা কাৰ্য্যকৰী তোলা টান হয়।

—০—

# শিক্ষাৰ আদৰ্শ

শিক্ষাৰ আদৰ্শ কি? ভাৰতীয় শিক্ষাৰ আদৰ্শ হ'ব লাগিব গণতান্ত্ৰিক ভাৰতবৰ্ষৰ উপযুক্ত ভাৰতবাসী সৃষ্টি কৰা—উপযুক্ত নাগৰিক সৃষ্টি কৰা নতুন সমাজৰ সমজুৱা সৃষ্টি কৰা নাইবা বৰ্ণহীন আৰু শ্ৰেণীহীন সমাজৰ উপযুক্ত নাগৰিক সৃষ্টি কৰা।

আগেয়ে শিক্ষাৰ আদৰ্শ কি আছিল?

মাতৃবৎ পৰাদাৰেষু পৰদ্ৰব্যেষু লোষ্ট্ৰবৎ।
আত্মবৎ সৰ্ব্বভূতেষু যঃ পশ্যতি স পণ্ডিতঃ।।

নিজৰ স্ত্ৰী ব্যতিৰেকে জগতত যি কোনো নাৰীৰ প্ৰতি প্ৰত্যেক নৰে মাতৃৰ সন্মান প্ৰদান কৰিব।

ভাৰতীয় ধৰ্ম্মৰ অনুশাসন এই যে নিজৰ স্ত্ৰী ব্যতিৰেকে অন্য স্ত্ৰীক মাতৃবৎ সন্মান কৰিব নহলে ধৰ্ম্মভ্ৰষ্ট হ'ব। ধৰ্ম্মৰ এই অনুশাসন শিক্ষাৰ প্ৰধান অঙ্গ।

স্বোপাৰ্জ্জিত ধনৰ দ্বাৰা ক্ৰীত যি দ্ৰব্য সেই দ্ৰব্যৰ ওপৰত হে নিজৰ অধিকাৰ বা স্বত্ব। যি বস্তুৰ ওপৰত নিজৰ স্বত্ব নাই, যি বস্তুৰ ওপৰত আইনতঃ মালিকিয়ানা দাবী নাখাটে সেই দ্ৰব্য ব্যতিৰেকে আন আন দ্ৰব্যৰ প্ৰতি লদি বুলি গণ্য কৰিব। শিলগুটিক যেনেকৈ মানুহে মূল্যহীন জ্ঞানে দলিয়াই পেলায়, পৰদ্ৰব্যকো অনাৱশ্যক শিলগুটি জ্ঞান কৰিব অৰ্থাৎ স্বোপাৰ্জ্জিত দ্ৰব্যৰ ব্যতিৰেকে পৰদ্ৰব্য হাজাৰ গুণে মূল্যবান হলেও সি স্বোপাৰ্জ্জিত নহয় গুণে তাৰ কোন মূল্য নাই এই জ্ঞান কৰিব।

নিজৰ সুখ দুখ যেনে আনৰ সুখ দুখো তেনে বুলি জ্ঞান কৰিব। পৰক বঞ্চনা কৰি নিজৰ ভালৰ আশা নকৰিব।

এই তিনিটি গুণৰ যি অধিকাৰী সেয়ে হে আচল পণ্ডিত।

যি শিক্ষায় এই জ্ঞানৰ অধিকাৰী নকৰে সি সুশিক্ষা নহয়, সি কুশিক্ষা।

যি শিক্ষানুষ্ঠানত এই শিক্ষা নিদিয়ে, সেই শিক্ষানুষ্ঠানৰ পৰা সুশিক্ষিত নাগৰিক কেনেকৈ ওলাব?

—০—

# প্ৰাথমিক শিক্ষা

প্ৰাথমিক শিক্ষাৰ সমস্যা সকলো দেশতে জটিল। আমাৰ দেশত বৰ্ত্তমান অৱস্থাত বেছি জটিল হৈ পৰিছে। ইয়াৰ প্ৰধান কাৰণ অৰ্থৰ নাটনি আৰু দ্বিতীয় কাৰণ গোটেইখন দেশতে সুনিয়ন্ত্ৰিত নীতি আৰু প্ৰণালীৰ অভাব। বাধ্যতামূলক শিক্ষা-সমস্যা ফলবতী কৰিবলৈ হলে অনেক অৰ্থৰ প্ৰয়োজন। মহামতি ৰাজকৃষ্ণ গোখ্‌লেৰ দিনৰ পৰা অৰ্থাৎ ১৯১০ চনৰ পৰা বাধ্যতামূলক শিক্ষাৰ বাবে শিক্ষাবিদ্ সকলৰ দৃষ্টি পৰিছে। অদূৰ ভবিষ্যতত বাধ্যতামূলক শিক্ষা কাৰ্যকৰী হব বুলি আশা কৰা হৈছে। প্ৰাইমেৰী শিক্ষা ফলবতৰ কৰিবৰ বাবে লাগে শিক্ষিত সমাজৰ দৃষ্টি আৰু প্ৰাইমেৰী শিক্ষাৰ বাবে যি সকল কৰ্ত্তৃপক্ষ দায়ী সেই কৰ্ত্তৃপক্ষ সকলৰ ফালৰ পৰা সুনিয়ন্ত্ৰিত নীতি, সৰ্ব্বসাধাৰণৰ পৰা আগ্ৰহ আৰু সহানুভূতি আৰু শিক্ষকসকলৰ কৰ্ত্তব্য আৰু দায়িত্ববোধ। বাধ্যতামূলক শিক্ষাৰ প্ৰচলন নহলেও প্ৰথমিক শিক্ষাৰ অৱস্থা বহু পৰিমাণে উন্নত কৰিব পৰা যায়। অসমত বৰ্ত্তমান যিবোৰ প্ৰাইমেৰী স্কুল আছে আটাইবোৰ স্কুলতে আশানুৰূপ ছাত্ৰসংখ্যা নাথাকে। আকৌ আটাইখিনি লৰাই প্ৰাইমেৰী শিক্ষা শেষ নকৰে। এইদৰে অৰ্থৰ আৰু যত্নৰ নানা অপচয় (Educational Wastage) হয়। এই অপচয় যাতে হব নোৱাৰে তাৰ বাবে যত্ন কৰা উচিত। এই অৱস্থাৰ উন্নতিৰ বাবে ব্যৱস্থা এই যে যিবোৰ লৰা-ছোৱালীৰ নাম এবাৰ স্কুলত ভৰ্ত্তি কৰি লোৱা হয়, সেই লৰা-ছোৱালীবোৰে যাতে প্ৰাইমেৰী শিক্ষা শেষ নহয় মানে স্কুল এৰিব নোৱাৰে তাৰ এটি আইনসঙ্গত ব্যৱস্থা (legislation) কৰিব পাৰিলে হয়।

তেতিয়া হলে বাধ্যতামূলক শিক্ষাৰ উদ্দেশ্যও কিছুদূৰ সফল হয় আৰু অৰ্থ আৰু যত্নৰ অপচয়ো কমে। এই ব্যৱস্থা দুই ফালৰ পৰা হব পাৰে। গাওঁৰ সমাজৰ পৰা আৰু আইন সভাৰ পৰা। গাওঁৰ সমাজৰ পৰা আজি কালিৰ দিনত হোৱা টান হৈছে। আইন সভাৰ পৰা হবলৈ হলে দেশৰ নেতৃবাচ্য ব্যৱস্থা পৰিষদৰ সভ্যসকলৰ যত্নৰ দৰকাৰ। শিক্ষক সকলেও যত্ন কৰিলে এই অৱস্থাৰ কিছু পৰিবৰ্ত্তন কৰিব পাৰে। দৰ্ম্মহাৰ ফালে চাই শিক্ষকসকলৰ আগ্ৰহ কমি অহা স্বাভাবিক; কিন্তু সংসোৰত দৰ্ম্মহাৰ তুলাচনীয়ে সদায় কৰ্ত্তব্য জুখিব নোৱাৰি। কোন কৰ্ত্তব্যৰ কি উপযুক্ত দৰ্ম্মহা পাইছে তাতে সন্তুষ্ট থাকিব নোৱাৰিলেও দেশৰ ভবিষ্যতৰ ফালে চাই নিজ নিজ কৰ্ত্তব্যৰ লগত দেশৰ কল্যাণৰ কথা চিন্তা নকৰিলে জাতীয় উন্নতি হোৱা টান। অভিভাৱক আৰু মেনেজিং কমিটিবোৰৰ

সভ্যসকলৰ লগত লগ হৈ লৰাবিলাক যাতে নিতৌ স্কুললৈ আহে আৰু প্ৰাইমেৰী শিক্ষা শেষ নকৰে মানে যাতে স্কুল নেৰে তাৰ বাবে শিক্ষক সকলে অহোপুৰুষাৰ্থ কৰিব লাগে। যত্নৱান শিক্ষকৰ যে উন্নতি নহয় আৰু দৰ্মহাৰ বৃদ্ধি নহয় সিও নহয়।

প্ৰথমিক শিক্ষাৰ মূল উদ্দেশ্য কি বহুতে নাজানে। ছাত্ৰক মজলীয়া বা হাই স্কুলৰ শিক্ষাৰ উপযোগী কৰি তোলাই প্ৰাইমেৰী শিক্ষাৰ উদ্দেশ্য বুলি বহুতৰ ধাৰণা। প্ৰাথমিক শিক্ষাৰ উদ্দেশ্য অকল সেইটো নহয়। প্ৰাথমিক শিক্ষাৰ উদ্দেশ্য সৰ্ব্বসাধাৰণৰ মাজৰ পৰা মূৰ্খতা দোষ নিবাৰণ কৰা আৰু সেই শিক্ষাৰ মাজেদি সৰ্বসাধাৰণক সংসাৰক্ষেত্ৰত লিখা-পঢ়া কৰা কামবোৰত কিছু স্বাৱলম্বী অৰ্থাৎ দৈনন্দিন জমা-খৰচৰ হিচাব ৰখা, চিঠিপত্ৰ লিখা, ৰচিদ লোৱা বা দিয়া ইত্যাদি কাৰ্যৰ বাবে যাতে আনৰ মুখাপেক্ষী হব নালাগে তাৰ ব্যৱস্থা কৰা। সেই বাবে প্ৰাইমেৰী স্কুলত শিক্ষাৰ লগা বিষয়বোৰৰ যিমানখিনি সংসাৰ যাত্ৰাৰ উপযোগী ঠিক সিমান খিনি হে পাঠ্যতালিকাত বান্ধি দিয়া হৈছে; কিন্তু দুখৰ বিষয় এয়ে যে, প্ৰাইমেৰী পাছ কৰা বহুত ছাত্ৰই চিঠি, দলিল, ৰচিদ দৰ্খাস্ত একোকে শুদ্ধকৈ লিখিব নোৱাৰে। স্কুলত সুদকছাৰ অঙ্ক কৰে কিন্তু কৰ্জ্জাখতৰ সুদ-মূল হিচাব কৰি উলিয়াব নাজানে।

—o—

# শিক্ষকতা

শিক্ষকতা কামৰ প্ৰতি সাধাৰণৰ দৃষ্টি সন্মানৰ নহয়। এই কামত নাই ধন, নাই সন্মান। দেশত শিক্ষিত মানুহৰ সংখ্যাৰ হিচাব লোৱা হয়, কিন্তু শিক্ষকসকলৰ প্ৰতি সৰ্ব্বসাধাৰণৰ কি দৃষ্টি তাৰ হিচাব কোনে লয়? আজিৰ শিক্ষকসকলৰ প্ৰতি আগৰ নিচিনা শ্ৰদ্ধা বা ভক্তি প্ৰকাশ কৰা দেখা নাযায়। শিক্ষক সকলৰ প্ৰতি মৌখিক সহানুভূতিৰ অন্ত নাই। শিক্ষকসকল দেশৰ ধৰণী, দেশৰ আশা ভৰসাৰ স্থল, সন্তান-সন্ততিৰ ভবিষ্যৎ গঢ়োঁতা, সৎ জীৱিকাৰ্জ্জনৰ দ্বাৰা জীৱন ধাৰণ কৰোঁতা, সাধুতা, সততা আৰু অমায়িকতাৰ প্ৰতিমূৰ্ত্তি ইত্যাদি নানা সদ্‌গুণেৰে বিভূষিত কৰি শিক্ষক সকলক আপ্যায়িত কৰা লোকৰ সংখ্যা দেশত বৰ কম নহয়; কিন্তু সমাজত আৰু উপযুক্ত সন্মানৰ ঠাইত শিক্ষকৰ আসন বহুত পাছত। সমাজত সুধীমণ্ডলীৰ ভিতৰত অনাদৃত শিক্ষক মণ্ডলীৰ হাতেৰে গঢ়া অনেক আদৃত ছাত্ৰ থাকে। অনাদৃত শিক্ষকে একে সমাজতে বহি সমাদৃত ছাত্ৰৰ উচ্চ আসন, সুমণ্ডিত কীৰ্ত্তি, আৰু গভীৰ বিদ্যাৰ চিনাকি পাই আন্তৰিক গৌৰৱেৰে উৎফুল্ল হয় সঁচা, কিন্তু সেই অনুপাতে সমাজত আদৰ নাপায়। এই মনোগতিৰ পৰিবৰ্ত্তন নহলে শিক্ষক সকলৰ স্থান সমাজত লোভনীয় নহয় বুলিব লাগিব।

আজি কালিৰ দিনত অৰ্থৰ তুলাচনীৰে সন্মান জোখা হয় কিছু পৰিমাণে আৰু ক্ষমতাৰ তুলাচনীৰে জোখা হয় প্ৰায় সম্পূৰ্ণ পৰিমাণে। আনকি কূটবুদ্ধিপৰায়ণ গাওঁৰ মেলেকী সকলবো প্ৰতিপত্তি থাকে—পৰৰ অনিষ্ট সাধনত ক্ষমতাবান্ বুলি। সজ উপায়েৰে আৰু নিৰ্ব্বুদ্ভাবে যিবিলাকে জীৱিকা উপাৰ্জ্জন কৰি খায়, সৰহ ধন নাথাকিলে সেই মানুহবো সন্মান সমাজত বৰ গণ্য নহয়। সেইবাবে আজি দেশত শিক্ষকতা কাম হৈছে জীৱিকা উপাৰ্জ্জনৰ বাবে শেষ অৱলম্বন। আন সকলো কামত অপাৰগ হৈ নাইবা আন কোনো অৱলম্বন নাপাই নিৰুপায় হৈ এই কামৰ বাবে মানুহ আহে।

সাধাৰণৰ ধাৰণা যে লিখা-পঢ়া জনা মানুহ মাত্ৰেই শিক্ষক হব পাৰে। ডাক্তৰি বা ওকালতিৰ নিচিনা যে শিক্ষকতাও বিশেষ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰে, সেইটো ভাবি চোৱা মানুহ্ এতিয়াও বিৰল। সেইবাবে শিক্ষকতা কামটো উজু বুলি বহুতৰ ধাৰণা। বিদ্যা থাকিলেই শিক্ষক হব নোৱাৰে। বিদ্যা নাথাকিলেও শিক্ষক হব নোৱাৰে। শিক্ষা কি—নজনাকৈ শিক্ষক হব নোৱাৰি। ক, খ পঢ়িবলৈ শিকিলেই শিক্ষা নহয় বা ক, খ, পঢ়িবলৈ বা লিখাবলৈ শিকাব পাৰিলেই শিক্ষকতা নহয়।

শিক্ষক সকলৰ ভিতৰতো অনেক ভাবে যে প্ৰাইমেৰী স্কুলৰ শিক্ষক হবলৈ কোনো বিশেষ জ্ঞানৰ দৰকাৰ নকৰে। অথচ জগতত ট্ৰেইনিং কলেজ আৰু স্কুল স্থাপন হবই লাগিছে। নতুন নতুন শিক্ষা-পদ্ধতি উদ্ভাৱন হবই লাগিছে। নতুন নতুন শিক্ষা-প্ৰণালীৰ কথা যদি শিক্ষকসকলৰ ওচৰত কোবা যায় তেতিয়া কিন্তু অনেক শিক্ষকে আমনি পায়। নতুন শিক্ষা-প্ৰণালীবোৰে যে শিক্ষকৰ পৰিশ্ৰমৰ লাঘৱ কৰে এই কথা ভাবি নাচায়।

সেইজনেই ভাল শিক্ষক, যিজনে লৰাই শিকিছোঁ বুলি গম নোপোৱাকৈ শিক্ষাদান কৰে। সাধু কথা আৰু গল্পৰ মাজেদি খেল-ধেমালিৰ চলেৰে দৈনিক অভিজ্ঞতাৰ মাজেদি যি শিক্ষকে শিক্ষা দিব সেই শিক্ষকেই কৃতকাৰ্য হব।

লৰাৰ প্ৰতি স্নেহ আৰু মৰম নাথাকিলে শিক্ষক শিক্ষকতাৰ অনুপযুক্ত। বেত দি লৰাক পঢ়াব নোৱাৰি। লৰাই পঢ়া দিব নোৱাৰিলে বেত দিয়া অতি নিষ্ঠুৰতাৰ কাম। লৰাক অন্যায় কাৰ্য্যৰ পৰা বিৰত ৰাখিবলৈ কেতিয়াবা বেত দিয়াৰ দৰকাৰ হব পাৰে; তাকে অতি সাবধানেৰে আৰু কদাচিৎ হে দিব লাগে।

চকীত বহি আৰাম কৰি প্ৰাইমেৰী স্কুলৰ শিক্ষকতা কৰিব নোৱাৰি। শিক্ষকে যদি ব্যক্তিগত ভাৱে লৰাৰ প্ৰতি মনোযোগ নিদিয়ে আৰু প্ৰত্যেক লৰাৰ ওচৰলৈ গৈ সিহঁতৰ দোষ শুধৰাই নিদিয়ে তেন্তে শিক্ষাদান ভাল হব নোৱাৰে।

—০—

# *ভাল শিক্ষক কোন?

## সেই জনেই ভাল শিক্ষক যি শিক্ষকে—

(ক) অহা কালিৰ কাম, আজিৰ কাম আৰু নিজৰ শিক্ষকতা কামৰ বিষয়ে ভালদৰে পঢ়িশুনি বুজি লয়;

তলৰ শ্রেণীত যি শিক্ষা দিয়া হব, সেই শিক্ষা ওপৰ শ্রেণীৰ আৰু আজি যে শিক্ষা দিয়া হ্ব, সেই শিক্ষা অহা কালিৰ কামৰ বাবে সহায় হব লাগিব। সেই বাবো আগে কি শিকোৱা উচিত আৰু পাচত কি শিকাৱা উচিত শিক্ষকে জানিবৰ বাবা ভালকৈ বুজি লব লাগে। পূৰ্ব্ব জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা নিদিলে শিক্ষাৰ ধাৰাবাহিক ক্রম ভঙ্গ হয় আৰু লৰাই কোনো কথা স্পষ্টকৈ বুজিব নোৱাৰে। শিক্ষকে যি বিষয়ে শিক্ষা দিব সেই বিষয়ে নিজে পঢ়ি শুনি নিজৰ জ্ঞান সম্পূর্ণ আৰু নিৰ্ভুল কৰি নললে শিক্ষকে ভালকৈ শিকাব নোৱাৰে। জ্ঞানী মানুহে জ্ঞান বিতৰণ কৰিব পাৰে, অজ্ঞানী মানুহে নোৱাৰে। বিষয় বস্তুৰ সম্পূর্ণ জ্ঞান যদি শিক্ষকৰ নাথাকে, শিক্ষকে কেতিয়াও পৰিপাটি কৈ শিকাব নোৱাৰে। নজনাটো দোষৰ কথা নহয়; কিন্তু কোনো বিষয় নজনাকৈ শিকোৱাটোহে দোষৰ কথা; নাজানিলে পঢ়িশুনি জানি আৰু বুজি লব লাগে। জনা মানুহও পুনঃ পুনঃ পঢ়িহে শিকোৱা দেখা যায়। ডাঙৰ ডাঙৰ প্রফেছৰ সকলে দৈনিক অধ্যয়ন কৰিহে অধ্যাপনা কৰে।

(খ) নিজৰ কামত নিজে কেতিয়াও সন্তুষ্ট নহয়, কেতিয়াও কটু বা বিদ্রুপ বাক্য উচ্চাৰণ নকৰে, কেতিয়াও হতাশ নহয়;

নিজে নিজে ভাল শিক্ষক বুলি ভাবি নাথাকিলে নিজৰ কামত নিজে কেতিয়াও সন্তুষ্ট হব নোৱাৰে। যেয়ে যিমান ভাল শিক্ষক নহওক, আৰু কিমান ভালকৈ, আৰু কিমান সহজকৈ, আৰু কিমান কম সময়ৰ ভিতৰত লৰাক শিকাব পৰা যায়, এই বিষয়ে শিক্ষকে সদায় চিন্তা কৰিব লাগে। শিক্ষকে শিক্ষা দিওঁতে লৰাই নুবুজিলে শিক্ষকৰ খং উঠিব নালাগে আৰু লৰাক কটু কথা বা বিদ্রুপ

---

* Extracts from the Punjab Educational, Journal, Dec.

1939. D. P. I's memo no. 36070-269 Ex. / 4p-1-11 of 38 dt..29.12.39

"A good school master"-These requisites of good school master was found by Mr. Salter Davis, an English Director of Education, Lahore.

কৰি কথা কব নালাগে। ল'ৰাই নুবুজিলে বুজিব লাগিব যে শিক্ষকে বুজাব পৰা নাই। বুজাব নোৱাৰিলে হতাশ হব নালাগে। কেনেকৈ বুজাব পাৰি তাৰ উপায় চিন্তা কৰিব লাগে। বেছি বক্তৃতা দিলে বিষয় বস্তু বেছি জটিল হয়। কম কথাতে—কি উপায়েৰে বুজাব পাৰি তাৰ কৌশল উলিয়াব লাগে।

(গ) নিজৰ শিক্ষা পদ্ধতি (methods) পৰিবৰ্ত্তন কৰিবলৈ সদায় ইচ্ছুক, কিন্তু শিক্ষানীতি (principles) পৰিবৰ্ত্তন কৰিবলৈ কেতিয়াও ইচ্ছুক নহয়;

যি শিক্ষকে শিক্ষা পদ্ধতি বা (method) শিকোৱা প্ৰণালী পৰিবৰ্ত্তন কৰি থাকে, সেই শিক্ষকে নিজৰ অভিজ্ঞতাৰ মূল্য বুজে। শিক্ষা দিওঁতে যি অভিজ্ঞতা উপাৰ্জ্জন কৰে, সেই অভিজ্ঞতাৰ সহায়ত শিক্ষা পদ্ধতিৰ পৰিবৰ্ত্তন কৰাৰ অৰ্থ আৰু উদ্দেশ্য হৈছে উন্নততৰ শিক্ষা পদ্ধতি গ্ৰহণ কৰা। (Principles) শিক্ষানীতি পৰিবৰ্ত্তন কৰিলে উদ্দেশ্য ব্যৰ্থ হৈ যাব। শিক্ষাৰ উদ্দেশ্যৰ ওপৰত শিক্ষানীতি নিৰ্ভৰ কৰে। শিক্ষানীতি পৰিবৰ্ত্তন কৰিলে শিক্ষাৰ উদ্দেশ্যৰ পৰা আঁতৰি যাব লাগিব।

শিক্ষাৰ উদ্দেশ্যৰ ওপৰত শিক্ষানীতি নিৰ্ভৰ কৰে আৰু শিক্ষানীতিৰ ওপৰত শিক্ষা পদ্ধতি নিৰ্ভৰ কৰে।

বৃটিছ ৰাজত্বত উপযুক্ত উকীল, কেৰাণী, হাকিম তৈয়াৰ কৰিবলৈ যি শিক্ষানীতি (policy) গ্ৰহণ কৰা হৈছিল সেই শিক্ষানীতিৰ দ্বাৰা স্বাধীন ভাৰতৰ সম্পূৰ্ণ উন্নতি আশা কৰিব নোৱাৰি। দেশৰ উন্নতি কৰিবলৈ হলে শিল্প, বাণিজ্য অৰ্থনীতি, কৃষি, স্বাস্থ্য ইত্যাদি বিষয়ে যাতে দেশৰ মানুহৰ উন্নতি হয়, সেই উদ্দেশ্যৰ ফালে দৃষ্টি ৰাখি শিক্ষানীতি.বান্ধিব লাগিব। সেই শিক্ষানীতিৰ যাতে উদ্দেশ্য সাধন হয় সেই অৰ্থে শিক্ষা পদ্ধতি স্থিৰ কৰিব লাগিব।

(ঘ) পূৰ্ণ শিক্ষা বহুমুখী (many sided) বুলি স্বীকাৰ কৰে আৰু সকলো বিষয়তে সমান মূল্য দিয়ে;

বি, এ, বা এম, এ পাছ কৰিলেই নাইবা সৰ্ব্বশাস্ত্ৰ বিশাৰদ হৈ অগাধ পণ্ডিত হলেই শিক্ষা পূৰ্ণ নহয়। সাংসৰিক জীৱনত সমাজৰ মাজত এজন সুসভ্য সামাজিক লোক হব লাগিলে নানা গুণৰ অধিকাৰী হব লাগিব। সংসাৰ ক্ষেত্ৰত জটিল সমস্যাৰ সাধাৰণত বিচক্ষণ বুদ্ধি থাকিব লাগিব, ন্যায়-অন্যায় প্ৰলোভনৰ হাতৰ পৰা দূৰৈত থাকিবৰ বাবে মনৰ বল থাকিব লাগিব, লঘুগুৰু জ্ঞান ৰক্ষা কৰি দয়া আচৰণৰ দ্বাৰা ওচৰ চুবুৰীয়াৰ প্ৰতি যথাযোগ্য কৰ্ত্তব্য কৰিবৰ ইচ্ছা থাকিব লাগিব। বিপন্নক উদ্ধাৰ কৰিবৰ, আৰু আত্মসম্ভ্ৰমৰ গৰিমা ৰক্ষা কৰি অহঙ্কাৰৰ হাতসাৰি, নিজৰ, নিজৰ পৰিয়ালৰ, দহৰ আৰু দেশৰ উপকাৰ কৰিবৰ ইচ্ছা থাকিব লাগিব। এই বোৰ গুণৰ অধিকাৰী হব লাগিলে, স্কুলৰ শিক্ষণীয় বিষয় বোৰৰ প্ৰতি সমান মূল্য দি বিবোৰ বিষয়ে যেনে গুণ শিক্ষা দিব পাৰি

তাৰে মন আকৃষ্ট কৰিব লাগিব। সেই বাবে শিক্ষকে কোনো বিষয়ৰ শিক্ষা অৱহেলা কৰিব নোৱাৰে। বিষ্ণুশৰ্মা পণ্ডিতে ৰজাৰ লৰাক শিক্ষা দিওঁতে এনবোৰ কথাৰ প্ৰতি দৃষ্টি ৰাখিহে শিক্ষা দিছিল।

(ঙ) বিদ্যাশিক্ষাৰ তলত দিয়া নিয়ম ৩টা মানি চলিলে—ল'ৰাৰ বিদ্যা শিক্ষা হয়—(১) যদি প্ৰথমতে তাৰ শিকিবৰ আগ্ৰহ হয় (২) যদি শিকিবৰ সময়ত সি পুনঃ পুনঃ চেষ্টা কৰে; (৩) যদি শিক্ষাৰ পাছত আনন্দ পায়।

শিকিবৰ কাৰণে লৰাৰ আগ্ৰহ জন্মোৱা শিক্ষকৰ কৰ্তব্য। আগ্ৰহ জন্মিলেহে শিকিব পাৰে। পুনঃ পুনঃ চেষ্টা নকৰিলে শিক্ষা স্থায়ী নহয়। শিক্ষা হোৱাৰ পাছত আনন্দ উপভোগ নকৰিলে শিক্ষাৰ ফল একো নহয়। শিক্ষাৰ পাছত আনন্দ পোৱা তাৎকালিক সাৰ্থকতা আৰু স্থায়ী শিক্ষাৰ সাৰ্থকতা ভবিষ্যৎ জীৱনৰ সফলতাৰ ওপৰত নিৰ্ভৰ কৰে।

(চ) শিকিবৰ অনুপস্থিতিত যি শাসন স্থায়ী হয় সেই শাসনৰ হে পক্ষপাতী হয়।

শাসন ভয় লগা নহলে আৰু নীতিৰ ওপৰত প্ৰতিষ্ঠিত হলে সেই শাসনৰ ফল হয়—চৰিত্ৰ গঠনত। তেতিয়া শিক্ষকৰ ভয়ত শাসন নচলে। শাসনৰ নীতি স্বভাবগত হলে ছাত্ৰৰ সকলো কাম শৃঙ্খলাবদ্ধ হয় আৰু শিক্ষকৰ অনুপস্থিতিতো সেই নীতিৰে উপযুক্ত শাসন আনি দিয়ে।

(ছ) লৰাই যদি অন্যায় কাম কৰিবলৈ স্বাধীনতা নাপায় সজ কাম কৰিবলৈ শিক্ষা দিব নোৱাৰি এই কথা জানে;

অভিজ্ঞতাৰ মাজেদি যি শিক্ষা সেই শিক্ষা স্থায়ী হয়। লৰাই যদি অন্যায় কৰে প্ৰথমতে দোষৰ কথা নহয়। অন্যায় কৰ্মৰ অভিজ্ঞতাৰ মাজেদি ন্যায় কথা বুজিলে, অন্যায় পথৰ পৰা লৰা আপোনা আপুনি আঁতৰত থাকিব। শিক্ষক আৰু অভিভাৱক সকলৰ দায়িত্ব আৰু উপযুক্ত দৃষ্টিৰ ওপৰত এই নীতি বিশেষকৈ নিৰ্ভৰ কৰে।

(জ) শিক্ষক লৰাৰ নেতা হে, চালক নহয় এই কথা বুজে;

লৰাক শাৰীৰিক আৰু মানসিক বাঢ়নত সহায় কৰা শিক্ষকৰ কাম। শিক্ষক বা অভিভাৱকৰ ইচ্ছামতে লৰাক পৰিচালনা কৰিলে শিক্ষক চালকত পৰিণত হয়। লৰাৰ দৈনিক বাঢ়নত, লৰাৰ স্বাভাৱিক মনোবৃত্তি উন্মেষৰ বাবে পাৰিপাৰ্শ্বিক অৱস্থাৰ সৃষ্টি কৰিব পাৰিলে শিক্ষক লৰাৰ নেতা হয়, চালক নহয়।

(ঝ) এনে ভাবে কাম কৰে যে অনুক্ৰমে লৰাই শিক্ষকৰ প্ৰয়োজনীয়তা পাহৰে;

লৰাৰ স্বাধীন ভাৱে কাম কৰিবৰ ইচ্ছা আৰু ক্ষমতা বাঢ়িলে আৰু স্বাধীন চিন্তা কৰিব পাৰিলে, লাহে লাহে লৰাই শিক্ষকৰ প্ৰয়োজনীয়তা পাহৰি যায়।

পঢ়া শুনা বিষয়ত যেতিয়া লৰাই নিজৰ সমস্যা নিজে সমাধান কৰিবৰ উপায় বিচাৰি পায়, আৰু কি কি কিতাপ পঢ়িলে নিজৰ জ্ঞানত স্পৃহা মিটিব পাৰে এই কথা বুজি পায় তেতিয়া শিক্ষকৰ প্ৰয়োজনীয়তা লৰাৰ মনত নাথাকে।

(ঞ) লৰাৰ কাম নিজে কৰি নিদিয়ে,

অনেক শিক্ষকে বিশেষকৈ ঘৰত পঢ়োৱা শিক্ষকে (প্ৰাইভেট টিউটৰে) লৰাই কৰিব লগীয়া কাম নিজে কৰি দিয়ে। তাৰ দ্বাৰা লৰাৰ বিশেষ একো লাভ নহয়। অভ্যাস নকৰিলে বিদ্যা শিক্ষা নহয়। অভ্যাস বা পুনঃ পুনঃ চৰ্চ্চা কৰিলেহে বিদ্যা শিক্ষা হয়। লৰাক পুনঃ পুনঃ যত্ন কৰিবলৈ উদগনি দিব লাগিব।

(ট) লৰাক কম প্ৰশ্ন সোধে আৰু লৰাৰ পৰা বহু প্ৰশ্নৰ বাবে প্ৰসঙ্গ উত্থাপন কৰে,

শিক্ষকে যদি লৰাক প্ৰশ্ন সোধে লৰাৰ বিদ্যা পৰীক্ষা কৰা হে হয়, তাৰ দ্বাৰা লৰাৰ বিদ্যা নাবাঢ়ে। লৰাই যদি শিক্ষকক প্ৰশ্ন সোধে তেন্তে বুজা যায় লৰাৰ শিখিবলৈ আগ্ৰহ জন্মিছে আৰু শিক্ষকে সেই প্ৰশ্নৰ যথাযথ উত্তৰ দি লৰাক সহায় কৰা কৰ্ত্তব্য। লগে লগে আনুষঙ্গিক নানা খবৰ দিব লাগে আৰু প্ৰশ্নৰ সম্পৰ্কিত বিষয়ে অনেক কথাৰ প্ৰষঙ্গ তুলি লৰাৰ জ্ঞান আৰু আগ্ৰহ জন্মাব লাগে।

(ঠ) লৰাৰ যেনে কামত স্পৃহা দেখা যায় তেনে কামৰ মাজেদি শিক্ষনীয় বিষয় শিকায়;

যি লৰাৰ যি বিষয়ত ৰাপ থাকে, (খেলা হাতৰ কাম, ব্যায়াম, গল্প ইত্যাদি যি কোনো বিষয়ৰ প্ৰতি) সেই বিষয়ৰ মাজেদি শিক্ষা দিবলৈ যত্ন কৰিব। সাহিত্যত ৰাপ থকা লৰাক ভূগোলত ৰাপ নাথাকিলেও সাহিত্যৰ মাজেদি ভূগোল শিক্ষা দিব পাৰি। বুৰঞ্জীত ৰাপ থকা লৰাক ধৰ্ম্মত ৰাপ নাথাকিলেও লৰাক বুৰঞ্জীৰ মাজেদি ধৰ্ম্ম শিক্ষা দিব পাৰি। অঙ্কত ৰাপ নথকা লৰাক খেলা বা ব্যৱসায়ৰ মাজিদি অঙ্ক শিক্ষা দিব পাৰি। এই অৰ্থে দোকানৰ ভাওনা কৰি দোকানদাৰ খৰিদ্দাৰ হিচাব বস্তুৰ দাম আৰু ওজনৰ মাজেদি অঙ্ক শিক্ষা দিব পাৰি।

(ড) কোনো এটা কথা এনেদৰে শিকায় যে লৰাই তাৰ পৰা অনেক কথা শিকে,

কোনো এটা বিষয়ব কেন্দ্ৰ কৰি যাতে আন আন বিষয়ৰো জ্ঞান হয় তালৈ শিক্ষকৰ দৃষ্টি থাকিব। ভাৰতৰ প্ৰধান মন্ত্ৰী কোন? শিকাওঁতে দিল্লী, কলিকতা, চিলঙৰ ভৌগৌলিক জ্ঞান দিব পাৰি। লক্ষ্য ৰাখিব লাগিব যে আনুষঙ্গিক প্ৰসঙ্গবোৰ আনুষঙ্গিক হে। মূলকথা মূলতঃ শিক্ষা দিব লাগিব।

(ঢ) লৰাৰ অভ্যাস আৰু কাৰ্য্যপদ্ধতিবোৰ এনেদৰে পৰিচালনা কৰে যাতে সেইবোৰ বিদ্যালয়ৰ শিক্ষাজীৱনৰ পৰৱৰ্ত্তী জীৱনত কাৰ্য্যকৰী হয়;

লৰাৰ বিদ্যালয়ত আচৰণ কৰা অভ্যাস আৰু কাৰ্য্য পদ্ধতিৰ দ্বাৰা ভৱিষ্যৎ জীৱন গঢ়ি উঠে। শিক্ষকৰ চোকা দৃষ্টি থাকিব লাগিব যে লৰাই যি কৰে তাৰ ফল সি পৰৱৰ্ত্তী জীৱনত ভোগ কৰে। লৰাৰ অভ্যাসৰ দ্বাৰা চৰিত্ৰ গঠন হব। ল'ৰাৰ কাৰ্য্য পদ্ধতিৰ দ্বাৰা ভৱিষ্যত জীৱনৰ উদ্দেশ্য সফল হব লাগিব। যি কাৰ্য্যৰ দ্বাৰা ভৱিষ্যত জীৱন নষ্ট হব পাৰে তেনে কাৰ্য্য কৰিবলৈ নিদিব।

(ণ) যিবোৰ কামত পুনঃ পুনঃ অভ্যাসৰ দৰকাৰ আৰু যিবোৰ কাম বিৰক্তিকৰ অথচ প্ৰয়োজনীয় তেনে কাম কেতিয়াও নকৰাকৈ নাথাকে আৰু কামৰ লগে লগে শিক্ষাৰ ভৱিষ্যৎ লক্ষ্যলৈ লৰাৰ মন পৰিচালিত কৰে;

বিৰক্তিকৰ হলেও যি কামে শিক্ষকৰ কাম আগ বঢ়াই দিয়ে তাক নকৰাকৈ নাথাকে। কাম কৰি থকাৰ লগে লগে লৰাক যদি তাৰ প্ৰয়োজনীয়তা বুজাই দিব পাৰে তেন্তে লৰাই আগ্ৰহেৰে কৰিব।

(ত) উপদেশ কম দিয়ে আৰু আদৰ্শত বেছি দেখুৱাই;

শিক্ষকৰ কাৰ্য্য প্ৰণালী সাজ পোচাক আচাৰ-ব্যৱহাৰ আৰু চৰিত্ৰই লৰাক শিক্ষাত বেছি সহায় কৰে।

## স্কুল ঘৰ

প্ৰাইমেৰী স্কুলৰ ঘৰৰ অৱস্থা সদায় জৰাজীৰ্ণ অৱস্থাত থাকে। তাৰ প্ৰধান কাৰণ এই ঘৰবোৰ যেন কাৰো সম্পত্তি নহয়—এনে ধাৰণা। ৰাইজে ভাবে বোৰ্ডৰ স্কুল—ই বোৰ্ডৰ সম্পত্তি; বোৰ্ডে ভাবে যে স্কুলঘৰ ৰাইজে সাজি দিয়ে—ৰাইজৰ সম্পত্তি। ৰাইজৰ যে সম্পত্তি এই কথা ৰাইজে ভালকৈ বুজি নাপায়। ইমানবোৰ প্ৰাইমেৰী স্কুলঘৰ বোৰ্ডে ভাল অৱস্থাত ৰাখিব নোৱাৰে। এই ঘৰবোৰ ৰাইজে সদায় মেৰামত কৰিব লাগে। যি ঘৰ মেৰামতি কৰাত নাইবা নতুনকৈ সজাত বেছি অৰ্থ খৰচ হয়, সেই ঘৰতহে বোৰ্ডে সাহায্য দিয়া উচিত বুলি ভাবে। সেইবাবে স্কুলৰ প্ৰত্যেক মেনেজিং কমিটিৰ আৰু শিক্ষক সকলৰ কৰ্ত্তব্য হোৱা উচিত যে ৰাইজৰ ফালৰ পৰা স্থায়ী ধৰণৰ ঘৰ সজাৰ দিহা কৰি বোৰ্ডৰ পৰা কিছু আৰ্থিক সহায় আদায় কৰা। তেতিয়া হলে বোৰ্ডেও দিবলৈ টান নাপায় আৰু বছৰি মেৰামতিৰ বাবে দিগদাৰিও পাব নালাগে। প্ৰথমতে কেঞ্চি, বাতাম লগাই খেৰী ঘৰ সাজি, মেৰামতিৰ সময়ত টিন দিলে ৰাইজৰ ফালৰ পৰাও উজু হয় আৰু বোৰ্ডৰ ফালৰপৰাও সাহায্য দিয়া উজু হয়। আনেক ঠাইত ৰাইজৰ দৰ্খাস্ত অনুসাৰে জিলাৰ ডেপুটি কমিচনাৰ চাহাবৰ অনুমতি ক্ৰমে বন বিভাগে স্কুল ঘৰৰ কাৰণে কাঠ-খুটা কাটিবলৈ ফ্ৰি পাছ দিয়ে আৰু ৰাইজে নিজ খৰচত

কাটি আনে। এইদৰে যি ৰাইজে স্কুলঘৰ সাজিবলৈ দিহা কৰে সেই ৰাইজক বোৰ্ডৰ ফালৰ পৰাও অৰ্থ সাহায্য কৰে আৰু সেইবোৰ গাৱঁত স্কুলঘৰ ভাল হৈ উঠে। মুঠ কথা শিক্ষক, ৰাইজ আৰু বোৰ্ডৰ সহযোগতহে ভাল ঘৰ হ্ব পাৰে। নহলে অকলে কাৰো পক্ষে সম্ভৱ নহয়।

স্কুলঘৰ সজাৰ বিষয়ে কেইটামান উপদেশ দিয়া হ'ল। চাৰি-চলীয়া ঘৰ কৰিলে আৰু খেৰী ঘৰ কৰিলে তলত দিয়া জোখমতে কৰিলে সুবিধা হয়ঃ—

এজন শিক্ষকৰ বাবে— দীঘলে—২৭´
পুতল—১৫´ বা ১৬´
ওখ—১১½´
দীঘলে দীঘলে ৫´ বহলৰ বাৰান্দা।

দুজন শিক্ষকৰ বাবে— দীঘলে—৩৫´
পুতল—১৭´
ওখ—১০½´ বা ১১´
দীঘলে দীঘলে ৬´ বহলৰ বাৰান্দা।

তিনি জন শিক্ষকৰ বাবে— দীঘলে—৫১´
পুতল—১৮´
ওখ—১০½´ বা ১১´
দীঘলে দীঘলে ৬´ বহলৰ বাৰান্দা।

ইয়াৰ পাছত শিক্ষকে পতি ১৫´ ফুট বা ১৬´ ফুটকৈ বঢ়াই গলেই হয়। টিনৰ ঘৰ কৰিলে ১১´ ফুটতকৈ কম ওখ কৰি নালাগে। ১২´ ফুট দিলে ভাল হয়।

টিনৰ আৰু দুইচলীয়া ঘৰ হলে তলৰ জোখমতে কৰিলে সুবিধা হয়; কাৰণ দুইচলীয়া ঘৰ বেছি বহল হলে ভাল নেদেখি আৰু টিনৰ হলে তলৰ জোখমতে কৰিলে টিন কিনাত সুবিধা হয়।

এজন শিক্ষকৰ বাবে— দীঘল—২৭´
পুতল—১৫´ বা ১৬´
ওখ—১১´.

বাৰান্দা—দীঘলে দীঘলে ৫ ফুট বহলৰ। উত্তৰ ফালে খিৰিকি ৩ খন, দক্ষিণ ফালে ২খন আৰু দুৱাৰ এখন।

দুজন শিক্ষকৰ বাবে— দীঘল—৩৬´
পুতল—১৬´
ওখ—১১´ বা ১১½´

বাৰান্দা—দীঘলে দীঘলে ৬ ফুট বহলৰ। উত্তৰ ফালে খিৰিকি ৪খন, দক্ষিণ ফালে খিৰিকি ২ খন, দুৱাৰ ২ খন।

এজন শিক্ষকৰ প্ৰাইমেৰী স্কুলৰ দৈনিক পাঠ্যতালিকা

| বাৰ | শ্ৰেণী | ১ম পিঃ | ২য় পিঃ | ৩য় পিঃ | ৪ৰ্থ পিঃ | জিৰণি | ৫ম পিঃ | ৬ষ্ঠ পিঃ | ৭ম পিঃ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|---|
| | | ১১-১১-৪৫ | ১১-৪৫-১২-২৫ | ১২-২৫-১-৫ | ১-৫-১-৪৫ | ১-৪৫-২-১০ | ২-১০-২-৫০ | ২-৫০-৩-৩০ | ৩-৩০-৪ | |
| সোমবাৰ | ৩য় মান | হাতৰ কাম | ৰচনা | বস্তু পাঠ | গণিত | | সাহিত্য | ভূগোল | কছৰৎ | বিশেষ দ্ৰষ্টব্য ঃ<br>১। ১ম পিৰিয়ডৰ আৰম্ভ নিতে ৫' মিনিট প্ৰাৰ্থনা কৰিব।<br>২। 'অসম জাতীয় সঙ্গীত' গাই স্কুল চুটী দিব।<br>৩। বালিকা প্ৰাইমেৰী স্কুলত হাতৰ কামৰ সলনি চিলাই শিকাব আৰু কছৰতৰ সলনি ব্যায়াম বিষয়ক খেল-ধেমালি, আৰু সঙ্গীত শিকাব। |
| | ২য় মান | ড্ৰইং | জমা-খৰচ | গণিত | সাহিত্য | | ভূগোল | বস্তু পাঠ | কছৰৎ | |
| | ১ম মান | হাতৰ কাম | নেওঁতা | সাহিত্য | আখৰ | | গণিত | বস্তু পাঠ | কছৰৎ | |
| | খ' মান | অঙ্ক | পঢ়া আৰু প্ৰতিলিপি | ড্ৰইং | নেওঁতা | | | | | |
| | ক' মান | পঢ়া আৰু প্ৰতিলিপি | অঙ্ক | ড্ৰইং | নেওঁতা | | | | | |
| মঙ্গলবাৰ | ৩য় মান | ড্ৰইং | চিঠি লিখা | বস্তু পাঠ | সাহিত্য | | ভূগোল | গণিত | কছৰৎ | |
| | ২য় মান | হাতৰ কাম | সাধাৰণ জ্ঞান | চিঠি লিখা | গণিত | | সাহিত্য | জমা-খৰচ | কছৰৎ | |
| | ১ম মান | হাতৰ কাম | সাধাৰণ জ্ঞান | সাহিত্য | প্ৰতিলিপি | | গণিত | নেওঁতা | কছৰৎ | |
| | খ' মান | ড্ৰইং | পঢ়া আৰু প্ৰতিলিপি | অঙ্ক | নেওঁতা | | | | | |
| | ক' মান | পঢ়া আৰু প্ৰতিলিপি | অঙ্ক | ড্ৰইং | নেওঁতা | | | | | |
| বুধবাৰ | ৩য় মান | হাতৰ কাম | জমা-খৰচ | গণিত | হাতে লিখা পাঠ | | সাহিত্য | নেওঁতা আৰু বাগিচাৰ কাম | কছৰৎ | |
| | ২য় মান | ড্ৰইং | প্ৰতিলিপি | আখৰ | সাহিত্য | | গণিত | বাগিচাৰ কাম | কছৰৎ | |
| | ১ম মান | ড্ৰইং | শব্দ লিখা | সাহিত্য | গণিত | | আখৰ | বাগিচাৰ কাম | কছৰৎ | |
| | খ' মান | পঢ়া আৰু | অঙ্ক | ড্ৰইং | নেওঁতা | | | | | |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| | | দ্ৰুতলিপি | | | | | | | |
| | ক' মান | অঙ্ক | পঢ়া আৰু দ্ৰুতলিপি | নেওঁতা | ড্ৰইং | | | | |
| বৃহস্পতিবাৰ | ৩য় মান | ড্ৰইং | সাধাৰণ জ্ঞান | ভূগোল | আখৰ | দ্ৰুতলিপি | মৌখিক | কছৰৎ | |
| | ২য় মান | হাতৰ কাম | নেওঁতা | সাহিত্য | ভূগোল | বস্তুপাঠ | গণিত | কছৰৎ | |
| | ১ম মান | হাতৰ কাম | সাহিত্য | গণিত | ড্ৰইং | দ্ৰুতলিপি | বস্তুপাঠ | কছৰৎ | |
| | খ' মান | নেওঁতা | ড্ৰইং | পঢ়া আৰু দ্ৰুতলিপি | অঙ্ক | | | | |
| | ক' মান | পঢ়া আৰু দ্ৰুতলিপি | নেওঁতা | ড্ৰইং | অঙ্ক | | | | |
| শুক্ৰবাৰ | ৩য় মান | ড্ৰইং | সাধাৰণ জ্ঞান | ভূগোল | আখৰ | দ্ৰুতলিপি | মৌখিক | বাগিচাৰ কাম | ৪। দ্বিতীয় মানত জমা অঙ্কৰ সহায়ক হিচাবে দিয়া হৈছে। |
| | ২য় মান | আখৰ | সাধাৰণ জ্ঞান | সাহিত্য | ড্ৰইং | ভূগোল | মৌখিক | বাগিচাৰ কাম | |
| | ১ম মান | সাহিত্য | আখৰ | গণিত | ড্ৰইং | বস্তুপাঠ | মৌখিক | বাগিচাৰ কাম | |
| | খ' মান | হাতৰ কাম | পঢ়া আৰু প্ৰতিলিপি | সাধুকথা | অঙ্ক | | | | |
| | ক' মান | হাতৰ কাম | অঙ্ক | পঢ়া আৰু সাধুকথা | ড্ৰইং | | | | |
| শনিবাৰ | ৩য় মান | সাহিত্য | গণিত | সাধাৰণ জ্ঞান | ঘৰচাফ কৰা | | | | |
| | ২য় মান | গণিত | দ্ৰুতলিপি | সাধাৰণ জ্ঞান | ঘৰচাফ কৰা | | | | |
| | ১ম মান | দ্ৰুতলিপি | সাহিত্য | সাধাৰণ জ্ঞান | ঘৰচাফ কৰা | | | | |
| | খ' মান | ড্ৰইং | খেল-ধেমালি | সাধাৰণ জ্ঞান | ঘৰচাফ কৰা | | | | |
| | ক' মান | ড্ৰইং | খেল-ধেমালি | সাধাৰণ জ্ঞান | ঘৰচাফ কৰা | | | | |

দুজন আৰু তিনিজন শিক্ষকৰ প্ৰাইমেৰী স্কুলৰ দৈনিক পাঠ্যতালিকা

| বাৰ | শ্ৰেণী | ১ম পিঃ<br>১১-১১-৪৫ | ২য়পিঃ<br>১১-৪৫-১২-২৫ | ৩য় পিঃ<br>১২-২৫-১-৫ | ৪ৰ্থ পিঃ<br>১-৫-১-৪৫ | জিৰণি<br>১-৪৫-২-১০ | ৫ম পিঃ<br>২-১০-২-৫০ | ৬ষ্ঠ পিঃ<br>২-৫০-৩-৩০ | ৭ম পিঃ<br>৩-৩০-৪ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|---|
| সোমবাৰ | ৩য় মান | সাহিত্য | নেওঁতা | গণিত | হাতৰ আখৰ | | ভূগোল | হাতৰ কাম | কছৰৎ | বিশেষ দ্ৰষ্টব্য ঃ<br>১। ১ম পিৰিয়ডৰ আৰম্ভ নিতে ৫' মিনিট প্ৰাৰ্থনা কৰিব।<br>২। 'অসম জাতীয় সঙ্গীত' গাই স্কুল ছুটী দিব।<br>৩। দুজন শিক্ষকৰ ক্ষেত্ৰত প্ৰধান শিক্ষকে ৩য় মান আৰু ছাত্ৰৰ সংখ্যা অনুপাতে খ' আৰু ক' মান যেই সেই এটা শ্ৰেণী শিকাব।<br>৪। তিনি জন শিক্ষকৰ ক্ষেত্ৰত জিৰণিৰ আগত (১) প্ৰধান শিক্ষকে ৩য় মান, খ' মান শিকাব (২) দ্বিতীয় শিক্ষকে ২য় মান আৰু ১ম মান শিকাব আৰু (৩) তৃতীয় শিক্ষকে ক' মান |
| | ২য় মান | গণিত | সাহিত্য | বস্তু পাঠ | হাতৰ আখৰ | | ড্ৰইং | মৌখিক | কছৰৎ | |
| | ১ম মান | সাহিত্য | হাতৰ আখৰ | গণিত | বস্তু পাঠ | | ড্ৰইং | মৌখিক | কছৰৎ | |
| | খ' মান | পঢ়া আৰু লিখন | অঙ্ক<br>অঙ্ক আৰু | সাধুকথা | আবৃত্তি | | | | | |
| | ক' মান | আখৰ সজা | সংজ্ঞা জ্ঞান | সাধুকথা | আবৃত্তি | | | | | |
| মঙ্গলবাৰ | ৩য় মান | বস্তুপাঠ | সাহিত্য | মৌখিক | দ্ৰুতলিপি | | ভূগোল | সাধাৰণ জ্ঞান | কছৰৎ | |
| | ২য় মান | সাহিত্য | ৰচনা | হাতৰ আখৰ | দ্ৰুতলিপি | | হাতৰ কাম | সাধাৰণ জ্ঞান | কছৰৎ | |
| | ১ম মান | সাহিত্য | দ্ৰুতলিপি | নেওঁতা | বস্তুপাঠ | | হাতৰ কাম | সাধাৰণ জ্ঞান | কছৰৎ | |
| | খ' মান | পঢ়া আৰু লিখন | নেওঁতা | অঙ্ক | সাধাৰণ জ্ঞান | | | | | |
| | ক' মান | সংখ্যা পাতন | পঢ়া আৰু লিখন | আখৰ সজা | সাধাৰণ জ্ঞান | | | | | |
| বুধবাৰ | ৩য় মান | সাহিত্য | হাতৰ আখৰ | গণিত | ৰচনা | | বস্তু পাঠ | ড্ৰইং | কছৰৎ | |
| | ২য় মান | গণিত | সাহিত্য | ভূগোল | ৰচনা | | ড্ৰইং | বাগিচাৰ কাম | কছৰৎ | |
| | ১ম মান | সাহিত্য | হাতৰ আখৰ | গণিত | ড্ৰইং | | বস্তু পাঠ | বাগিচাৰ কাম | কছৰৎ | |
| | খ' মান | পঢ়া | অঙ্ক | নেওঁতা | ড্ৰইং | | | | | |
| | ক' মান | আখৰ সজা | নেওঁতা, অঙ্ক | ড্ৰইং | | | | | | |

| | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|
| বৃহস্পতি | ৩য় মান | সাহিত্য | বস্তু পাঠ | মৌখিক | দ্রুতলিপি | | সাধাৰণ জ্ঞান | হাতৰ কাম | খেল-ধেমালি |
| | ২য় মান | জমা-খৰচ | সাহিত্য | বস্তু পাঠ | হাতৰ আখৰ | | সাধাৰণ জ্ঞান | মৌখিক | খেল-ধেমালি |
| | ১ম মান | সাহিত্য | দ্রুতলিপি | নেওঁতা | বস্তুপাঠ | | সাধাৰণ জ্ঞান | সংখ্যা লিখন | খেল-ধেমালি |
| | খ' মান | পঢ়া আৰু লিখন | নেওঁতা | অঙ্ক | সাধুকথা | | | | |
| | ক' মান | সংখ্যা পাতন | নেওঁতা | আখৰ লিখা | সাধুকথা | | | | |
| শুক্রবাৰ | ৩য় মান | সাহিত্য | হাতৰ আখৰ | জমা-খৰচ | ভূগোল | | বস্তু পাঠ | ড্রইং | বাগিচাৰ কাম |
| | ২য় মান | গণিত | সাহিত্য | ভূগোল | দ্রুতলিপি | | ড্রইং | হাতৰ কাম | বাগিচাৰ কাম |
| | ১ম মান | সাহিত্য | হাতৰ আখৰ | গণিত | বস্তুপাঠ | | ড্রইং | হাতৰ কাম | বাগিচাৰ কাম |
| | খ' মান | পঢ়া আৰু লিখন | অঙ্ক | ড্রইং | ধেমালি | | | | |
| | ক' মান | আখৰ সজা | নেওঁতা | ড্রইং | ধেমালি | | | | |
| শনিবাৰ | ৩য় মান | হাতে লিখা পাঠ | ৰচনা | গণিত | ঘৰচাফ কৰা | | | | |
| | ২য় মান | হাতে লিখা পাঠ | হাতৰ আখৰ | বস্তু পাঠ | ঘৰচাফ কৰা | | | | |
| | ১ম মান | নেওঁতা | প্রতিলিপি | গণিত | ঘৰচাফ কৰা | | | | |
| | খ' মান | পঢ়া | নেওঁতা | সাধাৰণ জ্ঞান | ঘৰচাফ কৰা | | | | |

শিকাব। ত্ৰিবণিৰ গাচত তিনিও জন শিক্ষকে তিনিটা শ্রেণী শিকাব।

৫। বালিকা প্ৰাইমেৰী স্কুলত হাতৰ কামৰ সলনি চিলাই শিকাব আৰু কছৰতৰ সলনি ব্যায়াম বিষয়ক খেল-ধেমালি, আৰু সঙ্গীত শিকাব

৬। মোক্তাব প্ৰাইমেৰী স্কুলত শনিবাৰৰ পাঠ-তালিকা শুক্রবাৰে আৰু শুক্রবাৰৰ পাঠ্য-তালিকা দেওবাৰে হব।

তিনিজন শিক্ষকৰ বাবে— দীঘল—৪৮´
বহল—১৬´
ওখ—১২´ বা ১১½´

বাৰান্দা—দীঘলে দীঘলে ৬´ বহলৰ। উত্তৰ ফালে খিৰিকি ৬ খন, দক্ষিণ ফালে খিৰিকি ৩খন, দুৱাৰ ২খন।

ইয়াৰ পাছত প্ৰত্যেক শিক্ষকৰ বাবে দীঘলে ১৬ ফুটকৈ বঢ়াই গলেই হয়। পূবফালে আৰু পশ্চিমফালে খিৰিকিৰ দৰকাৰ নাই, দিব পাৰিলে ভাল। চাৰিচলীয়া ঘৰবো দুৱাৰ খিৰিকী এই অনুসাৰে দিলেই হব। খিৰিকিবোৰ ২½ ফুটতকৈ ওখত দিব নালাগে আৰু (৩½´×২½´) জোখত কৈ সৰু হব নালাগে।

## ডবাঁল ঘৰ

ঘৰৰ মাজত, কম কৰিলে, মাজৰ বেৰৰ এমূৰেদি দুৱাৰ মুখ ৰাখিব লাগে। তেতিয়া হলে কোনো শিক্ষক অনুপস্থিত থাকিলে কাম চলাবলৈ সুবিধা হয়। দুৱাৰ নহলেও হয়।

দুৱাৰ মুখবোৰ সদায় মুৰত ৰাখিব লাগে।

ওচৰতে খাল খান্দি মাটি তুলিব নালাগে। কম্পাউণ্ডৰ পশ্চিম ফালে গছৰ ছাঁৰ বাবে গছ ৰুই দিব লাগে। এই ছাঁত নেওঁতা আওৰাবলৈও সুবিধা হয়। কম্পাউণ্ড বৰ ঠেক হলে লৰা-ছোৱালীবোৰৰ খেল-ধেমালি আৰু ব্যায়ামৰ বাবে ঠাইৰ অভাৱ হয়।

সামান্য মেৰামতিৰ কামবোৰ লৰাৰ হতুৱাই কৰাবলৈ যত্ন কৰিব লাগে। হাতৰ কামৰ ভিতৰত এই কাম ধৰিব পাৰি। অভিভাৱক সকলে আপত্তি কৰিলে শিক্ষা-বিভাগৰ নিয়ম বুলি নম্ৰভাবে বুজাই দিব লাগে।

### অফিচ :—

অনেক প্ৰাইমেৰী স্কুলৰ অফিচ বৰ লেতেৰাকৈ ৰাখে। তলত নাম দিয়া বহী আৰু ফাইলৰ নিতান্ত দৰাকৰ :—

(১) হাজিৰা বহী।
(২) ভৰ্ত্তি বহী।
(৩) পৰিদৰ্শন বহী।
(৪) বাজে-খৰচৰ হিচাবৰ বহী।
(৫) চিঠিৰ ফাইল—এই ফাইলতে চাৰ্কুলাৰ আদি থাকিব পাৰে।
(৬) ট্ৰেন্‌চ্‌ফাৰ চাৰ্টিফিকেট দিয়া ফাইল বা বহী।
(৭) আন স্কুলৰ পৰা অহা লৰাৰ—ট্ৰেন্‌চ্‌ফাৰ চাৰ্টিফিকেট ৰখা ফাইল।

(৮) শিক্ষকৰ স্কীম বুক।

(৯) মালৰ তালিকা বহী।

(১০) ভৰ্ত্তি, ট্ৰান্সফাৰ আদিৰ বাবে অভিভাৱকে দিয়া চিঠিৰ ফাইল।

ভৰ্ত্তি বহীৰ বয়স, তাৰিখ আৰু ক্ৰমিক নম্বৰ বিশ্বাসযোগ্য হ'ব লাগে। অনেক সময়ত এই বহী আদালততো দৰকাৰ হ'ব পাৰে। তেতিয়া যদি ভৰ্ত্তি বহীৰ ৰেকৰ্ডৰ ভুল ধৰা পৰে, তেন্তে শিক্ষকৰ মানৰ লাঘৱ হ'ব।

নতুন ভৰ্ত্তি, পুনৰ ভৰ্ত্তি, নাম কৰ্ত্তন ইত্যাদি বিষয়ে শিক্ষকে বিভাগীয় নিয়ম মানি চলিব লাগে। অনেক স্কুলত বহুদিন অনুপস্থিত থকা লৰাৰ নাম কাটি দিয়া নহয়। আনেক স্কুলত যেতিয়াই তেতিয়াই পুনৰ ভৰ্ত্তি কৰি লোৱা হয়। এনে কৰিলে শৃঙ্খলা নাথাকে, শিক্ষকৰ শিক্ষাদানত অসুবিধা হয় আৰু সাধাৰণৰ মনত প্ৰাইমেৰী স্কুলৰ নিয়ম-প্ৰণালীৰ বিষয়ে অৱহেলা হয় আৰু শিক্ষকৰ সন্মানৰ হানি হয়।

অনেক শিক্ষকে অভিভাৱকৰ অনুৰোধত বিভাগীয় নিয়ম লঙ্ঘন কৰে। ই অনুচিত। ইয়াৰ পৰা শিক্ষকৰ হে হানি হয়।

## ৰুটিন ঃ—

শিক্ষকৰ নাম বা পদৱী দি, তেওঁ কোন কোন শ্ৰেণীত কি কি বিষয় পঢ়ায়, বাৰ আৰু ঘণ্টা দেখুৱাই গোটেইখন স্কুলৰ বাবে এখন ৰুটিন তৈয়াৰ কৰি লব লাগে। তেতিয়া হ'লে পৰিদৰ্শকেও চাবলৈ সুবিধা পায় আৰু শিক্ষকৰো কাম কৰাত সুবিধা হয়। শিক্ষকৰ স্কীম বুকতো সেইদৰে ৰুটিন এখন লব লাগে।

ঘড়িৰ অভাৱ দেখুৱাই অনেক শিক্ষকে ৰুটিনমতে কাম নকৰে। ঘড়ি নাথাকিলেও ৰুটিনৰ ভাগ মতে কাম কৰা সম্ভৱ। ৰুটিনৰ ভাগ মতে কাম নকৰিলে শিক্ষাদানত অসুবিধা হ'বই আৰু পৰিদৰ্শনৰ সময়ত উপৰিস্থ কৰ্ম্মচাৰীৰ ওচৰত দোষী হ'ব লাগিব। অনেক পৰিদৰ্শকে ৰুটিনত বাৰ, তাৰিখ, চাই হাজিৰা বহীত লৰাৰ উপস্থিতি চাই লৰাৰ বহী পৰীক্ষা কৰি চায়। তেতিয়া পালমতে শিক্ষকে কাম কৰে নে নকৰে বুজা যায়।

## শাসন ঃ—

শাস্তি দিয়াই শাসন নহয়। উপযুক্ত শিক্ষকে শাস্তি নিদিয়ে আৰু ছাত্ৰক ৰাঢ় ব্যৱহাৰ নকৰে। লৰাই শাসনৰ কঠোৰতা বুজিব নোৱাৰাকৈ লৰাক শাসনাধীন কৰি ৰাখিব পৰাই হৈছে উপযুক্ত শাসন। শাস্তি দিবলৈ হলেই শিক্ষকৰ শাসন ঢিলা হৈ যায়।

শাস্তি নিতান্ত দিবৰ দৰকাৰ হলে, সেই শাস্তি প্ৰতিশোধ হিচাপে দিয়া উচিত নহয়। শাস্তি দিয়াৰ উদ্দেশ্য হ'ব লাগে—অন্যায়কাৰীক আৰু অন্যায়কাৰীৰ

উদাহৰণেৰে আনক শিক্ষা দান। যি দোষৰ কাৰণে শাস্তি দিয়া হয়, সেই দোষ যাতে আকৌ নকৰে, তাৰ বাবে শাস্তি বিধান কৰিব লাগে। শাস্তি দিয়াৰ পাছত আকৌ সেই দোষ কৰিলে, শাস্তি দিয়াৰ পৰা একো লাভ নহয়। শাস্তি দিয়াৰ পাচতো পুনৰ সেই দোষ কৰিলে পাছৰ বাবত এনেয়ে এৰি দিয়া বা লঘু শাস্তি দিয়া উচিত নহয়। লঘু দোষত শাস্তিৰ চৰম সীমা কেতিয়াও পাৰলৈ দিব নালাগে। গুৰু দোষত কেতিয়াও ক্ষমা কৰিব নালাগে।

সদায় বেত দিলে বেত দিয়াৰ মূল্য নাথাকে। বেত নিদিলে লৰাৰ বেতলৈ ভয় থাকে। সদায় বেত দিলে লৰাৰ বেতলৈ ভয় মৰি যায়।

স্কুলৰ সকলো কাম নিয়ম আৰু উপযুক্ত প্ৰণালীৰ মাজেদি হ'ব লাগে। তেতিয়া হ'লে আপোনাআপুনি শাসন ভাল হৈ উঠে। শৃঙ্খলা শাসনৰ এবিধ পৰিণতি।

(১) এজনত বাজে দুজন লৰা একে সময়তে বাহিৰলৈ যাব দিব নালাগে। ইয়াৰ ব্যৱস্থা হৈছে শিক্ষকৰ টেবিলৰ ওপৰত এটি ঘিলা নাইবা সৰু এডোখৰ কাঠ থৈ দিয়া। শিক্ষকৰ দৃষ্টি থাকিব লাগে যে যি লৰা বাহিৰলৈ যায় সেই ঘিলাটো বা কাঠ ডোখৰ লৈহে বাহিৰলৈ গৈছে আৰু ঘূৰি আহি তাতে থৈছে। শিক্ষকৰ আৰু দৃষ্টি থাকিব লাগে বিনা কাৰণে কোনো লৰা বাহিৰলৈ যোৱা নাই।

(২) অঙ্ক কৰা, হাতৰ আখৰ লিখা, ম্যেপ আঁকা, নেওঁতা লিখা ইত্যাদি কাম শেষ হ'লে লৰা বিলাকে চিলঠলৈ শিক্ষকৰ ওচৰলৈ কাম দেখুৱাবলৈ আহে। অনেক সময়ত শিক্ষকে সেই চিলঠ টেবিলৰ ওপৰত গোটাই থয়। ফলত লৰাবিলাকৰ অহা-যোৱাত অনেক সময় নষ্ট হয় আৰু শৃঙ্খলা ভঙ্গ হয়। শিক্ষকে যি কাম চাই দিয়ে তাৰ পৰা লৰাবো বিশেষ উপকাৰ নহয়। গতিকে ভাল ব্যৱস্থা হৈছে লৰাই কাম শেষ হ'লে চিলঠ ওলোটাই থৈ হাত তুলি শিক্ষকৰ দৃষ্টি আকৰ্ষণ কৰিব। শিক্ষকে লৰাৰ ওচৰলৈ গৈ কাম চাই দিব।

(৩) লৰাবিলাকে চিলঠ, পেন্সিল, কাগজ, কলম, তিতা কটাকানি ইত্যাদি সঁজুলি লৈ স্কুললৈ আহিছে নে নাই কাম দিয়াৰ আগতে নাইবা পাঠ লবৰ বা দিবৰ আগতে চাই লব লাগে।

এনে ধৰণৰ কিছুমান ক্ষুদ্ৰ ক্ষুদ্ৰ কথা মন কৰিবলৈ শিক্ষকৰ চোকা দৃষ্টি লাগে।

## (পৰিদৰ্শন)

পৰিদৰ্শনৰ উদ্দেশ্য শিক্ষা আৰু স্কুল বিশেষৰ উন্নতি কৰা। সকলো শিক্ষক সমান বিদ্বান্ নহয়, শিক্ষা-প্ৰণালী সকলো শিক্ষকে সমানে নাজানে আৰু শিক্ষা

জগতৰ নতুন নতুন শিক্ষা পদ্ধতি সকলো শিক্ষকে জনা সম্ভৱ নহয়। সেই বাবে পৰিদৰ্শক সকলে নতুন নতুন আৰু সহজ শিক্ষাপদ্ধতি প্ৰচাৰ কৰি ফুৰে। পৰিদৰ্শনৰ মন্তব্যত দিয়া উপদেশ পালন নকৰিলে সকলো ব্যৰ্থ হয়। চৰকাৰে পৰিদৰ্শক নিযুক্ত কৰাৰ উদ্দেশ্য অল্প বিদ্বান্ আৰু অনুপযুক্ত শিক্ষকক শিক্ষা দান কৰা আৰু উপযুক্ত শিক্ষকক ক্ৰমাৎ উন্নতিৰ বাটেদি শিক্ষা দানত সহায় কৰা। দোষ ধৰি ফুৰাই পৰিদৰ্শনৰ উদ্দেশ্য নহয়।

প্ৰাইমেৰী স্কুল বোৰত নানা দোষ থাকে। এই দোষবোৰ কেনেকৈ আঁতৰোৱা যায় তাৰ উপযুক্ত পৰামৰ্শ দিয়া কৰ্ত্তব্য। পৰিদৰ্শনৰ সময়ত তলত লিখা কথা কেইটিলৈ বিশেষকৈ মন কৰিব লাগে।

(১) স্কুল কম্পাউণ্ডৰ বেৰ আছে নে নাই? কম্পাউণ্ড পৰিস্কাৰে আছে নে নাই? স্কুল কম্পাউণ্ডৰ বেৰ লৰা বিলাকে দিব আৰু শিক্ষকে পৰ্য্যবেক্ষণ কৰিব। কম্পাউণ্ড সদায় পৰিস্কাৰ পৰিচ্ছন্ন থাকিব লাগে। শিক্ষকে হয় স্কুল বহাৰ আগতে নাইবা স্কুল বহাৰ পাছত লৰা বিলাকক স্কুল কম্পাউণ্ডত কাম ভগাই দি কাম কৰাব লাগে।

(২) স্কুল ঘৰ ঃ—উপযুক্ত মেৰামতি কৰা হৈছে নে নাই লক্ষ্য কৰিব। যদি স্থায়ী ধৰণৰ ঘৰ হয়, তেন্তে স্কুল বোৰ্ডৰ পৰা সাহায্য দিব লাগে। তাৰ বাবে উপযুক্ত সুপাৰিছ কৰিব লাগে। যদি অস্থায়ী ধৰণৰ ঘৰ হয়, তেন্তে স্থায়ী ধৰণে বান্ধিলেহে স্কুল বোৰ্ডৰ পৰা সাহায্য পোৱা যাব বুলি ৰাইজক বুজাই দিব লাগে।

(৩) মেনেজিং কমিটি আছে নে নাই চাব। মেনেজিং কমিটিৰ কাৰ্য্য বিবৰণী বহী চাব। তাত যিমান দিন অন্তৰে অন্তৰে অধিবেশন বহিছে সেইটো চাব। শিক্ষকৰ উৎসাহ আৰু কৰ্ত্তব্য জ্ঞান কিমান খিনি এই কথাৰ পৰা জানিব পাৰিব। তাত যিবোৰ বিষয়ে আলোচনা হয় লক্ষ্য কৰিব। প্ৰয়োজন বোধ কৰিলে কাৰ্য্য বিবৰণী বহীতো মন্তব্য কৰিব পাৰে।

(৪) প্ৰাইমেৰী স্কুলতো অফিচ আছে। হাজিৰা বহী, ভৰ্ত্তি বহী ইত্যাদি স্কুলৰ যাবতীয় কাগজ পত্ৰ ঠিকঠাক আৰু অদ্যতন (up-to-date) কৰি থৈছে নে নাই চাব, মেপ বোৰ যথাস্থানত ৰখা হয় নে নহয়, ব্লেক-বোৰ্ডখন যথাস্থানত ৰখা হৈছে নে নাই আৰু লৰা-ছোৱালীবোৰে শিক্ষকৰ ফালে মুখ কৰি বহিছে নে নাই ইত্যাদি বোৰ কথা চাব। দোষ ত্ৰুটীৰ বাবে কাৰ্য্যতঃ দেখুৱাই দিব আৰু মন্তব্যত লিখিব। সাধাৰণতঃ বাজে খৰচৰ হিচাবৰ বহী আৰু মালৰ তালিকাৰ বহী শিক্ষক সকলে নাৰাখে। এইটো ৰখাব লাগে।

তাৰ পাছত শিক্ষকে স্কিম কৰিছে নে নাই। ৰুটিন কৰিছে নে নাই চাব। তাৰ পাছত সেই ৰুটিন অনুসাৰে বিষয়ৰ পাঠ মতে কাম কৰাইছে নে নাই চাব। যদি নাই কৰা উপযুক্ত ব্যৱস্থা হাতত লব।

(৫) প্ৰত্যেক বছৰৰ বাবে বিশেষ মনোযোগ দিবৰ সংগঠনমূলক এটা বিষয় থাকে। এই দুটা বিষয়ত বিশদ উপদেশ মহকুমাৰ ডেপুটি ইন্সপেক্টৰ মহোদয়ে তেওঁৰ তলতীয়া পৰিদৰ্শক সকলক দিয়ে। সেই উপদেশ অনুসাৰে শিক্ষক সকলে কাম কৰিছে নে নাই পৰিদৰ্শক সকলে প্ৰথমতে পৰ্য্যবেক্ষণ কৰিব তাৰ পাছত দোষ ক্ৰটিৰ বাবে যথোপযুক্ত পৰামৰ্শ দিব।

(৬) বিশেষ মনোযোগৰ বিষয় দুটা চালেই নহয় আন বিষয় বোৰৰ প্ৰতি অৱহেলা কৰা হৈছে নে নাই তাকো চাব আৰু সেই বিষয়ে উপদেশমূলক মন্তব্য লিখিব।

(৭) যি কোনো এটি বিষয়ৰ পাঠ—যি কোনো পৰিদৰ্শকে আদৰ্শৰূপে দেখুৱাৰ (Demonstration lesson)

(৮) যি জন শিক্ষক আগ্ৰহান্বিত তেওঁৰ প্ৰতি বিশদ উপদেশ দিলে ফল আছে, যি শিক্ষক আগ্ৰহান্বিত নহয় পৰিদৰ্শনত দিয়া উপদেশবোৰ নামানে তেনে শিক্ষকৰ প্ৰতি শাস্তিমূলক ব্যৱস্থা হাতত লব লাগে।

(৯) ৰাইজৰ লগত সম্পৰ্ক ৰাখিবৰ কাৰণে যথা সম্ভৱ ৰাইজৰ মানুহক স্কুলৰ প্ৰতি দৃষ্টি দিবলৈ উপদেশ দিব। চেক্ৰেটাৰী আৰু মেম্বৰ সকলক খবৰ দি মতাই আনি স্কুলৰ দোষ গুণৰ কথা বুজাই দিব আৰু পৰিদৰ্শন মন্তব্যত লিখিব।

(১০) যি শিক্ষকে ভাল কাম কৰে তেওঁৰ কামৰ প্ৰশংসা কৰিব আৰু উপযুক্ত হলে আৰু সম্ভৱ হলে আৰ্থিক সাহায্যৰো ব্যৱস্থা কৰিব লাগে। যি সকল ছাত্ৰই স্বাৱলম্বী হবলৈ যত্ন কৰে, স্কুলঘৰ মেৰামতি আৰু বাগিচা আদিৰ কাম কৰে সেই ছাত্ৰ সকলকো নানা প্ৰকাৰে উৎসাহ দিবলৈ যত্ন কৰিব লাগে। আৰ্থিক সাহায্যও সম্ভৱ হলে দিব পাৰে। বটা বিতৰণী সভাত বটাৰ ব্যৱস্থাও কৰিব পাৰে। একো ব্যৱস্থা কৰিব নোৱাৰিলে অন্ততঃ প্ৰশংসা বাক্যৰে উৎসাহিত কৰিব লাগে।

(১১) পাছৰ পৰিদৰ্শনত পূৰ্ব্বৰ পৰিদৰ্শন মন্তব্য মতে স্কুলত কিমান দূৰ কাম হৈছে তাক চাব লাগে।

এইবোৰ কথাৰ প্ৰতি দৃষ্টি ৰাখি মন্তব্য লিখিলেহে পৰিদৰ্শন মন্তব্য আদৰ্শ স্থানীয় হৈ উঠিব।

—o—

# আদৰ্শ প্ৰাইমেৰী স্কুল
## (Model L. P. School)

মডেল স্কুল কি—বহুত শিক্ষকে আৰু মেনেজিং কমিটীৰ সভ্য সকলে নাজানে বুলি মৌখিক আপত্তি কৰা শুনা গৈছে।

যি স্কুলে বিভাগীয় নিয়ম আৰু শৃঙ্খলা মানি স্কুলৰ শিক্ষণীয় বিষয় বোৰ পাৰিপাটিকৈ (কেৰিকুলাম, শিক্ষকৰ স্কিম আৰু ৰুটিন অনুসাৰে) কাম কৰে সেই স্কুল ক্ৰমে ক্ৰমে আদৰ্শস্থানীয় হৈ উঠে। যি স্কুল আদৰ্শস্থানীয় হয় সেই স্কুলেই মডেল স্কুল।

অনেক স্কুলত সাজ সৰঞ্জামৰ অভাৱ অভিযোগ আছে। আটাইবোৰ স্কুলতে স্কুল বোৰ্ডে সাজ সৰঞ্জাম একে সময়ত সম্পূৰ্ণকৈ দিব নোৱাৰে। স্কুলঘৰ সাজিবৰ বাবে বা আবশ্যকীয় মেৰামতিৰ বাবে সম্পূৰ্ণ টকা দিব নোৱাৰে। সেই বাবে ৰাইজৰ সহায়, সহানুভূতি আৰু আগ্ৰহ চাই গোটেই মহকুমাৰ স্কুল বোৰ্ডৰ কেইখন মান স্কুল বাছি লয় আৰু এই স্কুল বোৰত স্কুল বোৰ্ডৰ পৰাও কিছু বেছি পৰিমাণে আৰ্থিক সাহায্য দিয়ে আৰু ৰাইজৰ পৰাও যথানুৰূপ সাহায্য পোৱা যায়। যি ঠাইত ৰাইজৰ সহানুভূতি পোৱা নাযায় তাত মডেল স্কুল কৰা টান হয়।

অনেক ঠাইত বালক আৰু বালিকা স্কুল একে কম্পাউণ্ডতে আছে। সেই স্কুলবোৰ লগ লগাই দিবৰ দিহা কৰা উচিত। ধুবুৰী মহকুমাত এনেকুৱা বহুত স্কুল লগ লগোৱা হৈছে। তেতিয়া ২ জন, ৩জন, ৪জন বা ৫ জন, শিক্ষকৰ মাজত এখন ডাঙৰ স্কুল তৈয়াৰ হয়, তেতিয়া শিক্ষকৰ শিক্ষা দিয়াত ১০টা শ্ৰেণীতকৈ ৫টা শ্ৰেণীত সুবিধা হয়, আৰু ৰাইজৰ দুটা ঘৰ মেৰামতি কৰাতকৈ এটা ঘৰ মেৰামতি কৰিলেই হয়। প্ৰাইমেৰী খাপত সহ-শিক্ষা ৰাইজ আৰু চৰকাৰ উভয় ফালৰ পৰা সমৰ্থন পোৱা গৈছে। সেই বাবে মডেল স্কুল পতাৰ আগতে বালক আৰু বালিকা লগ লগাই দিব লাগে।

মডেল স্কুলবোৰত বিশেষকৈ শৃঙ্খলা, নিয়মানুবৰ্ত্তিতা আৰু পৰিষ্কাৰ পৰিচ্ছন্নতা বিচৰা হয়। তদুপৰি হাতৰ কামৰ ভিতৰত সূতা কটা, চাবোন তৈয়াৰ কৰা (১ম মানৰ পৰা ৩য় মানলৈ) এনে এটি বিষয়ত আৰু বাগিচাৰ কামৰ ভিতৰত ফুলনি তৈয়াৰ কৰাত বিশেষ মনোযোগ দিব লাগে।

মডেল স্কুলৰ আৰ্হিত আন আন যিবোৰ স্কুল কামত আগ বাঢ়ে সেই স্কুল আৰু সেই স্কুলৰ শিক্ষক সকলকো যথা সম্ভৱ আৰ্থিক সাহায্য আৰু উৎসাহ দিব লাগে। তেতিয়া হলে প্ৰাইমেৰী শিক্ষা ক্ৰমে ক্ৰমে উন্নত হয়।

ছাত্ৰ-ছাত্ৰী বহুতে প্ৰাইমেৰী স্কুলৰ শিক্ষক বা শিক্ষয়িত্ৰী হৈছে মাইনৰ আৰু ছাত্ৰবৃত্তি স্কুলত পঢ়ি মজলীয়া পৰীক্ষাত ফেল হোৱা বাবে অনেক ছাত্ৰ-ছাত্ৰীয়ে শিক্ষক বা শিক্ষয়িত্ৰী হ'ব নোৱাৰি, হাইস্কুললৈ গৈ সপ্তম শ্ৰেণীত নাম লিখি শিক্ষকতাৰ বাবে উপযুক্ত অৰ্জ্জন কৰা দেখা গৈছে। ই শিক্ষাৰ সুস্থ অৱস্থা নহয়।

শিক্ষাৰ মান বঢ়াবলৈ হলে প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ গুণো বঢ়া উচিত।

সেইবাবে ছাত্ৰবৃত্তি স্কুলৰ শিক্ষাৰ মান বাঢ়িব লাগে আৰু ইংৰাজী সপ্তম মানৰ পৰা হে হ'ব লাগে। মাইনৰ আৰু ছাত্ৰবৃত্তি দুই ৰকম স্কুল থাকিব নালাগে। প্ৰাইমেৰী স্কুলৰ নিচিনা বা হাইস্কুলৰ নিচিনা একে প্ৰকাৰৰ স্কুল হ'ব লাগে।

শিক্ষা বিভাগৰ Rules & Orders নামৰ কিতাপ খন সোনকালে ছপা হৈ ওলাব লাগে। নহলে কৰ্ম্মচাৰী সকলৰ কাম কৰাত অনেক বিষয়ে অসুবিধা হৈছে।



## দ্বিতীয় অধ্যায়

# স্কীম বুক

কোনো কোনো শিক্ষকে ধাৰাবাহিকভাবে বিষয়বোৰ নপঢ়ায়; আকৌ কোনো কোনো শিক্ষকে লৰাই বুজিব পৰা শক্তিৰ ওপৰত নির্ভৰ কৰি শিক্ষা নিদিয়ে। অনেক শিক্ষকে কেৰিকুলামখনে নাচায় আৰু কেৰিকুলামত থকা বিষয়বোৰ যি শ্রেণীত যিমান দূৰ শিকাব লাগে নিশিকায়। বছৰৰ আগ ভাগত এটা পাঠত এমাহো কটায় আৰু শেহভাগত কোনাটো পাঠ এদিনতে শেষ কৰে। এই দোষবোৰ আঁতৰাবৰ কাৰণে স্কীম বুক। যি শ্রেণীত যিমানখিনি শিকাব লাগে আৰু কেৰিকুলাম অনুসাৰে যিমান দূৰ পঢ়াব লাগে তাকেহে স্কীম বুকুত বান্ধি লব লাগে। শেষ কৰিব নোৱাৰাকৈ স্কীম কৰাৰ কোনো সার্থকতা নাই। স্কীম বুক কৰি লোৱা মানে, নিয়মিত আৰু নির্দ্দিষ্ট কার্য্য প্রণালী তৈয়াৰ কৰা।

কোনো এটা শ্রেণী, শ্রেণী হিচাবে কোনো বিষয়ত পাছ পৰা হব পাৰে, আকৌ এটা বিষয়ৰ কোনো বিশেষ অধ্যায় বা ভাগত পাছ পৰা হব পাৰে, তাৰবাবে শিক্ষকৰ দৃষ্টি আৰু যত্নৰ দৰকাৰ। যেনে ১ম মানত মিশ্র যোগ বিয়োগৰ সক সক অঙ্ক বছৰৰ শেষ ভাগত হব লাগে। অনেক স্কুলত ১ম মানত মিশ্র যোগ বিয়োগৰ অঙ্ক নকৰায়। তেতিয়া হলে ২য় মানৰ গণিত শিক্ষা দিওঁতে এই বিষয়ে বিশেষ দৃষ্টিৰ দৰকাৰ। ২য় মানৰ গণিতৰ কাম কৰোঁতে লৰাৰ জ্ঞানৰ ওপৰত নির্ভৰ কৰি স্কীম কৰিব লাগে।

স্কীমবোৰ শ্রেণী হিচাবেও ধাৰাবাহিক হব লাগে। অনেক শিক্ষকে ১ম মানৰ শেহ ভাগত মিশ্র যোগ বিয়োগৰ অঙ্ক কৰায় কিন্তু দ্বিতীয় মানত মিশ্র যোগ বিয়োগৰ পুনৰালোচনা আৰু পুৰণ হৰণৰ শিক্ষা বছৰৰ শেষ ভাগলৈকে লৈ যায়। তেতিয়া হলে স্কীমৰ ধাৰাবাহিক ক্রম ভঙ্গ হয়।

## ২। শিক্ষা প্রণালী

প্রত্যক শিক্ষকৰে বেলেগ বেলেগ শিক্ষা প্রণালী। কোনো শিক্ষকে ধৰাবন্ধা প্রণালীতে পঢ়াবলৈ সুবিধা নাপায়। সেইবাবে প্রত্যেক শিক্ষকৰে কম বেছি পৰিমাণে শিক্ষাদান কার্য্যত স্বাধীনতা থকা উচিত; কিন্তু সেই স্বাধীনতাও কিছুমান নিয়মৰ অধীন হব লাগে। মনোবিজ্ঞান, শিক্ষকৰ অভিজ্ঞতা, শৰীৰ [illegible] বয়স, মন শ্রেণী ইত্যাদিৰ ওপৰত সেই নিয়মবোৰ প্রতিষ্ঠিত হোৱা

উচিত। সুদকষা অঙ্ক প্ৰাইমেৰী স্কুলৰ ওয় মানতো আৰু হাইস্কুলৰ দশম মান শ্ৰেণীটো আছে; কিন্তু একেভাবে দুয়ো শ্ৰেণীতে পঢ়ালে নহয়। সেই দৰে ঐকিক নিয়ম শিকোৱাৰ আগতে সুদকষাৰ অঙ্ক শিকালে লৰাই নিশিকিব বুলি কব নোৱাৰি; কিন্তু ঐকিক নিয়ম আগে শিকাই লৈ সুদকষাৰ অঙ্ক বুলি কব নোৱাৰি; কিন্তু ঐকিক নিয়ম আগে শিকাই লৰাই নিশিকিব বুলি কব নোৱাৰি; কিন্তু ঐকিক নিয়ম আগে শিকাই লৈ সুদকষাৰ অঙ্ক শিকোৱাহে মনোবিজ্ঞান সম্মত আৰু প্ৰণালীবদ্ধ হব। সেই দৰে প্ৰত্যেক বিষয় শিকাওঁতে আনকি প্ৰত্যেকটো পাঠ শিকাওঁতে নিয়ম বা প্ৰণালী থকা উচিত।

প্ৰশ্ন কৰিব জনা শিক্ষা প্ৰণালীৰ এটি প্ৰধান অঙ্গ। প্ৰশ্ন দুই প্ৰকাৰৰ। (১) "শিক্ষা দিবলৈ কৰা প্ৰশ্ন" আৰু লৰাৰ (২) "জ্ঞান পৰীক্ষা কৰা প্ৰশ্ন।" শিক্ষা দিবলৈ কৰা প্ৰশ্নই নজনা কথাৰ উত্তৰৰ বাবে লৰাৰ মন পৰিচালিত কৰে আৰু "জ্ঞান পৰীক্ষা কৰা" প্ৰশ্নই জনা কথাৰ উত্তৰ দিবলৈ অতীতত শিকা কথা বোৰলৈ লৰাৰ মন পৰিচালিত কৰে।

কোনো এটা বিষয়ে লৰাই কিমান দূৰ জানে, সেইটো পৰীক্ষা কৰি নোচোৱাকৈ নতুন শিক্ষা দিব নোৱাৰি। সেইবাবে প্ৰথমতে লৰাৰ জ্ঞান পৰীক্ষা কৰা প্ৰশ্নৰ দৰকাৰ। তাৰ পাছত লৰাক শিক্ষা দিবলৈ কৰা প্ৰশ্ন কৰিবৰ দৰকাৰ হব। সাধাৰণতঃ শিক্ষক সকলে নতুন কথা শিখাবৰ সময়ত বক্তৃতা দিয়ে; কিন্তু স্কুলত বিশেষকৈ প্ৰাইমেৰী স্কুলত বক্তৃতাৰে শিক্ষা দিব নোৱাৰি। সেইবাবে লৰাৰ আগ্ৰহ আৰু কৌতূহল জন্মাই প্ৰশ্নৰ দ্বাৰা শিক্ষা দিব লাগে। শিক্ষা দিবলৈ কৰা প্ৰশ্নবোৰৰ উত্তৰ লৰাই দিব নোৱাৰে (দুই এটা প্ৰশ্নৰ উত্তৰ দিব পাৰিবও পাৰে)। এইবোৰ প্ৰশ্নৰ উত্তৰ শিক্ষকে নিজে দিব; কিন্তু উত্তৰটো দিয়াৰ আগতে শিক্ষকে বুজিব পৰিব লাগিব যে লৰাবিলাকে প্ৰশ্নটো শুনিছে নে নাই, আৰু উত্তৰটো শুনিবলৈ ল'ৰাৰ আগ্ৰহ হৈছে নে নাই। লৰাৰ জ্ঞান পৰীক্ষা কৰা প্ৰশ্নবোৰৰ উত্তৰ লৰাই পাৰিব লাগে। নোৱাৰিলে লৰাৰ জ্ঞান হোৱা নাই বুজিব লাগে। তেতিয়া হলে শিক্ষা দিবলৈ কৰা প্ৰশ্নৰ কোনো মূল্য নাথাকে।

এই দুই প্ৰকাৰৰ প্ৰশ্নৰ ওপৰত শিক্ষা প্ৰণালী নিৰ্ভৰ কৰে। এই প্ৰশ্নবোৰৰ শিক্ষকে ভাবি উলিয়াব লাগে আৰু শিক্ষকৰ শিক্ষাদানৰ পাছত লৰাই আগ্ৰহ কৰি যাতে প্ৰশ্ন কৰিব পাৰে তাৰ বাবে শিক্ষকে লক্ষ্য ৰাখিব লাগে। তেতিয়া হলে বুজা যায় যে লৰাৰ পাঠটোলৈ মনোযোগ আকৃষ্ট হৈছে আৰু শিকিবলৈ লৰাৰ আগ্ৰহ জন্মিছে।

শিক্ষকৰ প্ৰশ্নৰ ভাষা স্পষ্ট, নিৰ্দিষ্ট আৰু একাৰ্থবোধক লাগে; কিন্তু প্ৰশ্নৰ ধৰণৰ পৰা উত্তৰ অনুভৱ কৰিব পৰা হব নালাগে। দ্ব্যৰ্থক আৰু অস্পষ্ট প্ৰশ্ন হলে শিক্ষাদানত দোষ ঘটে।

৩। হস্তাক্ষৰ শিকোৱা প্ৰণালী ঃ—হাতৰ মাংসপেশীবোৰৰ সঞ্চালনৰ দ্বাৰা হাতৰ আখৰ লিখা যায়। এই মাংসপেশীবোৰ ভালদৰে পৰিচালনা অভ্যাস কৰিলে কম সময়ৰ ভিতৰত আৰু কম পৰিশ্ৰমৰে স্পষ্টকৈ সুন্দৰকৈ আৰু খৰকৈ লিখিব পৰা যায়। তলত দিয়া কথাখিনিলৈ মন কৰিলে মাংসপেশীবোৰৰ পৰিচালনা ভাল হয় আৰু আখৰ স্পষ্ট, দ্ৰুত আৰু সন্দুৰ হয়। স্পষ্ট আখৰ হয়—

(১) আখৰৰ গঢ় শুদ্ধ আৰু সমান জোখৰ হ'লে

(২) লিখাৰ ধৰণ কেতিয়াবা পোন আৰু কেতিয়াবা বেঁকা নহ'লে

(৩) সমান ভাঁজৰ হ'লে অৰ্থাৎ কোনোটো আখৰ পোন আৰু কোনোটো আখৰ বেঁকা নহ'লে।

(৪) আখৰত অনাবশ্যক অলঙ্কাৰ নিপিন্ধালে

(৫) শব্দবোৰ সমান আঁতৰত হ'লে আৰু

(৬) শাৰীবোৰ সমান সমান আঁতৰত হ'লে লিখাত খৰ হয়—

(১) কাগজ আৰু কলম ভাল হ'লে

(২) কাগজ আৰু কলম ধৰাৰ প্ৰণালী লৈ

(৩) হাতৰ মাংসপেশীবোৰৰ সঞ্চালন লৈ

(৪) আখৰ পোন হ'লে আৰু

(৫) আখৰৰ জোখ লৈ।

আখৰ সুন্দৰ হয়—

(১) আখৰৰ গঢ় লৈ

(২) একে সমান লিখা লৈ।

**উপদেশ (Practical advice) ঃ—**

(১) কলমবোৰ ভাল হ'ব লাগে। বাঁহৰ বা খাগৰিৰ কলমত খৰচো নাই আৰু আখৰো ভাল হয়। কলমৰ মুখ ফালি দিব লাগে, কাৰণ মুখ ফালি নিদিলে চিয়াহী সমানে নপৰে। পাখিৰ কলমো ভাল।

(২) আখৰৰ গঢ় পোন হ'ব লাগে। সেই বাবে বৰ্গাকাৰ ক্ষেত্ৰৰ মাজত লিখাব লাগে। চিলঠবোৰত বৰ্গাকাৰে স্থায়ী কল কৰি দিব লাগে। কাগজত লিখিবৰ কাৰণে বৰ্গাকাৰে কল কৰা কাগজ তলত দি লিখিব লাগে।

(৩) মাত্ৰাবোৰ আখৰৰ অঙ্গ। সেই বাবে চিলঠত পেন্সিলেৰে লাইন টানি আঙুলিৰে মচি মচি আখৰ লিখিলে মাত্ৰা নিশিকে। আৰম্ভণিৰ পৰা কোনটো আখৰৰ পূৰ্ণ মাত্ৰা কোনটো আখৰৰ অৰ্দ্ধমাত্ৰা আৰু কোনটো আখৰৰ মাত্ৰা নাই ভালদৰে বুজাই দিব লাগে। প্ৰত্যেক আখৰটো লিখাওঁতে ক মানৰ পৰাই মাত্ৰা ক্লিচাৰে লিখাব লাগে।

(৪) আখৰৰ মাজত ঠাই আৰু শব্দৰ মাজত ঠাই নিয়মিত হব লাগে। এক পৃষ্ঠাত দুই পাল বা তিনিপাল লিখিলেও এটা বাক্যকে লিখিব লাগে। পিছৰ শাৰীৰ আখৰ আগৰ শাৰীৰ আখৰৰ ঠিক তলে তলে বহিব।

(৫) শুধৰাই দিওঁতে কোনো আখৰৰ গঢ় বেয়া পালে সেই আখৰটো লিখোঁতে কোনখিনিৰ পৰা আৰম্ভ কৰি কোনখিনিত শেষ কৰিব লাগে আৰু, ভাঁজবোৰ কোন ঠাইত পৰিব লাগে প্ৰথমে ভালদৰে দেখুৱাই দিব। সেইবাবে ক মানত এবাৰত এটা এটাকৈহে আখৰ লিখাব লাগে। ভাল নোহোৱালৈকে আৰু আখৰ লিখিব দিব নালাগে।

(৬) মাৰ্জ্জিন এৰি পৃষ্ঠাটোৰ মূৰলৈকে আখৰে জোৰাকৈ বাক্যবোৰ বাছি লব লাগে। পাতল কাগজ হলে এক পিঠিত আৰু ডাঠ কাগজ হলে দুয়ো পিঠিত লাগে। কাগজৰ অপব্যয় হবলৈ দিব নালাগে। বাছি লোৱা বাক্যৰ কেবাখনিও কপি শ্লিপ তৈয়াৰ কৰি লব লাগে। অন্ততঃ প্ৰত্যেক দুটা লৰাৰ মাজত একোখনকৈ কপি শ্লিপ্ থকা দৰকাৰ।

ভাল আখৰৰ প্ৰথম লক্ষণ স্পষ্টতা। অস্পষ্ট আখৰ লিখিলে লিখাৰ উদ্দেশ্য ব্যৰ্থ হয়। বৰ খৰকৈ লিখিলে আখৰ বেয়া হয় আকৌ আখৰ ভালকৈ লিখিবলৈ গলে খৰকৈ লিখিব নোৱাৰি। সেইবাবে যাতে আখৰ ভাল হয়, আৰু সেই অনুপাতে যিমান খৰকৈ লিখিব পাৰি, তাৰ বাবে যত্ন কৰিব লাগে। কলম ধৰিব জনাৰ ওপৰত এই কথাটো বিশেষকৈ নিৰ্ভৰ কৰে। প্ৰায় মানুহেই বৃদ্ধাঙ্গুষ্ঠ আৰু তৰ্জ্জনীৰ মাজত কলম ধৰি মাজৰ আঙুলিৰ ওপৰত কলমৰ ভৰ পৰাকৈ কলম ধৰে। তাৰ ফলত বৃদ্ধাঙ্গুষ্ঠ আৰু তৰ্জ্জনীয়ে আগলৈ কলম ঠেলি দিয়ে আৰু মধ্যাঙ্গুলিয়ে বিপৰীত ফালে (পাছলৈ) ঠেলি দিয়ে। তেতিয়া আখৰৰ গঢ় বেয়া হয় আৰু লিখা দ্ৰুত নহয়। তাকে নকৰি বৃদ্ধাঙ্গুষ্ঠ আৰু মধ্যাঙ্গুলিৰে কলম ধৰি, তৰ্জ্জনী কলমৰ ওপৰত মুক্তভাৱে (Freely or loosely) ৰাখি লিখিবলৈ অভ্যাস কৰিলে আখৰ ধুনীয়া আৰু দ্ৰুত হয়।

ওপৰৰ শ্ৰেণীবোৰত বেছি খৰকৈ লিখিবলৈ অভ্যাস কৰাব লাগে। আঙুলি সঞ্চালনকৈ হাতৰ (Wrist) সঞ্চালনত লিখাৰ গতি বাঢ়ে। সেইবাবে ক আৰু খ মানত চিলঠত লিখাত বাজেও বৰ্ডত লিখাব লাগে। প্ৰত্যকটো লৰাই নিতৌ ২ মিনিট বা ১ মিনিট লিখিলেই যথেষ্ট হয়। এই বাবেই চিলঠত লিখাৰ আগতে বালিত হাত অহালে আঙুলিৰ সঞ্চালনতকৈ হাতৰ সঞ্চালনৰ অভ্যাস বেছি ভাল হয়।

আখৰ সুন্দৰ নহলে চিৰকাললৈ অশান্তি থাকি যায়। আগৰ দিনত আখৰ সুন্দৰ কৰাত শিক্ষক আৰু গুৰুসকলৰ যত্ন বেছি আছিল।

হস্তাক্ষৰৰ ক্ৰমোন্নতি ঃ—তয় মানত কপি শ্লিপৰ সহায়ত সদায় লিখাই

থকাৰ পাছত দেখা যায় যে কিছুমান লৰাৰ হাতৰ আখৰ অতি সুন্দৰ হয়। তাৰ পিছত এটা এটা বাক্যকৈ লিখাই থকাৰ পৰা লৰাৰ উৎসাহ আৰু আগ্ৰহ কমি আহে। ক্ৰমে আখৰৰ উন্নতি হৈ থাকিলে লৰাৰ মনত উৎসাহ থাকে। সেইবাবে যাৰ আদৰ্শলিপি বৰ ভাল হৈ উঠে, সেই লৰাক ভাল ছন্দ বা শুৱলা গদ্য এফাকিকৈ লিখিবলৈ দিব লাগে। পদ্যৰ ছন্দ হিচাবে লিখিবলৈ শিকালে লৰাৰ মনত নতুন আগ্ৰহ জন্মে আৰু তেতিয়া হাতৰ আখৰ ক্ৰমাৎ আৰু ভাল হৈ উঠে। এইদৰে ছপাৰ আখৰৰ নিচিনাকৈ লিখিবলৈ উৎসাহ দিব লাগে। ছবি আঁকা, হাতৰ আখৰ লিখা ইত্যাদি কাম সুন্দৰকৈ পাৰিলে লৰাৰ মন আৰ্ট বা শিল্প-সৌন্দৰ্য্য বা কলাবিদ্যাৰ ফালে গতি কৰিব।

কিছুমান লৰাৰ আদৰ্শ হস্তাক্ষৰৰ বহীত আখৰ ভাল হয়; কিন্তু অন্যান্য বহীত বেয়া হয়। তাৰ কাৰণ কলছিট্ ব্যৱহাৰ নকৰাকৈ লিখে আৰু হস্তাক্ষৰৰ বহীৰ বাহিৰে আন বহীত ভালকৈ লিখিবলৈ মন নকৰে। এই দোষ নহয় তাৰ বাবে শিক্ষকৰ দৃষ্টি থাকিব লাগে।

খৰকৈ লিখা ঃ—অকল আখৰ সুন্দৰকৈ লিখিব পাৰিলেই নহয়—খৰকৈ লিখিব পাৰিবও লাগে। তাৰ কাৰণে তলত দিয়া নিয়ম অনুসৰণ কৰিব লাগে।

(১) বৰ্ডত শিক্ষকে এটা বাক্য লিখি দিব। (আখৰৰ আদৰ্শ ভাল হব লাগিব)।

(২) তাৰ পাছত শিক্ষকে ছাত্ৰসকলক কব—তোমালোকৰ কলম লোৱা—সাজু হোৱা—লিখা, (৩ মিনিট সময় দিব লাগে সেই সময়ৰ ভিতৰতে সিঁহতে যিমান বাৰ পাৰে, সেই বাক্যটো আদৰ্শ আখৰৰ নিচিনাকৈ লিখিব)।

(৩) "ৰবা—শব্দবোৰ গণা"। (এই সময়ত শিক্ষক লৰাবোৰৰ ওচৰে ওচৰে গৈ যাৰ আখৰ আদৰ্শ আখৰৰ নিচিনা হোৱা নাই সেই আখৰৰ শব্দবোৰ কাটিব আৰু ছাত্ৰে নিজৰ নিজৰ বহীত বা গ্ৰাফত* সেই শব্দবোৰ বহুৱাব)।

মন্তব্য ঃ—এই ধৰণে লিখাৰৰ সময়ত লৰাক কাগজ দিব পাৰিলে ভাল। নিজৰ কাগজ ব্যৱহাৰ কৰিলে লৰাই কৃপণতা কৰে। ৩য় মানতহে এই নিয়ম ভালকৈ খাটিব। যিবোৰ স্কুলত কণ্টিনজেন্সিৰ খৰচৰে কাগজ দিব পৰা নাযায়—তাত লৰাৰ কাগজতে লিখাব।

হাতৰ আখৰ লিখোৱাত (এই অৱস্থাত) আধা ঘণ্টাতকৈ বেছি সময় খৰছ কৰিব নালাগে।

সাহিত্য ঃ—সাহিত্য শিক্ষা দিয়াৰ লগত বানান শিক্ষা দিয়াৰ ওচৰ সম্বন্ধ। ক মানৰ পৰা এই বিষয়ে যত্ন কৰিব লাগে। সেইবাবে প্ৰত্যেক শ্ৰেণীৰ বাবে সুকীয়া উপদেশ দিয়া হ'ল।

* গ্ৰাফ্—এই বিষয়ে "বহু শ্ৰেণী শিক্ষা প্ৰণালী"ত বিশদ আলোচনা আছে

ক মানৰ শিক্ষা ঃ— ৫ বছৰৰ কমে কোনো লৰা স্কুলত ভৰ্ত্তি কৰি লব নালাগে। ৬ বছৰ হে উপযুক্ত সময়। গাৱঁৰ বহুত মানুহে ৰামায়ণ আৰু কিতাপ পঢ়িব পাৰে কিন্তু লিখিব নোৱাৰে। তাৰ কাৰণ পঢ়া কাম অৰ্থাৎ আখৰ চিনা কাম লিখা কামতকৈ সহজ। সেই বাবে আখৰ চিনাৰ আগেয়ে লিখিবলৈ দিয়া অবিধি। সাধাৰণতঃ নতুনকৈ লৰা স্কুললৈ আহিলেই আমাৰ শিক্ষক সকলে দুটা কাম কৰে। আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাব দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰোৱাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়া কামলৈ লৰাৰ এটা ভয় সোমাই যায়। টান কাম কৰিবলৈ কোনো মানুহেই স্বভাৱতে ভাল নাপায়। জ্ঞানথকা বুজন মানুহেও যেতিয়া টান কামৰ হাত সাৰিব খোজে, দায়িত্বহীন অবুজন শিশুৱে টান কাম কৰিবলৈ কিয় ভাল পাব? লিখা কাম টান পোৱাৰ বাবে তালৈ লৰাৰ ইচ্ছা আৰু আগ্ৰহ নাথাকে। ইচ্ছাৰে বা আগ্ৰহৰে নকৰা কাম সোনকালে আগ নাবাঢ়ে। তেতিয়া শিক্ষকে বেতৰ আশ্ৰয় লয়। ফলত লৰাৰ মনত স্কুললৈ ভয় সোমাই যায়। প্ৰাইমেৰী স্কুলবোৰত ক মানৰ অনুপস্থিতিৰ ইয়ো এটা কাৰণ। গতিকে লৰাৰ ইচ্ছা আৰু জন্মাবলৈ পোন প্ৰথমে চেষ্টা কৰিব লাগে।

মাৰ্চ্চ মাহত বছৰ আৰম্ভ হয়। যদি মাৰ্চ্চ মাহৰ ১ম সপ্তাহটোতে ক মানৰ লৰাৰ লগত শিক্ষকে খেল-ধেমালিৰ লগে লগে সংখ্যা গণনা নাইবা আখৰ পৰিচয় কৰাবলৈ যত্ন কৰে লৰাৰ মনত স্ফূৰ্ত্তি জন্মিব আৰু স্কুললৈ আগ্ৰহ কৰিব। খেলাতকৈ প্ৰিয় কথা লৰাৰ মনত আন একো নাই। সেই বাবেই লিখা-পঢ়া শিক্ষা দিয়াৰ লগত খেলাৰ সম্বন্ধ থাকিবই লাগিব। লিখা-পঢ়াৰ লগত খেল-ধেমালিৰ সম্বন্ধ পাতিবলৈ শিক্ষকে নিজৰ খুচি মতে উপায় উদ্ভাৱন কৰিব পাৰে।

আখৰ পৰিচয় ঃ—প্ৰত্যেকটো আখৰৰ ৪ খন বা ৫ খনকৈ তাচ তৈয়াৰ কৰি লৈ চাৰিজোৰ বা পাঁচজোৰ তাচ কৰি লব লাগে। আখৰ পৰিচয় কৰোৱাৰ প্ৰথম ঢাপ হৈছে উচ্চাৰণ। এখন বৰ্ডৰ ওচৰত বৃত্তাকাৰে লৰাবোৰক (পাৰিলে বাহিৰত গছৰ তলত) থিয় কৰি লগ লাগে। তাৰ পাছত এটা আখৰ—যেনে 'ৰ' লৰাবিলাকৰ আগতে লিখিব লাগে। লিখাৰ পাছত শিক্ষকে নিজে আখৰটো উচ্চৰণ কৰিব। তাৰ পাছত শিক্ষকৰ নিৰ্দ্দেশনুসাৰে আটাইবিলাক লৰাই সমস্বৰে 'ৰ' উচ্চাৰণ কৰিব। ১০।১২ বাৰ উচ্চৰণ কৰাৰ পাছত তাচ কেইজোৰাৰ পৰা 'ৰ' আখৰৰ লগত কিছুমান তাচ মিহলি কৰি তাৰ মাজৰ পৰা সেই আখৰটো বিচাৰি উলিয়াব দিব লাগে। ৪।৫ টা 'ৰ' আখৰ নাথাকিলে কিছু অসুবিধা হব। লৰাই সমস্বৰে উচ্চাৰণ কৰাত স্ফূৰ্ত্তি পাব আৰু তাচৰপৰা আখৰ বাছি

উলিওৱাত আনন্দ পাব। এইদৰে প্ৰত্যেকটো আখৰ এটা এটা কৈ চিনাই লব লাগে। এদিনত যদি এটা আখৰো চিনে শিক্ষক হতাশ হবৰ কোনো কাৰণ নাই। এনে কৰিলে সদায় উপস্থিত থকা প্ৰায়বোৰ লৰাই সমানে আগ বাঢ়িব। লিখা কাম পাছ পৰাত আপত্তি নাই। চিনা আখৰ লিখিবলৈ প্ৰথমতে বালিত হাত অভ্যাস লাগে নহলে কাঠত কটা আখৰৰ ওপৰত হাত ফুৰাব দিব লাগে নহলে সময় আৰু সুবিধা পালে বৰ্ডত বা চিলঠত শিক্ষকে লিখি দিয়া আখৰৰ ওপৰত হাত ফুৰাব দিব লাগে। চিনা আখৰটোহে লিখিব দিব লাগে। এই প্ৰণালীত দেখা যায় যে আখৰ চিনা কাম সোনকালে আগ বাঢ়িব কিন্তু লিখা কাম পাছ পৰি যাব। তাত কোনো আপত্তি নাই। যেতিয়া আটাইবোৰ আখৰ চিনা হব তেতিয়া আখৰ জোটনি আৰম্ভ কৰিব। লগে লগে এটা এটাকৈ আখৰ লিখাবলৈ যত্ন কৰিব। একোটা আখৰৰ শুদ্ধ গঢ় নহয় মানে আনটো আখৰ লিখিব দিব নালাগে। শুৰিৰপৰা লিখা আৰু পঢ়া কাম সমানে চলাবলৈ যত্ন কৰিলেই চেষ্টা ব্যৰ্থ হব; কিন্তু ছয় মাহ মানৰ পাছত সমান হব পাৰিব—আৰু সমান কৰিবলৈ যত্নও কৰিব লাগিব। লিখিবৰ সময়ত ব, ৰ, ক, ধ, ঝ, ইত্যাদি ৰকমৰ সমান গঢ়ৰ আৰু সমান ভাঁজৰ আখৰ একাদিক্ৰমে লিখাব লাগে। দুই চাৰিটা আখৰ লিখাৰ পাছত লৰাৰ হাত আহিব আৰু আগেয়ে আখৰ চিনি পোৱা বাবে ক্ৰমে সোনকালে লিখিব পৰা হব। প্ৰথম আখৰটো লিখিব পৰা হব। প্ৰথম আখৰটো লিখাব পৰাই কেৰিকুলামত থকা জোখ আৰু আখৰৰ মাত্ৰাৰ ফালে লক্ষ্য ৰাখিব। বৰ্গাকাৰ ক্ষেত্ৰৰ মাজতহে লিখাব।

**আখৰ জোঁটনি ঃ**—আখৰ নিচিনাকৈ প্ৰথমতে—বৰ্ডত 'আ' লিখা হ'ল। বৃত্তাকাৰে থিয় হৈ থকা লৰাক সোধা হ'ল এইটো কি আখৰ? সিহঁতে কোৱাৰ পাছত 'আ'-ৰ কাষত 'ম' লিখা হ'ল। লৰাক সোধা হ'ল—এইটো (ম) কি আখৰ? লৰাই কোৱাৰ পাছত শিক্ষকে উচ্চাৰণ কৰিলে—'আম', লৰাবিলাকে সমস্বৰে কব 'আম'। এইদৰে 'কল', 'বল' 'জল' ইত্যাদি নানা ৰকমৰ শব্দৰ শিক্ষকে নিজে এখন লিষ্টি কৰি লৈ শিকাব। নিতৌ ৪টা ৫টা শব্দ শিকালেই যথেষ্ট; এটা এটা শব্দ উচ্চাৰণ কৰোৱাৰ পাছত লৰাবিলাকক আগৰ নিচিনাকৈ (কাৰ্ডৰ মাজৰপৰা আখৰ চিনি উলিওৱাৰ দৰে) শব্দবোৰ বাছি উলিয়াব দিব লাগে। তাৰ বাবে কিছুমান শব্দ লিখি থৈ দিব লাগে বা যোগাৰ কৰি থব লাগে। যেতিয়া সকলোবোৰ আখৰ লিখিব পৰা হয় তেতিয়া বাছি উলিয়াব দিদি উচ্চাৰণ কৰোৱাৰ পাছত প্ৰথমতে চাই তাৰ পাছত নোচোৱাকৈ লিখিব দিব লাগে। তেতিয়া বানান শিক্ষা দিয়া হল।

যি সকল শিক্ষকে নিজৰ খুচি মতে শব্দৰ লিষ্টি নকৰে তেওঁলোকে কিতাপত থকা শব্দবোৰকে বাছি লৈ নিতৌ ৪টা ৫টাকৈ শব্দ শিকাব। কিতাপ খনকে শব্দৰ লিষ্টি বুলি ধৰি লব।

**শিক্ষকৰ পৰিশ্ৰম** ঃ—আখৰৰ কাৰ্ড্ (তাছ) আৰু শব্দৰ কাৰ্ড তৈয়াৰ কৰাত শিক্ষকৰ পৰিশ্ৰমৰ দৰকাৰ; কিন্তু প্ৰথমবাৰ হে বেছি পৰিশ্ৰম হয়। তাৰ পাছত যিটো আখৰৰ বা শব্দৰ কাৰ্ড ছিৰি যায় বা নষ্ট হৈ যায়, সেইটো লিখি ললেই হয়। এই দৰে শিকাবলৈ শিক্ষক অভ্যস্ত হলে শিক্ষকে বুজিব পাৰিব যে এই নিয়ম কিমান উজু।

**খ-মান** ঃ—ক-মানত আখৰ পৰিচয় আৰু আখৰ জোঁটনিৰ বাবে কাৰ্ডৰ বিশেষ দৰকাৰ। কিন্তু খ-মানত বৰ্ডৰ সহায়ত হে বেছি ভালকৈ শিক্ষা দিব পাৰি। যুক্তাক্ষৰ শিকাবলৈ প্ৰথমতে সাধাৰণত য ফলা শিকোৱা হয়। লৰাক যদি সোধা হয় যে 'কামাখ্যা' দেবীৰ মন্দিৰৰ কথা শুনিছে নে নাই তেন্তে বহুত লৰাই শুনিছে বুলি কব আৰু যদি কোনেও নকয়, শিক্ষকে গল্প কোৱাৰ চলেৰে কামাখ্যা দেবীৰ মন্দিৰৰ কথা অলপ সময় কৈ লোৱাৰ পাছত লৰাক 'কামাখ্যা' কেনেকৈ লিখে বুজাই দিব। খ আৰু য লগ লাগি যে 'খ্য' হ'ল এই কথাটো বুজিলে লৰাই শব্দটো পাৰিব। সেইদৰে 'বাণিজ্য', 'পুণ্য' ইত্যাদি পাঁচটিমান শব্দ যদি শিক্ষকে বৰ্ডত লিখি দি (এটা এটাকৈ) লৰাক বৰ্ডত চাই বানান কৰবলৈ দিয়ে, তাৰ পাছত চিলঠত লিখিবলৈ দিয়ে তেতিয়া হলে সেই শব্দটোৰ বানান ভুল নহয়। তলত দিয়া ক্ৰমত শিকালে বৰ্ণাশুদ্ধিবোৰ কম হব ঃ—

(১) শব্দ বাছি লৈ শিক্ষকে লৰাৰ আগত উচ্চৰণ কৰিব। লৰাই শুনি উচ্চাৰণ কৰিব।

(২) শব্দটোৰ অৰ্থ নাজানিলে অলপ আভাষ দিব।

(৩) শব্দটো বৰ্ডত লিখি দিব।

(৪) যুক্ত আখৰটো ভাঙি দেখুৱাই দিব আৰু পাছত উচ্চাৰণ কৰাব। এবাৰ এটা এটা লৰাকে তাৰ পাছত সমস্বৰে।

(৫) বৰ্ডত চাই লৰাক বানান কৰবলৈ দিব।

(৬) সেই বানানটো চিলঠত লিখিবলৈ দিব।

(৭) বৰ্ডৰপৰা আৰু চিলঠৰপৰা বানানটো মচি পেলাব আৰু লৰাক আকৌ সুধিব।

(৮) যিটো লৰাই ভুল কৰে তাক আকৌ চিলঠত কেইবাবাৰো লিখিবলৈ দিব আৰু যিটো লৰাৰ শুদ্ধ হৈছে তাক সহায় কৰিবলৈ কব।

এই দৰে এটা এটাকৈ ৫টা মান শব্দ যদি নিতৌ শিকোৱা হয়, তেন্তে বৰ্ত্তমান নিয়মত শিকোৱাতকৈ সোনকালে পাৰিব আৰু বৰ্ণাশুদ্ধি বৰ কম হব। ইয়াৰ পাছত বাক্য পঢ়িবলৈ দিব।

১ম মানৰপৰা তলত লিখা ক্ৰমত শিকাব পাৰিব:—

(১) প্ৰথমে শিক্ষাদানৰ সজুলিবোৰ—যেনে বৰ্ড, চকমাটি, বৰ্ড মচা কানি,

ছাত্ৰৰ অৰ্থলিখা বহী, দোৱাত, কলম, ব্লটিং কাগজ এইবোৰ যোগাৰ কৰি লব আৰু ছাত্ৰৰ আছে নে নাই—চাই লব, নহলে কিবা এটা ব্যৱস্থা কৰিব।

(২) প্ৰত্যেক দিনৰ পাঠৰ টান টান শব্দবোৰ বাছি উলিয়াই নোট বহীত লিখিবলৈ দিব। প্ৰত্যেকটো শব্দৰে উচ্চাৰণ, বানান আৰু অৰ্থ প্ৰথমতে শিকাব।

(৩) শিক্ষকে আগেয়ে পাঠটো পঢ়ি শুনাব। (এদিনত যিমান খিনিৰ উচ্চাৰণ, বানান, অৰ্থ, পঢ়া, ব্যাখ্যা ইত্যাদি কৰাব পাৰিব সিমানখিনিয়ে পঢ়ি শুনাব)। ইয়াৰ পাছত শিক্ষকে একোটো বাক্য পঢ়িব আৰু ছাত্ৰক সমস্বৰে পঢ়িবলৈ দিব। উচ্চাৰণ আৰু পঢ়া ভাল নোহোৱালৈকে একোটা বাক্য পুনঃ পুনঃ সেইদৰে পঢ়িব।

মনত ৰাখিব লাগে লৰাই শব্দ চিনি নোপোৱাকৈ বা শব্দৰ ফালে নোচোৱাকৈ যেন নপঢ়ে। এইদৰে পঢ়োৱাৰ উদ্দেশ্য যতিবোৰ শিকোৱা (Pauses)। শব্দ পৰিচয়ৰ বাবে নহয়। সেই উদ্দেশ্যৰপৰা যেন আঁতৰি গৈ গতত নপৰে। পাঠ পঢ়া কথা কোৱাৰ নিচিনা হব লাগে।

(৪) পাঠখিনি পঢ়োৱা হৈ যোৱাৰ পাছত ছাত্ৰক পাঠটো পঢ়ি চাবলৈ কিছু সময় দিব। তাৰ পাছত চুটি ধাৰাবাহিক প্ৰশ্ন কৰি ছাত্ৰৰ পৰা উত্তৰ উলিয়াই লব। প্ৰশ্নবোৰ চুটি আৰু ধাৰাবাহিক নহলে শিক্ষাদান ভাল নহব।

(৫) গোটেইটো পাঠ শেষ হলে প্ৰত্যেক ছাত্ৰক গোটেইটো পাঠৰ সাৰাংশ চমুকৈ নিজ নিজ কথাত কবলৈ দিব। আৱশ্যক বোধ কৰিলে বহীত বা চিলঠত লিখিবলৈও দিব পাৰি।

(৬) বুৰঞ্জীমূলক পাঠৰ চমুটোকা দিব লাগে।

মন্তব্য ঃ—বুৰঞ্জীমূলক পাঠবোৰ সাধু কথাৰ ছলেৰে দিব লাগে। সাধুকথাৰ নিচিনাকৈ কোৱাৰ আগতে পাঠ্য পুথিৰ পৰা বুৰঞ্জীমূলক কোনো পাঠ শিকাব নালাগে। শিক্ষকে সাধুকথাৰ নিচিনাকৈ পাঠটো কব আৰু লৰাই মনত ৰাখিব পাৰিছে নে নাই পৰীক্ষা কৰি চাব। যদি দৰকাৰ বোধ কৰে সাধুকথাটো লিখাবও পাৰে। তাৰ পাছতহে কিতাপৰ পৰা পঢ়াব। ভৌগোলিক কথাবোৰ মেপত দেখুৱাব লাগে।

শ্ৰুতলিপি ঃ—২য় মান আৰু ৩য় মানত সপ্তাহত এদিন পাঠ্য পুথিৰপৰা আৰু এদিন অইন পুথিৰ পৰা শ্ৰুতলিপি দিব লাগে। ১ম মানত পাঠ্য পুথিৰ পৰা দিব লাগে আৰু খ মানত শিকি অহা শব্দবোৰ যাতে ভুল নকৰে তালৈ বিশেষ দৃষ্টি দিব লাগে; আৰু সপ্তাহত এবাৰকৈ খ মানৰ কিতাপৰ পৰা কিছুমান শব্দ শ্ৰুতলিপি হিচাবে লিখিব দিব পাৰে।

মনত ৰাখিব লাগে যে শ্ৰুতলিপি দিয়াৰ উদ্দেশ্য হৈছে লৰাৰ বৰ্ণাশুদ্ধি

দোষ গুচোৱা আৰু শুদ্ধ বানান লিখিবলৈ শিকোৱা। এবাৰ যিটো শব্দ ভুল কৰে পুনৰায় সেই শব্দটো ভুল কৰিলে শ্ৰুতলিপি লিখোৱাৰ উদ্দেশ্য ব্যৰ্থ হয়।

ক্ৰম ঃ—

(১) সাধাৰণতঃ পঢ়া হৈ যোৱা পাঠৰ পৰা শ্ৰুতলিপি দিব। টান টান শব্দবোৰৰ বানান বৰ্ডত লিখি দিব আৰু আলোচনা কৰিব। যি পাঠটোৰ পৰা শ্ৰুতলিপি দিয়া হব সেই পাঠটো আগেই লৰাই চাই লব। তাৰ পাছত বৰ্ডৰ শব্দবোৰ মচি পেলাব আৰু লৰাই কিতাপ বন্ধ কৰিব।

(২) তাৰ পাছত শিক্ষকে পাঠ খিনি এবাৰ পঢ়ি শুনাব।

(৩) এবাৰ পঢ়া হৈ যোৱাৰ পাছত এবাৰত অৰ্থ অনুসৰি দুটা বা তিনটা শব্দ কৈ শ্ৰুতলিপি দিব। এবাৰতকৈ দুবাৰ নকৰাব। ১ম আৰু ২য় মানত দাঁৰি কমা কৈ দিব, ৩য় মানত নকব।

(৪) আটাইখিনি শ্ৰুতলিপি দিয়া হোৱাৰ পাছত আকৌ এবাৰ পাঠখিনি পঢ়ি শুনাব। এইবাৰ দাঁৰি কমা ঠিকমতে দিব।

(৫) চিলঠ বা বহীবোৰ সালসলনি কৰি লৰাৰ দ্বাৰা চোৱাব আৰু শিক্ষকে এবাৰ চাই দিব।

(৬) অশুদ্ধ শব্দবোৰ কিতাপ চাই শুধৰাব নাইবা শিক্ষকে বৰ্ডত আকৌ লিখি দিব। এবাৰ লিখাৰ পাছত শিক্ষকে সেই সেই শব্দবোৰ চাই দিব। তাৰ পাছত সেই শব্দটো ৫ বাৰ বা ১০ বাৰ লিখাব। গোটেইটো পাঠ পুনৰায় চাই লিখিবলৈ দিয়াৰ পৰা একো লাভ নাই।

**ব্যাকৰণ ঃ**—সাধাৰণতে আমাৰ শিক্ষকসকলে ব্যাকৰণ কাক বোলে এই কথাৰ পৰা ব্যাকৰণ শিক্ষা আৰম্ভ কৰে। পদ কেই প্ৰকাৰ, বিশেষ্য কেই প্ৰকাৰ আৰু কি কি ইত্যাদি ক্ৰমে ব্যাকৰণ শিক্ষা দিবলৈ চেষ্টা কৰে। ব্যাকৰণ শিক্ষা দিবলৈ লিখা কিতাপবোৰো প্ৰায় এনেদৰে আৰম্ভ কৰা হয়। এইদৰে শিক্ষা দিবলৈ গৈ বিষয়টো বেছি জটিল কৰি তোলা হয়।

পদ কাক বোলে—লৰাক বুজাবলৈ ব্যাখ্যাৰ দৰকাৰ নকৰে; যি অৱস্থাত ব্যাকৰণ শিক্ষা দিবলৈ আৰম্ভ কৰা হয় সেই অৱস্থাত লৰাই লিখিব পঢ়িব পৰা হয়। গতিকে কোনো এটি বাক্য যে বেলেগ বেলেগ শব্দেৰে গঠিত হৈছে আৰু এই শব্দবোৰৰ যে বেলেগ বেলেগ পৰিচয় আছে তাক বুজাবলৈ বেছি পৰিশ্ৰমৰ দৰকাৰ নহয়। মানুহ যেনেকৈ দুই হাত, দুই ভৰি, নাক, চকু, কাণ ইত্যাদিৰ পৰা, গৰু যেনেকৈ চাৰি ঠেং, শিং নেজ, মুৰ ইত্যাদিৰপৰা পৰিচিত হয়, সেইদৰে বিশেষ্য বিশেষণৰ পৰিচয়বোধক বিবোৰ চিন্ সেই চিন্‌বোৰ চিনাই দিবলৈ চেষ্টা কৰিলে, বিশেষ্য-বিশেষণৰ সংজ্ঞা আগধৰি শিকাবৰ দৰকাৰ নকৰে।

ৰঙা ফুল, দীঘল বাঁহ, ওখ মানুহ, এনে ধৰণৰ বাক্যৰ দ্বাৰা বিশেষ্য বিশেষণ পদ চিনাব পাৰি।

সোণ, ৰাম, মানুহ, বিনয় ইত্যাদি ৰকমৰ শব্দৰ তুলনা কৰি বিশেষ্যৰ পৰিচয় কৰাব লাগে। সোণ আৰু ৰাম এই শব্দ দুটাৰ গুণভেদে যে বেলেগ বেলেগ বিশেষ্য পদ হৈছে তুলনা কৰি বুজাই দিব লাগে। শেহত সংজ্ঞা দিব লাগে যি পদে বস্তুৰ নাম বুজায় তাক বিশেষ্য বোলে। তাৰ পাছত গুণভেদে বিশেষ্যৰ প্ৰকাৰ বুজাব লাগে। মুঠৰ ওপৰত আগ ধৰি সংজ্ঞা মুখস্থ নকৰাই বিশেষ্য পদৰ লগত লৰাৰ চিনাকি কৰাই দিব লাগে।

কিছুমান শিক্ষকে নোট মুখস্থ কৰায়। এই দোষ আৰু গুৰুতৰ। নোট মুখস্থ কৰাৰপৰা বিশেষকৈ প্ৰাইমেৰী শ্ৰেণীবোৰত বিষয়জ্ঞান একেবাৰে নহয়। উদাহৰণ স্বৰূপে কব পাৰি যে কোনো লৰাক যদি সোধা হয় যে, বিশেষ্য কেই প্ৰকাৰ? নাই বা বিশেষ্য কাক বোলে। এই প্ৰশ্নবোৰৰ উত্তৰ লৰাই পত্পত্কৈ দিব পাৰে কিন্তু যদি সোধা হয় যে, "গৰুৱে ঘাঁহ খায়" এই বাক্যটোৰ পৰা বিশেষ্য পদ বাছি উলিওৱা—নাইবা ঘাঁহ কোন পদ কোৱা, লৰাই কব নোৱাৰে। এই দোষ কিয় হয়, শিক্ষকে অলপ গমি চালেই বুজি পাৰিব। আগেয়ে সংজ্ঞা নিদি যদি ঘাঁহ কি পদ চিনাই দলেহেঁতেন, লৰাৰ এই দোষ কেতিয়াও নঘটে।

গল্প :—প্ৰাইমেৰী স্কুলত আটাই কেউ শ্ৰেণীতে গল্প শিকাব লাগে। ক মান আৰু খ মান শ্ৰেণীত বিশেষকৈ সাধু কথা ৰস লগাই লৰাই বুজিব পৰাকৈ কব লাগে। সাধু কথাৰ দ্বাৰা উপদেশ দিবলৈ চেষ্টা কৰিব নালাগে। সাধুকথাবোৰ উপদেশমূলক হব লাগে। কিন্তু উপদেশ বা সাৰ মৰ্ম্ম উলিয়াই নীতি-বচন হিচাবে লৰাক শিকাবৰ দৰকাৰ নকৰে। শিক্ষকে এই অৰ্থে নিজে সাধুকথা ৰচনা কৰিব পাৰে নাইবা 'শিক্ষক-সহচাৰ'ত থকা সাধুকথাবোৰ লৰাৰ আগত ৰস লগাই কব পাৰে নাইবা আন কোনো কিতাপৰ পৰা সংগ্ৰহ কৰি আনিব পাৰে। ১ম মান, ২য় মান, আৰু ৩য় মানত বুৰঞ্জীমূলক সাধুকথা, নাইবা ৰামায়ণ-মহাভাৰতৰ গল্প কব পাৰে। ৩য় মানত কিতাপ পঢ়ি শুনাবও পাৰে নাইবা এজন লৰাক পঢ়িব দি আনবিলাকক শুনিবলৈ দিবও পাৰে। ২য় মানৰপৰা লৰাক সাধুকথাৰ পুথি, দেশ-বিদেশৰ গল্পৰ পুথি আৰু ৰাময়ণ-মহাভাৰতৰ গল্প আদি পঢ়িবলৈ উৎসাহ দিব লাগে। মাজে সময়ে ৰচনা হিচাবে এই সাধুকথাবোৰৰ এটা দুটা লিখিবলৈকো দিব লাগে। ক মানত আৰু খ মানত লৰাৰ দ্বাৰা সাধুকথা কোৱাব লাগে। এইবোৰ কাম কৰাবলৈ আমনি পালে শিক্ষকতা কৰা নহয়।

ৰচনা :—সাধাৰণতে দেখা যায়—একে বিধৰ ৰচনা বছৰি লিখোৱা হয় আৰু একেবাৰে বাক্যকে আটাইবোৰ লৰাই লিখে। এইদৰে ৰচনা লিখাৰপৰা কোনো লাভ নহয়। শিক্ষকে বৰ্ডত লিখি দিয়াৰ পাছত যদি লৰাই নিজৰ বহীত লিখি লয়, সেই ৰচনা লৰাই লিখা নহয় শিক্ষকে লিখা হে হয়। শিক্ষকে যে সমূলি বৰ্ডত লিখি দিব নালাগে নাইবা কৈ দিব নালাগে সেইটো নহয়।

প্ৰত্যেকখন ৰচনা সম্বন্ধে চিন্তাৰ দৰকাৰ। চিন্তা বা ভাব নহ'লে ৰচনা হ'ব নোৱাৰে। লৰাই যাতে এই ভাব মনলৈ আনিব পাৰে নাইবা লৰাই যাতে স্বাধীন ভাৱে চিন্তা কৰিব পাৰে সেই অভ্যাসৰ হে চৰ্চ্চা কৰিবলৈ শিকাব লাগে। আটাইবিলাক লৰাই একেদৰে ভাবিব নোৱাৰে। বেলেগ বেলেগ লৰাৰ বেলেগ বেলেগ মন। প্ৰত্যেক লৰাই নিজৰ মনেৰে ভাবিবলৈ শিকিব। এইয়ে হে শিক্ষাদানৰ উদ্দেশ্য। ভবাৰ পাছত সেই ভাব বা চিন্তা ভবা অনুসাৰে ভাষাত প্ৰকাশ কৰিব। ভাষাৰ ভুল হয় শিক্ষকে শুধৰাই দিব। এইয়েই হে ৰচনা শিক্ষা দিয়া।

কোনো এটি বিষয় লৈ ৰচনা লিখিবলৈ দিয়াৰ লগে লগে সেই বিষয়টো লৰাৰ লগত শিক্ষকে আলোচনা কৰিব লাগে আৰু সংক্ষিপ্ত টোকা বৰ্ডত লিখি দিবও পাৰে; কিন্তু ভাষা আৰু ভাব সকলোৰে এক হ'লে বুজিব লাগিব—যে লৰাই চিন্তা কৰিবও পৰা নাই আৰু ভাষাত প্ৰকাশ কৰিবও পৰা নাই। সেয়ে হ'লে ৰচনা লিখোৱাৰ উদ্দেশ্য ব্যৰ্থ হৈ যায়।

পুৰণি ছাত্ৰৰ বহীৰ পৰা অনেক লৰাই ৰচনা নকল কৰি থয়। অনেক লৰাই শিক্ষা কিতাপৰপৰা নাইবা আন কোনো কিতাপৰপৰা নকল কৰি থয়। এইটো বৰ দোষৰ কথা।

ৰচনাৰ স্কিম ঃ—তলত দিয়া খনেই আটাইতকৈ ভাল স্কিম বুলি ধৰি লোৱা উচিত নহ'ব। বিশেষকৈ ৰচনাবোৰ ৰচাত সাল-সলনি কৰি দিব পাৰলে ভাল। তথাপি প্ৰাইমেৰী স্কুল বোৰত এই কেইটা বিষয়ে লিখোৱা নিতান্ত আৱশ্যক ভাবি স্কিম কৰি দিয়া হ'ল। শিক্ষকে নিজৰ বুদ্ধি খটালে ইয়াতকৈ ভাল স্কিম কৰি লব পাৰিব।

ৰচনাৰ বিষয়বোৰ বাছি লোৱাত শিক্ষকসকলৰ আনেক সময়ত ভুল হয়। লৰাৰ জ্ঞান, শিক্ষা-বিভাগৰ চাৰ্কুলাৰ আৰু কেৰিকুলাম আদিত থকা উপদেশবোৰলৈ লক্ষ্য ৰাখি বিষয়বোৰ বাছি লব লাগে। প্ৰত্যেক বছৰে ৰচনাবোৰ সলনি কৰি দিব লাগে। ২য় মান আৰু ৩য় মানৰ বাবে মোটামুটি স্কিম এখন কৰি দিয়া হল।

## ৰচনা

২য় মানত তলত লিখা ৰচনাবোৰ লিখাব

মাৰ্চ্চ মাহত—চিঠিৰ ভাগবোৰ

এপ্ৰিল মাহত—বাপেৰলৈ চিঠি, ককায়েৰলৈ চিঠি।

মেই মাহত—দদায়েৰলৈ চিঠি, মাকলৈ চিঠি।

জুন মাহত—অমৃতাৰ বিষয়ে ৰচন, অমৰ বিষয়ে ৰচনা।

জুলাই, আগষ্ট মাহত—ভায়েকলৈ, ভনীয়েকলৈ, ককায়েকলৈ আৰু বায়েকলৈ চিঠি।

চেপ্তেম্বৰ মাহত—সহজ সহজ শব্দেৰে বাক্য ৰচনা আৰু মেকুৰীৰ বিষয়ে ৰচনা।

অক্টোবৰ মাহত—মোমায়েকলৈ চিঠি, সমনীয়া বন্ধুলৈ চিঠি।

নবেম্বৰ মাহত—নিজৰ স্কুলৰ বিষয়ে ৰচনা, কলগছৰ বিষয়ে ৰচনা।

ডিচেম্বৰ মাহত—গাঁৱৰ বিষয়ে ৰচনা, তামোল গছৰ বিষয়ে ৰচনা।

জানুৱাৰী মাহত—পুনৰালোচনা, এই মাহত যিবোৰ বিষয়ে লৰাৰ শিক্ষা পৈণত হোৱা নাই সেইবোৰ বিষয়ে পুনৰালোচনা কৰিব আৰু নতুনকৈ লিখাব।

৩য় মানত তলত লিখা ৰচনাবোৰ লিখাব।

মাৰ্চ্চ মাহত—সহজ শব্দেৰে বাক্য ৰচনা, গুৰুজনলৈ চিঠি আৰু শিক্ষকলৈ ছুটীৰ দৰ্খাস্ত।

এপ্ৰিল মাহত—ধান খেতি, পানী আৰু বায়ু বিষয়ে ৰচনা।

মেই মাহত—খাজনাৰ ৰচিদ, এজাহাৰৰ আৰ্হি আৰু গৰু বিক্ৰিৰ ৰচিদ।

জুন মাহত—সহজ সহজ শব্দৰে বাক্য ৰচনা, তলতীয়া জনলৈ চিঠি।

জুলাই, আগষ্ট মাহত—হাতীৰ বিষয়ে ৰচনা, গৰুৰ বিষয়ে ৰচনা, দোকানলৈ কিতাপ খুজি লিখা চিঠি।

চেপ্তেম্বৰ মাহত—আলু খেতি, কুহিয়াৰ খেতিৰ বিষয়ে ৰচনা, আৰু সহজ শব্দেৰে বাক্য ৰচনা।

অক্টোবৰ মাহত—কবুলতি, পট্টা, মনি অৰ্ডাৰ ফৰম পূৰ্ণ কৰা।

নবেম্বৰ মাহত—অন্বয়, কৰ্ত্তা, কৰ্ম্ম, ক্ৰিয়া, নিমন্ত্ৰণী চিঠি।

ডিচেম্বৰ মাহত—লোৰ বিষয়ে ৰচনা, বাক্য পূৰণ কৰা।

জানুৱাৰী মাহত—দ্বিতীয় মানৰ দৰে পুনৰালোচনা।

বস্তুপাঠ ঃ—শিক্ষক-সহচৰত যি প্ৰণালীত উপদেশ দিয়া আছে, সেয়ে সহজ প্ৰণালী। তাত দিয়া উপদেশবোৰ পালন কৰি যিমানদূৰ পৰা যায় বস্তুৰ সাহায্যেৰে শিক্ষাদান কৰিব লাগে। যেতিয়া যি বিষয়ৰ শিক্ষা দিয়া হয়, সেই বিষয়ৰ বাবে যি বস্তুৰ দৰকাৰ হয়, যোগাৰ কৰিব লাগে।

শিক্ষক—সহচৰত যিবোৰ ভৌগোলিক পাঠ দিয়া আছে সেইবোৰ আচলতে প্ৰকৃতি-পাঠৰ হে পাঠ। এই পাঠবোৰ ১ম মানত শিকাব লাগে। বালিকা-স্কুলত ১ম মানত শিকাবই লাগে কিন্তু বালক-স্কুলত ধৰা-বন্ধা নিয়ম নাই যদিও শিকোৱা উচিত। তেতিয়া হলে ২য় মানত ভূগোল আৰম্ভ কৰিবৰ সুবিধা হয়।

বস্তুপাঠৰ বাবে ২য় মান আৰু ৩য় মানত একোটি টোকা বহী লাগে। এই

টোকা বহীৰ বাওঁফালৰ পৃষ্ঠাত ছবি আঁকিব লাগে আৰু সোঁফালৰ পৃষ্ঠাত সেই ছবিটোৰ বিৱৰণ লিখিব লাগে আৰু আৱশ্যকীয় অতি সংক্ষিপ্ত টোকা লিখিব পাৰে; কিন্তু সেই বুলি কিতাপত থকা আটাইবোৰ কথা লিখিবৰ দৰকাৰ নাই।

**গণিত ঃ**—শিক্ষক সহচৰত দিয়া প্ৰণালীৰে ক মান আৰু খ মানত গণিত শিক্ষা দব লাগে। ১ম মানৰ পৰা নিৰ্দ্ধাৰিত পাঠ্য পুথিৰ পৰা শিক্ষা দিব লাগে। শিক্ষক-সহচৰত ১০০ৰ ভিতৰত যোগ-বিয়োগ, পূৰণ হৰণ শিক্ষা দিবলৈ পদ্ধতি দেখুৱাই দিছে; খ মানত ১০০০ লৈকে সংখ্যাৰ ধাৰণা হব লাগে। কিন্তু অনেক স্কুলত দেখা যায় তাতকৈ বহুত উৰ্দ্ধসংখ্যাৰ ধাৰণা দিবলৈ চেষ্টা কৰে আৰু তাতকৈ ডাঙৰ সংখ্যাৰে যোগ-বিয়োগ শিকায়; এইটো অনুচিত।

অঙ্ক পাতন শিক্ষা দিওঁতে বহুত শিক্ষকে লৰাৰ মনত শ-হাজাৰ আদিৰ উপযুক্ত ধাৰণা দিব নোৱাৰে। একক, দহক, শতক, হাজাৰ ইত্যাদি ক্ৰমে প্ৰত্যেক বাৰে লেখি লেখি অঙ্ক পাতন শিকোৱাৰ পৰা শৰ সংখ্যাত ৩টা অঙ্ক আৰু হাজাৰত যে ৪টা অঙ্ক হয় এই বিষয়ে লৰাৰ মনত ধাৰণা নহয়। অলপ ভাবি চালেই বুজা যায়, শিক্ষকৰ মনত আৰু আন সকলোৰে শ বুলিলে ৩টা অঙ্কেৰে গঠিত এটা সংখ্যা, হাজাৰ বুলিলে ৪টা অঙ্কেৰে গঠিত সংখ্যাৰ হে ধাৰণা হয়।

স্কুলত দহক একক ক্ৰমে অঙ্ক পাতিবলৈ শিকি এতিয়া ১টা অঙ্ক ২টা অঙ্ক, ৩টা অঙ্ক ইত্যাদিৰে গঠিত সংখ্যাৰ হে ধাৰণা হয়। সেইবাবে লৰা-ছোৱালী-বিলাককো সেইদৰে শিক্ষা দিয়াহে যুগুত।

১ৰ পৰা ৯ লৈকে ১টা অঙ্ক।

১০ৰ পৰা ৯৯ লৈকে ২টা অঙ্ক।

১০০ৰ পৰা ৯৯৯ লৈকে ৩টা অঙ্ক।

এই অনুপাতে শিক্ষা দিয়াত কি দোষ হয়? এয়েহে আচল ধাৰণা। অৱশ্যে লাখত কৈ উৰ্দ্ধ সংখ্যাৰ ধাৰণাৰ বাবে একক দহক হিচাবে শিক্ষাৰ দৰকাৰ।

সাধাৰণতে দেখা যায় শিক্ষক সকলে নিৰ্দ্ধাৰিত পাঠ্য পুথিৰ ক্ৰমত শিক্ষা দিবলৈ বিচাৰে; কিন্তু নিৰ্দ্দিষ্ট পাঠ্য পুথিৰ ক্ৰমত শিক্ষা দিলে আনেক সময়ত শিক্ষা দানত বেমেজালি ঘটে। যিটো শ্ৰেণীৰ শিক্ষা দিয়া হয় সেই শ্ৰেণীটোৰ কি দোষ আছে শিক্ষকে ভালদৰে জানে। লৰাৰ এই পূৰ্ব্বজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা দিব লাগে। এইবাবে শিক্ষকে অনেক সময়ত বহুও অঙ্ক সাজিবৰ দৰকাৰ হয় আৰু পাটিগণিতত থকা অঙ্কবোৰ আদৰ্শ হে। সেইবাবে প্ৰত্যেক শ্ৰেণীৰ বাবে শিক্ষকৰ গণিতৰ এটি নোট বুক থকা উচিত। এবাৰ পৰিশ্ৰম কৰি নোট বুকত, শ্ৰেণীত শিক্ষা দিয়া বিষয়ৰ ক্ৰমটো বান্ধি ললে আগলৈ বেছি টান নহয়।

আৰম্ভনিতে টান টান অঙ্ক শিকোৱা কু অভ্যাস এটি অনেক শিক্ষকৰ আছে। টান টান অঙ্ক শিকোৱাৰ আগতে যথেষ্ট পৰিমাণে সহজ অঙ্ক শিকাব

লাগে। কোনো এটি নতুন নিয়মৰ অঙ্ক শিকাবৰ দৰকাৰ হলে সেই নিয়মৰ সৰু সৰু অঙ্কবোৰ মৌখিক শিকাই লব লাগে। সেইবাবে মৌখিক অঙ্ক শিকাবৰ বাবে বেলেগ ঘণ্টা এটি ৰাখিবৰ আৱশ্যকতা নাই। যিবোৰ মৌখিক শিকোৱা হয় তাক ডাঙৰ বা জটিলকৈ দিলে ফলিত বা বহীতে কৰা অঙ্ক হয় আৰু সৰু আৰু সৰলকৈ দিলেই মৌখিক অঙ্ক হব পাৰে।

যেনে এখন কিতাপৰ দাম ./১০ পইচা হলে ১০০খন কিতাপৰ দাম কিমান? এইটো মৌখিক অঙ্ক হব পাৰে। এই নিয়মেৰে—এখন কিতাপৰ দাম। ১।/।১৫ হলে ২২৩৫ খন কিতাপৰ দাম কিমান? এই অঙ্কটো মৌখিক কৰা টান হয়; কিন্তু নিয়মটো একে।

অনেক সময়ত স্বভাৱিক বুদ্ধিৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা দিয়া নহয়। নিয়ম বা গৎ মতে শিক্ষা দিয়া হয়।

যেনে :—

১০০ টকাৰ সুদ যদি এবছৰত ১২ টকা হয়, ২৫০ টকাৰ সুদ ২ বছৰত কিমান হব?

লৰাবিলাকে কৰে—

১০০ টকাৰ সুদ ১ বছৰত— ১২৲ টকা
∴ ১ „ „ ১ „ ১২৲ ÷১০০
∴ ২৫০ „ „ ১ „ ১২৲ ÷১০০×২৫০
ইত্যাদি ক্ৰমে—

কিন্তু তাকে নকৰি যদি কৰে—

১০০, টকাৰ সুদ ১ বছৰত— ১২৲ টকা
∴ ২০০, „ „ ১ „ ২৪৲ „
∴ ৫০, „ „ ১ „ ৬৲ „
∴ ২৫০, „ „ ১ „ (২৪৲ +৬৲ =৩০৲ টকা)
∴ ২৫০ , „ „ ২ „ ৩০×২=৬০৲ টকা

এই স্বাভাবিক বুদ্ধি খটোৱাত গণিত শিক্ষা দিওঁতে শিক্ষক সকলে দৃষ্টি ৰখা উচিত।

অনেক সময়ত পূৰণ হৰণ বোৰ আন ঠাইত কৰি আনি ফলবোৰ হে লিখি থয়। সেইটো উচিত নহয়। পূৰণ হৰণ-বোৰ অঙ্কৰ অঙ্গ। এই অঙ্গবোৰ বাদ দিলে অঙ্ক সম্পূৰ্ণ নহয়। নিয়মৰ ভিতৰত যদি পূৰণ-হৰণ-বোৰ ৰাখিব নোৱাৰি তেন্তে দাঁতিতে পৰিষ্কাৰ কৈ ৰাখিব লাগে।

প্ৰাইমেৰী শ্ৰেণী-বোৰত একককৰ তলত এককৰ ৰাশি, দহকৰ তলত দহক

ৰাশি পোণকৈ লিখিব নাজানে। এই কু অভ্যাস যাতে হব নোৱাৰে তাৰ বাবে ক মানৰ পৰা শিক্ষকে দৃষ্টি দিয়া উচিত।

সমান (=), এতেকে (∴), যি হেতুকে (∵) ইত্যাদি চিনৰ ব্যৱহাৰ অনেক লৰাই নাজানে আৰু ভুল ব্যৱহাৰ কৰে। ইয়ালৈ শিক্ষকৰ সতৰ্ক দৃষ্টিৰ আৱশ্যক।

**ভগ্নাংশ ঃ—**প্ৰাইমেৰী স্কুলত ল, সা, গুৰ বিষয় একোকে জানিব নোৱাৰে। কোনো এটা বস্তুৰ অংশবোৰৰ বিষয়ে যি অঙ্ক সেইয়ে ভগ্নাংশৰ অঙ্ক। ভগ্নাংশ যে অখণ্ড ৰাশিৰ পৰা বেলেগ বস্তু নহয় এই কথাটো জনা উচিত। ভগ্নাংশ শিকাওঁতে কোনো এটা বস্তু কাটি ভাগ কৰি শিক্ষা দিয়া উচিত। আজি কালি টকা অনাৰ উদাহৰণ দি এই অঙ্ক শিকাবলৈ চেষ্টা কৰা দেখা যায়। সেইবাবে দেখা গৈছে অনেক লৰাই ভগ্নাংশ অঙ্কৰ ফল টকা অনাত উলিয়ায়। শিক্ষাৰ দোষত বিষয়-বস্তু কৰবাত থাকে। প্ৰাইমেৰী শ্ৰেণীত যি ভগ্নাংশ শিকাবলৈ দিয়া হৈছে সেই ভগ্নাংশ মুখে মুখে শিকাব পাৰি। প্ৰথমতে মুখে মুখে শিকাই লৈ (বস্তুৰ সহায়েৰে) বৰ্ডত পাতি দেখুৱাব লাগে। এই বিষয়ে ডাইৰেক্টৰ চাহাবৰ বিশদ উপদেশ আছে। সেইবাবে বহলাই কোৱাৰ আৱশ্যক নাই।

**আৰ্য্যা আৰু মিশ্ৰ অঙ্ক ঃ—**মিশ্ৰ অঙ্ক আৰু লঘূকৰণৰ অঙ্ক কৰোৱাৰ আগতে আৰ্য্যা মুখস্থ কৰাব আৰু আৰ্য্যা মুখস্থ কৰোৱাৰ আগতে আৰ্য্যাটো শিক্ষকে সাংসাৰিক অভিজ্ঞতাৰ লগত সম্বন্ধ দেখুৱাই বুজাই দিব। যেনে—৪ পইছাত /০ অনা, ১৬ অনাত ১ টকা এই কথাবোৰ পইছা আগত লৈ শিকাব পাৰি, সেই দৰে মোন সেৰৰ জ্ঞান বস্তু জোখাৰ অভিজ্ঞতাৰ লগত তুলনা কৰি আৰু কাৰ্য্যতঃ বস্তু জুখি মোন সেৰ ছটাকৰ জ্ঞান দিব লাগে।

১। ১+১ (এক যোগ এক) =২
১+১ (এক যোগ দুই) =৩
১+৩ (এক যোগ দুই) =৪
.. ... ... ... ... ...

২। ১-১ (এক বিয়োগ এক =০
২-১ (দুই বিয়োগ এক) =১
৩-১ (তিনি বিয়োগ এক) =৩

৩। ১×১ (এক গুণ এক) =১
১×২ (এক গুণ দুই) =২
১×৩ (এক গুণ তিনি) =৩
... ... ... ... ... ...

ইত্যাদি ক্ৰমে আটাইবোৰ নেওঁতা মুখস্থ কৰাব লাগে আৰু লগে লগে এই নেওঁতা বোৰৰ প্ৰয়োগ শিক্ষা দিব লাগে।

নেওঁতা মুখস্থ কৰোৱাৰ উদ্দেশ্য গণিতৰ অঙ্ক কৰোঁতে যাতে সহায় হয়, সাধাৰণ হিচাবত সময়ৰ অপব্যয় নহয় আৰু আঙুলিত লেখা কু অভ্যাস আতঁৰ হয়। যেনে—৩+২=৫, ২+৩=৫ এই কথা খিনি লৰা ছোৱালীৰ মনত দৃঢ় ভাৱে বহিব লাগে। তাৰ বাবে প্ৰথমতে গুটি বা বস্তুৰ সহায়ত (৩+২=৫) এই ধাৰণা দিব লাগে। তাৰ পাছত নেওঁতা মুখস্থ কৰাব লাগে। তেতিয়া আঙুলিত লেখা অভ্যাস আপোনাআপুনি আতঁৰিব। শিক্ষাদানত আগবঢ়াৰ লগে লগে ডাঙৰ যোগ বিয়াগ কৰাওঁতে কৰাওঁতে ৩+২=৫ হয় এই শিকলিৰ (bonds) নিচিনা—১৭+৭=২৪ হয়, নাইবা ১৭+৮=২৫ হয় এনে শিকলিবোৰ (bonds) নাইবা ৪৩+৭=৫০ হয় এনে শিকলিবোৰ আপোনাআপুনি গঠিত হব। তেতিয়া ৪৩ পাছৰ পৰা অঙুলিত ৪৪, ৪৫, ৪৬, কৈ ৫০ লৈ আঙ্গুলিত সাতৰ ৰেখালৈ গণিব নালাগিব।

## অঙ্ক শিকোৱাৰ ক্ৰম ঃ—

১। আগৰ দিনা যি অঙ্ক শিকোৱা হয় সেই অঙ্ক এটা বা দুটা দি পৰীক্ষা কৰি চাব লাগে। যদি সৰহ ভাগ লৰাই নোৱাৰা হৈ থাকে তেন্তে আকৌ সেই অঙ্ক শিকাব লাগে।

২। পাৰিলে নতুন অঙ্কৰ নিয়ম মুখে মুখে শিকাব লাগে আৰু সেই নিয়মৰ মৌখিক অঙ্ক দিব লাগে।

৩। তাৰ পাছত বৰ্ডত পাতি নিয়মটো বঢ়িয়াকৈ বুজাই দিব লাগে। বৰ্ডত বুজাবৰ সময়ত লৰাক প্ৰশ্ন কৰি কৰি ( "শিক্ষা দিবলৈ কৰা প্ৰশ্ন") নিয়মটো লৰাৰ মনত বহুৱাই দিব লাগে।

৪। সেই নিয়মৰ অঙ্ক কিতাপৰ পৰা কৰিবলৈ দিব লাগে। শিক্ষকে আন শ্ৰেণীলৈ মন দিয়াৰ লগে লগে এই ফালে দৃষ্টি দিব লাগে।

৫। কিছু সময়ৰ পাছত উত্তৰ বোৰ চাব আৰু ভুল অঙ্ক বোৰ ব্যক্তিগত হিচাবে বুজাই দিব। এটা শ্ৰেণী শিকালে প্ৰত্যেকটো অঙ্ক চোৱাৰ লগে লগে শিক্ষকে লৰাৰ ওচৰত গৈ শুদ্ধ অশুদ্ধ চাব পাৰে আৰু দুই তিনিটা শ্ৰেণী একে লগে শিকাব লগা হলে এটা এটা কৈ অঙ্ক হোৱাৰ লগে লগে চাবৰ সময় নহব পাৰে, তথাপি যথাসাধ্য চেষ্টা কৰিব লাগে। সৰহ লৰাই একেধৰণৰ অঙ্ক ভুল কৰিলে বৰ্ডত বুজাই দিব।

প্ৰত্যেক লৰাই বেলেগ বেলেগ অঙ্ক কৰিলে নকল কৰা অভ্যাস নহয়। সেই বাবে লৰাই নিজে নিজে অঙ্ক সাজি কৰিব পাৰে আৰু শিক্ষকে সহায় কৰি দিব লাগে।

শিক্ষা দিওঁতে বা অঙ্ক কৰিবলৈ দিওঁতে বেলেগ বেলেগ লৰাক অঙ্কৰ সংখ্যা পৰিবৰ্ত্তন কৰি দিলেই বেলেগ হয়।

হিচাব—সাধাৰণ গৃহস্থী আৰু খেতিয়ক মানুহে যি যি বস্তু বেচা কিনা কৰে তাৰ হিচাব ৰাখিব জনাই ইয়াৰ উদ্দেশ্য। এই কথালৈ লক্ষ্য ৰাখি হিচাব শিখাব লাগে। জমাখৰচৰ বহী ঠিক জমাখৰছৰ বহীৰ নিচিনা কৈ বান্ধি লব আৰু দোকান আৰু গোলা আদিত যিদৰে হিচাব ৰাখে সেই দৰে হিচাব ৰাখিবলৈ শিকাব লাগে।

ভূগোল ঃ—ভূ—পৃথিবী, গোল—ঘূৰণীয়া এই দৰে অনেক শিক্ষকে ভূগোল আৰম্ভ কৰে। সেইবাবে অনেক লৰাৰ মূৰ ঘূৰি যায় আৰু পৃথিবী যে ঘূৰণীয়া এই ধাৰণা কেতিয়াও কৰিব নোৱাৰে। সেই বাবে বিশেষকৈ প্ৰাইমেৰী স্কুলত এই বিষয়টোৰ নাম ভূগোল নাম নিদি "ভূ—বিবৰণ" নাম দিব লাগিছিল।

পৃথিবীৰ বিষয়ে জানিবলৈ যি উপায় লৈ কিতাপ লিখা হৈছে সেই কিতাপৰ নাম ভূগোল দিয়া হৈছে আৰু বিষয়টোৰ নাম ভূগোল হৈছে।

সেই বাবে প্ৰথমতে নিজৰ ঘৰ আৰু স্কুলৰ বিষয়ে লৰাই জানিলে শিক্ষা দিব লাগে। নিজৰ গাওঁ, মৌজা, থানা, মহকুমা, জিলা ইত্যাদি বিষয়ে সম্পূৰ্ণ জ্ঞান দিব লাগে। অনেক শিক্ষকে কিতাপত নাই কাৰণে গাওঁ, মৌজা, থানা আদিৰ মেপ আৰু লাগতিয়াল ভৌগোলিক কথাবোৰ শিক্ষা দিব নোৱাৰে। সেইবাবে প্ৰথমতে ভূগোল শিক্ষা দিয়াৰ উদ্দেশ্য ব্যৰ্থ হয়। স্কুলঘৰটোকে কেন্দ্ৰ কৰি লাহে লাহে পৰিধি বঢ়াই যাব লাগে আৰু সেই অনুপাতে লৰাক জ্ঞান দি যাব লাগে। শিক্ষকে নাজানিলে নিজে শিকি লব লাগে। স্কুলঘৰ, গাওঁ, মৌজা আদি কেনেকৈ নক্চাত সন্নিবেশিত কৰিব পাৰি বুজাব লাগে।*

তেতিয়া হলে মেপৰ বিষয়ে লৰাৰ ভাল ধাৰণা হয়।

ভূগোলত লিখা কথাবোৰ পঢ়ি মেপত সেইবোৰ চাই ভূগোল শিকাৰ পৰা লৰাৰ ভূগোলৰ জ্ঞান এনেকুৱা হয় যে কোনো এটা স্থানৰ বিষয়ে সুধিলে মেপৰ কোনখিনি ঠাইত আছে তালৈহে মনে গতি কৰে। তেতিয়া ভূগোল শিক্ষা ভাল হব নোৱাৰে। কোন ঠাইৰ পূবে বা পশ্চিমে সেই ঠাই আছে এই কথাটো লৰাৰ মনত আগধৰি জন্মিব লাগে। তেতিয়া হে শিক্ষা ভাল হয়। মেপ আৰু ভূগোলৰ কিতাপৰ পৰা লৰাৰ মনত ভূগোল বিষয়ে যি জ্ঞান হয় সেই জ্ঞান কাৰ্য্যক্ষেত্ৰত অনেক সময়ত কাৰ্য্যকৰী নহয়। যেনে গুৱাহাটীৰ পৰা কলিকতালৈ যাবলৈ হলে

* জিলাৰ ডেপুটি কমিচনাৰ চাহাবৰ অফিচত এইবোৰ মেপ বা নক্সা পোৱা যায়। যি স্কুলত যাতে খৰচ আছে সেই যাতে খৰচৰ পৰা পাৰিলে কিনি লব লাগে নহলে ওচৰৰ কোনো মণ্ডল বা কানুনগুক অনুৰোধ কৰি আঁকি লব লাগে।

কেনেকৈ যাব পাৰি, সেই বিষয়ে ভূগোলৰ পৰা অনেক লৰাই কব পাৰে কিন্তু যাওঁতে কোন কোন ঠাইৰ মাজেদি কোন নদী পাৰহৈ বা কোন জিলাৰ মাজেদি যাব পাৰি এইবোৰ বিষয়ে সম্পূৰ্ণ জ্ঞান নহয়। ইয়াৰ প্ৰধান কাৰণ হৈছে শিক্ষা দানৰ সময়ত ভাল আলোচনা নহয় আৰু শিক্ষকে ভূগোলৰ পৰা মেপৰ বহীত কিছুমান টোকা লিখি দিয়ে আৰু টোকাৰ পৰা নিজৰ মেপত নম্বৰ দি লৰাই বহুৱায়। এই নিয়ম ঠিক ওলোটা।

কোনো স্থান, নদী বা পৰ্ব্বতৰ বিষয়ে শিক্ষকে আগধৰি তাৰ স্থিতি আৰু দিক্ সম্পৰ্কে লৰাৰ মনত ধাৰণা জন্মাই দিব লাগে। তালৈ কেনেকৈ যাব পাৰি, কোন ঠাইৰ পৰা ওচৰ বা কোন নদীৰ পাৰত ইত্যাদি আগেয়ে জনা কথাৰ লগত তুলনা কৰি আলোচনা কৰিব লাগে আৰু ছপা মেপত সেই সেই স্থান, নদী বা পৰ্ব্বতৰ স্থিতি আলোচনা কৰা কথাৰ লগত মিল ৰাখি ছপা মেপত দেখুৱাই দিব লাগে। ইয়াৰ পাছত লৰাক পৰীক্ষা কৰি চাব লাগে সেই স্থান বা নদী পৰ্ব্বত আদিৰ বিষয়ে লৰাৰ জ্ঞান হৈছে নে নাই। তেতিয়া সেই স্থান বা নদী পৰ্ব্বত আদি লৰাই নিজৰ মেপত যথা স্থানত বহুৱাব। ভুল হলে শিক্ষকে শুধৰাই দিব। এইদৰে এদিনৰ পাঠ যিমান খিনি হব পাৰে সিমান খিনিৰ হে আলোচনা কৰি লৰাৰ মেপত বহুৱাব। তাৰ পাছত হে নম্বৰ দি টোকা লিখিব। টোকাত অনাৱশ্যক কথাবোৰ নাইবা ভূগোলত থকা কথাবোৰ লিখিব নালাগে।

## ভূগোল শিকোৱাৰ ক্ৰম—

১। আগৰ দিনৰ পাঠটো পৰীক্ষা কৰি চাব।

২। লৰাৰ মেপৰ বহীত আগেয়ে যিমান দূৰ আঁকা হৈছে আৰু যিবোৰ বিষয়ে শিক্ষা হৈ গৈছে সেইবোৰ স্থান নদী ইত্যাদি লৰাৰ মেপত (ক্ৰমবৰ্দ্ধিত হিচাবে) আছে নে নাই শিক্ষকে পৰীক্ষা কৰি লব। নহলে সিমান খিনি আঁকাই লব লাগিব।

৩। যি বিষয়ে পাঠ হব সেই বিষয়ে শিক্ষকে আলোচনা আৰম্ভ কৰিব আৰু ছপা মেপৰ সহায়ত লৰাৰ মেপত স্থান, নদী, পৰ্ব্বত আদি যি বিষয় আলোচনা হব শিক্ষকৰ সহায়ত লৰাই বহুৱাব।

৪। এদিন যিমানখিনি শিক্ষা দিব লাগে সিমানখিনিৰ বিষয়ে আৰু সিমান খিনি মেপত বহুৱা হৈ গলে লৰাই মেপত নম্বৰ দিব আৰু সেই নম্বৰ অনুসাৰে টোকা লিখিব।

৫। শিক্ষকে আকৌ লৰাক সুধি চাব ("জ্ঞান পৰীক্ষা কৰা প্ৰশ্নৰ দ্বাৰা) লৰাৰ পাঠ শিক্ষা হৈছে নে নাই।

৬। তাৰ পাছত সিদিনাৰ পাঠৰ সাম্ৰৰণি মাৰিব।

মন্তব্য ঃ—লগে লগে শিক্ষকে বৰ্ডত মেপ আঁকি শিক্ষা দিব পাৰিলে ভাল। প্ৰাইমেৰী স্কুলত সম্ভৱ নহলে ছপা মেপৰ সহায়ত শিক্ষা দিব পাৰে। শিক্ষকে নিজে এখন মেপ আঁকিলে ভাল। কাগজত আঁকিলে একেখন মেপেৰে বহুত দিন শিক্ষা দিব পাৰিব।

যিবোৰ বিষয়ে শিক্ষা দিব সেইবোৰ বিষয়ে শিক্ষকে স্কিম বুকুত নোট লিখিব।

## মেপ অঙ্কন ঃ—

১। প্ৰথমতে টেবিল, স্কুলঘৰ, স্কুলকম্পাউণ্ড এইবোৰ জুখি স্কেল কাক বোলে বুজাব লাগে। (২য় মানত)। ইয়াৰ পাচত মেপ চাই স্থানৰ দূৰত্ব বুজাব। চিত্ৰাঙ্কন শিকাওঁতে স্কেল কি বুজাব পাৰি।

২। কাৰ্ডবোৰ্ডৰ সহায়ত মেপ অকাঁব লাগে। ৩য় মানত ট্ৰেচ্ কৰা মেপৰ সহায়তো অকাঁব পাৰে।

৩। শিক্ষা দানৰ লগে লগে ক্ৰমবৰ্দ্ধিত হিচাবে মেপ অঙ্কন হৈ যাব লগে। শেষ মেপখন সম্পূৰ্ণ হব লাগে আৰু সম্পূৰ্ণ মেপৰ টোকা থাকিব নালাগে। মেপখনৰ ভিতৰতে নামবোৰ লিখিব—যিমান পৰিষ্কাৰ কৈ পাৰে সিমান পৰিষ্কাৰকৈ। অনেক স্কুলত সম্পূৰ্ণ মেপ নকাঁয়। ফলত ছপা মেপৰ নিচিনাকৈ মেপ আঁকিবলৈ লৰাই সুবিধা নাপায়।

৪। নিজৰ জিলাৰ, অসমৰ আৰু ভাৰতবৰ্ষৰ শিক্ষা হৈ গলে আগত মেপ ৰাখি কিছুদিন সেই সেই মেপ আঁকিবলৈ দিব। ইয়াৰ পাছত কল্পনাৰ পৰা অৰ্থাৎ মেপ নোচোৱাকৈ সেই সেই মেপ আঁকিবলৈ অভ্যাস কৰাব। চিত্ৰাঙ্কনৰ ভিতৰতো মেপ অঙ্কন দিব পাৰি।

ক্ৰমবৰ্দ্ধিত হিচাবে (by gradual development) মেপ অঙ্কনৰ ক্ৰম—

(১) সীমা (২) সীমা, প্ৰাকৃতিক বিবৰণ (৩) সীমা, প্ৰাকৃতিক বিবৰণ আৰু ৰাজনৈতিক বিবৰণ (৪) সীমা, প্ৰাকৃতিক, *ৰাজনৈতিক আৰু উৎপন্ন বস্তুৰ বিবৰণ। আৱশ্যক মতে ৪খন, ৫খন, ৬খন, বা ৭খন মেপ অকাঁব পাৰিব।

এই ক্ৰমত মেপ অঙ্কন আৰু শিক্ষা দান হব লাগে।

(৫) পেন্সিলেৰে মেপ আঁকিব আৰু আৱশ্যক অনুযায়ী ৰং দিব। তলত লিখা দোষবোৰ হব নালাগে।

(১) স্কেলৰ ব্যৱহাৰ নজনা (২) মেপ পৰ্য্যবেক্ষণ নকৰা (৩) ক্ৰমবৰ্দ্ধিত হিচাবে মেপ নকোঁৱা। (৪) শিক্ষকে শুধৰাইদি আকৌ ছাত্ৰক শুদ্ধকৈ আঁকিবলৈ

---

* যাতায়াত সম্পৰ্কে ৰাজনৈতিক বিবৰণৰ ভিতৰতে শিক্ষা দিব পাৰি। ইয়াৰ বাবে এখন বেলেগ মেপো অঙ্কন কৰিব পাৰি।

নিদিয়া (৫) গোটেইখন ভূগোলৰ নোট লিখা (৬) নিজৰ জিলাৰ সম্পূৰ্ণ জ্ঞান নোহোৱা আৰু ৩য় মানত নিজৰ জিলাৰ বিষয়ে পুনৰালোচনা কৰোঁতে ৩।৪ মাহ কটোৱা।

**চিত্ৰাঙ্কন** ঃ—কেৰিকুলামত যিবোৰ বিষয়ে ছবি আঁকিবলৈ কোৱা হৈছে সেই বোৰ বিষয়ে অনেক শিক্ষকে ছবি নকাঁয়। সেইবাবে পৰিশিষ্টত ২য় মান আৰু ৩য় মানৰ বাবে মাহ হিচাবে ভাগ কৰি মোটামুটি স্কিম এখন তৈয়াৰ কৰি দিয়া হ'ল। শিক্ষকৰ সুবিধা অনুযায়ী সালসলনি কৰি লব পাৰে।

চিত্ৰাঙ্কন কৰাওঁতে বহুত শিক্ষকে শুধৰাই দিয়াৰ পাছত লৰাৰ দ্বাৰা পুনৰায় নকাঁয়; আকৌ, এবাৰ অকাঁৰ পাছত দ্বিতীয়বাৰ আঁকিবলৈ নিদিয়ে। পুনঃ পুনঃ আঁকিলেহে চিত্ৰ ভাল হয় আৰু কলাবিদ্যাৰ ফালে ৰাপ বাঢ়ে। সৌন্দৰ্য্য জ্ঞান আৰু কলাবিদ্যাৰ ভিতৰত ওচৰ সম্বন্ধ। ইয়াৰ মূলভেটি প্ৰাইমেৰী স্কুলতে গঢ়িব পাৰিলে শিক্ষকৰ যত্নৰ সাৰ্থকতা হয়। শিক্ষকৰ বিদ্যা, দৰ্ম্মহা আৰু নানা অসুবিধাৰ ফালে চালে আটাইবোৰ বিষয়ে শিক্ষকে সম্পূৰ্ণৰূপে শিক্ষা দিব পৰা সম্ভব নহয় তথাপি যিমানদূৰ পাৰি চেষ্টা কৰাত দোষ নাই।

চিয়াঁহিৰে চিত্ৰ আঁকিব দিব নালাগে। পেন্সিল, কাগজ আৰু ৰবাৰ ভাল হব লাগে। শিক্ষকে নিজে ছবি ভালকৈ আঁকিব পাৰিলে ভাল হয়, নহলে দৰকাৰী ছবিখিনি গোটাব লাগে। বস্তু আগত ৰাখি আঁকিব দিয়া ভাল।

ছবি আঁকিবলৈ দিয়াৰ আগত বস্তুটোৰ বিষয়ে লৰা বিলাকৰ ভাল জ্ঞান হব লাগে।

ছবি অঁকাৰ বিষয়ে আৰু ৰেখা টনা সম্পৰ্কে শিক্ষকৰ বিশেষ অভিজ্ঞতা আৰু ধাৰণা থকা দৰকাৰ।

## চিত্ৰাঙ্কন ঃ—

**দ্বিতীয় মান শ্ৰেণীৰ বাবে।**

মাৰ্চ্চ মাহত—নিচান, নালে সৈতে পেন্সিল, টুপী।

এপ্ৰিল মাহত—হেঙুল, পাখিৰ কলম দোৱাত।

মেই মাহত—দা, কোৰ, কুঠাৰ।

জুন মাহত—কৰত, তলা, চাবি।

জুলাই, আগষ্ট মাহত—থাল, চামুচ বাটি, তেল ভৰোৱা পিপা।

চেপ্তেম্বৰ মাহত—অমৃতা, কল, আম।

অক্টোবৰ মাহত—ডালিম, নাৰিকল, আতলচ।

নবেম্বৰ মাহত—জাতিলাও, বগালাও, পিয়াজ।

ডিচেম্বৰ জানুৱাৰী মাহত—জিলাৰ মেপ।

**তৃতীয় মান শ্ৰেণীৰ বাবে।**

মাৰ্চ্চ মাহত—মৈ, যুৱলী, নাঙল।

এপ্ৰিল মাহত—কেচি, কাচি, খন্তি।

মেই মাহত—চুৰি। কটাৰি, কেৰাহি, ঘটি।

জুন মাহত—মূলা, ভোল, জিকা।

জুলাই, আগষ্ট মাহত—বেঙেনা, আইতপাত, পাতে সৈতে আম, ধতুৰা ফুল।

চেপ্তেম্বৰ মাহত —বটল, গিলাচ, বানবাটি।

অক্টোবৰ মাহত—কলহ, বালটি, মেলা ছাতি।

নভেম্বৰ মাহত—কচু গছ, কল গছ, নাৰিকল গছ।

ডিচেম্বৰ মাহত—কাৰৈ মাছ, পাতিহাঁহ, কাউৰী।

জানুৱাৰী মাহত—অসম প্ৰদেশৰ মেপ, ভাৰতবৰ্ষৰ মেপ।

## হাতৰ কাম ঃ—

শ্ৰেণীৰ ৰুটিনত হাতৰ-কামৰ বিষয়ে ঠাই পাব লাগে। স্কুলতে হাতৰ কাম কৰাব লাগে। এই বিষয়টো শিক্ষা দিবৰ সময়ত শিক্ষকৰ মানসিক পৰিশ্ৰমৰ কিছু লাঘব হয় আৰু অৱস্থাবিশেষে আন আন শ্ৰেণীবোৰৰ প্ৰতি মনোযোগ দিবৰ সুবিধা হয়।

লাগতিয়াল বস্তু সাজিবলৈ শিকাব লাগে। কেৰিকুলামৰ লগত সম্বন্ধ ৰাখি পৰিশিষ্টত মোটামুটি স্কিম এখন কৰি দিয়া হ'ল।

অনেক স্কুলত হাতৰ কামৰ বস্তু বিক্ৰি কৰি লৰা বিলাকৰ সুকীয়া ফণ্ড খুলিছে। অনেক স্কুলতে অনেক লৰাই স্কুলত হাতৰ কাম শিকি ভৱিষ্যৎ জীৱনত জীৱীকা উপাৰ্জ্জনৰ বাটৰ দিহা পাইছে। স্কুল কেৰিকুলামত এই অৰ্থে হাতৰ কাম দিয়া হৈছে।

অনেক শিক্ষকে এই বিষয়টো অবহেলা কৰে। ই অন্যায়।

ইয়াৰ লগত দিয়া স্কিম খনেই যে আটাইতকৈ ভাল সেইটো নহয়। ই নমুনা হে। সাধাৰণতঃ শিক্ষক সকলে এবাৰ হে কৰায়। যি কাম শিক্ষকৰ পক্ষে অতি সহজ, সেই কাম লৰাৰ পক্ষে সহজ নহয়। সেই বাবে এটা কামকে পুনঃ পুনঃ কৰাব লাগে; আৰু স্কুল কম্পাউণ্ডতে শ্ৰেণী পাতি শিক্ষা দিব লাগে। এই বিষয় অনেক শিক্ষকে অবহেলা কৰে, ই উচিত নহয়। অনেক স্কুলত হাতৰ কামৰ বস্তু হাটত বেচি সুকীয়া ফণ্ড খুলি লৰাৰ বাবে অনেক হিতকৰ কাম সাধিছে। এই ফণ্ডৰ পৰা দুখীয়া লৰাক চিলেট, কিতাপ আদি কিনি দিবৰ দিহা কৰিব পাৰি নাইবা আন কোনো হিতকৰ কাম সাধন কৰিব পাৰিব।

## হাতৰ কাম ঃ—

মাৰ্চ্চ মাহ—খ মান—বাহঁৰ পেন্সিল ভৰোৱা হেণ্ডেল।
১ম মান—বহী আৰু পেঞ্চিল হেণ্ডেল।
২য় মান—বহী বন্ধা, ৰুল টনা কাগজ তৈয়াৰ কৰা।
৩য় মান—বহী বন্ধা, ৰুল টনা কাগজ তৈয়াৰ কৰা।

এপ্ৰিল মাহ—খ মান—কাগজ ভাজ কৰা।
১ম মান—মেপ দেখুৱা শলা।
২য় মান—স্কেল ৰুলাৰ, পেঞ্চিল হেণ্ডেল।
৩য় মান—স্কেল ৰুলাৰ, পেঞ্চিল হেণ্ডেল।

মেই মাহ—খ মান—কাগজৰ বেগ।
১ম মান—কাগজৰ টুপী আৰু নিচান।
২য় মান—কাগজৰ শিকলি, কাগজৰ নাও।
৩য় মান—কাগজ কটা।

জুন মাহ— খ মান—মাটিৰ ফল।
১ম মান—বাহঁৰ ধনুশৰ।
২য় মান—বাহঁৰ ধনুশৰ।
৩য় মান—কিতাপ বন্ধা।

জুলাই, আগষ্ট মাহ—খ মান—মাটিৰ বল, মাটিৰ কণী।
১ম মান—মাটিৰ আম।
২য় মান—মাটিৰ অমৃতা।
৩য় মান—বাহঁৰ নাঙল যুৱলী।

চেপ্তেম্বৰ মাহ—খ মান—মাটিৰ কণী।
১ম মান—মাটিৰ বেঙেনা।
২য় মান—মাটিৰ ফল।
৩য় মান—বাহঁ ফলা।

অক্টোবৰ মাহ—খ মান—মাটিৰ কমলা টেঙা।
১ম মান—মাটিৰ বেঙেনা।
২য় মান—মাটিৰ ফল।
৩য় মান—বাহঁ ফলা।

নবেম্বৰ মাহ—খ মান—মাটিৰ কমলা টেঙা।
১ম মান—মাটিৰ দোৱাত।
২য় মান—মাটিৰ বাটী।
৩য় মান—বাহঁৰ ভাবি।

ডিচেম্বৰ মাহ—শ মান—মাটিৰ ববাব টেঙা।
১ম মান—বাহঁৰ বন্দুক।
২য় মান—মাটিৰ চৰিয়া।
৩য় মান—বাহঁৰ খৰাহি।

জানুৱাৰী, ফেব্ৰুৱাৰী—যাৰ যিটো ভাল হয় তাৰে এবিধ বা দুবিধ ভাল দৰে কৰিব।
৩য় মানত—ইটা প্ৰস্তুত কৰা।

ব্যায়াম—নতুন পদ্ধতিৰ ব্যায়াম আমাৰ স্কুল বিলাকৰ বাবে উপযুক্ত হৈছে। খেল ধেমালিৰ মাজেদি শাৰীৰিক চৰ্চ্চাৰ বাট উলিয়াছে। শ্ৰেণীৰ কটিনত নতুন পদ্ধতিৰ ব্যায়ামেই ঠাই পাব লাগে। অনেক স্কুলত এই বিষয়ে অবহেলা কৰে। প্ৰত্যেক স্কুলৰ ওচৰতে ব্যায়ামৰ বাবে এডোখৰ ঠাই উলিয়াব লাগে। যি স্কুলৰ কম্পাউণ্ড ডাঙৰ তাৰ পশ্চিম ফালে ছাঁ হবলৈ গছ কই দিব লাগে।

গাঁৱলীয়া খেল ধেমালি বোৰ ব্যায়ামৰ অঙ্গ।

স্কুলৰ সময়ত ব্যায়াম নকৰাই আবেলি খেলিবৰ সময়ত শিক্ষা দিব পাৰিলে ভাল। তেতিয়া হলে শ্ৰেণীৰ কটিনত ঠাই নাথাকিলেও হয়।

বাগিচাৰ কাম—খেতি বাতি আৰু শাঁক পাচঁলি উৎপন্ন কৰিবলৈ শিক্ষা দিবলৈ বাগিচাৰ কামে প্ৰাইমেৰী স্কুলৰ কেবিকুলামত ঠাই পাইছে। শিক্ষকৰ তত্ত্বাবধানত স্কুল কম্পাউণ্ডত লৰাই নিজে নিজে বাগিচাৰ কাম কৰিব। স্কুলৰ লৰাৰ বাবে বাগিচাৰ কাৰণে সুকীয়াকৈ কিছু মাটি লব পাৰিলে বেচি ভাল হয়। উপাৰ্জ্জিত শস্য লৰাই ঘৰলৈ নিব পাৰে আৰু শিক্ষকৰ তত্বাবধানত তাৰ সুদিহা কৰিব পাৰে। ফুলৰ বাগিচাই লৰাৰ সৌন্দৰ্য্য জ্ঞান বঢ়ায় আৰু লৰাৰ মনত পবিত্ৰ ভাবৰ সৃষ্টি কৰে।

স্বাস্থ্য বিজ্ঞান ঃ—এই বিষয়ে ডাক্তৰি বিভাগৰ পৰা (Public Health Department ) অনেক পুথি বিনামূল্য বিতৰণ কৰিছে। আমাৰ স্কুল বিলাকত বিশেষকৈ আদৰেৰে বিতৰণ কৰিছে। যি বোৰ বিষয়ে উপদেশ দিছে সেই বিষয়বোৰ অতি উজু আৰু অলপ যত্ন কৰিলেই পালন কৰিব পাৰি। অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিঃ জি, এ, স্মল চাহাবে তেজপুৰত বহা শিক্ষক সন্মিলনৰ অধিবেশনত এই বিষয়ে অতি সাৰুৱা উপদেশ দিছে। তলত তাৰ পৰা উদ্ধৃত কৰি দিয়া হ'ল।

"স্কুল পৰিদৰ্শনৰ সময়ত দেখিবলৈ পাওঁ যে বহুত লৰাই বৰ্ডলৈ চাবলৈ চেষ্টা কৰি চকু ঘূৰাবলৈ ধৰে। সেই লৰাবোৰৰ নিশ্চয় চকুৰ দোষ আছে। বহুত লৰাই ভালকৈ উশাহ নিশাহ লব নোৱাৰে আৰু বহুত লৰাক আধা মেল খোৱা মুখেৰে সৈতে তোলা যেন দেখিবলৈ পাওঁ।

এই বেমাৰ আৰু অসুখ বোৰৰ হাত সাৰিবলৈ হয়তো সামান্য অস্ত্ৰোপচাৰৰ দৰকাৰ হব পাৰে বা এই অসুখবোৰ বেছি নহবলৈ আতি সামান্য যত্নৰ দৰকাৰ হব পাৰে। কিন্তু তাৰ পাচতেই অবিলম্বে লৰাইতৰ সুন্দৰ মুখ আৰু প্ৰচুৰ জীবনীশক্তি পৰিপূৰ্ণ স্বাস্থ্য দেখা যাব।

প্লীহা আৰু মজ্জাগত মেলেৰিয়া আপোনালোকৰ প্ৰায় সকলোৰে আছে। এই সাধাৰণ বেমাৰবোৰৰ বিৰুদ্ধে যুজিবলৈ এই প্ৰদেশৰ সকলো শিক্ষকে যোগ হৈ ঘোৰতৰ আন্দোলন সৃষ্টি কৰিব লাগে; লৰাবিলাকৰ অভাব অভিযোগলৈ পিতা মাতাৰ দৃষ্টি আকৰ্ষণ কৰিব লাগে আৰু নিজৰ নিজৰ স্কুলৰ লৰাছোৱালীবিলাকে সহজে আৰোগ্য হব পৰা কোনো বেমাৰত নুভুগে তাৰ বাবে সাবধান হব লাগে।

বেমাৰ হোৱাৰ পাছত আৰোগ্যৰ প্ৰতিকাৰৰ বাবে কৰা এশ প্ৰকাৰ ব্যবস্থাতকৈ বেমাৰ নহবলৈ কৰা একপ্ৰকাৰ ব্যবস্থা বেছি ভাল।

মোৰ ইঙ্গিত এই যে সাধাৰণ স্বাস্থ্য সম্বন্ধীয় নিয়ম বোৰ পালন কৰিবলৈ শৰীৰ আৰু মন বাহ্যিক আৰু আন্তৰিক ভাবে পৰিষ্কাৰ আৰু উৎসাহিত ভাব ৰাখিবলৈ ব্ৰাহ্মণ-শূদ্ৰ—মুছলমান—খৃষ্টান জাতি নিৰ্ব্বিশেষে শাৰীৰিক পৰিশ্ৰমত অভ্যস্ত হবলৈ আৰু মস্তিষ্ক পৰিচালনাত যি গৌৰব অনুভব কৰে শাৰীৰিক পৰিশ্ৰমতো সেই গৌৰব অনুভব কৰিবলৈ শিক্ষা দি আপোনাসকলৰ জাতিটোক আপোনা সকলে বলবান্ আৰু স্বাস্থ্যবান্ কৰি তুলিব পাৰে।"

—০—

## তৃতীয় অধ্যায়

# কেৰিকুলাম (পাঠ্যতালিকা)

## শিক্ষা বিভাগ

**২ জানুৱাৰী, ১৯৫১**

## জ্ঞাতব্য বিষয়

১। ‘ক’ মান, ‘খ’ মান আৰু ১ম মানৰ পৰা ৩য় মানলৈকে নিৰূপিত পাঠ্যবিলাক প্ৰাইমেৰী স্কুলৰ বাবে বুলি বুজিব লাগিব।

২। কোনো এঠাইত যদি অধিক সংখ্যক নিম্ন প্ৰাইমেৰী স্কুল থাকে, তাত যত্ন আৰু পৰিশ্ৰমৰ লাঘৱৰ নিমিত্তে এটা মাত্ৰ স্কুলতে কেৱল দ্বিতীয় মান আৰু তৃতীয় মান শ্ৰেণীৰ শিক্ষাৰ ব্যৱস্থা কৰিব পাৰে।

৩। পাঠ্যতালিকাৰ ভিতৰত তলত আঁচ টনা বিষয়বিলাক কেৱল মাথোন মজলীয়া (ছাত্ৰবৃত্তি) স্কুলৰ নিমিত্তে ধৰা হৈছে।

৪। মজলীয়া স্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষাৰ বাবে যিখিনি ইচ্‌লাম বৰ্হিভূত বিষয়ৰ আৱশ্যক সেইখিনি বিষয় মাথোন মধ্য মাদ্ৰাচাৰ তৃতীয় মানৰ পৰা ষষ্ঠমানলৈকে শিক্ষা দিব পাৰিব।

৫। স্থানীয় কৰ্তৃপক্ষই প্ৰাইমেৰী স্কুলৰ বাবে দৈনিক একেৰাহে এবাৰ নাইবা দুবাৰ স্কুল বহাৰ বন্দোবস্ত কৰিব পাৰে, যেনে,—

(ক) ‘ক’ মান আৰ ‘খ’ মান, প্ৰথমবাৰ ২ ঘণ্টাৰ পৰা ২½ ঘণ্টালৈকে।

(খ) প্ৰথম মানৰ পৰা তৃতীয় মানলৈকে, দ্বিতীয়বাৰ ৩ ঘণ্টাৰ পৰা ৪ ঘণ্টালৈ নতুবা একে স্কুলৰ একে বৈঠকতে দিনৰ প্ৰথম ছোৱাত নিম্নশ্ৰেণীবিলাকত বিশেষ মনোযোগেৰে শিক্ষা চলাই আৰু ২½ ঘণ্টাৰ পৰা ৩ ঘণ্টাৰ পাছত উক্ত শ্ৰেণী বিদায় দি শেষ ছোৱাত শিক্ষকসকলে ওপৰ শ্ৰেণীবিলাকৰ শিক্ষাত মনোযোগ দিয়াৰ বন্দবস্ত কৰিব পাৰে।

শিক্ষকে নিম্নশ্ৰেণীৰ কামত লাগি থকা সময়ত ওপৰ শ্ৰেণীৰ ছাত্ৰ-সকলক নিজে নিজে কৰিব পৰা নিৰ্দিষ্ট কামত লগাই থব।

৬। স্কুলীয়া বছৰৰ আৰম্ভতে ভৰ্ত্তিহোৱা বুদ্ধিমান আৰু নিয়মিতৰূপে উপস্থিত ছাত্ৰ এজনে ‘ক’ মান আৰু ‘খ’ মানৰ নিৰূপিত পাঠ্য এবছৰৰ ভিতৰতে কৰিব পাৰে।

৭। নতুন পাঠ্যপুথি, চাৰ্ট প্ৰভৃতি সঁজুলিবিলাক তৈয়াৰ হৈ নুঠেমানে শিক্ষক আৰু ছাত্ৰৰ নিমিত্তে মনোনীত পাঠ্যতালিকাভুক্ত কিতাপৰ সহায়েৰেই পাঠ্যবিষয়বিলাক যিমানদূৰ পাৰি চলাব লাগিব।

৮। মুছলমান ছাত্ৰসকলে জীৱজন্তুৰ ছবি আঁকিবৰ আৱশ্যক নহব।

৯। এ সপ্তাহত পাঁচ দিন সম্পূৰ্ণ স্কুল আৰু এদিন আধা স্কুল বহিব লাগে। নিম্ন প্ৰাইমেৰী স্কুলবোৰ ৰাতিপুৱা বহাই ভাল। প্ৰতি দিনৰ প্ৰতি শ্ৰেণীৰ কাৰ্য্যৰ সময় তলত দিয়া হ'ল। ঠাই আৰু পাৰিপাৰ্শ্বিক অৱস্থা অনুযায়ী অৱশ্যে ইয়াৰ অদল-বদল হব পাৰিব। সম্পূৰ্ণকৈ বহা স্কুলৰ প্ৰতি শ্ৰেণীৰ প্ৰতি দিনৰ কাৰ্য্যৰ সময় তলত দিয়া হ'ল ঃ—

| | |
|---|---|
| 'ক' মান আৰু 'খ' মান | ২½ ঘণ্টা |
| ১ম মান | ৩ ঘণ্টা |
| ২য় মান আৰু ৩য় মান | ৩½ ঘণ্টাৰ পৰা ৪ ঘণ্টা |

আধাকৈ বহা স্কুলৰ প্ৰতি শ্ৰেণীৰ প্ৰতি দিনৰ কাৰ্য্যৰ সময় ঃ—

| | |
|---|---|
| ক' মান আৰু 'খ' মান আৰু ১ম মান | ১½ ঘণ্টা |
| ২য় মান আৰু ৩য় মান | ২ ঘণ্টা |

স্কুল সম্পূৰ্ণকৈ বহা কেইদিন আধা ঘণ্টাকৈ বিশ্ৰাম দিব লাগিব।

তলত প্ৰাইমেৰী স্কুলৰ এক সপ্তাহৰ কাৰ্য্য তালিকা দিয়া হল।

সাধাৰণতে এই তালিকামতে চলা উচিত। কিন্তু সময়, ঠাই আৰু পাৰিপাৰ্শ্বিক অৱস্থা অনুযায়ী ইয়াৰ যুক্তিসঙ্গত অদল-বদল হব পাৰিব।

## প্ৰাইমেৰী স্কুলৰ এক সপ্তাহৰ কাৰ্য্যতালিকা

| বিষয় | পিৰিয়ডৰ সংখ্যা 'ক' আৰু 'খ' মান | পিৰিয়ডৰ সংখ্যা ১ম মান | পিৰিয়ডৰ সংখ্যা ২য় মান | পিৰিয়ডৰ সংখ্যা ৩য় মান | মন্তব্য |
|---|---|---|---|---|---|
| ১। মাতৃভাষা— | | | | | |
| (ক) পঠন | ৫ | ৫ | ৬ | ৬ | |
| (খ) সাধুকথা কোৱা কথা-বতৰা আৰু লিখন | ৪ | ৫ | ৬ | ৬ | |
| ২। অঙ্ক আৰু মৌখিক অঙ্ক | ৫ | ৬ | ৬+১ | ৬+১ | |
| ৩। সামাজিক শিক্ষা আৰু ভূগোল | × | ২ | ৩ | ৩ | |

| | | | | |
|---|---|---|---|---|
| ৪। সাধাৰণ জ্ঞান আৰু স্বাস্থ্য বিজ্ঞান | ২ | ২ | ৩ | ৩ |
| ৫। চিত্ৰাঙ্কণ | ১ | ২ | ২ | ২ |
| ৬। হাতৰ কাম, বাগিচাৰ কাম আৰু নৈতিক শিক্ষা | ২ | ৩ | ৪ | ৪ |
| ৭। ব্যায়াম আৰু খেল ধেমালি | ৫ | ৫ | ৩ | ৩ |

তলতীয়া শ্ৰেণীবোৰত অৰ্থাৎ 'ক', 'খ' আৰু ১ম মানত লিখা কামতকৈ সাধুকথা কোৱা আৰু কথা-বতৰা কোৱাত বেচিকৈ জোৰ দিব লাগিব। ৰচনা আদি লিখিবলগীয়া বিষয়বোৰ আনন্দদায়ক, উদ্দেশ্যমূলক আৰু যিমানদূৰ সম্ভৱ লৰাৰ অভিজ্ঞতা থকা নাইবা লৰাই দেখা-শুনা হ'ব লাগে। পাঠৰ লগত সম্বন্ধ থকা লৰাই দেখা সকলো ধৰণৰ আনন্দদায়ক বিষয় লৰাক বৰ্ণনা কৰিবলৈ দিব লাগে।

প্ৰাইমেৰী শিক্ষাৰ লগত সংশ্লিষ্ট সকলোৱে প্ৰাইমেৰী কাৰিকুলাম চব্ কমিটিৰ তলত দিয়া মন্তব্যবিলাকৰ প্ৰতি মন কৰিব :—

(১) ছাত্ৰই শিক্ষাৰ কেন্দ্ৰ হোৱা উচিত।

(২) শিক্ষাৰ যি কোনো বিষয়তে নহওক কিয় লৰাৰ স্বতঃপ্ৰবৃত্ত আগ্ৰহ সম্পূৰ্ণভাৱে কামত লগাব লাগে। লৰা যাতে সক্ৰিয় হয় তাৰ পিনে দৃষ্টি ৰাখিব লাগিব।

(৩) সামাজিক আৰু শাৰীৰিক বাস্তৱ পৰিবেষ্টনত বাস্তৱ বস্তুৰ জৰিয়তে শিক্ষা দিয়া উচিত আৰু সেই কাৰণে শিক্ষণীয় বিষয়বোৰ যথাসম্ভৱ বাস্তৱতাৰ লগত সম্পৰ্কযুক্ত হ'ব লাগে।

(৪) বাগিচাত, স্কুলঘৰত নাইবা বাহিৰা কোনো ঠাইত লৰাই কাম কৰাৰ লগে লগে সামাজিক শিক্ষা, গণিত আৰু প্ৰাকৃতিক বিজ্ঞানৰ ভালেখিনি শিকাব লাগে।

(৫) লৰাৰ স্বাস্থ্য আৰু চৰিত্ৰ গঠনৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিব লাগে। লৰাক এনেদৰে পৰিচালনা কৰা উচিত যেন সিহঁতে ভাল অভ্যাস, ভদ্ৰব্যৱহাৰ, সময়ানুবৰ্ত্তিতা, দেশপ্ৰেম, সঙ্ঘবদ্ধ কাম, খেলুৱৈসুলভ মনোবৃত্তি, আত্মবিশ্বাস আৰু কৰ্ত্তব্যপৰায়ণতা শিক্ষা লাভ কৰিব পাৰে।

(৬) বাগিচাৰ কামৰ লগত আৰু স্কুলঘৰৰ ওচৰাওচৰি ঠাইত ফুৰি চাকি প্ৰকৃতিক বিজ্ঞানৰ বহুখিনি শিকাব পাৰি।

(৭) বিশ্ৰামৰ সময়ত লোক সঙ্গীত, লোক নৃত্য আৰু একেলগে জাতীয় সঙ্গীত গোৱা ইত্যাদি কামত উৎসাহ দিব লাগে।

# শিক্ষাৰ সাধাৰণ সূচী

## ১। মাতৃভাষা—(অসমীয়া)

**বিশেষ দ্ৰষ্টব্য ঃ**—অসমৰ সকলো স্কুলতে অসমীয়াৰ জৰিয়তে শিক্ষা দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। এই কাৰণে অসমীয়া ভাষা পঢ়া আৰু পঢ়োৱাৰ প্ৰতি বিশেষ দৃষ্টি দিব লাগিব। শ্ৰুতলিপিত আৰম্ভণিৰে পৰা শুদ্ধ বানান, পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু ভাল হাতৰ আখৰৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিব লাগিব।

**'ক' মান আৰু 'খ' মান।**

লক্ষ্য ৰাখিব লাগিব যেন লৰাই চিঞৰি পঢ়িব পাৰে। শুদ্ধ পঠনৰ পিনে বেছি মনোযোগ দিব লাগিব। অলপ অচৰপ লিখিব জনাও হব লাগে; সাহিত্য কিতাপখন ছবিৰে বুজাই দিয়া আৰু সুশোভন হোৱা উচিত আৰু তাত সৰু লৰা ছোৱালীৰ উপযুক্ত ভালেমান সৰু সৰু পদ্য থাকিব লাগে। কিন্তু পাঠ্য বিষয় আনন্দদায়ক আৰু সহজ হব লাগে। সাধাৰণতে ব্যৱহাৰ নোহোৱা টান শব্দ পৰিত্যাগ কৰা উচিত। সদায় ব্যৱহাৰ হোৱা সংযুক্ত শব্দহে কিতাপত থাকিব লাগে। বিজ্ঞান, কৃষি আৰু শিল্প সম্বন্ধীয় দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা শব্দবোৰহে শিকোৱা উচিত। এই শ্ৰেণী দুটাৰ কাৰণে নিৰ্দ্দিষ্ট সাহিত্য দুখনত লৰাৰ পৰিবেষ্টনৰ উপযোগী যুক্তিসঙ্গত শব্দবোৰহে ব্যৱহাৰ কৰা উচিত।

**১ম মান**

**পঢ়া ঃ**—সৰল সাধুকথাৰ কিতাপ পঢ়া আৰু বুজা। ৫০ শাৰী কবিতা শিকোৱা আৰু তাৰ ২০ শাৰী আবৃত্তি কৰা। পাঠ্য পুথিৰ ছবি সম্বন্ধীয় কথা-বতৰা।

**লিখা ঃ**—ই ইঞ্চিৰ বেছি নোহোৱা আখৰ লিখা। পাঠ্য পুথিৰ পৰা বাক্য চাই লিখা।

**বানান আৰু শ্ৰুতলিপি ঃ**—মনোনীত কিতাপৰ পৰা।

**ৰচনা ঃ**—মৌখিক ৰচনা; সৰল চিঠি লিখা আৰু অতি সৰল সাধু কথা লিখা।

**বিশেষ দ্ৰষ্টব্য ঃ**—লৰাই যাতে চাফ চিকুণকৈ আৰু স্পষ্টকৈ লিখে তাৰ পিনে বিশেষ চকু ৰাখিব লাগিব। লৰাক নিজ ভাষাত ভাব প্ৰকাশৰ যথেষ্ট সুবিধা দিব লাগিব। লৰাৰ নিজৰ জীৱনৰ যি কোনো ঘটনা এনে কি খোৱা-লোৱাৰ বিষয়েও সৰল আৰু সৰু সৰু বাক্যত প্ৰকাশ কৰিবলৈ দিব লাগে। পাঠ্য কিতাপৰ পাঠৰ সাৰাংশ মনৰ পৰা লিখিব দিব লাগে।

### ২য় মান

পঢ়া ঃ—মঞ্জুৰী পাঠ্য পুথি এখন। ১০০ শাৰী কবিতা শিকোৱা উচিত আৰু তাৰ মনত লগা কম হলেও অন্ততঃ ৩০ শাৰী আবৃত্তি কৰা।

লিখা ঃ—½ ইঞ্চিৰ অনাধিক আখৰ লিখা।

শ্ৰুতলিপি আৰু বানান ঃ—৮ শাৰীৰ অনাধিক শ্ৰুতলিপি। দাৰিৰ ব্যৱহাৰ শিক্ষা।

ৰচনা ঃ—১ম মানৰ নিচিনা মৌখিক ৰচনা। সাধুকথা লিখা আৰু পিতা, মাতা আৰু ভাই-ককাইলৈ সৰল চিঠি লিখা।

### ৩য় মান

পঢ়া ঃ—এখন মঞ্জুৰী পাঠ্য কিতাপ। কম হলেও ১২০ শাৰী কবিতা শিকোৱা উচিত আৰু তাৰে অন্ততঃ ৪০ শাৰী আবৃত্তি।

মনে মনে পঢ়া ঃ—মঞ্জুৰী কিতাপৰ পৰা কোনো কোনো পাঠ মনে মনে পঢ়িবলৈ অভ্যাস কৰিব লাগে।

বাক্য ৰচনা আৰু মৌখিক ৰচনা ঃ—

জনা কোনো বিষয়ৰ পৰা আৰু পাঠ্য কিতাপৰ পাঠৰ পৰা কথা-বতৰা। শিক্ষকৰ পৰা সাধু কথা শুনি নিজে কোৱা। কিতাপত পঢ়া শব্দ ব্যৱহাৰ কৰি কথা-বতৰা পতা। ছবি চাই বৰ্ণনা কৰা।

লিখিত ৰচনা ঃ—জনাশুনা জন্তু, ফল, ফুল ইত্যাদি সম্বন্ধে চমু বৰ্ণনা। ২০ শাৰীৰ অনধিক সাধুকথা লিখা। চিঠি আৰু ৰচিদ লিখা।

শ্ৰুতলিপি—পাঠ্য কিতাপৰ পৰা দাঁৰিৰ ব্যৱহাৰ শিক্ষা।

ব্যাকৰণ ঃ—কোনো কিতাপ ব্যৱহাৰ কৰিব নালাগে। বাক্য, উদ্দেশ্য আৰু বিধেয়; প্ৰধান প্ৰধান পদ বিলাক আৰু সেই বিলাকৰ নাম, প্ৰধান তিনিটা কাল (বৰ্ত্তমান, অতীত আৰু ভবিষ্যৎ)।

লিখা—আখৰ ¼ ইঞ্চিতকৈ সৰু আৰু ½ ইঞ্চিতকৈ ডাঙৰ হব নালাগে। পাঠ্য কিতাপৰ পৰা আৰু শিক্ষকে বোৰ্ডত লিখা।

## প্ৰাইমেৰী স্কুলৰ মুছলমান ছাত্ৰৰ বাবে "ইচ্‌লামি" শিক্ষা বিষয়।

### ক-মান।

*আৰবী বৰ্ণমালা চিনা, সহজ আৰু সৰল শব্দ, কলিমা, টৱাজ আৰু টাচ্‌মিয়া পঢ়া (প্ৰথম ২ কলিমা মুখস্থ কৰিব লাগিব)।*

খ-মান।

আমপাৰা (প্ৰথম আধ্যা), চুৰা—ফাতিহাৰ পৰা আলাম টাৰালৈকে আৰু ছয় কলিমা মুখস্থ কৰা।

১ম মান।

আমপাৰা (দ্বিতীয় আধ্যা); আজান, চানা, আচাহহুদ, দৰুদ আৰু মুনাজাত মুখস্থ কৰা। ৰাজু আৰু পাঁচবাৰ দৈনিক নামাজৰ নামবোৰ শিকাব। ফৰজ, ওয়াজিব, চুন্নত আৰু নাকি সম্বন্ধে ধাৰণা দিব লাগিব।

২য় মান।

পবিত্ৰ কোৰাণ আৰম্ভ কৰিব লাগিব। নিয়তৰে সৈতে দৈনিক পাঁচবাৰ নামাজ; দুৰা-কুনট।

৩য় মান।

কোৰাণ চলি থাকিব। জুম্মা নামাজ, ৰোজা আৰু ইয়াৰ লগত সম্বন্ধ থকা বিষয়; নাৱাকুইজিওৰাজু, মাফটিউট-ই-নামাজ, মুচলিম পৰ্ব্ব আৰু ধৰ্ম্ম সম্বন্ধীয় আন আন আচাৰ আৰু অনুষ্ঠান।

অঙ্ক।

ক-মান

একক আৰু দহক হিচাবে ১০০ লৈকে সংখ্যা বুজা, চিনা আৰু লিখা। এই কাম গুটি কাঠী, চিত্ৰ নাইবা আন আন বস্তুৰ সহায়েৰে শিকোৱা উচিত। সংখ্যা সম্বন্ধে লৰাক পূৰ্ণ ধাৰণা দিব লাগিব। সংখ্যা শিকোৱাত "মন্তেশ্বৰী প্ৰথা" গ্ৰহণ কৰাই ভাল।

দহলৈকে সখ্যা শিকোৱা হলে বস্তুৰ সহায়েৰে যোগফল দহতকৈ বেচি নোহোৱাকৈ দুটা সংখ্যাৰ যোগফল শিকাব লাগে আৰু যোগফল মুখস্থ কৰাব লাগে।

বস্তুৰ সহায়েৰে ১০ লৈকে সংখ্যাৰ বিয়োগ শিকাব লাগে আৰু বিয়োগফল মুখস্থ কৰাব লাগে।

বস্তুৰ সহায়েৰে ১ৰ পৰা সংখ্যাক ২ৰে গুণ কৰা শিকাব লাগে আৰু গুণফল মুখস্থ কৰাব লাগে।

বস্তুৰ সহায়েৰে ১০ লৈকে জোৰ সংখ্যা বোৰক ২ৰে হৰণ কৰা শিকাব লাগে আৰু হৰণফল মুখস্থ কৰাব লাগে।

২০ লৈকে সংখ্যা শিকোৱা হলে, লৰাই বস্তুৰ সহায়েৰে ২০ লৈকে যোগৰ নেওঁতা পাতিব আৰু যোগফল মুখস্থ কৰিব। ২ বা ৩ চাপত লৰাক এইধিনি

শিকাব আৰু প্ৰতি ধাপতে বস্তুৰ সহায়ত আৰু মৌখিক প্ৰশ্নৰ দ্বাৰা উল্টা-পাল্টাকৈ লৰাক পৰীক্ষা কৰিব।

বিয়োগ প্ৰথমতে বস্তুৰ সহায়ত শিকাব তাৰ পাছত গুণৰত দিয়া মতে। গুণ—২×১, ২×২...............২×১০ লৈকে প্ৰথমতে বস্তুৰ সহায়ত শিকাব। গুণফল লৰাক মুখস্থ কৰাব। আগৰ নিচিনাকৈ পৰীক্ষা কৰিব লাগিব। নেদেখাকৈ ১০০ লৈকে লিখিব পৰা হব লাগিব।

১০ ঘৰলৈকে যোগৰ, বিয়াগৰ, পূৰণৰ আৰু ভাগৰ নেওঁতা মুখস্থ কৰাব আৰু মুখস্থ হৈছে নে নাই পৰীক্ষা কৰিব।

খ-মান।

৯৯৯ লৈকে সংখ্যা বুজা, চিনা আৰু লিখা। ২।৩ ঢাপত যোগৰ নেওঁতা লৰাই মুখস্থ কৰিব। পাছ পৰি থকা লৰাবোৰে বস্তুৰ সহায়ত নেওতা শিকি থাকিব। প্ৰতি ঢাপতে উল্টা-পাল্টাকৈ লৰাক পৰীক্ষা কৰিব লাগিব। গোটেই নেওঁতা মুখস্থ হলে মাজে মাজে পৰীক্ষা চলাই থাকিব লাগিব।

যোগ ঃ—১০০ সংখ্যাৰ ভিতৰত সাৱধানে ক্ৰমান্বয়ে শিকাব লাগিব। প্ৰশ্ন আকাৰেও শিকাব লাগিব।

বিয়োগ ঃ—যোগৰ নেওঁতাৰ সহায়েৰে শিকাব লাগিব। সাৱধানতা ক্ৰম আৰু প্ৰশ্ন যোগৰ নিচিনা।

পূৰণ ঃ—বস্তুৰ সহায়েৰে ৫×১০ লৈকে নেওঁতা শিক্ষা দিব আৰু তাৰ পাছত ২, ৩, ঢাপত ক্ৰমান্বয়ে উক্ত নেওঁতা মুখস্থ কৰাব। যোগ নেওঁতাৰ নিচিনাকৈ পৰীক্ষা কৰিব লাগিব।

হৰণ ঃ—পূৰণৰ নেওঁতাৰ সহায়ত শিকাব। ক্ৰমৰ পিনে লক্ষ্য ৰাখি ১০০ ৰ ভিতৰত অতি সাবধানে পূৰণ আৰু হৰণ শিকাব। প্ৰশ্ন আকাৰেও পূৰণ আৰু হৰণৰ অঙ্ক শিকাব।

মৌখিক অঙ্ক—২০ লৈকে প্ৰথম চাৰি নিয়ম।

১ম মান

৯,৯৯৯ লৈকে সংখ্যাবোৰ বুজা, চিনা আৰু লিখা শিকাব লাগিব।

৯,৯৯৯ লৈকে প্ৰথম চাৰি নিয়মৰ সহজ অঙ্ক শিকাব লাগিব। অতি সাৱধানে প্ৰশ্নৰ সহায়েৰেও এই চাৰি নিয়মেৰে অঙ্ক শিকাব লাগিব।

তিনি টকাৰ ভিতৰত টকা, অনা আৰু পাইৰ যোগ আৰু বিয়োগ শিকাব।

মৌখিক অঙ্ক ঃ—১০০ ভিতৰত প্ৰথম চাৰি নিয়মৰ অঙ্ক। বাস্তৱ জীৱনত লগত সম্বন্ধ থকা অঙ্ক হব লাগিব।

পূৰণৰ নেওঁতা—১০×১০ লৈকে আৰু ১২×১০ আৰু ১৬×১০।

### ২য় মান

অমিশ্ৰ আৰু মিশ্ৰ চাৰি নিয়মৰ অঙ্ক। গণ্ডাৰ ব্যৱহাৰ শিকাব লাগিব। যিমানখিনি সম্ভৱ বাস্তৱ জীৱনৰ লগত পৰিচয় থকা অঙ্ক হ'ব লাগে।

টকা, অনা, পইচা গণ্ডা—মোণ, সেৰ, ছটাক, তোলা—নল, গজ, হাত, আঙুলি আৰু গজ, ফুট, ইঞ্চিৰ লঘূকৰণ শিকাব। উক্ত নিয়মবোৰ শিকিবৰ কাৰণে প্ৰয়োজনীয় সহজ সহজ অঙ্ক কৰাব। যিমান দূৰ সম্ভৱ বাস্তৱ জীৱনত লগা এইবোৰ অঙ্ক প্ৰশ্নৰ আকাৰেও শিকাব।

ভগ্নাংশ ঃ—বস্তুৰ সহায়েৰে আৰু তাৰ পাছত সংখ্যাৰ দ্বাৰা ১/২, ১/৪ আৰু ৩/৪ শিকাব। (এই ভগ্নাংশবোৰ ভগ্নাংশ হিচাবেই শিকাব। আধলি, সিকি, আৰু তিনি সিকি হিচাবে নহয়)।

মৌখিক অঙ্ক—শিকা নিয়মবোৰৰ পৰা অঙ্ক। মৌখিকৰ চুটি নিয়ম। সৰল সেৰকছা, মোণকছা (শুভঙ্কৰৰ নিয়ম এই শ্ৰেণীত শিকোৱাৰ আৱশ্যক নাই)।

### ৩য় মান

অমিশ্ৰ আৰু মিশ্ৰ লঘূকৰণ আগৰ নিচিনা। তাৰ উপৰিও তলৰ আৰ্য্যালিক ঃ—

১। মাইল, ফাৰ্লং, গজ।

২। বছৰ, মাহ, সপ্তাহ, দিন, ঘণ্টা, মিনিট, চেকেণ্ড।

৩। গ্ৰোচ, ডজন, গুটীয়া।

৪। ৰীম, দিস্তা, তাও।

## ৫। কালি (স্থানীয় ভূমি পৰিমাণ যেনে পুৰা, বিঘা, কঠা, লেচা)

ঐকিক নিয়ম, সৰল সুদকছা।

শিকা পূৰণৰ নেওঁতাৰ সহায়েৰে পূৰণ আৰু পূৰণৰ সংক্ষিপ্ত নিয়ম; সৰল উৎপাদক। মিশ্ৰ আৰু অমিশ্ৰ নিয়মৰ সহজ প্ৰশ্ন।

অখণ্ড সংখ্যা আৰু ভগ্নাংশৰ (১/২, ১/৪, ৩/৪) যোগ আৰু বিয়োগ। ২০ লৈকে (XX) ৰোমান সংখ্যা চিনা; ঘড়ি চাবলৈ শিকা।

মৌখিক অঙ্ক ঃ—মিশ্ৰ আৰু অমিশ্ৰ নিয়মৰ অঙ্ক। সৰল লঘূকৰণ আৰু ঐকিকৰ প্ৰশ্নৰ আকাৰে অঙ্ক।

১৬ × ১/৪, ১/২, ৩/৪ ১১/৪, ১/২ আৰু ২১/২

হিচাব ঃ—সাধাৰণ জমা-খৰচ

# সাধাৰণ জ্ঞান, প্ৰকৃতি পাঠ আৰু স্বাস্থ্য বিজ্ঞান

## ক মান, খ মান আৰু ১ম মান

(ক) প্ৰতিবিধৰ যি কোনো ছটা পৰ্য্যবেক্ষণ কৰা :—

১। ফুল :—পদুম, ভেঁট্, তগৰ, অলিন্দৰ, গোলাপ, ধতুৰা ইত্যাদি।

২। ফল :—আম, কঠাল, সুমথিৰা, মধুৰি আম, কল, আনাৰস, প্লাম, নাৰিকল ইত্যাদি।

৩। শাক-পাচলি :—কবি, বীটপালং, লাও, কোমোৰা, শালগম, গাজৰ, আলু, জিকা, বেঙেনা আৰু স্থানীয় অইন অইন শাক-পাচলি।

৪। চৰাই :-কাউৰী, মইনা, ভাটৌ, টীয়া, চাতক, কপৌ, শালিখা কাঠঠোক্ৰা, কুলি ইত্যাদি।

৫। পশু :—গৰু, ঘোৰা, কুকুৰ, মেকুৰী, ছাগল, ভেড়া, গাহৰি, ম'হ, হাতী ইত্যাদি।

৬। মাছ :—দেখিবলৈ প্ৰায় একে এনেবিধৰ মাছবোৰ।

(খ) ঘৰচীয়া জন্তুবিলাকৰ যত্ন।

বাগিচাৰ কাম :—বাকচ্ আৰু বটলত গুটি আৰু পুলি গজোৱা শিক্ষা।

স্বাস্থ্য-বিজ্ঞান—পৰিষ্কাৰ পৰিচ্ছন্নতাৰ আৱশ্যকতা; নখ, দাঁত আৰু চুলিৰ যত্ন লবলৈ শিক্ষা। অস্বাস্থ্যকৰ অভ্যাস যেনে য'তে ত'তে থু পেলোৱা, থুৰে চিলঠ মোহৰা ইত্যাদি পৰিত্যাগ কৰা। পঢ়াশালিৰ ঘৰ আৰু চাৰিওফালে পৰিষ্কাৰ ৰখা।

স্বাস্থ্য সম্বন্ধে শ্ৰেণীত শিকোৱা নিয়মাদি কাৰ্য্যতঃ পালন কৰা। (শিক্ষক সকলে ছাত্ৰৰ পৰিষ্কাৰ পৰিচ্ছন্নতাৰ পিনে বিশেষ দৃষ্টি ৰাখিব আৰু ছাত্ৰসকল পৰিষ্কাৰ পৰিচ্ছন্ন পাৰিপাৰ্শ্বিক অৱস্থাত থকাৰ অভ্যাস গঠন কৰাব)।

এই কেইটা শ্ৰেণীৰ কাৰণে কোনো পাঠ্য কিতাপৰ আৱশ্যক নাই।

## ২য় মান

(১) স্থানীয় শস্য আৰু গুটি সম্বন্ধে শিক্ষা—ধান, মাকৈজোৱা, তুলা, কুঁহিয়াৰ, মাটিকলাই, মুগ, বুট, সৰিয়হ, তিল, নহৰু, পিঁয়াজ ইত্যাদি।

(২) স্থানীয় গছ-গছনি আৰু ফল সম্বন্ধে শিক্ষা :—গছ যেনে পিপল, বাঁহ, খাগড়া, নাৰিকল, ফুলৰ, গছ, লতা, যেনে মটৰ, পাণ ইত্যাদি।

ফল যেনে—কল, আম, কঠাল নাৰিকল, সুমথিৰা, নেমু, অনাৰস,

নাচ্‌পতি, প্লাম, তৰমুজ, বাণ্ডী ইত্যাদি। বতৰ অনুযায়ী দুবিধ গছ আৰু দুবিধ ফল সম্বন্ধে বাস্তৱ শিক্ষা দিব লাগে।

(৩) বুট, মাটিমাহ, মটৰ, নহক আৰু পিঁয়াজৰ গজোৱা শিক্ষা। গছ গছনিৰ ভাগ আৰু সিবিলাকৰ ক্ৰিয়াৰ বিষয়ে সাধাৰণ শিক্ষা; ছাত্ৰসকলে জনা নানাবিধৰ পশুৰ বিষয়ে শিক্ষা।

বাগিচাৰ কাম ঃ—খেল-ধেমালিৰে সৈতে অলপ বাগিচাৰ কাম। গছ-গছনি-বিলাকৰ গুটি পচোৱাৰ পৰা ডাঙৰ হোৱা অৱস্থা পৰ্যবেক্ষণ।

স্বাস্থ্য-বিজ্ঞান ঃ—কাপোৰ, বিছনা আদি আৰু নিজৰ শৰীৰ চাফ চিকনকৈ ৰখা অৱস্থা। কছৰৎ, গা ধোৱা; স্বাস্থ্য-চিত্ৰৰ সহায়েৰে সংক্ৰামক ৰোগবিলাকৰ উৎপত্তি, বিস্তাৰ আৰু নিবাৰণৰ উপায় শিক্ষা। স্কুলঘৰ আৰু তাৰ চাৰিওফালে পৰিষ্কাৰে ৰখা শিক্ষা। কলহৰ ফিল্‌টাৰৰ সহায়েৰে পানী পৰিষ্কাৰ কৰা প্ৰণালী সজা।

### ৩য় মান

(১) ২য় মানৰ দৰে স্থানীয় শস্য, গুটি, গছ-গছনি আৰু ফল সম্বন্ধে শিক্ষা। এই পাঠ দুই ভাগে ভাগ কৰি লব লাগিব। একভাগ ২য় মানত আৰু বাকীভাগ ৩য় মানত শিকাব লাগিব। ৩য় মানত স্থানীয় শস্য আৰু গুটি সম্বন্ধে শিক্ষা, সাৰ দিয়া আৰু শস্য চপোৱা শিক্ষা দিব লাগিব।

(২) পোক, পলু, (চিক্ক পলু) আৰু শস্যৰ অপকাৰী পোক সম্বন্ধে শিক্ষা।

স্বাস্থ্য-বিজ্ঞান ঃ—পূৰ্ববিষয় বিলাক শিক্ষাৰ বাহিৰেও সাধাৰণ ৰোগ-সমূহৰ উৎপত্তি বিস্তাৰ আৰু নিবাৰণৰ উপায় শিক্ষা।

ছোৱালীৰ কাৰণে ঃ—উল্লিখিত বিষয়বোৰৰ শিক্ষাৰ বাহিৰেও কাপোৰ ধোৱা, ফটা কাপোৰ চিলাই কৰা আৰু বাচন আৰু আচ্‌বাব পত্ৰৰ যত্ন লোৱা সম্পৰ্কে শিক্ষা দিব লাগিব।

বাগিচাৰ কাম ঃ—২য় মানৰ দৰে শিক্ষা। নতুন কামৰ ভিতৰত।

**বিশেষ দ্ৰষ্টব্য ঃ**—২য় আৰু ৩য় মানৰ কাৰণে চিত্ৰ থকা এখন নিৰ্দ্দিষ্ট পাঠ্য কিতাপ ব্যৱহাৰ কৰিব পাৰিব।

## ভূগোল

### ১ম মান

**সামাজিক শিক্ষা ঃ—মানুহৰ জীৱনৰ লগত সম্বন্ধ ৰাখি প্ৰাকৃতিক আৰু প্ৰত্যক্ষ অনুভূতিৰ বিষয় যেনে—সূৰ্য্য, বৰষুণ, বতাহ, ধুমুহা, জুই ইত্যাদি সম্বন্ধে শিক্ষা দিব। এই শিক্ষা দিওঁতে শিক্ষকে নিজে আঁকা চিত্ৰৰ সহায়ত শিকাব। চহৰ,**

গাওঁ, স্থানীয় শস্য, জন্তু, চৰাই, হাট-বজাৰ, ভাওৰ নাইবা লাগতিয়াল ঘৰ সম্বন্ধে সাধাৰণ ধাৰণা দিব। কোনো পাঠ্য কিতাপ ব্যৱহাৰ কৰিব নালাগে।

### ২য় মান

(১) ভূগোলত ব্যৱহাৰ হোৱা প্ৰধান প্ৰধান শব্দবোৰ যেনে—সমতল ভূমি, পৰ্ব্বতশ্ৰেণী, মালভূমি, উপত্যকা, মৰুভূমি (শীতল আৰু গৰম), নৈ, হ্ৰদ, সাগৰ, মহাসাগৰ, প্ৰণালী, দ্বীপ ইত্যাদি সম্বন্ধে প্ৰাথমিক জ্ঞান দিব লাগিব। বালিৰ বোৰ্ড, আদৰ্শ চিত্ৰ, আৰু স্কুলৰ ওচৰত থকা বস্তুৰ নক্সা আৰু চিত্ৰৰ সহায়ত এইবোৰ শিক্ষা দিব।

এই শ্ৰেণীত সাধাৰণভাবে মৌখিক আৰু যথা সম্ভব দেখুৱাই শিক্ষা দিব লাগিব।

(২) স্কেলমতে আৰু স্কুল কম্পাউণ্ড আঁকিবলৈ শিকোৱা। গাওঁ অথবা চহৰৰ মেপ শিক্ষা। মেপ অঁকা আৰু নিজ জিলাৰ বিষয় সাধাৰণ জ্ঞান।

**বিশেষ দ্ৰষ্টব্য** :—কোনো পাঠ্য কিতাপ ব্যৱহাৰ কৰিব নালাগে।

### ৩য় মান

২য় মানৰ শিকোৱা পাঠৰ পুনৰালোচনা। নিম্নলিখিতবোৰ শিকাব লাগিবঃ—

(১) অসম প্ৰদেশৰ সাধাৰণ জ্ঞান (বহু ঠাইৰ নাম আৰু বেছি বিশদৰূপে শিক্ষাৰ প্ৰয়োজন নাই)।

(২) ভাৰতবৰ্ষ আৰু পাকিস্তানৰ স্থূল জ্ঞান।

(৩) পৃথিবীৰ আকৃতি, মহাসাগৰ, মহাদেশ আৰু পৃথিবীৰ প্ৰধান দেশবিলাক গ্লোবৰ সহায়েৰে শিক্ষা। ভূপৰ্য্যটক আৰু নাৱিক সকলৰ সম্বন্ধে গল্প।

মানচিত্ৰ অঙ্কন :—নিজৰ জিলাৰ আৰু প্ৰদেশৰ—বিস্তাৰিতভাবে আৰু ভাৰতৰ চাৰিসীমা। এখন মঞ্জুৰী নিৰ্দ্দিষ্ট কিতাপ ব্যৱহাৰ কৰিব।

## সামাজিক শিক্ষাৰ অংশ হিচাবে ইতিহাস
## ২য় আৰু ৩য় মান।

অসমৰ পৰ্ব্বতীয়া মানুহৰ সামাজিক আৰু ভৌগোলিক ভূমিকাস্বৰূপ ক্ৰমশঃ বিশেষভাবে চলি অহা কমপক্ষে ২০টা আখ্যান থকা এখন কিতাপ (যদি পোৱা যায় আদৰ্শ, স্বৰূপে জৰ্জ্জ ফিলিপ এণ্ড চন, লিমিটিড, লিভাৰপুল কৃত "পিয়াৰছ্ ব্ৰাউমেন হিষ্ট্ৰিজ" কিতাপখন লব)।

# নৈতিক শিক্ষা

### ১ম, ২য় আৰু ৩য় মান।

নিজৰ কৰ্ত্তব্য, সহপাঠী আৰু সমনীয়াৰ প্ৰতি কৰ্ত্তব্য, নিজ নিজ ঘৰত কৰ্ত্তব্য, পশু-পক্ষীৰ প্ৰতি কৰ্ত্তব্য, সৰ্ব্বসাধাৰণৰ প্ৰতি কৰ্ত্তব্য, আৰু দেশৰ প্ৰতি কৰ্ত্তব্য ইত্যাদি উপদেশমূলক আখ্যান, পদ্য, আদৰ্শ জীৱনী আৰু শিক্ষকে নিজে আদৰ্শস্বৰূপ হৈ শিক্ষা দিব।

# চিত্ৰাঙ্কন

**দ্ৰষ্টব্য :—**

কম প্ৰয়োজনীয় বুলি ভাবি যেন চিত্ৰাঙ্কণ অৱহেলা কৰা নহয়। এই বিষয়ৰ প্ৰতি উপযুক্ত মনোযোগ আৰু শিক্ষা দিয়াত উপযুক্ত যত্ন লব লাগিব। যদি কোনো ছাত্ৰৰ এই বিষয়ৰ প্ৰতি বিশেষ ৰাপ আৰু যোগ্যতা দেখা যায় তেন্তে তেওঁৰ এই কৰ্ম্মক্ষমতাক উৎসাহ দিব লাগিব।

চিত্ৰাঙ্কণৰ আদৰ্শ সূচী তলত দিয়া হল। কিন্তু ইয়াত ক্ৰমৰ পৰিবৰ্ত্তে স্কুল ইন্সপেক্টৰ অনুমোদিত ক্ৰম অনুসাৰে শিকাব লাগিব।

### ক আৰু খ মান

মজিয়াৰ ওপৰত নাইবা বালি বোৰ্ডৰ ওপৰত আঙুলিৰে অথবা কাঠিৰে চিত্ৰ অঁকা। নৰম পেন্সিলেৰে ফলিত অঁকা। সহজ পাত, ফুল আৰু সাধাৰণ বস্তু অঁকা। ফলি, বোৰ্ড, পতাকা, চাবি, কাকতৰ টিলা, কণী, আলু, খোলা-চাপৰি ডিম্বাকৃতি ফলসমূহ, গাড়ীৰ চকা ইত্যাদি আঁকিব।

### ১ম মান।

পূৰ্ব্ব শ্ৰেণীৰ কাম চলি থাকিব; ইয়াৰ বাহিৰে মজিয়াত ৰঙীন গুটিৰে সহজ সহজ ছবি আঁকিব। জ্যামিতিৰ বিভিন্ন ধৰণৰ চিত্ৰবোৰ কাৰ্ডবোৰ্ডত আৰু ডাঠ কাগজত কাটি লৈ ফলিত নৰম পেন্সিলেৰে আঁকিব।

### ২য় মান

সাধাৰণ জ্ঞানৰ বিষয়েৰে সৈতে সঙ্গতি ৰাখি ফলিত নৰম পেন্সিলেৰে চিত্ৰ আঁকিব।

মনৰ পৰা অঙ্কন—ছাবি, তলা, ছুৰি, কটাৰি, কোদাল, কাঁচি ইত্যাদি।

### ৩য় মান

যিমানদূৰ সম্ভব সাধাৰণ জ্ঞানৰ বিষয়েৰে সৈতে সঙ্গতি ৰাখি ফলিত নৰম পেঞ্চিলেৰে নাইবা ব'গা কাগজত কাঠ পেঞ্চিলেৰে চিত্ৰ আঁকিব।

মনৰ পৰা অঙ্কন—২য় মানৰ নিচিনা।

প্ৰাকৃতিক চিত্ৰাঙ্কন ঃ—চাৰ্টৰ পৰা চিত্ৰ অঁকাৰ পাছত পাতেৰে সৈতে ফুল, পাত আৰু ঠাৰিৰে সৈতে ফল ইত্যাদি মনৰ পৰা আঁকিব।

## হাতৰ কাম (লৰাৰ কাৰণে)

এই বিষয়টোৰ প্ৰতি উপযুক্ত মনোযোগ দিয়া উচিত আৰু বৰ্ত্তমান যুগত ইয়াক কম দৰকাৰী বুলি অবহেলা কৰা অনুচিত। হাতৰ কামৰ ক্ৰম তলত দিয়া হ'ল। প্ৰতি স্কুলতে তলত দিয়া সকলো ৰকমৰ হাতৰ কাম যে হব লাগিব তেনে ভাবে ক্ৰম কৰা হোৱা নাই। স্কুল কৰ্ত্তপক্ষ নাইবা শিক্ষা বিভাগৰ ইন্‌স্পেক্টৰ মহোদয় কৰ্ত্তৃক অনুমোদিত শিক্ষক সন্মিলনী কৃত ক্ৰম ঠাই হিচাবে প্ৰয়োগ কৰিব লাগিব। ২য় আৰু ৩য় মানত স্থানীয় প্ৰয়োজনীয়তা হিচাবে সূতা কটা, জাৰি বটা, বুটাম কৰা, কাঠৰ কাম, বাঁহৰ কাম ইত্যাদি চলাব পাৰে। প্ৰায় প্ৰতি স্কুলতে টাকুৰী নাইবা যতৰত সূতা কটা চলাব পাৰে। স্কুলত ব্যৱহাৰ হোৱা বস্তু যেনে—পেঞ্চিলৰ নাল, মেপ দেখুৱা কাঠি, ফুট স্কেল, ৰুলাৰ, ৰুলিং কাগজ, বহী বন্ধা ইত্যাদি কৰাব পাৰে। দৈনন্দিন জীৱনত লাগতীয়াল সৰু সৰু বস্তুবোৰ তৈয়াৰ কৰাতো উৎসাহ দিয়া উচিত। যদি কোনো ছাত্ৰৰ নাইবা শিক্ষকৰ কিবা এবিধ হাতৰ কামত বিশেষ পাৰ্গতালি থাকে তেন্তে তাৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰা উচিত। এই বিষয়ত কোনো ছাত্ৰৰ বিশেষ প্ৰতিভা চকুত পৰিলে সেই প্ৰতিভাৰ উন্নতিৰ কাৰণে তাক উৎসাহিত কৰিব আৰু বিশেষভাবে শলাগিব লাগিব।

ধেমালিৰ জৰিয়তে হাতৰ কাম কৰোৱা উচিত। শিক্ষক ২টা বা ৩টা শ্ৰেণীলৈ ব্যস্ত থকা সময়ত বাকী শ্ৰেণীবোৰত হাতৰ কাম কৰিবলৈ দিব লাগে।

### ক আৰু খ মান

(বালক স্কুলৰ 'ক' আৰু 'খ' মানৰ ক্ৰম বালিকা স্কুলৰো 'ক' আৰু 'খ' মানত চলিব।

কাগজ আৰু কটা কানিৰ কাম ঃ—পৰিষ্কাৰ কটা কানিৰ বল তৈয়াৰ কৰা, কাগজ ভাঁজ কৰা, কাগজৰ ঠোঙা কৰা।

মাটিৰ কাম ঃ—কণী, সুমথিৰা, নেমু, তামোল ইত্যাদি।

## ১ম মান

কাগজ আৰু ফটা কানিৰ কাম ঃ—কাগজেৰে কঠ তৈয়াৰ কৰা পৰিষ্কাৰ ফটা কানিৰে পুতলা তৈয়াৰ কৰা, আৰু পুতলাৰ কাৰণে কাপোৰ তৈয়াৰ কৰা।

মাটিৰ কাম ঃ—মাটিৰ পইচা, অনা, দুৱানী, সিকি, আধলী বাটিকাৰা, আম, বেঙেনা, বিলাহি বেঙেনা, দোৱাত ইত্যাদি সজা। সৰু সৰু মাটিৰ গুটীকে এক-দহ গণিবৰ ফ্ৰেম তৈয়াৰ কৰা।

বাঁহৰ কাম ঃ—ফুট স্কেল, ধনু কাড়, খেলনা বন্দুক আৰু বাঁহৰ আন আন সহজ সহজ বস্তু সজা।

কাগজৰ কাম ঃ—নাও, টুপি ইত্যাদি সজা, এলবামৰ আকাৰত ছবি কটা আৰু লগোৱা।

## ২য় মান

মাটিৰ কাম ঃ—অমিতা, কল, তিয়ঁহ, লাও, কোমোৰা, গিলাচ, কাপ-প্লেট, কাঁহী, ইত্যাদি সজা।

বাঁহ আৰু কাঠৰ কাম ঃ—ঠাৰি, ফুৰা, লাঠি, কলাৰ, কাপোৰ ৰখা হুক, বাঁহৰ তঙালৰ বিছনি ইত্যাদি সজা।

কাগজ আৰু ফটা কানিৰ কাম ঃ—কাগজৰ চিলা, কাগজৰ শিকলি, কাগজৰ পতাকা, খাম, নিমন্ত্ৰণী চিঠিৰ কাৰ্ড, ছাত্ৰৰ নিজৰ বহী, পুৰণা পৰিষ্কাৰ কানিৰ পৰা ছাত্ৰৰ নিজৰ ব্যৱহাৰৰ কাৰণে ৰুমাল।

বহু ছাত্ৰই মিলি কৰা কাম ঃ—বাঁহ আৰু পাতৰ সহায়ত স্থানীয় জনসাধাৰণ থকা ঘৰ (সৰুকৈ) সজা।

## ৩য় মান

মাটিৰ কাম ঃ—২য় মানতকৈ অলপ উন্নত ধৰণৰ মাটিৰ কাম, নাৰিকল, কঠাল, আনাৰস, কুমৰা ইত্যাদি সজা।

বাঁহ, কাঠ আৰু বেতৰ কাম ঃ—বাঁহৰ তঙাল তোলা, বাঙ্কিবৰ কাৰণে বেতৰ তঙাল তোলা, খৰাহি, পাচি আদি সজা, নাঙল আৰু যুৱঁলীৰ মডেল সজা, কিতাপ ৰখা ৰেক, কাপোৰ ৰখা আলনা, পোহনীয়া চৰাই ৰখা পিঞ্জৰা সজা।

কাগজৰ কাম ঃ—চিঠি লিখা কাগজৰ প্যাড তৈয়াৰ কৰা, বহী বন্ধা, সজাবৰ কাৰণে নানাৰকমৰ ফুল-পাত ইত্যাদি কটা।

মৰাপাট আৰু কাপোৰৰ কাম—সহজ ধৰণৰ জৰি পকোৱা, কিতাপ লোৱা মোনা সজা, কাপোৰৰ বুতাম তৈয়াৰ কৰা।

বহু ছাত্ৰই মিলি কৰা কাম ঃ—২য় মানৰ নিচিনা সৰুকৈ ঘৰ সজা,

গোহালি ঘৰ আৰু ভৰাল ঘৰ কোন ঠাইত হব দেখুৱাব। শিক্ষকে ২য় মানৰ ছাত্ৰৰ সহায়ত স্কুলৰ কম্পাউণ্ডত বেৰ দিয়াব।

## চিলাই

### ক মান

| পাঠ্য তালিকা | কৰিব লগীয়া বস্তু |
| --- | --- |
| মোটা বেজিৰে ক্যান্‌ভাচ নাইবা থলিয়াত বান আৰু টপ্ চিলাই। | ১। মোটা ক্যান্‌ভাচৰ স্কুলৰ কিতাপ লোৱা মোনা।<br>২। পুতলাৰ ওৰণি নাইবা চোলা নাইবা পুতলাৰ কাৰণে যি কোনো এবিধৰ পোচাক। |

### খ মান

| | |
| --- | --- |
| ক্যান্‌ভাচ্, থলিয়া নাইবা মোটা কাপোৰৰ বান, টপ চিলাই, মুৰি চিলাই, ক্ৰচ্ ষ্টিচ্ নিটিং। | ১। কেচুৱা লৰা-ছোৱালীৰ বালিচৰ গিলিপ নাইবা বজাৰ কৰা মোনা।<br>পুতলাৰ ওৰণি। |

### ১ম মান

| | |
| --- | --- |
| মুৰি চিলাই, ক্ৰচ্ ষ্টিচ্ নিটিং | কেচুৱা লৰা-ছোৱালীৰ ফতুয়া থলিয়াৰ কঠ (ক্ৰচ্ চিলাইৰে মুৰি মাৰি) নাইবা কেচুৱা লৰা—ছোৱালীৰ চোলা। |

### ২য় মান

| পাঠ্য তালিকা | কৰিব লগীয়া বস্তু |
| --- | --- |
| ব্যাগ চিলাই। সৰল টাপলি মৰা আৰু বিপু কৰা। | ১। কুৰ্ত্তা নাইবা মেখেলা নাইবা চেমিজ নাইবা ফিতা লগোৱা গাৰুৰ গিলিপ।<br>২। সৰু লৰা-ছোৱালীৰ ওৰণি। |

৩য় মান

| | |
|---|---|
| দুডাল শলাৰে পুতলাৰ স্কাৰ্ফ বোৱা | ১। টিউনিক নাইবা বুটামৰ ঘৰ আৰু বুটামেৰে সৈতে জ্যাকেট নাইবা ব্লাউজ। |
| সৰল টাপলি মৰা আৰু ৰিপু কৰা | ২। চেমিজ নাইবা ফিতা লগোৱা গাৰুৰ গিলিপ নাইবা বোৱা গামোচা নাইবা নিজে হাতে কটা আধা পোৱা সূতা। |
| | ৩। নমুনাৰ বহী। |
| | ৪। মাৰ্কিণ নাইবা লং ক্লথৰ ১৩ʺ × ৭ʺ জোখৰ চেপেটা হেণ্ডেল থকা স্কুলৰ কিতাপ লোৱা মোনা। ইয়াত নমুনা হিচাবে ৰান চিলাই, মুৰি চিলাই, ব্যাগ চিলাই, টপ্ চিলাই, বুটাম লগোৱা, বুটামৰ ঘৰ কৰা, ফিটা লগোৱা, ষ্ট্ৰেম্ চিলাই আৰু চেইন চিলাই দেখুৱাব লাগিব |

## ব্যায়াম আৰু খেল-ধেমালিৰ কেৰিকুলাম।

শিক্ষা বিভাগৰ মঞ্জুৰী কিতাপৰ পৰা ব্যায়াম শিক্ষা দিব লাগিব।

'ক' মানৰ পৰা ১ম মানলৈ ঃ—গাৱঁলীয়া খেল-ধেমালি, গীতৰ সহায়ত দিয়া খেল-ধেমালি। খেল-ধেমালিৰ সহায়ত শব্দ, ৰং আৰু গোন্ধৰ পৰিচয় শিক্ষা।

২য় আৰু ৩য় মান ঃ—স্থানীয় গাৱঁলীয়া খেল-ধেমালিবোৰ আৰু মঞ্জুৰী কিতাপৰ ব্যায়ামবোৰ শৃঙ্খলাবদ্ধ ভাবে শিকোৱা।

খেল-ধেমালি আৰু ব্যায়াম সম্বন্ধে মন কৰিবলগীয়া কথা ঃ—

(১) ঋতু আৰু স্থানীয় পাৰিপাৰ্শ্বিক অবস্থাৰ প্ৰতি লক্ষ্য ৰাখি সময় আৰু স্থিতিকাল নিৰ্দ্ধাৰণ কৰিব।

(২) গোটেই বছৰৰ ব্যায়াম আৰু খেল-ধেমালি এনেদৰে ভাগ কৰি লব যেন ক্ৰমান্বয়ে লৰাৰ শক্তি, উদ্যম আৰু নিপুণতা বৃদ্ধি পায়।

(৩) ব্যায়াম কৰাওঁতে যাতে শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গৰ চালনা হয় সেই পিনে লক্ষ্য ৰাখিব লাগিব। ব্যায়াম কৰাওঁতে মাথোন বিশেষ এটা অঙ্গৰ চালনা যেন নহয় তাৰ পিনে দৃষ্টি ৰাখিব, যেনে অকল ভৰিৰ ব্যায়ামবোৰেই এদিনত নকৰাব।

খেল-ধেমালি আৰু ব্যায়ামৰ কাৰণে তলত দিয়ামতে সময় ভাগ কৰি লব ঃ—

'ক' মানৰ পৰা ৩য় মানলকে—সপ্তাহত ২ ঘণ্টা।

বহুত শিক্ষকে প্ৰাইমেৰী শ্ৰেণী বিলাকত কোন বিষয়ে কিমান দূৰ শিক্ষা দিব লাগে নাজানে। উদাহৰণ স্বৰূপে কব পাৰি যে খ মানত ১০০০ লৈ সংখ্যাৰ ধাৰণা হব লাগে আৰু ১০০ৰ ভিতৰত অমিশ্ৰ চাৰি নিয়মৰ অঙ্ক শিকাব লাগে কিন্তু বহুত শিক্ষকে ১০০০ত কৈ বেছি সংখ্যাৰ ধাৰণা দিবলৈ চেষ্টা কৰে আৰু অযুত লাখলৈকে যোগ বিয়োগৰ অঙ্ক শিকায়। এই শ্ৰেণীত শিক্ষক সহচৰৰ সহায়ত শিকাব লাগে। এই কথা যে কিমান মূল্যবান, কাৰ্য্যত নথটালে বুজিব নোৱাৰি।

সেইদৰে ১ম মান শ্ৰেণীত বছৰৰ শেষভাগত দেশীয় মুদ্ৰা আৰু ওজনৰ মিশ্ৰ যোগ বিয়োগৰ অঙ্ক শিকাব লাগে। বহুত শিক্ষকে মিশ্ৰ অঙ্ক ১ম মানত নিশিকায়।

সেইবাবে যদিও স্কুল বিলাকত কেৰিকুলাম আছে তথাপি কেৰিকুলাম এখন দিয়া হল।———

## প্ৰাইমেৰী ৰাজ্যিক বোৰ্ডৰ দ্বাৰা মঞ্জুৰ কৰা—
# প্ৰাইমেৰী স্কুলৰ মেনেজিং কমিটিসমূহৰ বাবে
## নিয়মাৱলী

স্কুলৰ মেনেজিং কমিটি সমূহৰ পুনৰ্গঠন অতি আৱশ্যাক হৈ পৰিছে। সেই বাবে অসম প্ৰাইমেৰী শিক্ষা বোৰ্ডৰ নিৰ্দ্দেশ ক্ৰমে সকলো স্কুলতেই নতুন মেনেজিং কমিটি পাতিবলৈ নিৰ্দ্দেশ দিয়া হৈছে।

**কমিটি গঠন ঃ**—তলত লিখা মতে কাৰ্য্য নিৰ্ব্বাহক সভ্য লৈ ১১ জনৰ অনধিক সংখ্যক সভ্যেৰে বোৰ্ডৰ অধীনত থকা সকলো প্ৰাইমেৰী স্কুলৰ বাবেই একোখন মেনেজিং কমিটি থাকিব।

**কাৰ্য্যনিৰ্ব্বাহক ঃ**—

১। সভাপতি।

২। সহকাৰী সভাপতি।

৩। যুটীয়া চেক্ৰেটাৰী। স্কুলৰ হেড পণ্ডিত জন ইয়াৰ ভিতৰত এজন হ'ব। হেড পণ্ডিত জন ধনভঁড়ালীও হ'ব।

৪।

৫। ..................১১। সাধাৰণ সভ্য (মেম্বাৰ)

মেনেজিং কমিটিৰ সভ্য সকলক বোৰ্ডে অনুমোদন কৰাৰ পাছত পৰোৱানা দিয়া হয়।

(১) ছাত্ৰ-ছাত্ৰীৰ অভিভাবক সকলৰ পৰা ৩ জন।

(২) বছৰি নগদ ১০ দহ টকা বা সেই মূল্যৰ বস্তু স্কুলৰ পুঁজিত দান দিয়া লোকসকলৰ পৰা ৩ জন।

(৩) স্কুলৰ স্থানীয় পৃষ্ঠাপোষক সকলৰ পৰা ৪ জন।

**চাবলগীয়া ঃ**—সভাপতি আৰু সহকাৰী সভাপতি কমিটিয়ে নিৰ্ব্বাচন কৰিব। হেড পণ্ডিত জন বাদে মেম্বাৰ সকলৰ পৰা আনজন চেক্ৰেটাৰীক স্কুলবোৰ্ডে নিযুক্ত কৰিব।

**কাৰ্য্যনিৰ্ব্বাহক সকলৰ কামঃ**—যুটীয়া চেক্ৰেটাৰী সকলেই কমিটিৰ সাধাৰণ কাম চলাব। তলত লিখা দৰে তেওঁলোকে সভা আহ্বান কৰিব, স্কুলৰ আয় ব্যয়ৰ হিচাব ৰাখিব আৰু কমিটিৰ আন আন কাগজপাতি বিলাক সংৰক্ষণ কৰিব। তেওঁলোকে স্কুল কমিটি আৰু স্কুল বোৰ্ডৰ ওচৰত দায়ী থাকিব।

স্কুলৰ যাবতীয় কাগজপত্ৰ হেড পণ্ডিতৰ ওচৰত থাকিব। খৰচ পাতিৰ সকলো হিচাবত দুয়োজন চেক্ৰেটাৰীয়েই চহী কৰিব আৰু স্কুলৰ কমিটিয়ে আনুমোদন কৰাৰ পাচত সভাপতিয়ে চহী কৰিব।

সৰ্ব্বোচ পৰিমাণ ১৫ পোন্ধৰ টকালৈকে প্ৰধান শিক্ষকৰ হাতত থাকিব পাৰিব। ইয়াৰ বাহিৰে আন সকলো জমা টকা ওচৰত সুবিধা থাকিলে ডাকঘৰৰ পাছবুকত জমা থব নহলে ধনভঁড়ালীৰ হাতত ৰাখিব। যেতিয়াই খোজা হয় তেতিয়াই ধনভঁৰালীয়ে তেওঁৰ হাতত জমা ৰখা টকা দিব পাৰিব লাগিব।

**কাৰ্য্যক্ৰম ঃ**—

(১) অন্ততঃ ৫ জন সভ্য উপস্থিত থাকিলেই "কোৰাম" বা যুল হ'ব।

(২) সভা পাতিবলৈ হলে ৫ দিন আগতে জাননী দিব লাগিব।

(৩) সভাপতিজনে সভাত সভাপতিত্ব কৰিব; কিন্তু তেওঁৰ অনুপস্থিতিত সহকাৰী সভাপতিয়ে আৰু দুয়োজনৰে অনুপস্থিতত উপস্থিত সভ্য সকলৰ পৰা মাজৰ পাৰা নিৰ্ব্বাচিত সভ্য এজনে সভাপতিৰ আসন গ্ৰহণ কৰিব।

সাধাৰণতে প্ৰত্যেক তিনি মাহত এবাৰকৈ মেনেজিং কমিটিৰ বৈঠক হ'ব। আৰু তাত সভ্য সকলে স্কুল সম্বন্ধে আলোচনা কৰিব। প্ৰত্যেক সভাতেই ছাত্ৰ-

ছাত্ৰীৰ নিয়মীয়া উপস্থিতি সম্বন্ধে যেনেতেনে আলোচনা কৰিব, স্কুলৰ অৱনতিৰ আন কোনো কাৰণ থাকিলে সেই সম্বন্ধে সভাত আলোচনা কৰিব।

সভাপতিয়ে. নিজে নাইবা তিনি চতুৰ্থাংশ সভ্যৰ অনুৰোধক্ৰমে আৱশ্যক মতে যেই সেই সময়তেই জৰুৰী সভা আহ্বান কৰিব পাৰিব। সকলো সভাৰ কাৰ্য্য-বিবৰণী সময়মতে লিপিবদ্ধ কৰিব লাগিব।

প্ৰত্যেক কমিটিৰ কাৰ্য্য-বিবৰণী চাৰ্কোলৰ চবইন্‌চপেক্টৰ মহোদয়লৈ পঠাব। চবইন্‌চপেক্টৰ মহোদয়ে মন্তব্যৰে সৈতে সেইবোৰ স্কুলবোৰ্ডৰ চেক্ৰেটৰীৰ ওচৰলৈ পঠাব আৰু যি যি বিষয়ে চেক্ৰেটৰীয়ে কাৰ্য্য হাতত লব লাগিব তাক বিশেষভাবে উল্লেখ কৰিব।

মেনেজিং কমিটিৰ হাতত তলত দিয়া বহী পত্ৰ থাকিব—

(১) কাৰ্য্য-বিবৰণীৰ বহী।

(২) হিচাবৰ বহী।

(৩) আন যি কোনো বিষয়ৰ বহী বা কাকত আৱশ্যক হব পাৰে।

কমিটিৰ সকলো বিষয়ে ভোটৰ সংখ্যাধিক্য মতে সিদ্ধান্ত হ'ব।

আৱশ্যক হলে আলোচ্য বিষয়ৰ নিষ্পত্তিৰ বাবে প্ৰেসিডেণ্টে অতিৰিক্ত এটা ভোটৰ অধিকাৰ পাব পাৰিব।

**মেনেজিং কমিটিৰ কৰিবলগীয়া কাম—**

(১) মেনেজিং কমিটি স্কুল ঘৰ যথোপযুক্ত ভাৱে সংৰক্ষণ কৰাৰ বাবে দায়ী থাকিব।

(২) স্কুলত ভৰ্ত্তি হোৱা ল'ৰা-ছোৱালী যাতে যথা সময়ত ৰীতিমতে স্কুললৈ আহে তাৰ বাবে লক্ষ্য ৰাখিব।

(৩) স্কুলৰ ধ্বংস বা অৱনতিৰ কাৰণে যি কোনো কাৰণ উপস্থিত হব পাৰে—তাৰ প্ৰতিবিধান কৰিব।

## স্কুল পৰিচালনা বিষয়ে মেনেজিং কমিটিৰ অধিকাৰ আৰু কৰ্ত্তব্য।

(১) কোনো শিক্ষক নতুনকৈ নিযুক্ত বা বদলি হলে তেওঁ প্ৰথমতে মেনেজিং কমিটিৰ প্ৰেচিডেণ্টৰ ওচৰত ৰিপোৰ্ট দাখিল কৰিব। প্ৰেচিডেণ্ট মহাশয়ে চাৰ্কোল চাবইন্‌স্পেক্টৰ মহোদয়ৰ ওচৰত ৰিপোৰ্ট দিব।

(২) শিক্ষক সকলে সকলো প্ৰকাৰ ছুটীৰ আবেদন, মেনেজিং কমিটিৰ সভাপতিৰ জৰিয়তে দাখিল কৰিব; প্ৰেচিডেণ্ট মহাশয়ে নিজ মন্তব্যৰে সৈতে কৰ্ত্তৃপক্ষৰ ওচৰলৈ পঠাব।

(৩) শিক্ষক সকল যাতে নিয়ম মতে স্কুললৈ আহে মেনেজিং কমিটিয়ে তালৈ দৃষ্টি দিয়া কৰ্ত্তব্য। যদি কোনো শিক্ষক স্বভাৱতে পলম কৰি আহে অথবা কৰ্ত্তব্য কাৰ্য্যত অৱহেলা কৰে তেন্তে প্ৰথমতে সভাপতিয়ে সতৰ্ক কৰি দিব। তথাপি সংশোধন নহ'লে কথাটো মেনেজিং কমিটিত উল্লেখ কৰিব আৰু প্ৰস্তাৱ আকাৰে গ্ৰহণ কৰি চাৰ্কোল চৱইন্‌স্পেক্টৰ মহোদয়লৈ পঠাব। স্কুলবোৰ্ডৰ চেক্ৰেটাৰী মহোদয়ৰ পৰামৰ্শ অনুসাৰে চৱইন্‌স্পেক্টৰ মহোদয়ে যথা বিহিত ব্যৱস্থা কৰিব। এনেবোৰ ক্ষেত্ৰত সকলো কাম সোনকালে হ'ব লাগিব।

মেনেজিং কমিটিৰ কোনো সভ্যই স্কুল পৰিদৰ্শন কৰিব নোৱাৰিব, আৰু স্কুল চলি থকা অৱস্থাত স্কুলৰ ভিতৰলৈ গৈ শিক্ষাদান কাৰ্য্যত ব্যাঘাত ঘটোৱাটোও বাঞ্ছনীয় নহ'ব।

শিক্ষক নিয়োগ বা বদলি কৰা বিষয়ত মেনেজিং কমিটিৰ কোনো হাত নাই। অৱশ্যে যদি ঘটনাক্ৰমে এনে কোনো শিক্ষক নিয়োগ বা বদলি কৰা হয়, যাৰ বিষয়ে মেনেজিং কমিটিৰ আপত্তি কৰিবৰ বিশেষ কাৰণ থাকে, মেনেজিং কমিটিয়ে সেই বিষয়ে চাৰ্কোল চৱইন্‌স্পেক্টৰ মহোদয়ৰ দৃষ্টি আকৰ্ষণ কৰিলেই, তেখেতে স্কুল বোৰ্ডৰ চেক্ৰেটাৰী মহোদয়ৰ লগত পৰামৰ্শ কৰি যথা বিহিত কাৰ্য্য হাতত ল'ব।

স্কুল বোৰ্ডৰ চেক্ৰেটাৰী মহোদয়ৰ মত লৈ স্কুলবোৰ্ডৰ চেয়াৰমেন মহোদয়ে কমিটি ভাঙি দিব পাৰিব—যদি এইটো প্ৰতিপন্ন হয় যে উক্ত কমিটিৰ কাৰ্য্যাৱলী স্কুলৰ হিতৰ বাবে হোৱা নাই।

ওপৰত দিয়া নিয়ম মতে সংস্থাপিত মেনেজিং কমিটি পতাৰ দিনৰ পৰা তিনি বছৰ কাল চলিব। তাৰ পাছত নতুন কমিটি সংগঠিত হ'ব। আগৰ সভাৰ সভ্য নতুন কমিটিত নিৰ্ব্বাচিত হ'লে থাকিব পাৰিব।

—o—

## চতুৰ্থ অধ্যায়

# (২) কেন্দ্ৰীয় শিক্ষক সভা

সাধাৰণতে য'ত একোখন কেন্দ্ৰীয় স্কুল আছে তাতে এই সভা পতা হয়। কেন্দ্ৰীয় স্কুল খনক কেন্দ্ৰ কৰি ওচৰৰ প্ৰাইমেৰী স্কুলৰ শিক্ষক সকলেৰে সৈতে শিক্ষক সকলৰ একোখন কেন্দ্ৰীয় সভা থাকিব লাগে। এই সভাৰ নিয়মাৱলী শিক্ষকসকলে গঠন কৰি লব লাগে। তলত মোটামুটি ভাবে উদ্দেশ্য আৰু নিয়মৰ আভাস দিয়া হ'ল।

**উদ্দেশ্য :—**

(১) শিক্ষা আৰু স্কুলৰ উন্নতি।

(২) শিক্ষাপ্ৰণালী আৰু শিক্ষাবিস্তাৰৰ বিষয়ে আলোচনা আৰু উপায় নিৰ্দ্ধাৰণ কৰি কৰ্ত্তৃপক্ষৰ ওচৰত আবেদন নিবেদন জ্ঞাপন।

(৩) শিক্ষক সকলৰ মাজত সৌহাৰ্দ্দ্য আৰু প্ৰীতি স্থাপন।

(৪) দেশৰ অভাৱ অভিযোগৰ মাজেদি কি উপায়ে নিজৰ দেশৰ আৰু স্কুলৰ লৰা-ছোৱালী বিলাকৰ স্বাস্থ্য, শিক্ষা, চৰিত্ৰ আৰু সামাজিক জীৱন যাপনৰ বাবে উপযুক্ততা অৰ্জ্জন কৰিব পাৰি তাৰ আলোচনা কৰা।

(৫) ওপৰোক্ত উদ্দেশ্য সাধন কৰিবৰ বাবে যি উপায় নিৰ্দ্ধাৰণ কৰা হয় তাৰ কাৰ্য্যপদ্ধতি আৰু বাধা বিপত্তিৰ বিষয়ে বিশদ আলোচনা আদি কৰি প্ৰবন্ধ লিখি সেই প্ৰবন্ধবোৰ যাতে শিক্ষক সমাজৰ মাজত প্ৰচাৰ হয় তাৰ বাবে আলোচনী কাকত উলিয়াবৰ দিহা কৰা।

(৬) প্ৰদৰ্শনী আদি পাতিবৰ দিহা কৰা।

(৭) সাহিত্য প্ৰচাৰ বা সাহিত্যৰ উন্নতি কৰা।

**নিয়ম :—**

(১) সকলো শিক্ষক এই সভাৰ সভ্য হব লাগিব। এই সভাত যোগদান নকৰিলে কৰ্ত্তৃপক্ষৰ ওচৰত ৰিপোৰ্ট কৰিলে সিদিনাৰ দৰ্মহা কৰ্ম্মত অনুপস্থিতিৰ বাবে কটাযাব পাৰে। সেই বাবে এই সভাৰ এনেকুৱা নিয়ম থাকিব লাগে যাগে অনুপস্থিত সভ্যৰ অনুপস্থিতিৰ কাৰণ বিবেচনা কৰি সভাই বিদায় মঞ্জুৰ কৰিব পাৰে। সভাৰ আদেশ আৰু নিয়ম নমনা সভ্যৰ বিৰুদ্ধে প্ৰস্তাৱ গ্ৰহণ কৰি নাইবা সম্পাদকে ৰিপোৰ্ট দি কৰ্ত্তৃপক্ষক জনাব লাগে। সভাত অনুপস্থিতিৰ বাবে শাসন ব্যৱস্থাও কৰিব পাৰে।

(২) বছৰৰ শেহত বাৰ্ষিকী সভা পাতি সেই সভাত বছৰৰ কামৰ তালিকা

আদিৰ ৰিপোৰ্ট সৰ্ব্বসাধাৰণক জনাবৰ দিহা আৰু কৰ্ত্তপক্ষৰ ওচৰত অভাৱ অভিযোগ আৰু শিক্ষাৰ উন্নতি সাধন বিষয়ে কৰ্ত্তপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা উচিত।

(৩) এই সভাৰ বৰঙণি মাহে ৵ পাইৰ পৰা ৵৹ অনালৈ হোৱা উচিত। তাতকৈ বেছি হলে ৩০ টকীয়া পণ্ডিতৰ পক্ষে দিয়া টান হব পাৰে। এই সভাৰ বৰঙণি স্কুলৰ বাজে খৰচৰ পৰাও দিব পাৰে।

(৪) প্ৰত্যেক শিক্ষকৰ দ্বাৰা পালমতে প্ৰেক্‌টিকেল ক্লাছৰ দিহা থাকিব লাগে। এই ক্লাছত কোনো পৰিদৰ্শক উপস্থিত কৰাব পাৰিলে ভাল। আচলতে এই উদ্দেশ্যে এই সভাবোৰ প্ৰথমে পতা হয়।

(৪) স্কাউটিং, ৰেডক্ৰচ চোচাইটি, নতুন পদ্ধতিৰ ব্যায়াম, খেল-ধেমালি, শিক্ষা সম্বন্ধীয় সাৰ্ব্বজনীন সভা আদি এই সভাৰ অন্তৰ্ভুক্ত কৰিব লব লাগে।

—o—

## শাৰীৰিক শিক্ষাত

# শিক্ষকৰ হাতপুথি

## শিক্ষা বিভাগ,

### অসম গৱৰ্ণমেণ্ট

### স্বাস্থ্য আৰু শাৰীৰিক শিক্ষা

স্বাস্থ্য আৰু শাৰীৰিক শিক্ষা সকলো যুগতে সকলো মানুহৰ কাৰণে আৱশ্যক হৈ আহিছে। শৰীৰটো এটা ঘৰ মাত্ৰ; ইয়াৰ ভিতৰত মুৰৰ ঘিউ আৰু মনুষ্যত্বৰ প্ৰকাশৰ সকলো সমল ৰক্ষিত হৈ আছে। ঘৰ এটা ভাগি পৰিলে ইয়াৰ ভিতৰত থকা মেজ-মাচিয়া, পেৰা-পেটাৰি আদি সকলো মূল্যবান বস্তু ৰদ-বৰষুণত নষ্ট হব। সেই দৰে শৰীৰটো ভাগি গলে মানুহৰ সকলো নষ্ট হয়; সকলো থাকিও নথকাৰ দৰে হয়।

শাৰীৰিক শিক্ষাৰ প্ৰথম উদ্দেশ্য স্বাস্থ্য আৰু শাৰীৰিক সৌষ্ঠৱ-সৌন্দৰ্য্য। ইয়াৰ দ্বিতীয় উদ্দেশ্য স্বভাৱ-চৰিত্ৰ। চমুৱাই কব লাগিলে, ইয়াৰ উদ্দেশ্য, এটা লৰাক মানসিক, নৈতিক আৰু শাৰীৰিক শক্তিৰ সমিল-মিলেৰে মানুহ কৰি তোলা। শাৰীৰিক শিক্ষা কোনো এটা উদ্দেশ্যৰ নিমিত্তে মাত্ৰ; ইয়াকে উদ্দেশ্য কৰি ললে, মানুহ সত্য আদৰ্শৰ পৰা বহুত দূৰলৈ আঁতৰি যায়।

শাৰীৰিক শিক্ষা লৈ বহুতৰ ভুল ধাৰণা আছে। ব্যৱসায়ী "চাৰকাচ্‌ৱালা" আৰু অন্যান্য "কুস্তিৱালা" সকলৰ চকুত-চমক লগোৱা বল প্ৰদৰ্শনেই ইয়াৰ কাৰণে দায়ী। অতিপাত বঢ়োৱা দেহেৰে মানুহ দীৰ্ঘায়ু, বুদ্ধিমন্ত আৰু তজবজীয়া হব নোৱাৰে। মাংসপেশীৰ বৃদ্ধিৰ অতি মাত্ৰাই ভিতৰৰ যন্ত্ৰ নষ্ট কৰাৰ ভয় থাকে। জীৱনীশক্তি অৰ্থাৎ ভিতৰৰ যন্ত্ৰটোৰ—হৃৎপিণ্ড, হাওঁফাওঁ যকৃত আদিৰ—ভাল অৱস্থাই স্বাস্থ্য। মানুহ নিশকতীয়া হৈয়ো ভিতৰৰ যন্ত্ৰৰ শক্তিৰে স্বাস্থ্যৱন্ত হব পাৰে। মানুহ মুৰৰ ঘিউ আৰু জ্ঞান বুদ্ধিৰে মানুহ, স্বাস্থ্য লাগে সেই খিনিকে মানুহ কৰাত সহায় কৰিবলৈ। গাৰ মঙহ অলপ জৰুৰ লাগে। কিন্তু কোমোৰৰ ধৰণৰ অতিপাত বৃদ্ধি আৰু পাশৱিক বল কেতিয়াও উদ্দেশ্য কৰি লোৱা উচিত নহয়। শিকলি-ছিঙা আৰু মটৰ ৰখোৱা কাম, সেই বিষয়ত ব্যৱসায়ী নহয় মানে, জীৱনত একো উপকাৰত নাহে। সদৌ জগতৰ "অলিম্পিক" খেলৰ প্ৰতিযোগিতাৰ পৰা আইনকি ৰচি টনা খেলো আজি কালি উঠাই দিলে।

এডওৱাৰ্ড ওৱৰমেন্ নামৰ এজন শৰীৰ বিশেষজ্ঞই অতিপাতে মাংসপেশী বঢ়োৱা ব্যায়ামৰ বিষয়ে এটা দীঘলীয়া প্ৰবন্ধত (চেণ্ডোৰ মৃত্যুৰ কেই বছৰ মানৰ আগতেই), মাজ বয়সত চেণ্ডোৰ মৃত্যুৰ কথাৰ ভৱিষ্যৎ বাণী কৰিছিল। চেণ্ডো আৰু তেওঁৰ ব্যায়াম প্ৰণালীৰ ওপৰত মত প্ৰকাশ কৰি তেওঁ কৈছে "চেণ্ডো এজন আচৰিত মানুহ, কিন্তু তেওঁৰ দৃষ্টান্ত অনিষ্টকৰ, তেওঁৰ দেহ বৃদ্ধি প্ৰণালী অতি চমৎকাৰ, কিন্তু ইয়াৰ পালন বিপদজনক হব পাৰে।"

শাৰীৰিক শিক্ষাৰ চাপ-সীমাৰ ভিতৰত তলত দিয়া বিষয়বোৰ সাধাৰণতে সোমাই পৰেঃ—স্বাস্থ্য ৰক্ষাৰ ব্যক্তিগত আৰু সমজুৱা নীতি, বল খেলবোৰ, ধেমালি খেলবোৰ, কুস্তি ব্যায়াম বা অঙ্গচালনা, লৰা-ঢপৰা, নচা-বগা, মালযুজ, ইত্যাদি। যেনেকুৱা বিষয়েই হওক, ইয়াৰ শিক্ষা ভাল ধৰণেৰে হব লাগে। মানুহ গঢ়া স্কুলত শাৰীৰিক কাৰ্যাৱলী সদায় চুটি, নিৰাপদজনক, উজু, আমোদজনক, উপকাৰী আৰু আৱশ্যকীয় হোৱা উচিত।

বলখেলবোৰৰ বিষয়ে সকলোৱেই জানে। গ্ৰীছ দেশত ফুটবল, ইংলণ্ডত ক্ৰিকেট, মিশৰ দেশত হকী, ফ্ৰান্সত টেনিছ, ভলীবল আৰু বাস্কেট বল আমেৰিকাত আবিষ্কৃত হৈ, এই বিলাক নিজৰ গুণেৰেই গোটেই জগতৰ চুকে কোনে সোমাল। এই খেল বিলাক লৰাৰ এদনীয়া বস্তু হৈ পৰে, কাৰণ ইয়াত লৰাবিলাকৰ স্বাভাৱিক-দল প্ৰবৃত্তি আৰু স্বাভাৱিক প্ৰতিযোগিতাৰ ইচ্ছা পূৰ্ণ হয়। গাৱেঁ-ভূঞেও এই খেল এতিয়া সোমাই পৰিছে। কিন্তু এই খেল অতি কম লৰাই হে খেলিব পাৰে। আমি চোৱা উচিত গোটেই সমূহ ছাত্ৰৰ স্বাস্থ্যলৈ। গতিকে আমাৰ কাৰ্য্য প্ৰণালী এনেকৈ নিৰ্দ্ধাৰণ কৰিব লাগিব যাতে প্ৰতি লৰাটোৱে শাৰীৰিক শিক্ষাৰ পূৰা ভাগ পায়।

সকলো ধৰণৰ শাৰীৰিক কাৰ্য্যাৱলীয়ে চৰিত্ৰ গঠনত সহায় কৰে যদিও ইয়াৰ মাত্ৰা সদায় বেচি খেল বিলাকত। সুপৰিচালিত খেলত খেলুৱৈবোৰে খেলৰ নিয়ম মানি, ৰেফাৰীৰ মীমাংসা মানি খেলিব লাগে। এই দৰে হুকুম মানি মানি চলোতে চলোতেই ই অতি তীখা-মোখৰা লৰাবো অভ্যাসত পৰিণত হৈ, স্থায়ী চৰিত্ৰত ছাপ পৰি যায়। খোলা প্ৰাণেৰে খেলিবলৈ, হাঁহি মুখে হাৰ মানিবলৈ আত্মগৌৰব নকৰাকৈ জিকিবলৈ, স্বাৰ্থহীন ভাবেৰে দলীয় খেলৰ মূল্য বুজি চলিবলৈ আৰু লোকৰ অন্যায়েও খং তুলিব নোৱাৰা হবলৈ সদায় লৰাক শিকাব লাগে। এই কাৰ্য্যকৰী নৈতিক শিকনি স্কুল ঘৰৰ ভিতৰৰ শ্ৰেণীত কেতিয়াও দিব নোৱাৰি। খেল পথাৰত লৰাই নৈতিক শিক্ষাৰ বহুত খিনি পায়।

অকল লৰাৰ কাৰণেই নহয়, শিক্ষকৰ কাৰণেও শাৰীৰিক পৰিচালনাৰ আৱশ্যক। অকল মগজু আৰু মুখৰ ব্যৱহাৰ কৰি চলিব লগা জীৱনত মুকলি বতাহৰ কাৰ্য্যই শাৰীৰিক উপকাৰৰ এটা মাত্ৰ সুবিধা দিয়া বুলিহে ধৰি লব

লাগে। সকলোৱেই যেন উলাহী হৈ লৰাকো তেনেকুৱা কৰিব। সকলোৱে সদায় মনত ৰখা উচিত—"ধন হানিয়ে একো হানি নকৰে, স্বাস্থ্য হানিয়ে অলপ হানি কৰে, আৰু চৰিত্ৰ হানিয়ে সৰ্ব্বস্বান্ত কৰে।"

# শাৰীৰিক শিক্ষাত শিক্ষকৰ হাত-পুথি।

## প্ৰথম ছেদ।

**(ক) লৰাক ব্যায়াম দিওঁতে মনত ৰাখিব লগীয়া কথা ঃ—**

(১) শিক্ষক সদায় লৰাৰ ফালে মুখ কৰি থিয় হব।

(২) সকলো কাম সদায় "সাৱধান" অৱস্থাৰ পৰা আৰম্ভ হব

(৩) বাওঁ সোঁৱে কৰিব লগীয়া ব্যায়াম বোৰত বাওঁ ফালৰ পৰা আৰম্ভ কৰিব। শিক্ষকৰ সোঁ হলে লৰাৰ বাওঁ হব আৰু লৰাৰ বাওঁ হলে শিক্ষকৰ সোঁৱে হব।

(৪) শিক্ষকে কেতিয়াও লৰাক ভুলকৈ ব্যায়াম কৰিবলৈ নিদিব। ভুল ব্যায়ামে দেহৰ বৃদ্ধি আৰু ভিতৰৰ যন্ত্ৰ দূষিত কৰে।

(৫) শিক্ষকে সদায় হাঁহিমুৱা আৰু তজবজীয়া হৈ লৰাকো তেনে কৰিবলৈ চাব।

(৬) ভাল শিক্ষকে কাৰ্য্যত লৰাবোৰৰ ৰাপ বঢ়াবলৈ সদায় চেষ্টা কৰিব। শৃঙ্খলা আৰু সুচাৰু সমাধান ইয়াৰ ওপৰত হে নিৰ্ভৰ কৰে।

(৭) অন্যান্য বিষয়ত পাঠ প্ৰণয়ন কৰাৰ দৰে ইয়াতো শিক্ষকে পাঠ তৈয়াৰী কৰি কাৰ্য্য কৰিব।

(৮) ব্যায়াম দিওঁতে দীঘলাই উশাহ লোৱা ব্যায়াম মাজে মাজে, বিশেষকৈ একাদিক্ৰমে দীঘলীয়াকৈ ব্যায়াম দিয়াৰ পিছত দিবলৈ কেতিয়াও পাহৰিব নেলাগে।

**(খ) হুকুম দিয়াৰ নিয়ম ঃ—**

হুকুমৰ দুটা অংশ—(১) সাজু কৰা অংশ আৰু (২) পালন কৰা অংশ। প্ৰথম অংশটো সাধাৰণ কথা কোৱা ধৰণেৰে কৈ দ্বিতীয় অংশটো টানি কোবেৰে কব লাগে। প্ৰথম আৰু দ্বিতীয় অংশৰ ভিতৰত, লৰাক হুকুম পালনৰ কাৰণে সাজু কৰিবলৈ যথেষ্ট সময় ৰ'ব লাগে। প্ৰথম আৰু দ্বিতীয় অংশৰ ভিতৰত, লৰাক হুকুম পালনৰ কাৰণে সাজু কৰিবলৈ যথেষ্ট সময় ৰ'ব লাগে। ৰবলৈ পাহৰিলে সৰহীয়া লৰাৰ সমদল কাৰ্য্য বিশৃঙ্খল হয়। কিছুমান হুকুমৰ "পালন কৰা" অংশটো কৈয়েই একে উশাহতে লেখৰ আৰম্ভ কৰিব লাগে।

**(গ) ব্যায়াম দিয়াৰ নিয়ম ঃ—**

(১) ব্যায়ামটো তপ্‌কৈ দেখুৱাই দিব।

(২) তাৰ পিছত "বাই নম্বৰ" কৈ দিব। অৰ্থাৎ এক দুই কৈ লেখ কৰি, প্ৰতি লেখৰ পিছত ৰৈ ৰৈ, লৰাবোৰলৈ চকু ফুৰাই চাই ব্যায়াম দিব। এই দৰে ব্যায়াম দিয়াৰ মানেই লৰাক ব্যায়াম এটাৰ প্ৰতি অংশ ভালকৈ শিকাই ভুলচুক শুধৰাই নিয়া।

(৩) তাৰ পিছত একাদিক্ৰমে মাজত নোৰোৱাকৈ দিব লাগে। ইয়াৰ উদ্দেশ্য ভাগৰ লগোৱা আৰু গা ঘমোৱা।

শিক্ষকে লৰাৰ আগত থিয় হৈ বেচি কথা কোৱা উচিত নহয়। যদি কোনো এটা ব্যায়ামৰ এবাৰ কোৱাতে বুজিব নোৱাৰা বহুত অংশ থাকে, তেন্তে সেই ব্যায়ামটো ভাগ কৰি দেখুৱাই দিয়া উচিত।

একাদিক্ৰমে ব্যায়াম দিওঁতে লেখাৰ নিয়ম ঃ—১,২,৩,৪,৫,৬,৭,৮
৮,৭,৬,৫,৪,৩,২,১।

ৰখাবৰ হলে ২ আৰু ১ম ঠাইত "ক্লাছ হল্ট (Class halt) কব।

সোঁৱে কৰিবৰ হলে "সোঁৱে কৰা" (Right change) বাৱেঁ সোঁৱে ইটোৰ পিছত সিটো হলে "বাৱেঁ-সোঁৱে" (Alternate) পাচৰ ব্যায়ামটো কৰিব হলে "সিটো ধৰা" (Next change) পুনৰাই কৰিবৰ হলে "পুনৰ কৰা" (Repeat") কব।

**বিশেষ দ্ৰষ্টব্য ঃ—** হুকুমবোৰ আৰু লেখাবোৰ ইংৰাজীত দিয়া আৰু কৰা ভাল। অলপ অভ্যাসতে ইংৰাজী নজনা শিক্ষকে শিকি লব পাৰিব। অভিজ্ঞতাই কয় ইংৰাজী হুকুম আৰু লেখাবোৰ অইনকি ক মানৰ লৰাই-ও ভাল পায় আৰু অলপ সময়মতে জনা হয়। ইয়াৰে *লৰাক বেছি ভজবজীয়া কৰিব পাৰিব।*

**(ঘ) ব্যায়ামৰ ধৰণ ঃ—**

শিক্ষাৰ্থী লৰাৰ ব্যায়াম হব লাগিব—

(১) নিৰাপদজনক,

(২) চুটি,

(৩) উজু,

(৪) আনন্দদায়ক,

(৫) উপকাৰী আৰু লাগতিয়াল।

**(ঙ) সময়লীয়া ফুলীয়া লৰাক দিব লগীয়া ব্যায়াম ঃ—**

(১) অযুগ্ম লেখৰ ব্যায়াম,

(২) বহু লেখৰ ব্যায়াম,
(৩) হাত মুঠিওৱা, মুখ লৰোৱা আদি ব্যায়াম,
(৪) অসাধাৰণ ব্যায়াম, "বিছা বুলন" আদি,
(৫) সামঞ্জস্যহীন ব্যায়াম; এক লেখত হাত দঙ্গা, ইটো লেখত ভৰি দঙ্গা ইটো লেখত ভৰি দঙ্গা আদি ব্যায়াম,
(৬) জটিল ব্যায়াম।



# দ্বিতীয় ছেদ

## ১ম আখ্যা

### প্ৰাথমিক হুকুম

(১) Fall-in "ফল-ইন্"; শাৰী পাতা।

সাধাৰণ ভাবে ভৰি মেলি, দুয়ো হাত পিঠিৰ ফালে কঁকালত থৈ থিয় হব। লৰা-বোৰক সোঁফালৰ পৰা, চাপৰৰ পাৰা ক্ৰমান্বয়ে ওখলৈ থিয় কৰাই শাৰী পতাব।

(২) Attention : "এটেন্ছান"
or বা } সাৱধান।
Alert : "এলাৰ্ট"

ভৰিৰ গোৰোহা লগাই, বুকু ফুলাই, মূৰ তুলি, থুঁতৰি চপাই, আগলৈ চাই, আৰু হাত দুয়ো কাষে সাধাৰণ ভাৱে পোনকৈ, কিন্তু ঠৰঙা বা ফিটফিটীয়া নকৰকাকৈ, থিয় হব।

(৩) Stand-at-ease; "ষ্টেণ্ড-এট-ঈজ"; আৰামত থিয় হোৱা। অৰ্থাৎ আকৌ "ফল-ইন্"ৰ অৱস্থা হোৱা।

(২) আৰু (৩) নং হুকুমৰ কাৰ্য্য সোঁ ভৰিক খুটি কৰি লৈ বাওঁ ভৰি চপাই আৰু আতৰাই কৰিব লাগে।

(৪) Right Dress;"ৰাইট ড্ৰেছ";—শাৰী পোনোৱা। সোঁ ফালৰ মূৰৰ লৰাটো লৰচৰ নকৰাকৈ খুটি হৈ ৰব। বাকীবোৰ লৰাই সোঁ হাত কঁকালত দি, প্ৰত্যেকৰ সো-ফালৰ লৰাটোৰ বাওঁ বাহুৰ মাজত কিলাকুটি লগাকৈ, আৰু প্ৰত্যেকে সোঁ-ফালৰ লৰাটোৰ বুকুলৈ চাই, সেই বুকুৰ লগত বুকু মিলাই, বাওঁ ফালে আঁতৰি গৈ শাৰী পোনাব। শিক্ষকে এমূৰত থিয় হৈ শাৰী পোন হোৱা-নোহোৱা চাব)।

(৫) Eyesfront;"আইজ ফ্ৰণ্ট্"; আগলৈ চোৱা।

কঁকালৰ পৰা হাত পেলাই আগলৈ চাব।

(৬) Stand-Easy; "ষ্টেণ্ড্ ঈজি" এই হুকুম "ষ্টেণ্ড এট ঈজ" অৱস্থাত থাকোতে দিব লাগে। এই হুকুম শুনিলে লৰাই হাত ভৰি লৰাই থিয় হব পাৰে; কিন্তু শাৰীটো ভাঙিব নোৱাৰিব।

"ষ্টেণ্ড ঈজি" অৱস্থাত থাকোতে শিক্ষকে "ক্লাছ" বুলিলেই লৰাই "ষ্টেণ্ড-এট ঈজ"ৰ অৱস্থা লব আৰু শিক্ষকৰ নতুন হুকুমৰ কাৰণে সাজু হব।

## ২য় আধ্যা

### ঘূৰণ

(১) Right Turn, "ৰাইট্ টাৰ্ণ"; সোৰেঁ ঘূৰা।

সোঁ ভৰিৰ আগ দাঙ্গি বাওঁ ভৰিৰ গোৰোহা দাঙ্গি লাচ দি সোঁফালে ঘূৰিব লাগে।

(২) Left Turn "লেফ্ট টাৰ্ণ"; বাৰে ঘূৰা।

সোঁৰে ঘূৰাৰ বিপৰীতে ঘূৰিব লাগে।

(৩) About Turn "এবাউট টাৰ্ণ"; সোঁ ফালেদি পিঠি মুখীয়াকৈ ঘূৰা। ঘূৰণটোৰ প্ৰথম অৱস্থাটোত দুই ভৰিৰ কৰঙন কেঁচীয়া-কেচী হৈ পৰিব। (এই ঘূৰণ সদায় সোঁফালেদি কৰিব।)।

বিশেষ দ্ৰষ্টব্য ঃ— এই ঘূৰণবোৰ লৰাক প্ৰথমতে "ৰাই নম্বৰ" বা এক দুই লেখেৰে শিকাব লাগে। "এক" লেখত ঘূৰিব আৰু ঘূৰাতে এটা ভৰি পাছ পৰিব; আৰু "দুই"ত এই পাছৰ ভৰি নি আগৰ ভৰিত লগ লগাই সাৱধানৰ অৱস্থা লব। যেতিয়া ঘূৰণটোৰ অৱস্থা লৰাই ভালকৈ বুজা হয় তেতিয়া তপ্‌তপকৈ কৰাব।

(৪) Half Right or Half Left Rurn, " হাফ ৰাইট" বা "হাফ লেফ্‌ট্ টাৰ্ণ"; অৰ্দ্ধ সমকোণে সোঁৰেঁ বা বাৰেঁ ঘূৰা।

## ৩য় আধ্যা

### বুলন (Marches)

(১) Mark Time, March, Left, Right...
"মাৰ্ক টাইম্, মাৰ্চ, লেফ্‌ট্ ৰাইট্"

"লেফ্ট বোলোতে মাটিত বাওঁ ভৰি মাৰি তাৰ পিছত "ৰাইটৰ"ৰ লগত সোঁ ভৰি মাৰি, ক্ৰমান্বয়ে (বন্ধ কৰিবলৈ হুকুম নহয় মানে) ভৰি বুলাব।

(২) Class halt, 1, 2; "ক্লাছ হল্ট্, ওবান, টু"।

বন্ধ কৰিবৰ হলে হুকুম দিব।

(৩) Right Turn 1. 2; সোঁৰে ঘূৰা।

(৪) Left Turn, 1,2; বাঁৰে ঘূৰা।

(৫) About Turn 1, 2, 3, 4; পিঠি মুখিয়াকৈ ঘূৰা (সোঁফালেদি)

বিশেষ দ্ৰষ্টব্য ঃ— ভৰি বুলাওঁতে খোজকাঢ়ি যাওঁতে সদায় ঘূৰণবোৰ ওপৰত দি অহা লেখবোৰত হব। এনেকৈ ঘূৰিব লাগে যাতে শেষৰ লেখত, যি মুখীয়া হোৱা আৱশ্যক, সেই মুখীয়া হব পাৰি।

(৬) Forward March; "ফৰওৱাৰ্ড মাৰ্চ্চ", সম্মুখলৈ যোৱা।

(৭) Slow March; "শ্ল মাৰ্চ্চ", লাহে লাহে যোৱা।

(৮) Quick March; "কুইক মাৰ্চ্চ", বেগাই যোৱা।

(৯) Double March; "ডবল মাৰ্চ্চ"; কুকুৰ লৰত যোৱা।

(১০) Right "ৰাইট"
—wheel; "হুইল";
Left "লেফ্‌ট"

দীঘে দি যাওঁতে এটা সমদলীয়া শাৰীকে সোঁৱে বা বাঁৱে ঘূৰাবলৈ হলে এই হুকুম দিব লাগে। শৰীৰ ঘূৰণটো এটা সমকোণত হব লাগে। প্ৰত্যেকে ঘূৰিবৰ সময়ত এখোজ বৈ মাৰিলে সমকোণ হব।

(১১) Close up or Dress up; "ক্লজ আপ" বা "ড্ৰেছ আপ"; ওচৰ চাপা।

শাৰীটো ৰাখিবলৈ হলে "ক্লাছ হল্ট" হুকুমেৰে ৰাখিব। এই হুকুম শুনা মাত্ৰে, যতে যেয়ে যেনেকৈ আছে ভৰিৰ বুলনি বন্ধ কৰি বৈ যাব লাগিব। তাৰ পিছত শিক্ষকে এই হুকুম দিব। এই হুকুম শুনা মাত্ৰে আগ মূৰৰ লৰাটো খুঁটি হৈ বৈ, বাকীবোৰ কুকুৰ লৰত গৈ ওচৰ চাপি নীতিগত শাৰীটো কৰিব।

দীঘে দি যোৱা সমদল এটাক "মাৰ্ক টাইম মাৰ্চ্চ" হুকুমেৰেও ৰখাব পাৰি। এই হুকুম শুনিলে আগ মূৰৰ লৰাটো খুঁটি হৈ বৈ একে ঠাইতে ভৰি বুলাই থাকিব আৰু বাকীবোৰে ভৰি বুলাই বুলাই ওচৰ চাপি ৰীতিগত শাৰীটো কৰিব, আৰু শিক্ষকে "ক্লাছ হল্ট" নকয় মানে ভৰি মাৰি থাকিব।

এইখিনি বুলনেই স্কুলৰ কাৰ্য্যৰ কাৰণে যথেষ্ট। দুটীয়া চাৰিটীয়া বুলনৰ বিস্তৃতি "কেম্প" শিক্ষাত পৰিচালকে, সময় আৰু সুবিধা চাই, বুলাই দিব।

ব্যায়াম দিবৰ কাৰণে শাৰী মুকলি কৰাৰ নিয়ম।

## ৪ৰ্থ আখ্যা

সোঁ পালৰ পৰা তিনিকৈ, "নম্বৰ"; শিক্ষকে "নম্বৰ" হুকুম দিয়া মাত্ৰে প্ৰত্যেক লৰাই বাঁও ফালে মূৰ ঘূৰাই ঘূৰাই নিজৰ সংখ্যা গণিব।

(২) ১ নম্বৰখিনি য'তে আছা ত'তে থাকিবা, ২ নম্বৰখিনি দোখোজ আগলৈ, আৰু ৩ নম্বৰখিনি চাৰি খোজ আগলৈ আহি, শাৰী মুকলি কৰিবা :— "মাৰ্চ্চ", '1, 2, 3, 4, 5'। যিমান খোজ আগলৈ নিবলগীয়া হয় তাৰ পাছৰ সংখ্যাটোলৈকে শিক্ষকে গণিব। ল'ৰাবোৰে যিমান খোজ আহিব লাগে, সিমান খোজ আহি পাছৰ সংখ্যাটোত ভৰি মিলাই ৰ'বহি।

(৩) শাৰী বন্ধ কৰা বা পুনৰ এশাৰী হোৱা।

পুনৰ এশাৰী কৰিবলৈ লৰাবোৰক পিঠি মুখিয়াকৈ ঘূৰাই লব। তাৰ পিছত শাৰী বন্ধ কৰিবলৈ কৈ, "মাৰ্চ্চ" হুকুম দি "ফাইভ" লৈকে লেখ কৰিব, প্ৰত্যেক পাছৰ শাৰী আহি লগ নেলাগে মানে ভৰি চলাবলৈ ক'ব লাগে।

(৩) Class Dismiss. 1, 2, "ক্লাছ ডিচ্মিছ্, ওৱান টু"। দিনৰ কাৰ্য্যৰ শেষত ল'ৰাক বিদায় দিবলৈ হ'লে এশাৰী হৈ থকা অৱস্থাৰ পৰা বিদায় দিব। ব্যক্তিগত আৰু শৃঙ্খলাগত যেই সেই ধৰণেই শিক্ষকে ল'ৰাক বিদায় দিব পাৰিব।

অন্য অনেক ধৰণেৰে শাৰী মুকলি কৰিব পাৰি। "কেম্প্" পৰিচালকে আৱশ্যক বুজি সেইবোৰ ধৰণ দেখুৱাব পাৰে। ঠাইৰ অভাৱত, কম সময়ত, আৰু জহকালিৰ ৰ'দৰ পৰা হ্যত সকলাই ল'ৰাক ব্যায়াম দিবলৈ, শাৰী মুকলি কৰাৰ এইটোৱেই সাধাৰণ, বেছি সুবিধাজনক আৰু উজু নিয়ম।



# তৃতীয় ছেদ

## শাৰীৰিক ব্যায়াম।

## ১ম আধ্যা

### গা গৰম কৰা ব্যায়াম।

(১) লৰ মৰা।

(২) ঠেং-টনা লৰ (Skipping)।

(৩) এঠেঙেৰে ঠাইতে লৰা (Hopping)।

(৪) ভৰি দুটা একেলগে বান্ধি লোৱাৰ দৰে ঠাইতে জপিওৱা (Spring Jump)।

(৫) ঠাইতে আঁঠু দাঙি লৰা (Stationary Run)

(৬) হাত দুয়োকোষে ওপৰলৈ আৰু ভৰি দুটা দুয়োকাষে জাপ মাৰি আঁতৰাই কৰা ব্যায়াম।

## ২য় আধ্যা

### একাঙী বা শোধনকাৰী ব্যায়াম।

কোনো এটা অঙ্গৰ বেলেগ বেলেগ ব্যায়ামবোৰক একাঙ্গী (এক + অঙ্গ + ঈ) ব্যায়াম বোলে। এই বিলাক ব্যায়াম সাধাৰণতে দুই লেখত দিয়া উচিত। কোনো অঙ্গৰ বিকৃতি গুচাবলৈ হ'লে, দুৰ্ব্বল অঙ্গ সবল কৰিবলৈ হ'লে সেই অঙ্গৰ একাঙ্গী ব্যায়াম ল'ব লাগে, সেই কাৰণে ইয়াক শোধনকাৰী ব্যায়ামও বোলে।

### (ক) হাতৰ ব্যায়াম।

(১) হাত সম্মুখেদি ওপৰলৈ তোলা।

(২) হাত দুয়ো কাষেদি ওপৰলৈ তোলা।

(৩) হাত পাছলৈ মাৰা।

(৪) হাতৰ ঠাৰি মাটিৰ লগত সমান্তৰাল কৰি বাহুৰ সম্মুখত বুকলৈ তোলা। (হাতৰ তলুৱা তলমুৱা কৰিব আৰু কিলাকুটি দুটা পাছলৈ হেঁচা দি থাকিব)।

(৫) বাহুৰে দুয়োকাষে চেপি, কিলাকুটি পাছলৈ হেঁচি, হাত মুঠিয়াই, মুঠি বুকুৰ ফলীয়া কৰি, হাতৰ ঠাৰি ওপৰলৈ বুকুলৈ তোলা।

(৬) ৫ নম্বৰৰ দৰেই, মুঠি নমৰাকৈ হাতৰ তলুৱা মুখা-মুখি কৰি তোলা।

(৭) পাছলৈ কিলাকুটি হেঁচি হাত গল্‌ধনলৈ তোলা।

(৮) কিলাকুটি ওপৰ-পাছ কৰি, হাতৰ তলুৱা মুখা-মুখি কৰি জপাই, হাত পিঠিলৈ বেঁকা কৰা।

(হাতৰ ব্যায়ামৰ লগত বুকুৰ অঅক পিঠিৰ ব্যায়ামো হয়)

## (খ) কঁকালৰ ব্যায়াম।

(১) কঁকাল আগলৈ, পাছলৈ, বাওঁফালে আৰু সোঁফালে ভাঙা। পাছলৈ ভাঙোতে বুকু ফুলাই সদায় আগলৈ চাই থাকিব লাগে। পাছলৈ ভাঙোতে থুঁতৰি দাঙি ওপৰলৈ কেতিয়াও নেচাব। থুঁতৰি দঙ্গ: ব্যায়াম দুৰ্ব্বলী মানুহৰ মূৰৰ কাৰণে অপকাৰী। গাৰ আৰু কঁকালৰ ব্যায়ামত মুখৰ বেলেগ গতি নাই; গাৰ লগত এক সৰল ৰেখা হৈহে ই গতি কৰিব।

(২) কঁকাল বাঁৱে-সোঁৱে পকোৱা।

## (গ) গা হলা ব্যায়াম।

গা, হাত মাটিত লগাকৈ, আঠু নভঙাকৈ, আগলৈ আৰু অৰ্দ্ধ সমকোণে বাঁৱে-সোঁৱে, হলোৱা।

## (ঘ) ভৰিৰ ব্যায়াম।

(১) গোৰোহা তোলা।

(২) ভৰি আগলৈ, পাচলৈ আৰু বাঁৱে-সোঁৱে দাঙা।

(৩) আঠু ওপৰলৈ দাঙা।

(ভৰি দঙা আৰু আঠু দাঙি ব্যায়ামবোৰ ভৰিৰ আঙুলি জোঙাকৈ ৰাখি কৰিব লাগে।)

(৪) আধা বহা, ওৰা দিয়া বা চকী বৈঠক (গোৰোহ দাঙিব নেলাগে)।

(৫) পূৰা বহা। (সাধাৰণতে বুকু ফুলাই, আঠু মেলাই বহাব।)

(৬) "লান্‌জিং"। ভৰি দুটা আঁতৰাই এক আঠু আঙুলি পাৰ হৈ যোৱাকৈ ভাঙি ইটো আঠু পোনাই ফিটফিটীয়া কৰি ৰাখি (সাধাৰণতে গোৰোহা নদঙাকৈ) কৰা ব্যায়াম।

**বিশেষ দ্ৰষ্টব্য :—** কঁকালৰ আৰু ভৰিৰ ব্যায়াম কৰোতে কঁকালত হাত থৈ ললে সুবিধা হয়। ইয়াৰ প্ৰণালী তলত দিয়া হল।

1. **Hands on hips-Place**

   কঁকালত হাত—"প্লেছ্" (থোৱা)।

   বা

   **Hips-firm :** "হিপস্—ফাৰ্ম"।

2. Hands - Drop or Down;
হাত—"ড্ৰপ্" বা "দাউন" (নমোৱা)।

## তৃতীয় আধ্যা
## সংযোগী ব্যায়াম।

লৰাৰ কাৰণে যিমানখিনি আৱশ্যকীয় সিমানখিনি একাঙী ব্যায়াম দিয়া হ'ল। মাটিত হাত থৈ, গাৰ ভৰ হাতত পেলাই কৰা "ডন" ব্যায়ামৰ নিচিনা যিবোৰ ব্যায়াম আছে, সেই ব্যায়াম ১৮ বছৰৰ তলৰ ল'ৰাৰ কাৰণে উপযোগী নহয়। ওপৰত দিয়া একাঙী ব্যায়াম কেইটাৰ পৰাই ভৰিৰে "সংযোগী" ব্যায়াম কৰিব পৰা যাব। দুটা বা ততোধিক অঙ্গৰ ব্যায়াম সাধাৰণতে ৪ লেখত মিলাই এটা কৰিলে সংযোগী ব্যায়াম হয়। "এক" লেখত আৰু "তিনি" লেখত পৰিচালনা সদায় একে, আৰু "চাৰি" লেখত সদায় "পজিশ্যন" বা আগৰ নিচিনা। সংযোগী ব্যায়াম বোৰক "এডুকেটীভ্" বা শিক্ষামূলক ব্যায়াম বোলে, কাৰণ ই কেবাটাও অঙ্গৰ পৰিচালনাত সামঞ্জস্য আৰু স্নায়ু-মাংশপেশীৰ উমৈহতীয়া বা যুটীয়া শাসন শিকায়। তলত কেইটামান সংযোগী ব্যায়ামৰ নমুনা দিয়া হ'ল।

ক, (১) হাত আগলৈ দাঙা বাওঁ ভৰি আগলৈ দিয়া,
(২) হাত ওপৰলৈ আৰু গোৰোহা দাঙা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা বা "পজিশ্যন"।

খ, (১) হাত কাষলৈ দাঙা আৰু ভৰি দুটা দুয়োকাষে আঁতৰাই জাপ মাৰা,
(২) বাঁও ফালে কঁকাল পকোৱা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা।

গ, (১) খ, (১) ৰ নিচিনা,
(২) বাওঁ ফালে কঁকাল ভাঙা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা।

ঘ, (১) হাত সম্মুখলৈ আৰু বাওঁ ভৰি আগলৈ দিয়া,
(২) হাত ওপৰলৈ আৰু পাছ আঠু ভাঙি মাটিত লগোৱা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা।

ঙ, (১) খ, (১) ৰ নিচিনা,
(২) আগলৈ কঁকাল ভাঙা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা।

চ, (১) হাতৰ সম্মুখেদি ওপৰলৈ তোলা,
(২) হাত কাষলৈ নামোৱা আৰু পূৰাই বহা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা।

ছ, (১) হাত, তলুৱা তলমূৱাকৈ বুকুলৈ তোলা,
(২) হাত মেলি, আঙুলি মাটিত লগাই, সম্মুখলৈ গা হলোৱা,
(৩) (১) ৰ অৱস্থা,
(৪) আগৰ নিচিনা।

এইদৰে দুটা বা ততোধিক অঙ্গৰ একাঙ্গী ব্যায়াম লগ লগাই এটা কৰিলেই সংযোগী ব্যায়াম হয়।

## ৪র্থ আধ্যা

### (ক) "হাইজিয়েনিক" বা ভাগৰ লগোৱা ব্যায়াম।

আগেয়ে শিকা দুটা বা ততোধিক সংযোগী ব্যায়াম একাদিক্ৰমে নোৰোৱাকৈ (সলাবৰ সময়তো ৰ'ব নোৱাৰি) দিলেই "হাইজিয়েনিক" ব্যায়াম হয়। এই ব্যায়ামে ভাগৰ লগাই তেজৰ চলাচল বেচি কৰে আৰু শৰীৰ যন্ত্ৰটোৰ কাৰ্য্যশক্তি বৃদ্ধি কৰে।

### (খ) জিৰণিমূলক বা আমোদজনক ব্যায়াম।

এই ব্যায়ামৰ ভিতৰত সাধাৰণতে খেল-ধেমালিবোৰ পৰে। নাচকো ইয়াৰ ভিতৰৰে বুলি ধৰি ল'ব পাৰি। ৰং-ৰগৰৰ যোগে শাৰীৰিক পৰিচালনা দিয়াই এই কাৰ্য্যাৱলীৰ উদ্দেশ্য। দৈনিক কাৰ্য্যবিধিৰ এসুৰীয়া অৱস্থাৰ পৰা মনটোক আঁতৰাই নি আনন্দ উলাহত বুৰ নিওৱাটোতেই ইয়াৰ উদ্দেশ্য সাধন।

—o—

# চতুৰ্থ ছেদ

## চাপৰি মৰা ব্যায়াম

কিছুমান সংযোগী আৰু একাণ্ডী ব্যায়াম হাতৰ চাপৰিৰে কৰিব পাৰি। সমদলে কৰিলে এই ব্যায়াম বৰ আমোদজনক হয়।

ক, (১) ভৰি দুয়োকাষে আঁতৰাই জাপ মাৰা আৰু দুয়োকাষে ওপৰলৈ তুলি চাপৰি মাৰা,
(২) আগৰ নিচিনা।

খ, (১) হাত কাষেদি তুলি ওপৰত চাপৰি মাৰা,
(২) সম্মুখত চাপৰি মাৰা,
(৩) (১) ৰ নিচিনা,
(৪) আগৰ নিচিনা।

গ, (১) ওপৰত চাপৰি,
(২) বাওঁ আঠু দাঙ্গি আঠুৰ তলত চাপৰি,
(৩) (১) ৰ নিচিনা,
(৪) আগৰ নিচিনা।

ঘ, (১) বাওঁ ভৰি আগলৈ দি ওপৰত চাপৰি।
(২) আগলৈ গা হলাই আঠুৰ তলত চাপৰি,
(৩) (১) ৰ নিচিনা,
(৪) আগৰ নিচিনা।



# পঞ্চম ছেদ

## লাঠীৰ ব্যায়াম

### (লাঠীৰ জোখ ৪ ফুট; অতি সক ল'ৰাৰ ৩½ ফুট হলেও হ'ব)

### ১ম আথ্যা

### হুকুম

(১) "এলার্ট" বা "এট্টেন্‌ছন"।

(২) "ষ্টেণ্ড এট্‌ ঈজ্‌।

লৰা'বোৰে লাঠী বাওঁ ফালে থিয় কৰি লৈ (লাঠীৰে হুলা আগটো হাতৰ আঙুলিত বহুৱাই) শাৰী পাতিব। শিক্ষকে সোঁফালে ল'ব। খালীখন হাত পাছলৈ আৰু কাষলৈ আনি ওপৰৰ হুকুম দুটাৰ অৱস্থা ল'ব।

(৩) "ওৱণ্ডস্‌ পজিছন্‌ ওৱান, টু।"

"ওৱান"'ত খালী হাতৰ পিঠি কপালত থৈ, বুঢ়া আঙুলি বাহিৰৰ ফালে উলিয়াই লাঠি ভাল ধৰিব, আৰু "টু"'তে কৰঙনলৈ, পথালি হৰলৈ নমাই আনিব। এই অৱস্থাৰ পৰাই ব্যায়াম কৰিব লাগে।

(৪) "ওৱণ্ডস্‌ টু চাইদ, ওৱান টু"।

"ওৱান"'ত খালি হাতেৰে ধৰা আগটো কপাললৈ তুলিব, আৰু "টু"'তে এৰি থৈ হাতখন কাষলৈ নমাই আনিব।

(৫) "ওৱণ্ডস্‌ অন্‌ গ্রাউণ্ড, ওৱান টু"

লাঠী মাটিত থ'ব।

(৬) পিক্‌ আপ্‌ ওৱণ্ডস, ওৱান "টু"।

লাঠী তুলিব।

### ২য় আথ্যা।

লাঠী লোৱাৰ বেলেগ অৱস্থা (Positions)।

(ক) পথালি অৱস্থা

- (১) কৰঙনত পথালি।
- (২) সন্মুখত „
- (৩) মুখৰ পৰত „
- (৪) বুকুত „
- (৫) গলধনত „
- (৬) সোঁফালে „ (সোঁ বুকুৰ পৰা)

(৭) বাওঁফালে „ (বাওঁ বুকুৰ পৰা)
(৮) হাতৰ ঠাবি তল-ওপৰ কৰা পথালি,
(৯) ভৰিৰ গাঁঠিত পথালি।

(খ) থিয় অৱস্থা।
(১) বাওঁফালে থিয়
(২) সোঁফালে „
(৩) বাওঁ কৰঙনত „
(৪) বাওঁ বাহুত „
(৫) সোঁ বাহুত „
(৬) মাটিত „

(গ) পিঠিত শ্ৰুতিৰ ৰেখাৰ অৱস্থা।

## ৩য় আধ্যা।

### ব্যায়াম।

ওপৰত দিয়া লাঠী লোৱা অৱস্থাবোৰৰ দুটা বা ততোধিক লগ লগাই, দুই কি চাৰি লেখত, কঁকাল, গা আৰু ভৰিৰ পৰিচালনাৰ লগত মিলাই কৰিলেই ব্যায়াম হ'ব। তলত কেইটামান নমুনা দিয়া হ'ল।

ক, (১) ভৰিৰ দুয়োকাষে আঁতৰাই জাপ মাৰা আৰু লাঠী মূৰৰ ওপৰত পথালি,
(২) আগৰ নিচিনা।

খ, (১) বাওঁ ভৰি আগলৈ আৰু লাঠী সন্মুখ পথালি,
(২) লাঠী ওপৰত পথালি আৰু ভৰি আঙুলিত উঠা। ( ৪ লেখৰ)

গ, (১) খ, (১) ৰ নিচিনা
(২) লাঠী ওপৰত পথালি আৰু পা আঠু ভাঙি মাটিত লগোৱা। ( ৪ লেখৰ)

ঘ, (১) বাওঁ ভৰিৰ আঙুলি আগলৈ মাটিত আৰু লাঠী সন্মুখ পথালি, (গা পাছলৈ হলাই পাছ ভৰিৰ ওপৰত ভৰটো দিব)
(২) বাওঁ ভৰি বাওঁ ফালে আৰু লাঠী বাঁৱে পথালি ( ৪ লেখৰ)

ঙ, (১) লাঠী গলধনত পথালি,
(২) আগলৈ কঁকাল ভাজা, (৪ লেখৰ)

চ, (১) ঙ, (১) ৰ নিচিনা,
(২) বাওঁ ফালে কঁকাল ভাজা, (৪ লেখৰ)

ছ, (১) বাওঁ ফালে লাঠী পথালি আৰু বাওঁফালে মেলা,
(২) বাওঁঠাৰি সোঁ ঠাৰিৰ ওপৰত পেলাই লাঠী পথালি আৰু বাওঁ ভৰি পাছে দি সোঁফালে নিয়া। (৪ লেখৰ)

জ, (১) বাওঁ কৰঙনত লাঠী থিয় আৰু বাওঁ ভৰি পাছলৈ দিয়া,
(২) পাছ ফালেদি বাওঁ হাত ওপৰলৈ তুলি লাঠী বাওঁ বাহুত থিয় কৰিব আৰু ভৰি লগ লগাই পূৰাই বহিব। (৪ লেখৰ)

ঝ, (১) লাঠী ওপৰত পথালি বাওঁ ভৰি পাছলৈ দাণ্ডা,
(২) আগৰ নিচিনা।

ঞ, (লাঠী ডাল মাটিত থিয় কৰি লৈ, পূৰাই বহি, লাঠী ডালত ভেজা লৈ এই ব্যায়াম কৰিব।)
(১) বাওঁ ভৰি কাষলৈ মেলা, আঙুলি জোঙাকৈ আৰু আঠু নভঙাকৈ।
(২) আগৰ নিচিনা।



# ষষ্ঠ ছেদ

## দীঘল বাঁহৰ ব্যায়াম।

## (বাঁহৰ দীঘ ৮ হাতৰ পৰা ১২ হাত পৰ্য্যন্ত)।

দীঘল বাঁহৰ ব্যায়াম দেখিবলৈ বৰ সুন্দৰ, এজোৰ এজোৰ বাঁহৰ ভিতৰত হাতে পতি একোটাকৈ ল'ৰা পাতিলৈ ব্যায়াম দিব। আটাইতকৈ চাপৰটো লৰা আগত দি, ক্ৰমান্বয়ে দীঘলবোৰ পাছলৈ দিব। দীঘল বাঁহৰ ব্যায়ামে জঠৰ অঙ্গৰ লৰাৰ পৰিচালনাৰ দোষ সোনকালে গুচায়।

### ১ম আধ্যা

### হুকুম

(১) "পিক্ আপ্ প'লস, ওয়ান, টু"।

"ওয়ান"ত প্ৰথমটো আৰু শেষৰটো লৰা বহি বাঁহ ধৰিব, আৰু 'টু'ত বাঁহ তুলি থিয় হ'ব আৰু বাকী খিনিয়ে বাঁহ ধৰিব।

(২) "গ্ৰাউণ্ড প'লস্, ওৱান টু"

প্ৰথম আৰু শেষৰ ল'ৰাই বহি বাঁহ থব, (বাকী খিনিয়ে ওপৰতে এৰি দিব) আৰু বাঁহ থৈ থিয় হব।

সকলো ল'ৰা বহৰাই উঠাই ও বাঁহ তুলিব থোৱাব পাৰিব। কেবাবাৰো কৰালে ই এটা ব্যায়ামেই হৈ পৰে।

### ২য় আধ্যা।

### ব্যায়াম।

ক, (১) বাঁহ ওপৰলৈ তোলা, আৰু ভৰি আঁতৰাই জাপ মাৰা,
 (২) আগৰ নিচিনা।

খ, (১) বাঁহ কাষলৈ তোলা।
 (২) বাঁহ ওপৰলৈ তোলা (৪ লেখৰ)

গ, (১) বাঁহ কাষলৈ তোলা,
 (২) বাঁহ আগলৈ ঠেলা। (৪ লেখৰ)

ঘ, (১) বাঁহ কাষলৈ তোলা,
 (২) বাঁওফালে কঁকাল ভাঙা। (৪ লেখৰ)

ঙ: (১) বাঁহ কাষলৈ তোলা,
 (২) পুৰাই বঁহা। (৪ লেখৰ)

তলৰ দুটা ব্যায়াম আগ ফালৰ পৰা দুইকে গণাই দিয়াব ঃ—

চ, (১) বাঁহ কাষলৈ তোলা,

(২) ১নং লৰাই বাঁহ কান্ধলৈ ল'ব, আৰু ২নং লৰাই তললৈ বহি পৰিব। (২ লেখৰ)

ছ, (১) বাঁহ ওপৰলৈ তোলা,

(২) ১নং লৰাই বাঁওফালে আৰু ২নং লৰাই সোঁফালে গা লগাই মাটি চুব। (৪ লেখৰ)

দীঘল বাঁহৰ মাজত ভৰাই "মাচিং"ও দিব পাৰি। পিঠি মুখীয়াকৈ ঘুৰাবলৈ হলে ৰখাই, বাঁহ মাটিত থোৱাই ল'ব।



# সপ্তম ছেদ

## (ক) ডাম্বেল ব্যায়াম।

সাধাৰণ খালী হাতৰ ব্যায়ামবোৰ ডাম্বেল লৈ কৰিলে ডাম্বেল ব্যায়াম হ'ব। ডাম্বেল কিনিব নোৱাৰা স্কুলত প্ৰতি ল'ৰাই বাঁহৰ মূঢ়া বা শুকান কাঠৰ দুমূৰে দুটা ঘূৰণীয়া মূৰ ৰাখি, মাজ ডোখৰ মুঠিটো বহাকৈ চিয়াঁ কৰি কাটি ডাম্বেল কৰি ল'ব পাৰে। জোৰে পতি ওজন ১½ পাউণ্ডতকৈ বেচি হোৱা উচিত নহয়।

## (খ) মুদ্গৰ ব্যায়াম।

মুদ্গৰ ব্যায়ামবোৰ লিপিবদ্ধ কৰি বুজোৱা টান। হাইস্কুলৰ কাৰণে এইবোৰ ব্যায়াম "কেম্প" পৰিচালকে "কেম্প"ত দেখুৱাই দিব।

আজিকালি বিশেষজ্ঞ শৰীৰতাত্ত্বিক সকলৰ মতে গধুৰ মুদ্গৰ বেয়া। ল'ৰাৰ ব্যায়ামৰ কাৰণে প্ৰতিডাল মুদ্গড়ৰ ওজন ১½ পাউণ্ড মানহে হোৱা উচিত।

—o—

# অষ্টম ছেদ

## দীঘলাই উশাহ লোৱা ব্যায়াম।

উশাহ লোৱা ব্যায়াম নোহোৱাকৈ কোনো শাৰীৰিক ব্যায়ামেই সম্পূৰ্ণ হ'ব নোৱাৰে। ইয়াৰ মূল্য মানুহে এতিয়াও বুজি উঠা নাই, অভ্যাস ৰখাটো দূৰৰ কথা। অতি কম বতাহেৰেই মানুহ জীয়াই থাকিব পাৰে সঁচা, কিন্তু উশাহ লোৱা নিয়মীয়া অভ্যাসে দৈহিক আৰু স্নায়বিক শক্তি নিশ্চয় বৃদ্ধি কৰে। ভিতৰৰ যন্ত্ৰটোৰ শক্তিয়েই স্বাস্থ্য, আৰু এই শক্তি নিৰ্ভৰ কৰে হৃৎপিণ্ড আৰু হাওঁফাওঁৰ শক্তিৰ ওপৰত; গতিকেই শাৰীৰিক ব্যায়াম পাঠত দীঘলাই উশাহ লোৱা প্ৰথাৰ ঠাই সদায় থাকিবই লাগিব।

সদায় নাকেৰে উশাহ ল'ব লাগে। মুখেৰে উশাহ ল'লে মানুহ বেমাৰী আৰু অল্পায়ু হয়। ব্যায়াম কৰোঁতে ভাগৰ লাগিলে নাকে মুখে উশাহ যায়। তেতিয়া ভিতৰত বতাহৰ বেচি আৱশ্যক হয় কাৰণে নাকেদি দিয়া যোগাৰ যথেষ্ট নহয়, গতিকেই সেই সময়ত মুখেৰেও উশাহ ল'ব পাৰি।

হাওঁফাওঁৰ শক্তিয়েই আচল শক্তি। সৃষ্টি জগতত মিনিটত ১৫০ বাৰকৈ উশাহ লোৱা নিগনিটোৰ পৰা ৬ বাৰ উশাহ লোৱা হাতীটোলৈকে মন কৰিলে পোৱা যায় যে প্ৰাণী যিমানেই সৰু আৰু দুৰ্ব্বলী সিমানে বেচি উশাহ লয় আৰু যিমানে ডাঙৰ আৰু সবল সিমানে কম উশাহ লয়। সেই একেই নিয়ম মানুহতো খাটিব।

উশাহ লোৱা ব্যায়মাৰ দুটা অংশ ঃ—লোৱা আৰু এৰা। নাকেৰে উশাহ লৈ মুখেৰেও এৰিব পাৰে বা নাকেৰেও এৰিব পাৰে। সাধাৰণ অৱস্থাত দীঘলাই উশাহ লাহে লাহে এটা সোঁত বোৱাই দিয়াৰ দৰে লোৱা এৰা কৰিব লাগে, আৰু ফোপনিয়ে ধৰিলে অলপ থৰকৈ লব লাগে। লোৱা এৰাৰ বেগ নিজৰ নিজৰ ব্যক্তিগত শক্তি অনুযায়ী হ'ব। বুকুফুলাই আৰু বাজহাড় পোন কৰি ৰাখি সদায় উশাহ লব লাগিব।

উশাহ বন্ধ কৰি অলপ সময়ো ৰখা উচিত নহয়। ই অতিকৈ অনিষ্টকাৰী, বিশেষ কৈ ব্যায়ামৰ সময়ত। মাংসপেশীবোৰত এঙ্গাৰ "গেচ" অতি সোনকালে জমে। উশাহ বন্ধ কৰি অম্লজান "গেচ"ৰ যোগাৰ কম কৰিলে, এঙ্গাৰ "গেচে" মাংসপেশী বোৰৰ যথেষ্ট অনিষ্ট কৰে। হাত-বাগীৰ ৰবৰৰ "টিউব" বা ফুটবলৰ "ব্লাডাৰ"'ত বেচিকৈ বতাহ দিলে, ফুটাত যেনেকৈ ভয়, সেইদৰে উশাহ বন্ধ কৰি ৰাখিলে হৃৎপিণ্ডৰ সৰু সৰু কোষবোৰ বেচিকৈ মেল খাই অনিষ্ট হোৱাৰ ভয়। দীঘলীয়াকৈ উশাহ লোৱা ব্যায়ামৰ কেইটামান নমুনা দিয়া হল।

ক, (১) হাত দুখন বৃত্তাৰ্দ্ধত বাহিৰলৈ দাঙি উশাহ লোৱা,
(২) হাত দুখন সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।
খ, (১) হাত কাষলৈ দাঙি উশাহ লোৱা,
(২) সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।
গ, (১) হাত ওপৰলৈ দাঙি উশাহ লোৱা,
(২) সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।
ঘ, (১) হাত ওপৰলৈ দাঙি উশাহ লোৱা,
(২) মাটিত আঙুলি লগাকৈ আগলৈ গা হলাই উশাহ এৰা।
ঙ, (১) হাত কাষলৈ দাঙি উশাহ লোৱা,
(২) হাত বুকুলৈ আনি উশাহ এৰা।
চ, (১) হাত বুকুলৈ আনি উশাহ লোৱা,
(২) সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।
ছ, (১) থুঁতৰি সুমুৱাই মূৰ পাছলৈ হেঁচি উশাহ লোৱা,
(২) মূৰ তললৈ কৰি উশাহ এৰা।

—০—

# নবম ছেদ

## আৰোগ্যকাৰী ব্যায়াম

কোনো এটা অঙ্গৰ অতি বেয়া ৰকমৰ বিকৃতি থাকিলে, সেই অঙ্গৰ কিছুমান বিশেষ ধৰণৰ ব্যায়াম লব লাগে। দৈহিক বিকৃতি ভাল কৰে কাৰণে সেই ব্যায়াম বোৰক আৰোগ্যকাৰী ব্যায়াম বোলে। সেই ব্যায়ামৰ বিষয়ে তলত অলপ মাত্র উনুকিয়াহি দিয়া হল। আৱশ্যক হ'লে উপদেশৰ বিস্তৃতি "কেম্প" পৰিচালকে "ক্যাম্প"ত বুজাই দিব।

(১) দুৰ্ব্বল আৰু লেপেত-খোৱা ভৰি-মেকুৰীৰ গাৰ দৰে ভৰিৰ পতাৰ পিঠি তোলা ব্যায়াম, গোৰোহা তোলা ব্যায়াম, পতাৰ কাষেদি কৰা ব্যায়াম, ভৰিৰ আঙুলিত জপিওৱা আদি ব্যায়াম আৰু ঠেং টনা লব।

(২) মেছা পিঠিয়া) পেট ভিতৰলৈ টনা ব্যায়াম, আগলৈ সাঁতোৰাৰ অনুকৰণ আৰু পিঠিত শুই কৰা ব্যায়াম বোৰ।

(৩) কুজা—কিহবাত ধৰি ওলমা ব্যায়াম, হাত দুখন ওপৰ পাছ কৰি তোলা ব্যায়াম, মাটিত তললৈ মুখকৈ শুই বুকু তোলা ব্যায়াম, কান্ধ দুখন পাইলৈ ঘূৰাই কৰা ব্যায়াম, বুকুলৈ হাত তোলা ব্যায়াম, লাঠী মূৰৰ ওপৰত পথালি আৰু ভৰি পাছলৈ দণ্ডা ব্যায়াম, আৰু বুকু আৰু কামী হাড় তুলি দিয়া অন্যান্য ব্যায়াম বোৰ।

(৪) দুৰ্ব্বল হৃৎপিণ্ড আৰু হাঁওফাঁও—নিজৰ নিজৰ শক্তি অনুযায়ী দীঘলাই উশাহ লোৱা ব্যায়াম আৰু বুকুৰ ওপৰত কৰা বৃত্ত-মৰ্দ্দন।

(৫) অম্ল অজীৰ্ণ আৰু কোষ্ঠ-বদ্ধতা—পেটৰ ওপৰত সোঁ ফালেদি তুলি কৰা মৰ্দ্দন আৰু পিঠিত শুই পেটত হেঁচা পৰা ব্যায়ামবোৰ।

(৬) মূত্র যন্ত্রৰ দোষ—টিকা জোকাৰ খোৱা আৰু নচা ব্যায়াম বোৰ।

(৭) যকৃত বা আগ মঙহ বা পিত্তৰ দোষ—

সোঁ আঠু ভাঙি বুকুত লগোৱা ব্যায়াম, সোঁফালে কঁকাল ভঙা ব্যায়াম আৰু সোঁ কামীহাড়ৰ তললৈ পেটটো আঙুলিৰে হেঁচি ওপৰলৈ ঠেলি কৰা মৰ্দ্দন।

(৮) দৃষ্টি শক্তিৰ দোষ—চকুৰ ব্যায়াম কৰাৰ দৰে টানি টানি চকু মুদিব আৰু টেলেকৈ মেলিব লাগে, চকুৰ দুয়ো কাষৰ কুম দুটা পিটিকিব লাগে আৰু কঁপাব লাগে, আৰু চকুৰ চাৰিওকাষৰ চাল মোহাৰিব লাগে।

(৯) পেটৰ চৰ্বি—হাত জপত টৈ হোৱাকৈ টানি পেটটো মোহাৰিব

লাগে, আৰু চৰ্ব্বি হোৱা অংশত হেঁচা পৰা ব্যায়াম কৰিব লাগে। তলত ইয়াৰ কাৰণে এটা ব্যায়াম দিয়া হলঃ—

মাটিত ভৰি দুটা ফাঁক কৰি হাত দুখন খামোছ মাৰি ধৰি গলধনত থে বহা;

(১) কিলাকুটি আগলৈ কৰি, সোঁ কিলাকুটি সোঁ আঠুঁত লগাকৈ আৰু বাঁওঁ কিলাকুটি বাঁও আঠুত লগাকৈ আগলৈ কঁকাল ভঙা;

(২) কিলাকুটি কাষলৈ নি আগৰ নিচিনা হোৱা।



# দশম ছেদ

## ব্যায়াম সঙ্গীত।

গানৰ তালে তালে লৰাক ব্যায়াম দিব পাৰি। বহুত লৰাই ব্যক্তিগতভাবে গান গাবলৈ লাজ কৰিলেও সমদলহে সমস্বৰে গাই ভাল পায়। বিশেষকৈ সৰু লৰাৰ কাৰণে সঙ্গীত ব্যায়াম বৰ উপযোগী। ই লৰাৰ শাৰীৰিক কাৰ্য্যত ৰাগ বঢ়ায় আৰু স্বৰশক্তি চৰ্চ্চাত সহায় কৰে। সঙ্গীতৰ লগত ব্যায়াম বৰ উজু ধৰণৰ হব লাগে। শিক্ষকে ব্যায়াম আৰু বুলনৰ লগত মিলাই গাব পৰা গান আৰু কবিতা নিজে যি পাৰে ৰচি ল'ব, বা বিচাৰি লব। কাম আৰম্ভ কৰিবৰ কাৰণে তলত কেইটা মান নমুনা দিয়া হল।

### ইংৰাজী গান।

1. Row, row, row your boat,
   Gently down the Stream;
   Merrily, merrily, merrily, merrily,
   Life is but a dream.
2. Rain, rain, go away,
   Merrily play we may;
   Sing we, run we, play we merrily,
   Life is good and gay.

### অসমীয়া

১। বা বা নাওখন বা,
ধীৰে ভটীয়নিত মেল,
বাঃ বাঃ, বাঃ-বাঃ, বাঃ বাঃ, বাঃ-বাঃ,
জীৱন ঐ সপোনৰ খেল।

—ৰবৰবৰুৱা

২। বান বাৰিবা, বান বাৰিবা,
যা গুচি যা নেথাক বৈ,
হাঁহি মাতি নাচি ৰাগি
বং ৰগৰৰ যোৱাওঁ নৈ।

—মহন্ত

৩। তেজ উতলক প্ৰাণ উতলক,
নাচক বাহু নাচক শিৰ,
স্তব্ধ আকাশ, স্তব্ধ বতাহ

স্তব্ধ গগন, পবন স্থিৰ।
মুখে মুখে গাওঁ বিজয় গান,
হাতে হাতে লঁও জয় নিচান,
খোজৰ ভৰত কঁপক ধৰা,
ভয়কি আমাৰ আমি বীৰ।

—মহন্ত।

৪। তিৰ্‌বিৰ্ তিৰ্‌বিৰ্ তৰাকণ মোৰ
জ্বলাবনো কেনেকই সৰগ সুদূৰ।
চিক্‌মিক্ চিক্‌মিক্ যেন হিৰা খন,
ৰ লাগো চাই চাই কেনে বিতোপন।
মাৰ যায় ৰঙা বেলি দূৰ পছিমত,
লুকায় পোহৰ গই আন্ধাৰ বুকুত।
দুল্ দুল্ দুল্ থমকি-থমক।
হাঁহ নাচ ওবে বাতি ৰমক জমক।

—যতীনদুৱৰা।

[ বুলন সঙ্গীত ]

৫। ব'ল, ব'ল, ব'ল, অ' ব'ল,
ফুলাই বুকু, উচ্চশিৰ,
দেহৰ শক্তি, হিয়াৰ ভক্তি,
ধৰ্ম্ম আমাৰ আমি বীৰ।
বিজুলী চমকে বুলাম ভৰি,
খোজত উঠিব ধৰণী লৰি,
লণ্ড-ভণ্ড, খণ্ড-খণ্ড,
বিঘিনি উৰাম জগত থিৰ।

—বৰবৰুৱা।

[ বুলন সঙ্গীত—নেপালী ভাষাৰ ]

৬। হাতেমা গোলিনি কান্ধেমা বন্দুক,
জানুপৰো কাম্ভিনানি জাৰ্ম্মনকা ঢায়ে মা।
ভৰেৰ বন্দুক বছেৰ গন্দুক,
জি টোলা সগোলাই কাম্ভি,
ম'জাকুং, জৰ্ম্মন কা ঢায়ে মা।।

[ বুলন সঙ্গীত—বৰগীত ]

৭। শুন শুনৰে! সুৰ বৈৰী প্ৰমান, নিশাচৰ নাশ নিদান।

ৰাম নাম যম সমৰক সাজি, সমদল কয়লি পয়ানা।
ঠাট প্ৰকট পটু কোটি কোটি কপি,
গিৰি গড় গড় পদ ঘাৱে।
বাৰিধী তৰি তৰি কৰে গুৰুতৰ গিৰি,
ধৰি ধৰি সমৰক ধাৱে।।
হাট হাট বহু বাট বিয়াপি,
চৌগড় বেড়লি লঙ্কা।
গুৰু ঘন ঘন ঘোৰ ৰবিৰণ গৰ্জ্জন,
শ্ৰবনে জনময় শঙ্কা ।। ইত্যাদি।

[ বৈৰাগী গীত ]

৮। কিয়নো আনিলি মানে ঐ বদন তই,
কিয়নো আনিলি মান,
যাউতি যুগলৈ খিয়াতি ৰাখিলি
কটালি অসমৰ কাণ।
সোণৰ অসমতে ভকাইত মেলি দিলি,
নন্দনত মেলিলি হাতী,
শোৱনি ঘৰতে ফেটি গোম এৰিলি,
ভৰ দুপৰীয়া ঐ ৰাতি। ইত্যাদি।
*   *   *   *

—কৃপাবৰ।

[ অসমীয়া জাতীয় সঙ্গীত ]

৯। অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুনী দেশ,
এনেখন শুৱলা, এনেখন সুফলা
এনেখন মৰমৰ দেশ।
অ' মোৰ ওপজা ঠাই,
অ' মোৰ অসমী আই,
চাই লওঁ এবাৰ, মুখ'নি তোমাৰ
হেঁপাহ মোৰ পলোৱা নাই।

—জ্যোতিপ্ৰসাদ... —বেজবৰুৱা

[ ভক্তী সঙ্গীত ]

১০। দুম্ দুম্ দুম্, দুম্ দুম্, কৈ মাৰিল ঐ নৰ।

কন্ জুন্ জুন্, কন্ জুন্ জুন্ নাচিম গৈ বৰ।।
কেৰেপ্-ৰেপ্ কেৰেপ্-ৰেপ্ বজাইদে হাত।
লাহ্-উলাহ্, লয়লাস, উঠিব গাত।। —বৰবকৰা।

১১। সত্য পথৰ যাত্ৰী আমি
মৃত্যু আমাৰ পণ
শান্তি আমাৰ কাম্য বস্তু
মুক্ত আমাৰ মন।।
মৈত্ৰী আমাৰ মূল মন্ত্ৰ
যুজিম অস্ত্ৰহীন।
বিশ্ব প্ৰেম উদাৰ নীতিত
নহওঁ আমি দীন।।
হিংসানীতিৰ ধ্বংস সাধন
দলিত পৰিত্ৰাণ।
বিশজুৰি শান্তি স্থাপন
আমাৰ অভিযান।। —ভট্টাচাৰ্য্য।

১৩। সুপ্ত আজি ন্যায় ধৰ্ম্ম
লুপ্ত স্বপ্ন আদৰ্শৰ,
দীপ্ত আজি হিংসা দ্বেষ
দীপ্ত আজি অহঙ্কাৰ।
গণনীতি ধৰ্ম্মনীতি
নানা ভাবে তৰঙ্গিত
অৰ্থনীতি ৰাজনীতি
নানা ৰূপে ৰূপায়িত।
জ্ঞান চৰ্চ্চা শিক্ষানীতি
স্বাৰ্থ গাথা কলুষিত
সভ্যতাৰ জয় গৰ্ব্ব
আত্মবোধে বিড়ম্বিত।
সত্য শক্তি পৰাজিত
অসত্যৰ বিজয় বা,
জাগ্ৰত নে সুপ্ত আজি
বিশ্বপ্ৰভুৰ চেতনা।। —ভট্টাচাৰ্য্য।

—০—

# একাদশ চ্ছেদ

(ক) লৰাৰ বয়স অনুসাৰে ব্যায়ামৰ সময় আৰু শাৰীৰিক কাৰ্য্যাৱলীৰ পাঠ এটাৰ ভাগ।

সময় ঃ—সপ্তাহত অতি কমে ৩ দিন; ৪ কি ৫ দিন হলে ভাল হয়। প্ৰতিটো পাঠ অন্তত ঃ ৩০/৩৫ মিনিটৰ হ'ব লাগিব।

| বিষয় | ৯ বছৰৰ তলৰ লৰাৰ | ৯বছৰৰ ওপৰৰ লৰাৰ |
|---|---|---|
| ঘূৰণ, বুলন আৰু অন্যান্য প্ৰাথমিক কাৰ্য্য | ৫ মিনিট। | ৫ মিনিট। |
| ব্যায়াম। | ১০ মিনিট। | ১৫ মিনিট। |
| খেল-ধেমালি আৰু ৰীতি গত ছুটি। | ২০ মিনিট। | ১৫ মিনিট। |
| বেচিকৈ আৱশ্যকীয় ব্যায়াম। | ভৰিৰ ব্যায়াম। | বুকু পিঠিৰ ব্যায়াম। |

বিশেষ দ্ৰষ্টব্য ঃ— ভাগখিনি সিমান ধৰা-বন্ধা নিকপ-কুপিয়া নহয়। শিক্ষকে অলপ লৰচৰ কৰিব পৰিব। আমোদজনক বিষয় বোৰৰ কাৰণে সময়ৰ মাত্ৰা বেচি। প্ৰায় সমানে ৰাখিব লাগে। ভাল শিক্ষকে পাঠত লৰাৰ ৰাপ বহৰাৰ জানিব।

## [ খ ] ব্যায়ামৰ পাঠ প্ৰণয়ন।

ব্যায়ামৰ পাঠ এটা গা গৰম কৰা ব্যায়মৰ পৰা একাণ্ডী, সংযোগী খেল ধেমালিলৈকে একাদিক্ৰমে হ'ব লাগে।

(২) পাঠটোত ব্যায়াম বোৰ উজুৰ পৰা ক্ৰমান্বয়ে টানলৈ যোৱা হব লাগে আৰু বিশেষকৈ পাঠবোৰ ক্ৰমশিক্ষামূলক হোৱা উচিত। এটা পাঠত গোটেই শৰীৰটোৰ ব্যায়াম থকা উচিত।

(৩) যেই সেই গা গৰম কৰা ব্যায়াম এটা একাণ্ডী ব্যায়াম দুটা আৰু সংযোগী ব্যায়াম দুটাৰে কৰা এটা পাঠ সাধাৰণ ল'ৰাৰ কাৰণে উপযোগী হয়।

৩ং নিয়ম শাৰীৰিক উপদেষ্টাই আৱশ্যক হলে ঢিলাব পাৰিব। সক লৰাৰ কাৰণে এই নিয়ম ঢিলাবলগীয়া হয়। গহীন ধৰণৰ বা এসুৰীয়া ধৰণৰ সকলো পাঠ ১/২ খেল ধেমালিৰে শেষ হব লাগে।

### (গ) খালী হাতৰ এটা পাঠৰ নমুনা।

গা গৰম কৰা ব্যায়াম ঃ—

(১) হাত ভৰি মেলি জপিওৱাঃ

একাঙী ব্যায়াম ঃ—

(১) হাত বুকুলৈ তোলা, (২ লেখৰ)

(২) কঁকাল আগলৈ ভঙা (২ লেখৰ)

সংযোগী ব্যায়াম ঃ—

(১) হাত আগলৈ আৰু বাওঁ ভৰি আগলৈ, তাৰ পিছত হাত ওপৰলৈ আৰু ভৰিৰ আঙুলিত উঠা। ( ৪ লেখৰ)

(২) হাত কাষলৈ দাঙা আৰু ভৰি কাষলৈ আঁতৰাই জাপ মাৰা আৰু তাৰ পিছত বাওঁ পালে কঁকাল পকোঁৱা। ( ৪ লেখৰ)

ভাগৰ লগোৱা ব্যায়াম ঃ—

ওপৰৰ দুটা ব্যায়ামকে একাদিক্ৰমে মাজত নোবোৱাকৈ কৰা।

আমোদজনক ব্যায়াম ঃ—

কেইটা মান খেল ধেমালি।

## (ঘ) শাৰীৰিক কাৰ্য্যাৱলীৰ কাৰণে লৰাৰ “গ্ৰুপ” গঠন আৰু কাৰ্য্যাৱলীৰ মাহেকীয়া তালিকা।

“গ্ৰুপ” বোৰত লৰা ওখ চাপৰ হিচাপে বাছি ঠিক কৰি লোৱাই ভাল। স্কুলৰ শ্ৰেণী এটা “গ্ৰুপ” নহবও পাৰে। এই ধৰণৰ গঠনে কাৰ্য্য শৃঙ্খল কৰে। এটা “গ্ৰুপ”ত ৫০ জনতকৈ লৰা বেচি থকা উচিত নহয়। ৩০।৪০ জন আটাইতকৈ ভাল।

হেড মাষ্টাৰৰ লগত আলোচনা কৰি শিক্ষকে সপ্তাহকৈ ভাগ কৰি এখন মাহেকীয়া “ৰোটিন” কৰি ল’ব। মাহেকীয়া “ৰোটিন” কৰি নল’লে আটাই ধৰণৰ কাৰ্য্যাৱলী লৰাক পাঁচ পালকৈ শিকাব পৰা নাযায়।

ফুটবল খেলাৰ দিনত খেলুৱে লৰাক “ড্ৰিল” কাৰ্য্যৰ পৰা অব্যাহতি দিব পাৰিব। ‘গেম্ চেক্ৰেটাৰীয়ে’ আৱশ্যক হলে, সেই ল’ৰাৰ উপস্থিতি লিখি ৰাখিব। ফুটবল আৰু বেচিকৈ লৰ মৰা অন্যান্য খেল খালী পেটে খেলা অনুচিত। সাধাৰণ অঙ্গ পৰিচালনা (এই কিতাপত দিয়া ন্যোৰৰ দৰে) খালী পেটেও অপকাৰ নোহোৱাকৈ কৰিব পাৰি।

স্বাস্থ্যৰক্ষাৰ বিষয় (Hygiene), শৰীৰ তত্ত্বৰ কথা আৰু জাপ মৰা, লৰ মৰা আদিত (Sports) শিক্ষা, “ৰোটিন”ত ভৰাই লোৱা ভাল। জাপ মৰা, লৰ মৰা আদিত বছেৰেকীয়া প্ৰতিযোগিতাৰ আয়োজন থকা ভাল। “টুৰ্ণেমেণ্টৰ” সময়ত “ফুকুতে বল পকোৱা” অভ্যাসতকৈ নিয়মিয়া ৰীতিমত অভ্যাস অধিক বেচি ভাল। “কেম্প” পৰিচালকে এই বিলাকৰ বিষয়ে পৰিপাটিকৈ বুজাই দিব।

বছৰত এবাৰকৈ দুবাৰকৈ পৰস্পৰে ওচৰতে থকা বহুত স্কুলৰ লৰা গোটাই Mass Drill আয়োজন কৰা ভাল। ডাঙৰ ডাঙৰ স্কুলবোৰতো মাহেকৰ ভিতৰত এবাৰ কি দুবাৰ হুকুমেৰে Mass Drill হোৱা ভাল।

খেল ধেমালি আদি কাৰ্য্যবোৰত "গ্ৰুপ"ৰ ভিতৰত আৰু স্কুল বোৰৰ ভিতৰত প্ৰতিযোগিতাৰ আয়োজন থকা ভাল। লৰাবোৰে প্ৰতিযোগিতাত স্বাভাবিক দলীয় প্ৰবৃত্তি আৰু জয় লাভৰ আকাঙ্খা পূৰণৰ সুবিধা পায়।

যি শিক্ষকে লৰাক আৰোগ্যকাৰী ব্যায়াম দিব লাগে, সেই শিক্ষকে বেলেগ "ৰোটিন" কৰি লব। অতি দুৰ্ব্বল লৰাক ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰাই লোৱা উচিত।

"The Rules of Games and Sprots" compiled by Mr. H.C Buck, MA., M.P.E., published by Messrs. Uberoi Limited, কিতাপখন বিশেষকৈ লব যবা, জাপমবা খেলাবোৰত ব্যৱহাৰ কৰিব।

তলত মাহেকীয়া "ৰোটিন"ৰ এটা নমুনা দিয়া হল ঃ—

| গ্ৰোপ আৰু শিক্ষক | ১ম সপ্তাহ। | | | | ২য় সপ্তাহ। | | | | ৩য় সপ্তাহ। | | | | ৪ৰ্থ সপ্তাহ। | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | সো | ম | বু | বৃ | সো | ম | বু | বৃ | সো | ম | বু | বৃ | সো | ম | বু | বৃ |
| গ্ৰোপ নং ১ শ্ৰীমিত্ৰদেৱ মহন্ত ... | খালী হাত। | দীঘল হাত। | খালী হাত। | সঙ্গীত। | | | | | | | | | | | | |
| গ্ৰোপ নং ২ শ্ৰীধৰ্মেশ্বৰ বৰুৱা ... | লাঠিৰ। | খালী হাত। | ডাণ্ড খেল। | খালী হাত। | | | | | | | | | | | | |
| গ্ৰোপ নং ৩ শ্ৰীআনন্দেশ্বৰ বৰুৱা ... | দীঘল বাঁহৰ | খালী হাত। | সঙ্গীত। | খালী হাত। | | | | | | | | | | | | |

বিশেষ দ্ৰষ্টব্য :—ডাঙৰ লৰাৰ কাৰণে সপ্তাহৰ ভিতৰত খালী হাতৰ ব্যায়াম দুদিনকৈ পৰা ভাল।

# দ্বাদশ ছেদ

## খেমালি-খেল

"কেম্প"ত শিকোৱা কিছুমান বছা বছা খেমালি খেলৰ ইয়াত নাম দিয়া হল। এই নামবোৰ জানিলেই "কেম্প"ত শিক্ষাপ্ৰাপ্ত শিক্ষকে লৰাক শিকাব পৰাটো আমাৰ অভিজ্ঞতা। এই খেলবোৰৰ কাৰণে বেচি ঠাই নেলাগে, আৰু যেই সেই সংখ্যাক লৰাই খেলিব পাৰে। শিক্ষকে নিজে ভাবি চিন্তি অনেক খেল উলিয়াই লব পাৰিব। চাই চিন্তি দেশীয় খেলো শিক্ষকে গোটাই লব।

| | খেলৰ নাম। | | ধৰণ। আহিলা। |
|---|---|---|---|
| ১। | চৰাইৰ বাঁহ কেৰ্কে-টুৰাৰ বাঁহ। | | তিনটাকে বাঁহ সাজি, এটাকে চৰাই বাঁহ পতি থাকে; আৰু এটা বাঁহ-নাইকিয়া চৰাই। |
| ২। | মেকুৰী এন্দুৰ | ... | বৃত্ত পাতি |
| ৩। | চেলাম খেল | ... | ঐ |
| ৪। | উঠা-বহা খেল | ... | এশাৰীত। |
| ৫। | বল্ চোৰা | ... | বৃত্ত পাতি। |
| ৬। | তিনটা নোহোৱা (Three Deep) | ... | ঐ |
| ৭। | নম্বৰ সলোৱা | ... | ঐ |
| ৮। | চাবুক খেল | ... | ঐ |
| ৯। | গঁৱালৰ ষাঁড় | ... | ঐ |
| ১০। | চিকাৰী খেল (Charley over water) | ... | ঐ |
| ১১। | ফোন্দৰ কেৰ্কেটুৱা | ... | তিনটীয়া বৃত্তত। |
| ১২। | বাঘ-গৰু Kho Kho | | এশাৰী পাতি। |
| ১৩। | চিকোটা খেল | ... | ঐ |
| ১৪। | বাঘৰ ভয় | ... | ঐ |
| ১৫। | খোদ | ... | এটা এটা হৈ ধকাৰ পৰা তুলাপাতৰ বা কমালৰ চাবুক। কঁকাল ধৰা শাৰীত। |
| ১৬। | দন্ত আৰু বাওনা | ... | এশাৰী পাতি। |
| | খেলৰ নাম। | | ধৰণ। আহিলা। |

১৭। গালি পৰা খেল ... মুখামুখিকৈ দুশাৰী পাতি।

১৮। তেলৰ শাল ... ঠেকাই বহা বৃত্তত
(Whirligig)

১৯। কুঁহিয়াৰৰ শাল ... আঠোটিকৈ; চাৰিটা বহি,
(Joy wheel) চাৰিটা থিয় হৈ

২০। বন্দুক মৰা (Spud) সক বৃত্তৰ ওচৰ চপাই ... যেই সেই বল বা ফটা কাকতৰ বা ফটা কানিৰ টোপোলা।

২১। বাঘ আৰু গঁৰালৰ বহু হাত লগাই কেবা শাৰী পতাই।

২২। সুৰঙ্গ বল ... দল-খেল ; শাৰীত ... বল।

২৩। শত্ৰু জয় ... দল-খেল ; বৃত্তত ... বল।
(Dodge Ball)

২৪। কাঙ্গাৰু বল ... ঐ ; শাৰীত ... বল।

২৫। দলাৰ যগৰী ঐ ; ঐ বল।
(Roll Ball)

২৬। বৃত্তত বল ঘূৰুৱা ... ঐ ; বৃত্তত ... বল।

২৭। বল দিয়া আৰু বহা দল-খেল ; শাৰীত ... বল।

২৮। তোৰণ বল ... ঐ ঐ ... ঐ

২৯। তোৰণ সুৰঙ্গ বল ... ঐ ঐ ... ঐ

৩০। মূৰৰ ওপৰে জপিয়াই নিয়া বল ... ঐ ঐ ... ঐ

৩১। লাঠি জপিওৱা খেল দল-খেল; শাৰীত ... লাঠী।

৩২। নাও খেল ... ঐ ঐ ... দীঘল বাঁহ।

৩৩। কেকেলুৱা খেল ... ঐ ঐ ...
(Centepede Relay)

৩৪। প্ৰতিঘাত লৰ ... ঐ ঐ ...

৩৫। মানুহ কঢ়িওৱা খেল ঐ ঐ ...

৩৬। ঘোঁৰা উঠা ... দল-খেল আৰু গুটীয়া খেল; বৃত্তত।

খেলৰ নাম। ধৰণ। আহিলা।

৩৭। ৰথ-খেল (Chariot Race) তিনি বা চাৰি কৈ কঁকাল-জত ধৰি, দল-খেল।

| | | |
|---|---|---|
| ৩৮। | ভেকুলী-জাপৰ খেল | দল-খেল ; বৃত্তত বা শাৰীত |
| ৩৯। | এঠেঙীয়া খেল ... | ঐ ; শাৰীত ... |
| ৪০। | কাছ কাউৰী ... | ঐ ; মুখা-মুখি শাৰীত |
| ৪১। | মাকো খেল ... | ঐ ; শাৰীত ... |
| ৪২। | মহ' যুজ ... | দল আৰু গুটীয়া খেল ; শাৰীত। |
| ৪৩। | কেঁকোৰা খেল ... | দল-খেল ; শাৰীত ... |
| ৪৪। | তলে ওপৰে যোৱা খেল (Crawl and Vault) | ঐ ; বৃত্তত বা শাৰীত |
| ৪৫। | চকাৰ দণ্ডী ... (wheel spokes) | ঐ ; চাৰি দলে যোগ চিনটো পাতি। |
| ৪৬। | সাপৰ মোট চেলোৱা | দল-খেল ; শাৰীত |
| ৪৭। | বাঘে নেজ ধৰা ... | গুটীয়া খেল; কঁকাল-ধৰা লাঠী এডাল। শাৰীত |
| ৪৮। | হায়দাবাবাদ বল ... | দল'-খেল... ... বল। |
| ৪৯। | চৰাই চিকাৰী ... (Bird Catcher) | গুটীয়া খেল; |
| ৫০। | "ভলী," বল আৰু বহু সংখ্যাক দুটা দলৰ "টেনিকইট্" খেল। | দল-খেল ... ... বল বা "ৰিং" |

বিশেষ দ্ৰষ্টব্য ঃ—চিকাৰী খেলৰ কবিতা ঃ—

বগাকৈ বগলী বহলাই বহিছে
বলুকাত বিয়লি বেলা,
বকুল বাগৰিছে ৰবচা বনতে
বুটলি বিলাওঁ গৈ ব'লা; —মহন্ত।
হৰিণা ধৰিবি পাৰ তই চিকাৰী
ধৰিবি পথাৰৰ বগ।
বাঘৰ নেজো ধৰি টানিব পাৰিবি,
নেপাবা আমাৰ ঐ লগ। —বৰবৰুৱা।

## (১) ভাও খেল

সৰু ল'ৰা সাধাৰণতে অনুকৰণপ্ৰিয় আৰু ভাওপ্ৰিয়। ভাও খেলবোৰ শিশুৰ সেই বয়সৰ প্ৰবৃত্তিৰ লগত বাজিতা খোৱা। এই বিলাকত শিশুৰ অদম্য

উদ্যম খটাবলৈ সিহঁতে সুবিধা পায়; শাৰীৰিক ব্যায়াম যথেষ্ট হয়, আৰু ই বং-ৰগৰৰ এক মেহা হৈ পৰে। পাঠশালা স্কুলবোৰত এই ভাও খেলবোৰ বেচিকৈ দিয়া উচিত, কাৰণ এই বয়সত কোনো বান্ধনিত বা বাধ্য-বাধকতাত দিয়া "ড্ৰিল"ৰ নিচিনা কাৰ্য্যত ল'বাৰ মন বহওৱা টান। তলত কিছুমান ভাও খেলৰ সমল মাত্ৰ দিয়া হ'ল।

১। জিৰাফৰ খোজ।
২। শহাৰ খোজ।
৩। পাৰ চৰাই উৰা।
৪। ভূতৰ হুমুনিয়া।
৫। ভকতৰ ঈশ্বৰৰ নাম।
৬। নৈৰ পৰা পানী খোৱা।
৭। নাও বোৱা।
৮। আগ সাঁতোৰ, পাছ সাঁতোৰ, শিলনিত খোজ কঢ়া, বাম পানীত খোজ কঢ়া, বুৰ মৰা, গা ধোৱা আৰু জিৰণি লোৱা।
৯। শৰাইঘাটৰ যুদ্ধত জয়ী হৈ লাচিত ফুকনৰ জয় যাত্ৰা।
১০। ধুমুহাত গছ ভগা।

## ওপৰঞ্চি
### (বেলেগ বেলেগ খাপৰ স্কুলৰ কাৰণে বিষয় ব্যৱস্থা)।
### (Curriculum)

| স্কুলৰ খাপ | প্ৰধান দৈহিক আৰু মানসিক অৱস্থা | বিষয় অৱস্থা |
|---|---|---|
| পাঠশালা স্কুল। ( ৫ বছৰৰপৰা ৫ বছৰলৈ | দুৰ্ব্বল হৃৎপিণ্ড, অনুকৰণ প্ৰবৃত্তি, প্ৰশংসা প্ৰিয়তা | .... ভাও খেল। .... গাই গুটীয়া খেল .... ভঙ্গী-গীত আৰু সৰল সঙ্গীত ব্যায়াম |
| | স্বাৰ্থপৰতা | .... নাচ বাগ। |
| | আত্ম গৌৰৱ | .... |
| | অস্থিৰতা বা চাঞ্চল্যতা | .... ঠেং টনা লৰ, এঠেঙীয়া লৰ আৰু ভৰিৰ উজু ব্যায়াম |
| | বাধ্য বাধকতাৰ বিৰুদ্ধে বিদ্ৰোহ, (শক্তিৰেই এই | ওপৰ শ্ৰেণীত ছাত্ৰৰ উজু ব্যায়ামে ঘূৰণ ঘূৰণ |

| | | |
|---|---|---|
| | যুগৰ শিক্ষা বাধানিমূলক নহৈ উদ্দীপনামূলক হোৱা উচিত)। | (যৰ ৰীতিগত নহলেও হয়) চাপৰি মৰা ব্যায়াম। লাঠীৰ সৰল ব্যায়াম। ওপৰ শ্ৰেণীৰ কাৰণে উজু দল খেল বোৰ। |
| মজলীয়া স্কুল। (১০ বছৰৰ পৰা ১৪ বছৰৰলৈ) আৰু হাই স্কুলৰ তল শ্ৰেণী। | পৰিচালনাত সামঞ্জস্য আৰু বুদ্ধি-বৃদ্ধি, .... ভাল সোঁৱৰণী শক্তি .... মনোযোগহীনতা, .... দেখি শিক্ষা শক্তি .... ভৰা শক্তিৰ বৃদ্ধি, .... ডাঙৰৰ অনু- .... কৰণ; কম স্বাৰ্থ- .... পৰতা; সেৱা .... প্ৰবৃত্তি আৰু দল- .... বদ্ধতা, দলবিজয় .... প্ৰিয়তা; ভয়ৰ .... কল্পনা; সঁচিত .... উদ্যম। .... | জটিল পৰিচালনা থকা ভাও খেল। সঙ্গীত ব্যায়াম। জাপমৰা আৰু চুটি দূৰৰ লৰ। বুকু পিথি আৰু কঁকা-লৰ ব্যায়াম। লাঠী, দীঘল বাঁহ আৰু ডাম্বেলৰ সৰল ব্যায়াম; দল খেল আৰু পাঠশালাৰ খাপত খেলি অহা খেল। বেচি সমঞ্জস্য থকা চাপৰি মৰা ব্যায়াম; ৰীতি-গত ঘূৰণ বুলন সৰল ওলোমা আৰু হেন্দোলা ব্যায়াম; জটিল পৰিচালনাৰ নাচ বাগ। |

| স্কুলৰ খাপ। | প্ৰধান দৈহিক আৰু মানসিক অৱস্থা। | বিষয় ব্যৱস্থা |
|---|---|---|
| হাইস্কুল (১৪ৰ পৰা ১৮ বছৰলৈ) | হাড় মঙহৰ ভাল বৃদ্ধি; মেছা; কুঁজা আজি আপচু গঢ়ৰ সময়; ভাল কল্পনা শক্তি; পূৰঠ ভৰা শক্তি; ডাঙৰ কাম কৰাৰ | ৰীতিগত ঘূৰণ; দীঘলীয়া বুলন গোটেই শৰীৰৰ ব্যায়াম, 'লান্‌জিঙকে' ধৰি; ভাগৰ লগোৱা ব্যায়ামৰ পৰিপাটি সমাধান; সকলো ধৰণৰ জাপ মৰা |

| | | |
|---|---|---|
| | অদম্য ইচ্ছা; বন্ধুত্ব প্ৰিয়তা; দল বদ্ধতা আৰু নেতৃত্ব প্ৰিয়তা; বেয়া অভ্যাস গঠন; খেল শাৰীৰিক শক্তি আদিত জয় গৌৰব প্ৰিয়তা, শৃঙ্খলা-সোঁৰৰণী শক্তি অসীম উদ্যম; ৰোমাঞ্চিত কথা প্ৰিয়তা; কম আত্ম-সংযম। | আৰু দৌৰা (sports), দলখেল আৰু প্ৰতিযোগিতাৰ বহুল আয়োজন; একমাত্ৰ শোধনকাৰী খেল 'ভলী' বলৰ বহুল ব্যৱস্থা; জটিল ধৰণৰ মুদ্গড় ডাম্বেল, দীঘল বাঁহ আৰু লাঠীৰ ব্যায়াম। |
| নৰ্ম্মাল স্কুল (১৮ বছৰৰ পৰা ওপৰলৈ) | মন শৰীৰৰ পূৰঠ অৱস্থা ইচ্ছা শক্তি আৰু যথেষ্ট আত্ম-সংযম; নিজস্ব প্ৰকাশ; নৈতিক চৰিত্ৰ আৰু জীৱনৰ স্থায়ী গড়। | 'দন' ব্যায়ামবোৰ; অন্য খাপৰ স্কুলৰ কাৰণে দিয়া বছা বছা টান ব্যায়ামবোৰ; কলেজৰ লৰাই লব পৰা জটিল ব্যায়ামবোৰ শিক্ষকৰ শাৰীৰিক ব্যায়াম কেম্পৰ গোটেই পাঠ বিধি আৰু লৰাক শিকোৱা অভ্যাস। |

**বিশেষ দ্ৰষ্টব্য ঃ—** পাঠশালা স্কুলৰ লৰাক স্বাস্থ্য-ৰক্ষাৰ প্ৰাথমিক কথাবোৰ, মজলীয়া স্কুলৰ লৰাক শৰীৰ তাত্ত্বিক প্ৰাথমিক কথাবোৰ, সমজুৱা স্বাস্থ্য নীতিৰ প্ৰাথমিক কথাবোৰ, আৰু হাই স্কুল আৰু নৰ্ম্মাল স্কুলৰ লৰাক সমজুৱা স্বাস্থ্য নীতিৰ সকলো কথা, সাধাৰণ বেমাৰ বোৰৰ লক্ষণ নৰিয়া শুশ্ৰূষা কৰাৰ নিয়ম আদি কথাবোৰ শিকাবলৈও কাৰ্য্য তালিকাত ধৰি লব।

—o—

# JUNIOR RED CROSS.

## স্বাস্থ্যৰ + খেল।

১। পৰিষ্কাৰ পৰিচ্ছন্নতাই ঃ—মানুহক দেৱভাৱৰ শুচৰ চপায় আৰু স্বাস্থ্য ৰক্ষাৰও প্ৰধান উপায়। প্ৰত্যেক মানুহেই পোচাক পৰিচ্ছদ পৰিষ্কাৰ, শৰীৰ পৰিষ্কাৰ, গা, হাত, মুখ, দাঁত, চকু, চুলি, আৰু উদৰ পৰিষ্কাৰ কৰি ৰাখিব লাগে।

(ক) পোচাক পৰিচ্ছদ সপ্তাহত অন্ততঃ এবাৰ কৰি পৰিষ্কাৰ কৰিবা।

(খ) দৈনিক গা ধুবা, চাবন আৰু নিৰ্ম্মল পানী ব্যৱহাৰ কৰিবা। অপৰিষ্কাৰ খালত বা পুখুৰীত গা নুধুবা। পৰিষ্কাৰ কাপোৰেৰে গা মুছিবা।

(গ) আহাৰ খোৱাৰ আগতে আৰু পিছত পৰিষ্কাৰ পানীৰে মুখ ধুই পেলোৱা।

(ঘ) নখ চুটিকৈ কাটিবা আৰু পৰিষ্কাৰ ৰাখিবা।

(ঙ) শোৱাৰ আগতে দাঁত পৰিষ্কাৰ কৰিবা। ব্ৰাছ (Brass) ব্যৱহাৰ কৰাতকৈ দাঁতন ব্যৱহাৰ কৰা ভাল।

(চ) ধূলি মাকতি আৰু মাখিৰ পৰা চকুক সদায় ৰক্ষা কৰিবা।

(ছ) সদায় চুলি ফনিয়াবা।

(জ) কোষ্ঠ সদায় পৰিষ্কাৰ ৰাখিবা। নিয়মিত সময়ত শৌচ কৰিবলৈ যোৱা অভ্যাস কৰিবা।

২। মুক্ত বতাহ ঃ—অতি আৱশ্যকীয়। গতিকে—খিড়িকি দিন ৰাতি খোলা ৰাখিবা। মুখ নঢকাকৈ শুবা। নাকেৰে নিশ্বাস লবা। জনতাপূৰ্ণ ঠাই এৰি মুকলি ঠাইত খেলা ধূলা কৰিবা।

৩। বিশুদ্ধ পানী ঃ—আহাৰৰ সময়ত পানী খোৱাতকৈ আহাৰ খোৱাৰ আগত বা পিচত যথেষ্ট পৰিমাণে বিশুদ্ধ পানী খাবা। মিউনিচিপাল কল, নাদ আৰু নলী নাদ বা নিজৰাৰ পানীয়েই নিৰ্ম্মল আৰু বিশুদ্ধ। খোলা নাদ, নদী আৰু পুখুৰীৰ পানী খোৱাৰ আগতে উতলাই লবা।

৪। পৰিষ্কাৰ আৰু স্বাস্থ্যকৰ খাদ্য ঃ—ধূলি আৰু মাখি পৰা খাদ্য পানীয় আৰু মিঠাই নেখাবা। বাঢ়ি উঠাৰ লগে লগে খাদ্য খাবা। প্ৰচুৰ পৰিমাণে টাটকা ফল আৰু শাক সজি খাবা। দৈনিক টাটকা উতলোৱা এসেৰ গাখীৰ খাবা। ইয়াৰ অভাৱে দুই গ্লাস সৰতোলা গাখীৰ খাবা। বুট মগু মাহ আদি খাবা। খাদ্য ভালদৰে চোবাই খাবা। কেচা শাক সজিৰ অভাৱত গজা ওলোৱা বুট, মুগ, মাহ আদি খাবা। নিৰামিষ ভোজী সকলে বেচি পৰিমাণে মটৰ উৰহী খাব লাগে।

৫। পৰিষ্কাৰ ঘৰ আৰু কম্পাউণ্ড ঃ—ই স্বাস্থ্যৰ কাৰণে অতি আৱশ্যকীয়।

৬। **সূৰ্য্যৰ কিৰণ ঃ**—ই এবিধ বলদায়ক ঔষধ। ইয়াৰ দ্বাৰাই বেমাৰৰ বীজ ধ্বংস হয়। থকা ঠাইত আৰু কাম কৰা ঠাইত সূৰ্য্যৰ পোহৰ পৰিবলৈ দিবা।

৭। **ব্যায়াম ঃ**—ই ভোক বঢ়ায় আৰু শৰীৰৰ গঠন কাৰ্য্যত সহায় কৰে। শৰীৰ আৰু মন উভয়কে শক্তিশালী কৰে। গতিকে দৈনিক মুকলি ঠাইত ব্যায়াম কৰিবা। যদি খেলা ভাল পোৱা খেলিবা। খোজ কাঢ়া, দৌৰ আৰু সাঁতোৰাও ভাল।

৮। **জিৰণি ঃ**—মস্তিকৰ আৰু শৰীৰৰ জিৰণিৰ আৱশ্যক। গতিকে সোনকালে শুবা আৰু সোনকালে উঠিবা; আৰু শক্তিদায়ক ৰাতিপুৱাৰ বতাহ আৰু সূৰ্য্যৰ পোহৰ উপভোগ কৰিবা, ৰাতি নিতৌ ৯ বা ১০ ঘণ্টা শুবা।

৯। **অৱস্থা ঃ**—মানুহক পোন হৈ ফুৰা জন্তুৰ ভিতৰত ধৰিব পাৰি। শৰীৰৰ বেয়া অঙ্গিভঙ্গি অনিষ্টদায়ক গতিকে পোন হৈ উঠা বহা কৰিবা।

১০। **অধ্যয়ন ঃ**—বেয়া পোহৰে চকু নষ্ট কৰে। গতিকে বাওঁ ফালৰ পৰা অহা ভাল পোহৰত পঢ়িবা।

১১। **অভ্যাস ঃ**—সৎ অভ্যাস অনুশীলন কৰা। ধপাত, মদ, আদি মাদক দ্ৰব্য বৰ্জ্জন কৰিবা, সকলোতে অমিতাচাৰ ত্যাগ কৰিবা।

১২। **সংক্ৰমণৰ প্ৰতিষেধক ঃ**—সক্ৰামক ব্যাধিৰ পৰা হাত সাৰি থকা আৰু আনকো এই ৰোগৰ দ্বাৰা দূষিত নকৰা তোমাৰ কৰ্ত্তব্য।

**গতিকে ঃ**—স্বাস্থ্য ৰক্ষাৰ উপদেশবোৰ পালন কৰিবা। বেমাৰ মাতি অনা ধূলি মাকটি, মহ্ মাখি, ওকনি, ইন্দুৰাদিক ধ্বংস কৰিবা।

জন স্বাস্থ্য বিভাগে তোমাৰ গাঁও আৰু নগৰক ম্যালেৰিয়া, বসন্ত, কলেৰা, প্লেগ, কালাজ্বৰ আদিৰ পৰা ৰক্ষা কৰা কামত সহযোগ কৰিবা।

প্ৰত্যেক ৭ বছৰে ছিটা লবা; তাৰ উপৰিও গাওঁত বসন্তৰ প্ৰদুৰ্ভাব হলে ছিটা লবা। কুইনাইন ব্যৱহাৰ কৰি আৰু আঠুৱাৰ তলত শুই ম্যালেৰিয়াৰ হাত সাৰিবা।

হাঁচি মাৰোঁতে; কাঁহোতে তোমাৰ নাক পৰিষ্কাৰ কৰিবলৈ কাগজ বা ৰুমাল ব্যৱহাৰ কৰিবা। মাটিত থু নেপেলাবা। মানুহ থকা ঘৰৰ ভিতৰত হাঁচি বা কাহ নামাৰিবা। চৰিয়াত মুখ নুধুবা। আনে ব্যৱহাৰ কৰা টাবত গা নুধুবা বা আনে ব্যৱহাৰ কৰা গামোচা বা চশমা ব্যৱহাৰ নকৰিবা।

পেঞ্চিল, কলম আঙুলি আদি মুখত বা নাকত নভৰাবা।

**সুখী হোৱাৰ উপায় ঃ**—স্বাস্থ্য ৰক্ষাৰ উপদেশবোৰ পালন কৰিবা। সদায় হাঁহি মুখে থাকিবা আৰু সকলোকে সৎভাবে গ্ৰহণ কৰিবা বা আনৰ মঙ্গল কামনা কৰিবা আৰু তেওঁলোকক সুখী হোৱাত সহায় কৰিবা।

—০—

## কম্পোষ্ট বা বন জাবৰ আদি উদ্ভিদ্ গেলি পচি জহি-পমি হোৱা সাৰ।

গেলা-পচা বনজাবৰ, পাত পতুৰা আদি উদ্ভিদ্ পদাৰ্থ মাটি, পানী আৰু বতাহৰ লগত একেলগে মিল হলে, বতাহৰ লগত থকা নাইট্ৰোজেন বোলা বাষ্পৰ ৰসায়নিক ক্ৰিয়াৰ দ্বাৰা ব্যাকটিৰিয়া বোলা উদ্ভিজাণুৰ সহায়ত বস্তুবিলাক গাপ উঠি গেলি পচি জহি গৈ 'হিউমাচ' অৰ্থাৎ দাহ্যপদাৰ্থ বা সাৰত পৰিণত হয়। এই দাহ্য পদাৰ্থ বা সাৰ মাটিৰ লগত মিহলি হৈ নেথাকিলে মাটি সাৰুৱা নহয়। মুঠতে এই দাহ্য পদাৰ্থ বা 'হিউমাচ' মাটিৰ প্ৰাণ স্বৰূপ। এনেভাৱে সাৰ তৈয়াৰ কৰোতে টেঙাগুণ (এচিদ্) উঠে, তাক শোধনৰ বাবেই, চূণ, মাটি আদি ব্যবহাৰ কৰা হয়। সাৰ তৈয়াৰ কৰিবলৈ কৰা জাবৰৰ দ'ম বিলাকৰ মাজলৈ যাতে অবাধে বতাহ চলাচল কৰিব পাৰে সেই উদ্দেশ্যে সাধাৰণতে দ'মবিলাক ঠেক আৰু কম ওখকৈ পতা হয়।

নাম আৰু প্ৰণালী নতুন হলেও আমাৰ খেতিয়ক সকলে নজানকৈয়ে এনে ধৰণৰ সাৰৰ ফলাফল দেখি-বুজি আহিছে। গাৱঁৰ সকলোৱে ঘৰৰ পাচ ফালৰ চুৱাপাতনিৰ ওচৰত হোৱা কল, তামোল, কঠাল আৰু কচু আদি ফচল কম সময়ৰ ভিতৰত কেনেকৈ লহপহকৈ ডাঙৰ দীঘল হৈ ফুল-ফল ধৰে আমি দেখি আহিছোঁ, প্ৰকৃতকে আমি যে তৰি-তৰকাৰিৰ বাকলি, পাত-পতুৰা আৰু খোৱালোৱাৰ পেলনি যোৱা ভাগ সদাই একে ঠাইতে পেলাই দিওঁ সেইবিলাক ক্ৰমান্বয়ে গেলিপচি জহিপমি গৈ কম্পোষ্ট সাৰ হয়। আৰু এটা উদাহৰণ স্বৰূপে দেখিবলৈ পাওঁ আমি কাঠ আলু ডাঙৰ কৰো কেনেকৈ? আগৰে পৰা গাত খান্দি গাতত জাবৰ-জোথৰ, চাহ-মাকতি, তুহ-পতান আদি পেলাই-পুৰাই সেইখিনি জাহ গলে তাত আলুৰ মূৰ দি আলু ডাঙৰ কৰোঁহক। ইও হৈছে কম্পোষ্ট সাৰৰ ব্যৱহাৰ। গতিকে মাটিৰ ওপৰত দ'ম বান্ধিয়েই হওক বা গাতত জাবৰ-জোথৰ গোটায়েই হওক কম্পোষ্ট সাৰ কৰা আমাৰ কাৰণে একা নতুন কথা নহয়, কথা হৈছে আধুনিক প্ৰণালীৰে সহজকৈ সাৰ তৈয়াৰ কৰি গোটেই পথাৰত ব্যৱহাৰ কৰিব পাৰি কেনেকৈ তাকে শিকি বুজি লব লাগে মাথোন।

এতিয়া আমি নতুনকৈ শিকিব খোজা প্ৰণালীটো হাৱাৰ্ড নামেৰে কৃষিবিদ্ লোক এজনে খেতিয়ক সকলৰ উপকাৰৰ অৰ্থে বহুত বছৰ পৰীক্ষা কৰি চাইমেলি উলিয়ালে। তেখেতে প্ৰথমতেই ইন্দোৰ দেশীয় ৰাজ্যত এই প্ৰণালীৰে কাম আৰম্ভ কৰে, গতিকে আজি কালি এই প্ৰণালীটোক 'ইন্দোৰ প্ৰণালী' বুলি

গোটেই পৃথিৱীতে বিশেষকৈ ব্যৱসায়ী শিক্ষিত খেতিয়কৰ মাজত জনাজাত। কম্পষ্ট সাৰ গোবৰ সাৰতকৈ ভাল, কাৰণ শস্যৰ বাবে অতি লাগতিয়াল সাৰ নাইট্ৰোজেন, ফস্ফৰিক এচিদ্ আৰু পতাচ, গোবৰত কৈ বেচি আছে। সকলো শ্ৰেণীৰ দ, বাম, আলতীয়া মাটি ব্যৱহাৰ কৰি ধান, মাহ, কুহিঁয়াৰ আলুকচু আদি বৰ্ত্তমান পোৱা শস্যৰ তিনি চাৰি গুণ বেচি পৰিমাণ পাব পাৰি।

আমাৰ গোটেই কেইখন জিলাৰে দ'অঞ্চল বিলাক পানী মেটেকাই চাটি পেলাইছে। তাৰ পৰা ৰাইজৰ কেনে অনিষ্ট হৈছে তাক সকলোৱেই মন কৰিছে। ইয়াক আধুনিক প্ৰণালীৰে গেলাই পচাই জাহ নিয়াই সাৰ কৰি ব্যৱহাৰ কৰিলে বিহ মেটেকাই অমৃত ঢালিব, এহাতে মেটেকা নিৰ্ম্মূল হয়, আন হাতে এবিধ উত্তম সাৰ পোৱা যায়। মেটেকাৰ পৰা সাৰ প্ৰস্তুত কৰাও অতি সহজ, কাৰণ ই কম দিনৰ ভিতৰতে গেলি-পচি জাহ যায়। আৰু এবিধ বনৰীয়া বনে বাম আৰু পাহাৰ আদি অঞ্চলৰ ঠাই বিলাক ঢাকি পেলাই খেতিবাতিৰ অনিষ্ট কৰিছে। ঠাই বিশেষে বন বিধক চামশসখা লেতেৰাবন বা জাৰ্ম্মেণী বন বোলে। মেটেকাৰ দৰে ইয়াকো সাৰ তৈয়াৰ কৰি কামত লগাব পাৰিলে দুয়োফালে মঙ্গল।

## কম্পোষ্ট সাৰ কৰাৰ প্ৰণালী।

**উপাদান সংগ্ৰহ** :—গছৰ আগ, পাত, চাল-বাকলি, লতাবন, বাঁহ, সৰু গছৰ মূঢ়া, শস্য দাই নিয়াৰ পাচত থকা নৰা, সৰিয়হ মাহ আদিৰ কটালি, ধানখেৰ, উৰহি, মতৰ ভোল, জিকা, ধন্দুলি, চেকামৰা, মিঠামৰা, তেজামৰা, আলু আদিৰ ফচল উঠাৰ পাচত বোৱা গছৰ পাত আদিয়েই ইয়াৰ শাক পাচলিৰ বাকলি, গছৰ কলম দিয়া পাতৰ লৈতে সৰু ঠানি, ধাননি পথাৰত হোৱা বনৰীয়া বন যেনে বিনয়, মূৰফুলা, পঠকাপ্ৰ বিহলঙনী, বৰবিহলঙনী, কুহিলা আদি, দ' ঠাইত হোৱা অগৰা, বিৰিঙ্গা, ইকৰা, নল, লাগৰি, কহুঁৱা, পানীত হোৱা এবালি দল, চেচোৰ, পুনি, মেটেকা, জিকৰি, সিজৰি, পানীকলা, আদি, ঘৰৰ ওচৰত বাৰীয়ে ঘৰে আলি পদূলিয়ে হোৱা কচু, ঢেকিয়া, বিহলঙনী, লাতকচু, গোজোৱাবন, বনকপাহ, হাতীশুঁৰা, ভেম ভেউঁকা, লাইজাবৰি, টেঙেচি, বৰমানিমুনি, জেতুলিপকা, ফুতুকা, ঢোলঙনী। গৃহস্থী মানুহৰ ঘৰ চোতাল সাৰি পেলোৱা জাবৰ, তুহ, পতান, মাহচাউল, মিহলি খুপুলা, চাই ধুলি, ছাঁহ, পাৰ, ছাগলি, গৰুম্বৰৰ মল মূত্ৰ আদিয়ো কম্পোষ্ট সাৰৰ উপাদান।

**ব্যৱহাৰৰ অনুপযোগী বস্তু** :—গেলিব পৰা প্ৰায় বস্তুকেই ব্যৱহাৰ কৰিব পাৰি। এনে কোনো বস্তু নাই যাক সাৰ কৰা কামত লগাব নোৱাৰি। বৰ্ত্তমান ক্ষেত্ৰত আমি যি প্ৰণালীৰে কাম আৰম্ভ কৰিবলৈ আগবাঢ়া হৈছে, সেই নিয়মত

এন্দাৰ, গোবাকয়লাৰ চাই, কাগজ, কাঠৰ ঘুগুলা, গছৰ ডালৰ ঠাল, আৰু তেলযুক্ত বস্তু ব্যৱহাৰৰ উপযোগী নহয়। নিয়মিতৰূপে কাম সমাধা কৰিবলৈ অভিজ্ঞতা নোহোৱালোকে পোকেধৰা বা বেমাৰ হোৱা গছপাত, বনঘাত, শস্যাদি আৰু বনৰীয়া বন কামত নলগোৱাই ভাল, কাৰণ ভালকৈ বস্তু বিলাক নিৰ্ম্মূল কৰিব নোৱাৰিলে সাৰৰ লগত গৈ সেইবোৰ বৃদ্ধি হোৱাৰ হে সম্ভাৱনা।

উপযুক্ত ঠাই ঃ—বাৰিষা পানীত তল নোযোৱা ওখ আৰু বৰষুণ দিলে পানী বন্ধ নোহোৱা ওখ সমান ঠাই ভাল। একেবাৰেই ৰ'দ যাই নহে কোনা ডাঙৰ গছৰ যেনে বকুল, বৰ, জৰি গছৰ ছাঁত ঠাই বাছি লব পাৰিলে আৰু ভাল, কাৰণ সাৰ তৈয়াৰ কৰোতে জাবৰৰ দ'ম সহজে নুশুকায় আৰু প্ৰবল বতাহ ধুমুহা আৰু বৰষুণৰ পৰাও ৰক্ষা পৰে। আৰু এটা কথা, এই সাৰ প্ৰস্তুত কৰোতে পানী আৰু গৰুৰ গোবৰ, মুত আৰু গোহালি ধোৱা পানী আৱশ্যক, গতিকে গোহালি ঘৰ আৰু বিল, পুখুৰিৰ পৰাও যাতে বেচি দূৰ নহয় সেইটো লক্ষ্য ৰাখিব। বাচি লোৱা ঠাই ডোখৰ ঘাহ বনেৰে চাটি থাকিলে হাৰৰন কাটি চকবকি লব লাগে। অন্ততঃ ৪ ফুটৰ পৰা ১০ ১২ফুটত বহল কৰি ঠাই অতাই লব লাগে। এই খিনিতে আপোনালোকক এটি কথা কৈ থওঁ। বৰ্ত্তমান আমাৰ খেতি জীৱিকানিৰ্ব্বাহৰ বাবে পতা ব্যক্তিগত খেতি, মাটিও কম, গতিকে প্ৰত্যেক খেতিয়কেই নিজৰ খেতিৰ বাবে কম উপায়েৰে কেনেকৈ পেলনি যোৱা বস্তুৰে সাৰ তৈয়াৰ কৰিব পাৰি তাৰহে দিহা দিয়া হৈছে। ব্যবসায়ৰ সামূহিক খেতিৰ বাবেও বহল ভাবে কম্পোষ্ট সাৰ তৈয়াৰ কৰিব পাৰি।

ঠাই, জলবায়ু আৰু ঋতু অনুযায়ী এফুট দ'কৈ খাল খান্দি জাবৰৰ দ'ম কৰিব পাৰি। এফুট দ'কৈ খাল খান্দি ললে জাবকালি দ'ম বিলাক বসাল হৈ থাকে। মাটি খিনি ওচৰতে গৰাই থব লাগে। খাল খান্দি ললে প্ৰথম অৱস্থাত তলৰ থাকটো নিয়মিত ৰূপে খাই পৰে, আৰু দ্বিতীয়তে বস্তু খিনিত গৰম আৰু জীপ থাকি সোনকালে জহিবলৈ সুবিধা হয়, ওচৰতে গৰাই থোৱা মাটি খিনি পাচত ওপৰত তুলি দিবলৈ সহজ হয়। বাৰিষাকালত কিন্তু খাল নেখান্দাই ভাল, খান্দিলে পানী ওলোৱা, পানী বন্ধ হোৱা, জেলুকীয়া আদি অসুবিধাই দেখা দিব। বেচি বৰষুণ, ধমুহা বতাহৰ পৰা ৰক্ষা কৰিবলৈ চালি দি লব পাৰিলে কম্পোষ্ট সাৰ তৈয়াৰ হোৱাত একো বাধা নহয়।

আবৰ্জনা সংগ্ৰহ ঃ—ওপৰত উল্লেখ কৰা সকলোবোৰ বস্তু য'ত যেনেকৈ পোৱা যায়, বাছি লোৱা ঠাইৰ ওচৰত জমা কৰিব লাগে। খেৰ, পাত, বতা, কুঁহিয়াৰ পাত, কলমাৱলি, ভামোলৰ চকুৱা আদি শুকান আৰু সহজে পানী নোশোহা খৰ খৰীয়া বস্তু বিলাক বসাল আৰু কোমল কৰি লবলৈ ভাল উপায় আছে। বস্তু বিলাক গোটাই দুই, তিনিদিনৰ কাৰণে গোহালি ঘৰত পাৰি দি গৰু

থাকিলে দুটা কাম হয়, প্ৰথমতে পাত বিলাক ভাঙিচিঙি কাঁহ্ কাঁহ্ হব, আৰু দ্বিতীয়তে গৰুৰ মুত শুহি লৈ সাৰ তৈয়াৰ হোৱাত সহায় কৰিব। অলপ টান বস্তু বিলাক অন্য এটা উপায়েৰে ভাঙি চিঙি জহিবলৈ সুবিধা কৰি লব পাৰি। ইকৰা, খাগৰি, নল, ফুটুকা, জাৰ্মেণি বন আদি গৰু ম'হৰ গাৰী যোৱা ৰাস্তাত পথালিকৈ পাৰি দিলে অতি সোনকালে ভাঙিচিঙি সৰু সৰু টুকুৰা হব, সেই বিলাক লৈ সাৰ তৈয়াৰ কৰিবলৈ সহজ হয়।

সাৰ প্ৰস্তুত ঃ—গোটাই লোৱা বস্তুবিলাক ভালকৈ মিহলাই লব লাগে, যাতে কোমল আৰু টান বস্তু বিলাক বেলেগ বেলেগ হৈ নাথাকি মিহলি হৈ যায়। টান মূল বা ঠাৰি বিলাক বা দীঘল খেৰ, পাত আদি বস্তু বিলাক সৰু সৰু টুকুৰা কৰি কাটি, ভাঙি মোহাৰি ললে সুবিধা হয়। বস্তুবিলাক গোটাই থওঁতে অলপ অলপ পানী চতিয়াই জীপ দি থব লাগে। এতিয়া বস্তু বিলাক নিয়মিত ৰূপে থাক থাক কৰি সজাই দ'ম বান্ধিব লাগে। মাটিৰ ওপৰত বা খান্দি লোৱা গাতত সমান আৰু হেচা নিদিয়াকৈ আবৰ্জ্জনাবিলাক চটিয়াই ৬ ফুট বহল আৰু ৪ ইঞ্চিৰ পৰা ১ ফুট পৰ্য্যন্ত ওখ কৰি প্ৰথম থাক পাৰি লব লাগে। দ'ম বিলাক কিমান দীঘল হব কেৱল মাত্ৰ জাৱৰ জোথৰৰ পৰিমানৰ ওপৰত নিৰ্ভৰ কৰিব। টান আৰু শুকান বস্তু বিলাক অলপ হেঁচি দিব লাগে। এইখিনিতে মনত ৰাখিব লাগিব যে জাৱৰৰ দ'মৰ ভিতৰলৈ অবাধে বতাহ চলাচল কৰিব পাৰিব লাগিব, গতিকে জাৱৰৰ দ'ম বান্ধোতে কেতিয়াও ওপৰত উঠি ভৰিৰে বা অন্য উপায়েৰে যেন টিপি দিয়া নহয়।

এতিয়া ঠিক ঠাক কৰি লোৱা থাকটোৰ ওপৰত যদি সহজে পোৱা যায় তেনেহলে প্ৰতি ১০০ বৰ্গ ফুট হিচাবে দুই, তিনি সেৰ হাৰৰ গুড়ি সমানভাৱে চটিয়াই দিব লাগে। হাৰৰ গুড়ি নেপালে তাৰ সলনি প্ৰথম থাকটোৰ ওপৰত দুই আঙুল ডাঠ কৰি কেচা গোবৰ দিব লাগে। গোবৰ দিয়া হৈ গলে তাৰ ওপৰত দুই আঙুলি পৰিমাণে কেচামাটি চটিয়াই দি আকৌ তাৰ ওপৰত গোহালি ধোৱা পানী চটিয়াই দিব লাগে। পকা মজিয়াৰ গোহালিত মল বাগৰি যাবলৈ নলা আদি থাকিলে গোহালি ধোৱা পানী সংগ্ৰহ কৰিবলৈ সহজ হয়। গতিকে গোহালি ধোৱা পানী নেপালে কেচা গোবৰ যিমান লোৱা হয়, তাৰ ১০ৰ পৰা ১৫ গুণ পানীত মিহলাই লৈ কেচা মাটিৰ থাকটোৰ ওপৰত চটিয়াই দিব লাগে। এইখিনিতে আপোনালোকক এটা কথালৈ মনত পেলাই দিব লগা হৈছে। দ'মটো সম্পূৰ্ণভাৱে বসাল কৰি ৰাখিবৰ জোখাৰেহে পানী চটিয়াই দিব লাগে। বেচি পানী দিলে উপকাৰতকৈ অপকাৰহে হয়। যদি কেৱল মেটেকাৰ পৰা সাৰ তৈয়াৰ কৰা হয় তেতিয়া হলে মেটেকাত পানীৰ ভাগ বেচি থকাৰ বাবে পানী

চটিয়াই তিয়াই লিলিলেও হয়। যি কোনো কেঁচা বস্তুকে সোনকালে গাপ উঠাই গেলাই পচাই জাহ নিয়াবলৈ হলে সেই কামত সহায় কৰিবলৈ অন্য শুকান বস্তুৰ দৰকাৰ হয়, যেনে, কেঁচা কল পকাবলৈ বিহলঙনীৰ জাগ দৰকাৰ। গতিকে সাৰৰ বাবে কেৱল মেটেকা ব্যৱহাৰ নকৰি ইয়াৰ সৈতে যিমান মেটেকা গোটোৱা হয় তাৰ তিনি ভাগৰ এভাগ অন্য কোনো শুকান আবৰ্জ্জনা ব্যৱহাৰ কৰা উচিত। সেইবাবে ইয়াকো পানী চটিয়াই জেকা কৰি ৰাখিব লাগে।

তাৰ পাছত ওপৰত কৈ অহাৰ দৰে প্ৰথম থাকটোৰ ওপৰত দ্বিতীয় থাক সজাই লব লাগিব। দ্বিতীয় চামৰ ওপৰত তৃতীয় চাম আৰু তৃতীয় চামৰ ওপৰত চতুৰ্থ চাম ঠিক সেই ভাবেৰেই সজাব লাগিব। এতিয়া চাৰিটা চামেৰে ৬ ফুট বহল ৪ ফুট ওখ এটা জাবৰৰ দ'ম তৈয়াৰ হল। ভালকৈ গাপ উঠি গেলি পচি জাহ যাবৰ কাৰণে এই ভাৱে দ'মটোক কিছুমান দিনৰ বাবে সেই একে অৱস্থাতে ৰাখিব লাগিব আৰু পাচত দ'মৰ ভিতৰত বস্তুবিলাক আধা পচা হলে গোটেই দ'মটো লুটিয়াই আকৌ এটা নতুন দ'ম কৰিব লাগিব।

আমি এতিয়া প্ৰথম থাকটোৰ ওপৰত কেঁচা গোবৰ দুই আঙুল দিয়াৰ পিচত তাৰ ওপৰত গোটাই লোৱা আবৰ্জ্জনাৰে গোবৰ খিনি লুকুৱাকৈ এটা পাতল চাম কৰি লব লাগে। এই থাকটোৰ ওপৰত বগা গুৰি মাটি প্ৰতি বৰ্গফুটত এক আউঞ্চ হিচাবে চটিয়াই দিব লাগে। অৱশ্যে বগা গুৰি মাটি হয়তো পোৱা নেযাব পাৰে; তাৰ পৰিবৰ্ত্তে কাঠৰ ছাই ব্যৱহাৰ কৰিলেও একে কামকে পোৱা হব।

বগা মাটি বা ছাই দিয়াৰ পাচত ওপৰত এক আঙুল ডাঠ কৰি মাটিৰ এটা থাক কৰি দিব লাগে। যদি শুকান বস্তু ব্যৱহাৰ কৰা যায় তেন্তে মাটিৰ থাকটো অলপ ডাঠ হব লাগে আৰু সেউজীয়া ঘাঁহ বনপাত হলে অলপ পাতলকৈ দিলেই হব। যদি মাটি খিনি ফঁহ ফঁহীয়া মাটি হয়, তেন্তে বেছি পৰিমাণে দিব লাগে, আলটিয়া হলে কম মাটি দিলেই হব। যদি আগেয়ে তৈয়াৰ হৈ থকা কম্পোষ্ট সাৰ অলপ মাটি খিনিৰ লগত মিহলি কৰি লব পৰা যায় বৰ ভকথা, আৰু তাতোকৈ ভাল হয় যদি মাটি খিনি গোবৰ পানীৰে সেমেকাই লব পাৰি। তাৰ পাচত আকৌ দ্বিতীয় থাক ঘূৰাই—আবৰ্জ্জনা—গোবৰ—আবৰ্জ্জনা—বগা গুৰি মাটি বা ছাই—আৰু শেষত মাটি দি দ'ম টোৰ ৪ বা ৫ ফুট নোহোৱালৈকে বান্ধি গৈ থাকিব লাগে। যেতিয়া কাম শেষ হয়, দ'মটোৰ ওপৰত আৰু কাষত দুআঙুল মাটি দি ঢাকি পেলাব লাগে।

[ সম্পূৰ্ণভাৱে গঠিত হোৱা কম্পোষ্ট দ'ম এটাৰ তলত চিত্ৰ দিয়া হ'ল। মাজেৰে থিয়কৈ কাটি দেখুৱা হৈছে। ]



দুয়োটা উপায় আপোনালোকৰ আগত দেখুৱা হৈছে, যিটোৱেই সুবিধাজনক হয় কাৰ্য্যত খটুৱাব পাৰে। তাৰ পাচৰ কাম খিনি দুয়ো প্ৰণালীৰে একে।

সাৰৰ দ'ম বাদ্ধি গৈ থাকোতে ক্ৰমান্বয়ে ওপৰলৈ ঠেক হৈ গৈ থাকিব লাগে। অন্ততঃ তলৰ ভাগতকৈ ওপৰ ভাগ, তলত যিমান বহল তাৰ আধা হলেই ভাল হয়। তেনে কৰিলে পানী বাগৰি যাবলৈ সহজ হয়। সৰহ বস্তু একেবাৰতে গোটাই লব নোৱাৰিলে দ'ম টো একে কোবতে বন্ধা নহব, সাধাৰণতে আমাৰ কাম ক্ৰমান্বয়ে হব। সেই বুলি ভাবি লব নেলাগিব যে যেতিয়াই মন যায় অলপ অচৰপ জাবৰ-জোঠৰ গোটাই দ'ম বান্ধি গলে আমাৰ কাম হব। গৰম দিনত কাম আৰম্ভ কৰা ১৪ দিনৰ ভিতৰত আৰু জাৰ কালি তাত কৈ অলপ বেচি দিন লব পাৰি। মূঠতে কাম আৰম্ভ কৰি শেষ হোৱাটোৱেই প্ৰকৃত কৃতকাৰ্য্যতাৰ মূল কথা।

কিছু দিনৰ পিচত অৱশ্যে ঠাই আৰু বতৰ লৈ আৰু কামত লগোৱা বস্তুৰ প্ৰকৃতি অনুসাৰে দ'ম টো গৰম হৈ আহিবলৈ ধৰিব। গৰম হোৱাত পলম হলে জাবৰ-জোঠৰবোৰ গাপ উঠি গেলি পচি জাহ গৈ সাৰ হোৱাত বেচি দিন লাগিব। আৰু এটা কথা এই খিনিতে আভাস দি থোৱা ভাল। জাবৰৰ দ'মত উত্তাপ কম হলে পথাৰত হোৱা বছৰেকীয়া বন পাতৰ গুটি বা শিপা বিলাক একেবাৰেই নষ্ট নহব পাৰে। এই গুটি বা শিপা ধ্বংস কৰিবলৈ যথেষ্ট উত্তাপৰ দৰকাৰ। নিজে কামত অভিজ্ঞতা লভি পাৰ্গত নোহোৱালৈকে প্ৰথম অৱস্থাত বনপাত আদি নিদিয়াই ভাল।

উত্তাপ ক্ৰমান্বয়ে মাজ ভাগত বেচি হব, ইয়াক জুখি চাবৰ বাবে বেলেগ যন্ত্ৰৰ একো আৱশ্যক নকৰে, কামকৰা লোকে হাত দিলেই গম পায়। কাম

আৰম্ভ কৰাৰ পৰা প্ৰায় ৩ ৰ পৰা ৬ সপ্তাহৰ ভিতৰত লুটিয়াই দিয়া কাম আৰম্ভ কৰিব লাগে। ই অতি সহজ কাম। ধানৰ মৰণা মাৰোতে খেৰবিলাক ওখোলেৰে উখুলিয়াই এঠাইৰ পৰা আন ঠাইত দ'মাই আকৌ দ্বিতীয়বাৰ সেই ঠাইৰ পৰা প্ৰথম ঠাইলৈ অনা হয়, ঠিক সেই দৰেই জাবৰৰ দ'মটোও মৰণাৰ দৰে ৩ বাৰ উখুনিয়াই দিব লাগে। কাম এমুৰৰ পৰা আৰম্ভ কৰিবলৈ ললে সুবিধা হয়। শুকান নিৰস আবৰ্জনাৰে জাবৰৰ দ'ম বান্ধিলে সাধৰণতঃ ডেৰমাহৰ পাচত জাবৰৰ দ'মটো আধাপচা হৈ যায়। কুঁহিয়াৰৰ পাত আদি আধাপচা হবলৈ ইয়াতকৈ বেচি দিন লাগে। কেচা ৰসাল বস্তু আধাপচা প্ৰায় মাহেকৰ ভিতৰতে হয়।

প্ৰথম বাৰ জাবৰৰ দ'মটো লুটিয়াই নতুন দ'ম কৰিবৰ সময়ত তাকে ভাঙি তাৰ ওচৰতে আগৰ নিয়মতেই আকৌ এটা দ'ম কৰিব লাগে। পুৰণি দামটোৰ ওপৰ থাক নতুন দ'মটোৰ এটাইতকৈ তলৰ থাক হ'ব। ওলট পালট কৰিবৰ সময়ত পুৰণা দ'মটোত নপচা বস্তু বিলাক নতুন দ'মটোৰ মাজত সুমাই দিব লাগে। যদি পুৰণা দ'মটোত সক গছৰ ঠানি আদি থাকে তাক বাছি পেলাই দিয়াই ভাল, কাৰণ সমানভাবে পচা বস্তুবিলাকৰ পৰা নতুন দ'ম তৈয়াৰ কৰিলে বস্তুবিলাক সমানভাৱে পচি যাব আৰু সাৰো ভাল হব। নতুন দ'ম সাজিবৰ সময়ত আবৰ্জনা বিলাক ভাল ৰসাল হৈ নেথাকিলে পানী দি ৰসাল কৰিব লাগে। পুৰণা দ'ম তৈয়াৰ কৰোঁতে বাঁহৰ ধান উখুনিবলৈ লোৱা ওখুন বা পথাৰৰ জাবৰ গুচাবলৈ লোৱা যবকা ব্যৱহাৰ কৰিলে কাম কৰিবলৈ সহজ হয়।

প্ৰথম বাৰ ওলট-পালট কৰি দিয়াৰ প্ৰায় এমাহৰ পাচত দ'মটো ঠিক প্ৰথম বাৰৰ দৰে দ্বিতীয় বাৰ লুটিয়াই দি আকৌ এটা নতুন দ'ম কৰিব লাগে। যিমান দিনলৈকে সম্পূৰ্ণৰূপে পচি সাৰৰ উপযুক্ত নহয় তাক ৰসাল কৰি ৰাখিব লাগিব। দ্বিতীয় বাৰ নতুন দ'ম কৰিবৰ সময়ত দ'মৰ ওপৰ ভাগ ঘৰৰ চালৰদৰে দুয়োফালে আওঢলীয়া কৰি দিব লাগে, তেতিয়া হলে ৰৰ বৰষুণ হলে পানী ভিতৰ নোসোমাই বাগৰি যাব।

ঠিক নিয়মিত ভাবে জাবৰৰ দ'ম প্ৰস্তুত কৰিলে আৰু সদায় তাক ৰসাল অবস্থাত ৰাখিলে গেলি পচি জহি-পচি সাৰ হবলৈ সাধাৰণতঃ প্ৰায় ৩ মাহ সময় লাগে। কেচা বস্তুৰ পৰাই কেবল সাৰ তৈয়াৰ কৰিলে তাতোকৈও কম সময়ৰ ভিতৰতে হয়। বাৰিষাকালত আবৰ্জনা বিলাক কম সময়ৰ ভিতৰতে পচি যায়। অন্ততঃ শেষৰ বাৰ লুটিওবাৰ ২০, ২৫ দিনৰ মূৰত গোটেই দ'মটো সমান ভাৱে কলা বৰণ লৈ সম্পূৰ্ণভাবে পচি হাবিতলীয়া মাটিৰ দৰে গোন্ধাব। হাতেৰে চুলে সুপসুপিয়া লাগিব আৰু যেতিয়া হাতত লাগি নধৰে তেতিয়াই ব্যৱহাৰৰ উপযুক্ত সময়।

**সাৰ বেছিদিনলৈ ৰখাৰ উপায় ঃ**—সাৰ তৈয়াৰ হোৱাৰ পাচত বেচি দিনৰ বাবে সেই ঠাইতে পৰি থাকিলে সাৰ অসাৰুৱা হৈ আহিব। কোনো কাৰণবশত ঃ সময়তে কামত লগাব নোৱাৰিলে গোটেই সাৰৰ দ'মটোৰ ওপৰত মাটিৰে এটা চাম কৰি ঢাকি থলে সাৰ ভালে থাকিব। কাৰণ জাবৰ-জোথৰ আদি উপাদান বিলাক গোটাই মেলি থাক থাককৈ সজাই মেলি লোৱাৰ ৩ মাহৰ পাচত উদ্ভিজাণু বিলাকৰ কাম সমাধা হৈ সাৰ সম্পূৰ্ণ দাহ্য পদাৰ্থত (হিউমাচ) পৰিণত হয়, সেয়েই হৈছে এই সাৰৰ উপযুক্ত সময়। গতিকে তৈয়াৰ কৰি লোৱা সাৰক সময়তে প্ৰয়োগ কৰিব লাগে।

**সাৰ উৎপন্ন ঃ**—হাৱাৰ্ড চাহাবে ইন্দোৰত এই প্ৰণালীৰে সাৰ তৈয়াৰ কৰি দেখিছে যে এহাল ভাল গৰুৰ পৰা পোৱা গোবৰ আৰু মুত আৰু এখন গৃহস্থৰ পেলনি যোৱা জাবৰ-জোথৰ গোটাই ৫০ গাড়ী কম্পোষ্ট সাৰ তৈয়াৰ কৰিব পাৰি। সাৰৰ গুণাগুণৰ ফালৰ পৰা চাবলৈ গলে এগাড়ী কম্পোষ্ট সাৰ ২ গাড়ী গোবৰ সাৰৰ তুল্য। পাতপতুৱা হাবি জংঘলে ভৰা আমাৰ ঠাইত ৫০ গাড়ী সাৰ উৎপন্ন কৰা একো টান নহব। মাথোন বৰ্ত্তমানে পেটপোহা খেতিৰ ভাৰ গুচাই কম মাটিতে সাৰ ব্যৱহাৰ কৰি সৰহ শস্য উৎপন্ন কৰি ধন ঘটাৰ ধাউতি মাত্ৰ আমাক লাগে। অন্ততঃ বছৰেকত ৪০ গাড়ী সাৰ উৎপন্ন কৰিব পাৰিলেও ৪ পুৰা মাটিৰ সাৰ হয়। পথাৰত আধা আঙুল ডাঠকৈ চটিয়াই দি বা শস্য ভেদে ব্যৱহাৰৰ তাৰতম্য কৰি, হালকোৰ বাই খেতি আৰম্ভ কৰিলেই ৩ গুণ পৰিমাণে বেছি শস্য উৎপাদন কৰি মেতমৰা ভড়াল বান্ধিব পাৰি। ঘৰে ঘৰে এই সাৰ তৈয়াৰ কৰিলে গোবৰ সাৰৰো যথেষ্ট উৎপাদিকা শক্তি বাঢ়িব আৰু অভাৱ গুচিব। লগে লগে 'এক গুলিত দুই চৰাই' মৰাৰ দৰে, ঘৰৰ চাৰিও ফালে অ'ত ত'ত গোটখাই থকা মলিয়ন আবৰ্জনাবোৰ নাইকিয়া হৈ ঘৰ-বাৰী, আলি-পদুলি চাফচিকুন, ফৰকাল হৈ সকলোৰে মন গা ভাল লাগিব। এই সাৰ প্ৰস্তুত কৰোতে বিশেষ একো খৰচ নহয় মাত্ৰ গাৰ খাটনি লাগে। খাটনি চাই লাহলোৱা ভাগুৰি আনি ভড়াল বন্ধিবলৈ পালে সেই ফেৰা দুখলৈ মনত নপৰা হব।

**বিশেষ ভাৱে মন কৰিব লগীয়া কথা ঃ**—এই প্ৰণালীৰে সাৰ তৈয়াৰ কৰিলে প্ৰধান দুটা কথালৈ লক্ষ্য ৰাখিব। জাবৰৰ দ'মৰ ভিতৰলৈ সহজে বতাহ চলাচল হব লাগিব, গতিকে জাবৰৰ থাক বিলাক সজাওঁতে কেতিয়াও যেন টিপি বা হেঁচি দিয়া নহয়। দ'ম ৬ ফুটৰ ওপৰ বহল আৰু ৪ ফুটৰ ওপৰ ওখ হব নেলাগে; ডাঙৰ কৰিলে বতাহ, পানী চলাচলৰ বাধা পৰি সোনকালে জাহ নেযাব। দ'মৰ মাজভাগ ৰসাল ৰাখিবৰ নিমিত্তে যেন প্ৰথমৰ পৰা শেষ পৰ্য্যন্ত পানী চটিয়াই থকা হয়।

বাৰিষা কালত দ'ম তিয়াই ৰাখিবৰ কোনো প্ৰয়োজন নাই, গতিকে

বাৰিষাকালেই উপযুক্ত সময়। তাতে আকৌ বৰষুণৰ লগত মিহলি হৈ থকা নাইট্ৰোজেন সাৰ তৈয়াৰ হোৱাত অশেষ উপকাৰ সাধে। অন্যান্য ঋতুত দ'ম শুকাই যাবৰ উপক্ৰম হলে পানী চটিয়াই দিব লাগে। কোনো প্ৰকাৰে দ'মত বেচি পানী, বৰষুণৰে হওক বা চটিয়াই দিয়াই হওক, হব নেলাগে; মাত্ৰ ৰসাল কৰি ৰাখিবৰ বাবে যিমান প্ৰয়োজন সেই খিনিহে যেন পৰে।

দ'মটো সম্পূৰ্ণ ভাবে পচাবৰ বাবে কিমানবাৰ পানী চটিয়াব লাগে তাক নিৰ্ভৰ কৰিব গোটোৱা আবৰ্জ্জনাৰ প্ৰকৃতি, স্থানীয় জলবায়ু আৰু ঋতুৰ ওপৰত। প্ৰথম, দ্বিতীয় বাৰ ওলটপালট কৰালেকে কম পানী লাগে, কাৰণ বস্তুবোৰৰ শুহিব পৰা ক্ষমতা নেথাকে আৰু পাচত শুপ-শুপীয়া হৈ বেছি পানী শোহে। মেটেকা আদি পানীৰ ভাগ বেচি থকা উদ্ভিদৰ পৰা সাৰ তৈয়াৰ কৰিলে সাধাৰণতঃ পানী দিবৰ আৱশ্যক নকৰে।

জাবৰ-জোথৰ গোটাই কাম আৰম্ভ কৰাৰ পৰা সাৰ তৈয়াৰ হোৱালৈকে পৰিষ্কাৰ পৰিচ্ছন্নতালৈ বিশেষ ভাৱে লক্ষ্য ৰাখিব লাগে যাতে জাবৰৰ দ'মৰ পৰা কোনোৰকমৰ বেয়া গোন্ধভাপ ওলাই বায়ু দূষিত নকৰে আৰু যাতে দ'মত মাখিৰ সৃষ্টি নহয়।

অন্ত

# বিত্ চকু সলাওক

(বুনিয়াদী শিক্ষা কি?)

শ্রীদেবেন্দ্র নাথ ভট্টাচার্য্য

প্ৰথম প্ৰকাশ ঃ ১৯৫৫— ১৫ আগষ্ট।
দ্বিতীয় প্ৰকাশ ঃ ১৯৫৬— ৭ মাৰ্চ্চ।
প্ৰকাশ স্থান ঃ দামোদৰ লাইব্ৰেৰী— অনন্তপুৰ, নলবাৰী।



মুদ্ৰণ—দীপ্তি প্ৰিন্টিং এণ্ড বাইণ্ডিং ওয়ার্কচ— কলিকাতা-১২
শ্ৰীদেবীপ্ৰসন্ন চট্টোপাধ্যায়ৰ দ্বাৰা মুদ্ৰিত।

# লিখকৰ কথা

এই পুস্তিকা লিখাত মৌলিকতাৰ দাবী লিখকৰ নাই—এই কথা কোৱা বাহুল্য। সম্প্রতি বুনিয়াদী শিক্ষা বিষয়ক সাহিত্যৰ অভাব হৈছে অসমীয়া ভাষাত। ক্রমে এই সম্পর্কে উচ্চতৰ সাহিত্য প্রকাশ হ'ব তাত সন্দেহ নাই। শিক্ষাসম্পর্কে শিক্ষকসকলৰ আৰু সর্ব্বসাধাৰণৰ দৃষ্টিভঙ্গী পৰিবর্ত্তিত হওক এই আকাঙ্ক্ষা বুনিয়াদী শিক্ষাবিদ্‌সকলৰ আছে। সেই আকাঙ্ক্ষাৰ বশৱর্ত্তী হৈ এই কঠিন কাম হাতত লৈছিলোঁ। যি পৰিমাণ আশা আৰু উদ্যম লৈ কামটো হাতত লৈছিলোঁ, সেই পৰিমাণ আশা আৰু উদ্যম ৰক্ষা কৰিব নোৱাৰিলোঁ। তাৰ কাৰণ বিশ্লেষণ কৰি সর্ব্বসাধাৰণক আমনি দিব খোজা নাই। আগলৈ এই বিষয়ে আৰু দুই এখনি পুস্তিকা প্রকাশৰ আকাঙ্ক্ষা মনতে বান্ধি ৰাখিলোঁ।

খেতি কৰিবলৈ গ'লে কোৰ মাৰা কামটো আটাইতকৈ টান। নতুন মাটি ভাঙি খেতি কৰিবলৈ হ'লে আৰু টান হয়। সম্প্রতি বুনিয়াদী শিক্ষাব্রতীসকল এই কোৰ মাৰা কামত লিপ্ত আছে। খেতিৰ মাটিত পুৰণি পদ্ধতিয়ে যি হাবি বননিৰ সৃষ্টি কৰিছে—তাক জুৰি চাফা কৰিব লাগিব আৰু মাটি নতুনকৈ তৈয়াৰ কৰিব লাগিব।

বুনিয়াদী শিক্ষা কি বস্তু মানুহে বুজি উঠা নাই। বুজিলে বাতাৱৰণৰ পৰিবর্ত্তন ঘটিব। বুনিয়াদী শিক্ষাৰ বুনিয়াদ দৃঢ় হৈ গঢ়ি উঠিব।

আমি এই পুস্তিকা লিখোঁতে—বিশেষকৈ তলত নাম দিয়া পুথি দুখনৰ আশ্রয় লৈছোঁ, নানা ঠাইত হুবহু অনুবাদ কৰিছোঁ।

1 The Latest Fad-Basic Education by

J B Kripalani

2 Hand-Book of suggestions for teachers in small rural Schools-Ministry of Education, Govt of India.

বুনিয়াদী শিক্ষা বিষয়ক অন্যান্য সাহিত্যৰ পৰাও সমল গোটাইছোঁ। আমাৰ কৃতজ্ঞতা আৰু ধন্যবাদ ধন্যবাদাৰ্হ লোকসকলৰ ওচৰ পায়নে নে নেপায় আমি নাজানোঁ কিন্তু আমাৰ অনাৱশ্যক ভেম্ গুচাই সৌজন্য প্রকাশ কৰিবৰ ই ইটি সুযোগ ভাবি লৈ অকপট স্বীকৃতি প্রকাশ কৰিলোঁ।

আমি যিসকলে এই ক্ষেত্রত কোৰ মাৰা কামত লিপ্ত হৈছোঁ আমাৰ আটাইৰে এই কার্য্যত শ্রমৰ লাঘব এই পুস্তিকাই আনিব বুলি আশা কৰিছোঁ। এই আশা কিঞ্চিৎমাত্রও ফলৱতী হ'লে কৃতার্থ মানিম।

ছপাখানাৰ প্ৰুফচোৱাৰ দোষত বৰ্ণাশুদ্ধি, বৰ্ণৰ বিলোপ আৰু শব্দ আৰু বাক্যৰ অসামঞ্জস্য ঠায়ে ঠায়ে ঘটিছে। শুধৰণি অনাৱশ্যক বোধে দিয়া নহ'ল। সুধীসকলে নিজেনিজে শুধৰাই লয় যেন।

শ্ৰীনৰপতি কলিতা আৰু শ্ৰীৰাজেন্দ্ৰ বৰুৱা শিক্ষক দুজনে পাঠদানৰ টোকা দি সহায় কৰা বাবে শলাগ লৈছোঁ।

মঙ্গলদৈ মহকুমাৰ সহকৰ্ম্মী পৰিদৰ্শকসকলে সহায় সহানুভতি দেখুৱাই উদ্গনি দিয়া বাবে তেওঁলোকৰ শলাগ লৈছোঁ।

শিক্ষাবিদ্ সকলৰ শুভদৃষ্টি কামনা কৰি আমাৰ কথাৰ সামৰণি মাৰিলোঁ।

১২-৭-৫৫ (মঙ্গলদৈ)

---

# সূচী-পত্ৰ

---

## বিত্‌ চকু সলাওক

## বুনিয়াদী শিক্ষাৰ পৰিকল্পনা

দেশৰ উন্নতি নিৰ্ভৰ কৰে শিক্ষাৰ ওপৰত। আজি কালিৰ দিনত কোনো এখন দেশ আচুতীয়াকৈ থাকি এটা সুকীয়া কৃষ্টি গঢ়ি তুলিব নোৱাৰে। গোটেইখন পৃথিৱীৰ লগত এটা যোগসূত্ৰ স্থাপন কৰিব লাগিব। আনফালে দেশৰ ঐতিহ্য, উপস্থিত পৰিস্থিতি আৰু বৰ্ত্তমান সমল দেশ গঠনৰ কাৰ্যত কিমানদূৰ সহায় হব পাৰে তালৈ দৃষ্টি দিব লাগিব। সৰ্ব্বসাধাৰণৰ মাজত শান্তিপূৰ্ণ জীৱন যাপনৰ পন্থাৰ নিৰ্দ্দেশ দিবলৈ আজিকালি যান্ত্ৰিক যুগত যি অৰ্থনৈতিক অৱস্থাৰ সৃষ্টি হৈছে তাৰ লগত পদক্ষেপ কৰিবলৈ দেশৰ কুটীৰ শিল্পৰ প্ৰতি মনোযোগ দিব লাগিব। কৰ্ম্মভেদে জাতিভেদৰ যি ব্যৱস্থা ভাৰতত আছিল আজিৰ দিনত সেই ব্যৱস্থা কাৰ্য্যকৰী হব নোৱাৰে, কাৰণ জাতিভেদৰ মাজৰ পৰা শ্ৰমৰ মৰ্য্যদা কেতিয়াবাই আঁতৰি গ'ল। কোনো কাৰ্য্য হীন বুলি গণ্য কৰিলে দেশত উচ্চনীচ ভেদ হয়। উচ্চ-নীচ ভেদে যি শ্ৰেণীৰ সৃষ্টি হয় সেই শ্ৰেণীবিভাগে সৰ্ব্বসাধাৰণৰ মাজত পাৰস্পৰিক সহযোগ আৰু সহানুভূতিৰ পৰিবেশৰ সৃষ্টি নকৰি এটা অবাঞ্ছনীয় পৰিবেশৰ সৃষ্টি কৰে—অভিজাত সম্প্ৰদায়, ধনিক সম্প্ৰদায় আৰু ব্যৱসায়ভেদে উচ্চনীচ নানা সম্প্ৰদায় গঢ়ি উঠে। সম্প্ৰদায় আৰু শ্ৰেণীভেদ সৃষ্টি হলে বহুক্ষেত্ৰত প্ৰতিভাবান শিশুৰ প্ৰতিভা বিকাশত বাধা পায়। কোনো স্বাধীন দেশৰ আদৰ্শ সেইটো হব নোৱাৰে। প্ৰতিভা বিকাশৰ উপযুক্ত আবেষ্টন সৃষ্টি কৰাই শিক্ষানুষ্ঠান পতাৰ উদ্দেশ্যসমূহৰ ভিতৰত অন্যতম।

### বৰ্ত্তমান শিক্ষা পদ্ধতি

বৰ্ত্তমান শিক্ষাৰ দ্বাৰা দেশত সকলো প্ৰকাৰৰ শিক্ষা হব নোৱাৰে—এই কথা সৰ্ব্ববাদীসন্মত। বৰ্ত্তমান শিক্ষা পদ্ধতিয়ে দেশত শিক্ষিত লোকসকলক অকৰ্ম্মণ্য কৰি দেশত শিক্ষিত নিবনুৱাৰ সংখ্যা বৃদ্ধি কৰিছে। অন্যান্য স্বাধীন দেশত শিল্প, কলা, স্থপতিবিদ্যা ইত্যাদি নানাপ্ৰকাৰৰ কৃষ্টিমূলক শিক্ষাৰ ব্যৱস্থা আছে; কিন্তু আমাৰ দেশত এইবোৰ বিদ্যাৰ অনুশীলন আৰু উৎকৰ্ষ অতি পুৰণি হলেও দেশ পৰাধীন হৈ থকা অৱস্থাত ক্ৰমেক্ৰমে লোপ পাই আহিছে। এই শিল্পবোৰৰ পুনৰুদ্ধাৰ, সংস্কাৰ আৰু আধুনিক জগতৰ উপযোগী অনুশীলন আৱশ্যক। বৰ্ত্তমান শিক্ষাপদ্ধতিৰ দ্বাৰা এনে এটি সম্প্ৰদায়ৰ সৃষ্টি হব ধৰিছে, যাৰ জীৱিকা উপাৰ্জনৰ পথ হয় এক মাত্ৰ চাকৰি। চাকৰি কৰা বুলি জীৱিকা

উপাৰ্জনৰ পথ হয় তাক আমাৰ দেশত যিমান গৌৰৱপূৰ্ণ বুলি ভবা হয় অন্যান্য স্বাধীন দেশবোৰত সিমান গৌৰৱপূৰ্ণ বুলি ভবা নহয়'। যি শিক্ষাই মানুহক স্বাধীন বৃত্তিৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহৰ পথ দেখুৱাই দিয়ে সেই শিক্ষাইহে সকলোৰে কাম্য। পৰাধীন ভাৰতবৰ্ষত মানুহে স্বাধীনবৃত্তিৰ দ্বাৰা জীৱিকা অৰ্জ্জন কৰা যে গৌৰৱপূৰ্ণ কথা এই কথা পাহৰাৰ নিচিনা হৈছিল। গতিকে শিক্ষাপদ্ধতিৰ পৰিবৰ্ত্তনৰ যে নিতান্ত আৱশ্যক তাতে কোনো সন্দেহ নাই।

## কুটীৰ শিল্প

আমাৰ দেশৰ অতীত ঐশ্বৰ্য্য গৌৰৱময় সন্দেহ নাই; কিন্তু এই ঐতিহ্যৰ সৃষ্টি হৈছিল শ্ৰমবিভাগৰ ভিত্তিত (Division of Labour অত)। এই শ্ৰমবিভাগে ৰাষ্ট্ৰৰ ৰক্ষণাবেক্ষণ, পৰিপালন আৰু উত্তৰোত্তৰ সংস্কৃতিৰ পথত সহায় কৰিছিল; কিন্তু এই শ্ৰমবিভাগৰ দ্বাৰা জাতিভেদৰ এনে শোচনীয় অৱস্থাৰ উদ্ভৱ হৈছে যে দেশৰ অকল অতীত বুৰঞ্জীৰ ওপৰত নিৰ্ভৰ কৰি কোনোপ্ৰকাৰৰ শিক্ষানুষ্ঠান আৰু শিক্ষা পদ্ধতি গঢ়ি তোলা সম্ভৱ হৈ উঠা নাই। জাতিভেদে পদেপদে বাধা দিয়ে। জাতিভেদৰ ভিত্তিত দেশত কুটীৰ শিল্প ৰক্ষা কৰা কঠিন সমস্যা হৈ পৰিছে। জাতিভেদত উচ্চ নীচ ভাৱ চলা বাবে যাক নীচ বুলি ভবা হৈছে, তেনে লোকৰ প্ৰতি এটা ঘৃণা বা তুচ্ছ-তাচ্ছিল্যৰ ভাৱ দেখা গৈছে আৰু এই নীচ বা ঘৃণা ভাৱৰ উৎপত্তি হৈছে জীৱিকা অৰ্জ্জনৰ বাবে লোৱা বৃত্তিলৈ। আনদেশত কোনো বৃত্তিয়েই ঘৃণনীয় নহয়। এই ঘৃণাভাৱ কুমাৰ, কমাৰ, ধোবা, মুচী, তাঁতী, প্ৰত্যেকেতে তাৰতম্য হিচাবে বৰ্ত্তি থকা বাবে শিল্পৰ উন্নতি নহয়। হিন্দু ধৰ্ম্মৰ উদ্দেশ্য সেইটো নাছিল। সুখেস্বচ্ছন্দে থাকিবলৈ হ'লে মানুহৰ নানাপ্ৰকাৰ বস্তুৰ আৱশ্যক। নিজৰ ঘৰখনৰ প্ৰত্যেক পৰিয়ালৰ প্ৰয়োজনীয় সমস্ত বস্তু এজন মানুহে তৈয়াৰ কৰি লব নোৱাৰে। আন আন মানুহৰ সাহায্যৰ আৱশ্যক। গতিকে যিয়ে যিটো বস্তু তৈয়াৰ কৰিবলৈ শিকিলে তেওঁৰ পৰা সেই বিষয়ে সহায় হ'ল। সেইদৰে প্ৰত্যেকটো বৃত্তি বাপেকে পুতেকক শিকালে বা বাপেকক দেখি পুতেকে শিকিলে। এইদৰে প্ৰাচীন ভাৰতত কুটীৰ শিল্প গঢ়ি উঠিছিল। এই বিৰাট ভাৰতীয় জাতিৰ সকলোবোৰ কথা একত্ৰিত কৰি যি এটা কৃষ্টিৰ পৰিচয় পাওঁ সেয়ে ভাৰতীয় প্ৰাচীন সংস্কৃতি।

বৰ্ত্তমান সময়ত এই জাতিভেদৰ ভিত্তিত দেশৰ কুটীৰ শিল্প ৰক্ষা কৰা কঠিন সমস্যা হৈ পৰিছে। এই জাতিভেদৰ বিলোপ সাধন কৰি কুটীৰ শিল্পৰ উন্নতি নহলে অকল যান্ত্ৰিকতাৰ মাজেদি দেশগঠন কৰা সম্ভৱ নহয়; কাৰণ একেদিনে গোটেইখন দেশত যান্ত্ৰিকতা প্ৰচলন কৰা সম্ভৱ নহয়। সেইবাবে অন্যান্য স্বাধীন দেশৰ লগত যান্ত্ৰিকতাৰ সম্পৰ্ক ৰক্ষা কৰিবই লাগিব আৰু

দৈনন্দিন অভাৱ অনাটনৰ লগত যুজিবলৈ কুটীৰ শিল্পও গঢ়ি তুলিব লাগিব আৰু আনহাতে জাতিভেদৰ অবাঞ্ছনীয় দোষবোৰো গুচাব লাগিব। সেইবাবে গোটেইটো জাতিক জীৱনযাপনৰ এটা নতুন দৃষ্টিভঙ্গী দিবৰ বাবে, পুৰণি শিল্প কলা আদিৰ পুনৰুদ্ধাৰৰ বাবে আৰু সমগ্ৰ ভাৰতবৰ্ষতে প্ৰত্যেক অধিবাসীৰ মাজত সমান অনুভূতি আৰু সমান অধিকাৰৰ সম্পূৰ্ণ চেতনা জগাবলৈ জীৱনত পূৰ্ণ সাম্যবাদ (Socialistic Pattern of Society) সুমাই দিয়া শিক্ষাৰ উদ্দেশ্য হ'ব লাগিব। এই উদ্দেশ্য সাধনৰ অৰ্থে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা। গান্ধীজীৰ ই এটি মহৎ অবদান।

## বুনিয়াদী শিক্ষা স্বাভাৱিক

এই পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিবলৈ মনস্তত্ত্ববিদৰ দৃষ্টিভঙ্গীৰ আৱশ্যক। আমি সকলোৱে দেখিছোঁ যে ল'ৰাছোৱালীবিলাকে সদায় কিবা এটা কৰি থাকে। ল'ৰাছোৱালীবিলাকৰ এই কৰ্ম্মব্যস্ততাৰ আদি নাই, অন্ত নাই, শ্ৰম নাই, বিশ্ৰাম নাই, সময় নাই অসময় নাই। এই কৰ্ম্মব্যস্ততাৰ কোনো উদ্দেশ্য নাই, কিন্তু কৰ্ম্মব্যস্ততা স্বভাৱসিদ্ধ আৰু এই ব্যস্ততা সিহঁতৰ ভিতৰতে আবদ্ধ। সঙ্গীৰ লগত হ'লে বেছি ভাল পায়; নহলেও অকলেও সিহঁত ব্যস্ত থাকিবলৈ বেয়া নাপায়। কৰ্ম্মৰ সাফল্যৰ অংশ দাদা ভাই-ভনী, পিতামাতাক দিবলৈও সিহঁত আগ্ৰহান্বিত হয়। সিহঁতে ধুলিৰে ভাত ৰান্ধে, তৃণলতাৰে আঞ্জা ৰান্ধে দাদা ভাই-ভনী, পিতা-মাতা বা লগৰীয়াক খাবলৈ মাতে। দৰাকইনা সাজে, বিয়া পাতে আৰু নানাপ্ৰকাৰ উৎসৱৰ অনুষ্ঠান পাতে। বাস্তৱ জীৱনৰ যি কিছু কৰণীয় বা ভৱিষ্যত জীৱনৰ যি কৰ্ত্তব্য তাৰ এটি অভিনয় বা অনুকৰণৰ উদ্যোগ বা অনুকৰণপ্ৰিয়তা বুনিয়াদি শিক্ষাৰ মূল ভেটি।

১৯৪১ চনত জামিয়া নগৰত (দিল্লীত) বহা দ্বিতীয় সৰ্ব্বভাৰতীয় বুনিয়াদী শিক্ষা সন্মিলন উদ্বোধন কৰোঁতে ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে কৈছিল যে ১৯৩৭ চনত হৰিজন পত্ৰিকাত মহাত্মা গান্ধীয়ে কেইটিমান ধাৰাবাহিক প্ৰবন্ধ লিখি এই পৰিকল্পনাৰ আৰম্ভণি আৰু প্ৰাধান্যৰ সৃষ্টি কৰে। বৰ্ত্তমান পদ্ধতিত যি মন্থৰ গতিত শিক্ষাৰ প্ৰসাৰ চলিব লাগিছে আৰু দেশৰ লোকৰ নিৰক্ষতাৰ যি শোচনীয় অৱস্থা হৈছে সেইফালে দৃষ্টি কৰিলে কোন কালত যে দেশৰ সমস্তলোকে অকল প্ৰাথমিক শিক্ষাকেই লাভ কৰিব পাৰিব তাৰ কোনো ইয়ত্তা গোৱা নাযায়। আনফালে চৰকাৰৰ যি অৰ্থসম্বল তাৰদ্বাৰা এই প্ৰাথমিক শিক্ষা সাৰ্ব্বজনীন কৰি তোলা একেবাৰে অসম্ভৱ। বৰ্ত্তমান পদ্ধতিত শিক্ষাবিস্তাৰৰ কল্পনা কৰাৰ অৰ্থ— শক্তিৰ অযথা অপচয় আৰু নিৰৰ্থক কালহৰণ কৰা মাথোন। এই সমস্যা সমাধানৰ অৰ্থে পাশ্চাত্য জগতৰ শিক্ষাবিদ্‌সকলৰ ৰচনাবোৰ পঢ়ি মহাত্মা গান্ধী কোনো স্থিৰ সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। দেশৰ লোকৰ নিৰক্ষতা,

চৰকাৰৰ অৰ্থসংকট আৰু বৰ্তমান শিক্ষাপদ্ধতিৰ প্ৰতি দৃষ্টি কৰি তেখেতে সিদ্ধান্ত কৰিলে যে আমাৰ স্কুলবোৰ যদি স্বাবলম্বী (Self Supporting) হ'ব পাৰে তেতিয়া এই সমস্যাৰ সমাধান হ'ব পাৰে।

১৯২১ চনতে সূতাকটা এটা শিক্ষণীয় বিষয় হিচাপে নিৰ্দ্ধাৰিত কৰিবৰ কাৰণে এটি চেষ্টা চলাইছিল আৰু অসহযোগ আন্দোলনৰ সময়ত পতা জাতীয় স্কুলবোৰত (National Schools) সূতাকটা এটা প্ৰধান বিষয় হিচাপে স্থান দিছিল। তেখেতৰ তেতিয়াৰ ৰচনাবোৰ পঢ়ি চালে বুজা যায় যে ল'ৰাছোৱালী বিলাকৰ সূতা-কটাৰ মাজেদি স্বাবলম্বী শিক্ষা অনুষ্ঠান গঢ়ি তোলা তেখেতৰ এটা উদ্দেশ্য আছিল। ১৯২১ চনত পতা কেইটামান জাতীয় স্কুলত সূতাকটা বিষয়টো পৰীক্ষামূলক হিচাবে দিয়া হৈছিল; কিন্তু তেতিয়া সূতাকটা বিষয়ত সুদক্ষ লোকৰ অভাব হোৱাত সূতাকটা শিক্ষাদিয়া সাৰ্ব্বজনীন কৰি তুলিব পৰা নহ'ল আৰু জাতীয় স্কুলবোৰো ক্ৰমেক্ৰমে সাধাৰণ স্কুলত পৰিণত হ'ল। জাতীয় স্কুলবোৰৰ লগত সাধাৰণ স্কুলবোৰৰ এইখিনি মাত্ৰ প্ৰভেদ থাকিলে যে জাতীয় স্কুলবোৰে চৰকাৰী সাহায্য নোপোৱাত এই স্কুলবোৰৰ শিক্ষাৰ্থীসকলৰ মাজত এটি স্বাধীন মনোভাব গঢ়ি উঠিছিল।

১৯৩৭ চনত সূতাকটা ক্ৰমোন্নতিৰ পথত আগবাঢ়ি আহিল। দেশত বহুত বুদ্ধিমানলোকে সূতাকটা প্ৰণালী আৰু যন্ত্ৰ আবিষ্কাৰ কৰাত মন মেলিলে আৰু ইতিমধ্যে অভিজ্ঞতাৰ পৰা বহুপ্ৰকাৰৰ জ্ঞান আহৰণ হোৱাৰ সম্ভাবনা দেখা গ'ল। ১৯৩৭ চনত মহাত্মা গান্ধীয়ে ঘোষণা কৰি দিলে যে ল'ৰাছোৱালীৰ শিক্ষাৰ বাহন হ'ব লাগিব সূতাকটাৰ নিচিনা কোনো এটি শিল্প। এই ঘোষণাৰ দ্বাৰা দেশত এটি আলোড়নৰ সৃষ্টি হ'ল আৰু নানাপ্ৰকাৰ সমালোচনা কাগজেপত্ৰে বাহিৰ হ'ল। অবশেষত ৱাৰ্দ্ধাত শিক্ষাবিদসকলৰ এখন সভা আহ্বান কৰা হ'ল। এই সভাত বিশেষকৈ সেইসকল লোকক আহ্বান কৰা হৈছিল যিসকল লোক জাতীয় শিক্ষাৰ পক্ষপাতী আছিল। কেইবাখনিও প্ৰদেশৰ শিক্ষামন্ত্ৰী সকলেও এই সভাত যোগ দিছিল। এই সভাই ডাঃ জাকিৰ হুছেইনৰ সভাপতিত্বত এটা কমিটি গঠন কৰি দিয়ে। এই কমিটিয়ে এখন স্কিম তৈয়াৰ কৰে। সেই স্কিমৰ নাম হয় ৱাৰ্দ্ধা স্কিম আৰু শিক্ষাৰ পুনৰ্গঠন সম্পৰ্কে যি প্ৰতিবেদন দাখিল কৰা হয় সেই প্ৰতিবেদন "জাকিৰ হুছেইন প্ৰতিবেদন"(Jakir Hussain Report) নামে অভিহিত হয়।

## শিক্ষাৰ আদৰ্শ

গান্ধীজীয়ে ৩১। ৭। ৩৭ তাৰিখৰ হৰিজন পত্ৰিকাত লিখিছিল যে আমি শিক্ষাত ইমান পাছপৰা যে যদি শিক্ষা অৰ্থৰ ওপৰত নিৰ্ভৰ কৰে তেন্তে আমি শিক্ষাসম্পৰ্কে দেশৰ প্ৰতি আমাৰ যি কৰ্তব্য আছে সেই কৰ্তব্য এই জীৱনত

কেতিয়াও সম্পূর্ণ কৰিবলৈ আশা কৰিব নোৱাৰো। সেই কাৰণে মই সাহ কৰি কব খোজোঁ যে শিক্ষা স্বাবলম্বী হব লাগিব। এই কথাৰ পৰা যদি মোৰ কৰ্ম্মকুশলতা থকা বুলি যি যশ আছে সেই যশৰ হানি হয় তাতলৈকো মোৰ ভয় নাই। শিক্ষাৰ দ্বাৰা মই বুজোঁ শিশুৰ বা মানৱৰ শৰীৰ, মন আৰু আত্মাৰ পূৰ্ণবিকাশ। সাক্ষৰতাই শিক্ষাৰ লক্ষ্য বা আৰম্ভণি নহয়। নৰনাৰীক বিবোৰ উপায়ৰ দ্বাৰা শিক্ষিত কৰি তুলিব পাৰি সাক্ষৰতা তাৰ এটা উপায় মাথোন। সাক্ষৰতাই শিক্ষা নহয়। সেইবাবে মোৰ আন্তৰিক ইচ্ছা এই যে মই শিশুৰ শিক্ষা আৰম্ভ কৰিম এটা প্ৰয়োজনীয় হাতৰ কাম (শিল্প) শিক্ষা দি আৰু যি মুহূৰ্ত্তৰ পৰাই শিশুৱে শিক্ষিত হবলৈ আৰম্ভ কৰিব সেইমুহূৰ্ত্তৰ পৰাই তাক উৎপাদনক্ষম কৰি তুলিবলৈ যত্ন কৰিব। এইদৰে প্ৰত্যেক স্কুলকে স্বাবলম্বী কৰি তুলিব পৰা যাব—যদিহে স্কুলৰ উৎপন্ন বস্তুবোৰ চৰকাৰে ক্ৰয় কৰি লয়।

মন আৰু আত্মাৰ পূৰ্ণবিকাশ এই পদ্ধতিৰ শিক্ষাৰ দ্বাৰা হব পাৰে বুলি মোৰ বিশ্বাস। এইটো লক্ষ্য ৰাখিব লাগিব যে প্ৰত্যেক শিল্প (হাতৰ কাম) আজিকালি যিদৰে শিক্ষা দিয়া হয় সেইদৰে গতানুগতিক ভাৱে শিক্ষা নিদি বৈজ্ঞানিক পদ্ধতিত যাতে শিক্ষা দিয়া হয় অৰ্থাৎ শিশুৱে প্ৰত্যেকটো কৰ্ম্মপ্ৰণালীৰ যাতে মূল উদ্দেশ্য, কাৰণ আৰু সূত্ৰ বুজি পায়। এই কথাত মোৰ আস্থা নথকাকৈ মই লিখা নাই। এই আস্থা মোৰ অভিজ্ঞতাৰ ভিত্তিত প্ৰতিষ্ঠিত। যি যি ক্ষেত্ৰত কৰ্ম্মীসকলক সূতাকটা শিক্ষা দিয়া হৈছিল, সেই সেই ক্ষেত্ৰত এই পদ্ধতি সম্পূৰ্ণৰূপে গ্ৰহণ কৰা হৈছিল। মই নিজে চটীজুতা তৈয়াৰ কৰা আৰু সূতাকটা শিক্ষা দি এই সম্পৰ্কে ভাল ফল পাইছোঁ। এই পদ্ধতিত বুৰঞ্জীৰ বা ভূগোলৰ জ্ঞান বাদ নপৰে; বৰঞ্চ মোৰ অভিজ্ঞতা এই যে বুৰঞ্জী বা ভূগোলৰ জ্ঞান মৌখিকভাৱে দিয়া সাধাৰণ উপদেশৰ দ্বাৰা বেছি ভালকৈ দিব পাৰি। লিখি বা পঢ়ি যিমানখিনি শিকিব পাৰিব এই পদ্ধতিত তাতকৈ দহগুণ বেছি ভালকৈ শিকিব পাৰিব। শিশুৱে যেতিয়া ধান আৰু তুঁহৰ প্ৰভেদ বুজিব পাৰিছে আৰু শিশুৰ যেতিয়া ৰুচিজ্ঞান কিয়ৎ পৰিমাণে বৰ্দ্ধিত হৈছে তেতিয়াহে আখৰলিখা কাম দিব লাগে। এইটো এটা আমূল পৰিবৰ্ত্তনৰ প্ৰস্তাৱ কিন্তু ই অপৰিমিত পৰিশ্ৰমৰ লাঘৱ কৰিব। সেইখিনি শিকিবলৈ হয়তো তাৰ বহুত বেছিসময় লাগিলহেঁতেন। এইটো এটা সৰ্ব্বতোমুখী মিতব্যয়িতা (All round economy। হাতৰকাম শিক্ষাৰ লগেলগে শিশুৰ অঙ্কশাস্ত্ৰৰ জ্ঞান জন্মিব।

মই প্ৰাথমিক শিক্ষাৰ প্ৰতি আটাইতকৈ বেছি গুৰুত্ব দিওঁ আৰু প্ৰাইমেৰী শিক্ষা মোৰ মতে বৰ্ত্তমান প্ৰবেশিকা শিক্ষাৰ (Matriculation) সমান হব লাগে; কিন্তু ইংৰাজী ভাষাৰ পৰিবৰ্ত্তে এবিধ শিল্প বিদ্যাৰ স্থান থাকিব লাগে।

# বুনিয়াদী শিক্ষাৰ উদ্দেশ্য

স্বাধীন ভাৰতত নতুন সমাজ ব্যৱস্থাত পৰম্পৰৰ সামাজিক অধিকাৰ, দায়িত্ব আৰু কৰ্তব্যৰ ভিত্তিত সৰু-সৰু ল'ৰা ছোৱালীবিলাকে উপযুক্ত নাগৰিক হৈ বৰ্দ্ধিত হ'ব—এইটোৱে প্ৰধান লক্ষ্য।

শিশুৰ জন্মগত কুপ্ৰবৃত্তিবোৰ যাতে সংযত হয় আৰু সুপ্ৰবৃত্তিবোৰ যাতে পূৰ্ণবিকশিত হয়, জীৱনৰ প্ৰত্যেক স্তৰতে শিশুৱে যাতে পবিত্ৰময়, স্বাস্থ্যপূৰ্ণ আৰু সংস্কৃতিসম্পন্ন জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবৰ অৰ্থে এটি আত্মনিৰ্ভৰতাৰ শক্তি আহৰণ কৰিব পাৰে আৰু যাতে নিজৰ জীৱনত এটা নৈতিক আৰু সামাজিক সমল ৰক্ষা কৰি চলিব পাৰে—এই শিক্ষাৰ দ্বিতীয় উদ্দেশ্য বা লক্ষ্য।

এই উদ্দেশ্য বা লক্ষ্যৰ মূলকথা এই যে প্ৰত্যেক শিশুৰ ব্যক্তিত্বৰ পূৰ্ণবিকাশ হ'লে আদৰ্শ সমাজ গঠিত হ'ব। ব্যক্তি বিশেষৰ উন্নতিয়েই সামাজিক উন্নতি; সেইবাবে প্ৰকৃত সংস্কৃতিৰ যিটো লক্ষ্য, সমগ্ৰ জগতে সভ্যতাৰ যি আদৰ্শ নিৰ্ণয় কৰিছে সেই আদৰ্শ আগত ৰাখি প্ৰত্যেক শিশুৰ মানসিক গুণবোৰৰ উন্মেষ যাতে হয় আৰু প্ৰত্যেক শিশুৰ যাতে সৎ চৰিত্ৰ গঠন হয় তাৰ ব্যৱস্থা কৰাই বুনিয়াদী শিক্ষাপদ্ধতিৰ কৰ্তব্য।

বুনিয়াদী শিক্ষা মনোবিজ্ঞানসম্মত আৰু সামাজিক প্ৰসয়াজনীয়তাৰ ভিত্তিত প্ৰতিষ্ঠিত। বুনিয়াদী শিক্ষাৰ পৰিকল্পনা নতুন কথা নহয়। বুনিয়াদী শিক্ষা শিশুকেন্দ্ৰিক। শিশুৰ শিক্ষা শিশুকেন্দ্ৰিক কৰাৰ কল্পনাত জগৎব্যাপী এটি আন্দোলনৰ সৃষ্টি হৈছে। বহুবছৰ আগেয়ে পেষ্টালথছিয়ে (Pestalozzi) শিশুৰ ব্যক্তিত্ব বিকাশৰ অৰ্থে শিক্ষাপদ্ধতি উদ্ভাৱনৰ যি প্ৰচেষ্টা চলাইছিল এই পৰিকল্পাপনাও তাৰেই অংশবিশেষ। ঊনৈশ শতিকাত সৰ্ব্বপ্ৰথমে ৰুছো (Rousseu), তাৰ পাছত পেষ্টালথছি আৰু পৰৱৰ্ত্তী শিক্ষাবিদ্ মনীষি সকলৰ ভিতৰত প্ৰকৃতপক্ষে ফ্ৰোবেল (Frobel), আৰু হাৰ্ব্বাৰ্টকে (Herbert) আদি কৰি সমস্ত মনস্তত্ত্ববিদ্ পণ্ডিতসকলে স্থিৰ কৰিছিল যে শিক্ষা-পদ্ধতিৰ মূলনীতি হ'ব লাগিব—শিশুৱে যি পৰিবেশ বা বাতাৱৰণৰ ভিতৰত নিজৰ স্বত্ব আৰু অধিকাৰ লৈ জন্মগ্ৰহণ কৰে শিশুক সেই স্বত্ব আৰু অধিকাৰ ভোগ কৰিবৰ সম্পূৰ্ণ অধিকাৰ দিব লাগিব। এই মূলনীতি অনুসৰি শিক্ষাপদ্ধতি গঢ়ি তুলিব লাগিব। ভৱিষ্যৎ জীৱনৰ আশা আকাঙ্ক্ষাৰ ফালে দৃষ্টি দি বৰ্ত্তমনক অৱহেলা কৰিব নোৱাৰি। ব্যক্তিগত হিচাবে যেনে কথা সমাজগত হিচাবেও তেনে কথা। আমেৰিকাৰ দাৰ্শনিক আৰু শিক্ষাবিদ্ জন্ ডিউৱিয়েও (John Dewey) এই শিশুকেন্দ্ৰিক নীতি অৱলম্বন কৰি "নতুন শিক্ষাৰ" (New Education) আঁচনি লয় যে সমাজত যেনেকৈ প্ৰত্যেক পূৰ্ণবয়স্ক লোকৰ ব্যক্তিত্বৰ প্ৰতি সন্মান দেখুৱাব লাগিব সেইদৰে স্কুলতো প্ৰত্যেক শিশুৰ ব্যক্তিত্বৰ প্ৰতি সন্মান দেখুৱাব

লাগিব। এই দৃষ্টিভঙ্গীৰ আলমত শিশুৰ স্বভাৱ আৰু প্ৰকৃতিগত অভাৱ (needs) অধ্যয়ন কৰি বহুতো মনস্তত্ত্ববিদ্ আৰু শিক্ষাবিদে স্থিৰ কৰিছে যে প্ৰাপ্তবয়স্ক লোকৰ প্ৰকৃতি আৰু অভাৱ আৰু শিশুৰ প্ৰকৃতি আৰু অভাৱ বিভিন্ন। প্ৰত্যেকটি শিশু একোটি বিশিষ্ট জীৱ। সকলো শিশু সমান প্ৰকৃতিৰ নহয়। সিহঁতৰ ভিতৰত ব্যক্তিগত প্ৰভেদ যথেষ্ট আছে; যদিও সকলো শিশুৰ প্ৰকৃতিগত বা স্বভাৱগত মিলো আছে। পুনঃ শিশু কেৱল জন্মগত সংস্কাৰৰ ফল নহয়। সমাজৰ পাৰিপাৰ্শ্বিক অৱস্থায়ো শিশুৰ চৰিত্ৰ আৰু প্ৰকৃতি গঠন কৰে। আনকি কোনো কোনো মনস্তত্ত্ববিদ্ পণ্ডিতৰ মতে সমাজৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰতে শিশুৰ ভৱিষ্যৎ জীৱনৰ বহুতখিনি কথা নিৰ্ভৰ কৰে; কাৰণ বাল্য কালতে শিশুৰ জীৱনৰ গতি স্থিৰ হৈ যায়।

## বুনিয়াদী শিক্ষাৰ ভিত্তি

বুনিয়াদী শিক্ষাই উল্লেখিত তথ্যৰ ওপৰত ভিত্তিস্থাপন কৰিছে। শিক্ষাৰ অৰ্থ কেৱল উপদেশ লাভকৰা বা পুস্তক অধ্যয়ন কৰাই নহয়। ই শাৰীৰিক, মানসিক, সামাজিক আৰু আধ্যাত্মিক বৃত্তিসমূহৰ উন্নয়ন আৰু পৰিবৰ্দ্ধনৰ সহায়ক হব লাগে যাতে প্ৰত্যেক শিশুৱে—

(১) স্বাস্থ্যপূৰ্ণ শৰীৰ আৰু স্বাভাৱিক মনোবৃত্তি গঠন কৰি লব পাৰে,

(২) নিজৰ সমাজৰ আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ বিষয় সম্যক জ্ঞান লাভ কৰিব পাৰে,

(৩) সকলো বিষয় পৰ্য্যবেক্ষণ কৰিব পাৰে আৰু সুস্থ আৰু শৃঙ্খলাবদ্ধ ভাৱে চিন্তা কৰিব পাৰে,

(৪) ঘৰুৱা, সামাজিক, পড়াশলীয়া, ব্যৱসায়ী আৰু আমোদীয়া জীৱনযাপনৰ বাবে অভ্যাস আৰু নিপুণ কৌশল উপাৰ্জ্জন কৰি লব পাৰে,

(৫) সুস্থ সামাজিক জীৱনৰ বাবে গণতন্ত্ৰৰ আদৰ্শ উপলব্ধি কৰিব পাৰে,

আৰু (৬) যি ৰুচি আৰু অভ্যাসে নিজৰ উন্নতি, সুখ আৰু মানসিক শান্তি বিধান কৰে, তেনে ৰুচি আৰু অভ্যাস অৰ্জ্জন কৰিব পাৰে।

বুনিয়াদী শিক্ষাৰ মূলনীতিবোৰ তলত দিয়া অনুসাৰে বিধিবদ্ধ কৰিব পাৰি :—

(১) শিক্ষাৰ মূল কেন্দ্ৰ — শিশু।

(২) সমষ্টিগত অভিজ্ঞতাই — জ্ঞান।

(৩) শিশুৱে কৰ্ম্মৰ অভিজ্ঞতাৰ দ্বাৰা জ্ঞান উপাৰ্জ্জন কৰে।

(৪) নিৰ্ব্বাচিত উদ্যোগ বা শিল্পশিক্ষা উদ্দেশ্যমূলক আৰু উৎপাদনমূলক হব লাগিব।

(৫) কোনো এটি উদ্যোগৰ জৰিয়তে শিক্ষা দিব লাগিব।

(৬) শিক্ষক আৰু শিশুৰ কৰ্ম্মৰ অভ্যাসৰ বাবে যথেষ্ট স্বাধীনতা থাকিব লাগিব।

(৭) শাৰীৰিক পৰিশ্ৰমৰ বাবে শিশুৰ সম্ভ্ৰমজ্ঞান জন্মিব লাগিব।

(৮) সামাজিক উন্নতিৰ বাবে শিক্ষক আৰু শিশুৱে কৰ্ম্মৰ অভ্যাস কৰিব — এই বিশ্বাস জন্মিব লাগিব।

(৯) মহাত্মা গান্ধীৰ প্ৰচাৰিত অহিংসা আৰু সত্যৰ আদৰ্শ সন্মুখত ৰাখি বিশ্বশান্তিৰ বাবে কৰ্ম্ম কৰি যাব লাগিছে বুলি শিক্ষক আৰু শিশুৱে উপলব্ধি কৰিব লাগিব।

## বৰ্ত্তমান শিক্ষাপদ্ধতিৰ দোষবোৰ

বুনিয়াদী শিক্ষাৰ উদ্দেশ্যবোৰ সফল কৰিবলৈ হলে বৰ্ত্তমান পদ্ধতিত চলি থকা শিক্ষানুষ্ঠানবোৰৰ নীতি পৰিবৰ্ত্তন কৰিব লাগিব। বৰ্ত্তমান শিক্ষাপদ্ধতিৰ মূলদোষ কেইটি তলত দিয়া হ'ল ঃ—

(১) বৰ্ত্তমান শিক্ষাপদ্ধতি গ্ৰন্থকেন্দ্ৰিক আৰু সম্পূৰ্ণ আক্ষৰিক।

(২) ই জীৱনৰ বাস্তৱতাৰ লগত সমন্বয় নৰখাকৈ বিষয় বস্তুৰ শিক্ষা দিয়ে।

(৩) বিভিন্ন বিষয়ত ভাগ কৰি অসংলগ্ন ভাবে কৃত্ৰিম উপায়ৰ দ্বাৰা জ্ঞানদানৰ চিন্তা কৰে।

(৪) ই কৰ্ম্মকুশলতা আওহেলা কৰি সামাজিক নিপুণতা অৰ্জ্জনত বাধা দিয়ে।

(৫) ই পৰস্পৰৰ ভিতৰত প্ৰতিযোগিতা আৰু প্ৰতিদ্বন্দ্বিতাৰ প্ৰবৃত্তি জগাই তোলে। পাৰস্পৰিক সহযোগিতা আৰু ভ্ৰাতৃত্ব স্থাপন নকৰে।

(৬) ই ভাৰতীয় কৃষ্টিৰ বিৰোধী।

(৭) ই ইংৰাজী ভাষা শিকাত অনাৱশ্যক আগ্ৰহ বঢ়ায় আৰু মাতৃভাষা শিক্ষা আৰু চৰ্চ্চা কৰাত বাধা জন্মায়।

(৮) ই বৰ খৰচসাধ্য।

(৯) ই শিক্ষিত আৰু অশিক্ষিত লোকসকলৰ মাজত বিৰাট পাৰ্থক্য সৃষ্টি কৰে।

(১০) ই সৰ্ব্বসাধাৰণৰ শিক্ষাৰ প্ৰতি অবহেলা দেখুৱাইছে।

(১১) ই শিক্ষাৰ অপচয় সাধন কৰে। ক মানত ভৰ্ত্তিহোৱা কম সংখ্যক শিশুৱেহে তৃতীয়মান পায় গৈ। যিখিনি শিক্ষা কৰে সেইখিনিও জীৱনৰ কোনো কামত নালাগে।

---

# উদ্যোগ

## বুনিয়াদী শিক্ষাৰ মাধ্যম

বুনিয়াদী শিক্ষাৰ মাধ্যম হৈছে— যি কোনো এটা উদ্যোগ বা শিল্প কাম। গান্ধীজীৰ উদ্দেশ্য আছিল শিক্ষাৰ মাধ্যমৰ আমূল পৰিবৰ্ত্তন কৰা। বৰ্ত্তমান শিক্ষাপদ্ধতি অৰ্থ আৰু ভাবাৰ ওপৰত নিৰ্ভৰ কৰে। গান্ধীজীয়ে এই পদ্ধতিৰ আমূল পৰিবৰ্ত্তন বিছাৰিছিল, কাৰণ ই কৃত্ৰিম উপায়। স্বাভাৱিক পৰিবৰ্ত্তনৰ লগত শিশুৰ জ্ঞান জন্মিব লাগিব—এয়ে শিক্ষাৰ মূলনীতি হ'ব লাগিব।

শিশুৱে আঠুকাঢ়িবলৈ শিকাৰ পাছত লাহেলাহে থিয় হ'বলৈ শিকে। শিশুৱে ক্ৰমেক্ৰমে পশু-পক্ষী আদি সকলো প্ৰকাৰৰ জীৱজন্তুৰ পৰা নিজক ভিন্নভাৱে চাবলৈ শিকে। শিশুৱে মাকক ভাত ৰন্ধা দেখি নিজেও ভাত ৰান্ধিবলৈ ইচ্ছা কৰে। বাপেকক কোৰ মাৰা দেখি, হালবোৱা দেখি, নাইবা মিস্ত্ৰী কাম কৰা দেখি নিজেও তাক অনুকৰণ কৰিবলৈ যত্ন কৰে, বাপেকক পুথি বা খবৰৰ কাগজ পঢ়া দেখিলে তাকো অনুকৰণ কৰে।

এই কথাৰ পৰা আমি এই কথাটো বুজি পাওঁ যে প্ৰত্যেক শিশুৱে (১) পৰ্য্যবেক্ষণ আৰু (২) অনুকৰণ—এই দুইটি মনোবৃত্তি অতি সোনকালে গঢ়ি লয়।

এই পৰ্য্যবেক্ষণৰ আৰু অনুকৰণৰ সহায়ত মানৱ শিশুৱে প্ৰকৃতিৰ পৰা অভিজ্ঞতা অৰ্জ্জন কৰে আৰু নিজৰ দৈনন্দিন জীৱনত তাক প্ৰতিফলিত কৰি তোলে। পৰ্য্যবেক্ষণৰ দ্বাৰা শিশুৱে বুজি পায় যে এফালে সূৰ্য্যৰ উদয় হয়, আনফালে সূৰ্য্য মাৰ যায়, শিলগুটিটো পানীত তল যায় আৰু কাগফুলা পানীত ভাহি উঠে। এই পৰ্যবেক্ষণৰ দ্বাৰা নিজৰ স্বাভাৱিক বুদ্ধি, কল্পনা আৰু যুক্তিৰ বলত শিশুৱে প্ৰকৃতিৰ নিয়মৰ অভিজ্ঞতা লাভ কৰে।

সেইদৰে অনুকৰণ কাৰ্য্যতো শিশুৱে নিজৰ স্বাভাৱিক বুদ্ধি, কল্পনা আৰু যুক্তি খটুৱায়। অনুকৰণ কাৰ্য্যৰ লগত সামাজিক পাৰিপাৰ্শ্বিকতাৰ যি সম্বন্ধ তাকো ক্ৰমেক্ৰমে শিশুৱে বুজি পায়। এই পৰ্য্যবেক্ষণ আৰু অনুকৰণ কাৰ্য্য কেৱল যে মানৱ শিশুৱেহে কৰে এনে নহয়। পশু আৰু পক্ষী জগততো একে কথা। মানৱ শিশুক শিক্ষাৰ দ্বাৰা পশুপক্ষীতকৈ উন্নত আৰু সভ্য কৰি তুলিব লাগিব। শিক্ষাৰ উদ্দেশ্য বা কৰ্ত্তব্য এই খিনিতে।

বৰ্ত্তমান শিক্ষাই এই উদ্দেশ্য পূৰণ নকৰে। তাতৌপৰ্বীৰ নিচিনা শব্দাৱলী মুখস্থ কৰাই শিক্ষা নহয়। শিক্ষাৰ কৰ্ত্তব্য—ব্যক্তিত্বৰ ক্ৰমবিকাশ সাধন কৰা আৰু পূৰ্ণতা প্ৰাপ্তিত সহায় কৰা।

শিক্ষাৰ দ্বাৰা চকু, হাত আৰু মস্তিষ্কৰ প্ৰশিক্ষণ সম্পূৰ্ণ হ'ব লাগিব। দৃষ্টি আৰু পৰ্য্যবেক্ষণৰ দ্বাৰা মস্তিষ্কৰ পৰিচালনা কৰি কৰ্ম্মক্ষেত্ৰত নিপুণতা অৰ্জ্জন কৰিব লাগিব।

প্ৰস্তৰ যুগত মানৱ শিশুৱে চিকাৰ কৰা, সাতোৰা বা সূতাৰৰ কাম কৰা কোনো শিক্ষকৰ তলত শিক্ষা লাভ কৰা নাছিল। আজিও পাহাৰ পৰ্ব্বত হাবিবননিত বাসকৰা লোকসকলে নিজেনিজে এইবোৰ কাম শিক্ষা কৰি লয়। কাম কৰি অভ্যাসৰ বলত মানুহে শিক্ষা লাভ কৰে ই এটি স্বাভাবিক প্ৰেৰণা। এই প্ৰেৰণাৰ আশ্ৰয় লৈ যি কোনো এটি শিল্পকামৰ সহায়ত মানৱ-শিশুক শিক্ষিত কৰিব লাগিব। প্ৰত্যেক উদ্যোগ বা শিল্পকামৰ একোটি সুকীয়া ক্ৰমবিকাশ আছে, আৰু একোটি সুকীয়া কৰ্ম্মপদ্ধতি আছে। স্তৰেস্তৰে ভাগেভাগে শিল্পকাম বা উদ্যোগৰ কাম শিশুৱে কৰি যাব—লগেলগে নতুন নতুন কথা শিকাব আৰু কৰ্ম্মৰ কৌশল শিকাই যাব। এই কৌতূহল বা শিশুৰ মনত উদয় হোৱা নতুন নতুন প্ৰশ্নৰ উত্তৰ দিয়াৰ লগত শিক্ষকে শিশুক সকলো প্ৰকাৰ শিক্ষা দিব। সাহিত্য, ভূগোল, বুৰঞ্জী, অঙ্ক এই বিষয়বোৰ বেলেগে বেলেগে ভাগ কৰি শিকোৱা আমাৰ বৰ্ত্তমান পদ্ধতি; কিন্তু বুনিয়াদী শিক্ষাপদ্ধতি মতে অভিজ্ঞতাৰ ক্ষেত্ৰ আৰু সময় অনুসাৰে এই বিষয়বোৰ শিক্ষা দিব লাগিব। শিক্ষকৰ মনত বিষয়বোৰৰ ভাগ মজ্জাগত হৈ আছে; কিন্তু পোনতে ছাত্ৰৰ মনত এই বিষয় ভাগ বহুৱাই দিব নালাগে।

সূতাকটা হাতৰ কামৰ ভিতৰত আগৰ পৰাই স্থান পাই আহিছে। সেইদৰে বাগিচাৰ কাম হাতৰ কামৰ ভিতৰত নাইবা সুকীয়াকৈ আমাৰ স্কুলবোৰৰ দৈনন্দিন কাৰ্য্যতালিকাত স্থান পাই আহিছে। বিষয় ভাগ কৰি শিক্ষা দিয়া বাবে এই বিষয়বোৰৰ প্ৰতি সাধাৰণতে অৱহেলা দেখুৱাই অহা হৈছে নাইবা বুৰঞ্জী, ভূগোল, সাহিত্য বা অঙ্কৰ প্ৰতি যিমান গুৰুত্ব দি অহা হৈছে—সূতাকটা বা বাগিচাৰ কামৰ প্ৰতি সিমান গুৰুত্ব দি অহা নাই।

বুনিয়াদী শিক্ষাপদ্ধতিৰ মাধ্যম—সূতাকটা বা বাগিচাৰ কাম বা যি কোনো এটি শিল্প বা উদ্যোগ। সূতাকটা যদি প্ৰধান কথা হয় সূতা কাটিবলৈ কপাহৰ খেতি কৰি উৎপন্ন কৰিব লাগিব।

বজাৰৰ পৰা কিনি আনিলে সহজতে প্ৰশ্ন উদয় হয় এই কপাহ—ক'ৰ পৰা বজাৰলৈ আহিছে। যি ঠাইত উৎপন্ন হয়—সেই ঠাইৰ বিষয়ে শিক্ষকে শিশুক জ্ঞান দিব লাগিব। সাধাৰণতে গাৰো পাহাৰত কপাহ জন্মে। এই গাৰো পাহাৰ আমাৰ অসমৰে এখন জিলা। এই গাৰো পাহাৰ সম্পৰ্কে শিক্ষকে শিশুক যিমান দূৰ সম্ভৱ জ্ঞান দিব। এই জ্ঞান দিওঁতে ভূগোল শিক্ষা দিয়া হ'ল—কিন্তু শিক্ষকে ভূগোল বিষয়েহে শিক্ষা দিছে এনে ভাব আনিব নালাগে নাইবা শিশুৱে ভূগোল শিক্ষা লাভ কৰিছে এনেকথা বুজিব নালাগে।

সেইদৰে সুতাকটাৰ পৰা নানা বিষয়ৰ অৱতাৰণা হব। ভাৰতৰ স্বাধীনতা যুদ্ধ, ভাৰতৰ বুৰঞ্জী, অসমৰ বুৰঞ্জী, জাতীয় পতাকা, ভাৰতৰ স্বাধীনতা যুদ্ধৰ যুজাৰুসকল এইদৰে নানাকথাৰ অৱতাৰণা স্বাভাবিকতে হব। শিক্ষকে সুকৌশলেৰে পাঠদানৰ টোকা বৰ্গৰ মান অনুসাৰে প্ৰস্তুত কৰিব আৰু পৰিমিত হিচাবে জ্ঞান দিব। বৰ্ত্তমান পাঠ্যপুথিৰ সহায়ত শিক্ষাদিবলৈ যাওঁতে শিক্ষক বৰ সাৱধান হব লাগিব।

## পুৰণি পদ্ধতিৰ ঠাইত নতুন পদ্ধতি

পুৰণি পদ্ধতিৰ গড় ভাঙি নতুন পদ্ধতি প্ৰচলন কৰিব লাগিব। অনুৰূপ পাঠ্যতালিকা আৰু পাঠ্যপুস্তক এতিয়াও হৈ উঠা নাই। সেইবাবে শিক্ষকসকলৰ দায়িত্ব আৰু কৰ্ম্ম-কুশলতাৰ ওপৰত বৰ্ত্তমান বুনিয়াদী শিক্ষাপদ্ধতি নিৰ্ভৰ কৰিছে।

প্ৰত্যেক উদ্যোগৰ বা শিল্পকামৰ ক্ৰমবিকাশ আছে বুলি আগেয়ে কোৱা হৈছে। এই ক্ৰমবিকাশৰ লগত স্তৰভেদ কৰি শিক্ষকে সেই অনুসাৰে জানিবলগীয়া কথাৰ পাঠদান টোকা প্ৰস্তুত কৰিলৈ ক্ৰমেক্ৰমে তাৰ অৱতাৰণা কৰিব।

যদি বাগিচাতে কপাহৰ খেতি কৰা হয় তেন্তে মাটি তৈয়াৰ কৰা, সাৰ দিয়া, গুটি পচোৱা, কোন সময়ত গুটি ৰোপন কৰিব লাগে, কেনেকৈ যত্ন কৰিব লাগে, কোন সময়ত গছে ফুল দিয়ে কেতিয়া কপাহ হয়, এইবোৰ খেতি কোন্ জিলাত কোন্ বিলাক মানুহে সৰহকৈ কৰে, সেই দেশৰ জলবায়ু কেনেকুৱা, মানুহৰ আচাৰব্যৱহাৰ ৰীতিনীতি কেনেকুৱা এনেবোৰ কথাৰ ভাগ কৰি সকলোপ্ৰকাৰ জ্ঞান শিশুক দিবলৈ শিক্ষক যত্নবান হব লাগিব। জ্ঞান হোৱাৰ পাছত বিষয় ভাগ—সাহিত্য, ভূগোল, বুৰঞ্জী ইত্যাদি ক্ৰমে পাছতো শিশুৱে জানিব পাৰিব, কিন্তু পূৰ্ব্বে বিষয় ভাগ হ'লে শিক্ষা দিয়াত কৃত্ৰিমতা আছে।

## বৰ্ত্তমান পৰিস্থিতি

বৰ্ত্তমান পৰিস্থিতিত আমাৰ প্ৰাইমেৰী স্কুলবোৰত বুনিয়াদী শিক্ষাপদ্ধতি প্ৰচলন কৰা কঠিন সমস্যা হোৱা বুলি বহুতো শিক্ষকৰ মনত ধাৰণা হৈছে। বুনিয়াদী শিক্ষাপদ্ধতি নালাগে যি কোনো নতুন পদ্ধতি প্ৰথমতে কঠিন বুলি ধাৰণা হয়। কামত প্ৰবৃত্ত হলে সেই কঠিন ভাব আপোনাআপুনি আঁতৰি যায়। উপযুক্ত সঁজুলিৰ অভাৱত কাম আৰম্ভ কৰিব নোৱাৰি বুলি অনেক শিক্ষকৰ পৰা আপত্তি শুনা যায়। বুনিয়াদী শিক্ষাৰ মূলনীতি হৈছে যি কোনো স্কুলতে বাগিচাৰ কাৰণে কিছু নহয় কিছু মাটি আছে। কোনো কোনো স্কুলত স্কুলৰ নিজৰ

মাটি নাই কিন্তু গাৱঁত বহুত মাটি এনেয়ে পৰি থকা দেখা যায়। মেনেজিং কমিটিৰ পৰামৰ্শ লৈ তেনে এডোখৰ মাটি লৈ অস্থায়ী ভাৱে হলেও বাগিচাৰ কাম উদ্যোগ হিচাবে লব পাৰি। বহুতো গাৱঁত কিছুমান মানুহৰ মাটি জংঘল হৈ পৰি আছে। সেই মাটিবোৰ চাফ্ কৰি লৈ বাগিচা পাতিব পাৰি। সেই মাটি খাজনাৰ বাবেও বন্দবস্ত কৰি লব পাৰি। নিঃস্বাৰ্থভাবে যাৰ মাটি তাৰ কাৰণেও বাৰী পাতি দিব পাৰি। তেতিয়া মানুহে আনন্দমনে সহায়সহানুভূতি দেখুৱাব। মূঠৰ ওপৰত শিক্ষকৰ আগ্ৰহ থাকিলে মেনেজিং কমিটিত সহানুভূতি আকৰ্ষণ কৰিব পাৰিব। মাটিৰ অভাৱত বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন কৰিব নোৱাৰি বুলি যিটো আপত্তি শুনা যায় সেই আপত্তি যদিও মূল্যহীন নহয়, তথাপি সেই সমস্যা সমাধানৰ উপায় নিৰ্দ্ধাৰণ কৰিবও যে নোৱাৰি তেনে নহয়।

---

# শিশু

## শিক্ষা শিশু-কেন্দ্ৰিক

পূৰ্বেই কোৱা হৈছে যে বুনিয়াদী শিক্ষা শিশু-কেন্দ্ৰিক। সকলো প্ৰকাৰ শিক্ষাই প্ৰকৃততে শিশু-কেন্দ্ৰিক, কিন্তু বুনিয়াদী শিক্ষাত শিশুক কেন্দ্ৰ কৰি শিক্ষাদানৰ সকলো প্ৰকাৰ প্ৰচেষ্টা চলোৱা হৈছে। শিশুৰ অভাব, শিশুৰ আকৰ্ষণ আৰু শিশুৰ শৰীৰ, মন আৰু আত্মা কেনেকৈ পৰিবৰ্দ্ধিত হয় তাৰবাবে শিক্ষকে যত্ন লব লাগিব। আধুনিক শিক্ষাপদ্ধতি বিলাকৰ বিষয়ে শিক্ষকে জানিলেই নচলিব—শিশুৰ লগত শিক্ষকে খেলিব লাগিব, ফুৰিব লাগিব, শিশুৰ প্ৰকৃতি পৰ্য্যবেক্ষণ কৰিব লাগিব আৰু শিশুৰ লগত একেলগে কাম কৰিব লাগিব। মনোবিজ্ঞান পঢ়িলে শিশুৰ মনৰ বিষয়ে যথেষ্ট জ্ঞান আহৰণ কৰিব পাৰি সঁচা কিন্তু নিজৰ স্কুলৰ ল'ৰাছোৱালীহঁতৰ মন বুজিবলৈ শিক্ষকে কাৰ্য্যতঃ যত্ন কৰিব লাগিব। পুথিগত বিদ্যাৰ প্ৰয়োগ কৰ্ম্মক্ষেত্ৰত শিশুৰ মনৰ গতি লক্ষ্য কৰি খটুৱাব লাগিব।

## শিশুৱে কাম কৰিবলৈ ভালপায়

সুস্থ শিশু এটিয়ে সদায় কিবা নহয় কিবা এটি কৰি থাকে। সি নিৰালস হৈ বহি নাথাকে। তাৰ মনত যি ভাল লাগে তাকেই কৰি থাকে। ভিতৰৰ পৰা তাৰ এটি উদগনি সদায় আছে। এই উদগনিৰ দ্বাৰা চালিত হৈ সি নতুন নতুন অভিজ্ঞতা আহৰণ কৰি ফুৰে। সি হয়তো ধূলাৰে ভাত ৰান্ধে, কচু কাটি গোসাঁইৰ আগত বলি দিয়ে। সেই কচু পঠাৰ মাংস ৰূপে ৰান্ধি ভাইভনী আৰু লগৰ লগৰীয়াহঁতক দিয়ে। আনকি পিতাক মাককো মাতি আনি খাবলৈ দিয়ে। বাঢ়নি লৈ ঘৰ সাৰিবলৈ যায়। পানী লৈ ঘৰ মচিবলৈ যায়। এইদৰে প্ৰত্যেক ল'ৰাছোৱালীয়ে নিজে নিজে পৰ্য্যবেক্ষণ কৰি অনুকৰণ কৰে। যিহকে দেখে তাকে অনুকৰণ কৰিবলৈ যত্ন কৰে। সেইবাবে শিক্ষক বা শিক্ষানুষ্ঠানৰ কৰ্ত্তব্য হব যাতে ল'ৰাছোৱালীবিলাকে বয়স অনুসাৰে নতুন নতুন শিক্ষণীয় বস্তুৰ অভিজ্ঞতা লাভ কৰে, চকুৰ আগত দেখি তাক অনুকৰণ কৰিবলৈ সুবিধা পায়। কোনো কোনো ল'ৰাছোৱালী আনবিলাক ল'ৰাছোৱালীৰ নিচিনা সমান মানসিক উত্তেজনাপূৰ্ণ নহব পাৰে। তেতিয়া শিক্ষকে তাৰ কাৰণ উলিয়াবলৈ যত্ন কৰিব। কাৰোবাৰ শৰীৰ সুস্থ নহব পাৰে আৰু কোনোবাজনৰ বা সমান কৌতূহল

নাথাকিবও পাৰে। অসুস্থ ল'ৰা-ছোৱালীৰ চিকিৎসাৰ বাবে যত্ন লব লাগিব আৰু কম কৌতূহলী ল'ৰাছোৱালীক অধিকতৰ উত্তেজনা দিবৰ বাবে উৎসাহ দিবৰ ব্যৱস্থা কৰিব লাগিব।

## কৌতূহল নিবাৰণ কৰাই শিক্ষা

কৌতূহল ওপজাৰ লগে লগে ল'ৰাছোৱালীয়ে—এইটো কি, সেইটো কি এইদৰে নানা প্ৰকাৰৰ প্ৰশ্ন কৰে। আমি এইবোৰ প্ৰশ্নৰ উত্তৰ দিওঁতে অতি সাৱধান হব লাগে। আমাৰ ভিতৰত এনেকুৱা অনেক শিক্ষক বা অভিভাৱক আছে যে তেওঁলোকে এনেবোৰ প্ৰশ্নৰ বাবে শিশুক অনাৱশ্যক ধমক দি তাক নীৰৱ কৰি ৰখিবলৈ যত্ন কৰে। আমি বহুতে হয়তো শিশুৰ প্ৰশ্নৰ যথাযথ উত্তৰ দিব নোৱাৰিব পাৰো; কিন্তু শিশুৰ কৌতূহল নিবাৰণ কৰিব পৰা বা শিক্ষামূলক কোনো উত্তৰ দিব পৰা আমাৰ প্ৰত্যুৎপন্নমতি থাকিব লাগে। নজনা কথা শিক্ষকে জানি লৈ কিছুসময় পাছত ক'লেও হয়। শিশুৰ কৌতূহল নিবাৰণৰ যি প্ৰকৃত চেষ্টা সিয়েই শিক্ষা। সেই শিক্ষাই স্বাভাৱিক শিক্ষা।

## শিশু জাতিৰ প্ৰতীক্

শিশু জাতিৰ প্ৰতীক। শিশুৱে জাতিৰ কৃষ্টি আৰু সভ্যতা উত্তৰাধিকাৰ সূত্ৰে পায়। ভৱিষ্যতেও সি তাকে নিজৰ পো-নাতীক দি যাব লাগিব। পুৰণি কালত শিক্ষা নিৰ্ভৰ কৰিছিল চৰিত্ৰ-গঠনত। আধুনিক জগতত আধ্যাত্মিক চৰিত্ৰতকৈ নাগৰিক চৰিত্ৰত শিক্ষাই বেছি গুৰুত্ব দিয়ে। শিক্ষাই শিশুক উপযুক্ত নাগৰিক কৰি তুলিব লাগিব। শিক্ষাই শিশুক সমাজ সেৱাৰ উপযুক্ত কৰি তুলিব লাগিব। উপযুক্ত নাগৰিকত্বৰ শিক্ষাত শিক্ষিত হৈ শিশুৱে এনে এটি ঘৰুৱা আৰু সামাজিক পৰিবেশৰ সৃষ্টি কৰিব লাগিব যি পৰিবেশৰ প্ৰভাৱত উত্তৰাধিকাৰসূত্ৰে পো-নাতিয়েও প্ৰভাৱান্বিত হব পাৰে। শিক্ষাই যদি এই নতুন আশা আকাংখাৰ যোগান ধৰিব লাগে তেন্তে তাৰবাবে নতুন পদ্ধতি আবিষ্কাৰ কৰিব লাগিব।

আজি যি শিশু কাইলৈ সি নাগৰিক—ব্যৱস্থাপক পৰিষদৰ সদস্য, দেশৰ কৰ্ণধাৰ। গণতান্ত্ৰিক চৰকাৰে এই শিশুক অৱহেলা কৰিব নোৱাৰে। দেশৰ ভৱিষ্যত মঙ্গলৰ অৰ্থে চৰকাৰে প্ৰত্যেক শিশুৰ সাধাৰণ শিক্ষাৰ বাবে যত্ন লব লাগিব।

শিক্ষাই যদি শিশুকসমাজৰ ভৱিষ্যত নাগৰিক হিচাবে শিক্ষিত কৰি তুলিব লাগে তেন্তে শিশুৱে স্কুলতে তেনে চৰিত্ৰ গঠন কৰিব লাগিব। ৰাজনীতিৰ বা

সমাজনীতিৰ তথ্যবোৰ পুথিৰপৰা অধ্যয়ন কৰিলেই উপযুক্ত নাগৰিকত্বৰ শিক্ষা হ'ব নোৱাৰে। স্কুলতে নাগৰিকৰ জীৱনযাপন কৰি ভৱিষ্যত নাগৰিকত্বৰ বাবে সাজু হ'ব লাগিব। সেইবাবে স্কুলখনক সমাজৰ এটি প্ৰতিকৃতি হিচাবে গঢ়ি তুলিব লাগিব।

শিশু যদি গণতান্ত্ৰিক ৰাজ্যৰ এজন সভ্য বা নেতা হ'ব লাগে তেন্তে গণতান্ত্ৰিক ৰাজ্যৰ পৰিচালনাৰ নমুনা সি স্কুলতে শিক্ষা কৰিব লাগিব। পৰস্পৰৰ প্ৰতি সামাজিক আচাৰ আৰু সমাজৰ প্ৰতি পৰস্পৰৰ কৰ্ত্তব্য সি বুজি পাব লাগিব। পৰিবৰ্দ্ধমান সমাজৰ সভ্য হ'বলৈ শিশুৱে সমাজৰ প্ৰতি নিজৰ দায়িত্ব আৰু কৰ্ত্তব্য ভালদৰে বুজি পাব লাগিব। পাশ্চাত্য দেশবোৰত এই অৰ্থে স্কুলতে ছাত্ৰৰ শাসন-পৰিষদ স্থাপিত হৈছে। ইউৰোপতকৈ আমেৰিকাত এই নীতি বেছি ভাগে প্ৰয়োগ কৰা হৈছে।

## আত্মসংযম আৰু স্বায়ত্ত-শাসন শিক্ষা

আত্মসংযম আৰু স্বায়ত্তশাসন শিক্ষা দিবলৈ যি পদ্ধতি শিক্ষানুষ্ঠানবোৰত গ্ৰহণ কৰা হয় সেই পদ্ধতি যেন গতানুগতিকতাত পৰিণত নহয় তাৰ বাবে দৃষ্টি ৰাখিব লাগিব। ছাত্ৰ-পৰিষদ ব্যৱস্থা-পৰিষদৰ অনুকৰণত স্থাপন কৰি এটি ব্যঙ্গ অনুষ্ঠানত যাতে পৰিণত নহয় তাৰ বাবে স্কুলীয়া জীৱনত ঘটা প্ৰকৃত সমস্যাৰ সমাধানৰ বাটেদি ছাত্ৰ-পৰিষদ পৰিচালিত কৰিব লাগিব। স্কুলতে প্ৰকৃত এখন সমাজ গঢ়ি উঠিব লাগিব। এই সমাজত পৰস্পৰৰ প্ৰতি পৰস্পৰৰ সহায় সহানুভূতিৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সৃজনমূলক কোনো কৰ্ত্তব্যৰ মাজেদি এই মনোবৃত্তি গঢ়ি তুলিবৰ যত্ন কৰিব লাগে। বৰ্ত্তমান শিক্ষাপদ্ধতিত যি হাতৰ কামৰ বিষয় দিয়া হৈছে নাইবা সমাজসেৱাৰ যি আঁচনি লোৱা হৈছে—সি যেন বাহিৰৰ পৰা জাপি দিয়া হৈছে এনে বোধ হৈছে। শিক্ষানুষ্ঠানবোৰৰ কাৰ্য্যক্ৰমণিকাৰ ভিতৰত এই সৃজনমূলক শিল্প বা হাতৰ কামৰ ব্যৱস্থা থাকিব লাগিব আৰু ছাত্ৰ-ছাত্ৰীয়ে যেন তাৰ প্ৰয়োজনীয়তা বা অভাৱ উপলব্ধি কৰি নিজেনিজে সেই কাম কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰে আৰু উপায় উদ্ভাৱন কৰে।

শ্ৰম আৰু উদ্যোগ যদি শিক্ষাৰ বাহন হয় তেতিয়া সামাজিক পৰিবেশৰ সৃষ্টি হ'ব। পৰস্পৰৰ প্ৰতি পৰস্পৰৰ সহযোগ, সহানুভূতি আৰু সহায় যুটীয়াভাৱে প্ৰকাশ পাব। যুটীয়া বা সঙ্ঘবদ্ধভাৱে যেতিয়া ল'ৰাছোৱালীয়ে কাম কৰিব তেতিয়া সামাজিক দৃষ্টিভঙ্গীৰে বিষয়বস্তুৰ প্ৰতি দৃষ্টি পৰিব আৰু ক্ৰমেক্ৰমে সমাজনীতি, অৰ্থনীতি আৰু ৰাজনীতিৰ মূল তথ্যবোৰৰ প্ৰয়োগ শিক্ষা কৰিব পাৰিব।

## ধৰ্ম্মজ্ঞান শিক্ষা

এইদৰে শিশুৰ ধৰ্ম্মজ্ঞান জন্মিব বুলিও বিশ্বাস কৰা হৈছে। বৈদিক ধৰ্ম্মৰ মূল সূত্ৰ বা কোৰাণৰ মূল সূত্ৰ শিশুৱে নাজানিব পাৰে কিন্তু সৰ্ব্বধৰ্ম্মৰ সমন্বয়মূলক নীতিসমূহ সহজে শিশুৱে আয়ত্ত কৰিব পাৰিব। কৃষ্টিসম্পন্ন সভ্যজাতি এটাৰ নানাপ্ৰকাৰ কাৰ্য্যক্ষেত্ৰত গৃহীত নীতিসমূহ কেতিয়াও আবহমান কালৰ পৰা চলি অহা ধৰ্ম্মমূলক নীতিৰ বিগৰ্হিত হব নোৱাৰে। জ্ঞান-বিজ্ঞানৰ উন্নতিৰ ঢাপেঢাপে সামাজিক ৰীতি-নীতিৰ পৰিবৰ্ত্তন হব পাৰে। কিন্তু সত্য, অহিংসা, ন্যায়পৰায়ণতা ইত্যাদি মূলনীতিৰ কোনো পৰিবৰ্ত্তন হব নোৱাৰে। প্ৰত্যেক সমাজৰ আদি পত্তনতে এই নীতি পৰিলক্ষিত হব। ভ্ৰাতৃত্বৰ ডোলত আবদ্ধ হৈ আমি এখন নতুন নৈতিক জগৎ সৃষ্টি কৰিব লাগিব। ঈশ্বৰৰ ইচ্ছা বুলি চিৰাচৰিত বিধি নিষেধৰ মাজেদি আমি আমাৰ নৈতিক জগৎ সৃষ্টি কৰিবৰ ইচ্ছা কৰা নাই। ঈশ্বৰ সকলোৰে পিতা—সেইবাবে আমি সকলোৱে একে ভাই-ভানীৰ নিচিনা—এই নীতিতকৈ মোৰ প্ৰতি মই যেনে আচৰণ আনৰ পৰা আশা কৰোঁ মযো আনক তেনে আচৰণ কৰিব লাগে—এই নীতিত হে ভ্ৰাতৃ-ভাব গঢ়ি উঠিব লাগে। বুনিয়াদী শিক্ষা এই নীতিৰ পক্ষপাতী।

## শ্ৰেণীহীন সমাজ গঠন

সহযোগিতামূলক কৰ্ম্মৰ মাজেদি শ্ৰেণীহীন সমাজ গঢ়ি উঠিব লাগিব। শিশুক সেইবাবে শিল্পকামৰ শ্ৰমৰ মাজেদি গঢ়ি লৈ যাব লাগিব। উচ্চনীচ শ্ৰেণীভেদে শিশুৰ শিক্ষা বিভিন্ন হব নোৱাৰিব। জন্মগত সা-সুবিধা লৈ কৰ্ম্মৰ হীন ভেটি হব নোৱাৰিব। ধনী-দুখীয়া বুলি কোনোৱে সুবিধা পাব নোৱাৰিব। সকলো শিশুৱে সমানে একেক্ষেত্ৰত কাম কৰিব আৰু এই কামৰ মাজেদি শিশুৰ বুদ্ধি-বৃত্তিৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সহযোগিতামূলক কৰ্ম্মৰ মাজেদি সত্য, প্ৰেম, ন্যায়, শান্তি আৰু নিয়মানুবৰ্ত্তিতা গঢ়ি উঠিব। এই নীতি বা গুণবোৰ নাথাকিলে কোনো উমৈহতীয়া কৰ্ম্ম বা অনুষ্ঠানে সাফল্য লাভ কৰিব নোৱাৰে। প্ৰেম বা অহিংসা নাথাকিলে কোনো সংগঠন প্ৰকৃত সিদ্ধিৰ বাটত আগ বাঢ়ি যাব নোৱাৰে। অন্যান্য ব্যক্তিগত গুণবোৰো উদ্দেশ্যমূলক সামাজিক অনুষ্ঠানবোৰৰ মাজেদি শিশুৰ মনত উৎকৰ্ষ লাভ কৰিব।

## দেশপ্ৰেম

শোষণনীতি বা ভূমিবণ্টনৰ দুৰ্নীতিৰ দ্বাৰা দেশপ্ৰেম উদ্বুদ্ধ নহয়। পৰস্পৰৰ সহযোগিতা পৰস্পৰক শোষণ কৰিবলৈ নহয়—পৰস্পৰৰ

উমৈহতীয়া উন্নতি আৰু মঙ্গলৰ কাৰণে হ'ব লাগিব। দেশপ্ৰেম সেইদৰে হে উদ্বুদ্ধ হ'ব। এইদৰে অন্ধ বিশ্বাস আৰু কুসংস্কাৰৰপৰা মুক্ত হৈ এটি সবল আৰু সুসভ্য জাতি গঢ়ি উঠিব।

উমৈহতীয়া অনুষ্ঠান উমৈহতীয়া স্বাৰ্থৰ বাবে গঢ়ি তুলিব লাগে। নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে নহয়। সামাজিকতাৰ আদৰ্শ অহিংসা-নীতিত প্ৰতিষ্ঠিত হ'ব লাগিব। বিশ্বশান্তিৰ আদৰ্শত জাতীয় চৰিত্ৰ গঠন কৰিব লাগিব। এইবোৰ ভাব শিশুৰ মনত উদ্বুদ্ধ কৰিব পাৰিলেহে দেশপ্ৰেম উদ্বুদ্ধ কৰিব পৰা যাব।

---

# শিক্ষক

## পুৰণি কালৰ গুৰু

শিক্ষকে পুৰণিকালতে সমাজত সম্মানৰ স্থান অধিকাৰ কৰিছিল। আজিকালি সমাজত সেই স্থান শিক্ষকৰ বাবে নাই। কাৰণ অন্বেষণ কৰিবলৈ হ'লে নানা কথাই আহি ভুমুকি মাৰে।

পুৰণি কালত শিক্ষকৰ নানা গুণ আছিল। গুৰু শিষ্যৰ আদৰ্শস্থানীয় আছিল। শিক্ষকৰ গাত যিবোৰ গুণ আছিল—ছাত্ৰৰ গাত ক্ৰমেক্ৰমে সেইবোৰ প্ৰতিফলিত হৈছিল। সেইবাবে ৮ বছৰ বয়সৰ পৰা শিষ্যই গুৰুগৃহত বাস কৰিছিল। গুৰুৰ আদেশক্ৰমে গুৰুগৃহত যাবতীয় সাংসাৰিক কামত সহায় কৰিছিল। গুৰুগৃহতেই শিষ্যই সাংসাৰিক কাৰ্য্যৰ বাবে পৈশত হৈ উঠিছিল

তেতিয়া আজিকালিৰ নিচিনা শিক্ষানুষ্ঠান গঢ়িবৰ আৱশ্যক নাছিল। গুৰুগৃহ আৰু প্ৰকৃতি শিষ্যৰ শিক্ষা ক্ষেত্ৰ আছিল। এই ক্ষেত্ৰৰ মাজত বিচৰণ কৰি শিষ্যই গুৰুৰ পৰা জ্ঞান আহৰণ কৰিছিল - গুৰুৰ আদৰ্শত অনুপ্ৰাণিত হৈছিল।

বুনিয়াদী শিক্ষাপদ্ধতিত এই আদৰ্শ সম্পূৰ্ণ নিহিত আছে। শিক্ষানুষ্ঠানবোৰ যেন গুৰুগৃহ। গুৰুৱে সাংসাৰিক কাৰ্য্যৰ বাবে শিষ্যক এতিয়াও উপযুক্ত কৰি তুলিব লাগিব। অকল আক্ষৰিক জ্ঞান দিয়াই গুৰুৰ কৰ্ত্তব্য নহয়। সংসাৰ ক্ষেত্ৰত প্ৰত্যেক মানুহকে অন্ন বস্ত্ৰ আৰু গৃহ লাগে। অন্ন বস্ত্ৰ সংগ্ৰহৰ আৰু গৃহনিৰ্ম্মাণৰ বাবে গুৰুৱে শিষ্যক উপযুক্ত কৰি তুলিব লাগিব।

## ভাৰতবৰ্ষ কৃষিপ্ৰধান দেশ

ভাৰতবৰ্ষ কৃষিপ্ৰধান দেশ। সেইবাবে আমাৰ শিক্ষক সকল একোজন পৈণত কৃষক হ'ব লাগিব। উন্নত ধৰণৰ কৃষিৰ বিষয়ে শিক্ষকে সকলো কথা জানিব লাগিব। স্কুলত যি মাটি থাকে নাইবা গাঁৱৰ মানুহৰ মাটিকেই এটা বন্দবস্ত কৰি লৈ ল'ৰাছোৱালীহঁতৰ দ্বাৰা খেতি কৰাব লাগিব—খেতিৰ বিষয়ে জ্ঞান দিবৰ বাবে।

## শিক্ষকসকল হ'ব লাগিব নিপুণ তাঁতী

সেইদৰে শিক্ষকসকল হ'ব লাগিব একোজন নিপুণ তাঁতী। বয়ন শিল্পত পাৰ্গত হ'ব লাগিব। সূতাকটা আৰু কাপোৰ বোৱাত নিপুণতা আৰ্জ্জি লব লাগিব। অসমত সূতাকটাৰ আৰু কাপোৰ বোৱাৰ অনুকূল পাৰিপাৰ্শ্বিক অৱস্থা আছে। অসমত কপাহৰ খেতিও হ'ব। কপাহ পোৱাও যায়। খেতি আৰু বয়ন

শিল্পৰ এটি সম্পদ স্থাপন কৰি শিক্ষানুষ্ঠানবোৰ দেশৰ কুটীৰ শিল্পৰ প্ৰতিষ্ঠানত গঢ়ি তুলিব লাগিব। শিক্ষকসকলৰ দায়িত্ব সেই বাবে অতি মহৎ। প্ৰথমতে শিক্ষকসকলৰ শিক্ষাৰ প্ৰতি দৃষ্টিভঙ্গী পৰিবৰ্ত্তিত কৰি লব লাগিব।

## আক্ষৰিক জ্ঞান

আক্ষৰিক জ্ঞান ল'ৰা-ছোৱালীহ'তক দিব লাগিব—এই কৰ্ম্মৰ হিচাব ৰখা বা প্ৰণালী লিখা ইত্যাদি কাৰ্য্যৰ জৰীয়তে। আক্ষৰিক জ্ঞান দিয়া প্ৰধান কৰ্ত্তব্য বুলি নাভাবি কোনো এটি শিল্পজ্ঞান শিক্ষা দিয়া প্ৰধান কথা। এই কথা শিক্ষকসকলে বুজি পাব লাগিব।

প্ৰত্যেক ছাত্ৰক সংযত কৰি ৰাখিবৰ, কামত স্পৃহা জগাবৰ উদ্দেশ্যে—প্ৰত্যেক ল'ৰাছোৱালীয়ে নিজৰ দৈনন্দিন কাৰ্য্যৰ এটি টোকা ৰাখিব লাগিব। এই টোকা লিখিবৰ অক্ষৰ জ্ঞান ল'ৰা-ছোৱালীক দিবলৈ প্ৰথমতে আৱশ্যক হব। আজিকালি আমি ল'ৰা-ছোৱালী স্কুললৈ আহিলেই চিলঠ পেঞ্চিল বা কিতাপ এখন কিনি দিওঁ। বুনীয়াদী শিক্ষা পদ্ধতিত হয়তো প্ৰথমতে এখন কটাৰী বা দাও কিনি দিব লাগিব।

## পৰিষ্কাৰ পৰিচ্ছন্নতাৰ লগত স্বাস্থ্য বিজ্ঞান

স্কুলঘৰ, স্কুল-কম্পাউণ্ড চাফ্-চিকুণ্‌কৈ ৰাখিব লাগিব। এই কামত ল'ৰা-ছোৱালীহ'তৰ নিজৰ এটা স্পৃহা জগাই তুলিব লাগিব। স্বাস্থ্যসম্বন্ধীয় কথাবোৰ এইবোৰ কামৰ মাজেদি শিক্ষা দিব লাগিব। বৰ্ত্তমান স্বাস্থ্যসম্বন্ধীয় কথা পুথিৰ পৰা টোকা দি শিক্ষা দিয়া হয়। এই পদ্ধতি সম্পূৰ্ণ তুলি দিব লাগিব। নিজৰ জীৱনৰ অভিজ্ঞতাৰ মাজেদি স্বাস্থ্যৰক্ষাৰ নিয়ম শিক্ষা দিব লাগিব। প্ৰত্যেক ল'ৰা-ছোৱালীয়ে নিজৰ স্বাস্থ্যৰক্ষা কৰিবলৈ যত্নবান হব লাগিব। ল'ৰা-ছোৱালীহঁতৰ দৈনন্দিন ডায়েৰীত যি টোকা লিখে সেয়ে হব শিক্ষাৰ টোকা।

## শিশুৰ কাম নিৰ্দ্ধাৰণ

বুনিয়াদী বিদ্যালয়বোৰত শিশুৰ বাবে কাম নিৰ্দ্ধাৰণ কৰাই হৈছে—শিক্ষকৰ প্ৰধান কৰ্ত্তব্য। শিশুৰ বয়স, স্বাস্থ্য আৰু শক্তিঅনুসাৰে শিশুক কাম ভাগ কৰি দিব লাগিব। বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰম কোনো ধৰা-বান্ধা নিয়মৰ দ্বাৰা নিৰ্দ্দিষ্ট সমষ্টিগত পাঠ নহয়। শিশুৰ দ্বাৰা কাম কৰাই লোৱাই বুনিয়াদী শিক্ষাৰ উদ্দেশ্য নহয়। কামটো যাতে শিশুৰ দৈহিক আৰু মানসিক বিকাশৰ মাধ্যম হয় সেইটোৱেই লক্ষ্য। বুনিয়াদী বিদ্যালয়ত কাম কৰাৰপৰা যদি শিশুৰ স্বাস্থ্যৰ উন্নতি নহয় তেতিয়া বুজিব লাগিব হয় শিশুৰ খাদ্যৰ ত্ৰুটী হৈছে, নহয় শিক্ষকে

কাম বাছি দিয়াত ভুল কৰিছে। স্কুল আৰু ঘৰ বেলেগ-এই ভাৱটো শিশুৰ মনৰপৰা আঁতৰাই দিব লাগিব। শিশুৱে ঘৰৰ কামত আনন্দমনে সহায় কৰিব, ঘৰুৱা জীৱন আৰু পৈতৃক বৃত্তি উন্নত কৰি তুলিব এনে শিক্ষাকেই বুনিয়াদী স্কুলত দিয়া হয়। সেই বাবে বিদ্যালয়ত কাম দিবৰ সময়ত শিক্ষকৰ প্ৰথম কৰ্ত্তব্য হ'ব শিশুৰ ঘৰুৱা জীৱনৰ কথা চিন্তা কৰা। শিশুৱে যদি ঘৰত যথেষ্ট পৰিশ্ৰম কৰে খেতিৰ কামত—তেতিয়া হলে শিশুক স্কুলত বেছি পৰিশ্ৰম কৰিবলৈ দিব নালাগে। ঘৰত সি যি কাম কৰিছে সেই কামকেই শিক্ষাৰ মাধ্যমস্বৰূপে গ্ৰহণ কৰিব লাগিব। স্কুলৰ নিয়মিত কাম শিশুই কৰিবই লাগিব। এনে বাধ্যতামূলক নিয়ম শিক্ষকে শিশুৰ ওপৰত নখটাব।

## স্বাস্থ্যৰ মাহেকীয়া বিবৰণী

এইবিলাক কাম কৰাৰপৰা শিশুৰ শৰীৰৰ ক্ষতি বৃদ্ধি কি হৈছে তাক স্পষ্টকৈ জানিবৰ কাৰণে স্বাস্থ্যৰ মাহেকীয়া বিবৰণী প্ৰত্যেক শিশুৰ থাকিব লাগিব। এই বিবৰণীত শিশুৰ বয়স, উচ্চতা (ওখ কিমান), শৰীৰৰ তাপ (টেম্পাৰেচাৰ), ওজন, স্বাভাৱিক অৱস্থাত আৰু প্ৰশ্বাস লবৰ সময়ত বুকুৰ যি ঘেৰ, ওচৰৰ আৰু দূৰৈৰ দৃষ্টি, নাক, কাণ, জিভা, প্লীহা, যকৃৎ, নাড়ী, হৃৎপিণ্ড, ফুচ্ ফুচ্, শ্বাস-প্ৰশ্বাস আৰু সাধাৰণ অসুস্থতা সম্বন্ধে এই বিবৰণীত লিখি ৰাখিব লাগিব। দেহতত্ত্ব আৰু স্বাস্থ্যতত্ত্ব শিক্ষা দিবৰ কাৰণে এই বিবৰণী উত্তম মাধ্যম হ'ব, কাৰণ ই নিজৰ দেহৰ আৰু স্বাস্থ্য সম্পৰ্কীয় জ্ঞান।

যি শিশুৰ জ্ঞান ক্ৰমশঃ বাঢ়ি নাযায় সেই শিশুক শাৰীৰিক পৰিশ্ৰম কৰিবলৈ নিদি ডাক্তৰক দেখুৱাব লাগিব।

স্বাস্থ্য সম্পৰ্কে আমাৰ স্কুলবিলাকৰ যথেষ্ট পৰিমাণে যত্ন লোৱা নহয়। তাৰ কাৰণ—অজ্ঞতা, আৰ্থিক অনাটন আৰু সামাজিক পৰিবেশ। শিক্ষকসকলে ইচ্ছা কৰিলেই স্বাস্থ্যসম্পৰ্কীয় সাধাৰণ কথাবোৰ শিকি লব পাৰে। এই কথাবোৰ ডাক্তৰেহে জানিব লাগে—আইন মানুহে জানিব নালাগে এনে কথা নহয়। সকলো মানুহেই জানিব লাগে; বিশেষকৈ শিক্ষকসকলে অৱশ্যে জানিব লাগে।

## আৰ্থিক অনাটন

বৰ্ত্তমান ক্ষেত্ৰত বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তনৰ ই এটা প্ৰধান অন্তৰায় হৈছে। চৰকাৰৰ কালে চাই থকা আমাৰ স্বভাৱত পৰিণত হৈছে। সমাজৰ কৰ্ত্তব্য বুলি সমাজে এতিয়াও ভৱা নাই। এই অৱস্থাৰ মাজত শিক্ষকৰ কাম কৰা নিতান্ত কঠিন সমস্যা হৈছে। নিজৰ দাৰিদ্ৰ্য, অনাটনতো আছেই—তদুপৰি স্কুলৰ যাবতীয় সা-সঁজুলি সংগ্ৰহ কৰি লোৱা শিক্ষকৰ পক্ষে অসম্ভৱ হৈ উঠে। ৰাষ্ট্ৰীয়-

সাহায্য ক্ৰমেক্ৰমে দিব লাগিছে কিন্তু বাইজৰপৰা অনুৰূপ সহযোগ নাপালে এই সমস্যা সমাধানত যে পলম হব তাত সন্দেহ নাই।

## সামাজিক পৰিবেশ

বুনিয়াদী বিদ্যালয়বোৰ এতিয়াও জনপ্ৰিয় হৈ উঠা নাই। বিশেষকৈ শিক্ষিত সম্প্ৰদায়ৰ মাজত। সন্দেহ আৰু অবিশ্বাস—বুনিয়াদী শিক্ষাৰ সাফল্য সম্পৰ্কে শিক্ষিত লোকৰ মাজত বেছি। অশিক্ষিত সমাজৰ মাজতো শিক্ষিত লোকৰ ল'ৰা-ছোৱালীৰ বাবে শিক্ষাপদ্ধতি বেলেগ আৰু অশিক্ষিত ল'ৰা-ছোৱালীবিলাকৰ বাবে শিক্ষাপদ্ধতি বেলেগ—এনে ভুল ধাৰণাই ঠাই পাইছে। এই সামাজিক পৰিবেশ ভাঙি নতুন পৰিবেশৰ সৃষ্টি কৰিব লাগিব। সেইবাবে শিক্ষকৰ কৰ্ত্তব্য হব—সামাজিক লোকৰ মাজত শিশুৰ দৈনন্দিন কাৰ্য্যৰ একোটি প্ৰদৰ্শনী আৰু সভা-সমিতি পাতি বুনিয়াদী শিক্ষাৰ প্ৰকৃত পৰিচয় ৰাইজৰ ওচৰত দাঙি ধৰা।

শিক্ষকৰ তলত দিয়া গুণখিনি বিশেষকৈ থাকিব লাগিব।

### (১) শিক্ষকৰ শিক্ষকতাৰ প্ৰতি অনুৰাগ

যি লোকৰ শিক্ষাৰ প্ৰতি আগ্ৰহ নাই কেৱল ধনৰ প্ৰতি আগ্ৰহ তেনে লোক শিক্ষকতা কামৰবাবে আগবাঢ়ি আহিব নালাগে। শিক্ষকসকলে প্ৰকৃততে জাতি গঠন কৰে। সেইবাবে শিক্ষকসকলে যদি কেৱল জীৱিকা অৰ্জ্জনৰ বাবেহে—জীৱিকা অৰ্জ্জনৰ পথ বিচাৰি নাপাই—শিক্ষক হবলৈ আহে, শিক্ষকতাৰ কামৰ বাবে যি প্ৰেৰণা আৰু উৎসাহৰ আৱশ্যক সেই প্ৰেৰণা আৰু উৎসাহ নাপাব। প্ৰত্যেক কামৰ প্ৰতি ৰাপ, আগ্ৰহ আৰু উৎসাহ আৱশ্যক। ইয়াৰ ব্যতিৰেকে কোনো কামতে সফলতা আৰ্জ্জিব নোৱাৰে। শিক্ষকতাৰ বাবে ই বিশেষকৈ আৱশ্যক। শিক্ষকতা কামত যথেষ্ট ধৈৰ্য্য লাগে আৰু ইয়াত যথেষ্ট আমনি সহিব লাগিব। শিক্ষকে যদি নিজৰ কামত আনন্দ নাপায়, তেওঁ শিশুৰ ভিতৰত উৎসাহ বৰ্দ্ধন কৰি শিশুক শিক্ষাকাৰ্য্যত সহায় কৰিব নোৱাৰিব। শিক্ষকে যদি শিক্ষকতা কাৰ্য্যত উত্তৰোত্তৰ উন্নতিৰ যত্ন নকৰে তেতিয়া হলে তেওঁ শিশুক ক্ৰমিক পৰিবৰ্দ্ধনত আৰু অৰ্জ্জনত সহায় কৰিব নোৱাৰিব।

### (২) শিক্ষকৰ শিক্ষাৰ উদ্দেশ্যৰ প্ৰতি দৃষ্টি

নিজৰ কামটোৰ বিষয়ে শিক্ষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। নিজৰ উদ্দেশ্য ভালকৈ বুজি পাব লাগিব। শিক্ষাৰ উদ্দেশ্য হৈছে শিশুৰ সৰ্ব্বাঙ্গীন

পৰিবৰ্দ্ধন, চৰিত্ৰ গঠন, গণতান্ত্ৰিক সমাজ গঠন, মাৰ্জ্জিত ৰুচিৰ উৎকৰ্ষ সাধন, জ্ঞান আহৰণ আৰু পাণ্ডিত্য উপাৰ্জ্জন। ভবিষ্যৎ সমাজৰ প্ৰতি দৃষ্টি ৰাখি শিশু কেনেকুৱা সমাজৰ নাগৰিক হ'ব লাগিব তালৈ শিক্ষকৰ দৃষ্টি থাকিব। স্কুলৰ কি কি অভিজ্ঞতাৰ মাজেদি শিশুৰ ব্যক্তিত্বৰ বিকাশ আৰু পূৰ্ণতা প্ৰাপ্তি ঘটাব পাৰি সেই বিষয় শিক্ষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। শিক্ষাদান কাৰ্য্যত সমল আহৰণ কৰিবৰ অৰ্থে যেনেকৈ অতীতৰ দৃষ্টি দিব লাগিব ঠিক তেনেকৈ শিশুৱে শিক্ষা সাং কৰি কি লক্ষ্যত উপনীত হ'ব তালৈও শিক্ষকৰ চোকা দৃষ্টি থাকিব লাগিব।

## (৩) শিক্ষকৰ নিজৰ স্বাস্থ্য আৰু মানসিক গুণ

স্বাস্থ্য সকলো মানুহৰেই প্ৰয়োজন; বিশেষকৈ শিক্ষকৰ পক্ষে সি বেছি প্ৰয়োজন। কণা, কুজা, খোড়াঁ লোক শিক্ষক হোৱা উচিত নহয়। সুন্দৰ চেহেৰা আৰু সাজপাৰ, উদাৰ মনোভাব, প্ৰফুল্ল মন, প্ৰচুৰ জীৱনীশক্তি যি শিক্ষকৰ থাকে তেওঁ বেছি ভাল শিক্ষক হ'ব পাৰে। যি শিক্ষকৰ এইবোৰ গুণ নাই তেওঁ শিক্ষকতা কাম বিৰক্তিজনক যেন পাব আৰু ছাত্ৰৰ মাজত শৃঙ্খলা ৰাখিব নোৱাৰিব, শিক্ষক আৰু ছাত্ৰৰ মাজত মধুৰ সম্বন্ধ স্থাপন কৰিব নোৱাৰিব আৰু অশান্তি আৰু উদ্বেগতহে শিক্ষকে কাল কটাব লাগিব।

শিক্ষকৰ মনোভাব যদি উদাৰ নহয়, হৃদয়ৰ আবেগসমূহ যদি পবিত্ৰ নহয় তেতিয়া হ'লে শিশুৰ অন্তৰৰ আবেগসমূহৰ বিকাশত বাধা পাব। পিতাক মাকৰ পাছতেই শিক্ষক শিশুৰ আদৰ্শ। সেইবাবে শিক্ষক গুণবান, স্বাস্থ্যবান্ আৰু পবিত্ৰ চৰিত্ৰসম্পন্ন হ'ব লাগিব।

## (৪) শিক্ষকৰ নৈতিক চৰিত্ৰ

শিশুৰ চৰিত্ৰ গঠন কৰা শিক্ষাৰ অঙ্গ, শিশুৰ আগত সেইবাবে চৰিত্ৰ গঠনৰ আৰ্হি দাঙি ধৰিব লাগিব। ন্যায় অন্যায় আৰু সত্য-অসত্যৰ বিচাৰবোধ সিহঁতৰ মনত জগাই তুলিব লাগিব। দৈনন্দিন আচাৰ-ব্যৱহাৰৰ মাজেদি চৰিত্ৰৰ এই আদৰ্শ ল'ৰা-ছোৱালীৰ আগত দাঙি ধৰিব লাগিব। উপদেশতকৈ আৰ্হি বেছি কাৰ্য্যকৰী। সেইবাবে যি শিক্ষকে শিশুৰ আগত সজ আৰ্হি দাঙি ধৰিব নোৱাৰে সেই শিক্ষকে শিক্ষকতাৰ কামত সোমাব নালাগে। শিশুৱে বহুক্ষেত্ৰত বাপেক-মাকতকৈ শিক্ষকৰ আৰ্হি অনুকৰণ কৰে। নৈতিক চৰিত্ৰৰ বিষয়ে শিক্ষকে নিজে যি কৰে আৰু যেনে ব্যৱহাৰ কৰে সি কথাতকৈ বেছি স্পষ্ট হৈ উঠে শিশুৰ মনত।

## (৫) শিক্ষকৰ আচৰণ-মৃদুতা আৰু ব্যক্তিত্ব

কোনো কোনো মানুহৰ সহজ আচৰণ, স্বভাৱৰ মৃদুতা, আৰু ব্যক্তিত্বই আন মানুহৰ মনত এটা মধুৰ আৰু আত্মীয় ভাব জগাই তোলে, আকৌ কোনো কোনো মানুহৰ ব্যৱহাৰত মানুহ আঁতৰতে বিদূৰ হয়। শিক্ষকতাৰ সাফল্য নির্ভৰ কৰে ভাষাৰ মধুৰতাত, শিশুৰ লগত শিক্ষকৰ মধুৰ সম্বন্ধত। শিশুৰ বিশ্বাস আৰু নির্ভৰতা অর্জ্জন কৰিব পাৰিলে শিক্ষকতা সফল হয়। যি শিক্ষকৰ ব্যৱহাৰ কৰ্কশ আৰু উদ্ধত, যি শিক্ষকে অশ্লীল বা অমাৰ্জ্জিত ভাষা ব্যৱহাৰ কৰে, মলিয়ন পোচাক পিন্ধে আৰু অভদ্ৰোচিত ব্যৱহাৰ কৰে সেই শিক্ষক উপযুক্ত শিক্ষক হব নোৱাৰে।

আমি সকলোৱে নিজৰ নিজৰ ব্যক্তিত্ব গঢ়ি লব পাৰোঁ। আমি আমাৰ আচৰণৰ উন্নতিসাধন কৰি ব্যক্তিত্ব গঢ়িব পাৰোঁ। সেইবাবে প্ৰত্যেক শিক্ষকে অন্তৰ্দৃষ্টিৰ দ্বাৰা লক্ষ্য কৰি যাব লাগে যে নিজৰ গাত কিবা দোষ আছে নে নাই। নিজৰ ব্যক্তিত্ব অৰ্জ্জন কৰিবলৈ শিক্ষকে কেৱল নিজৰ দোষ গুচাবলৈ যত্ন কৰিলেই নহব। তেওঁ ভাল ভাল মানুহৰ সঙ্গত ফুৰি, ব্যক্তিত্ব অৰ্জ্জন কৰিবলৈ যত্ন কৰিব। প্ৰত্যেক শিক্ষকৰ গাত তলত দিয়া গুণখিনি থাকিব লাগে :—

(১) সহানুভূতিবোধ, (২) সুদৰ্শন চেহেৰা (৩) ৰসিকতা বোধ, (৪) একনিষ্ঠতা, (৫) আশাবাদিতা, (৬) উৎসাহ, (৭) পাণ্ডিত্য, (৮) জীৱনীশক্তি, (৯) ন্যায় বিচাৰ, (১০) সংযত বাক্য আৰু গৰিমা আৰু (১১) নেতৃত্ব জ্ঞান।

আটাইবোৰ গুণ এজন মানুহৰ গাত থকা সম্ভৱ নহব পাৰে কিন্তু যিমান দূৰ সম্ভৱ এই গুণবোৰ আৰ্জ্জিবলৈ যত্ন কৰিব লাগে।

## (৬) শিক্ষকে সদায় বিদ্যাশিক্ষা কৰিব লাগে

শিক্ষকৰ ইচ্ছা থাকিব লাগে সদায় নতুন নতুন কথা শিকিবলৈ। বিদ্যাশিক্ষা কৰা কেৱল শিশুৰ কামেই নহয়। মানুহ মাত্ৰেই নিতৌ নতুন কথা শিকিবৰ আগ্ৰহ থাকিব লাগে। শিক্ষকৰ পক্ষে ই অৱশ্যে কৰ্ত্তব্য।

শিক্ষক যাতে সময়ৰ সোঁতত পাছ পৰি নাথায় তাৰ বাবে সাৱধান হব লাগিব। সময়ৰ সোঁতত নতুন নতুন শিক্ষা-পদ্ধতিৰ আবিষ্কাৰ হব লাগিছে। শিক্ষক সদায় তাক শিকিবলৈ যত্নবান হব লাগিব। সমাজৰ আদৰ্শৰ পৰিবৰ্ত্তন হব লাগিছে—সময়ৰ লগে লগে। সমাজৰ আদৰ্শৰ লগত তাল ৰাখি চলিব নোৱাৰিলে শিশুৰ শিক্ষা দিয়াত দোষ ঘটিব। সমাজৰ আদৰ্শ পৰিবৰ্ত্তনৰ লগে লগে শিক্ষাৰ লক্ষ্যৰ পৰিবৰ্ত্তন ঘটিব, কাৰণ ভৱিষ্যত নাগৰিকসকলৰ আদৰ্শৰ পৰিবৰ্ত্তন ঘটিব। এই আদৰ্শ পৰিবৰ্ত্তনৰ অৰ্থেই বুনিয়াদী শিক্ষাৰ পৰিকল্পনা।

শিক্ষাজগতৰ এই পৰিবৰ্ত্তনৰ লগত শিক্ষকৰ শিক্ষাপদ্ধতিৰ পৰিবৰ্ত্তন ঘটিব লাগিব। শিক্ষক সেইবাবে পৰিবৰ্ত্তনশীল শিক্ষাজগতৰ নীতিবোৰ জানিবলৈ সজাগ থাকিব লাগিব। গাৱঁলীয়া স্কুলবোৰত এইবোৰ বিষয়ত সজাগ থাকিবলৈ অসুবিধা আছে সঁচা কিন্তু আজি কালি গাৱেঁভূএে অনেক পুথিভৰাঁল হৈছে। তাত কিতাপ আৰু বাতৰি কাকত আদি পঢ়ি নিজৰ জ্ঞান আৰু বিদ্যা বঢ়াবলৈ শিক্ষকে যত্ন কৰিব লাগে।

## (৭) শিক্ষকে ছাত্ৰৰ প্ৰতি দয়া আৰু মৰমৰ মাজেদি ব্যৱহাৰ কৰিব

শিক্ষকে শিশুক মৰম আৰু দয়াৰে সৈতে ব্যৱহাৰ কৰিব লাগে। শিশুৰ নিজৰো একোটি ব্যক্তিত্ব আছে। শিশুৰ এই ব্যক্তিত্বৰ প্ৰতি অনাদৰ কৰা উচিত নহয়। সেইবাবে বেতৰ ব্যৱহাৰ দোষণীয়। মিঠামাত, মধুৰ-ব্যৱহাৰ আৰু চেনেহৰ বোলেৰে শিশুক সহজতে শাসন কৰিব পাৰি। স্কুলখন শিশু-কেন্দ্ৰিক কৰি তুলিবলৈ শিক্ষকে যত্ন কৰিব লাগিব। শিশুৰ সুখ-দুখ, অভাৱ-অভিযোগ সকলো কথা স্কুলৰ লগত জড়িত কৰিবলৈ যত্ন কৰিব লাগে। পুৰণি পদ্ধতি পৰিবৰ্ত্তন কৰি নতুন পদ্ধতিত শিক্ষা গঢ়িবলৈ এইটোৱেই প্ৰধান উপায়। শিশুৰ নিজৰ প্ৰয়োজনীয় বস্তু নিজে গঢ়িবলৈ এটা প্ৰবল আকাঙ্ক্ষা হোৱা স্বাভাৱিক কথা। এই আকাঙ্ক্ষা পূৰণৰ বাট যদি শিক্ষকে শিশুক দেখুৱাই দিব পাৰে শিশুৰ শিক্ষা কাৰ্য্যত সফলতা সোনকালে আহিব। যিটো কামৰ দ্বাৰা আশু ফল পোৱা যাব সেই কামটো কৰিবলৈ শিশুক সুবিধা দিব পাৰিলে শিক্ষাদান কাৰ্য্য সফল হব—শিশুৰ বয়স আৰু সামৰ্থ্য অনুসাৰে। বুনিয়াদী শিক্ষাপদ্ধতিৰ মূলনীতি ইয়াতে নিহিত আছে।

## (৮) শিক্ষকে গাৱঁলীয়া সমাজৰ প্ৰতি সমাদৰ দেখুৱাব লাগিব

ভাৰতবৰ্ষৰ সমাজত কৃষকৰ এটি বিশেষ স্থান আছে। স্বাধীনতাৰ পাছত কৃষক-সমাজৰ প্ৰতি চৰকাৰে দৃষ্টি দিছে। কৃষক সমাজে খাদ্যৰ যোগান ধৰিছে সেই বুলিয়েই যে এটা বিশেষ স্থান অধিকাৰ কৰি আছে তেনে নহয়। অধিক সংখ্যক ভাৰতীয়ই কৃষিজীৱী। সেইবাবে গণতন্ত্ৰৰ দিনত কৃষকৰ স্থান সম্মানৰ। এই কৃষকসমাজৰ মাজত কৃষকৰ ল'ৰা-ছোৱালীক লৈ শিক্ষকে শিক্ষকতা কৰিব লাগিব। এই সমাজৰ উন্নতি কামনা কৰা, এই সমাজৰ কৃষ্টি আৰু সভ্যতাৰ উৎকৰ্ষ সাধন কৰা শিক্ষকৰ কৰ্ত্তব্যৰ ভিতৰত।

আনফালে গাৱঁলীয়া সমাজৰ যি পৰিবেশ সেই পৰিবেশৰ মাজত বুনিয়াদী শিক্ষাপদ্ধতি বৰ উপযোগী। এই পৰিবেশৰ মাজত গণিত, বিজ্ঞান,

সমাজবিজ্ঞান, সঙ্গীত আৰু অন্যান্য হাতৰ কাম শিক্ষা দিয়া আৰু নাগৰিকত্বৰ শিক্ষা দিয়া বেছি সহজ। নাগৰিকত্বৰ শিক্ষা দিয়া গাওঁলীয়া জীৱনত বা গাওঁলীয়া পৰিবেশত বেছি সুবিধা।

শিক্ষকে যদি গাওঁলীয়া জীৱনৰ প্ৰতি আদৰ দেখুৱায়—শিশুয়ো গাওঁলীয়া সমাজৰ প্ৰতি শ্ৰদ্ধাবান্ হৈ উঠিব।

## (৯) শিক্ষকৰ সাধাৰণ জ্ঞানৰ ভাণ্ডাৰ চহকী হ'ব লাগিব।

এজনীয়া শিক্ষকৰ স্কুলত শিক্ষকৰ দায়িত্ব বেছি গধুৰ। গাওঁলীয়া সমাজৰ মাজত এই শিক্ষকজনেই শিক্ষা আৰু সভ্যতাৰ কেন্দ্ৰ। স্কুলৰ সকলোবিলাক বিষয়ৰ জ্ঞানতো তেওঁৰ থাকিবই লাগিব তদুপৰি দেশ-বিদেশৰ বাতৰি আৰু সমাজৰ নানা সমস্যা সমাধানৰ উপায়ৰ বিষয়ে তেওঁৰ জ্ঞান থকা উচিত। গাওঁৰ মানুহে তেওঁৰ ওচৰত নানাপ্ৰকাৰ উপদেশ বা দিহা পৰামৰ্শ বিচাৰে। সকলো বিষয়ে তেওঁ গাওঁৰ মানুহক সহায় কৰিব নোৱাৰিলেও—তেওঁৰ জ্ঞানৰ পৰিধি যে বঢ়াব লাগে তাত কোনো সন্দেহ নাই।

## (১০) শিক্ষকে প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি শিক্ষা দিব জানিব লাগিব।

শিক্ষকে গাওঁলীয়া সমাজত প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতাৰ মাজত কাম কৰিব লাগিব। ঋতু, ঋতুপৰিবৰ্ত্তন, ঋতুভেদে শস্যৰ উৎপাদন বা আহৰণ, বতৰৰ সুযোগ দুৰ্য্যোগ ইত্যাদি বিষয় শিক্ষকৰ জ্ঞান থাকিব লাগিব। বুনিয়াদী শিক্ষাপদ্ধতিৰ ই প্ৰধান আহিলা।

স্থানীয় শস্য, উদ্ভিদ, পশু-পক্ষী, শাক-পাচলি, হাট-বজাৰ এই আটাইবোৰৰ বিষয়ে কামৰ সহায়ত শিক্ষকে শিশুক শিক্ষা দিব লাগিব। এই বিষয়বোৰৰ সহায়ত—লিখা, পঢ়া, আৰু অঙ্কৰ জ্ঞান দিব লাগিব।

## (১১) শিশুৰ ক্ৰমবৰ্দ্ধনৰ কথা শিক্ষকে জানিব লাগিব

শিশুৱে স্বাভাৱিকতে যি পদ্ধতিত শিকে আৰু ক্ৰমে বৰ্দ্ধিত হয় সেই বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব।

শিশুৰ স্বভাৱগত প্ৰকৃতিত, স্বভাৱগত ব্যক্তিগত প্ৰভেদ আৰু শিশুৰ মানসিক, শাৰীৰিক আৰু বুদ্ধিৰ পৰিবৰ্ত্তনৰ স্বাভাৱিক গতিৰ বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব।

শিশুৰ প্ৰতি শিক্ষকৰ স্বাভাৱিক চেনেহ মৰম থাকিলে শিশুৰ প্ৰকৃতি বুজাত শিক্ষকৰ পক্ষে সহজ হয়।

এজনীয়া শিক্ষকৰ স্কুলত শিক্ষকৰ দায়িত্ব বেছি গধুৰ। কোনোটি শিশু হয়তো ছয় বছৰত, কোনোটি হয়তো সাত বছৰত, আকৌ কোনোটি হয়তো আঠ বছৰত স্কুললৈ আহে। শিক্ষকৰ প্ৰথম কৰ্ত্তব্য হব শিশুক নানাপ্ৰকাৰ হাতৰ কামত নিযুক্ত কৰা। হাতৰ কামত যেতিয়া শিশু নিযুক্ত হব তেতিয়া তাৰ স্বভাৱ-চৰিত্ৰ, গতিবিধি, কৰ্ম্মকুশলতা পৰ্য্যবেক্ষণ কৰি শিক্ষকে শিশুটিক ভালদৰে চিনি লব। শিশুটিৰ স্বভাৱৰ কি পৰিবৰ্ত্তন আৱশ্যক তাক শিক্ষকে বুজি লৈ সেই অনুসাৰে বিধান হাতত লব। পোন প্ৰথমে লিখা বা পঢ়া কাম নিদিব।

খেলৰ সামগ্ৰী আৰু হাতৰ কামৰ আহিলা স্কুলত যোগাৰ থাকিব লাগিব।

## (১২) শিক্ষকে নতুন নতুন পদ্ধতিবোৰ আয়ত্ত কৰিব লাগিব

প্ৰত্যেক শিক্ষকে বহুত নতুন কথা শিকিব লাগিব ; দৈনিক কাৰ্য্যক্ৰমণিকাৰ ভিতৰত হাজিৰা লোৱা, অফিচৰ কাগজপত্ৰ ছিজিলকৈ ৰখা, আবৃত্তি আদি শিকোৱা আৰু লোৱা, পৰীক্ষা লোৱা ইত্যাদি বিষয়ে শিক্ষকে নতুন নতুন পদ্ধতিত কাম কৰিব। গাৱঁলীয়া স্কুলবোৰত বিশেষকৈ শিক্ষকে মৌলিক উপায়ে নতুন নতুন পদ্ধতি আবিষ্কাৰ কৰিব লাগিব।

যেনেঃ—

(১) সকলো ছাত্ৰকে একত্ৰিত কৰি সামূহিক আলোচনা কৰিব। শিক্ষকে ছাত্ৰসকলৰ লগত যোগদান কৰি ছাত্ৰৰ প্ৰশ্নবোৰৰ আৰু সমস্যাসমূহৰ সমাধান কৰি দিব। ক্ৰমশঃ শিক্ষকে এইদৰে শিক্ষাদান কৌশল কৰি লব।

(২) ছাত্ৰসকলে অকলে অকলে নিজে নিজে যাতে পঢ়িব পাৰে তাৰ অভ্যাস কৰাব। শিক্ষকৰ তত্বাৱধান নোহোৱাকৈও যাতে ল'ৰা-ছোৱালীহঁতে নিজে নিজে পঢ়িব পাৰে তাৰ অভ্যাস কৰাব।

(৩) সমনীয়া ল'ৰা-ছোৱালীক একেলগে লগ লগাই কিছুমান কাম কৰাবলৈ অভ্যাস কৰাব।

(৪) সমূহীয়া ভাবে উপদেশ দিলে যেতিয়া কোনো কোনো ছাত্ৰই বুজিব নোৱাৰে তেতিয়া গাইগুটীয়া হিচাবে উপদেশ দিব বা হাতৰ কাম কৰাব।

---

# স্কুল আৰু সমাজ

আগতে কোৱা হৈছে যে বুনিয়াদী শিক্ষা প্ৰকৃতি, সমাজ আৰু উদ্যোগৰ পটভূমিৰ ভিত্তিত গঢ়িব লাগিব।

প্ৰকৃতিৰ আৰু সমাজৰ লগত শিক্ষাৰ সম্বন্ধ স্থাপন কৰি সমন্বয় পাঠ দিয়াৰ ইঙ্গিত দিয়া হৈছে। স্কুলখন যি গাওঁ বা সমাজৰ মাজত অৱস্থিত হয় সেই গাওঁখনৰ বা সমাজৰ সেৱাৰ বাবেহে ইয়াক প্ৰতিষ্ঠিত কৰা হয়। গাৱঁৰ বা সমাজৰ যত প্ৰকাৰ সাংস্কৃতিক, সামাজিক বা আমোদীয়া অনুষ্ঠান হয় সকলোবিলাক অনুষ্ঠান স্কুল আৰু শিক্ষকক কেন্দ্ৰ কৰি কৰিলে শিক্ষাৰ উন্নতি হয় আৰু শিশুক সামাজিক জীৱনত আগবঢ়াই লোৱা হয়। শিশুৰ চকুৰ আগত সামাজিক আদৰ্শও উপস্থাপিত কৰা হয়।

স্কুলখন স্থানীয় ডাক্তৰখানাৰ, পুথিভঁৰালৰ, সভা সমিতিৰ কেন্দ্ৰস্থান, গাৱঁলীয়া মানুহৰ পাঠাগাৰ, পঞ্চায়ৎ সভা আৰু নামঘৰ আদিৰ স্থান হোৱা উচিত। গাৱঁত শিক্ষকজনে এই অনুষ্ঠানবোৰৰ প্ৰাণস্বৰূপ হৈ উঠিব পাৰে আৰু গাৱঁলীয়া মানুহক এই অনুষ্ঠানবোৰৰ জৰিয়তে পৰিচালিত কৰিব পাৰে।

গাৱঁত নানাপ্ৰকাৰ প্ৰতিষ্ঠান পতা আমাৰ মানুহৰ স্বভাৱ। প্ৰত্যেক বিধৰ অনুষ্ঠান বেলেগ ঠাইত পাতিলে সময়, শক্তি আৰু অৰ্থৰ অপব্যয় হয়। একেঠাইতে সকলোবোৰ অনুষ্ঠান পাতিলে প্ৰতিষ্ঠানৰ ঘৰ সজাত সুবিধা হয়। একেটি ঘৰতে নানাপ্ৰকাৰৰ অনুষ্ঠান পাতিব পাৰে। স্কুলঘৰটোকে নানা প্ৰকাৰ প্ৰতিষ্ঠানত লগাব পাৰে। বিশেষকৈ পাঠাগাৰ, পুথিভঁৰাল, পঞ্চায়ৎ-সভাৰ ঘৰ হিচাবে ব্যৱহাৰ কৰাত সুবিধা হয়।

আনফালে শিশুৰ প্ৰকৃতি আৰু প্ৰবৃত্তি বুজিবলৈ শিক্ষকে অভিভাৱক সকলৰ প্ৰকৃতি আৰু প্ৰবৃত্তি ভালদৰে বুজি পাব লাগে। শিশুৰ ঘৰৰ পৰিৱেশ সম্পৰ্কে শিক্ষকৰ জ্ঞান থকা উচিত। এই অনুষ্ঠানবোৰৰ জৰিয়তে শিক্ষকৰ গাৱঁলীয়া সমাজৰ লগত ঘনিষ্ঠ সম্পৰ্ক ঘটি উঠে আৰু প্ৰত্যেক শিশুৰ বিষয়ে সকলো কথা বুজিবলৈ সুবিধা পায়।

বুনিয়াদী শিক্ষাৰ লক্ষ্য হৈছে—শিশুক সৰ্ব্বদায় একেৰকমৰ পৰিৱেশৰ মাজত ৰখা। স্কুলৰ পৰিৱেশ আৰু ঘৰৰ পৰিৱেশ যাতে বিভিন্ন নহয়—বুনিয়াদী শিক্ষাই তাৰ ফালে লক্ষ্য কৰিছে। শিশুৰ শিক্ষাৰ স্কুল কেৱল স্কুলখনেই নহয়—ঘৰ আৰু সমাজখনো আৰু শিক্ষা এটা লানি নিছিগা পদ্ধতি। শিক্ষাৰ গতি ক্ৰমশ আগৰ ফালে। শিক্ষক, অভিভাৱক আৰু সমাজৰ আন-আন মানুহৰ সহযোগ, সহানুভূতি আৰু সুদৃষ্টিৰ ওপৰত সুশিক্ষা নিৰ্ভৰ কৰে।

গাৱঁলীয়া সমাজৰ প্ৰত্যেক ব্যক্তিৰ সমূহীয়া স্বাৰ্থ, পৰস্পৰৰ লগত পৰস্পৰৰ আন্তৰিক সম্বন্ধ আৰু প্ৰীতিপূৰ্ণ বন্ধুত্ব জড়িত থাকে। শিক্ষক-জনে এই স্বাৰ্থ আৰু সম্বন্ধৰ লগত নিজক জড়িত কৰিব লাগিব।

শিক্ষকে আগবাঢ়ি গৈ সমাজৰ মানুহক স্কুললৈ মাতি আনি তেওঁলোকৰ আগত বাতৰি কাকত পঢ়িব লাগে আৰু বাতৰিবোৰৰ সম্বন্ধে আলোচনা কৰিব লাগে। শিক্ষকে অভিভাৱকসকলৰ সভা পাতি শিশুহঁতৰ বিষয়ে তেওঁৰ কি কি অভিজ্ঞতা হৈছে—শিক্ষাদান কাৰ্য্যত কি কি অসুবিধা হৈছে এইবোৰৰ বিষয়ে সভাত আলোচনা কৰিব লাগে। গাৱঁৰ সামাজিক, অৰ্থনৈতিক, স্বাস্থ্যসম্পৰ্কীয় আৰু আমোদীয়া জীৱনৰ সমস্যাবোৰ লৈ আলোচনা কৰিব লাগে। শিক্ষকে লোকগীতি আৰু নৃত্যৰ নাটকীয় দৃশ্যৰ ব্যৱস্থা কৰিব পাৰে আৰু শিশুহঁতৰ শিল্প আৰু হাতৰ কামৰ প্ৰদৰ্শনী পাতিব পাৰে। নিৰক্ষৰতাৰ অভিযানতো শিক্ষকে সহায় কৰিব লাগে। গাৱঁৰ বাৰ্ষিক পৰ্ব্বৰ অনুষ্ঠানতো শিক্ষকে যোগ দিব লাগে। আৰু এই পৰ্ব্বৰ সময়তো শিক্ষকে শিক্ষামূলক আৰু কৃষ্টিমূলক অনুষ্ঠান পাতিব পাৰে। শিক্ষকে সমাজৰ লগত সম্পূৰ্ণৰূপে মিলিত হৈ যাব লাগে।

এইবোৰৰ কামত যি আনন্দ পোৱা যায় সেই আনন্দত যদি শিক্ষকে বিশ্বাস কৰে আৰু উৎসাহ আৰু আনন্দেৰে সৈতে গাৱঁৰ সামাজিক জীৱনত অংশ গ্ৰহণ কৰে তেতিয়া তেওঁৰ কাম মিছনাৰী সকলৰ নিচিনা হৈ পৰিব। এইবোৰ অনুষ্ঠানৰ মাজত যোগদান কৰাত যে শিক্ষকৰ নানাপ্ৰকাৰৰ বাধা আৰু আহুকাল হৈছে—সিও সঁচা কথা; কিন্তু বুদ্ধিমান্ শিক্ষকে এই বাধা আৰু আহুকালৰ মাজতো সমাজৰ ভিতৰত একজন প্ৰিয়ব্যক্তি হৈ ল'ৰা-ছোৱালী আৰু অভিভাৱক সকলৰ পৰা শ্ৰদ্ধা আৰু সন্মান আদায় কৰিব পৰা শিক্ষকৰ সংখ্যাও বৰ কম নহয়।

বিদ্যালয়সমূহৰ কৰ্তৃপক্ষ আৰু পৰিদৰ্শকসকলৰ পৰাও এই বিষয়ে সহায়, সহানুভূতি আৰু উদগনিৰ আৱশ্যক।

## স্কুলঘৰ

ইয়াৰ আগতে কোৱা হৈছে—স্কুলঘৰটো গাওঁৰ সামাজিক উন্নয়নৰ কেন্দ্ৰস্থল হব লাগে। সকলো গাৱঁতে স্কুলঘৰটো এটা আদৰৰ আৰু গৌৰৱৰ বস্তু। এই স্কুলঘৰটো যাতে ভালকৈ সজা হয়, উপযুক্ত মেৰামতি কৰা হয় আৰু তাৰ প্ৰতি উপযুক্ত যত্ন লোৱা হয় সেইবাবে সকলো গাৱঁলীয়া লোকৰে মনোযোগ আৰু দৃষ্টি থাকিব লাগে। অন্যান্য অনুষ্ঠানবোৰ স্কুলকম্পাউণ্ডতে গঢ়ি তুলিব লাগে। স্কুলঘৰ নিৰাপদ নহলে কাৰ্য্যতে বাধা ওপজে।

স্কুলকম্পাউণ্ডত ১০ বিঘা মাটিৰ আৱশ্যক। নিতান্ত কমেও ৩ বিঘা মাটিৰ কমে এখন বুনিয়াদী স্কুল পাতিব নোৱাৰি। স্কুলৰ গোটেইটো কম্পাউণ্ডৰ চাৰিওফালে বেৰা দিব লাগে। এই কামত স্কুলৰ ছাত্ৰসকলে কাম কৰিব কিন্তু বাইজৰ সহায় সহানুভূতি আৰু শিক্ষকৰ আগ্ৰহ আৰু কৰ্ত্তব্য জ্ঞানৰ আৱশ্যক।

বেৰা দিয়া হৈ গলে কম্পাউণ্ডত ফুলনি আৰু শাকপাচলিৰ বাগিচা শিক্ষকসকলে ছাত্ৰৰ হতুৱাই কৰাব। বেৰ বিলাক যাতে ভাঙি নাযায় তাৰবাবে শিক্ষক আৰু ছাত্ৰই উপযুক্ত যত্ন লব। যি ঠাইত পানী উঠে তাত মাটি তুলি দিবৰ ব্যৱস্থা কৰিব।

এইবোৰ কাম বুনিয়াদী শিক্ষাৰ উদ্যোগ হিচাবে লৈ বিষয়পাঠৰ সমন্বয় কৰিব। দৈনিক কাৰ্য্যক্ৰমণিকাত বৰ্গৰ ভাগ হিচাবে আৰু উদ্যোগ হিচাবে স্থান পাব। তেতিয়া স্কুলঘৰ, স্কুলকম্পাউণ্ড আৰু ফুলনি বা বাগিচাৰ প্ৰতি ছাত্ৰছাত্ৰীসকলৰ মৰম ওপজিব। আনন্দ, উৎসাহৰ মাজত কাম হব; তেতিয়া সঙ্ঘবদ্ধতা (Team Spirit) জাগি উঠিব।

স্কুলঘৰত এটি ভৰ্ৰালঘৰ থাকিব লাগে।

## বুনিয়াদী স্কুলৰ কাৰ্য্যসূচী আৰু শিক্ষাৰ মান

হিন্দুস্থানী তালিমি সঙ্ঘৰ মতে স্কুলৰ শিক্ষা অন্ততঃ আঠ বছৰ হব লাগে—৭—১৫ বছৰলৈকে আৰু সেইবাবে সঙ্ঘই ভাৰতৰ প্ৰত্যেক ল'ৰাছোৱালীক ৭ বছৰৰ পৰা ১৫ বছৰলৈ বাধ্যতামূলকভাবে শিক্ষা দিয়া অনুমোদন কৰে। সঙ্ঘই অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি বিশ্বাস কৰে যে, শিক্ষাৰ ৮ম মানত শিক্ষা দিবলৈ অতিৰিক্ত ব্যয়ৰ আৱশ্যক নাই যদিহে বুনিয়াদী শিক্ষাৰ বাবে লোৱা শিল্পৰ কাৰ্য্যক্ৰমণিকা সম্পূৰ্ণৰূপে সংগঠিত হয়।

## কাৰ্য্যক্ৰমণিকা

তলত দিয়া পাঁচ প্ৰকাৰৰ অভ্যাসৰ ওপৰত বুনিয়াদী শিক্ষাৰ কাৰ্য্যক্ৰমণিকা বা পাঠ্যতালিকা নিৰ্ভৰ কৰে।

(১) পবিত্ৰময় আৰু স্বাস্থ্যময় জীৱনযাত্ৰা নিৰ্ব্বাহৰ অভ্যাস।

(২) আত্মনিৰ্ভৰতাৰ অভ্যাস।

(৩) উৎপাদনশীল বুনিয়াদী শিল্পৰ অভ্যাস।

(৪) সামাজিক জীৱনযাপনৰ অভ্যাস।

(৫) আমোদজনক আৰু কৃত্তিদায়ক কৰ্ম্মপদ্ধতিৰ অভ্যাস।

আমাৰ দেশত বৰ্ত্তমান যিটো অৱস্থা আৰু বৰ্ত্তমান আমাৰ জাতীয় জীৱনৰ

যিবোৰ সমস্যা তাৰ সমাধানৰ অৰ্থে পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু স্বাস্থ্যই স্কুলৰ পাঠ্য বিষয়ত প্ৰথম স্থান পোৱা উচিত। ব্যক্তিগত আৰু সমাজগত স্বাস্থ্যনীতিৰ অজ্ঞতা আমাৰ জাতীয় উন্নতিৰ পথত প্ৰধান বাধা।

অসমত ৬ বছৰৰ পৰা ১৪ বছৰলৈ এই আঠ বছৰ বুনিয়াদী শিক্ষাৰ কাল বুলি ধৰা হৈছে। ৬—১১—নিম্ন বুনিয়াদী স্কুলত পঢ়িব। ১২—১৪ উচ্চ বুনিয়াদী স্কুলত পঢ়িব। পূৰ্ব্বৰ প্ৰাইমেৰী আৰু ছাত্ৰবৃত্তি স্কুলৰ সলনি এই ব্যৱস্থা কৰা হৈছে।

## বৰ্ত্তমান স্কুলবোৰত বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন

ভাৰত চৰকাৰে অতি সোনকালে স্কুলতে তলত লিখা মতে বুনিয়াদী শিক্ষাৰ আৰম্ভণি কৰিবলৈ নিৰ্দ্দেশ দিছে ঃ—

১। (ক) দৈনিক অসাম্প্ৰদায়িক প্ৰাৰ্থনা সভাৰ অনুষ্ঠান।

(খ) মাজেসময়ে বিশেষ বিশেষ উপলক্ষত জাতীয় পতাকা উত্তোলন আৰু জাতীয়-সঙ্গীত গোৱা।

(গ) সামাজিক, সাংস্কৃতিক আৰু শিক্ষামূলক অনুষ্ঠান আদিৰ আয়োজন, শিক্ষামূলক ভ্ৰমণ আৰু বনভোজ আদি আয়োজন।

(ঘ) ছাত্ৰছাত্ৰীসকলে যাতে নিজে নিজে কিতাপ পঢ়িব পাৰে আৰু সৃজনীমূলক ৰচনা আদি লিখিব পাৰে তাৰ উদগনি দিয়া। স্কুলীয়া পুথিভঁৰালৰ ব্যৱহাৰ, দৈনিক বাতৰি কাকত পঢ়া, দিন-লিপি (ডায়েৰী) লিখা আৰু পুথি সংগ্ৰহ কৰা, স্কুলীয়া খা-খবৰ আদি দৈনিক বাতৰি কাকতৰ আৰ্হিত লিখি সকলোৱে পঢ়িব পৰাকৈ বেৰত আঁৰি থোৱা, হাতে লিখা আলোচনী প্ৰকাশ কৰা, স্কুলত বছৰেকীয়া প্ৰদৰ্শনী পতা আৰু স্কুল-মিউজিয়াম (যাদুঘৰ) স্থাপন আৰু সংৰক্ষণ কৰা, তৰ্কসভা আৰু সাধুকথা কোৱাৰ কাৰণে বিশেষ শ্ৰেণীৰ ব্যৱস্থা কৰা।

২। (ক) এক বা ততোধিক উদ্যোগৰ (শিল্পৰ) ব্যৱস্থা কৰা। ওচৰৰ কোনো শিল্পকেন্দ্ৰ আৰু কৃষিৰ-ক্ষেত্ৰ পৰিদৰ্শন কৰি জ্ঞান আহৰণ কৰা।

(খ) শাকপাচলি আৰু ফুলৰ বাগিচা পতা।

(গ) ব্যক্তিগত আৰু পাৰিপাৰ্শ্বিক পৰিচ্ছন্নতা আৰু চাফাই—আৰু তাৰ কাৰণে আৱশ্যকীয় সা-সজুলি ছাত্ৰ-ছাত্ৰীবিলাকে তৈয়াৰ কৰা।

৩। খেল ধেমালি আৰু শাৰীৰিক ব্যায়াম চৰ্চ্চা কৰা।

৪। স্কুলত সমবায় অনুষ্ঠান সংগঠন আৰু বেঙ্ক আদি পতা আৰু চলোৱা, স্কুল চলোৱা কাৰ্য্যত ছাত্ৰছাত্ৰীৰ সহযোগিতা, সমাজনীতি অধ্যয়ন আৰু সমাজসেৱা কৰা।

৫। অভিভাৱক আৰু শিক্ষকৰ মাজত সভা-সমিতি পাতি স্কুলৰ উন্নতিৰ হকে তেওঁবিলাকৰ মনোযোগ আকৰ্ষণ কৰা।

৬। প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ দৈনন্দিন কাৰ্য্যৰ তালিকা শিক্ষকে ৰাখি সেইবিলাকৰ ওপৰত ভিত্তি কৰি প্ৰমোচনৰ সময়ত বিবেচনা কৰা। ওপৰত উল্লেখিত কাৰ্য্যবিলাকত বিশেষ ব্যুৎপত্তি দেখুৱা ছাত্ৰ-ছাত্ৰীৰ কাৰণে সন্মানপত্ৰ আৰু পুৰষ্কাৰ আদিৰ ব্যৱস্থা ৰখা। তেনে ছাত্ৰ-ছাত্ৰীৰ নাম স্কুলত লিপিবদ্ধ কৰি ৰখা।

## শৃঙ্খলা

সকলো স্কুলতে ছাত্ৰ বা ছাত্ৰীৰ ভিতৰৰ পৰা এজন প্ৰধান মন্ত্ৰী, এজন চাফাই মন্ত্ৰী, এজন কৃষ্টি মন্ত্ৰী আৰু এজন কৃষি বা শিল্প মন্ত্ৰী হব। শিক্ষকে ছাত্ৰ-ছাত্ৰীসকলৰ সভা পাতি সিহঁতৰে ভিতৰৰ এজনক সভাৰ সভাপতি হবলৈ সিহঁতৰ পৰাই প্ৰস্তাব উত্থাপন কৰাব আৰু সিহঁতৰ ভিতৰৰ পৰাই সমৰ্থন কৰাব। সেই সভাতে ওপৰত কোৱা মন্ত্ৰী ৪ জন ভোটৰ দ্বাৰা নিৰ্ব্বাচিত হব। সকলো কাম শৃঙ্খলা আৰু নিয়মৰ মাজেদি হব লাগিব। দৰকাৰ বিবেচনা কৰিলে ৪ জনতকৈ অধিক সংখ্যাক মন্ত্ৰী পাতিব পাৰিব। হাত দাঙিও ভোট দিব পাৰিব নাইবা বেলট্‌বক্স কৰিও ভোট লোৱাৰ ব্যৱস্থা কৰিব পাৰিব।

প্ৰত্যেক বৰ্গৰ বাবে একোজন বৰ্গমন্ত্ৰী থাকিব। তেওঁৰ নিৰ্দ্দেশমতে গোটেইটো বৰ্গ চলিব।

প্ৰধান মন্ত্ৰী, কৃষ্টি মন্ত্ৰী, চাফাই মন্ত্ৰী, কৃষি বা শিল্প মন্ত্ৰী আৰু প্ৰত্যেক বৰ্গৰ বৰ্গমন্ত্ৰীসকলক লৈ গোটেইখন স্কুলত এখন মন্ত্ৰীসভা বা শাসনপৰিষদ গঠিত হব। তাত স্কুলৰ শাসন, শৃঙ্খলা বিভাগ, স্কুলৰ উন্নতিমূলক ব্যৱস্থা বিভাগ, কৃষি বিভাগ, শিল্প বিভাগ পাতি প্ৰত্যেক বিভাগৰ মন্ত্ৰীৰ ওচৰত শাসন পৰিষদে পাছ কৰা শিক্ষকৰ নিৰ্দ্দেশ অনুসাৰে গঠিত নিয়মাৱলী থাকিব। এই নিয়মৰ সালসলনি শাসন পৰিষদত কৰিব পাৰিব। প্ৰধান মন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে মাহেকত এবাৰ বা দুবাৰ তাতোকৈ অধিক অধিবেশনো প্ৰয়োজন বুজি পাতিব পাৰিব। এবাৰকৈ হবই লাগিব।

ইয়াৰ উপৰিও স্বাস্থ্যমন্ত্ৰী আৰু কৃষ্টিমন্ত্ৰী প্ৰত্যেক বৰ্গতে পাতিব লাগে। কোনজন মন্ত্ৰীৰ কি কাম শিক্ষকসকলে নিৰ্দ্দেশ দিব। শিক্ষকসকলে নিজে নাজানিলে জানি লব। প্ৰধান শিক্ষকজন ব্যৱস্থাপক সভাৰ সভাপতি হব। মাহে মাহে মন্ত্ৰীসকলৰ পৰিবৰ্ত্তন হব।

প্ৰধান মন্ত্ৰী—যাবতীয় বিষয়ত প্ৰধান মন্ত্ৰী লিপ্ত থাকিব। সকলো বিষয়ৰ মীমাংসা প্ৰধান মন্ত্ৰীয়ে ব্যৱস্থাপক সভাৰ সভাপতিৰ সহযোগতহে গ্ৰহণ কৰিব পাৰিব।

প্ৰত্যেক সপ্তাহত শনিবাৰে সাপ্তাহিক পৰিষদ বহিব। প্ৰধান মন্ত্ৰী এই সাপ্তাহিক পৰিষদৰ সভাপতি থাকিব।

ব্যৱস্থাপক সভাৰ সভাপতিয়ে (প্ৰধান শিক্ষক) অধিবেশনত উপস্থিত থাকি কাৰ্য্য পৰিচালনা কৰিব।

এই পৰিষদতে মন্ত্ৰীসকলৰ কামৰ আলোচনা আদি হব।

কৃষি মন্ত্ৰী—কৃষিৰ যাবতীয় সজুঁলি কৃষি মন্ত্ৰীৰ তত্বাৱধানত থাকিব। মাহেকৰ মূৰত নতুন কৃষি মন্ত্ৰীক চমজাই দিব। কৃষিজাত বস্তুৰ আয়-ব্যয়ৰ হিচাব ৰাখিব। সাপ্তাহিক পৰিষদত কৃষি সম্পৰ্কীয় আলোচনা কৰিব।

বৰ্গ মন্ত্ৰী—অধ্যয়ন সংক্ৰান্ত বিষয়বোৰত বৰ্গ মন্ত্ৰীৰ সহযোগ থাকিব। যঁতৰ, টাকুৰী প্ৰভৃতি বৰ্গমন্ত্ৰীৰ তত্বাবধানত থাকিব। কপাহ, যঁতৰ, টাকুৰী, অটেৰণ প্ৰভৃতি সময়মতে যোগান ধৰা, সূতা জমা লোৱা আদি কামত বৰ্গ মন্ত্ৰীৰ হাত থাকিব। ৰচনা ডায়েৰী প্ৰভৃতি সময়মতে সংগ্ৰহ কৰিব।

কৃষ্টি মন্ত্ৰী—কৃষ্টিমূলক সকলো বিষয় কৃষ্টি মন্ত্ৰীৰ অধীন হব। প্ৰাৰ্থনা, মাসিক কৃষ্টিসভা আৰু অন্যান্য কৃষ্টিমূলক যাবতীয় বিষয় কৃষ্টি মন্ত্ৰীয়ে পৰিচালনা কৰিব। কৃষ্টিৰ বাবে কৃষ্টি মন্ত্ৰীয়ে এটি পুঁজি সংগ্ৰহ কৰিব। মাহে /৹ অনা বা ৬ পাইকৈ প্ৰত্যেক শিক্ষাৰ্থীৰ পৰা এটি স্থায়ী বৰঙণি থাকিব। টকা সভাপতিৰ হাতত জমা থাকিব। তেখেতৰ নিৰ্দ্দেশমতে তেখেতৰ প্ৰতিনিধিৰ হাততো জমা থাকিব পাৰিব।

চাফাই মন্ত্ৰী—স্কুলঘৰ, স্কুলকম্পাউণ্ডৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা সংৰক্ষণৰ ভাৰ চাভাই মন্ত্ৰীৰ ওপৰত পৰিব। প্ৰয়োজন হলে ৰবিবাৰৰ দিনাও চাফাই কাম কৰিব পাৰিব। চাফাই কামৰ বাবে প্ৰয়োজনীয় যাবতীয় উপকৰণবোৰ চাফাই মন্ত্ৰীয়ে যোগান ধৰিব।

দোষীৰ ব্যৱস্থা—যি কামত অৱহেলা কৰে সেই কামত অধিক দিন নিযুক্ত কৰা। শাৰীৰিক কষ্টসাধ্য কামত নিযুক্ত কৰা—(বিদ্যালয় পৰিচালনা কাৰ্য্যতো), নিজৰ কামৰ লগত আন কাম জাপি দিয়া, দায়িত্ববোধৰ ৰচনা লিখা, প্ৰাৰ্থনা সভাত শপত গ্ৰহণ কৰা বা ৭ দিন ধাৰাবাহিকৰূপে মজিয়া মচা। এই ধৰণৰ অন্যান্য শাস্তিৰ ব্যৱস্থা কৰিব।

নিৰ্ব্বাচন বিভাগ—প্ৰত্যেক মাহৰ ২৮ তাৰিখৰ ভিতৰতে মন্ত্ৰীসকলৰ নতুন নিৰ্ব্বাচন হব। মনোনয়নপত্ৰ দাখিলৰ সময় থাকিব। নিৰ্ব্বাচনৰ ৪।৫ দিন আগতে প্ৰাৰ্থিৰ মনোনয়নপত্ৰ সম্পাদকে আহ্বান কৰিব আৰু মনোনয়নপত্ৰৰ ফৰ্ম্মৰ নমুনা প্ৰচাৰ কৰিব।

গণতান্ত্ৰিক পদ্ধতি শিক্ষা দিয়া প্ৰধান লক্ষ্য। শিক্ষকসকলে যেন এইবোৰ কথা অৱহেলা নকৰে। ইয়াত দিয়া উপদেশবোৰ পৰ্য্যাপ্ত হোৱা নাই। আৱশ্যকীৰ

বাবেহে ইঙ্গিত দিয়া হৈছে। পৰিদৰ্শকসকলে পৰিদৰ্শনৰ সময়ত এইবোৰ বিষয়ে কব আৰু মন্তব্য লিখিব।

## ৰুটিন

কটিনৰ আৱশ্যকীয় সালসলনি কৰিব।

(১) প্ৰথমতে ১০ বা ১৫ মিনিট চাফাই কাম।

(২) তাৰ পাছত হাত, মুখ, ভৰি ধুই আহি সকলোৱে প্ৰাৰ্থনা সভাত বহিব। ১০ বা ১৫ মিনিট।

(৩) প্ৰাৰ্থনাৰ পাছত-শিল্প বা কৃষিমন্ত্ৰীৰ নিৰ্দেশ অনুসাৰে শিল্প বা কৃষি কাম। প্ৰাৰ্থনা সভাতে বৰ্গমন্ত্ৰীয়ে নিজনিজ বৰ্গৰ কামৰ ঘোষণা কৰিব। দিনটোলৈ বৰ্গৰ যাবতীয় কামৰ নিৰ্দেশ বৰ্গমন্ত্ৰীয়ে সম্ভৱ হলে প্ৰাৰ্থনা সভাতে দিব। শিল্প বা কৃষিকাম ৪৫ মিনিট বা ১ ঘণ্টা দিব।

(৪) শিল্পকাম (হাতৰ কাম) বা কৃষিকামৰ অভিজ্ঞতাৰ জৰিয়তে শিক্ষকসকলে বিষয়শিক্ষা দিব। যদি সম্ভৱ হয় শিল্প বা কৃষিৰ কাম দিনটোৰ ভিতৰতে দুবাৰ ৰাতিপুৱা আৰু আবেলি কৰাব। সম্ভৱ নহলে এবাৰ কৰাব।

(৫) ভূগোল, সাহিত্য, আৰু সমাজ-বিজ্ঞান, স্বাস্থ্যনীতি ইত্যাদি বিষয়বোৰৰ পিৰিয়ড ভাগ চাফাই কাম, প্ৰাৰ্থনা আৰু শিল্প কামৰ পাছত কৰাব। ৩৫ মিনিট বা ৪০ মিনিটত বিষয় শিক্ষা দিব পাৰিব লাগে। আৱশ্যকবোধে ১ ঘণ্টা বা ২ ঘণ্টাও একে বিষয়কে শিক্ষা দিব পাৰে কিন্তু তেনে কৰিলে আমনি আহিব আৰু শৃঙ্খলা ভঙ্গ হব। হাতৰ কাম বা শিল্প বা কৃষিৰ কাম অৰ্থাৎ কোনো এটিৰ উদ্যোগৰ আশ্ৰয় নোলোৱাকৈ কোনো বিষয় শিক্ষা দিব নালাগে। বিষয় শিক্ষা দিয়া আগ কথা নহয়। উদ্যোগৰ কাম পৰিপাতিকৈ কৰাৰ পাছত সেই অভিজ্ঞতাৰ মাজেদি বিষয় শিক্ষা দিয়াৰ পৰিকল্পনা শিক্ষকে ভাবিব লাগিব, তাৰ টোকা লিখিব লাগিব আৰু বৰ্ত্তমান চলিত পাঠ্য পুথিৰ লগত সম্বন্ধ ৰাখিব লাগিব। মনত ৰাখিব লাগিব যে শিশুৰ মনত যেতিয়া কোনো বিষয়ৰ জ্ঞানৰ উদয় হয় তেতিয়া সাহিত্য, ভূগোল আৰু বুৰঞ্জী ইত্যাদি হিচাবে নহয়। বিষয় ভাগবোৰ আমাৰ কামৰ সুবিধাৰ বাবেহে আমি কৰি লৈছোঁ। একে সময়তে নানা বিষয়ৰ জ্ঞান শিশুৰ মনত উদয় হব পাৰে। বিষয় ভাগ সেই হিচাবে অস্বাভাৱিক কথা। ভূগোল, বুৰঞ্জী সাহিত্য ইত্যাদি বিষয়ৰ জ্ঞান স্বাভাৱিকতে ল'ৰা-ছোৱালীয়ে পাই যাব—সেইটোহে বিজ্ঞানসম্মত কথা।

(৬) একোটা একোটা বৰ্গৰ দায়িত্ব এজন এজন শিক্ষকৰ হাতত থাকিব লাগিব। বিষয় হিচাবে শিক্ষক দিলে কামত অসুবিধা হব। এজন শিক্ষকৰ হাতত কেইবাটিও বৰ্গ থাকিব পাৰিব।

(৭) বহু শ্ৰেণী শিক্ষা প্ৰণালীৰ পদ্ধতি অনুসাৰে এজনীয়া শিক্ষকে কেইবাটিও বৰ্গ একেলগে শিক্ষা দিয়াৰ কৌশল আৱিষ্কাৰ কৰিব লাগিব। এটা উদ্যোগৰ মাজেদি শিক্ষা দিব পাৰিলে বেছি সহজ হব।

---

তিতাবৰ প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা পোৱা

## ৰুটিন (পাঠ্য-ক্ৰম)

| নং | বিষয় | সময় | মন্তব্য |
|---|---|---|---|
| ১ | প্ৰাৰ্থনা | ১০ বজাৰ পৰা ১০-১৫ | |
| ২ | চাফাই, কৃষি, শিল্পকাম | ১০-১৫ ,, ,, ১১-১৫ | |
| ৩ | সমন্বয় পাঠ | ১১-১৫ ,, ,, ১২-৩০ | |
| ৪ | আহাৰ আৰু জিৰণি | ১২-৩০ ,, ,, ১ | |
| ৫ | সমন্বয় পাঠ | ১ ,, ,, ২-৩০ | |
| ৬ | শাৰীৰিক ব্যায়াম খেলধেমালি | ২-৩০ ,, ,, ৩ | |

## ২ ঘঃ ৪৫ মিনিটৰ সমন্বিত বিষয়সমূহৰ সাপ্তাহিক পাঠ্যক্ৰম (সাধাৰণ)

| | বিষয় | দৈনিক সময় | সোমবাৰ | মঙ্গলবাৰ | বুধবাৰ | বৃহস্পতিবাৰ | শুক্ৰবাৰ | শণিবাৰ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| ১ | মাতৃভাষা | ৪০ মিঃ | + | + | + | + | 0 | + | |
| ২ | সমাজ-বিজ্ঞান | ৫০ ” | + | 0 | + | + | + | 0 | |
| ৩ | সাধাৰণবিজ্ঞান | ৩০ ” | + | + | 0 | + | + | 0 | |
| ৪ | গণিত | ৩০ ” | + | + | + | + | + | 0 | |
| ৫ | চিত্ৰকলা | ৩০ ” | 0 | + | 0 | 0 | 0 | 0 | |
| ৬ | শাৰীৰিক ব্যায়াম | ২০ ” | 0 | + | 0 | 0 | + | 0 | |
| ৭ | কৃষিকলা | ৬০ ” | 0 | 0 | 0 | 0 | 0 | + | |
| ৮ | হিন্দী, ইংৰাজী | ২৫ ” | + | + | + | + | + | + | |

বিঃ দ্ৰঃ - ১। বাৰৰ ঘৰত ‘+’ এই চিনেৰে থকা আৰু ‘0’ এই চিনেৰে নথকা বুজাব।
২। ইংৰাজী আৰু হিন্দী শ্ৰেণীৰ বাবে ৩। বজালৈ শ্ৰেণী বহিব।
৩। গণিত আৰু মাতৃভাষা চাফাই বা জিৰণিৰ পিচতে হব।

## উদাবৰন্দ বুনিয়াদী প্রশিক্ষণ কেন্দ্র
### দৈনিক পাঠ দানৰ কাৰ্য্যক্ৰম - ১৯৫৫
#### ৪র্থ আৰু ৫ম বৰ্গ

| বাৰ | ১ম ঘণ্টা | ২য় ঘণ্টা | ৩য় ঘণ্টা | ৪র্থ ঘণ্টা | জিৰণি | ৫ম ঘণ্টা | ৬ষ্ঠ ঘণ্টা | ৭ম ঘণ্টা | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| সোমবাৰ | সমূহীয়া "চাফাই" আৰু প্রার্থনা | 'চাফাই' আৰু স্বাস্থ্য : স্বাস্থ্য বিষয়ক জ্ঞান | "কাটাই" আৰু ধুনাই : উক্ত বিষয়-সমন্বিত জ্ঞান | চিত্রকলা আৰু সৌন্দৰ্য্যবিষয়ে জ্ঞান | " " | আনুসঙ্গিক হাতৰ শিল্প তাৰ লগত সমন্বয় কৰি হিচাব সমাজ-বিজ্ঞান আৰু লেখা আৰু পঢ়া পাঠ দান | কৃষি বাগিচাৰ কাম তাৰ লগত সমন্বয় কৰি হিচাব, সমাজ-বিজ্ঞান আৰু পঢ়া পাঠ দান | দিনলিপি (Diary) | |
| মঙ্গলবাৰ | " | " | " | বিশেষ পঠন | " | সূত্ৰযন্ত্ৰ | নক্সা আৰু মেপ অঙ্কন আৰু নিৰীক্ষণ | আবৃত্তি, সঙ্গীত, অভিনয় ইত্যাদি | |
| বুধবাৰ | " | " | " | চিত্রকলা | " | আনুসঙ্গিক হাতৰ শিল্প আৰু তৎসমন্বিত জ্ঞান সমাজ-বিজ্ঞান আৰু লেখা পঢ়া | আলোচনী বাতৰি বা কিতাপ পঢ়া | দিন-লিপি | |
| বৃহস্পতি | " | " | " | বিশেষ পঠন | " | সূত্ৰ-যন্ত্ৰ | কৃষি-বাগিচাৰ কাম তৎসমন্বিত হিচাব আৰু সমাজ-বিজ্ঞান লেখা পঢ়া | আবৃত্তি সঙ্গীত অভিনয় ইত্যাদি | |
| শুক্রবাৰ | " | " | " | " | " | আনুসঙ্গিক হাতৰ শিল্প তৎসমন্বিত জ্ঞান : হিচাব সমাজ-বিজ্ঞান আৰু লেখা পঢ়া | নক্সা : মেপ অঙ্কন আৰু নিৰীক্ষণ | দিনলিপি | |
| শনিবাৰ | " | সামূহিক চাফাই | সমদল ব্যায়াম (২০মিঃ) বহিৰ্ভ্ৰমণ বা সংস্কৃতি মূলক সভা | সূত্ৰ-যন্ত্ৰ | " | | | | |

# উদাবকন্দ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ

## দৈনিক পাঠ দানৰ কাৰ্য্যক্ৰম - ১৯৫৫

### প্ৰথম আৰু দ্বিতীয় বৰ্গ

| বাৰৰ নাম | প্ৰথম ঘণ্টা ১০-৩০-১০-৫৫ | দ্বীতীয় ঘণ্টা ১০-৫৫-১১-২৫ | তৃতীয় ঘণ্টা | | চতুৰ্থ ঘণ্টা | জিৰণি | পঞ্চম ঘণ্টা | ষষ্ঠ ঘণ্টা | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| সোমবাৰ | সমূহিক "চাফাই" আৰু প্ৰাৰ্থনা | চাফাই আৰু স্বাস্থ্য সমন্বিত জ্ঞান | কাটাই ধুনাই | কাটাই ধুনাইৰ সমন্বিত হিচাব লিখন আৰু পঠন | আনুসঙ্গিক হাতৰ কাম আৰু তাৰ সমন্বয়ত জ্ঞান | ,, | কৃষি, বাগিচাৰকাম তৎসহায়ত জ্ঞান হিচাব, লেখা-পঢ়া | দিনলিপি | ছুটিৰ শেষত শিশুৰ আগ্ৰহ সময় আৰু বতৰৰ সুযোগত খেলধেমালি |
| মঙ্গলবাৰ | ,, | ,, | ,, | ,, | সহজ পদঃ-সমাজ বিজ্ঞান (লিখন আৰু পঠন) | ,, | চিত্ৰ কলা | আবৃত্তি নাট্যাভিনয় শিক্ষা গল্প কথোপ-কথন বা বাগিচাৰ কাম | |
| বুধবাৰ | ,, | ,, | ,, | ,, | বিশেষ পাঠ (লিখন আৰু পঠন) | ,, | কৃষি বাগিচাৰকাম তৎসহায়ত জ্ঞান হিচাব, লেখাপঢ়া | দিনলিপি | |
| বৃহস্পতিবাৰ | ,, | ,, | ,, | ,, | সমাজ বিজ্ঞান গণিত সাধাৰণজ্ঞান ইত্যাদি | ,, | চিত্ৰ কলা | আবৃত্তি নাট্যাভিনয় শিক্ষা বা বাগিচাৰ কাম | |
| শুক্ৰবাৰ | ,, | ,, | যন্ত্ৰ-সূত্ৰ | ,, | বিশেষ পাঠ (লিখন আৰু পঠন) | ,, | কৃষি বাগিচাৰকাম তৎসহায়ত জ্ঞান হিচাব, লেখাপঢ়া | দিনলিপি | |
| শনিবাৰ | ,, | ,, | কাটাই | ,, | কৃষ্টি-সভা | | | | |

# দুধনৈ প্ৰশিক্ষণ কেন্দ্ৰ

## বিষয়জ্ঞানৰ ক্ৰম

| বৰ্গৰ নাম | কাৰ্য্যদিনৰ মুঠ সংখ্যা | | চাফাই | প্ৰাৰ্থনা আলোচনী | কাটাই | মাতৃ ভাষা | সমাজ বিজ্ঞান ভূগোল বুৰঞ্জী | গণিত হিচাব | সাঃ বিজ্ঞান কৃষি বিজ্ঞান | চিত্ৰকলা | খেল ধেমালি |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ৪ৰ্থ বৰ্গ | ২০০ দিন | দৈনিক | ১৫ মিঃ | ১৫ মিঃ | ৩০ মিঃ | ৫০ মিঃ | ৫৫ মিঃ | ৫০ মিঃ | ১ ঘণ্টা | ৩০ মিঃ | ৩০ মিঃ |
| | | সাপ্তাহিক | ১॥ ঘণ্টা | ১॥ ঘণ্টা | ৩ ঘণ্টা | ৫ ঘণ্টা | ৪ ঘণ্টা ৫ মিঃ | ৪ ঘণ্টা ১০ মিঃ | ৬ ঘণ্টা | ২ ঘণ্টা | „ |
| ৩য় বৰ্গ | ২০০ দিন | দৈনিক | ১৫ মিঃ | „ | „ | ১ ঘণ্টা | ৩০ মিঃ | ৪০ মিঃ | ৪০ মিঃ | „ | „ |
| | | সাপ্তাহিক | ১॥ ঘণ্টা | „ | „ | ৬ ঘণ্টা | ২ ঘণ্টা | ৪ ঘণ্টা ১০ মিঃ | ৪ ঘণ্টা | „ | „ |
| ২য় বৰ্গ | ২০০ দিন | দৈনিক | ২০ মিঃ | „ | „ | ৪০ মিঃ | „ | ৩০ মিঃ | ৩০ মিঃ | ২০ | „ |
| | | সাপ্তাহিক | ২ ঘণ্টা | „ | „ | ৪ ঘণ্টা | „ | ২॥ ঘণ্টা | ২॥ ঘণ্টা | ১-২০ | „ |
| ১ম বৰ্গ | ২০০ দিন | দৈনিক | ৩০ মিঃ | „ | „ | ৩০ মিঃ | ২০ মিঃ | ২০ মিঃ | ২০ মিঃ | ২০ মিঃ | |
| | | সাপ্তাহিক | ৩ ঘণ্টা | „ | „ | ৩ ঘণ্টা | ১॥ ঘণ্টা | ২ ঘণ্টা | ১-৪০ | ১॥ ঘণ্টা | |

বিঃ দ্ৰষ্টব্য—দুধনৈৰ অন্তৰ্গত কোফল বুনিয়াদী পাঠশালাত এই সময়ত ৫ম বৰ্গ হৈ উঠা নাই।

শিক্ষক—প্ৰাণগেন্দ্ৰ নাৰায়ণ বৰ্ম
কোফল বুনিয়াদী বিদ্যালয়

[মৌঃ ইব্ৰাহিম আলি সহকাৰি এচিষ্টেণ্ট চব ইন্সপেক্টৰ মহোদয়ৰ সৌজন্যত পোৱা হৈছে।]

দুধনৈ প্ৰশিক্ষণ কেন্দ্ৰ

# দৈনিক কাৰ্য্য-ক্ৰম।

১৯৫৪ চন।

৪ৰ্থ ৩য় ২য় ১ম বৰ্গ

| বাৰ | ১১-১৫ | ১১-১৫<br>৩০ | ১১-৩০<br>১২ | ১২<br>১২-৩০ | ১২-৩০ | ১২-৩০-২ বজালৈ | | ২-৩ বজালৈ | ৩-৪ |
|---|---|---|---|---|---|---|---|---|---|
| সোমবাৰ | চাফাই | চাফাই | সূত্ৰ যন্ত্ৰ | কৃষি বাগিচা | গণিত মৌঃ | মাতৃভাষা লিখন, | পঠন | ভূগোল বৰঞ্জী সমাজ বিজ্ঞান স্বাস্থ্যবিজ্ঞান | ড্ৰইং খেল ধেমালি |
| মঙ্গলবাৰ | ” | ” | ” | ” | ” | ” | ” | ” | ” |
| বুধবাৰ | ” | ” | ” | ” | ” | ” | ” | ” | ” |
| বৃহস্পতি | ” | ” | ” | ” | ” | ” | ” | ” | ” |
| শুক্ৰবাৰ | ” | ” | ” | ” | ” | ” | ” | ” | ” |
| শনিবাৰ | ” | ” | ” | ” | শিক্ষক—শ্ৰীখগেন্দ্ৰ নাৰায়ণ ৰায় | | | | |

# স্কিম

(১) শিক্ষকসকলে পাঠ্য পুথিৰ পাঠবোৰ তিনি ভাগত ভগাই ললে সুবিধা হব। প্ৰকৃতি, সমাজ আৰু হাতৰকাম (শিল্প বা কৃষিকাম) এই তিনি প্ৰকাৰ ভাগত আটাইবোৰ বিষয়ৰ পাঠ ভাগ কৰি লব। এই অৰ্থে পাঠ্য পুথিৰপৰা পাঠবোৰ বাছি লব। বুনিয়াদী শিক্ষাপদ্ধতিৰে লিখা পাঠ্য পুথি ওলালে শিক্ষকসকলৰ সুবিধা হব; কিন্তু যেতিয়ালৈকে নতুন পাঠ্য পুথি নোলায় তেতিয়ালৈকে শিক্ষক সকলে স্কিম কৰোঁতে যথেষ্ট বেগ পাব লাগিব। চিন্তা কৰি কাম কৰিলে বেছি টান নাপাব—ক্ৰমে অভ্যাসত পৰিণত হব। বৰ্ত্তমান অভ্যাস পৰিত্যাগ কৰিবলৈ যত্নবান্ হব লাগিব।

প্ৰাৰ্থনা, জাতীয় পতাকা উত্তোলন, সামাজিক, সাংস্কৃতিক আৰু শিক্ষামূলক অনুষ্ঠান আদিৰ আয়োজন, শিক্ষামূলক ভ্ৰমণ, বনভোজ, আলোচনী চলোৱা, সমবায় সমিতি পতা ইত্যাদি সকলোবোৰ বিষয় পাঠ্যপুথিৰ পাঠৰ লগত সামঞ্জস্য ৰক্ষা কৰি স্কিম কৰি লব।

(২) প্ৰত্যেক দিনৰ পাঠৰ টোকা শিক্ষকে স্কুললৈ অহাৰ আগতে লিখি লৈ আহিব। টোকা নিলিখাকৈ বা পূৰ্ব্বতে পাঠবোৰৰ কথা নভবাকৈ শিক্ষা দিব নোৱাৰিব।

(৩) এবিধ হাতৰ কামৰ মাধ্যমত আটাইবোৰ বিষয় শিকাবলৈ আৱশ্যকীয় কৌশল শিক্ষকে আবিষ্কাৰ কৰিব লাগিব—এইকথা আগতে কোৱা হৈছে। হাতৰ কামৰ লগত পঠনীয় বিষয়ৰ সম্পৰ্ক স্থাপন কৰিব পাৰিলে বিষয় শিক্ষা পুৰণি পদ্ধতিৰ সহায়ত দিব পাৰিব, কিন্তু কল্পনাৰ সহায়ত হাতৰ কামৰ অভিজ্ঞতা নোহোৱাকৈ কোনো বিষয় শিক্ষা দিব নোৱাৰিব।

---

# মাহেকীয়া আঁচনি (উদাৰবন্দ)

## ৫ম বৰ্গ

## মাহ—জানুৱাৰী আৰু ফেব্ৰুৱাৰী—১৯৫৫ ইং

(শ্ৰীপ্ৰমোদ চন্দ্ৰ গগৈ বি, এ, চব্ ইন্‌ছপেক্টৰ মহোদয়ৰ
সৌজন্যত পোৱা।)

### চাফাই

#### সমন্বিত জ্ঞান

(ক) ব্যক্তিগত ঃ—ব্যক্তিগত চাফাই পৰীক্ষা। দাঁত, নখ ইত্যাদি পৰিষ্কাৰ ৰখা। গা ধোৱা, নিজৰ পিন্ধা সাজপাৰৰ যত্ন লোৱা। নিৰ্দিষ্ট ঠাইত শৌচ প্ৰস্ৰাৱ কৰা ইত্যাদি।

(খ) সামূহিক ঃ—পুখুৰীৰ পাৰ পৰিষ্কাৰ কৰা। জাবৰ আদিৰে পঁচন সাৰ কৰা, মলমূত্ৰ ত্যাগৰ ঠাই কৰা। পাঠশালাৰ চাফ্ চিকুণতাৰ ব্যৱস্থা কৰা।

(গ) সমন্বিত জ্ঞান ঃ—আকস্মিক দুৰ্ঘটনা, সামূহিক চাফাইৰ মাধ্যমেৰে বিস্তৃত আলোচনা।

মলমূত্ৰ কেনেকৈ সাৰত পৰিণত কৰিব পাৰি। টাইফয়েদ ৰোগৰ লক্ষণ, ব্যাপকতা আৰু প্ৰতিকাৰ।

### কাটাই

#### সমন্বিত-জ্ঞান

(ক) কাটাই—ব্যৱহাৰিক ঃ—মুঠ কপাহ খৰচ ১। সেৰ। টাকুৰী ঘণ্টাত সূতাকটাৰ গড় ১০০ টাঁৰ। ধুনাইৰ কামত "পিঞ্জন"ৰ ব্যৱহাৰ। ওপৰ শ্ৰেণীত বোৱা কামত সহায় কৰা।

গুৱাহাটীতাঁতৰ বিশেষ বিশেষ সজুঁলি আৰু অংশবোৰৰ নাম আৰু ব্যৱহাৰ।

উৎপাদিত মুঠ সূতা প্ৰতিজনৰ ২ গুণ্ডি।

যঁতৰৰ প্ৰাথমিক ব্যৱহাৰ।

(খ) গণিত—সূতাৰ নম্বৰ উলিওৱাৰ পুনৰ আলোচনা। গড় উলিওৱা, ঐকিক, দশমিক আৰু ভগ্নাংশৰ অঙ্কৰ পুনৰালোচনা।

সৰল সাংকেতিক, কামৰ মাধ্যমত সমানুপাতৰ ব্যৱহাৰ। আয়তক্ষেত্ৰ, বৰ্গক্ষেত্ৰ, ত্ৰিভুজক্ষেত্ৰ আৰু বৃহত্তৰ অঙ্কন আৰু পুনৰালোচনা।

(গ) মাতৃভাষা ঃ—শিল্প আৰু বৈজ্ঞানিক তথ্য। বহুত সহজ সহজ পাঠ্য পুথিৰ পঠন, অনুশীলন আৰু শিশু আলোচনী আদি পঠন।
ভাবাৰ্থ উলিওৱা, ব্যৱসায়ী চিঠি-পত্ৰ লিখাৰ অভ্যাস আৰু পুনৰালোচনা। মনি-অৰ্ডাৰ ফৰ্ম পূৰণ কৰিবলৈ শিকা। প্ৰত্যেক কামৰ পূৰ্ণ বিবৰণী লিখিবলৈ শিকা।
সাহিত্যৰ ৰস উপলব্ধি কৰাৰ চেষ্টা; দিনলিপি, শ্ৰুতলিপি, ব্যাকৰণ, লিঙ্গ, বচন, ক্ৰিয়াৰ কাল ইত্যাদিৰ পুনৰালোচনা।

(ঘ) সমাজ বিজ্ঞান ঃ—লোকেলবোৰ্ড আৰু মিউনিচিপাল বোৰ্ড। প্ৰাদেশিক শাসনতন্ত্ৰৰ আলোচনা। পৃথিবীৰ দুটি গতি, ঋতু পৰিবৰ্ত্তন, ভাৰতৰ মেপ অঙ্কন আৰু কপাহ উৎপন্ন হোৱা স্থান নিদৰ্শন।
ভাৰত আৰু পাকিস্থানৰ গঠন। অসম আৰু ভাৰতৰ জলবায়ু। ঐতিহাসিক কাহিনী—বুদ্ধদেৱ আৰু বৌদ্ধধৰ্মৰ আবিৰ্ভাৱ। ভাৰতত ইচ্‌লাম ধৰ্ম্ম প্ৰচাৰ। বৃটিছ ৰাজত্বৰ পাতনি আৰু ভাৰতবৰ্ষ স্বাধীন হোৱাৰ কাহিনী। অসমৰ জাতীয় উৎসৱ ঃ বিহু পালন।

# কৃষি

## সমন্বিত জ্ঞান

(ক) কৃষি ঃ—
ব্যৱহাৰিক—বাগিচাত পানী দিয়া। আৱশ্যক হ'লে সাৰ দিয়া। বহুৰ আৰু নেমু গছৰ যত্ন লোৱা।

(খ) মাটিৰ শ্ৰেণী বছা ঃ—
কেনে মাটিত কি কি খেতি উৎপন্ন হয়।
এঠালেতীয়া মাটিক শাক পাচলিৰ খেতিৰ উপযোগী কৰাৰ উপায়। বৈজ্ঞানিক সাৰ, শস্যৰ অনিষ্টকাৰী পোকৰ বিষয়ে পুনৰালোচনা।
শস্যৰ পৰ্য্যায়—ক্ৰমে চহ কৰা আৰু তাৰ ফলাফল। গছ গছনি আমাৰ কিয় উপকাৰী? পনৰালোচনা—কৃষি কামৰ মাহেকীয়া বিবৰণী।

(গ) বাগিচাৰ নক্সা ঃ—অঙ্কন আৰু পুনৰাবৃত্তি। স্কেলৰ ব্যৱহাৰ ঃ- -পেঞ্চিলৰ সহায়ত স্কুলঘৰৰ ছবি। বাল্‌টী, মগ আৰু নাললথকা কোদালৰ ছবি অঙ্কন আৰু পুনৰালোচনা দুইঠেঙীয়া প্ৰাণীৰ অঙ্কনৰ চেষ্টা।
দৃশ্য পট অঙ্কনৰ আৰম্ভনী।

(ঘ) (ক) বহিৰ্ভ্ৰমণ (১ দিন)

(খ) প্ৰকৃতি পাঠ—নৈ আৰু বজাৰ পৰ্য্যবেক্ষণ।

(গ) সংস্কৃতি সভা—(২ দিন)

(ঘ) উৎসব পালন—১৫ আগষ্ট, ২৬ জানুৱাৰী, ২ অক্টোবৰ আৰু গান্ধীজীৰ মৃত্যু দিবস পালন।

(ঙ) সমাজ সেৱাৰ কাম—১ দিন

(চ) বৰ্গৰ উপযোগী অইন অইন পুথি পঢ়া।

ভিন্ ভিন্ শিল্প গান্ধী-মেলা আৰু প্ৰদৰ্শনীলৈ নানাপ্ৰকাৰ শিল্প কাম কৰা।

---

# মাহেকীয়া পৰিকল্পনা

## ৪র্থ বর্গ (উদাৰবন্দ)

## মাহ—ফেব্রুৱাৰী—১৯৫৫ ইং

## চাফাই

ব্যক্তিগত—ব্যক্তিগত চাফাই; দৈনিক দাঁত, মুখ, নখ, চুলিৰ চাফ্‌চিকুণতাৰ পৰীক্ষা। সাজপাৰৰ চাফ্‌চিকুণতাৰ প্ৰতি লব লগা যত্ন।

সমূহীয়া—ঘৰ, চোতাল, বাৰান্দা আৰু পদূলি চাফচিকুণকৈ ৰখাৰ অভ্যাস আৰু জ্ঞান। পাঠাগাৰৰ পিছ পিনে আৰু পুখুৰী আদি চাফ্ কৰিবলৈ শিক্ষা আৰু পুনৰ আলোচনা।

সমন্বিত জ্ঞান—পুনৰালোচনা—মানৱ দেহৰ ভিন্ ভিন্ অঙ্গ প্ৰত্যঙ্গৰ কাম সম্পৰ্কে সাধাৰণ ধাৰণা। শৌচ-প্ৰস্ৰাব কেতিয়া আৰু কেনেকৈ কৰিব লাগে। কেতিয়া আৰু কিয় খাব লাগে? খাদ্যৰ উপাদান।

## কাটাই

### ব্যৱহাৰিক

(ক) চন্দিওৱা, ধুনা আৰু পাঁজি কৰা (তুলা ১ সেৰ)
(খ) টাকুৰীত সূতা কটা।
(গ) গড়ে ৩০ মিনিটত ৩২ ৰ পৰা ৩৬ টাঁৰলৈ হ'ব।
(ঘ) সূতাৰ নম্বৰ, গড়ে ১৪ নং পৰ্য্যন্ত কৰিবলৈ চেষ্টা কৰিব।

## সমন্বিত জ্ঞান

### গণিত

(ক) ভগ্নাংশৰ—১/২, ১/৪, ১/১০, ৰ যোগ, বিয়োগৰ পুনৰালোচনা।

(খ) লঘূকৰণ, গড় নিৰ্ণয় প্ৰভৃতিৰ পুনৰালোচনা। মাতৃভাষা—(ক) বৈজ্ঞানিক নিৰিক্ষণ সম্পৰ্কীয় সৰল পাঠ থকা পাঠ্যপুথি পঠন আৰু শব্দৰ ভঁৰাল বৰ্দ্ধন।

(গ) আবৃত্তি, দিনলিপি, বাক্য-ৰচনা, চিঠি লিখা আৰু শ্ৰুতলিপি।

সমাজ-বিজ্ঞান—(১) ভূগোল

(ক) ভাৰতৰ সাধাৰণ ধাৰণা।

(খ) পুনৰালোচনা—প্ৰদেশৰ জিলাসমূহ আৰু মহকুমা শিল্প সম্পৰ্কীয় জ্ঞান; যাতায়তৰ পথসহ তীৰ্থস্থান আৰু প্ৰধান ঠাই আদি শিকা।

(গ) পৃথিবীৰ প্ৰধান সমুদ্ৰ পথ :—

ভাৰতবৰ্ষৰ পৰা ইউৰোপ, আমেৰিকা, অষ্ট্ৰেলিয়া, আফ্ৰিকা আদিলৈ যোৱা-অহাৰ পথ।

(ঘ) বুৰঞ্জী :—

বুদ্ধদেবৰ ধৰ্ম্ম প্ৰচাৰ আৰু জীৱনী।

## কৃষি

### ব্যৱহাৰিক

কৃষি—(ক) বেঙেনাৰ গছত 'লু' বন্ধা।
(খ) বাগিচা অটাই ৰখা আৰু পানী দিয়া
(গ) বাগিচাৰ কবি আদি বিক্ৰিকৰা আৰু হিচাব ৰাখিবলৈ শিকা।

## সমন্বিত জ্ঞান

সাধাৰণ বিজ্ঞান—(ক) ফুল আৰু তাৰ ভিন্ ভিন্ অংশ সম্পৰ্কে জ্ঞান।
(খ) পুনৰালোচনা।

চিত্ৰ-কলা—পেঞ্চিলেৰে বাগিচাৰ শাক পাচলি আদিৰ ছবি আঁকিবলৈ শিকা।

কোনো প্ৰণালীৰ ছবি আঁকিবলৈ যত্ন কৰা।

বিবিধ—(১) সংস্কৃতি সভা (২ দিন)
(২) বহিৰ্ভ্ৰমণ (১ দিন)
(৩) সামাজিক কাম (১ দিন)
(৪) উৎসৱ—শিৱৰাত্ৰি সম্পৰ্কে/আলোচনা।
(৫) বিশেষ পঠন

পাঠ্যপুথিৰ পৰা নিজৰ দেশক যিসকলে ভাল পাইছিল যেনে (১) দেশভক্ত ফুকন, (২) কৰ্ম্মবীৰ নবীন বৰদলৈ, (৩) লাচিত বৰফুকন, (৪) দেশবন্ধু চিত্তৰঞ্জন দাস, (৫) ঋষি অৰবিন্দ, (৬) সতী জয়মতী।

(৬) প্ৰকৃতি পাঠ (১ দিন )

# মাহেকীয়া আঁচনি (উদাৰবন্দ)

## ২য় বৰ্গ

## মাহ—জানুৱাৰী আৰু ফেব্ৰুৱাৰী—১৯৫৫ ইং

## চাফাই

### সমন্বিত জ্ঞান

ব্যক্তিগত—দাঁত, নখ, চুলি, লেতেৰা সাজপাৰ চাফ চিকুণকৈ ৰখা ইত্যাদি। চাফচিকুণতা সম্পৰ্কে পূৰ্ব্ব-জ্ঞান।

সামূহিক—বৰ্গ, বাৰান্দা, পিৰালি, পাঠশালাৰ পিছফাল চাফা কৈ ৰখা আৰু জাৱৰবোৰ পঁচন সাৰৰ গাঁতত ৰখাবলৈ শিকা।

সমন্বিত জ্ঞান—মাখিৰ অপকাৰিতা সম্পৰ্কে জ্ঞান, কলেৰা, টাইফয়েড আদিৰ আলোচনা আৰু পুনৰালোচনা।

## কাটাই

### সমন্বিত জ্ঞান

ব্যৱহাৰিক—কপাহ চন্দিওৱাৰ পৰা পাঁজি বাটিবলৈ শিকালৈকে চৰ্চ্চা আৰু জ্ঞান।

দ্বিতীয় পদ্ধতিত সূতাকটা, শক্তি আৰু সমতাৰ পিনে লক্ষ্য ৰখা পদ্ধতিমূলক ভাৱে সূতাকটাৰ অভ্যাস কৰা।

গণিত—পাঁজিৰ সংখ্যা, টাঁৰৰ সংখ্যা আৰু সময়ৰ পৰিমাণৰ দ্বাৰা পূৰণ অঙ্ক শিকা আৰু তোলা, চটাক আদিৰ জ্ঞান আৰু আৰ্য্যা শিকা; দিন-ৰাতি সম্পৰ্কে আলোচনা পয়চা, অনা আৰু টকাৰ পুনৰালোচনা।

মাতৃভাষা—সূতাকটা, কৃষিকৰ্ম্ম আদিৰ বিৱৰণ লিখিবলৈ শিকা। সাধাৰণ চমু গল্প কোৱা আৰু লিখা। সহজ কবিতাৰ আবৃত্তি আৰু সহজ পাঠৰ স্পষ্ট উচ্চাৰণ সহকাৰে পঠনৰ অভ্যাস। শ্ৰুতলিপি আৰু তাৰিখসহ দিনলিপি লিখাৰ অভ্যাস। গান্ধীজীৰ বিষয়ে আলোচনা আৰু ৩০ জানুৱাৰীৰ ঘটনা।

সাধাৰণ জ্ঞান আৰু সমাজ বিজ্ঞান—ৰামায়ণৰ গল্প, গাঁৱৰ উৎপন্ন বস্তু, খোৱাপানী আৰু বস্ত্ৰ উৎপাদন কেনেকৈ হয়।

গান্ধী প্ৰদৰ্শনী সম্পৰ্কে আলোচনা। বেদ কোৰাণৰ গল্প।

# মাহেকীয়া আঁচনি (উদাৰবন্দ)
## ১৭ ডিচেম্বৰৰ পনা ৩১ ডিচেম্বৰলৈ
### —তৃতীয় বৰ্গ—

| চাফাই | কাটাই | কৃষি-কৰ্ম্ম বাগিচাৰ কাম | সামাজিক কাম | প্ৰকৃতিপাঠ |
|---|---|---|---|---|
| (ক) ব্যক্তিগত চাফ চিকুণতাৰ পৰীক্ষা। (দৈনিক)<br>(খ) সামুহিক 'চাফাই ঘৰ, বাৰান্দা, চোতাল প্ৰভৃতি<br>(গ) পদুলি আৰু চৌহদৰ ওচৰৰ হাবিবন কটা (২ দিন)<br>উক্ত বিষয়ৰ সহায়ত জ্ঞান-দান। | (ক) চাফাই, ধুনাই আৰু পাঁজি বাটা তিনিপোৱা কপাহ—(পাঁচ দিন)<br>(খ) টাকুৰিত কটা (৬ দিন)<br>(গ) গতি নিৰূপন :—আধা ঘণ্টাত—২৫ টাৰ<br>(ঘ) সূতাৰ নম্বৰ গড়ে ১০<br>উক্ত বিষয়ৰ সমন্বয়ত জ্ঞান দান। | (ক) গছ পুলিত পানী<br>(খ) নিৰানি<br>(গ) কবি খেতিত সাৰ দিয়া<br>(ঘ) আলু তলি নিকোৱা<br>(ঙ) খেতিৰ অনিষ্টকাৰী পোক—তাৰ প্ৰতিকাৰ<br>উক্ত বিষয় সমন্বয়ত জ্ঞান দান। | (ক) কৃষ্টি সভা (১ দিন)<br>(খ) খেল-ধেমালী, সমদল ব্যায়াম প্ৰভৃতি | (ক) কেন্দ্ৰৰ বাগিচা নিৰীক্ষণ (২ দিন)<br>(খ) ওচৰত থকা থানা, ডাকঘৰ আদি নিৰীক্ষণ |

# কৃষি

## সমন্বিত জ্ঞান

চিত্ৰ-কলা—ফুলৰ সহায়ত ৰংপৰিচয়, নিজৰ বাগানৰ কোনো শাকপাচলিৰ ছবি অঙ্কন।

ব্যৱহাৰিক—শাক-পাচলি আৰু গছ-পুলিত পানী দিয়া, নিকাই দিয়া, অনিষ্টকাৰী পোক-পৰুৱা ধ্বংস আৰু গছ পুলি "চাফাই" ইত্যাদি।

বুদ্ধিসম্বন্ধীয় জ্ঞান—

কামৰ মৌখিক বিৱৰণ।

গছৰ অংশৰ পৰিচয়, আৰু অংশবোৰৰ নাম আৰু কামৰ বিষয়ে জ্ঞান দান, পুনৰালোচনা আৰু পঁচনসাৰৰ বিষয়ে পুনৰালোচনা।

বিবিধ—

ভ্ৰমণ। সম্ভৱ হলে ওচৰৰ সুন্দৰ আৰু বিখ্যাত ঠাইলৈ যোৱা আৰু পৰিচয় কৰোৱা।

## সাংস্কৃতিক সভা

খেল-ধেমালি, সমদল, ব্যায়াম, অভিনয়, আবৃত্তি ইত্যাদি।

---

## মাহেকীয়া পৰিকল্পনা

## ১ম বৰ্গ (উদাৰবন্দ)

## মাহ—ফেব্ৰুৱাৰী—১৯৫৫ ইং

## চাফাই

### সমন্বিত জ্ঞান

ব্যক্তিগত—দাঁত, নখ, চুলি, কিতাপ, বহী আৰু পিন্ধা কানি কাপোৰ পৰিষ্কাৰ ৰখা।

সামূহিক—বৰ্গ বহাৰ আসন, স্কুলৰ বেৰ চৌহদৰ ঠাই সাৰি পচন সাৰৰ গাঁতত পেলাবলৈ শিকা ইত্যাদি।

স্বাস্থ্য বিজ্ঞান—দাঁত, নখ, চুলি আৰু পিন্ধা সাজপাৰ লেতেৰা হৈ থাকিলে তাৰ পৰা কি ক্ষতি হব পাৰে তাৰ বিষয়ে আলোচনা। পায়খানা আৰু পেচাব খানাৰ ব্যৱহাৰ।

পাঠশালাত পানীৰ বাবে লব লগা তত্ত্বাৱধান।

### তাৰ লগত সমন্বয় কৰি জ্ঞান দান

ব্যৱহাৰিক—হাতেৰে কপাহ চন্দিওৱা, নেওথনীৰে কপাহ নেওথা, ধুনা আৰু পাঁজি কৰা।

সূতাকটাৰ সময়ত সূতাৰ সমতা ৰক্ষা কৰা।

চেৰেকীত পদ্ধতি লগাই সূতা লোৱা।

অঙ্ক—পাঁজি আৰু টাঁৰৰ সহায়ত বা কপাহৰ গুটিৰ সহায়ত সহজ আৰু কঠিন যোগ-বিয়োগ আৰু মৌখিক অঙ্কৰ সহায়ত শিশুৰ মানসিক চিন্তাৰ বিকাশ-সাধন কৰা।

মাতৃভাষা—সূতাকটাৰ বিভিন্ন যন্ত্ৰপাতি, সা-সজুলিৰ নাম। শিশুৰ শব্দৰ ভঁৰাল বঢ়োৱাৰ চেষ্টা আৰু পুনৰালোচনা।

সমাজ বিজ্ঞান—স্থানীয় ঐতিহ্যসিক আলোচনা।

আৰ্য্য আৰু আৰ্য্য জাতিৰ গল্প। ৰামায়ণৰ গল্প।

ব্যৱহাৰিক—বাগিচাৰ গছপুলিৰ তত্ত্বাৱধান, পানী দিয়া আৰু নিকাই দিয়া।

# কৃষি

## কৃষিৰ সমন্বয় কৰি জ্ঞানদান

সাধাৰন জ্ঞান—স্থানীয় বজাৰত কি কি শাকপাচলি পোৱা যায়।

বাহিৰৰ পৰা কি কি শাকপাচলি আমদানি হয়।

ভিন্ ভিন্ ঋতুত কি কি শাকপাচলি উৎপন্ন হয়।

বিবিধ—(১) বহিৰ্ভ্ৰমণ ১ দিন

(২) প্ৰকৃতি নিৰীক্ষণ ১ দিন

(৩) সাংস্কৃতিক সভা ৩ দিন

(৪) চিত্ৰকলা ৫ দিন

(৫) বিশেষ পঠন—পৰীৰ গল্প, সাধু কথা, জীৱজন্তুৰ গল্প, নিৰ্দ্দিষ্ট পাঠ্যপুথিৰ পুনৰালোচনা।

---

# দিন-লিপি [ ডায়েৰী ]

২য় বৰ্গৰ পৰাই ল'ৰাছোৱালীয়ে দিন-লিপি লিখিব লাগিব। যদি নিতান্ত নোৱাৰে ৩য় বৰ্গৰ পৰাই দিন-লিপি লিখিব।

লিখাকামৰ প্ৰয়োজন যেতিয়া বোধ কৰিব তেতিয়া লিখিবলৈ শিকিব। সম্প্ৰতি পুৰণি পদ্ধতিত অক্ষৰ পৰিচয় কৰাব লাগিব কিন্তু তলত লিখা কথা কেইটি মনত ৰাখিব

পঢ়িবলৈ আৰু লিখিবলৈ তিনি প্ৰকাৰে শিকাব পাৰি—

(১) অক্ষৰানুক্ৰমিক ধৰণে

(২) শব্দানুক্ৰমিক ধৰণে

আৰু (৩) বাক্যানুক্ৰমিক ধৰণে। এই তিনি প্ৰকাৰ পদ্ধতিৰ ভিতৰত—বাক্যানুক্ৰমিক পদ্ধতিটোৱেই বুনিয়াদী শিক্ষাপদ্ধতিৰ গৃহীত পদ্ধতি।

(১) ক—অক্ষৰানুক্ৰমিক

(২) কপাহ—শব্দানুক্ৰমিক

(৩) কপাহ গছ—বাক্যানুক্ৰমিক।

কপাহৰ খেতি, কপাহ গছ, কপাহৰপৰা কাপোৰ হয়, কপাহ গাৰো পাহাৰত হয়, ইত্যাদি প্ৰকাৰ বাক্যৰ পৰা অক্ষৰ পৰিচয় কৰাই লৈ লিখিবলৈ শিকাব। এই ধৰণৰ চাৰ্ট তৈয়াৰ কৰি বেৰত আঁৰি থব লাগে।

কেইই গজ সূতা কটা হ'ল? এই বাক্যটোৰপৰা অক্ষৰ পৰিচয় হব। পুনঃ গণিতৰ শিক্ষাও দিব পাৰিব লাগিব। গাৰোপাহাৰত কপাহৰ খেতি হয়। এই বাক্যটোৰ পৰা অক্ষৰ পৰিচয় হয়, লিখিবলৈ শিকোৱা হয় আৰু ভূগোলৰ জ্ঞান হয়। বাগিচাত কৃষি কামৰ উদ্যোগত কপাহৰ খেতি কৰিলে বুজিবলৈ বেছি সুবিধা হয়। প্ৰয়োজনীয়তা কৃষিৰ অভিজ্ঞতা আৰু নতুন কথা জানিবৰ আগ্ৰহ বা কৌতূহলৰ সুবিধা লৈ শিক্ষাদান কাৰ্য্য চলাব লাগিব।

ক, খ, গ, ঘ, ঙ—অক্ষৰানুক্ৰমিক পদ্ধতি বাক্যানুক্ৰমিক পদ্ধতিৰে শিকাৰ পাছত শিকাব লাগিব। অনুৰূপ পাঠ্যপুথি ক্ৰমে ওলাব। লিখিব পৰা হোৱামাত্ৰকে ল'ৰাক দিন-লিপি ৰাখিবলৈ দিব।

দিনলিপি ৰাখিলে—ল'ৰাৰ চিন্তা সংযত হব। ৰচনা লিখিবলৈ শিকিব, বিষয়বস্তুৰ জ্ঞান হব, নিজৰ জীৱনত কৰিবলগীয়া কামৰ প্ৰতি স্পৃহা জন্মিব বা ল'ৰাছোৱালীৰ কৰ্ত্তব্যজ্ঞান বাঢ়িব। গোটেই জীৱনটো এটা শৃঙ্খলা আৰু নিয়মৰ মাজেদি চলাই নিবলৈ এটা অভ্যাস সৰুৰে পৰাই জন্মিব।

বৰ্ত্তমান সময়ত শিক্ষকে ন পুৰণি উভয় পদ্ধতিৰ সংমিশ্ৰণত বুনিয়াদী শিক্ষা প্ৰচলন কৰিব লাগিব। শিক্ষকে সন্দিগ্ধ মন পৰিত্যাগ কৰিব। শিক্ষকতাৰ কামত শিক্ষকে মন বহুৱাব লাগিব। ক্ৰমে পদ্ধতিৰ উন্নতি হব।

---

# বুনিয়াদী বিদ্যালয় গঠন আৰু তাৰ সামগ্ৰী

## তিতাবৰ প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা লোৱা

এখন বুনিয়াদী বিদ্যালয়ৰ কাৰণে কমকৈও তিনিবিঘা মাটি লাগে। যথাস্থানত ছাত্ৰ-ছাত্ৰীৰ সংখ্যানুপাতে এটি স্বাস্থ্যকৰ ঘৰ, প্ৰস্ৰাৱখানা আৰু পায়খানা থাকিব। এখন উদ্যান আৰু এখনি শাক-পাচলিৰ বাগিচা থাকিব।

ছাত্ৰ-ছাত্ৰী বহিবৰ কাৰণে ঢৰা আৰু লিখিবৰ কাৰণে এফুট ওখ ডেস্ক ব্যবহাৰ কৰিব। শিক্ষকৰ কাৰণে চকী, মেজ, বোৰ্ড, এটা আলমাৰি, ঘড়ী, মেপ গ্লোব অপৰিহাৰ্য্য। ইয়াৰ উপৰিও আৱশ্যকীয় কিতাপৰ এটি পুথিভঁৰাল থাকিব। যিমানদূৰ সম্ভৱ দুই এখন মাহেকীয়া শিশু আলোচনী আৰু এখন বাতৰি-কাকত থকা নিতান্ত দৰকাৰ। সমন্বয় পাঠৰ লগত সম্বন্ধ থকা যথেষ্ট পৰিমাণৰ চাৰ্ট মডেল থাকিবই।

**বিদ্যালয়ৰ আৱশ্যকীয় বহী** :—১। ভৰ্ত্তি বহী, ২। দৈনিক হাজিৰাবহী, ৩। কাটাইৰ হিচাব বহী, ৪। পাঠ পৰিকল্পনা বহী (শিক্ষকৰ ডায়েৰী), ৫। পাঠৰ টোকা বহী (পাঠৰ বিতং বিৱৰণ), ৬। চাফাই, কৃষিৰ ৰেকৰ্ড বহী, ৭। বছৰেকীয়া স্কিম বহী, ৮। ভড়াঁলৰ হিচাব বহী।

**উদ্যোগৰ সঁজুলি** :—১। ছাত্ৰৰ সংখ্যানুপাতে টাকুৰী, ২। আটেৰণ (বাঁহৰ আটেৰণ ব্যৱহাৰ কৰিব পাৰে), ৩। ওপৰ শ্ৰেণীটোৰ ছাত্ৰৰ জোখাৰে যঁতৰ পৰেটা, ৪। সৰু ধুনুকী আৰু গুটিলা ৫ খন (বাঁহৰ ধুনকী ব্যৱহাৰ কৰিব পৰা যায়), ৫। নৌঁওঠনী ২ খন, ৬। পাজিৰটা পুনি-পাত শলা-২, ৭। এবছৰৰ কাৰণে ৫০ জন ছাত্ৰৰ এখন স্কুলত অন্ততঃ ১ এমোন গুটিথকা কপাহ।

**কৃষিৰ সঁজুলি** :—১। সৰু কোৰ ৬খন, ২। কটাৰি ১০খন, ৩। কাচি ১০খন, ৪। বাল্‌টি ২টা, ৫। শস্যত পানী দিয়া ২টা, ৬। খন্তি ১০খন, ৭। Measuring tape—১টা।

**চাফাইৰ সঁজুলি** :—১। শোটা ২। বাঢ়নী ৩। পাচি আৱশ্যক অনুপাতে ৰাখিব লাগে। চাফাইৰ বাবে বাল্‌টি কোৰ কৃষিৰ সঁজুলিৰে চলিব।

**বিদ্যালয় পৰিচালনা** :—বিদ্যালয়ত এখন ছাত্ৰ ব্যৱস্থাপক সভা থাকিব। ব্যৱস্থাপক সভাই গোটেই বিদ্যালয়ৰ কাৰণে এজন প্ৰধানমন্ত্ৰী, এজন কৃষিমন্ত্ৰী আৰু এজন কৃষ্টিমন্ত্ৰী নিৰ্ব্বাচন কৰিব। কৃষ্টিমন্ত্ৰীয়ে অন্ততঃ এমাহত একোখন কৃষ্টিসভাৰ আয়োজন কৰিব আৰু গাৱঁৰ ৰাইজ আৰু অভিভাৱক সকলক নিমন্ত্ৰণ কৰিব।

**প্ৰত্যেক বৰ্গৰ কাৰণে** :—এজন বৰ্গমন্ত্ৰী, এজন চাফাইমন্ত্ৰী আৰু এজন স্বাস্থ্যমন্ত্ৰী নিৰ্ব্বাচিত হব। মন্ত্ৰীসকলৰ কাৰ্য্যদান এমহীয়া হব। আৱশ্যকমতে মন্ত্ৰীৰ সংখ্যা বঢ়াবও পৰা যাব। দোৱাত-কলম, তলা-চাবি আদি বস্তু বিদ্যালয়ত সৰ্ব্বসাধাৰণতে প্ৰয়োজন হব।

বিঃদ্ৰঃ—বিদ্যালয়ৰ উৎপন্নৰ কাৰণে শিক্ষকে চকু দিব লাগিব।

# পাঠদানৰ টোকা

পাঠ দাতা—শ্ৰীৰাজেন্দ্ৰ বৰুৱা। তাৰিখ—১৯। ৬। ৫৫

স্কুল—উত্তৰ মঙ্গলদৈ টাউন বুনিয়াদী বিদ্যালয়।

বৰ্গ—পঞ্চম বৰ্গ। সময়—৪৫ মিনিট।

বিষয়—মাতৃভাষা।

কামৰ আঁচনি।

## স্কুলত প্ৰতিষ্ঠা দিৱস পালন

(ক) স্কুলঘৰৰ বাহিৰ ভাগ চাফাই কৰাৰ পাছত ঘৰটো চাফা কৰা; মিটিঙৰ বাবে টেবিল, চেয়াৰ আদি সজোৱা, স্কুলৰ বাগিচাৰ পৰা ফুল আনি মালা গঁথা, ছাত্ৰ-ছাত্ৰীয়ে নিজে তৈয়াৰ কৰা বিচনি, টেবিলত পৰা কাপোৰ আদি ব্যবহাৰ কৰা।

স্কুলৰ মন্ত্ৰীসভাৰ সভাপতিয়ে সভাপতিত্ব কৰিব।

(খ) আজি জুন মাহৰ ১৯ তাৰিখ। ১৯৫২ চনৰ এই তাৰিখত আমাৰ এই স্কুলৰ প্ৰতিষ্ঠা হৈছিল। সেই উপলক্ষে আজি মন্ত্ৰীসভাৰ সিদ্ধান্তমতে প্ৰত্যেক বৰ্গৰ বৰ্গমন্ত্ৰীৰ পৰিচালনাত এক বা ততোধিক ৰচনাত্মক কাম কৰিবলৈ প্ৰত্যেক বৰ্গৰ ছাত্ৰ-ছাত্ৰী আগ বাঢ়িব।

(গ) আজিৰ দিনটো মনত ৰাখিবৰ বাবে স্কুলকম্পাউণ্ডত ফলদিয়া গছৰ পুলি ৰুব। ফুলৰ বাগিচাত ১৯। ৬। ৫২ তাৰিখটো (শাক ফুলৰ গছেৰে) লিখি লব। শিক্ষকে সহযোগ কৰিব।

(ঘ) মনত আনন্দ পাবৰ কাৰণে আৰু দেশৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ খেল পথাৰত পতাকা উত্তোলন কৰিব।

## সমন্বয় পাঠ

মাতৃভাষা—৫ম বৰ্গ—৪৫ মিনিট।

মিটিঙত আলোচনা হোৱা কথাবোৰ পুনৰালোচনা কৰা হব আৰু এই স্কুলৰ বুৰঞ্জী সম্বন্ধে আলোচনাৰ অন্তত স্কুলৰ বিষয়ে এখনি ৰচনা লিখিবলৈ দিয়া হব। শিক্ষকে সহযোগ কৰিব লাগিব।

স্কুলৰ মন্ত্ৰীসভাৰ সভাপতিয়ে দিয়া নিৰ্দ্দেশমতে প্ৰধানমন্ত্ৰীয়ে তলত লিখা ধৰণে লিখি সকলোৰে পঢ়িব পৰা কৈ বেঁৰত আঁকি থব।

---

## উত্তৰ মঙ্গলদৈ টাউন বুনিয়াদী বিদ্যালয়
## ১৯ জুন।

আজি আমাৰ স্কুলত "স্কুল-প্ৰতিষ্ঠা" দিবস পালন কৰা হয়। এই উপলক্ষে স্কুল কম্পাউণ্ডত কেইবা জোপাও ফলদায়ক গছপুলি ৰোৱা হয়। পতাকা উত্তোলন কৰা হয় আৰু এখন মিটিং পতা হয়। মিটিঙত সভাপতিত্ব কৰে আমাৰ স্কুলৰ মন্ত্ৰীসভাৰ সভাপতি শ্ৰীৰাজেন্দ্ৰ বৰুৱা—প্ৰধান শিক্ষক মহোদয়ে।

দ্বিতীয় আৰু তৃতীয় শিক্ষক মহোদয়দ্বয়ে আমাৰ স্কুল প্ৰতিষ্ঠা কৰা সম্বন্ধে একোটিকৈ সাৰুৱা বক্তৃতা দিয়ে। ছাত্ৰ-ছাত্ৰীসকলৰ ফালৰ পৰাও ২।৩ জনে থিয় হৈ সংক্ষেপে নিজৰ নিজৰ মন্তব্য প্ৰকাশ কৰৰ উপৰিও বুনিয়াদী শিক্ষাৰ বিষয়ে কয় আৰু আগলৈও এইদৰে উৎসৱ আদি পালন কৰিবলৈ উৎসাহ দিয়ে।

শ্ৰীৰেণুবালা সাহা (৫ম বৰ্গ)
প্ৰধানমন্ত্ৰী
উত্তৰ মঙ্গলদৈ টাউন বুনিয়াদী বিদ্যালয়।

---

# সমন্বয় পাঠ

শিক্ষক—শ্ৰীৰাজেন্দ্ৰ বৰুৱা (উত্তৰ মঙ্গলদৈ বুনিয়াদী স্কুল)
(এই টোকা এইজন শিক্ষকে নিজে লিখিছে)

তাৰিখ....................................১৯-২-৫৫
স্কুলৰ নাম................উত্তৰ মঙ্গলদৈ বুনিয়াদী স্কুল।
বৰ্গ............................................২য়
ল'ৰাৰ বয়সৰ গড়.......................৭
ল'ৰাৰ সংখ্যা................................২৪
শিক্ষাৰ মাধ্যম.............কাটাই—২০ মিনিট
সমন্বয় জ্ঞান..........গণিত যোগ-বিয়োগ ৩০ মিনিট

(১) পাঠৰ আধাৰ ঃ—নিখিল ভাৰত কংগ্ৰেছ সভাপতি শ্ৰীউচৰঙ্গৰায় নৱলশঙ্কৰ ধেবৰক সম্ভাষণ জনাবলৈ সূতা কাটিছে (মৌন অখণ্ড সূত্ৰযজ্ঞ)।

(২) কামৰ ব্যাখ্যা (আধাৰৰ স্পষ্টীকৰণ) ঃ—অখণ্ড সূত্ৰযজ্ঞত ২য় বৰ্গও যোগ দিছে। ২০ মিনিটৰ ভিতৰত ৪টা টোলীত প্ৰায় ১গুণ্ডী সূতা কাটিব।

(৩) সমন্বয়াত্মক জ্ঞান ঃ—প্ৰত্যেক টোলীত (৬ জনীয়া) ১ গুণ্ডীতকৈ কিমান কম বা বেছি সূতা হৈছে, ইয়াৰ ঠিকনা লোৱা। প্ৰতি টোলীৰ সূতা ১ ল'টিতকৈ কিমান কম বা বেছি। মুঠ সূতা কিমান হ'ল? ৩য় বৰ্গই ৭২০টাৰ কাটিছিল, কিমান কম বা বেছি হ'ল। এই প্ৰকাৰে সৰল যোগ আৰু বিয়োগৰ জ্ঞান ল'ৰা-ছোৱালীৰ হব।

(৪) ১ম টোলীত.................১৪০ টাঁৰ
২য় „ .........১৫২ „
৩য় „ ........১৭৬ „
৪ৰ্থ „ ........১৬২ „
মুঠ ৬৩০ টাঁৰ

| ১৬০ | ১৬০ | ১৭৬ | ১৬২ |
|---|---|---|---|
| ১৪০ | ১৫২ | ১৬০ | ১৬০ |
| ২০ টাঁৰ | ৮ টাঁৰ | ১৬ টাঁৰ | ২ টাঁৰ |

(৫) মুঠ সূতা কিমান, ১ গুণ্ডীতকৈ কিমান কম, ১লটীতকৈ প্ৰতি টোলীৰ সূতা কিমান কম বা বেছি হিচাব কৰি উলিয়াব দিয়া হব। এই প্ৰসঙ্গত যোগ বিয়োগৰ অঙ্ক চৰ্চ্চা হব।

## প্ৰশ্ন

(১) ১ম টোলীৰ সূতাত কিমান টাৰ?
(২) যথাক্ৰমে ২য়, ৩য় আৰু ৪ৰ্থ টোলীৰ সূতাত কিমান টাৰ?
(৩) ১ লটীত কিমান টাৰ? ১ গুণ্ডীত কিমান টাৰ?
(৪) চাৰিওটা টোলীৰ মুঠ সূতা কিমান? ১ গুণ্ডীতকৈ কম বা বেছি?
(৫) ১ম টোলীৰ সূতা ১ লটীতকৈ কিমান কম?
(৬) ২য় „ „ ১ „ „ „?
(৭) ৩য় „ „ ১ „ „ বেছি?
(৮) ৪ৰ্থ „ „ ১ „ „ „?
(৯) ১ম টোলীৰ সূতা ২য় টোলীৰ সূতাতকৈ কিমান কম?
(১০) ২য় „ „ ৩য় „ „ „ „?
(১১) ৩য় „ „ ১ম „ „ „ বেছি?
(১২) ৪ৰ্থ „ „ ২য় „ „ „ „?

সূতাকটা নাইবা এই সম্পৰ্কীয় কোনো পাঠ ল'ৰাৰ পাঠ্য পুস্তকত থাকিলে (যি কোনো পুস্তকত) পঢ়িবলৈ দি পুৰণি ধৰণে সাহিত্যপাঠ, শব্দাৰ্থ, ব্যাখ্যা, বুৰঞ্জী মূলক কথা শিক্ষা দিব। মাজতে ৫ মিনিট জিৰণিও দিব পাৰে।

# দৈনিক পাঠদানৰ টোকা

শিক্ষক ঃ শ্ৰীৰাজেন্দ্ৰ বৰুৱা

(এইটোকা এইজন শিক্ষকে নিজে লিখিছে)।

তাৰিখ........১।৭।৫৫

স্কুল........উত্তৰ মঙ্গলদৈ বুনিয়াদী স্কুল।

বৰ্গ........৪ৰ্থ

ছাত্ৰৰ বয়সৰ গড়........৯

ছাত্ৰসংখ্যা....................১৬

শিক্ষাৰ মাধ্যম........কৃষি (বনমহোৎসব সপ্তাহত)

## ১। কামৰ স্পষ্টীকৰণ বা ব্যাখ্যা ঃ—

আজি ১৯৫৫ চনৰ বৃক্ষৰোপণ সপ্তাহৰ প্ৰথম দিন। স্কুল বহাৰ লগে লগে ৫ম আৰু ৩য় বৰ্গৰ ল'ৰাক গাৱঁলৈ আম, লেটেকু আৰু লেচু আদিৰ গছ পুলি আনিবলৈ পঠাব লাগিব। ৪ৰ্থ বৰ্গৰ ল'ৰাৰ হতুৱাই যথাস্থানত গাঁত খনাব লাগিব আৰু গাঁতৰ কাষে কাষে পচন সাৰ আনি ৰখাব লাগিব। ২য় আৰু ১ম বৰ্গৰ ছাত্ৰ-ছাত্ৰীক চাফাই মন্ত্ৰীৰ নিৰ্দ্দেশমতে কাম কৰি স্কুলৰ চৌহদ চাফ্ কৰাব লাগিব। ৪ৰ্থ বৰ্গৰ গাঁত খনা হোৱা সময়ত গছপুলি আহি পাব। পূৰ্ব্বৰ নিৰ্দ্দেশমত গছপুলিৰ গুৰিত মাটি আহিছেনে নাই লক্ষ্য কৰিব লাগিব। প্ৰত্যেকটো গাঁতত একোটাকৈ পুলি ৰুই তাত পচন সাৰ ব্যৱহাৰ কৰি তাৰ উপকাৰিতা বুজাই কব লাগিব। গছপুলি ৰোপণ কাৰ্য্যত নিৰ্দ্দেশ দিয়াৰ উপৰিও যথাযথ সহায় কৰিব লাগিব।

গছপুলি ৰোৱা কাম শেষ হলে হাত ভৰি ধুই নিজ নিজ ঠাইত বহিবলৈ দিব লাগিব। সকলোৱে নিজ ঠাই লোৱাৰ পাছত প্ৰাৰ্থনা আৰম্ভ কৰিবলৈ দিব। '৫৫ চনৰ বৃক্ষৰোপণ সপ্তাহ বাবে ৫ সংখ্যাৰ ওপৰত জোৰ দি প্ৰাৰ্থনাৰ স্তোত্ৰ, মন্ত্ৰ, ভজন আৰু ধুন মুঠ ৫টা গাবলৈ কৃষ্টিমন্ত্ৰীয়ে নিৰ্দ্দেশ দিব। এইৰূপে প্ৰাৰ্থনা হৈ যোৱাৰ পাছত অহা কালিৰ (২য় দিন) আঁচনি সম্বন্ধে আলোচনা হব। আলোচনাৰ অন্তত পুনৰ প্ৰত্যেক বৰ্গই নিজ নিজ ঠাই লব।

## ২। সমন্বয়াত্মক বিষয়, পাঠ ঃ—

(ক) সাধাৰণ জ্ঞান ঃ—(১) গছৰ অংশ আৰু তাৰ কাম

(২) পচন সাৰ

(খ) ছবি ঃ— (১) শিপাৰ সৈতে গাগছ

(২) পাতৰ সৈতে আম

(গ) সমাজ বিজ্ঞান ঃ-(১) বনমহোৎসৱ, বৃক্ষৰোপণ সপ্তাহ আদিৰ আৱশ্যকতা

(২) স্কুলত বৃক্ষৰোপণ সপ্তাহৰ গুৰুত্ব

(ঘ) গণিত ঃ— (১) বৈখিক পৰিমাণ—গজ, ফুট আদি যি কোনো পাঠ্য পুস্তকত এই বিষয়ে কোনো পাঠ থাকিলে সেই পাঠ-সাহিত্যৰ পাঠদান হিচাবে ব্যৱহাৰ কৰিব পাৰিব। তাৰ আগত ৫ মিনিট জিৰণি দিব। বাগিচাত ফুৰি আহিবলৈ দিলেও জিৰণি হব।

সাধাৰণ জ্ঞান ঃ—শিপাৰসৈতে এটা গছপুলি উভালি আনি ছাত্ৰ-ছাত্ৰীৰ আগত দেখুৱাব লাগিব।

তলত প্ৰশ্নকেইটাৰ উত্তৰ উলিয়াই গছৰ অংশ কেইটাৰ নাম প্ৰত্যক্ষভাৱে শিকাই দিব লাগিব।

| | প্ৰশ্ন | উত্তৰ |
|---|---|---|
| ১। | এইটো কি গছৰ পুলি? | — তামোল |
| ২। | পুলিটোৰ তলৰ অংশৰ নাম কি? | — শিপা |
| ৩। | „ মাজৰ „ „ „ | — গা-গছ |
| ৪। | „ ওপৰৰ „ „ „ | — পাত |

৫। তেন্তেহলে গছৰ অংশ কেইটা পালা? নাম কি কি? গছৰ অংশ কেইটাৰ নাম জনাৰ পাচত তাৰ প্ৰতি অংশৰ কাম (কিতাপৰ সহায়ত ) কি কি বুজাই কম। প্ৰত্যেক ছাত্ৰই সাধাৰণ জ্ঞানৰ বহীত এই বিষয়ে টোকা লিখি লব।

পচন সাৰ ঃ—গছপুলিৰ গুৰিত দিয়া পচন সাৰৰ ব্যৱহাৰ সম্পৰ্কে তলৰ প্ৰশ্নৰ দ্বাৰা আলোচনা কৰিম।

(ক) গছপুলিৰ গুৰিত মাটিৰ লগত কি কি মিহলালা?

(খ) পচন সাৰ কিয় দিয়া হ'ল?

(গ) „ „ কি পৰিমাণে দিয়া হ'ল?

(ঘ) সাৰৰ অভাৱত খেতি কিয় বেয়া হয়?

(ঙ) সাৰ প্ৰস্তুত কৰা আমাৰ কিয় কৰ্ত্তব্য?

সাৰৰ আৱশ্যকতা উপলব্ধি কৰাই পচন সাৰৰ গাত্ত খানিবলৈ কৌতূহল জন্মাবলৈ চেষ্টা কৰিব লাগিব।

**ছবি আঁকা ঃ**—চবি আঁকা বিষয়টো প্ৰায় সকলো ল'ৰা ছোৱালীয়ে ভাল পায়। পাঠ বেছি ৰসাল কৰিবলৈ আৰু ছবি আঁকাৰ মান উন্নত কৰিবলৈ এটা গছপুলি আগত ৰাখি শিপাসহ এডাল গছ আঁকিবলৈ দিব। বোৰ্ডত আঁকি দিবও পাৰে।

(পাতে সৈতে আম, লেটেকুৰ থোপা আদি অন্যান্য ছবি পাচৰ পাঠত দিব)

**সমাজ বিজ্ঞান ঃ**—আলোচনা সভাৰ মুখ্য বিষয় হব "বন মহোৎসৱ আৰু বৃক্ষৰোপণ সপ্তাহ"। এই বিষয়ে আলোচনা হোৱাৰ পাচত প্ৰত্যেক ছাত্ৰই টোকা বহীত সাৰাংশ লিখি লব আৰু ঘৰত একোখন ৰচনা লিখিব।

**গণিত ঃ**—প্ৰতিটো গছপুলিৰ দূৰত্ব ৫ ফুট ৪ ইঞ্চি এই জোখে পুলিবোৰ ৰোৱা হৈছে। বেৰৰ চাৰিওটা কাষত মুঠ কিমান পুলি ৰোৱা হব আৰু বেৰটো উত্তৰে দক্ষিণে কিমান টাৰ, ফুট হয় আৰু পূবে পশ্চিমে কিমান হয় জুখি শ্ৰেণীত তাকে অঙ্কৰ আকাৰে পাতি লঘুকৰণ কৰিবলৈ দিব।

এই সম্পৰ্কীয় যি কোনো পাঠ পাঠ্যপুস্তকত থাকিলে পুৰণি ধৰণে সাহিত্য পাঠ দিব পাৰিব, ৫।১০ মিনিট জিৰণি দিয়াৰ পাছত।



# সমন্বয় পাঠ

শিক্ষক—শ্ৰীৰাজেন্দ্ৰ বৰুৱা

তাৰিখ—২৭।৪।৫৫, বুধবাৰ।

বৰ্গ—৪ৰ্থ

ল'ৰাৰ বয়সৰ গড়—৯

ল'ৰাৰ সংখ্যা—১৬

সময়—৩০ মিনিট

(১) পাঠৰ আধাৰ—বেঙেনাৰ খেতি

(২) কলাৰ স্পষ্টীকৰণ—ল'ৰাবোৰক খেতি পথাৰলৈ নি বেঙেনাৰ গছবোৰৰ পৰা বেঙেনা ছিঙি আনা।

(৩) সমন্বয় কৰিবলগীয়া বিষয় আৰু পাঠ

গণিত— (ক) বেঙেনা বেচা প্ৰসঙ্গত ইয়ান ওজন লোৱা।

(খ) বজাৰ দৰ অনুসাৰে তাৰ দাম উলিওৱা।

(গ) এই প্ৰসঙ্গত সেৰ, ছটাক, অনা আৰু পইচাৰ মৌলিক প্ৰশ্ন সমাধান কৰাৰ অভ্যাস কৰা আৰু গণিত কিতাপৰ সহায়ত মোন, সেৰ, ছটাক, তোলা আৰু টকা, অনা, পাই আদিৰ চিন শিকোৱা।

গছত বেঙেনা ২৫টা, ওজন হ'ল—/।৪॥০ ছটাক।

বেঙেনাৰ দৰ সেৰত— ৶০ অনা।

/।৪ সেৰৰ দাম— ৶০ × ৪ = ৸০ অনা।

/॥০ ছটাকৰ দাম— ৶০ + ২ = /৬ অনা।

---

/৪॥০ ছটাকৰ দাম— ৸/৬ পাই।

(৪) শিক্ষা-প্ৰণালী—ল'ৰাবোৰে নিজে বেঙেনা ছিঙি আনি জোখ কৰি বজাৰ দৰত (ওপৰোক্ত দৰত) বেচিব।

প্ৰশ্ন ঃ—তলত প্ৰশ্নকেইটাৰ উত্তৰ সহযোগ কৰি উলিয়াই মোন, সেৰ, টকা, অনাৰ নতুন জ্ঞান দিবলৈ চেষ্টা কৰা হ'ব।

১। বেঙেনাৰ ওজন কেনেকৈ বুজিবা?

২। „ মুঠ ওজন কিমান?

৩। „ বজাৰ দৰ কি?

৪। /।৪।৷০ সেৰৰ দাম কিমান?

৫। /।৪।৷০ সেৰত কিমান ছটাক?

৬। ৸./৬. পাইত কিমান পাই?

ইয়াৰ পাছত ৫।১০ মিনিত জিৰণি দিয়াৰ পাছত যি কোনো পাঠ্য পুস্তকত এনে বিষয়ৰ পাঠ থাকিলে সাহিত্য-পাঠ হিচাবে ব্যৱহাৰ কৰিব।

---

# সমন্বয় পাঠ
## (শিক্ষকৰ নিজৰ টোকা)

শিক্ষক—শ্ৰীনৰপতি কলিতা

হেঃ পণ্ডিত—দিঘীৰপাৰ বুনিয়াদী বিদ্যালয় (মঙ্গলদৈ)

(চলিথকা পাঠ্যপুথিৰ সহায়ত)

বুনিয়াদী শিক্ষাত আগে কাম কৰি তাৰ পৰা জ্ঞান আহৰণ কৰিব লাগে। অৱশ্যে প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতা আৰু সামাজিক পাৰিপাৰ্শ্বিকতাৰ মাধ্যমতো শিক্ষা দিব পাৰি। কাম মানে যেই সেই কাম নহয়। জীৱনৰ কাৰণে যি যি কামৰ আৱশ্যক তেনে কামহে বুনিয়াদী বিদ্যালয়ত দিয়া উচিত। এতিয়া কামৰ মাধ্যমত বিভিন্ন বিষয় কেনেদৰে শিকোৱা হয় তাৰে এটি আৰ্হি দিয়া হ'ল। অৱশ্যে ই এটা নমুনাহে। শিক্ষকৰ নিপুণতাৰ ওপৰতহে শিক্ষাদান কাৰ্য্য নিৰ্ভৰ কৰে। গতিকে ইয়াতকৈয়ো ভাল আৰ্হিত শিক্ষা দিব পৰা স্বাভাৱিক। এতিয়া ধৰা যাওক ৫ম বৰ্গত পঢ়ুৱাব লাগে।

(সিদিনা আহিনৰ ১২ তাৰিখ, সোমবাৰ)

## সিদিনাৰ পাঠ্যক্ৰম হ'ল—

৭-৭-২০ চাফাই, ৭-২০—৭-৩০ প্ৰাৰ্থনা, ৭-৩০)৮ কৃষি, ৮—৮-৩০ সাধাৰণ বিজ্ঞান, ৮-৩০—৯ অঙ্ক, ৯—৯-৩০ বুৰঞ্জী, ৯-৩০-১০ ভূগোল, ১০—১০-৩০ ছবি, ১০-৩০—১১ ব্যায়াম।

স্কুলত উপস্থিত হৈয়েই বৰ্গমন্ত্ৰীৰ পৰিচালনাত আৰু চাফাই মন্ত্ৰীৰ নেতৃত্বত স্কুল আৰু কম্পাউণ্ড চাফা কৰাই জাবৰবোৰ পচন সাৰৰ গাঁতত পেলাই উঠি হাত-মুখ ধুই আহি নিজ নিজ আসনত শৃঙ্খলাৰে বহাৰ ব্যৱস্থা কৰি লব লাগে। তাৰ পাচত ৫ম বৰ্গৰ বৰ্গমন্ত্ৰী বা তেওঁ অনুপস্থিত থাকিলে ৪ৰ্থ বৰ্গৰ মন্ত্ৰীয়ে প্ৰাৰ্থনা-গীত লগাই দিবৰ বাবে সুললিত মাতৰ ল'ৰাক অনুৰোধ কৰি ৰাখিব। সকলো বৰ্গৰ ল'ৰা-ছোৱালী শৃঙ্খলাৰে বহাৰ পাচত পাৰিলে বৰ্গমন্ত্ৰীয়ে ধুনা জ্বলোৱাৰ ব্যৱস্থা কৰিব। নোৱাৰিলে নাই। তেতিয়া বৰ্গমন্ত্ৰীয়ে সকলোৰে শুনাকৈ "২ মিনিটৰ বাবে শান্তি" শব্দ উচ্চাৰণ কৰিব। বৰ্গমন্ত্ৰীয়ে 'শান্তি' শব্দ কোৱাৰ লগেলগে সকলো ল'ৰাই নিস্তব্ধ হৈ ঈশ্বৰক অন্তৰত ধাৰণা কৰি হাতজোৰ কৰি চকু নাকৰ অগ্ৰ ভাগলৈ ৰাখি আধামুদা অৱস্থাত থাকিব।

২ মিনিটৰ অন্তত বৰ্গমন্ত্ৰীয়ে 'প্ৰাৰ্থনা' বুলি কোৱাৰ লগে লগে আগতে বৰ্গমন্ত্ৰীয়ে অনুৰোধ কৰি থোৱা ল'ৰাই প্ৰাৰ্থনা লগাই দিব। বাকীবিলাকে সমস্বৰে গাব। কোৱাপৰ প্ৰাৰ্থনা এজনে গাব, বাকীবিলাকে মনদি শুনি অন্তৰতে ঈশ্বৰক প্ৰণতি

জনাব। প্ৰাৰ্থনা শেষ হলে 'প্ৰাৰ্থনা সমাপ্ত' বুলি কোৱাৰ লগেলগে সকলো ল'ৰা উঠি শৃঙ্খলাৰে নিজৰ নিজৰ ঠাইত বহিবগৈ। এইদৰে সামূহিক প্ৰাৰ্থনা হৈ যোৱাৰ পাছত কটিনমতে যি বৰ্গৰ কাম আছে সেই বৰ্গৰ শিক্ষকে সেই কাম আৰম্ভ কৰিব।

এতিয়া আগেয়ে ধৰিলোৱা মতে ৫ম বৰ্গৰ কাম আছে কৃষি। আগৰ দিনাখনৰ আঁচনি মতে সিদিনা ৫টা কাগজীনেমুৰ পুলি কৰ লাগে। ইতিমধ্যে পুলি আনি থোৱাই আছে। (স্থূলত যি যি কাম কৰা হয় ছাত্ৰ-ছাত্ৰীৰ লগত আলোচনা কৰি আঁচনি তৈয়াৰ কৰিব লাগে) এতিয়া আঁচনি মতে গাঁত খান্দি তাত পচন সাৰৰ গাঁতৰ পৰা পচন সাৰ আনি গাঁতত দি পুলিবোৰ কই দিয়াওক। গছ পুলিবোৰ ৰোৱাৰ লগেলগে ছাত্ৰ-ছাত্ৰীক সোধক গছৰ ভাগ কেইটা? কি কি? প্ৰত্যেক ভাগৰ কাম কি কি? ( পূৰ্ব্বৰ জ্ঞানৰ লগত সম্বন্ধ ৰাখি) এনেকুৱা টেঙা জাতীয় আৰু কি কি উদ্ভিদ আছে ইত্যাদি ( প্ৰশ্নবোৰ ক্ৰম অনুসাৰে হব লাগে)।

তাৰ পাচত গছপুলি ৰোৱা হলে আৰু তাৰ আৱশ্যকীয় প্ৰশ্ন সুধি বুজাই দিয়া হলে কৃষি মন্ত্ৰীৰ তত্ত্বাৱধানত কোৰ কটাৰী ধুই শুকাবলৈ দি শ্ৰেণী কোঠালিলৈ আহক আৰু পূৰ্ব্বে বৰ্ণনা কৰা গছৰ অংশ আৰু তাৰ কাম, কোন বিধৰ উদ্ভিদ আদি নিজৰ বহীত লিখিব দিয়ক। লিখা হলে চাই ভুল-চুক্ শুধৰাই চহী কৰক।

তাৰ পাচত সোধক গছপুলি ৰোৱাত কিমান সময় হ'ল?

(ঘৰীৰ লগত আগৰে পৰাই সম্পৰ্ক ৰাখিব), ধৰক ল'ৰাই ক'লে ২৫ মিনিট। তেতিয়া কওক আৰু ৭টা পুলি এই হিচাবে কলে কিমান সময় লাগিব। তেতিয়া ল'ৰাৰ এই কথাটো জানিবৰ আৱশ্যক হব আৰু স্বভাৱতে এই নিয়মটো জানিবৰ আগ্ৰহ জন্মিব। তেতিয়া খুব সৰলবাৰে অঙ্কটো বুজাই দিয়ক—ঐকিক নিয়মে। এনে ধৰণৰ সেইদিনাৰ গছপুলি ৰোৱাৰ প্ৰসঙ্গৰ আৰু ২।১ টা অঙ্ক কৰিব দি বুজা নুবুজা প্ৰমাণ লওক। নুবুজিলে পুনঃ বুজাই দিয়ক। পুনঃ আকৌ ২।৩ টা অঙ্ক কৰিব দিয়ক। অঙ্ক তিমানতে এৰি কওক—

বাৰু কোনেকৈ এনেকুৱাকৈ বাৰী এখন যত্ন কৰি অতি ধুনীয়াকৈ ৰখাৰ বাবে এজন বামুণৰ চাকৰে ৰাজ-অনুগ্ৰহ পাই শেষত আহোম ৰজাৰ বৰবৰুৱা হৈছিল তাৰে কথা মই তোমালোকক ক'ম।

তেতিয়া অসমত আহোম ৰজাই ৰাজত্ব কৰিছিল। মহাৰাজ প্ৰতাপসিংহ স্বৰ্গ দেৱ আছিল আহোম সিংহাসনত। ৰজা এদিনাখন প্ৰজাৰ দুখ-সুখ চাবৰ বাবে নাজিৰালৈ যায়। ৰজাই ফুৰি থাকোঁতে হঠাৎ এখন বাৰীৰ পিনে চকু পৰিল। বাৰীখন ইমান ধুনিয়াকৈ ৰাখিছিল যে, বাটৰুৱাই এবাৰ নাচাই নোৱাৰিছিল। ৰজাই বাৰীৰ গৃহস্থক মাতি আনি সুধিলত বাৰীৰ গিৰিহঁত ব্ৰাহ্মণে তেওঁৰ চাকৰে ল'ৰা মোমাইয়ে এনে ধুনীয়াকৈ ৰাখিছে বুলি ক'লে। ৰজাই ল'ৰাটিৰ প্ৰতি বৰ সন্তুষ্টহে ব্ৰাহ্মণক কৈ ল'ৰাটি লৈ যায়।

ল'ৰাটিৰ আচল নাম মেমাই চেং। মেমাইৰ বিধৱা মাকৰ বাহিৰে সংসাৰত তাৰ কোনো নাই। মাকে খুজি মাগি তাক পুহিব নোৱাৰি নাজিবাৰ এঘৰ ব্ৰাহ্মণৰ ঘৰত চাকৰ থলে। মেমায়ে সেই ব্ৰাহ্মণ ঘৰকে আপোন ভাবি সকলো কাম কৰিব ধৰিলে। তাৰ ব্যৱহাৰ আৰু কামৰ প্ৰতি আগ্ৰহ দেখি ব্ৰাহ্মণ তাৰ প্ৰতি অতি সন্তুষ্ট হ'ল। সেই মেমাই চেঙেই ব্ৰাহ্মণৰ বাৰীখন ইমান ধুনীয়া কৰি ৰাখিছিল যিখন বাৰী দেখি ৰজা সন্তুষ্ট হৈ শেষত তেওঁক ৰজাই নিজে লৈ যায়।

ৰজাই নি প্ৰথমে তামুলি লিগিবাৰ বাব দিয়ে, আৰু মেমাই নাম গুচাই মোমাই তামুলি নাম দিয়ে। তাতো মোমায়ে ৰজাক কামত সন্তুষ্ট কৰে। এইদৰে যি কামকে নিদিয়ক প্ৰত্যেক কাম নিজৰ বুলি মনপূতি কৰাৰ ফলত ৰজাই সন্তুষ্ট হৈ শেষত বৰবৰুৱা বিষয়কে দিলে। বৰবৰুৱা হৈয়ে তেওঁ অসমৰ উন্নতিৰ কাৰণে প্ৰাণপণে চেষ্টা কৰিলে। অসম ৰাজ্যখন নানা ভাগত ভগাই শাসনৰ সুবিধা কৰি ললে। প্ৰত্যেক গাৱঁত একোজনকৈ গাওঁপালিকা পাতি দিলে। অসমীয়া মানুহৰ লোৱোপা দোষ গুচাবৰ বাবে প্ৰত্যেক দিনে মুনিহে এটাকৈ পাচি বা খৰাহি আৰু প্ৰত্যেক তিৰোতাই ২ গণ্ডাকৈ মহৰা দিয়াৰ ব্যৱস্থা কৰিলে। গাওঁপালিকাই বিচাৰ কৰিব। যদি কোনোবাই নকৰে তেন্তে তেওঁ দণ্ডনীয় হব। এনেকৈয়ে নিজৰ কাম মনপূতি কৰাৰ ফলত সামান্য এটা চাকৰৰ ল'ৰা হৈ কেনেকৈ বৰবৰুৱা হব পাৰিলে চোৱা। তেওঁৰে তোলনীয়া পুতেক হ'ল বিখ্যাত লাচিত বৰফুকন। তেওঁক সকলে পৰা ভাল শিক্ষা দিছিল বাবে অৱশেষত তেওঁ ইমান ডাঙৰ বীৰ পুৰুষ হব পালে।

আখ্যানটো কোৱাৰ শেষত পাঠ্য পুথিৰপৰা পঢ়িবলৈ দিব। তাৰ পাছত ছাত্ৰবোৰৰ মনত আছেনে নাই চাবৰ বাবে প্ৰশ্ন বোধক যেনে :— মোমাই তামুলী বৰবৰুৱাৰ সময়ত কোন ৰজা আছিল? তেওঁ ফুৰিবলৈ কিয় আৰু ক'লৈ গৈছিল? তাত তেওঁ কি দেখিলে আৰু কি কৰিলে? বামুণে ৰজাক কি ক'লে? ৰজাই তেতিয়া কি কৰিলে? মেমাইক আনি ৰজাই কি কাম দিলে? বাৰু মেমাইনো কোন? তেওঁ ক'ৰ মানুহৰ ঘৰত চাকৰ আছিল? কামৰ উন্নতি কৰি শেষত কি কাম পালে? বৰবৰুৱা হৈ তেওঁ কি কি ভাল কাম কৰিলে? তেওঁৰ কোন্ তোলনীয়া পুতেক আছিল? ইত্যাদি।

প্ৰশ্নবোৰৰ উত্তৰ যথাযথ ভাবে দিব পাৰিলে তেওঁলোকৰ বহীত চমুকৈ আখ্যানটি লিখি আনিব দিব। উত্তৰবোৰ দিয়াত বেমেজালি কৰিলে সহায় কৰিব।

তাৰ পাছত আহিল ভূগোল—(ম্যেপত দেখুৱাই) অসম ৰাজ্যৰ (আহোমৰ দিনৰ) চাৰি সীমা দেখুৱাওক। কোচ ৰাজ্যৰ চাৰি সীমা দেখুৱাওক। এতিয়া আমাৰ দেশ কোনে শাসন কৰে? তাৰ আগতে কোনে শাসন কৰিছিল? বুৰঞ্জী অসমৰ চাৰি সীমা কি আছিল? এতিয়াৰ সীমা কি? এতিয়া ৰাজধানী ক'ত? ৰাজধানী কাক বোলে? ইত্যাদি। যিমান যিনি শিক্ষা দিয়া আৱশ্যক (ৰিম মতে) সেইদৰে প্ৰশ্ন কৰি তাৰ উত্তৰ উলিয়াব। ল'ৰাই নোৱাৰিলে সহায় কৰিব আৰু ম্যেপৰ ব্যৱহাৰ কৰিব। তাৰ পাচত বহীত টোকা লিখাব।

তাৰ পাছত—ছবি। এটা কাগ্জী টেঙ্গাৰ ছবি আঁকি আৰু এটা টেঙ্গা আগত ৰাখি ল'বাক ছবি আঁকিব দিব। শুদ্ধ কৰি দিয়াৰ পাছত ৰঙীত আঁকিব। ৰঙীত অঁকা হ'লে চাই দিব।

তাৰ পাছত ব্যায়াম—এই প্ৰসঙ্গত লাচিতৰ কথা উল্লেখ কৰি ছাত্ৰক ব্যায়াম শিক্ষা দিব।

তাৰ পাছত নিয়ম অনুসাৰে ছুটী দিব।

একেদিনাই কোনো এটি পাঠ শেষ কৰিব নোৱাৰিলে পাছদিনা শিকাব পাৰিব।

স্কিমৰ বিষয়ে আগতে কোৱা হৈছে। এই সমন্বয় পাঠৰ লগত পুনঃ কোৱা হ'ল।

স্কিমখন ঋতুৰ ভাগ হিচাবে ভাগ কৰিব লাগে।

১ম ভাগ—মাৰ্চ্চৰ পৰা মেইলৈ—বসন্ত।

২য় ভাগ—জুনৰ প্ৰৰা আগষ্টলৈ—গ্ৰীষ্ম আৰু বৰ্ষা।

৩য় ভাগ—চেপ্তেম্বৰৰ পৰা নবেম্বৰলৈ—শৰৎ আৰু হেমন্ত।

৪ৰ্থ ভাগ—ডিচেম্বৰৰ পৰা ফেব্ৰুৱাৰীলৈ—শীত

দৈনিক পাঠৰ টোকাবোৰ পাঠ্যপুথিৰ পৰা সেইদৰে ভাগ কৰি লিখিব লাগিব।



(তিতাবৰ প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা পোৱা)

## ১। পাঠদানৰ টোকা ঃ—

| তাং | সময় | বিষয় | প্ৰযোজনা | পৰিকল্পনা | মন্তব্য |
|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ |

## ২। বিদ্যালয়ৰ চাফাই, কৃষিকামৰ বিবৰণ

| তাৰিখ | বৰ্গ | দৈনিক সময় | কিমান ছাত্ৰৰ শ্ৰমদান হ'ল | চাফাইৰ কাম | কৃষি কাম | মন্তব্য |
|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | |

## ৩। কাটাইৰ হিচাব (শিক্ষকৰ) মাহ চন—

| ক্ৰমিক নং | ছাত্ৰৰ নাম | লোৱা কপাহৰ ওজন | পাজিৰ ওজন | পেলনি যোৱাৰ ওজন | তাং ১ সময় ঘণ্টা | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | উৎপন্ন গুলিৰ সংখ্যা | গুলিৰ ওজন নম্বৰ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | | ৭ | | | | | ৮ | ৯ | ১০ |

## ৪। ছাত্ৰৰ সূতা কটাৰ হিচাব

| তাৰিখ | লোৱা কপাহৰ ওজন | পাজিৰ ওজন | যন্ত্ৰ | দৈনিক কটা পাজিৰ সখ্যা | সময় | দৈনিক কটা টাঁৰৰ সংখ্যা | মুঠ টাঁৰৰ সংখ্যা | উৎপন্ন গুলিৰ ওজন নং | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ |

# প্ৰাৰ্থনা

প্ৰাৰ্থনা বুনিয়াদী স্কুলৰ এটি প্ৰধান অঙ্গ। অসাম্প্ৰদায়িক প্ৰাৰ্থনা আৰু ঈশ্বৰ স্তুতিয়েই প্ৰাৰ্থনাৰ বাবে বিহিত। তলত দিয়া প্ৰাৰ্থনাটি আটাইবোৰ স্কুলতে গৃহিত হৈছে। সেইবাবে এই প্ৰাৰ্থনাটো আৰু তাৰ ভাঙনি দিয়া হ'ল।

(ক) হৰি ওঁম্। বিজ্ঞানং ব্ৰহ্মোতি বিজানীয়াৎ।
বিজ্ঞানাৎ হি এব খলু ইমানি ভূতানি জায়ন্তে।
বিজ্ঞানেন জাতানি জীবন্তি।
বিজ্ঞানং প্ৰয়ন্ত্যভিসংবিশন্তীতি

বিজ্ঞানেই ব্ৰহ্ম; কাৰণ বিজ্ঞানৰ পৰাই এই প্ৰাণীসকলৰ জন্ম হৈছে। জন্মাৰ পাছত এই বিজ্ঞানৰ দ্বাৰাই পৰিবৰ্দ্ধিত হয়। মৃত্যুৰ সময়ত বিজ্ঞানৰ ফালেই গতি কৰে আৰু বিজ্ঞানতেহ বিলীন হয়।

(খ) ওঁ বাঙ্মে মনসি প্ৰতিষ্ঠিতা,
মনো মে বাচি প্ৰতিষ্ঠিতম্;
আবিৰাৰ্বীম এধি;
বেদস্য ম আণীস্থঃ
শ্ৰুতং মে মা প্ৰহাসীঃ
অনেনাধীতেন অহোৰাত্ৰান্ সংদধামি;
ঋতং বদিষ্যামি,
সত্যং বদিষ্যামি;
তন্মামবতু,
তদ্বক্তাৰমবতু;
অবতুমাম্;
অবতু বক্তাৰম্;

মোৰ বাক্যত মন প্ৰতিষ্ঠিত হওক। মোৰ মন বাক্যত প্ৰতিষ্ঠিত হওক। হে স্বপ্ৰকাশ ব্ৰহ্ম! মোৰ ওচৰত তুমি প্ৰকাশ হোৱা। মোৰ ওচৰত বেদৰ অৰ্থ আনি দিয়া। শ্ৰুত বিষয়ে (বেদাৰ্থ) যেন মোক পৰিত্যাগ নকৰে। এই অধ্যয়নৰ দ্বাৰা মই দিন ৰাতিক সংযোজন কৰিম।

মই মানসিক সত্য কথা ক'ম। মই বাচনিক সত্য কথা ক'ম। ব্ৰহ্ম! মোক ৰক্ষা কৰক, মোৰ আচাৰ্য্যক ৰক্ষা কৰক, মোক ৰক্ষা কৰক, মোৰ আচাৰ্য্যক ৰক্ষা কৰক।

(গ) ওঁ সহ নাববতু।
সহ নৌ ভুনক্তু

সহবীৰ্য্যং কৰবাবহৈ
তেজস্বি নাবাধীত মস্ত মা বিদ্বিষাবহৈ।

হে ব্ৰহ্মা! গুৰু আৰু শিষ্য আমাৰ উভয়কে সমানভাৱে ৰক্ষা কৰক। উভয়কে তুল্যভাৱে বিদ্যাফল দান কৰক। আমি যেন উভয়ে সমানভাৱে সামৰ্থ্য উপাৰ্জ্জন কৰিব পাৰোঁ। আমাৰ লব্ধ বিদ্যা উভয়ৰেই সফল হওক। আমি যেন পৰস্পৰে পৰস্পৰক বিদ্বেষ নকৰোঁ।

(ঘ) ওঁম অসতো মা সদ্গময়
তমসো মা জ্যোতির্গময়
মৃত্যোৰ্মামৃতং গময়
ওম্ শান্তিঃ শান্তিঃ শান্তিঃ।

মৃত্যুৰ পৰা মোক অমৃতলৈ লৈ যোৱা। (অসতৰ পৰা মোক সতলৈ লৈ যোৱা) অন্ধকাৰৰ পৰা মোক পোহৰলৈ লৈ যোৱা। মৃত্যুৰ পৰা মোক অমৃতলৈ লৈ যোৱা।

(ইয়াত অসৎ তমস্ আৰু মৃত্যু—একাৰ্থ বাচক) শান্তি হওক—শান্তি হওক—শান্তি হওক

ওঁ শান্তি, ওঁ শান্তি, ওঁ শান্তিঃ।

## একাদশ ব্ৰত

অহিংসা সত্যমস্তেয় ব্ৰহ্মাচৰ্য্যমসংগ্ৰহ
শৰীৰ শ্ৰমঅস্বাদ সৰ্ব্বত্ৰভয় বৰ্জ্জনম্
সৰ্ব্বধৰ্ম্মে সমানত্ব স্বদেশী স্পৰ্শ ভাৱনা
হী একাদশ সেৱাৰী নম্ৰতে ব্ৰত নিশ্চয়।

(১) অহিংসা (২) সত্য, (৩) অস্তেয়, (৪) ব্ৰহ্মাচৰ্য্য, (৫) অসংগ্ৰহ, (৬) শৰীৰশ্ৰম, (৭) অস্বাদ, (৮) সৰ্ব্বত্ৰ ভয় বৰ্জ্জন, (৯) সৰ্ব্বধৰ্ম্মে সমানত্ব, (১০) স্বদেশী ও (১১) স্পৰ্শ ভাৱনা।

---

## কোৰাণৰ প্ৰাৰ্থনা

আউজুবিল্লাহি মিনাস্ ঐশয়ত্বানিৰ ৰাজীম্।।
বিস্মিল্লাহিৰ ৰাহমানিৰ ৰহীম্।
আলহাম্‌দু লিল্লাহি ৰাব্বিল আ লামীন্
আৰ্ ৰহমানিৰ ৰহীমি মালিকিয়াও মিদ্দীন।
ঈয়া কানা বুদু ৱ ইঁয়া কানাষ্টাইন
ইহ্ দিনাচ্ছিৰাত্বল্ মুস্তাকীম্।
সিৰাত্বল্ লজীন্ আন্ আম্ তা আলাইহিম্।
গাইৰিল্ মগদু বি আলাইহিম ৱ লদ্ দোৱাল্ লীন।।

## বাইবেলৰ প্ৰাৰ্থনা

হে হমাৰে পিতা তু জো স্বৰ্গমে হেঁ
তেৰা নাম পবিত্ৰ মানা জায়। তেৰা ৰাজ্য আয়।
তেৰী ইচ্ছা জৈসী স্বৰ্গ মে পুৰী হোঁতী হেঁ।
ঐসীহি পৃথিবী পৰ্ভি হো।
হমাৰে দিন ভৰ্‌কো ৰোটী আজ্ঞা হমে দে
জৈসে হম্ অপনে অপৰাধীয়োঁ কো ক্ষমা কৰতে হেঁ
ঐসেহি হমাৰে অপৰাধকো ক্ষমা কৰ।
হমে পৰীক্ষা মে ন ডাল
পৰন্তু বুৰাই সে ৰচা, ক্যোঁকি, ৰাজ্য, পৰাক্ৰম
ঔৰ মহিমা সদা তেৰেহি হেঁ (এমেন)

ইসাহ প্ৰাৰ্থনা

## ৰামধুন

ৰঘুপতি ৰাঘৱ ৰাজা ৰাম
পতিত পাৱন সীতা ৰাম
মঙ্গল পৰশন ৰাজা ৰাম
পতিত পাৱন সীতা ৰাম
ঈশ্বৰ আল্লা তেৰে নাম
সৱ্‌কো সন্মতি দে ভগৱান্

যোহি আল্লা সোহি ৰাম
পতিত পাৱন সীতা ৰাম।
প্ৰাৰ্থনা সঙ্গীত নানাপ্ৰকাৰ আছে। শিক্ষকে জানি লব।

## জাতীয় সঙ্গীত

জনগণ মন অধিনায়ক জয়হে
ভাৰত ভাগ্য বিধাতা
পঞ্জাব সিন্ধু গুজ্ৰাট মাৰাঠা
দ্ৰাবিড় উৎকল বঙ্গ
বিন্ধ্য হিমাচল যমুনা গঙ্গা
উচ্ছল জলধি তৰঙ্গ।
তব শুভ নামে জাগে, তব শুভ আশীষ মাগে
জাগে তব জয় গাঁথা।
জনগণ মঙ্গল দায়ক জয়হে, ভাৰত ভাগ্য বিধাতা
জয়হে, জয়হে, জয়, জয়, জয়, জয়হে।।

—অন্ত—

# বুনিয়াদী শিক্ষাৰ পটভূমি

(গান্ধীজীৰ দৰ্শন আৰু কৃপালনীজীৰ বিশ্লেষণ)

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

# নিবেদন

বুনিয়াদী শিক্ষা কি তাক বুজিবলৈ শিক্ষা আৰু শিক্ষাপদ্ধতিৰ প্ৰতি বৰ্ত্তমান যি দৃষ্টিভঙ্গী সেই দৃষ্টিভঙ্গী সলাব লাগিব।

গান্ধীবাক্যৰ প্ৰকৃত অনুবাদ হ'লে বেচি বোধগম্য হব পাৰে বুলি অনুবাদৰ প্ৰতিহে বেছি দৃষ্টি দিয়া হৈছে। আচাৰ্য্য কৃপালনীৰ ব্যাখ্যাৰো অনুবাদ কৰা হৈছে, কাৰণ আমাৰ নিজৰ ব্যাখ্যা কেতিয়াও তাতকৈ ভাল হব নোৱাৰে।

শিক্ষাৰ লগত ব্যক্তিৰ সমাজৰ আৰু ৰাষ্ট্ৰৰ কি সম্বন্ধ তাক ভালদৰে বুজিলে বুনিয়াদী শিক্ষাপদ্ধতি বুজিব পৰা হব।

গান্ধী সাহিত্যত থকা বুনিয়াদী শিক্ষা দৰ্শনৰ আটাইবোৰ কথা সন্নিবেশিত কৰিব পৰা নাই; নাইবা কৃপালনীজীৰ সম্পূৰ্ণ ব্যাখ্যাও অনুবাদ কৰিব পৰা নাই। এই দৰ্শনৰ পটভূমি কি আৰু জগতৰ আন আন শিক্ষাবিদ্ দাৰ্শনিক সকলৰ মতবাদৰ লগত যে বুনিয়াদী শিক্ষাৰ মূলতত্ত্বৰ কোনো প্ৰভেদ নাই সেই বিষয়ে আলোচনা কৰা হৈছে।

অকল ভাৰততে নহয় গোটেই জগততে শিক্ষাৰ আমূলপৰিবৰ্ত্তন আৱশ্যক হৈছে। ভাষাৰ মাধ্যমত শিক্ষা দিয়াত শিক্ষাৰ প্ৰকৃত তত্ত্ব মানুহৰ বোধগম্য নহয় আৰু সমাজত প্ৰকৃত শিক্ষিত ব্যক্তিৰ সংখ্যাও নাবাঢ়ে।

যুদ্ধবিৰোধী শান্তিকামী জাতিৰ পক্ষে এই বুনিয়াদী শিক্ষা নিতান্ত আৱশ্যক। এই শিক্ষাই এটি শান্তিবাদী আত্মনিৰ্ভৰশীল আৰু কৰ্ম্মঠ জাতি সৃষ্টি কৰিব। হিংস-যুদ্ধৰ ঠাইত অহিংস প্ৰতিৰোধৰ দ্বাৰা অন্যায় অবিচাৰৰ বিৰুদ্ধে যুজিবলৈ ই শিক্ষা দিব।

এই শিক্ষাত শিক্ষিত লোকে তৰ্ক, যুক্তি, আৰু ন্যায় অন্যায় বিচাৰ কৰি নৈতিক চৰিত্ৰ গঠন কৰাতকৈ নিজৰ কৰ্ম্ম আৰু সংস্বভাৱৰ দ্বাৰা সমাজত নৈতিক আদৰ্শ স্থাপন কৰিব। এই শিক্ষাত শিক্ষিত লোকে বক্তৃতাতকৈ কৰ্ম্মৰ অভ্যাস বেছি কৰিব।

এই শিক্ষাই ধৰ্ম্মক সাম্প্ৰদায়িকতাৰ ভিত্তিত প্ৰতিষ্ঠিত নকৰে। অহিংসা আৰু সত্যৰ ভিত্তিত প্ৰতিষ্ঠিত কৰ্ম্মপ্ৰেৰণা আৰু তাৰ অভ্যাসেই ধৰ্ম্ম। সত্যই ভগবান্ বুলি গান্ধীজীয়ে বাণী প্ৰচাৰ কৰিছে। এই শিক্ষাপদ্ধতিয়ে এনে ধৰণৰ মানৱ-ধৰ্ম্মৰ প্ৰতিষ্ঠা কৰিব।

বুনিয়াদী শিক্ষাৰ পূৰ্ব্বে পূৰ্ব্ববুনিয়াদী আৰু পাচত উত্তৰবুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰা হৈছে। উত্তৰ বুনিয়াদী শিক্ষাৰ পাছত বিশ্ববিদ্যালয়ৰ শিক্ষা।

ক্ৰমে উত্তৰবুনিয়াদী স্কুলবিলাকে হাইস্কুলৰ স্থান অধিকাৰ কৰিব আৰু বৰ্ত্তমান পদ্ধতিৰ হাইস্কুলবোৰ ৰূপান্তৰিত হৈ উত্তৰবুনিয়াদী স্কুলত পৰিণত হ'ব।

বুনিয়াদী শিক্ষাৰ বিষয়ে সকলো শিক্ষিত মানুহে আৰু শিক্ষানুৰাগী আৰু শিক্ষাব্ৰতী লোকসকলে ভালকৈ জনা উচিত। অসমীয়া সাহিত্যত এতিয়াও বুনিয়াদী শিক্ষাৰ কিতাপ বেছি প্ৰকাশ হোৱা নাই। যি দুই চাৰিখন প্ৰকাশ হৈছে তাৰ দ্বাৰা গোটেই পদ্ধতিটো পৰিস্ফুট হৈ উঠা নাই। সেইবাবে গান্ধীজীৰ মূল দৰ্শন আৰু প্ৰবীণ শিক্ষাবিদ্ আচাৰ্য্য কৃপালনীৰ ব্যাখ্যা যথাসম্ভৱ মূলানুগত কৰি ৰাইজৰ ওচৰত প্ৰকাশ কৰা হ'ল। বুনিয়াদী শিক্ষাৰ বিষয়ে বুজিবলৈ এয়ে যথেষ্ট নহয়। বুনিয়াদী শিক্ষাই স্বাধীন ভাৰতত যি নতুন সমাজ গঠনৰ উদ্দেশ্য গ্ৰহণ কৰিছে সেই উদ্দেশ্যসাধনত বুনিয়াদী শিক্ষাৰ দান কিমানখিনি সেই বিষয়েও ৰাইজে অনুসন্ধান কৰিবৰ আৱশ্যক হৈছে।

ধৰ্ম্ম নিৰপেক্ষ ৰাষ্ট্ৰত গৌৰৱময় ভাৰতৰ অতীত কৃষ্টি আৰু ঐতিহ্য ৰক্ষা কৰি অসাম্প্ৰদায়িকতাৰ মাজেদি কেনেকৈ ধৰ্ম্মপ্ৰাণ ভাৰতবাসীৰ ধৰ্ম্ম পিপাসা নিবাৰণ কৰিব পাৰি, সেইবিষয়েও গান্ধী সাহিত্যত যথেষ্ট সমল আছে। গান্ধীবাদৰ লগত গান্ধীজীৰ ধৰ্ম্মমত আৰু বুনিয়াদী শিক্ষা অঙ্গাঙ্গীভাৱে জড়িত। এই আটাইবোৰ কথাৰ ইঙ্গিত ইয়াত আছে। কিন্তু পৰিস্ফুট ব্যাখ্যা সকলো বিষয়ৰেই দিব পৰা নাই। এই অসম্পূৰ্ণতাৰ বাবে আমি ক্ষমা প্ৰাৰ্থী।

যি সকল শিক্ষাবিদে বুনিয়াদী শিক্ষাক সন্দেহৰ চকুৰে চাইছিল আজিৰ দিনত তেওঁলোকৰ বহুতৰে মতৰ পৰিবৰ্ত্তন ঘটিছে। এতিয়াও যি সকল লোকৰ এই বিষয়ে সন্দেহ আছে তেওঁলোকে বুনিয়াদী শিক্ষাৰ মূল তত্ত্বখিনি বুজিবলৈ যত্ন কৰা উচিত।

বুনিয়াদী শিক্ষাৰ দৰ্শন আৰু তত্ত্ব বুজাবলৈ আমাৰ সামৰ্থ্য নিচেই নাই কাৰণে ঘাইকৈ অনুবাদৰ আশ্ৰয় লৈ ৰাইজৰ ওচৰত এই পুস্তিকা প্ৰকাশ কৰিলোঁ। দোষ ক্ৰটীৰ বাবে ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰিছোঁ।

যোৰহাট, লিখক
২০/৪/৫৬

## সূচী-পত্ৰ

# বুনিয়াদী শিক্ষাৰ পটভূমি

## শিক্ষা আৰু কৃষ্টি

### শিক্ষাৰ আদৰ্শ কি?

শিক্ষাৰ সৰ্ব্বোত্তম আৰু সৰ্ব্বশ্ৰেষ্ঠ আদৰ্শ হৈছে অহিংস প্ৰতিৰোধ। এই শিক্ষা অক্ষৰ জ্ঞানৰ পাছত হোৱা উচিত নহয়; তাৰ আগতে হ'ব লাগে। অক্ষৰ লিখিব জনাৰ আগতে হ'ব লাগে। অক্ষৰ লিখিব জনাৰ আগতে নাইবা সাংসাৰিক জ্ঞান আহৰণ কৰাৰ আগতে শিশুৱে জনা উচিত আত্মা কি বস্তু, সত্য কি, প্ৰেম কি, আৰু আত্মাৰ ভিতৰত কি শক্তি নিহিত আছে। প্ৰকৃত শিক্ষাৰ সাৰ মৰ্ম্ম হোৱা উচিত—শিশুৱে জীৱন যুদ্ধত কেনেকৈ অতি সহজে প্ৰেমৰ দ্বাৰা ঘৃণাক জয় কৰিব পাৰে, সত্যৰ দ্বাৰা অসত্যক পৰাজয় কৰিব পাৰে আৰু আত্মশুদ্ধি বা প্ৰায়শ্চিত্তৰ দ্বাৰা হিংসাক প্ৰতৰোধ কৰিব পাৰে।

শিক্ষাৰ দ্বাৰা মানৱ-শিশুৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক বিকাশ সম্পূৰ্ণৰূপে হ'ব লাগিব। সাক্ষৰতা চৰম পৰিণতিও নহয় আৰু আৰম্ভণিও নহয়। নৰনাৰী কেনেকৈ শিক্ষিত হ'ব পাৰে তাৰে এটি উপায় মাথোন। সাক্ষৰতাই শিক্ষা নহয়। সেইকাৰণে শিশুৰ শিক্ষাৰ আৰম্ভণি এটি প্ৰয়োজনীয় উদ্যোগ শিক্ষা দিয়াৰ পৰা হ'ব লাগে। শিক্ষা আৰম্ভ হোৱাৰ মুহূৰ্ত্তৰ পৰাই শিশুক উৎপাদনক্ষম কৰিবলৈ শিক্ষা দিব লাগিব।

হাত, ভৰি, নাক, কাণ, চকু ইত্যাদি ইন্দ্ৰিয়বিলাকৰ উপযুক্ত ব্যৱহাৰ আৰু প্ৰশিক্ষণৰ দ্বাৰা বুদ্ধিৰ পৰিস্ফুৰণ হয় আৰু সেয়েহে প্ৰকৃত শিক্ষা। আন কথাত কবলৈ হ'লে শাৰীৰিক ইন্দ্ৰিয়বিলাকক যথোচিত সতৰ্কতাৰে আৰু সুবিবেচনাৰে পৰিচালিত কৰিব পাৰিলে মানৱ-শিশুৰ বুদ্ধিৰ পৰিস্ফুৰণ আতি শীঘ্ৰে আৰু সুন্দৰকৈ হ'ব পাৰে, কিন্তু যদি শিশুৰ শৰীৰ আৰু মনৰ বিকাশ সমসাময়িক নহয় আৰু তাৰ লগে লগে সমানুপাতিকভাৱে আত্মাৰ বিকাশ নহয় তেতিয়া হ'লে শৰীৰ আৰু মনৰ সম-সাময়িক বিকাশ বিচ্ছিন্ন হৈ পৰে। আধ্যাত্মিক শিক্ষাৰ অৰ্থ—অন্তঃকৰণৰ শিক্ষা (Education of the heart)। উপযুক্ত আৰু সৰ্ব্বতোমুখী মানসিক বিকাশ বা উৎকৰ্ষ তেতিয়াহে হ'ব পাৰে, যেতিয়া মনৰ বিকাশৰ লগেলগে শৰীৰৰো বিকাশ হয় আৰু আধ্যাত্মিক শক্তিবিলাকৰো বিকাশ হয়। শৰীৰ, মন আৰু আত্মাৰ বিকাশ অবিভাজ্য। সেইবাবে শৰীৰ, মন বা আত্মাক আংশিকভাৱে স্বতন্ত্ৰকৈ বিকশিত কৰিব নোৱাৰি।

চৰিত্ৰ গঠনেই শিক্ষাৰ উদ্দেশ্য। সাহস, শাৰীৰিক শক্তি, সাধুতা আৰু মহান্ মহান্ উদ্দেশ্য সাধনত স্বাৰ্থ ত্যাগ কৰিব পৰা গুণৰ উৎকৰ্ষ সাধন কৰা শিক্ষাৰ আদৰ্শ বা মূল উদ্দেশ্য। সাক্ষৰতাতকৈ ই বেছি প্ৰয়োজনীয়। সাক্ষৰিক জ্ঞান এই আদৰ্শত উপনীত হবলৈ এটি উপায় বা পন্থা মাথোন। এই আদৰ্শত যদি শিশুৰ ব্যক্তিগত চৰিত্ৰ গঠন কৰিব পৰা যায়, প্ৰকৃত সমাজ আপোনাআপুনি গঢ়ি উঠিব।

## কৃষ্টি

ভাৰতীয় কৃষ্টি যিমান সমৃদ্ধিশালী তেনে সমৃদ্ধি কোনো কৃষ্টিতেই নাই, সেইবুলি ভাৰতীয় কৃষ্টি আছুতীয়া হব নালাগে; নাইবা ভাৰতীয় কৃষ্টিৰ চাৰিউফালে সীমা ৰেখা থাকিব নোৱাৰে। আচুতীয়াভাৱে কোনো কৃষ্টি তিষ্ঠিব নোৱাৰে। আজিৰ ভাৰতত বিশুদ্ধ আৰ্য্য কৃষ্টি বুলি কোনো কৃষ্টি নাই। আৰ্য্যজাতি ভাৰতৰ আদিম অধিবাসী আছিল বা নাছিল কিম্বা আৰ্য্যজাতি ভাৰতত অবাধিতভাৱে প্ৰবেশ কৰিছিল নে নকৰিছিল সেই কথা সিমান বিচাৰ্য্য নহয়। বিচাৰ্য্য কথা হৈছে আমাৰ পূৰ্ব্বপুৰুষসকল পৰস্পৰ সংমিশ্ৰিত হৈছিল আৰু এই সংমিশ্ৰণ অবাধে আৰু স্বাধীন ভাৱে হৈছিল। আমি এই সংমিশ্ৰিত পূৰ্ব্বপুৰুষসকলৰ সন্তান। সেইকাৰণে আমাৰ কৃষ্টি-গৃহৰ চাৰিউফালে অন্যান্য দেশৰ কৃষ্টিৰ বা-বতাহ মুক্তভাৱে বলি থাকিবলৈ দিব লাগে, কিন্তু কোনো বিদেশী কৃষ্টিৰ বতাহে আমাক উৰাই নিব দিব নালাগে। সাহিত্যত ৰাপ্ থকা আমাৰ দেশৰ ল'ৰা-ছোৱালীয়ে ইংৰাজী নাইবা জগতৰ যি কোনো ভাষাৰ সাহিত্য ইচ্ছানুসাৰে পঢ়িব পাৰে আৰু আমি আশাকৰোঁ যে তেওঁলোকে তেওঁলোকৰ অধ্যয়ন ফল যেন ডক্টৰ বোস্, আচাৰ্য্য ৰায় বা কবি ৰবীন্দ্ৰনাথৰ নিচিনাকৈ ভাৰতক বা সমগ্ৰ জগতক দান কৰিব পাৰে, কিন্তু কোনো এজন ভাৰতীয়ই যেন নিজৰ মাতৃভাষা নাপাহৰে বা অবহেলা নকৰে, নাইবা যেন নিজ মাতৃভাষাৰ বাবে লজ্জিত বোধ নকৰে, নাইবা নিজ মাতৃভাষাৰ জৰিয়তে চিন্তা কৰিব নোৱাৰে বা নিজৰ ভাবপ্ৰকাশ কৰিব নোৱাৰে এনে মনোভাব গঢ়ি নলয়।

ভাৰতলৈ আন আন দেশৰ যিবিলাক কৃষ্টি আহিছে নাইবা ভাৰতীয় জীৱনত যিবিলাক কৃষ্টিয়ে প্ৰভাৱ বিস্তাৰ কৰিছে আৰু ভাৰত-ভূমিৰ সংস্পৰ্শত যিবিলাক কৃষ্টি প্ৰভাৱান্বিত হৈছে, সেই সকলোবিলাক কৃষ্টিৰ এটা সংমিশ্ৰণ আৱশ্যক হৈছে। এই সংমিশ্ৰণ স্বাভাৱিকতে ভাৰতীয় ধৰণৰ হব লাগিব, যাতে প্ৰত্যেকবিধ কৃষ্টিৰ এটি সুকীয়া স্থান থাকে। এই সংমিশ্ৰণ আমেৰিকাৰ ধৰণে হব নোৱাৰিব। আমেৰিকাত এটি শক্তিশালী কৃষ্টিয়ে আনবিলাক কৃষ্টিক গ্ৰাস কৰিছে

আৰু তাৰ লক্ষ্য সমদৃষ্টিসম্পন্ন আৰু সমভাৱাপন্ন নহৈ অপ্ৰকৃত আৰু বাধ্যতামূলক হিচাবে হে একতাসম্পন্ন হৈছে।

## শিক্ষাৰ সাধাৰণ অৰ্থ

বৰ্ত্তমান শিক্ষাৰ সাধাৰণ অৰ্থ হৈছে—অক্ষৰজ্ঞান। শিশুক পঢ়িবলৈ, লিখিবলৈ আৰু সংখ্যা গণনা কৰিবলৈ শিক্ষা দিয়াই প্ৰাথমিক শিক্ষা। ধৰি লওঁক এজন কৃষকে সৎভাৱে জীৱিকা অৰ্জ্জন কৰে। কৃষকজনৰ সাংসাৰিক বিষয়ে সাধাৰণ জ্ঞান আছে, পিতা মাতাৰ প্ৰতি, নিজৰ স্ত্ৰীৰ প্ৰতি আৰু ওচৰ চুবৰীয়াৰ প্ৰতি কেনে ব্যৱহাৰ কৰিব লাগে সি ভালকৈ জানে। সি সকলোপ্ৰকাৰৰ নৈতিক নিয়মৰ অৰ্থ বুজি পায় আৰু তাক পালন কৰে; কিন্তু সি তাৰ নিজৰ নাম দস্তখত দিব নাজানে। সেই কৃষকজনক লিখা-পঢ়া শিকাবলৈ মানুহৰ কিয় ইমান আগ্ৰহ হব লাগে? তাক লিখা পঢ়া শিকোৱাৰ পৰা তাৰ সাংসাৰিক সুখ-শান্তি কণামানো বাঢ়িব নে? পাশ্চাত্য জগতৰ চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত হৈ আমি আগ-গুৰি নভৰাকৈ শিক্ষা সম্পৰ্কে এনো ধাৰণা কৰি লৈছোঁ।

উচ্চশিক্ষাৰ কথাকেই কৈছোঁ। মই *ভূগোল, জ্যোতিষ, বীজগণিত, জ্যামেতি ইত্যাদি বিষয়ে শিক্ষা কৰিছোঁ। এই বিষয়বোৰৰ সহায়ত মোৰ কি লাভ হৈছে? মই কিয় এই বিষয়বোৰ শিকিছোঁ? প্ৰফেছৰ হাক্সলীয়ে শিক্ষা সম্পৰ্কে কি কৈছে চোৱা যাওক—

সেইজন মানুহেই সাধাৰণভাৱে শিক্ষা পোৱা মানুহ—যিজনে ডেকাকালত তাৰ নিজৰ শৰীৰটোক ইচ্ছাৰ বশবৰ্ত্তী কৰি ভৃত্যস্বৰূপ কৰি তুলিছে আৰু সংসাৰৰ সকলো কৰ্ম্ম সি নিজেনিজে যন্ত্ৰৰ নিচিনাকৈ অনায়াসে আনন্দমনে কৰিব পাৰে। যাৰ বুদ্ধি স্বচ্ছ, মৃদু আৰু ন্যায়যুক্তিসম্পন্ন, যাৰ মন প্ৰকৃতিৰ স্বতঃসিদ্ধ সত্য কথাবোৰেৰে ভৰপূৰ, যাৰ ইন্দ্ৰিয়বোৰ এটা ক্ষমতাশালী ইচ্ছাশক্তি বা মধুৰ বিবেকবুদ্ধিৰ দ্বাৰা নিয়ন্ত্ৰিত আৰু যি জনে পাপক ঘৃণা কৰিবলৈ আৰু সকলো মানুহকে আত্মবৎ সম্ভ্ৰম কৰিবলৈ শিকিছে, তেনেজন মানুহেই—আন কোনো নহয়—প্ৰকৃততে সাধাৰণ শিক্ষাত শিক্ষিত; কাৰণ তেওঁ প্ৰকৃতিৰ লগত সামঞ্জস্য ৰক্ষা কৰিছে। তেনেজন মানুহেই প্ৰকৃতিৰ স্বাভাৱিক দানৰ সদ্ব্যৱহাৰ কৰিব পাৰিব আৰু প্ৰকৃতিয়েও তেওঁৰ পৰা যথেষ্ট আদায় কৰিব পাৰিব।

---

* গান্ধীজী।

# প্ৰাথমিক শিক্ষা

শৰীৰ, মন আৰু আত্মাৰ বিকাশ উদ্যোগৰ জৰিয়তে সম্ভৱ। এই উদ্যোগ বা হাতৰ কাম গতানুগতিক পদ্ধতিত শিকালে নহ'ব; বৈজ্ঞানিক পদ্ধতিত শিকাব লাগিব। শিশুৱে হাতৰ কাম কৰোঁতে প্ৰত্যেক স্তৰতে পদ্ধতিৰ ক্ৰিয়াবোৰৰ কাৰণ বুজি পাব লাগিব। শিশুৰ জীৱনৰ সমস্ত শিক্ষা উদ্যোগৰ মাধ্যমত হ'ব লাগিব।

সামাজিক আৰু ব্যক্তিগত স্বাস্থ্য বিজ্ঞানৰ সাধাৰণ নীতি, পুষ্টিকৰ খাদ্যসম্বন্ধীয় প্ৰাথমিক জ্ঞান, নিজৰ কাম নিজে কৰিব লব লাগে আৰু পিতামাতাক গৃহকাৰ্য্যত সহায় কৰিব লাগে—এনে বোধ প্ৰাথমিক শিক্ষাৰ শিক্ষণীয় বিষয় বোৰত থাকিব লাগিব। বৰ্ত্তমান যুগৰ ছাত্ৰসকলৰ পৰিষ্কাৰ পৰিচ্ছন্নতাৰ জ্ঞান নাই, আত্মনিৰ্ভৰতাৰ বোধ নাই আৰু শাৰীৰিক সবলতা নাই। সঙ্গীত আৰু নৃত্যৰ মাজেদি শাৰীৰিক ব্যায়াম শিক্ষা দিব লাগিব।

সূতা কটা বা কপাহধুনাৰ নিচিনা কোনো গ্ৰাম্য উদ্যোগৰ মাজেদি প্ৰাথমিক শিক্ষা দিয়াৰ উদ্দেশ্য এই যে এই পৰিকল্পনাৰ মাজেদি সমাজৰ এটি সম্ভাৱনীয় পৰিবৰ্ত্তন নীৰৱে ঘটিব। নগৰ আৰু গাঁৱৰ মাজত সুস্থ আৰু নৈতিক সম্বন্ধ গঢ়ি উঠিব। বৰ্ত্তমান সমাজৰ শ্ৰেণীবিভাগৰ মাজত চলি থকা বাধাবিপত্তি আৰু বিষাক্ত সম্বন্ধৰ মূল উৎপাটিত হ'ব। আমাৰ গাওঁবিলাকে যে ক্ৰমে ধ্বংসৰ ফালে গতি কৰিব লাগিছে তাৰ প্ৰতিৰোধ কৰিব আৰু এনে এটি ন্যায়-নিষ্ঠ সমাজৰ ভিত্তি স্থাপন কৰিব, যি সমাজত ধনী দৰিদ্ৰৰ অস্বাভাৱিক শ্ৰেণী বিভাগ নাই। প্ৰত্যেক ব্যক্তিৰ জীৱিকাৰ বাট মুকলি থাকিব আৰু প্ৰত্যেক ব্যক্তিয়ে স্বাধীনতাৰ স্বত্ব উপভোগ কৰিব পাৰিব। এই শিক্ষা পদ্ধতিৰ দ্বাৰা শ্ৰেণীযুদ্ধত পৰস্পৰৰ ৰক্তপাত নকৰাকৈ নাইবা ভাৰতবৰ্ষৰ নিচিনা বিশাল মহাদেশ এখনত অজস্ৰ ধন খৰচ কৰি যান্ত্ৰিকতাৰ উদ্ভৱ নকৰাকৈ এই পৰিবৰ্ত্তন সংঘটিত কৰিব পৰা যাব। এই পদ্ধতিৰ দ্বাৰা বিদেশৰ পৰা যন্ত্ৰ আমদানিৰ বাবে নিঃসহায়ভাৱে বাট চাই থাকিব নালাগিব, নাইবা বিশেষজ্ঞৰ আৱশ্যক নোহোৱাকৈয়ে জন-সাধাৰণৰ ভাগ্য নিজৰ দ্বাৰা নিয়ন্ত্ৰিত হ'ব।

গান্ধীজীৰ এইটো বদ্ধমূল ধাৰণা আছিল, যে বৰ্ত্তমান পদ্ধতিৰ প্ৰাথমিক শিক্ষা কেৱল যে অপব্যয়মূলক সেইটো নহয়, ই অনিষ্টমূলকো। স্কুললৈ আহিলেই ল'ৰাবিলাক পিতাক মাকৰ কৰ্তৃত্বাধীনৰ বাহিৰত যায় আৰু সিহঁতে পিতাক মাকৰ ব্যৱসায় ত্যাগ কৰে। সিহঁতে কেতবোৰ কুস্বভাৱ গঢ়ি লয়, চহৰৰ চলন-ফুৰণ অনুকৰণ কৰে আৰু এনে কিছুমান অসংলগ্ন আৰু অযৌক্তিক বুলি (মুখস্থ কথা) শিকে যে তাক প্ৰকৃত শিক্ষা বুলি কব নোৱাৰি। ইয়াৰ একমাত্ৰ

প্ৰতিকাৰ হৈছে যে শিশুক এটা উদ্যোগ বা হাতৰ কামৰ মাধ্যমত শিক্ষা দিব লাগিব। ভাষা, বুৰঞ্জী, ভূগোল, গণিত, বিজ্ঞান ইত্যাদি সকলো বিষয়কে হাতৰ কাম (শিল্প) শিক্ষা দিয়াৰ মাজেদি শিক্ষা দিব লাগিব। আজিকালি স্বাধীন ব্যৱসায় কৰা মানুহৰ ল'ৰাবিলাকে চাকৰিজীৱী হোৱা বাবে বা কেৰাণীগিৰি কৰা বাবে গাঁৱৰ মানুহৰ কোনো উপকাৰত নালাগে। ফল এই হৈছে যে দেশত কোনো ঠাইতে এজন সুনিপুণ মিস্ত্ৰী নাইবা কমাৰ পোৱা নাযায়। সূতাকটা আৰু কাপোৰবোৱা প্ৰথা এৰি বৈদেশিক কাপোৰৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছে।

---

# অতীতৰ পটভূমি

## তৰুণ শিক্ষাৰ্থী কামৰ উমেদাৰ আছিল।

হাতৰ কাম বা উদ্যোগৰ মাজেদি শিক্ষা দিয়াৰ পৰিকল্পনা গান্ধীজীৰ মৌলিক দৰ্শন। শিক্ষা ক্ষেত্ৰত পূৰ্ব্ববৰ্ত্তী কৰ্মী আৰু গৱেষকসকলৰ মতবাদৰ লগত যে গান্ধীজীৰ স্বাধীন মতবাদৰ সামঞ্জস্য আছে তাৰপৰা বুজা যায় গান্ধীজী জীৱনৰ সমস্যাবোৰৰ লগত কিমান পৰিচিত আছিল। আনফালে শিক্ষাজগতৰ বুৰঞ্জীত বুনিয়াদী শিক্ষাৰ দৰ্শন বা পৰিকল্পনা নতুন বা আমূল পৰিবৰ্ত্তনকাৰীও নহয়।

মনস্তত্ত্বতবিদ্‌সকলৰ সৰ্ব্ববাদী সম্মত মত এই যে ১৪ বা ১৫ বছৰ বয়সলৈকে শিশুৱে গোটা বস্তুৰ (Concrete objects) ধাৰণা সুন্দৰকৈ কৰিব পাৰে। কাল্পনিক ধাৰণা আৰু তাৰ সাধাৰণ প্ৰয়োগ (Abstract idea and its general application) শিশুৰ সীমাবদ্ধ হৈ থাকে। বস্তুৰ সাধাৰণ সংজ্ঞা সি যিমানখিনি বুজি পায় বা যিমানখিনি তাৰ প্ৰয়োগ কৰে, বাস্তৱ ঘটনাৰ লগত তাৰ ওচৰ সম্বন্ধ আছে। সেইবাবে সি গোটা বস্তুৰ সহায়ত শিকিব লাগিব। যদি শিশুক পাঠ্য পুস্তক, সাধাৰণ সংজ্ঞা আৰু উপদেশৰ দ্বাৰা শিক্ষা দিয়া হয়, শিশুৰ মনস্তত্বৰ আৰু প্ৰকৃতিৰ বিৰুদ্ধে শিক্ষা দিয়া হয়। ইয়াৰ দ্বাৰা শিশুক পঙ্গু কৰা হয়। সেইবাবে তাৰ শিক্ষা বাস্তৱ (Concrete) কৰি তুলিবলৈ যত্ন কৰা হৈছে, যাতে শিশুৰ প্ৰকৃতি আৰু মনস্তত্ত্বৰ লগত সেই শিক্ষা খাপ্ খায়। ভাৰতৰ শিক্ষাবিদ্‌সকলে শিক্ষাৰ এই মূল নীতিটো গ্ৰহণ কৰিব নোৱাৰাত এইটোৱেই প্ৰমাণিত হৈছে যে যিবিলাক বিষয়ত শিক্ষাবিদ্‌সকল বিশেষজ্ঞ বুলি পৰিচিত হৈছে তেওঁলোকৰ সেই সেই বিষয়ৰ প্ৰতিপাদ্যমূলক জ্ঞান (Theoretical knowledge) অসম্পূৰ্ণ বৈ গৈছে। সেই কাৰণে তেওঁলোকে যিটো কথা পাহৰি গৈছে সেই কথাটো ইয়াত সোঁৱৰাই দিয়া উচিত বিবেচনা কৰা হৈছে।

আদি যুগত সকলো শিক্ষা নিৰীক্ষণ (observation) আৰু কৰ্ম্মৰ (work) মাজেদি হৈছিল। জীৱনধাৰণ বা জীৱিকানিৰ্ব্বাহৰ বাবে মানুহে কাম কৰিছিল, শৰীৰ খটুৱাই শ্ৰম কৰিছিল। আনকি উচচশ্ৰেণীৰ লোকেও—ধৰ্ম্মগুৰু, ৰজা আৰু অভিজাত সাম্প্ৰদায়ৰ লোক সকলেও—শৰীৰৰ শ্ৰমৰ দ্বাৰা নিজৰ স্থান ৰক্ষা কৰিছিল। চিকাৰ কৰিবলৈ, মাছ মাৰিবলৈ বা কৃষিসভ্যতা উপাৰ্জ্জন কৰিবলৈকো মানুহে অতিপাত পৰিশ্ৰমৰ দ্বাৰা আৰু নিজৰ অভিজ্ঞতাৰ দ্বাৰা সেই সেই বিষয়ৰ জ্ঞানলাভ কৰিব লগা হৈছিল। তেতিয়া ছপা কিতাপৰতো কথাই নাই, কোনো হাতে-লিখা বস্তু পাবলৈকো নাছিল। তৰুণ শিক্ষাৰ্থীসকলে

আজি কালিৰ ছাত্ৰৰ নিচিনা নাছিল। কামৰ উমেদাৰ হিচাবে হে আছিল। সিহঁত গুৰু গৃহত, কোনোবা মঠত আৰু কোনোবা বা আশ্ৰমত আছিল। তাত সেই সেই মঠৰ, আশ্ৰমৰ বা গুৰুগৃহৰ সকলো কাম কৰিব লগা হৈছিল। সিহঁতৰ জ্ঞান সেইবাবে প্ৰকৃত আৰু বাস্তৱ অভিজ্ঞতাৰ গৰ্ভত নিহিত আছিল আৰু বাস্তৱ ঘটনাৰ লগত জড়িত হৈছিল। আনকি জ্ঞানৰ উচ্চতম শিখৰতো নিজৰ অভিজ্ঞতাৰ স্পৰ্শ আৰু পোহৰ পাইছিল। আজি ধৰ্ম্মৰ যি উচ্চ ধাৰণা মানুহে লাভ কৰিছে সি বাস্তৱ জীৱনৰ উপলব্ধিৰ বস্তু আছিল। ধৰ্ম্মৰ অনুষ্ঠান আৰু পূজাপাৰ্ব্বণ সকলো বাস্তৱ ধৰণৰ আছিল। কৰ্ম্ম যোগেই আছিল জ্ঞানৰ প্ৰধান যোগ।

## মধ্যযুগৰ পৰিবৰ্ত্তন

মধ্য যুগত সমস্ত পৰিবৰ্ত্তন হ'ল। এই সময়ত ধৰ্ম্ম বাস্তৱতাৰ পৰা কল্পনাত পৰিণত হ'ল। ধৰ্ম্মগুৰুসকল বিভিন্ন শ্ৰেণীত পৰিণত হ'ল। এই শ্ৰেণী কেৱল ধৰ্ম্মৰ গূঢ় তত্ত্বৰ অধিকাৰী হৈয়ে নাথাকিল, জ্ঞানৰো অধিকাৰী হৈ পৰিল। মসীজীৱীৰ নিচিনা লোকৰ হাতত শিক্ষাৰ ভাৰ পৰিল। শিক্ষা কল্পনাময় হৈ উঠিল আৰু সেইবাবে শিক্ষা ভাষা আৰু ভাবৰ মাজত সন্নিবিষ্ট হ'ল। সেইটো হয়তো স্বাভাৱিক গতিত হৈছিল। উদ্দেশ্য আছিল ব্যৱসায়ী মসীজীৱীয়ে (আজিৰ মসীজীৱীৰ অৰ্থত নহয়, মধ্যযুগৰ সমীজীৱীৰ অৰ্থত) সৃষ্টি কৰা শিক্ষকৰ কাম, পুৰোহিতৰ কাম, চিকিৎসকৰ কাম, উকিলৰ কাম আৰু ক্ৰমে ৰাজনৈতিক লোকৰ কাম বস্তুতঃ শিক্ষাসম্পৰ্কীয় সকলোপ্ৰকাৰৰ কাম ব্ৰাহ্মণ বা পুৰোহিত শ্ৰেণীয়ে কৰিছিল। পুৰোহিতৰ দ্বাৰা পৰিচালিত শিক্ষা—সি প্ৰাচ্য শিক্ষাই হওক বা পাশ্চাত্য শিক্ষাই শিক্ষক। —গৎ বা কল্পনাত নিৰ্ভৰ কৰিবই লাগিল। ধৰ্ম্ম মানৱ মনৰ উচ্চতম আৰু অন্তিম কল্পনাক লৈ বিহ্বৰ কৰে। তদুপৰি অধ্যাত্মিক জীৱনে বাস্তৱতাক বিশেষকৈ সন্ন্যাসী জীৱনৰ বা মঠ মন্দিৰৰ প্ৰভাৱত স্বভাৱতঃ এটি নিম্নতৰ স্থান নিৰ্দ্দেশ কৰে। যোগী বা সন্ন্যাসীৰ জীৱন-যাত্ৰা জীৱনৰ উচ্চতম স্তৰ বুলি বিবেচিত হৈছিল আৰু আন আন প্ৰকাৰৰ জীৱন-যাত্ৰা সাংসাৰিক বা গাৰ্হস্থ্যজীৱন বুলি বিবেচিত হৈছিল। কৃষিজীৱী, শিল্পজীৱী বা শৰীৰশ্ৰমীলোকক জড়বাদী বা পৃথুজীৱী বুলি কোৱা হৈছিল। উচ্চতম জীৱন আছিল ধ্যান বা যোগৰ জীৱন। মৰ্য্যাদাৰ ক্ৰমত তাৰ পৰবৰ্ত্তী স্তৰ আছিল—সৈনিকৰ জীৱন। বন্য আৰু হিংস্ৰ যুগত ই স্বাভাৱিক আছিল। আনকি তেতিয়াও ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ মাজত উচ্চ অধিকাৰ বা শ্ৰেষ্ঠতা লৈ বিবাদ আছিল। এই বিবাদত প্ৰাচ্য দেশত ব্ৰাহ্মণ জয়ী হ'ল আৰু পাশ্চাত্য দেশত ক্ষত্ৰিয় বা সৈনিক জয়ী হ'ল।

ধৰ্ম্মগুৰু বা পুৰোহিত সকলৰ তত্ত্বাৱধানত আৰু তেওঁলোকৰ প্ৰভাৱত পৰিচালিত শিক্ষা ভাৱময় আৰু কল্পনাময় হৈ উঠা স্বাভাৱিক আৰু সেই শিক্ষাই বাস্তৱ সামগ্ৰীক অৱহেলা কৰি শব্দ আৰু ভাষাৰ ব্যৱহাৰ কৰিবলৈ বাধ্য হৈছিল। পাৰ্থিৱ জীৱনৰ সুখ-দুখ আনন্দ-নিৰানন্দক উপেক্ষা কৰি এই শিক্ষা এটা গম্ভীৰ আৰু উদ্বিগ্নতাময় স্তৰত উপনীত হৈছিল। সেই যুগত ব্ৰাহ্মণসকলৰ ৰচিত সাহিত্য আৰু পণ্ডিত সকলৰ সভাত হোৱা বিচাৰ আৰু খণ্ডন আদিৰ পৰা এই কথা ভালদৰে উপলব্ধি হয়। শব্দ বা ভাষাৰ দ্বাৰা সকলো কথা প্ৰমাণ বা অপ্ৰমাণ কৰিবলৈ যত্নবান্ হৈছিল। বাস্তৱ সামগ্ৰী আৰু প্ৰকৃতিৰ লগত সম্বন্ধ স্থাপন কৰিলেই বিবাদৰ অন্ত পৰে কিন্তু—তাকে নকৰি নিজৰ উপপাদ্য বিষয় সংজ্ঞা, বিশ্লেষণ আৰু ন্যায়ৰ যুক্তিত প্ৰতিপন্ন কৰিবলৈ যত্নবান্ হৈছিল। আজি কালিৰ লোকৰ মনত সেই যুগৰ কোনো কোনো বিচাৰ তৰ্ক বালক বা অপৈণত যুৱকৰ বিচাৰ তৰ্ক যেন বোধ হয় আৰু কোনো কোনো বিচাৰ তৰ্কৰ প্ৰকৃত কোনো বিষয় বস্তু বা অৰ্থ পোৱা নাযায়। ভাষাৰ চাতুৰ্য্য, শব্দবিন্যাসৰ কৌশল আৰু মূল বিষয় প্ৰতিস্থাপনৰ ভূমিকাৰ নৈপুণ্য অত্যন্ত সুন্দৰ আছিল, কিন্তু বৈজ্ঞানিক আৰু বাস্তৱবাদী কৰ্ম্মীৰ মনত তেনে বিচাৰৰ কোনো অৰ্থবোধ নহয়। মিথ্যাকো সত্য প্ৰমাণিত কৰিবৰ এটা প্ৰচেষ্টা দেখা গৈছিল।

বাস্তৱ ঘটনাৰপৰা যেতিয়া চিন্তাক আতঁৰাই অনা যায় অপ্ৰকৃত বা কাল্পনিক সমস্যা ন্যায়যুক্তিৰ বিচাৰৰ দ্বাৰা প্ৰমাণ বা অপ্ৰমাণ কৰা সহজ কথা। ব্ৰহ্ম সত্য, জগৎ মিথ্যা এই প্ৰতিপাদ্য বিষয় বাহ্যবস্তুৰ জ্ঞানৰ দ্বাৰা উপলব্ধি কৰা নাযায়। আদৰ্শই সত্য, ব্ৰহ্ম সাকাৰ বা নিৰাকাৰ ইত্যাদি প্ৰশ্ন ন্যায় বা যুক্তিৰ বিচাৰত প্ৰমাণ বা অপ্ৰমাণ কৰা যাব পাৰে কিন্তু এই বিচাৰপ্ৰণালীৰ দ্বাৰা জ্ঞানক বাস্তৱজীৱনৰ পৰা ছিন্ন কৰি লোৱা হয়। ভাৱময় বা কল্পনাময় সংজ্ঞা ন্যায়-যুক্তিৰ বিচাৰত প্ৰতিপন্ন কৰাত নৈপুণ্য বা চাতুৰ্য্য প্ৰতিপাদত হব পাৰে, কিন্তু তাত জ্ঞানৰ অভাৱ হৈ পৰে। জ্ঞেয় বস্তু তাৰ দ্বাৰা আঁতৰি যায়। অৱশেষত তেনে পদ্ধতি অনুৰ্ব্বৰ পাণ্ডিত্যত পৰিণত হয়। মধ্যযুগত এই পাণ্ডিত্যই প্ৰাচ্যত যেনেকৈ পাশ্চত্যতো তেনেকৈ স্বাধীন চিন্তাৰ পৰিপন্থী হৈ কৰ্ম্মৰ উদ্যম ধ্বংস কৰি জ্ঞানৰ প্ৰগতিত বাধা প্ৰদান কৰিছিল। ক্ৰমে এইটো পৰিষ্কাৰ হৈ উঠিল, যে জ্ঞান প্ৰগতিৰ বাটত আগ বাঢ়িব লাগে। এই প্ৰগতি অনুমানমূলক (Deductive) আৰু আধ্যাত্মিক মূলক (Subjective) নহৈ বেছি বৈশেষিক (Inductive) আৰু বাস্তৱমূলক (objective) হব লাগিব। সৰ্ব্বোপৰি গতিশীল আৰু সৃজনশীল হব লাগিব।

এই প্ৰকাৰ অনুষ্ঠানমূলক আৰু মঠ-মন্দিৰৰ শিক্ষা মধ্য যুগত বাস্তৱ-জীৱনৰ পৰা সম্পূৰ্ণৰূপে আঁতৰি যাব লোৱাৰৰ কাৰণ এই হ'ল যে কৃষিজ আৰু

গাৰ্হস্থীয়া সভ্যতাত বিশেষকৈ মঠ-মন্দিৰ আৰু দেৱালয়বিলাকে স্ব-স্ব ক্ষেত্ৰত স্বাধীনভাৱে তিষ্ঠি থাকিবলৈ প্ৰকৃতি, শাৰীৰিক শ্ৰম আৰু দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় বস্তুৰ লগত বা অভাৱ অভিযোগৰ লগত সম্বন্ধ ৰক্ষা কৰি চলিবলৈ বাধ্য হৈছিল। এই সম্বন্ধই আৰু এই সম্বন্ধৰ লগত সংশ্লিষ্ট কৰ্ম্মসমূহে শিক্ষাৰ ধাৰা সংস্কাৰ কৰিছিল আৰু এই শিক্ষা সম্পূৰ্ণ আনুষ্ঠানিকতাত আৰু মস্তিক পৰিচালনাত (বুদ্ধিৰ অভ্যাসত) পৰিণত নহৈ, ধৰ্ম্মৰ উদ্দেশ্য হ'লেও এই শিক্ষাই কল্পনা, ভাৱপ্ৰৱণতা আৰু কলাবোধ বা সৌন্দৰ্য্য উপলব্ধিৰ জ্ঞান বঢ়াইছিল। অৱশ্যে প্ৰকৃতপক্ষে এই শিক্ষা আনুষ্ঠানীক পদ্ধতিত আৰু বুদ্ধি চৰ্চ্চাতে নিবদ্ধ হৈ থকা ধৰণৰ হৈ থাকিল। সেইবাবে এই শিক্ষাৰ ক্ষেত্ৰ অনুৰ্ব্বৰ আৰু সৃজনশক্তিহীন হৈ থাকিল।

প্ৰাচীন গ্ৰীচ্ দেশতো এসময়ত এইদৰে বুদ্ধিচৰ্চ্চাৰ অত্যাচাৰত প্ৰকৃত শিক্ষাৰ প্ৰগতিত বাধা ওপজিছিল। তৰ্ক, যুক্তি আৰু ভাষাৰ দোষগুণ বিচাৰত এই শিক্ষাৰ সীমাৰেখা নিৰ্দ্ধাৰিত হৈছিল। কুতৰ্কবাদী জ্ঞানীৰ জ্ঞান কেইটিমান সংজ্ঞা আৰু সাধাৰণ সিদ্ধান্তমূলক উক্তিৰপৰা আহৃত হৈছিল। ভাষাৰ চৰ্চ্চা আৰু ব্যৱহাৰ সেইকাৰণে জ্ঞানৰ চৰম উৎকৰ্ষমূলক অধ্যয়নৰ বিষয়বস্তু হৈ পৰিছিল। চক্ৰেটিচে সেইকাৰণে প্ৰকৃতি আৰু বাস্তৱ জীৱনৰ ফালে ঘূৰি যাবলৈ চিঞৰ-বাখৰ লগাইছিল। চক্ৰেটিচৰ শিষ্যসকল অৱশ্যে অতি জ্ঞানী আৰু কৌশলী ভাষাবিদ্ বুলি পৰিগণিত হৈছিল; কিন্তু তেওঁৰ কৌশল আৰু চাতুৰ্য্য প্ৰকৃতি আৰু বাস্তৱ জীৱনৰ পৰা জ্ঞান আহৰণত নিবদ্ধ আছিল। নবজাগৰণত ইউৰোপত এই আনুষ্ঠানিক আৰু ভাৱময় শিক্ষাৰ বিৰুদ্ধে তীব্ৰ পতিবাদ উঠিল। বাস্তৱ ঘটনাৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰিব ধৰিলে। আনুমানিক বা কল্পনামূলক সিদ্ধান্তৰ পৰিবৰ্ত্তে বিশেষ কাৰ্য্যৰ উদাহৰণত সাধাৰণ নিয়ম স্থাপনত, সমীক্ষণত আৰু গবেষণাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ ধৰিলে। বৰ্ত্তমান শিক্ষাপদ্ধতিৰ আবিষ্কৰ্ত্তাসকলে বাহ্যিক প্ৰকৃতি আৰু তাৰ সুস্পষ্ট ক্ৰিয়াৰ প্ৰতি মনোযোগ দিব ধৰিলে। বৰ্ত্তমান বিজ্ঞান আৰু দৰ্শন, বাস্তৱ ঘটনাৰ লগত সামঞ্জস্য ৰক্ষা কৰি যি ফল পোৱা গৈছে তাৰে বিকাশ মাথোন। সেইবুলি এইটো ধৰি লোৱা উচিত নহব যে মধ্যযুগৰ বা প্ৰাচীন কালৰ জ্ঞানীসকলে সম্পূৰ্ণভাৱে অনুমানৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁলোকেও বৈশেষিক জ্ঞানৰ উদাহৰণ আৰু নিয়মৰ ওপৰত নিৰ্ভৰ কৰিছিল বিশেষকৈ আদিম যুগত আৰু সৃজনীমূলক কালছোৱাৰ ভিতৰত। প্ৰশ্ন হৈছে যে কোনটোৰ ওপৰত বেছি নিৰ্ভৰ কৰা যাব? তেতিয়াৰ দিনত অনুমানৰ ওপৰত বেছি নিৰ্ভৰ কৰিছিল আৰু আজিকালি বৈদেশিক জ্ঞানৰ উদাহৰণ আৰু নিয়মৰ ওপৰত বেছি নিৰ্ভৰ কৰা হয়।

বেকন, মণ্টেগ্নি, জনলক্ আদি বিশ্ববিশ্ৰুত পণ্ডিতসকলৰ পৰা আৰম্ভ কৰি

বৰ্ত্তমান যুগৰ দাৰ্শনিক আৰু শিক্ষাবিদ্ সকলে প্ৰকৃতি আৰু বাস্তৱ জীৱনৰ পৰা প্ৰকৃত জ্ঞানৰ এই বিচ্ছেদৰ বিৰুদ্ধে অভিযান চলাইছিল। প্ৰথম অভিযান স্বাভাৱিকতে চলিছিল দৰ্শন আৰু বিজ্ঞানৰ বিৰুদ্ধে। শিক্ষাপদ্ধতিৰ বিৰুদ্ধে বহুদিনলৈকে কোনো প্ৰতিবাদ চলা নাছিল। সেইবুলি শিক্ষা বৈজ্ঞানিক দৃষ্টি ভঙ্গীৰ পৰা আঁতৰত থাকিব নোৱাৰিছিল। বৰ্ত্তমান শিক্ষাপদ্ধতিৰ জনক আৰু প্ৰথম আবিষ্কৰ্ত্তা আছিল ৰুচো। তেওঁৰ কিতাপ এমিলিত (Emile) তেওঁ নতুন শিক্ষাৰ ভাৱধাৰৰ আঁচনি দিয়ে। তেওঁৰ ভাৱধাৰা অনুসাৰে ইউৰোপত শিক্ষানুষ্ঠানবোৰ গঢ়ি উঠে। তেওঁৰ প্ৰদৰ্শিত পথত এতিয়াও ইউৰোপত আৰু আমেৰিকাত শিক্ষাপদ্ধতিৰ অনুসন্ধান চলিব লাগিছে।

## ৰুছোৰ শিক্ষা

ৰুচোৰ মূল ধাৰণা আছিল প্ৰকৃতিক অনুসৰণ কৰা আৰু শিশুক শিশু হিচাবে ব্যৱহাৰ কৰা, বয়সিয়াল হিচাবে নহয়। শিশুৰ নিজৰ কথা কোৱাৰ ভঙ্গী আছে। চিন্তাৰ আৰু অনুভূতিৰ সুকীয়া ধাৰা আছে। শিক্ষাৰ শিক্ষাত আমাৰ নিজৰ (বয়সিয়াল লোকৰ) ধাৰা প্ৰচলন কৰাতকৈ আন একো অযুক্তিকৰ হব নোৱাৰে।

শিশুৰ স্বভাব কি? ৰুছোৱে তাৰ উত্তৰ দিছে—প্ৰথমতঃ শিশু চঞ্চল, দ্বিতীয়তঃ সি কৌতূহলী। প্ৰকৃতিয়ে যদি শিশুক স্বভাৱতঃ চঞ্চল কৰিছে তেন্তে তাৰ এটা উদ্দেশ্য আছে। তাৰ স্বাভাৱিক পৰিবৰ্দ্ধনেই সুস্পষ্ট উদ্দেশ্য। শিশুক বায়ুহীন আৰু জনপৰিপূৰ্ণ খোটালি এটাত সুমাই লৈ গাৰঁলীয়া শিক্ষকৰ চেকনীৰ তাড়ণাত আবদ্ধ ৰাখি শিক্ষকৰ কাল্পনিক শিক্ষাত শিশুৰ মনোযোগ আকৰ্ষণ কৰাৰ পৰা শিশুৰ অন্তৰ্নিহিত শক্তিৰ পৰিস্ফূৰণ হব নোৱাৰে। প্ৰকৃত ফলদায়ক জ্ঞান এই শিক্ষাৰ পৰা হব নোৱাৰে। স্বাস্থ্যৰ কাৰণেও ই শুভ নহয়। মস্তিষ্কৰ কোনো অংশৰ পৰিস্ফূৰণ হয়তো হব পাৰে কিন্তু শিশুৰ অন্যান্য শক্তিৰ পৰা বিচ্ছিন্ন কৰি এই মস্তিষ্ক সম্পূৰ্ণ পৰিস্ফূৰিত হব নোৱাৰে। সমসাময়িকভাৱে শিশুৰ মনত অন্তৰ্নিহিত হৈ থকা অন্যান্য শক্তি বা বৃত্তিবিলাকৰ বিকাশ নোহোৱাকৈ মস্তিষ্কৰ বিকাশ সম্পূৰ্ণ হব নোৱাৰে।

ৰুছোৱে পুনঃ কৈছে, যে শিশুক নানা প্ৰকাৰ বিজ্ঞানৰ বিষয় পঢ়িবলৈ দি তাক আঘাত নকৰিবা, কিন্তু সেই বিষয়বোৰৰ প্ৰতি তাৰ এটা স্বাভাৱিক ৰুচি জন্মে আৰু শিশুৱে নিজেনিজে যাতে শিক্ষা কৰিব পাৰে তাৰ পদ্ধতি বাহিৰ কৰা। তুমি কোৱা বাবে সি শিকিছে, সেইটো নহয়। সি নিজেনিজে শিকিছে—সেইটো হে কথা। তাক বিজ্ঞান নিশিকাবা। সি বিজ্ঞান আবিষ্কাৰ কৰক। তাৰ

বিবেকৰ ওপৰত যদি আধিপত্য খটোৱা, তেন্তে সি বিবেচনা খটাব নোৱাৰিব। সি কেৱল মাত্ৰ আন মানুহৰ মতৰ খেলাৰ পুতলা হে হ'ব।

পুৰণি পদ্ধতি আৰু নতুন পদ্ধতিৰ সুবিধা আৰু অসুবিধা বিলাক তুলনা কৰিলে পোৱা যায় যে শিশুক যদি কিতাপ পঢ়াত আবদ্ধ নাৰাখি তাক এটা কাৰখানাত আবদ্ধ ৰখা যায় তেন্তে তাৰ হাতে কাম কৰিব আৰু মনে শিক্ষা লাভ কৰিব। সি যেতিয়া ভাবিব যে সি কাম কৰিছে, তেতিয়া সি দাৰ্শনিক হৈ উঠিব। তাক এখন কাৰখানাৰ পৰা আন এখন কাৰখানালৈ লৈ যোৱা আৰু সি নিজে কোনো কাম নকৰালৈকে কোনো কাম নেদেখুৱাবা। সি নিজে যি কাম কৰিছে বা দেখিছে তাৰ মূলকথাটো সি নজনাকৈ তাৰ শিক্ষা হ'ব নোৱাৰে। তাক এনেদৰে শিক্ষা দিব লাগিব যে তাৰ অঙ্গপ্ৰত্যঙ্গৰ ব্যৱহাৰৰ লগত (এটা উদ্যোগ বা শিল্প কামৰ জৰিয়তে) মস্তিষ্কৰো ব্যৱহাৰ হয়। তাৰ শক্তি অনুসাৰে হে সি শিক্ষা লাভ কৰে। তাৰ মন বা শৰীৰৰ শক্তিৰ সীমাৰ অতিৰিক্ত সি শিক্ষা লাভ কৰিব নোৱাৰে। স্মৃতিৰ ভৰালত সুমাই থোৱাৰ পূৰ্ব্বে বিষয়বস্তু যদি ভালদৰে বুজি পায় বা সম্পূৰ্ণ হৃদয়ঙ্গম কৰিব পাৰে, সেই জ্ঞান যেতিয়া সি ব্যৱহাৰ কৰিব তেতিয়া সি নিজৰ জ্ঞানকেই ব্যৱহাৰ কৰিব পাৰিব। কোনো বিষয় ভালকৈ নুবুজাকৈ যদি সি স্মৃতিৰ ভৰালত সুমাই থয় অৰ্থাৎ মুখস্থ কৰে তেন্তে কাৰ্য্যকালত সি কেতিয়াও ব্যৱহাৰ কৰিব নোৱাৰিব।

সংক্ষেপতে কবলৈ হ'লে ৰুছোৱে স্বাভাৱিকতা আৰু উক্ত পদ্ধতিৰ ওপৰত শিক্ষা গঢ়িবলৈ কয়। গোটেই শিক্ষা পদ্ধতিৰ ভিতৰত প্ৰধান কাৰ্য্যকাৰক হৈছে—শিশু। তাক শাৰীৰিক বা মানসিকভাৱে কোনো বাধ্যতামূলক অৱস্থাত ৰাখিব নালাগে। সি দৈনন্দিন জীৱনৰ মাজেদি শিকিব। দৈনন্দিন জীৱনৰ কাৰ্য্যৱলীৰ মাজেদি সি শিক্ষা লাভ কৰিব আৰু এই শিক্ষাই তাক জীৱনযাত্ৰা নিৰ্ব্বাহৰ বাবে উপযুক্ত কৰি তুলিব।

## পেষ্টালৎছিৰ শিক্ষা দৰ্শন

ৰুছোৰ পাছত পেষ্টালৎছি। হাৰ্ব্বাৰ্ট, ফ্ৰোবেল আৰু অন্যান্য শিক্ষাবিদ্‌সকলৰ পৰা আৰম্ভ কৰি জন ডিউৱি বা ৰাছিয়াৰ শিক্ষাসংস্কাৰকলৈকে সকলোৱে কোনো নহয় কোনো প্ৰকাৰে স্বীকাৰ কৰিছে যে শিশুৰ শিক্ষা আৰু পুথিৰ জ্ঞান যি কোনো এটা হাতৰ কামৰ জৰিয়তে হে দিব পাৰি আৰু তেতিয়হে সি কাৰ্য্যকৰী হয়।

পেষ্টালৎছিৰ মতে ব্যক্তিৰ মানসিক, শাৰীৰিক আৰু নৈতিক পৰিবৰ্দ্ধন হয় আৱয়ৱিক পৰিবৰ্দ্ধনৰ লগেলগে। এই পৰিবৰ্দ্ধন হয় শিশুৰ কৰ্ম্ম কৰিবলৈ যি স্বাভাৱিক প্ৰবৃত্তি হয় আৰু কৰ্ম্ম কৰাৰ পাচত যি অভিজ্ঞতা হয় তাৰ মাজেদি।

সেইকাৰণে ভাষা বা শব্দৰ পৰিবৰ্ত্তে বস্তুৰ দ্বাৰা, স্মৃতিৰ পৰিবৰ্ত্তে ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা শিক্ষাৰ ভিত্তি গঢ়িব লাগিব। শিক্ষা বাধ্যতামূলক উপদেশ গ্ৰহণত নিৰ্ভৰ কৰিব নালাগে। শিক্ষা নিৰ্ভৰ কৰিব লাগিব ব্যক্তিত্বৰ আৰু নিজত্বৰ ক্ৰমবিকাশৰ ওপৰত। তেওঁ লিখিছে যে প্ৰকৃতিয়ে মানৱতাৰ সকলোপ্ৰকাৰ শক্তি অভ্যাসৰ দ্বাৰা পৰিস্ফুট কৰি তোলে আৰু ব্যৱহাৰৰ দ্বাৰা বৰ্দ্ধিত কৰে। মানৱশিশুৰ শিক্ষাৰ বাবে তাৰ অন্তৰ্নিহিত শক্তিসমূহ কাৰ্য্যকৰী তুলিবলৈ প্ৰকৃতি নিযন্ত্ৰিত পথ অনুসৰণ কৰিব লাগিব। সেইকাৰণে যি মানুহে সৰল আৰু অকপট ভাৱে নিজৰ অন্তৰ্নিহিত শক্তিৰ ব্যৱহাৰ কৰে, তাৰ প্ৰকৃতিত ধীৰ আৰু স্থিৰ স্বভাৱ প্ৰতিফলিত হয়। আন পক্ষে যেতিয়া মানুহে প্ৰকৃতিৰ নিয়ম অৱমাননা কৰে তাৰদ্বাৰা তাৰ জীৱনৰ নানাবিভাগৰ জ্ঞানৰ সম্বন্ধ প্ৰকৃতিৰ লগত ছিন্ন কৰি পেলায় আৰু জ্ঞানৰ প্ৰকৃত ভিত্তি সি ধ্বংস কৰি পেলায়। সত্য উপলব্ধিৰ আনন্দ ভোগ কৰিবলৈ সি অসমৰ্থ হয়।

শিশুৰ বাল্যকালৰ বিষয়ে কবলৈ যাওঁতে তেওঁ কৈছে, যে শিশুৰ শক্তি আৰু অভিজ্ঞতা এই সময়ত আটাইতকৈ বেছি; কিন্তু আমাৰ মনোবিজ্ঞানহীন স্কুলসমূহ হৈছে শিশুৰ প্ৰাণত প্ৰকৃতি দত্ত এই শক্তি আৰু অভিজ্ঞতাৰ ফল ধ্বংসকাৰী, কৃত্ৰিম আৰু উপেক্ষাময় কাৰখানা স্বৰূপ মাথোন। পাঁচ বছৰলৈকে আমি সাধাৰণতঃ শিশুক প্ৰকৃতিৰ মাজত বিচৰণ কৰি আনন্দ ভোগ কৰিবলৈ সম্পূৰ্ণৰূপে এৰি দিওঁ। তেতিয়া প্ৰকৃতিৰ উপলব্ধিয়ে সিহঁতৰ মনত গভীৰ ভাৱে সাঁচ বহুৱাই দিয়ে। অবাধ স্বাধীনতাৰ আনন্দ সিহঁতে সম্পূৰ্ণ উপলব্ধি কৰে। এই পাঁচ বছৰৰ ভিতৰত সিহতৰ স্বাধীন আৰু স্বাভাৱিক মনোবৃত্তি গঢ়ি উঠে। যথেচ্ছভাৱে বিহাৰ কৰি ফুৰাৰ ফলত সিহঁতৰ পৰিবৰ্দ্ধনৰ লগেলগে সিহঁতৰ মনৰ গতি নিৰ্দ্ধাৰিত হৈ যায়। এই পাঁচবছৰৰ স্বাধীন বনৰীয়া জীৱনযাপনৰ পাচত আৰু প্ৰকৃতিৰ সংস্পৰ্শত ইন্দ্ৰিয়ানুভূতিৰ আনন্দ আৰু জ্ঞানলাভ কৰাৰ পাছত আমি যেতিয়া সিহঁতৰ চকুৰ আগৰ পৰা সমস্ত প্ৰাকৃতিক অনুভূতিৰ আনন্দ আতঁৰাই দিওঁ, সিহঁতৰ অবাধ আৰু যথেচ্ছ বিচৰণৰ বাটত হেঙাৰ দি নিষ্ঠুৰভাৱে সিহঁতক ভেড়াৰ দলক খোৱাৰত বন্ধ কৰাৰ নিচিনাকৈ দুৰ্গন্ধময় খোটালিত বন্ধ কৰি দিওঁ আৰু নিষ্কৰুণ ভাৱে বহু ঘণ্টা, দিন, মাহ আৰু বছৰ ধৰি অস্বাভাৱিক আৰু নিৰাকৰ্ষণীয় ভাষা শিক্ষাত লগাই দিওঁ, তেতিয়া আগৰ জীৱনৰ তুলনাত সিহঁতৰ জীৱনত কি বৈষম্যই দেখা দিয়ে। কি অসামঞ্জস্য আৰু কি বাতুলতাৰ উদাহৰণ?

## ফ্ৰোবেলৰ শিক্ষা-পদ্ধতি

পেষ্টোলথছিৰ পাছত ফ্ৰোবেলে বস্তু নিৰ্দ্দেশক (objective) পথ অনুসৰণ কৰে। শিশুৰ মনোবিজ্ঞান আৰু কৰ্ম্মস্পৃহাৰ স্বভাৱৰ বহল আলোচনা কৰে।

তেওঁৰ মতে এই দুটা কথাৰ পৰাই শিশুৰ শিক্ষাৰ আৰম্ভণি হব লাগে। তেওঁ পুনঃ এই নীতি প্ৰচাৰ কৰে যে শিশুৰ শিক্ষা ইন্দ্ৰিয়ানুভূতি, উজু সৃজনমূলক হাতৰ কাম, প্ৰকৃতি-অধ্যয়ন আৰু দৃশ্য বস্তুৰ সহায়ত শিক্ষাদিয়া নীতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। এই আটাইবোৰ নীতি আজিৰ জগতত শিক্ষাবিদসকলে স্বীকাৰ কৰিছে; ভাৰতবৰ্ষত কিন্তু নীতিৰ ফালৰপৰা স্বীকাৰ কৰিলেও কাৰ্য্যতঃ স্বীকাৰ কৰা নাই।

যি সৃজনমূলক হাতৰ কামৰ লগত আমাৰ বিশেষ সম্বন্ধ, সেই সম্বন্ধে ফ্ৰোবেলে কৈছে যে মানুহৰ আত্মাক নিৰাকাৰ বস্তুৰ ওপৰত ভাহি ফুৰিবলৈ দিব লাগে; ক্ৰমে সেই বস্তুৱে এটি আকাৰ ধাৰণ কৰিব আৰু জীৱন্ত হৈ উঠিব। আত্মকাৰ্য্য নিয়ন্ত্ৰণৰ দ্বাৰা মানুহে নিজেনিজে নিজৰ প্ৰকৃতিৰ মূৰ্ত্ত প্ৰকাশ অনুভৱ কৰিব .পাৰিব। নিজৰ প্ৰকৃতিৰ লগত জগতৰ বাহ্যবস্তুৰ আৰু সমাজৰ সম্বন্ধ স্থাপনৰ এটি সামঞ্জস্যমূলক সূত্ৰ মানুহে আপোনাআপুনি আবিষ্কাৰ কৰিব। গতিকে শিক্ষা-পদ্ধতি নিৰ্ভৰ কৰিব, প্ৰথমতঃ মানুহে যি পদ্ধতিৰ দ্বাৰা বাহ্য জগত বা প্ৰকৃতিক উপলব্ধি কৰে, দ্বিতীয়তেঃ যি পদ্ধতিৰ দ্বাৰা নিজৰ প্ৰকৃতিৰ বিষয়ে সম্যক্ জ্ঞানলাভ হয় আৰু তৃতীয়তেঃ যি পদ্ধতিৰ দ্বাৰা মানুহে প্ৰকৃতি আৰু সমাজৰ লগত নিজক এটি অঙ্গ স্বৰূপে মিলাই লব পাৰে। গতিকে শিশুৰ নিজৰ আকৰ্ষণীয় হাতৰ কামৰ দ্বাৰা শিক্ষা আৰম্ভ কৰিব লাগিব যাতে সি নিজে নিজে আত্মকাৰ্য্যৰ নিয়ন্ত্ৰণ কৰিব পাৰে। এই আত্মকাৰ্য্য নিয়ন্ত্ৰণৰ পদ্ধতিত তাৰ কাৰ্য্যৰ গতি বাঢ়ি যাব আৰু সেই কাৰ্য্য উদ্দেশ্যমূলক হৈ উঠিব। শিশুৰ আত্মকাৰ্য্য নিয়ন্ত্ৰণ যেতিয়া উদ্দেশ্যমূলক হৈ উঠিব তেতিয়া তাৰ স্থায়ী মূল্য নিৰ্দ্ধাৰণ হৈ যাব। কৰ্ম্ম আৰু অধ্যৱসায়ৰ প্ৰধান উদ্দেশ্য আৰু সৃজনমূলক আৰু উৎপাদনশীল উদ্যোগৰ মহান্ অৰ্থ আৰু গূঢ়তত্ত্ব এয়ে। সঁচাকৈয়ে শ্ৰম আৰু অধ্যয়সায়ৰ দ্বাৰা আমি দেবোপম হৈ উঠোঁ আৰু স্পষ্ট ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা নাইবা আমি যে আমাৰ অন্তজগতৰ দ্বাৰা বাহ্য জগতৰ অনুভব অস্পষ্টভাৱেও কৰিব পৰিছোঁ, আমি যে অন্তৰ্নিহিত শক্তিচৰ্চাত শৰীৰক ব্যৱহাৰ কৰিছোঁ, আৰু আমাৰ চিন্তাধাৰাক কৰ্ম্মত নিয়োজিত কৰিব পাৰিছোঁ—তাৰ দ্বাৰা আমি অদৃশ্য বস্তুক পৰিদৃশ্যমান কৰি তুলিব পাৰিছোঁ।

পুনঃ তেওঁ কৈছে যে এতিয়া সময় আহিছে যেতিয়া আমি স্বাধীন উদ্যোগৰ দ্বাৰা (হাতৰ কামৰ দ্বাৰা) শ্ৰমৰ মৰ্য্যদা বঢ়াব পাৰিম। তাকে আমি কৰিব পৰিম যদি সৃজনমূলক উদ্যোগৰপৰা যিবোৰ নীতি আবিৰ্ভূত হৈছে তাক আমি জ্ঞাতসাৰে গ্ৰহণ কৰোঁ আৰু তাৰ উপযুক্ত প্ৰয়োগ কৰো। ইমান দিন সেই নীতি অজ্ঞাতসাৰে প্ৰয়োজিত হৈ আহিছে। এই পদ্ধতিৰ ব্যৱসায়মূলক বুদ্ধিয়ে শিশুক অজ্ঞাত প্ৰয়োজনৰ মাজেদি ক্ৰমেক্ৰমে কাৰ্য্যকৰী নীতিলৈ পৰিচালিত কৰিব

[illegible] সৃজনীশক্তিৰ বৃদ্ধি কৰি নিজক [illegible]-যন্ত্ৰৰ উপযোগী কৰি তুলিব, আন সকলো উপায়ৰ দ্বাৰা মানুহৰ শ্ৰম স্বাধীন উদ্যোগত পৰিণত কৰিব লাগিব। [illegible] ব্যৱহাৰৰ মনৰ ব্যৱহাৰৰ সমসাময়িক হৈ উঠিলে শ্ৰম বুদ্ধিযুক্ত ব্যৱহাৰত পৰিণত হব আৰু সেই শ্ৰম তেতিয়া বুদ্ধিহীন যান্ত্ৰিক ব্যৱহাৰৰ নিচিনা নহব। বৰ্ত্তমান যুগত কেৱল কলাবিদ্যাকেই স্বাধীন বুলি কব পাৰি কিন্তু প্ৰত্যেক কাৰ্য্যই কম বেছি পৰিমাণে সৃজনমূলক হব পাৰে। মানুহক স্ৰষ্টাৰ প্ৰতীক্ বা ক্ষুদ্ৰ স্ৰষ্টা কৰি তুলিবলৈ ই নিতান্ত আৱশ্যক।

শিক্ষা-জগতত এই নতুন ভাৱধাৰাই শিক্ষাক ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা আৰু গঠনমূলক কৰ্ম্মৰ দ্বাৰা বৈজ্ঞানিক আৰু ফলপ্ৰদ পদ্ধতিত পৰিণত কৰিছে। এই নতুন ভাৱধাৰাই পঙ্গু, বোবা, কলা আৰু অন্ধৰ শিক্ষা সম্ভৱ কৰি তুলিছে— হাতৰ কামৰ মাজেদি। এনে চেষ্টা পূৰ্ব্বে কেতিয়াও হোৱা নাছিল। এই উদ্যোগে অঙ্গহীন লোকক আৰ্থিক স্বাধীনতা দিছে আৰু লগেলগে আত্মনিৰ্ভৰতা আৰু আত্মসম্মান-বোধ দান কৰিছে। এই শিক্ষাৰ দ্বাৰা নিষ্কৰ্মা লোকক কৰ্ম্মী কৰি তুলিছে।

## অতীতৰ শিক্ষা সফলতাৰ বাটত কিয় অহা নাছিল?

শিক্ষা জগতত ইমানবিলাক চিন্তাশীল শিক্ষাবিদ্ আৰু সংস্কাৰকৰ আবিৰ্ভাৱ হোৱা সত্ত্বেও কি কাৰণে লাগতিয়াল সংস্কাৰ হোৱা নাই এই বিষয়ে স্বাভাৱিকতে প্ৰশ্ন উঠে। যিবিলাক শিক্ষানুষ্ঠানত এই নতুন সংস্কাৰ পৰীক্ষা কৰি চোৱা হৈছিল সেই শিক্ষানুষ্ঠানবিলাক কি কাৰণে তিষ্ঠি নাথাকিল? দৰাচলতে যান্ত্ৰিক যুগৰ অভ্যুত্থান নোহোৱাহেঁতেন এই নতুন আৰু স্বাভাৱিক শিক্ষাপদ্ধতিয়ে গোটেইখন ইউৰোপ জয় কৰিব পাৰিলেহেঁতেন। যান্ত্ৰিকতাৰ অভ্যুত্থানে যে গাৱঁৰ কুটীৰ শিল্পৰ আৰু হস্তশিল্পৰেই ধ্বংস সাধন কৰিলে এনে নহয় সৰ্ব্বসাধাৰণ বাইজৰ জীৱিকাঅৰ্জ্জনৰ আৰু কৃষ্টিচৰ্চ্চাৰ মূল কেন্দ্ৰবোৰ গাওঁ আৰু সৰু সৰু নগৰবিলাকৰ পৰা যন্ত্ৰশালী চহৰবিলাকলৈ উঠি গ'ল। নিপুন হস্তশিল্পী আৰু শ্ৰমিকৰ আৱশ্যক নোহোৱা হ'ল। কলকাৰখানা আৰু ফেক্টৰীবিলাকত অনিপুণ আৰু যন্ত্ৰৰ নিচিনা চালিত কৰ্ম্মীৰ হে আৱশ্যক হৈ পৰিল। অবিৰাম পৰিশ্ৰমৰ দ্বাৰা কৰ্ম্মীৰ গাৰ ঘাম মূৰৰ পৰা ভৰিলৈকে পৰিলেও এই কলকাৰখানাবোৰত শিক্ষাৰ কোনো স্থান নাথাকিল। আনফালে পোনতে এই শ্ৰম এনে নিৰ্ম্মম আৰু নিষ্ঠুৰ ব্যৱস্থাৰ মাজেদি গ্ৰহণ কৰা হৈছিল যে তাত শিক্ষাৰ স্থান দিবলৈ গলে এটা ভয়ানক অপমানজনক আৰু হাস্যকৰ ব্যৱস্থা হে হ'লহেঁতেন। সেইবাবে তেনে কোনো প্ৰচেষ্টা চলোৱা নাছিল। হস্ত-শিল্পৰ দিনত শিশুৱে নিজৰ পৰিবাৰৰ পৰিজনসকলৰ শ্ৰমৰ ভাগ লৈছিল আৰু তাৰদ্বাৰা

মানসিক শিক্ষাৰ ক্ষেত্ৰ খোলা পাইছিল। কলকাৰখানাত থকা ব্যস্ততাই আৰু চহৰীয়া জীৱনৰ বাতাবৰণে ক্ৰমেক্ৰমে নৰনাৰীক স্বাভাৱিক পাৰিপাৰ্শ্বিকতাৰ পৰা আঁতৰাই নিলে। নৰনাৰীৰ স্বাভাৱিক পাৰিপাৰ্শ্বিকতাত শিক্ষাৰ আৰু সাধাৰণ জ্ঞানোপাৰ্জ্জনৰ যথেষ্ট আহিলা পোৱা গৈছিল। যান্ত্ৰিকতাই তাক ধ্বংস কৰিলে।

সেইবাবে যান্ত্ৰিকতাই শিক্ষাক্ষেত্ৰত শিক্ষাক অগ্ৰসৰ হবলৈ নিদিলে; পাছৰ ফালে হে গতি কৰালে। এই যান্ত্ৰিকতাই চহৰত থকা ধনীলোকৰ সন্তানক কৃত্ৰিম আৰু অবাস্তৱ উপদেশৰ দ্বাৰা শিক্ষাৰ ব্যৱস্থা কৰিলে আৰু আনফালেদি গাৱঁলীয়া জনগণক আৰু চহৰৰ কুৎচ স্থানত থকা অনিপুণ শ্ৰমিকৰ শিক্ষাত বাধা জন্মালে। ইয়াৰ ফলত ধনী দৰিদ্ৰৰ মাজত কেৱল যে ধনেৰে পাৰ্থক্য থাকিল এনে নহয়; শিক্ষা, কৃষ্টি আৰু অনুভূতিৰো পাৰ্থক্যৰ সৃষ্টি কৰিলে। চহৰৰ লগত গাওঁ আৰু নগৰৰ এনে পাৰ্থক্যৰ সৃষ্টি কৰিলে যে ধনী আৰু নিৰ্ধনৰ মাজত গাওঁ আৰু চহৰৰ কোনো সম্বন্ধ স্থাপনৰ বাট নাথাকিল। যান্ত্ৰিক যুগৰ আগতে শিক্ষা আৰু কৃষ্টিৰ ওপৰত ধনী মানুহৰ একচেটীয়া অধিকাৰ নাছিল; বৰঞ্চ ব্ৰাহ্মণ আৰু পুৰোহিতজাতীয় লোকসকলে শিক্ষাক্ষেত্ৰত এটা অভিজাত সম্প্ৰদায় সৃষ্টি কৰিছিল। এই আভিজাত্যই দেশৰ মাটিত এনেদৰে শিপা বিস্তাৰ কৰিছিল যে জনসাধাৰণৰ লগত তাৰ এটি অবিচ্ছেদ্য সম্বন্ধ গঢ়ি উঠিছিল। এই সম্বন্ধই আদিম আৰু মধ্যযুগত জনসাধাৰণৰ মাজতো আলোকপাত কৰিছিল। ধনী সম্প্ৰদায়ৰ মাজত আবদ্ধ থকা এই নতুন শিক্ষাই ধনী সম্প্ৰদায় আৰু জনসাধাৰণৰ মাজত থকা সম্বন্ধ বিচ্ছিন্ন কৰি দিলে। জনসাধাৰণৰ দৰিদ্ৰতাৰ লগত অজ্ঞান অন্ধকাৰে আৰু পাৰ্থিব আৰু নৈতিক অৱনতিয়ে হাত মিলালে। ইয়াৰ পৰা চহৰবাসী আৰু গাওঁবাসীৰ মাজত নানা সমস্যাৰ সৃষ্টি হ'ল। এই সমস্যাবিলাকে এতিয়া আমাৰ অভ্যন্তৰীণ আৰু আন্তৰ্জ্জাতিক শান্তি ভঙ্গ কৰিছে।

## শিক্ষাক্ষেত্ৰত নতুন সংস্কাৰ আনিব নোৱাৰাৰ কাৰণ

নতুন শিল্পীৰ শ্ৰম আৰু হস্তশিল্প ক্ৰমে বিলুপ্ত হ'ল। স্কুলবিলাকত হস্তশিল্পৰ শিক্ষা দিলে বহু খৰচসাধ্য হয়; আনফালে শিক্ষা ৰাষ্ট্ৰীয় সমস্যা হিচাবে তেতিয়া নাছিল। তাৰপাছত সকলোদেশৰ পৰবৰ্ত্তী ৰাষ্ট্ৰীয় চৰকাৰে নতুন শিক্ষাপদ্ধতি গ্ৰহণ কৰিব পৰিলেহেঁতেন; কিন্তু তেতিয়া সেই শিক্ষাপদ্ধতি এটা বা দুটা অনুষ্ঠানৰ সমস্যা হৈ থকা নাছিল, ই সাৰ্ব্বজনীন্ মাতৃলবিহীন শিক্ষাত পৰিণত হৈছিল। তেতিয়াও হয়তো ৰাষ্ট্ৰই জাতীয়তা গঠন কাৰ্য্যৰ বাবে এনে উদ্যোগ গ্ৰহণ কৰিব পৰিলেহেঁতেন; কিন্তু ৰাষ্ট্ৰৰ সমস্ত ধন ৰাজনৈতিক,

অৰ্থনৈতিক আৰু ভৌগোলিক প্ৰতিদ্বন্দ্বিতাৰ ক্ষেত্ৰত যুদ্ধৰ সামগ্ৰী ক্ৰয় কৰোঁতে খৰচ কৰিবলগীয়া হৈছিল। বিপুল অৰ্থব্যয়ৰ কথা এৰিও, শিক্ষানুষ্ঠানবোৰত উদ্যোগ বা হস্তশিল্পৰ প্ৰবৰ্ত্তন কৰিলে অৰ্থনৈতিক ফালৰপৰা তাৰ ব্যৱস্থা কৃত্ৰিম আৰু অস্বাভাৱিক হৈ উঠিলহেঁতেন। এই হস্তশিল্প কোনোৱেই উৎসাহ আৰু আগ্ৰহৰ সহিত নিশিকিলেহেঁতেন। মূল্যহীন হস্তশিল্প গতানুগতিক প্ৰক্ৰিয়াত শিক্ষা দিলে তাৰপৰা শিক্ষাৰ সমন্বিত জ্ঞান আহৰণ কৰিব পৰা নগ'লহেঁতেন। সেইবাবে শিক্ষাসংস্কাৰসকলে যি কথা প্ৰচাৰ কৰিছিল তাৰ উপলব্ধি নোহোৱাকৈয়ে থাকিল। শিক্ষাক্ষেত্ৰত সংস্কাৰ আনিব নোৱাৰাৰ এইটোৱেই প্ৰধান কাৰণ।

তাৰপাছত ক্ৰমে ৰাজনৈতিক নেতাসকলে নতুন সমাজত স্থান অধিকাৰ কৰিলে। গণতন্ত্ৰৰ প্ৰচাৰৰ লগেলগে ৰাজনীতি ধনিক্ বা অভিজাত সম্প্ৰদায়তে আবদ্ধ নাথাকিল। মধ্যবিত্তলোকসকলেও আগবাঢ়ি আহি সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত স্থান অধিকাৰ কৰিলে। এই নতুন ৰাজনৈতিক নেতাসকলে তেওঁলোকৰ স্বত্ত্ব বংশ বা সামাজিক প্ৰতিষ্ঠাৰ ওপৰত বিস্তাৰ কৰা নাছিল, বিস্তাৰ কৰিছিল ভোটদাতাসকলৰ ইচ্ছাৰ ওপৰত। তেওঁলোকৰ স্থান অটুট ৰাখিবলৈ নিজনিজ সমষ্টি পৰিপুষ্ট কৰি ৰাখিবলগা হৈছিল। এই কাৰ্য্যত কৃতকাৰ্য্য হবলৈ তেওঁলোকৰ ভাষা আৰু শব্দৰ উপযুক্ত ব্যৱহাৰৰ চৰ্চা কৰিবলগা হৈছিল। জনসাধাৰণৰ লগত ব্যৱহাৰ কৰোঁতে ৰাজনৈতিক নেতাসকলে বেয়াকো ভালৰূপে দেখুৱাবলগা হৈছিল আৰু কুযুক্তিকো সুযুক্তিৰূপে ব্যৱহাৰ কৰিছিল। জনসাধাৰণৰ মন বুজি তেওঁলোকে আবেদন কৰিব লগা হৈছিল। তেওঁলোকে কিছুমান "বুলি" আৰু "বাক্য" ব্যৱহাৰ কৰিবলগা হৈছিল। নিৰ্ব্বাচন প্ৰতিশ্ৰুতি পালনৰ মুখা পিন্ধিব লগা হৈছিল। এই নিৰ্ব্বাচন প্ৰতিশ্ৰুতি ৰক্ষা কৰা সম্ভৱপৰ কথা নহৈছিল; কাৰণ সেই প্ৰতিশ্ৰুতিমূলক কথাবোৰৰ লগত বাস্তৱ ঘটনা অৱস্থাৰ সম্পৰ্ক আংশিকভাৱেহে আছিল; কিন্তু ৰাজনৈতিক নেতাসকলে নিজৰ লগত নিজৰ দলৰ এটা সম্বন্ধ স্থাপন কৰিবই লাগিব; ভাষা আৰু বাক্যৰ দ্বাৰা জনসাধাৰণক তেওঁলোকে এনেদৰে বুজাইছিল যে যি চেষ্টা তেওঁলোকে মুঠেও কৰা নাছিল সেই চেষ্টা তেওঁলোকে সৰ্ব্বতোভাৱে কৰিছে বুলি আৰু জনসাধাৰণৰ ওচৰত তেওঁলোকে নিজক শিক্ষিত, মাৰ্জ্জিত, পাণ্ডিত্যপূৰ্ণ আৰু সকলো বিষয়তে বিশেষজ্ঞ বুলি প্ৰমাণ কৰিবলৈ বিচাৰিছিল। শিক্ষা কাল্পনিক আৰু গতানুগতিক ধৰণৰ হলেহে এনে কথা সম্ভৱ হয়। সেইবাবে গ্ৰীচত আজিৰ গণতান্ত্ৰিক যুগতো তেনেকৈ ভাষাই এটা প্ৰধান স্থান অধিকাৰ কৰিছে। প্ৰত্যেক চৰকাৰী স্কুলত আৰু প্ৰত্যেক বিশ্ববিদ্যালয়ত তৰ্ক-সভা, নকল ৰাজ্যপৰিষদ আৰু লোকসভা আছে। এই

সভাবিলাকত ভবিষ্যৎ আইনজীবী আৰু ৰাজনৈতিক নেতাই নিজৰ ভবিষ্যৎ গঢ়ি লয়। এই সভাবোৰৰ আলোচনাবোৰ কৃত্রিম। বাস্তৱতাৰ লগত সেই আলোচনাৰ কোনো সামঞ্জস্য নাই। ছাত্রৰ গভীৰ চিন্তাৰ বাবে আৱশ্যকীয় জ্ঞান নাই কিন্তু জ্ঞান নাথাকিলেও ভাষাৰ মাধুর্য্য আৰু যুক্তিৰ প্রাচুর্য্যৰ দ্বাৰা সি তাৰ অজ্ঞতা ঢাকি পেলায়। সেইবাবে গণতান্ত্রিক ৰাজ্যত পুৰস্কাৰ পোৱা ছাত্রই ভবিষ্যৎ ৰাজনৈতিক নেতা হিচাবে ফুটি উঠে। এই কাৰণেই সম্ভবতঃ প্রকৃত ৰাজনৈতিক নেতাৰ অভাৱ বোধ কৰা হৈছে। গণতন্ত্র কূটনৈতিক তন্ত্রত এইবাবে পৰিণত হৈছে বুলি বুজা যায়।

তথাপিতো শিক্ষানীতিৰ সম্বন্ধ বাস্তৱতাৰ লগত থাকিব লাগিব, কল্পনা আৰু কৰ্ম্মভ্যাস (Theory and Practice) পৰস্পৰ জড়িত হব লাগিব আৰু উভয়ৰ পাৰস্পৰিক সম্বন্ধ শক্তিশালী কৰি তুলিব লাগিব—এই কথাৰ প্রতি দৃষ্টি হেৰুৱা নাছিল। বিজ্ঞানৰ গবেষণাগৰবোৰত আৰু শিল্পানুষ্ঠানবোৰত ইয়াৰ স্থান আছিল। ইউৰোপ আৰু আমেৰিকাত কিছুমান প্রধান প্রধান বিজ্ঞানাগাৰ আৰু শিল্পানুষ্ঠান ডাঙৰ ডাঙৰ যান্ত্রিক শিল্পানুষ্ঠানৰ লগত সংশ্লিষ্ট হৈ আছিল। আনকি যিবিলাক যান্ত্রিক শিল্পানুষ্ঠানৰ লগত বিজ্ঞান, ইঞ্জিনিয়াৰিং বা শিল্পবিভাগ নাছিল তেনে শিল্পানুষ্ঠানৰ ছাত্রসকলে তেনে বিভাগ সংশ্লিষ্ট থকা যান্ত্রিক শিল্পানুষ্ঠানবোৰলৈ হাতে কলমে কাম শিকি প্রশিক্ষণ লবলৈ যাব লগা হৈছিল। এনেবোৰ ক্ষেত্রত অভ্যাস আৰু কল্পনা লগেলগে অৰ্জ্জন কৰা নীতি গৃহীত হৈছে। কেবল মাত্র মানৱ চৰিত্র অধ্যয়নতহে এই নীতি সম্যক্‌ভাৱে গৃহীত হোৱা নাই। বৰ্ত্তমান সভ্যতা আৰু গণতান্ত্রিক ৰাজনীতিৰ অস্বাভাৱিক অৱস্থাতে আৰু অর্থনৈতিক আৰু যান্ত্রিক অৱস্থাৰ মেৰাপাকত পৰি যে মানৱচৰিত্র অধ্যয়নত এই নীতি গৃহীত হোৱা নাই সেই কথা পূৰ্ব্বতে ব্যাখ্যা কৰা হৈছে।

## নিৰীক্ষণ আৰু কৰ্ম্মাভ্যাস বৰ্ত্তমান জগতৰ শিক্ষানীতি

সি যিনহওক নিৰীক্ষণ আৰু কৰ্ম্মাভ্যাসৰ মাজেদি যে শিশুৰ শিক্ষা হব লাগে এই নীতি কাৰ্য্যতঃ গৃহীত নহলেও নীতিগত হিচাবে বৰ্ত্তমান শিক্ষানুষ্ঠানবোৰত গৃহীত হৈছে। সৰু সৰু ল'ৰাছোৱালীৰ বাবে কিণ্ডাৰগাৰ্টেন (দৃশ্য বস্তুৰ দ্বাৰা শিক্ষা দিয়া পঢ়াশালি) আৰু মণ্টেছৰি পদ্ধতি সকলো ঠাইতে গৃহীত হৈছে। ডাল্‌টন প্রণালীৰ গবেষণাগাৰ পদ্ধতি আৰু প্রজেক্ট মেথডো গৃহীত হৈছে। এই পদ্ধতিবোৰ আনদেশত যিহকে নকৰক আমাৰ ভাৰতবৰ্ষত ধনী আৰু উচ্চস্তৰৰ মধ্যবিত্তলোকসকলৰ বাহিৰে আনলোকে এই শিক্ষা পদ্ধতি গ্রহণ কৰিব পৰা নাই। বম্বেৰ নিচিনা চহৰত এটা শিশুৰ মাচুল ৮ টকাৰপৰা ১৫ টকালৈকে দিব লাগে। ইয়াৰ লগত পৰিবহনৰ বাবেও কেইটামান দিব লাগিব।

কিণ্ডাৰগাৰ্টেন স্কুলবোৰৰ খৰছ এনেকুৱা। প্ৰজেক্ট মেথডৰ স্কুলবোৰৰ খৰচ ধনীৰ কাৰণেও কঠিন। এই পদ্ধতি বোৰৰ শিক্ষানীতি যদিও ভাল তথাপি ভাৰতবৰ্ষৰ নিচিনা দৰিদ্ৰ দেশৰ সি সম্ভৱপৰ নহয়। অতিৰিক্ত খৰচত বাদেও এই পদ্ধতিবোৰৰ পৰা সম্পূৰ্ণ উপকাৰ পাব নোৱাৰি। প্ৰথম কেইবছৰত শিশুৱে আৰম্ভণিতে যি শিক্ষা পায় সেই শিক্ষা পৰৱৰ্ত্তী স্তৰৰ শিক্ষাৰ নিয়মানুষ্ঠানিক গোড়ামিত উৎসাহবিহীন আৰু সৃজন-বিহীন হৈ মানসিক চৰ্চ্চাত পৰিণত হৈ নষ্ট হৈ যায়।

গান্ধীজীয়ে তেখেতৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনাৰ দ্বাৰা উৎপাদনমূলক আৰু সৃজনমূলক শাৰিৰীক শ্ৰমৰ দ্বাৰা ভাৰতীয় ব্যৱস্থাত শিক্ষা সম্ভপৰ কৰিবলৈ ইচ্ছা কৰিছে। তেখেতে কৈছে যে বৰ্ত্তমান শিক্ষা জগতৰ গৃহীত নীতিসমূহ গ্ৰহণ কৰি শিক্ষাৰ ক্ষেত্ৰ সংস্কাৰ কৰি ব্যয় কমাই তাৰ পৰিধি বঢ়াই শিক্ষা সকলোৰে সহজলভ্য কৰি তুলিব লাগে। আৰ্থিক মূল্যৰ ফালে দৃষ্টি নকৰি বা সেই বিষয়ে নজনা হৈ থাকি শিশুক কিছুমান পুতলা দি খেলিবলৈ দিলে নাইবা যেই সেই কাম কৰিবলৈ দি শিক্ষা দিলে সময়, বস্তু আৰু অৰ্থৰ অপব্যয় হ'ব মাথোন। তাকে নকৰি শিশুক এটি হস্তশিল্প যত্নেৰে সৈতে সম্পূৰ্ণৰূপে শিক্ষা দিব লাগে আৰু এই হস্তশিল্প শিক্ষাৰ হস্তশিল্প শিক্ষা দিব লাগে। নিপুণতা আৰু ক্ৰমোন্নতিক অৰ্থৰ ফালৰ পৰা জুখি চাই—শিশুক কেৱল ভৱিষ্যত জীৱিকা অৰ্জ্জনৰ বাট দেখুৱাই দিয়াৰ উদ্দেশ্যই নহয় এটা কাৰ্য্যকৰী আৰু বৈজ্ঞানিক উপায়ৰ দ্বাৰা সাধাৰণ শিক্ষা দিয়াৰ উদ্দেশ্যও—যত্নেৰে আৰু নিয়মিত ভাৱে কৰা কৰ্ম্ম বৈজ্ঞানিক পদ্ধতিত কৰা কৰ্ম্মৰ পৰ্য্যায়ত পৰে। এইদৰে গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনাই ব্যক্তিত্ব গঠনত আৰু সামাজিক ক্ৰমোন্নতিত প্ৰকৃত শিক্ষাৰ বাট মুকলি কৰিব।

---

# জীৱন-সমস্যাৰ অধ্যয়ন

## শিক্ষাক জীৱন সমস্যাৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি

শিক্ষা জীৱনযাত্ৰাৰ বাবেহে। সেইবাবে শিক্ষাক জীৱনৰ পৰা বা জীৱনসমস্যাৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি। জীৱন-যাত্ৰা ক'তো সহজ নহয়। জীৱনযাত্ৰা স্বাভাৱিকতে জটিল আৰু ই জটিল সমস্যাৰ সৃষ্টি কৰে। জীৱনৰ প্ৰকৃত সমস্যা আৰু নানাপ্ৰকাৰ অৱস্থাৰ সমাধান বিদ্যাৰ কোনো একপ্ৰকাৰ বিশেষ জ্ঞানৰ দ্বাৰা নহয়; বৰঞ্চ প্ৰত্যেক জীৱনৰ সমস্যা নানাবিষয়ৰ বিদ্যাৰ মাজত সোমাই পৰে। এই সমস্যা সমাধানৰ বাবে পৰস্পৰসম্বন্ধ জড়িত কেইবাটিও বিষয়ৰ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। উদাহৰণস্বৰূপে কৃষি বিষয় লোৱা যাওক। এই বিষয় কেৱল প্ৰাণীতত্ত্ব, পদাৰ্থ বিজ্ঞান বা ৰসায়ন বিদ্যাৰ ওপৰতে নিৰ্ভৰ নকৰে। ই অৰ্থনীতি আৰু ৰাজনীতিৰ ওপৰতো নিৰ্ভৰ কৰে। আমাৰ স্কুলবোৰত আৰু বিশ্বদ্যিালয়বিলাকত পদাৰ্থ বিজ্ঞান সাধাৰণতঃ অৰ্থনীতি আৰু ৰাজনীতিৰ পৰা বিচ্ছিন্ন কৰি শিক্ষা দিয়া হয়। পদাৰ্থ বিজ্ঞানৰ বিদ্যাৰ দ্বাৰা কোনো এজন লোক ভাল কৃষক হব পাৰে, কিন্তু সি যদি বজাৰৰ মূল্য নাজানে আৰু মূল্যৰ সাময়িক উত্থান-পতনৰ বিষয়ে নাজানে, সি যদি অৰ্থনীতিৰ আৰু ৰাজনীতিৰ প্ৰাথমিক সূত্ৰবোৰ নাজানে, সি পদাৰ্থ বিজ্ঞানৰ সহায়ত যি উপচি পৰা শস্যৰ খেতি কৰিছে সেই শস্য ভৰাঁলত অবিক্ৰিত অৱস্থাত পৰি থাকিব। বৰ্ত্তমান কালৰ শিক্ষাই কৃষক এজনক কেৱল পদাৰ্থ বিজ্ঞান শিক্ষা দিয়ে আৰু সি অৰ্থনীতি আৰু ব্যৱসায় বিজ্ঞান নিজৰ ভুল ক্ৰটীৰ মাজেদি, পৰীক্ষা আৰু অভিজ্ঞতাৰ মাজেদি লোকচান ভৰি শিক্ষা কৰিব লাগে।

শিক্ষাৰ সৰ্ব্বোত্তম উপায় সেইবাবে এয়ে হব যে যিবিলাক বিষয় পৰস্পৰ সম্বন্ধযুক্ত তেনে বিষয়বোৰৰ শিক্ষাদান কৰা। কাৰণ সেই বিষয়বোৰে জীৱনৰ বাস্তৱ সমস্যাৰ সম্মুখীন হব। তাৰ পাছত কোনো বিষয়ৰ বিশেষজ্ঞৰ জ্ঞান আৰ্জ্জিবলৈ বিভিন্ন বিষয়বোৰ ভাগ কৰি লব পাৰিব; কিন্তু এই ব্যৱস্থা কেৱল প্ৰখৰ বুদ্ধিসম্পন্ন ল'ৰা-ছোৱালীৰ বাবে হে হব লাগে—সৰ্ব্বসাধাৰণৰ বাবে নহয়। আজিকালিৰ শিক্ষাত বিষয়বোৰ পৰস্পৰ সমন্বিত নহয়। জীৱনযাত্ৰাত যিবিলাক বিষয়ৰ কোনো সম্বন্ধ নাই তেনে বিষয়বোৰ কৃত্ৰিম উপায়েৰে শিক্ষণীয় পাঠ্যক্ৰমত সমন্বিত কৰা হৈছে। শিক্ষা কাৰ্য্য বাস্তৱতাৰ লগত সম্পৰ্কিত বা সমন্বিত কৰা হোৱা নাই। আমাৰ অধ্যাপক আৰু শিক্ষকসকলে বিচ্ছিন্নভাৱে কাম কৰে। আন আন বিষয়ৰ শিক্ষক বা অধ্যাপকসকলে নাইবা আন আন শিক্ষানুষ্ঠানবোৰৰ শিক্ষকসকলে কি ভাৱে কাম কৰিছে কৰিছে তাৰ খবৰ

নাৰাখে। এইদৰে জীৱনৰ প্ৰকৃত সমস্যাবোৰ কৃত্ৰিম উপায়ৰ দ্বাৰা সহজ কৰা হৈছে। ইয়াৰ দ্বাৰা শিক্ষক আৰু ছাত্ৰৰ উভয়ৰে ক্ষতি হৈছে। হস্তশিল্পৰ জৰিয়তে যি শিক্ষাপদ্ধতি ৰচিত হব সেই শিক্ষাই এইপ্ৰকাৰ কৃত্ৰিম বিচ্ছিন্নতা বা বিষয়ভাগ ত্যাগ কৰিব। ভিন্ন ভিন্ন শিক্ষকৰ আৰু শিক্ষানুষ্ঠানৰ কৰ্ম্মপদ্ধতি পৰস্পৰ সম্বন্ধযুক্ত, সমন্বিত আৰু সমপৰ্য্যায়ভুক্ত কৰা হব। শিক্ষানুষ্ঠানবিলাক, শিক্ষকসকল আৰু শিক্ষাৰ্থী সকলে এটা সহযোগপূৰ্ণ সমবায়মূলক অনুষ্ঠানৰ অংশিদাৰ হব। ইয়াৰ পৰা জ্ঞানৰ প্ৰগতিয়েই অকল নহব; আনফালে এই পদ্ধতিৰ দ্বাৰা বাস্তৱ আৰু প্ৰত্যক্ষ ফল পোৱা যাব। এনে শিক্ষা জীৱনৰ বাবে আৰু জীৱনসমস্যা সমধানৰ বাবে প্ৰকৃত পন্থা হব।

## শব্দৰ বা ভাষাৰ অত্যাচাৰ

যি কোনো নিৰ্দ্দিষ্ট, উদ্দেশ্যমূলক আৰু ঔদ্যোগিক শিক্ষাৰ সুবিধা এই যে ভাষা আৰু শব্দভাণ্ডাৰৰ অত্যাচাৰৰ পৰা শিশুক ৰক্ষা কৰে। উদ্যোগৰ অভ্যাসৰ মাজেদি কৰ্ম্মব্যস্ত শিশুৱে যি শব্দ বা ভাষা ব্যৱহাৰ কৰিব সি প্ৰকৃত আৰু নিৰ্দ্দিষ্ট অৰ্থবোধক হব। বাহ্যজগতৰ লগত তাৰ সম্বন্ধ থাকিব। যি শব্দ বা ভাষাৰ লগত বাহ্যজগতৰ কোনো নিৰ্দ্দিষ্ট সম্বন্ধ নাই, সেই শব্দ ভাষাৰ প্ৰতি কৰ্ম্মৰত শিশুৱে সন্দেহৰ চকুৰে দৃষ্টিপাত কৰিব। সি জানে যে শব্দবোৰ বিষয়বস্তুৰ পৰিচায়ক মাথোন। শব্দৰ নিজৰ কোনো সত্তা নাই। যেতিয়া শব্দই কোনো নিৰ্দ্দিষ্ট বস্তুবিশেষৰ বা সম্বন্ধবিশেষৰ বা পদ্ধতিবিশেষৰ প্ৰতি আঙুলিয়াই দিব তেতিয়া সেই শব্দৰ অৰ্থ বা মূল্য আছে। যেতিয়া শব্দই বৰ্ণনা কৰা বস্তুবিশেষ বা সম্বন্ধবিশেষ বাহ্যজগতত দেখা পোৱা নাযায়, নাইবা এটা অনিৰ্দ্দিষ্ট বা অপৰিচিত অৱস্থাত আছে বুলি ধাৰণাহে মাথোন কৰিব পৰা যায় তেতিয়া শব্দবোৰ শিক্ষাকৰাৰ পৰা কি লাভ হয় তাকো কৰ্ম্মী শিশুৱে বুজিব পাৰে।

প্ৰকৃত বস্তু লাৰাচাৰা কৰাৰ পৰা আৰু সেই বস্তুবোৰৰ বিষয়ে সকলো কথা জনাৰ পৰা শিশুৱে শব্দৰ মূলানুগত অৰ্থ আৰু সেই শব্দ ব্যৱহাৰৰ উদ্দেশ্য ভালদৰে বুজি পায়। সেই শব্দৰ চৰম পৰিণতি বা অৰ্থ কি তাকো সি ভালদৰে বুজি পায়। শব্দ বা ভাষাৰ আৱৰণ, প্ৰয়োগ আৰু অৰ্থই জগতত নানাপ্ৰকাৰ ভ্ৰমাত্মক আলোচনা আৰু বিতণ্ডাৰ সৃষ্টি কৰে। এনেবোৰ বিতণ্ডা বাস্তৱতাৰ সম্পৰ্কত আঁতৰি যায়। অবাস্তৱ বা কাল্পনিক ধাৰণাই মানুহৰ মনত এনে জ্ঞান ওপজাই দিয়ে যে অৱশেষত মানুহে ভাষাৰ অৰ্থ বা প্ৰযোগ ৰক্ষা কৰিবলৈকে ইটোৰ গলত সিটোৱে ছুৰী বহুৱাবলৈকে শঙ্কা বা দ্বিধা বোধ নকৰে। অস্পষ্ট, অবিবেকী আৰু অনিৰ্দ্দিষ্ট শব্দৰ বা ভাষাৰ প্ৰয়োগৰ দ্বাৰা বহুতো যুদ্ধ আৰু ৰক্তপাত সংঘটিত হৈ গৈছে। আনকি শব্দৰ অপপ্ৰয়োগৰ পৰা বৈজ্ঞানিক সকলো

মুক্ত হ'ব পৰা নাই। ভাৰাই বহুক্ষেত্ৰত কৰ্তৃত্ব কৰে। বিজ্ঞানে পৰীক্ষিত জ্ঞানৰ ওপৰত ভিত্তি স্থাপন কৰিব লাগে; কিন্তু সচৰাচৰ দেখা যায় যে বিজ্ঞানৰ সাধাৰণ মন্তব্যবোৰে অনুমান বা উপপাদ্যৰ স্থান অধিকাৰ কৰি পৰীক্ষিত বিষয় বুলি পৰিগণিত হয় আৰু জগতত দৈনন্দিন কাৰ্য্যাৱলীৰ ভিতৰত সোমাই যায়। উদাহৰণস্বৰূপে জড়বাদ এটা মতবাদ মাথোন। ই পৰীক্ষিত বৈজ্ঞানিক সত্য নহয়। বিজ্ঞানৰ ই এটি প্ৰতিপাদ্য বিষয় মাথোন। বৈজ্ঞানিক সত্যৰূপে ই যে কোনোদিনে প্ৰতিপন্ন হ'ব আৰু সকলো জ্ঞানী আৰু সৎলোকে তাক গ্ৰহণ কৰিব সেই বিষয়ে যথেষ্ট সন্দেহ আছে। তথাপি বহুতো দাৰ্শনিক, অৰ্থনীতিবিদ্ আৰু সংস্কাৰবাদী ৰাজনৈতিক পণ্ডিতসকলে এই মতবাদক বৈজ্ঞানিক সত্য বুলি ধৰি লৈ কৰ্ম্মপন্থা নিৰ্দ্ধাৰণ কৰে। একশতাব্দীৰ পূৰ্ব্বে এই জড়বাদ যন্ত্ৰশিল্পমূলক আৰু সিদ্ধান্তমূলক আছিল, আজি ই যুক্তিমূলক হৈছে। ই বিজ্ঞানৰ বাটত অপ্ৰমাণিত সূচল অনুমান মাথোন; কিন্তু আজি বিজ্ঞান পৰীক্ষিত সত্যৰূপে নিৰ্দ্ধাৰিত হৈছে।

শব্দৰ এই অত্যাচাৰৰ বিষয়ে পেষ্টালৎছিয়ে কৈছে যে জীৱনৰ প্ৰকৃত তত্ত্বৰ ক্ৰমোন্নত জ্ঞানৰপৰা আঁতৰি মানুহে যেতিয়া শব্দৰ বা ভাষাৰ ধৰাবন্ধা পদ্ধতিৰ আৰু ব্যক্তিগত মতৰ মেৰপাকত সোমাই যায় তেতিয়া তাৰ মন ভাষাৰ ভিত্তিত গঢ় লয় আৰু সি আন কোনোপ্ৰকাৰ শক্তি আহৰণ কৰি নোৱাৰে।

আন এঠাইত তেওঁ কৈছে যে ইউৰোপত মানুহৰ কৃষ্টি শিশুৰ নিৰৰ্থক বলকনি যেন হৈ ধৰ্ম্ম বিশ্বাসৰ যেনে মাৰাত্মক অস্ত্ৰস্বৰূপ হৈছে তেনেদৰে সেই কৃষ্টি প্ৰকৃত জ্ঞানৰ পৰিপন্থী হৈছে। শব্দ বা ভাষা শিক্ষাই ধৰ্ম্ম বা প্ৰেমৰ প্ৰকৃত-জ্ঞান দিব নোৱাৰে; কিন্তু আনহাতে সি মানুহক অবিশ্বাস, কুসংস্কাৰ, স্বাৰ্থপৰতা আৰু নিষ্ঠুৰতাৰ ফালে গতি কৰায়। আজি ভাষা আৰু কিতাপৰ মাদকতাই আমাক ইমান মগ্ন কৰি তুলিছে যে সম্ভৱতঃ আমি আৰু বেছিদিন আজিৰ মানুহ হৈ থাকিব নোৱাৰিম। মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে যে মানুহক নাগৰিক, নৈতিক আৰু অধ্যাত্মিক মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ হ'লে আমাৰ সৰ্ব্বজনপ্ৰিয় এই কৃত্ৰিম শিক্ষাদানপদ্ধতি পৰিত্যাগ কৰিব লাগিব আৰু স্বতঃস্ফূৰ্ত্ত বুদ্ধিকেই (Intution) জ্ঞানৰ প্ৰকৃত নিজৰা বুলি গ্ৰহণ কৰিব লাগিব।

ইয়াৰ লগত অলাগতিয়াল, নীৰস আৰু অনাকৰ্ষণীয় পাঠ্যপুস্তকৰ কথা চিন্তা কৰক। এই কিতাপবিলাকৰ স্বকীয় কোনো মূল্য নাই; কেৱল মাথোন গ্ৰন্থকাৰসকলৰ কাৰণে এটি অৰ্থৰ মূল্য আছে যে তেওঁলোকক উৎসাহিত কৰিব লাগে। তেতিয়াহে ভাৰতবৰ্ষৰ বৰ্ত্তমান শিক্ষাৰ অৱস্থাৰ কথা বুজি পাব। সাধাৰণ আৰু অনুমানমূলক সংজ্ঞাৰ কোনো নিৰ্দ্দিষ্ট অৰ্থ নাথাকে। সংসাৰৰ প্ৰকৃত অৱস্থাৰ নাইবা পৰিদৃশ্যমান জগতৰ কোনো বিশেষ সমস্যাৰ সমাধানৰ কোনো

নিৰ্দ্দেশ তাত নাথাকে। পদাৰ্থ বিজ্ঞানে বাস্তৱ ঘটনাৰ বিচাৰ কৰে আৰু সেই সম্পৰ্কে কোনো সৎ আৰু জ্ঞানীলোকৰ মতভেদ থাকিব নোৱাৰে। অৰ্থনীতি আৰু ৰাজনীতিৰ নিচিনা সামাজিক বিজ্ঞানে সাধাৰণ আৰু ভাৱপূৰ্ণ সংখ্যাৰ বিচাৰ কৰে। তাৰ স্বাভাৱিক অৰ্থ অস্পষ্ট হৈ থাকে আৰু সেই জ্ঞানৰ বিচাৰে সৎবুদ্ধিসম্পন্ন আৰু জ্ঞানী মানুহৰ ভিতৰত বিৰুদ্ধ মতবাদৰ সৃষ্টি কৰে। গতিকে নিৰ্দ্দিষ্ট স্পষ্ট আৰু সহজে অপৰিবৰ্ত্তনীয় বিষয়বস্তু থকা বৈজ্ঞানিক জ্ঞানৰ জগত সাধাৰণ, ভাৱপূৰ্ণ আৰু সহজে পৰিবৰ্ত্তনীয় বিষয় জ্ঞানৰ স্বভাৱতে কিছু পাৰ্থক্য থাকে, অন্ততঃ তাত সন্দেহৰ কিছু স্থান থাকে। এই দুই প্ৰকাৰৰ জ্ঞানক পদাৰ্থ বিজ্ঞানৰপৰা আহৰণ কৰা জ্ঞানক আৰু ভাৱৰাজ্যৰ পৰা আহৰণ কৰা জ্ঞানক—বৈজ্ঞানিক জ্ঞানৰ পৰ্য্যয়ত স্থান দিলে ন্যায়শাস্ত্ৰৰ প্ৰমাদত পৰিব লাগিব।

উদাহৰণ স্বৰূপে লোৱা যাওক—বুনিয়াদী শিক্ষাই শিশুশ্ৰমৰ সুবিধা গ্ৰহণ কৰিব। পোনেই অৰ্দ্ধনগ্ন আৰু অৰ্দ্ধাহাৰী শিশুৰ দল চকুৰ আগত ভাহি উঠে আৰু অবিলম্বে সমালোচক বন্ধুসকলে তাৰ বিৰুদ্ধে লাঠি লৈ থিয় দিয়ে। শিশু-শ্ৰম কাক বোলে তাক শুনিবলৈ তেওঁলোকে ধৈৰ্য্য নধৰে। কোন্ সময়ত আৰু কোন্ অৱস্থাত শ্ৰম বেদনাদায়ক আৰু অবৈধ সুবিধাদায়ক হয় সেই বিষয়ে বিচাৰ নকৰে। শিশুৰ শৰীৰতত্ব আৰু মনস্তত্ত্ব বিচাৰ কৰি যে শিশুক শ্ৰমৰ কাৰ্য্য দিয়া হয় আৰু সেই শ্ৰমে যে শিশুৰ শৰীৰৰ বা মনৰ কোনো অৱসাদ নানে সেই কথা বিচাৰ নকৰে। বুনিয়াদী শিক্ষাৰ আঁচনিত যিমানখিনি সময় বা যিমানখিনি শ্ৰমৰ ব্যৱস্থা কৰা হৈছে সিমানখিনি সময় বা শ্ৰমে যে শিশুৰ স্বাভাৱিক পৰিবৰ্দ্ধনত বাধা জন্মাব নোৱাৰে সেই কথাৰ প্ৰমাণ নোলোৱাকৈ বিৰুদ্ধ মন্তব্য প্ৰকাশ কৰে। এনে ধৰণৰ সমালোচকক আঙুলিয়াই দিয়া নিৰৰ্থক যে শিশুৰ শিক্ষাৰ বা শিশু-জীৱনৰ পৰা যদি শ্ৰম বাদ দিয়া হয় তেতিয়া শিশুক অকৰ্ম্মণ্য আৰু পঙ্গু কৰি তোলা হয়।

## বুনিয়াদী শিক্ষাৰ মূলনীতি

বুনিয়াদী শিক্ষাৰ মূলনীতি প্ৰধানতঃ দুটা

(১) সকলো প্ৰকাৰ শিক্ষা এটা উদ্যোগ বা শিল্পৰ মাজেদি হ'ব লাগিব।

(২) এই শিল্পৰ দ্বাৰা উৎপন্ন হোৱা বস্তুবোৰ আৰ্থিক ফালৰ পৰা আয়দায়ক হ'ব লাগিব যাতে তাৰ পৰা শিক্ষকৰ দৰ্ম্মহা ওলায়।

এই নীতি দুটা অনুসৰণ কৰা কিমানখিনি সম্ভৱ বা অসম্ভৱ তাক বিবেচনা কৰা উচিত হ'ব।

## উদ্যোগ

ভাৰতৰ বৰ্ত্তমান শিক্ষা যে সম্পূৰ্ণ বেয়া তাক সকলোৱে স্বীকাৰ কৰিছে। বৰ্ত্তমান শিক্ষাৰ অলেখ দোষ আছে। বিজ্ঞানসম্মত যি উত্তম শিক্ষা তাৰ সকলোবোৰ নীতিকেই বৰ্ত্তমান শিক্ষাই অবহেলা কৰিছে। প্ৰকৃত শিক্ষা, মনোবিজ্ঞান বা সাধাৰণ স্বাস্থ্য বিজ্ঞানৰ ফালৰপৰা ই সম্পূৰ্ণ বিপৰীত। বৰ্ত্তমান শিক্ষাৰ আটাইবোৰ দোষ বিচাৰ নকৰি দুই চাৰিটা প্ৰধান প্ৰধান দোষৰ আলোচনা কৰিলে আমি দেখা পাওঁ যে বৰ্ত্তমান শিক্ষা ষৰ গতানুগতিক আৰু সেইবাবে বাস্তৱতা বা জীৱন সমস্যাৰ পৰা ই বিচ্ছিন্ন।

বৰ্ত্তমান শিক্ষাই কেৱল মাত্ৰ সঙ্কীৰ্ণ মানসিক চৰ্চ্চাৰ হে সহায় কৰে।

বৰ্ত্তমান শিক্ষা লক্ষণীভূত। যি লক্ষণে বিষয় বস্তুক প্ৰকাশ কৰে, সেই লক্ষণবোৰলৈহে সি আবদ্ধ থাকে আৰু বিষয় বস্তুৰ পৰা আঁতৰি থাকে।

বিষয় বস্তুবোৰ ভাষাৰে বুজাই দিয়া হয় মাথোন; কিন্তু কোনো প্ৰকৃত আৰু নিৰ্দ্দিষ্ট বস্তুৰ দ্বাৰা উদাহৰণ দি বুজাই দিয়া নহয়।

শিক্ষাৰ মাধ্যম লিখিত কথা হোৱা বাবে স্মৰণ-শক্তি বা মুখস্থ বিদ্যাই প্ৰধান পন্থা হয়।

এই পদ্ধতিয়ে বাস্তৱ ঘটনা আৰু প্ৰকৃত জ্ঞানৰ লগত কোনো সম্বন্ধ ৰক্ষা নকৰে।

বৈজ্ঞানিক পৰীক্ষা বা গবেষণা বৰ্ত্তমান পদ্ধতিত মুঠেই নাই। সেইবাবে গবেষণাগাৰৰ কাৰ্য্যৰ সম্পূৰ্ণ অভাৱ।

বাহ্যিক ভাৱেও ই প্ৰাণহীন। পৰিবৰ্দ্ধমান শিশুক কোনো প্ৰকাৰ স্বাস্থ্যপ্ৰদ কৰ্ম্মকুশলতা এই পদ্ধতিয়ে দান নকৰে। স্কুলৰ খোটালিত আবদ্ধ ৰাখি শিশুক পঙ্গু কৰি তোলে। নিৰ্ম্মল বায়ু, ৰ'দ আৰু পোহৰৰ পৰা শিশুক বঞ্চিত কৰে। যি আংশিক জ্ঞান দিয়া হয় সি একীভূত আৰু সমষ্টিভূত হৈ নুঠে। শিশুৰ আটাইবোৰ মানসিক বৃত্তিৰ উন্মেষ নোহোৱাত শিশুৰ ব্যক্তিত্ব অৰ্জ্জনত বাধা পৰে। মানসিক চৰ্চ্চাৰ সকলো প্ৰকাৰ ব্যৱস্থাৰ প্ৰদৰ্শনী থকা সত্ত্বেও ই শিশুৰ মনত দোদুল্যমান গোড়াঁমিৰ সৃষ্টি কৰে।

ফল এই যে এই পদ্ধতিয়ে বিচক্ষণ কথকুৰ সৃষ্টি কৰে। জীৱনৰ সম্মুখ সংগ্ৰামত পঢ়াশালীৰ খোটালিত আবদ্ধ থকা সকলোপ্ৰকাৰ আশাআকাঙ্খা ব্যৰ্থতাত পৰিণত হয়। যি ল'ৰাই পঢ়া-শুনা নকৰে আৰু শিক্ষকে যাক বেয়া ল'ৰা বুলি গৰিহণা দিয়ে, জীৱনযুদ্ধত তেনেকুৱা বহুতো ল'ৰাই সাফল্য অৰ্জ্জন কৰে। এইটো দেখা যায় যে যি ল'ৰাই লেখা-পঢ়া নকৰে বা কিতাপ নপঢ়ে সেই ল'ৰাই নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰে আৰু নিজৰ কৰ্ত্তব্যৰ সূচনা নিজে

কৰে। এইদৰে সেই ল'ৰাই কেৱল নিজৰ মস্তিস্কৰেই যে আংশিকভাৱে পৰিচালনা কৰে এনে নহয়। আন মনোবৃত্তিসমূহৰো পৰিচালনা কৰে। স্কুলীয়া জীৱনৰ ভাল ভাল ছাত্ৰসমূহ যিবোৰ কাৰ্য্যত ব্যৰ্থ হয় এনেবিলাক ছাত্ৰই তেনেবোৰ কাৰ্য্যত সফলতা অৰ্জ্জন কৰে। সেই কাৰণে শিক্ষাক্ষেত্ৰত বহুদিনৰ পৰাই ইয়াৰ সামঞ্জস্য বিধানৰ আৱশ্যকতা অনুভৱ কৰা হৈছে।

বৰ্ত্তমান শিক্ষাই শ্ৰমৰ মৰ্য্যাদা নিদিয়ে। কৃষি, ৱাণিজ্য আৰু সকলোপ্ৰকাৰ স্বাধীন ব্যৱসায় সেইবাবে দেশৰপৰা ক্ৰমে উচ্ছন্ন হবৰ উপক্ৰম হৈছে; কাৰণ সামান্য লেখা-পঢ়া শিকিলেই মানুহে খেতিত পৰিশ্ৰম কৰিবলৈ লাজ পায়। প্ৰাইমেৰী স্কুলৰ শিক্ষকতাৰ কাম নাইবা অফিচৰ কেৰাণীৰ কাম বেছি মৰ্য্যাদাসম্পন্ন বুলি ভাবে। স্কুলত যদি কোনো প্ৰকাৰ উদ্যোগৰ সহায়ত হাতৰ কাম কৰাৰ অভ্যাস হয়, শ্ৰমৰ প্ৰতি এই অৱহেলা ক্ৰমেক্ৰমে কমি অহা সম্ভৱ। এই উদ্যোগ বা হাতৰ কাম নিপুণভাৱে শিকাব নোৱাৰিলেও ক্ষতি নাই; কাৰণ তাৰ দ্বাৰা শিশুৰ মনৰ পৰা শ্ৰমৰ প্ৰতি ঘৃণা আঁতৰি যাব।

বৰ্ত্তমান শিক্ষাৰ দ্বাৰা মানুহ কেৱল চাকৰিজীৱী হৈ পৰে। বছৰি স্কুল-কলেজৰ ল'ৰাবোৰে ওলাই আহি নিবনুৱা সমস্যা বৃদ্ধি কৰিছে। বৰ্ত্তমান পদ্ধতিত শিক্ষা চলি থাকিলে এই সমস্যা সমাধান হোৱাৰ কোনো আশা নাই।

ক্ৰমে দেশত কাৰিকৰী বিদ্যালয় প্ৰতিষ্ঠানৰ দাবী উত্থাপিত হব ধৰিছে। বুনিয়াদী শিক্ষাই এই পথেও সমস্যা সমাধানৰ বাট মুকলি কৰিব—যদিও নিবনুৱা সমস্যাৰ সমাধান বুনিয়াদী শিক্ষাই আংশিক ভাৱেও কৰিব নোৱাৰিব। বংশপৰম্পৰা মতে পিতা-মাতাৰপৰা যি সকলে একোটি শিল্প শিক্ষা কৰিছে তেওঁলোকৰ শিল্পবিদ্যাৰ লগত দুই এক বছৰ স্কুলত শিশু উমেদাৰ হিচাবে অনুকৰণৰ ক্ৰমত শিক্ষা কৰা শিল্পবিদ্যাৰ কোনো তুলনাই হব নোৱাৰে। বংশপৰম্পৰা মতে চলি অহা শিল্প বিদ্যা বেছি উন্নত ধৰণৰ হয় আৰু কম লাভতে বিকিব পৰা হয়; কাৰণ তেওঁলোকে ঘৰত বা স্কুলত খৰচী স্বভাৱ গঢ়ি তোলা নাই। তথাপিতো বিদেশী কাৰখানাত উৎপন্ন হোৱা পণ্য দ্ৰব্যৰ প্ৰচুৰ আমদানি হোৱা বাবে ভাৰতবৰ্ষৰ কুটীৰশিল্পীসকলৰ অৰ্থনৈতিক সমস্যা জটিল হৈ পৰিছে আৰু সেইবাবে তেওঁলোকে বিদেশত আৰু চহৰবোৰত দিনমজুৰীৰ কাম কৰি খাব লগা হৈছে। শিক্ষিত শিল্পী এজনক এই ধ্বংসপ্ৰায় কুটীৰ শিল্পৰ ব্যৱসায়ত কেনেকৈ আবদ্ধ কৰি ৰখা যাব পাৰে? অৰ্থনৈতিক আৰু নিবনুৱা সমস্যাৰ সমাধান সেইবাবে সম্ভৱপৰ কথা নহয়।

এই পটভূমিত গান্ধীজীৰ নঈতালিম (বুনিয়াদী) শিক্ষাই জন্মগ্ৰহণ কৰিছে। বুনিয়াদী শিক্ষাৰ দ্বাৰা শ্ৰমৰ প্ৰতি মৰ্য্যাদা জ্ঞান বাঢ়িব নাইবা অনুকৰণ পদ্ধতিত শিক্ষা দিয়া শিল্পবিদ্যাই জীৱিকাঅৰ্জ্জনৰ বাট মুকলি কৰিব—এনে উদ্দেশ্যই

বুনিয়াদী শিক্ষাৰ একমাত্ৰ উদ্দেশ্য নহয়। গান্ধীজীৰ সত্যাগ্ৰহ আন্দোলনে আৰু গান্ধীজীয়ে নিজে শ্ৰমৰ প্ৰতি থকা এই কলঙ্ক যেনেকৈ বিদূৰিত কৰিছে, বৰ্ত্তমান সময়ৰ আন কোনোলোকে বা কোনো আন্দোলনে তেনে সাফল্য অৰ্জ্জন কৰিব পৰা নাই। চৰ্‌খা আৰু খাদী আন্দোলনৰ দ্বাৰা, বিলাসিতা ত্যাগ কৰি স্বাস্থ্যৰ আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ নতুন নতুন ভাবধাৰা প্ৰবৰ্ত্তনৰ দ্বাৰা ভৃত্য, ধুবী বা মেথৰৰ কামৰ বাবে কাকো নিযুক্ত নকৰি স্বাধীনভাৱে নিজৰ কাম নিজে কৰি যোৱাৰ অভ্যাসৰ দ্বাৰা গান্ধীজীয়ে শ্ৰমৰ স্থান যেনেদৰে প্ৰতিষ্ঠা কৰিছে, তেনেদৰে যান্ত্ৰিকতাবাদী কোনো শ্ৰেণীয়ে স্কুল, কলেজ পাতি তাক কৰিব নোৱাৰিলেহেঁতেন। শ্ৰমৰ মৰ্য্যাদা দিবৰ বাবে সেইবাবে গান্ধীজীয়ে স্কুল পতিব খোজা নাছিল। ত্ৰুটীপূৰ্ণ আৰু অনুকৰণসম্পন্ন শিল্পবিদ্যা শিক্ষা দি দেশৰ বা ছাত্ৰছাত্ৰীসকলৰ অৰ্থনৈতিক সমস্যা সমাধান কৰিবৰ উদ্দেশ্যেও বুনিয়াদী শিক্ষা প্ৰচলন কৰিব খোজা নাছিল। ইয়াৰ ভিতৰত অন্য এটি আমূল পৰিবৰ্ত্তনকাৰী উদ্দেশ্য নিহিত আছে। শ্ৰমৰ মৰ্য্যদা দিয়াৰ লগেলগে আৰু জীৱীকা অৰ্জনৰ সহজ বাট এটি দেখুৱাই দিয়াৰ লগেলগে বুনিয়াদী শিক্ষাই আন এটি লক্ষ্যলৈ দৃষ্টি কৰিছে। এই লক্ষ্যৰ প্ৰতি জগতত কোনেও কেতিয়াও দৃষ্টি কৰা নাই। গান্ধীজীয়ে শিক্ষাৰ মাধ্যম পৰিবৰ্ত্তনক লক্ষ্য কৰিছে। আখৰ, শব্দ বা ভাষাৰ মাধ্যমত শিক্ষা দিয়া পদ্ধতি পৰিবৰ্ত্তন কৰিব খুজিছে। এই পৰিবৰ্ত্তন কেৱল পাঠ্যতালিকা বা শিক্ষণীয় বিষয়ৰ তালিকাৰ পৰিবৰ্ত্তনেই নহয়—ই পদ্ধতিৰো সম্পূৰ্ণ পৰিবৰ্ত্তন। এই আঁচনিত শ্ৰমে কেৱল স্বাৱলম্বন বা স্কুলৰ কামৰেই স্থান অধিকাৰ কৰা নাই। শ্ৰম একীকৰণ আৰু সমষ্টিকৰণৰ এপাত অস্ত্ৰ। শ্ৰমেই শিশুৰ মানসিক উন্নতি, সৌন্দৰ্য্যবোধ, বৈজ্ঞানিক মনোভাৱ আৰু শাৰীৰিক চৰ্চ্চাৰ উন্নতি সমষ্টিভূত কৰিব।

কিতাপ পঢ়া বা লিখা কাম সেই বুলি বাদ নপৰে কিন্তু উৎপাদনশীল হাতৰ কাম কৰাৰ লগেলগে শিক্ষক আৰু ছাত্ৰ উভয়ে মিলি উভয়ৰ সহযোগত কিতাপ লিখা পদ্ধতি নতুনকৈ চিন্তা কৰিব লাগিব, নতুনকৈ সংস্কাৰ কৰিব লাগিব, আৰু নতুন পদ্ধতিত কিতাপ ৰচনা কৰিব লাগিব। এই নতুন চিন্তা, নতুন আবিষ্কাৰ বা সৃজন আৰু নতুন ৰচনাকেই গান্ধীজীয়ে প্ৰকৃত শিক্ষা বুলি কৈছে। এই পদ্ধতিত শিক্ষাই ব্যক্তিবিশেষ বা জাতিবিশেষৰ ক্ৰমোন্নতিৰ সকলোপ্ৰকাৰ বিদ্যা, কলা, বিজ্ঞান, দৰ্শন আৰু ধৰ্ম্মৰ ক্ৰম বিকাশৰ পথ অনুসৰণ কৰে।

বুনিয়াদী শিক্ষাৰ দ্বিতীয় মূলনীতি হৈছে শিল্পকামৰ উপাৰ্জ্জনৰ দ্বাৰা শিশুৰ পঢ়া খৰচ চলিব লাগিব।

উদ্যোগৰ মাধ্যমত শিক্ষা দিয়া ব্যৱস্থা আৰু শিক্ষাৰ আৰ্থিক স্বাৱলম্বিতা

সম্পৰ্কে ভাৰতৰ শিক্ষাবিদ্‌সকলৰ যথেষ্ট সন্দেহ উপস্থিত হৈছিল। ল'ৰাছোৱালীয়ে হাতৰ কামৰ দ্বাৰা উৎপাদিত বস্তু বিক্ৰয় কৰি স্কুলৰ খৰচ উলিওৱা অসম্ভৱ বুলি তেওঁলোকে মত প্ৰকাশ কৰিছিল। শিল্প বা উদ্যোগৰ মাধ্যমত শিক্ষা দিয়া সম্ভৱ হলেও শিক্ষাক আৰ্থিক স্বাৱলম্বী কৰি তোলা একেবাৰে অসম্ভৱ। যদি সম্ভৱ কৰি তোলা হয় তেন্তে মানসিক উৎকৰ্ষৰ ফালৰ পৰা অৱনতি ঘটা নিশ্চিত। ক্ৰমে শিক্ষাবিদ্‌সকলে স্বীকাৰ কৰি ল'লে যে উদ্যোগৰ মাধ্যমত শিক্ষা দিয়াটো শিক্ষাৰ মূলনীতিৰ ভিতৰত। বিজ্ঞান আৰু মনোবিজ্ঞানৰফালৰ পৰাও আধুনিক শিক্ষানীতিৰ অন্তৰ্গত; কিন্তু আৰ্থিক স্বাৱলম্বিতাৰ নীতি অকল অকাৰ্য্যকৰীয়েই নহয় ই অনিষ্টজনকো। আচাৰ্য্য নৰেন্দ্ৰদেৱৰ নিচিনা শিক্ষাবিদেও উদ্যোগৰ মাধ্যমত শিক্ষা দিয়া নীতি সমৰ্থন কৰি বুনিয়াদী শিক্ষাৰ পূৰ্ণ পক্ষপাতী হৈও আৰ্থিক স্বাৱলম্বিতা সম্পৰ্কে ঘোৰতৰ সন্দেহ প্ৰকাশ কৰিছিল। গান্ধীনীতিৰ সমৰ্থনকাৰী সকলেও আচাৰ্য্যদেৱৰ সমালোচনা আৰু সন্দেহত বিচলিত হোৱা যেন দেখা গৈছিল। অৱশেষত তেওঁলোকে মত পৰিবৰ্ত্তন কৰি মন্তব্য প্ৰকাশ কৰিলে যে শিশুৰ হাতৰ কামৰ দ্বাৰা উৎপন্ন বস্তুৰে আয়ৰ দ্বাৰা সম্পূৰ্ণ খৰছ নচলিলেও এই উৎপন্ন বস্তুবোৰ যাতে আৰ্থিক মূল্যৰ উপযোগী হয় তালৈ যত্ন কৰিব লাগিব। হাতৰ কাম যদি বৈজ্ঞানিক ধৰণে আৰু সাৱধানতাৰে কৰা হয় তেন্তে শিক্ষক আৰু ছাত্ৰৰ কৰ্ম্মনিপুণতাৰ কাৰণে এই নীতি ৰক্ষাকবচ হব। সেইবাবে গান্ধীজিয়েও এই নীতি সমৰ্থন কৰাত আপত্তি কৰা নাই। যদি স্কুলত কৰা হাতৰ কামৰ বস্তু আৰ্থিক মূল্যৰ উপযুক্ত হয় আৰু এই নীতি শিক্ষাৰ ক্ষেত্ৰত গৃহীত হয় তেতিয়া হলে বাকীখিনি শিক্ষক আৰু শিক্ষানুষ্ঠানৰ সংগঠনৰ ওপৰত নিৰ্ভৰ কৰিব।

## বুনিয়াদী শিক্ষাৰ অন্যান্য নীতিসমূহ

(১) কোনো এটি নিম্নতম স্তৰলৈকে শিক্ষা স্ত্ৰীপুৰুষ নিৰ্ব্বিশেষে সাৰ্ব্বজনীন্ হব লাগিব। পোনতে ই বাধ্যতামূলক নহব পাৰে কিন্তু সুযোগ আৰু সুবিধা অনুসাৰে শিক্ষা বাধ্যতামূলক হব লাগিব। এই নিম্নতম স্তৰৰ শিক্ষাকেই গান্ধীজীয়ে বুনিয়াদী শিক্ষা বুলি কৈছে। যি হেতুকে বৰ্ত্তমান শিক্ষাপদ্ধতি বিদেশৰপৰা আমদানি হৈছে সি জাতীয়তাহীন আৰু গান্ধীজীৰ শিক্ষাপদ্ধতি জাতীয়। সেইবাবে এই শিক্ষাৰ নাম বুনিয়াদী জাতীয় শিক্ষা (Basic National Education)

(২) ৭ বছৰ বয়সৰপৰা এই শিক্ষা আৰম্ভ হব লাগিব আৰু ৭ বছৰ ব্যাপি (১৪ বছৰলৈকে) চলিব লাগিব।

(৩) বুনিয়াদী শিক্ষাই সম্প্ৰতি পূৰ্ব্ববুনিয়াদী বা উত্তৰ বুনিয়াদী শিক্ষাৰ লগত সম্পৰ্ক ৰখা নাই।

(৪) বুনিয়াদী শিক্ষা শিশুৰ মাতৃভাষাৰ জৰিয়তে হ'ব লাগিব।

(৫) বুনিয়াদী শিক্ষাপদ্ধতি এটা শিল্প বা উদ্যোগৰ মাধ্যমত হ'ব লাগিব। সকলোপ্ৰকাৰ বৌদ্ধিক উপদেশ উদ্যোগৰ সম্পৰ্কত দিব লাগিব।

(৬) যিটো উদ্যোগ লোৱা হয় তাক প্ৰণালীবদ্ধভাৱে বৈজ্ঞানিক উপায়ে শিক্ষা দিব লাগিব আৰু নিপুণতা আৰু কাৰ্য্যকাৰিতাৰ ফালে দৃষ্টি ৰাখিব লাগিব। এই উদ্যোগ কেৱলমাত্ৰ বৌদ্ধিক উৎকৰ্ষৰ মাধ্যম বা আৰ্থিক সম্পূৰণৰ বাবে শিক্ষা দিব নালাগিব। ই মাধ্যম বা পন্থাও (means) হ'ব লাগিব আৰু লক্ষ্যও (end) হ'ব লাগিব।

(৭) উদ্যোগৰ দ্বাৰা উৎপাদিত বস্তু অৰ্থকৰী হ'ব লাগিব।

(৮) হাতৰ কামৰ উৎপাদিত বস্তুৰ আয়ৰ দ্বাৰা যাতে শিক্ষকৰ দৰ্মহা হ'ব পাৰে তালৈ যত্ন কৰিব লাগিব।

(৯) স্কুলঘৰ, শিক্ষাৰ সঁজুলি, কিতাপ পত্ৰ, মেপ আৰু উদ্যোগৰ বাবে লাগতিয়াল সমস্ত যন্ত্ৰপাতি চৰকাৰে বহন কৰিব লাগিব।

(১০) স্কুলত উৎপন্ন হোৱা বস্তুবোৰ চৰকাৰে আৰু স্কুলবোৰ্ডে ব্যৱহাৰ কৰিব লাগিব আৰু অতিৰিক্ত বস্তুখিনি চৰকাৰে বজাৰত বিক্ৰি কৰি সুবিধা কৰি দিব লাগিব।

এই কেইটি মূলনীতি। শিক্ষাৰ এই সংস্কাৰ পদ্ধতিৰ সম্পূৰ্ণ অৰ্থ নুবুজাকৈ বহুতে এই নীতিকেইটাৰ যি কোনো এটাক বেলেগে লৈ সমালোচনা কৰিছে। সম্বন্ধ থকা আটাইখিনি কথা বুজিলৈহে বিৰুদ্ধ সমালোচনা কৰা উচিত।

## বুনিয়াদী শিক্ষাৰ অন্তৰায়সমূহ

গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনা যে অতি সহজ, স্বাভাৱিক, বৈজ্ঞানিক আৰু মনস্তাত্ত্বিক তাত কোনো সন্দেহ নাই। তথাপিতো এই পৰিকল্পনা কাৰ্য্যত খটুৱাবলৈ যথেষ্ট অন্তৰায় আছে। এই অন্তৰায় বা বাধাবিপত্তিবোৰ আঁতৰাব পাৰিলে ই সাফল্যমণ্ডিত হ'ব তাত কোনো সন্দেহ নাই। এই পৰিকল্পনা কাৰ্য্যত খটুৱাবলৈ আটাইতকৈ কঠিন সমস্যা হৈছে—শিক্ষক নিয়োগ আৰু শিক্ষকৰ প্ৰশিক্ষণ। বৰ্ত্তমান যি সকল শিক্ষক কাৰ্য্যত নিযুক্ত আছে তেওঁলোকে নতুন পদ্ধতি গ্ৰহণ কৰিবলৈ সম্পূৰ্ণ অপাৰগ। এই পৰিকল্পনাত নিৰৱচ্ছিন্ন সতৰ্কতা, সূক্ষ্ম পৰ্য্যবেক্ষণ আৰু স্বাৰ্থহীন নিষ্ঠাৰ আৱশ্যক। এই পদ্ধতিত ছাত্ৰছাত্ৰীতকৈ শিক্ষকে বেছি পৰিশ্ৰম কৰিব লাগিব। শিক্ষক যে কেৱল সাৱধান হ'ব লাগিব তেনে নহয়, তেওঁ কৰ্ম্মঠ আৰু চোকাও হ'ব লাগিব। তেওঁ প্ৰত্যেক

সূক্ষ্ম কথাৰ প্ৰতি দৃষ্টি থকা হ'ব লাগিব। ছাত্ৰৰ শ্ৰেণীত কি কাম কৰা হয় তাৰ এটি যথাযথ দিন-লিপি (Diary) তেওঁ ৰাখিব লাগিব। প্ৰত্যেক ছাত্ৰই প্ৰত্যহ কিমানখিনি কাম কৰে তাৰ এটি বিবৰণী ৰাখিব লাগিব।

তথাপিতো এজন চতুৰ শিক্ষকে যিখিনি কাম কৰে সিয়েই উদাহৰণ স্বৰূপ হ'ব পাৰে। তেওঁৰ কামখিনিকেই প্ৰণালীবদ্ধ কৰিব পাৰি আৰু লিপিবদ্ধ কৰিব পাৰি—নতুন চিন্তা উদ্ভাৱনীৰ কাৰণে নহয়—আন শিক্ষকৰ বাবে আদৰ্শ বা উদাহৰণৰ কাৰণে। শিক্ষক সতৰ্ক আৰু দৃষ্টিসম্পন্ন নোহোৱাত এতিয়ালৈকে সকলো শিক্ষা বা শিক্ষকতা গতানুগতিক, ৰসহীন আৰু ভাষাগত হৈ পৰিছে। প্ৰতিভাশালী শিক্ষকে যিহকে কৰি গৈছে বৰ্ত্তমান শিক্ষকসকলে তাকেই আনুসৰণ কৰিছে। প্ৰতিভাবান্ শিক্ষকৰ স্বতন্ত্ৰ ক্ৰিয়াশীলতা (initiative) ৰক্ষা কৰিব পাৰা নাই। এইদৰে তেওঁলোকে জ্ঞানাৰ্জ্জনৰ অৱনতি ঘটাই পণ্ডিতালিত পৰিণত কৰিছে। সেইকাৰণে প্ৰত্যেক শিক্ষকে আৰু শিক্ষাব্ৰতীশ্ৰেণীয়ে শিক্ষাৰ বাটত নিজৰ চিন্তা খটুৱাই নিজৰ পথ বিচাৰি উলিয়াব লাগিব। অতীতৰ মৌলিক স্কুলবোৰতো শিক্ষাই ক্ৰমে নিয়ম, ক্ৰম আৰু প্ৰণালীত পৰিণত হৈ তাৰ সৰলতা, শক্তি আৰু সক্ৰিয়তা হেৰুৱাই পেলাইছে। শিক্ষকে সেইবাবে নিয়ম, ক্ৰম বা প্ৰণালীৰ সৃষ্টি কৰিলেও সাৱধানে চাব লাগিব যাতে শিশুৰ মৌলিকতা নষ্ট নকৰাকৈ সিইতক নিৰ্দ্দেশৰ দ্বাৰা শিক্ষাৰ পথহে দেখুৱাইছে।

আমি স্থিতিস্থাপক সময়ত বাস কৰা নাই। আমি সক্ৰিয় আৰু গতিশীল কালত বাস কৰিছোঁ। আগতকৈ সকলো বস্তুৰেই পৰিবৰ্ত্তন ঘটিছে। শিক্ষকো সেইবাবে পৰিবৰ্ত্তনশীল হ'ব লাগিব। তেওঁ শুৰি ধৰি বহি থাকিলেই নহ'ব। প্ৰত্যেক শিক্ষকেই উদ্ভাৱক আৰু স্বতন্ত্ৰ ক্ৰিয়াশীল হ'ব লাগিব। কোনো প্ৰণালীয়ে যদি স্থিতিস্থাপকতা আনে, তেন্তে সেই প্ৰণালী পৰিবৰ্ত্তন কৰিব লাগিব। তেওঁ নিজৰ সুবিধাৰ কাৰণে নতুন পন্থা বা প্ৰণালী উলিযাব লাগিব। কোনো পন্থাই বা প্ৰণালীয়ে সকলো সময়তে বা সকলো অৱস্থাতে উপযুক্ত হ'ব নোৱাৰে। পাঠ্যপুথিয়ে শিক্ষক বা ছাত্ৰক উদগনিহে দিব। পাঠ্যপুথিয়ে কেতিয়াও শিক্ষক বা ছাত্ৰৰ ওপৰত কৰ্ত্তৃত্ব স্থাপন কৰিব নোৱাৰিব।

এই পন্থাৰে জ্ঞানাৰ্জ্জন সৰস হৈ থাকিব আৰু নিত্য নতুন পদ্ধতিৰ দ্বাৰা ই জীৱন্ত হৈ থাকিব। এইদৰেই ভাষাৰ জালৰপৰা ই সাৰিব পাৰিব। যদি উপৰোক্ত বাধা-বিপত্তিবোৰ খণ্ডন কৰিব পাৰি তেন্তে শিক্ষা আৰু শিক্ষকতা সহজ, আনন্দদায়ক আৰু ফলদায়ক হৈ উঠিব।

---

# গান্ধী দর্শনত—বুনিয়াদী শিক্ষাৰ স্থান

## স্কুল, ব্যক্তি আৰু সমাজ

ব্যক্তিবিশেষৰ প্ৰশিক্ষণ আৰু পৰিবৰ্দ্ধনৰ বাবে শিক্ষা; কিন্তু প্ৰত্যেক মানুহে সঙ্ঘ বা সমাজৰ মাজত হে নিজৰ ব্যক্তিত্ব গঢ়ি লয়। নিৰ্জ্জনত বা বায়ুহীন আকাশমণ্ডলত তাৰ পৰিবৰ্দ্ধন হব নোৱাৰে। সন্ন্যাসধৰ্ম্ম গ্ৰহণ কৰিলেও বা বানপ্ৰস্থী হলেও সন্ন্যাস বা বানপ্ৰস্থ গ্ৰহণৰ পটভূমি হয় সমাজ, বা সমাজপদ্ধতি। প্ৰকৃত সন্ন্যাস সমাজৰ কল্যাণৰ অৰ্থেহে লোৱা হয়। সমাজৰ কল্যাণৰহিত উদ্দেশ্য লৈ সন্ন্যাস গ্ৰহণ কৰিলে অহমিকাৰ স্বাৰ্থ জড়িত থাকে। ধৰ্ম্মৰ অনুশাসনৰ দ্বাৰা পূত হলেও এই সন্ন্যাস এই দোষত দুষ্ট হয়। সমাজশোষণৰ ইও এটি নৰম পন্থা। নিৰ্জ্জন বনতো সমাজেহে সন্ন্যাসাশ্ৰমৰ ব্যৱস্থা কৰিছে। সমাজৰ নৈতিক সমৰ্থন নাথাকিলে সন্ন্যাসীয়ে শাৰীৰিক, মানসিক বা নৈতিক পুষ্টি কেতিয়াও নাপায়। পূৰ্ণতাপ্ৰাপ্তি বা আত্মোপলব্ধিৰ উদ্দেশ্যৰ লগত প্ৰত্যেক প্ৰকৃত সন্ন্যাসীৰ লক্ষ্য থাকে, যাতে আদৰ্শ আৰু উপদেশৰ দ্বাৰা সমাজৰ সেৱা কৰিবলৈ সুবিধা পায়। এই সন্ন্যাস ব্যক্তিবিশেষৰ আৰু সমাজৰ কল্যাণৰ বাবে। বুদ্ধ, খৃষ্ট বা ৰামকৃষ্ণৰ সন্ন্যাস এই স্তৰৰ আছিল। নিজক পূৰ্ণতাৰ বাটলৈ নিবৰ কাৰণে ই একপ্ৰকাৰ সংযম, যাতে সমাজক বেছি ভালকৈ গঢ় দিব পাৰে।

প্ৰকৃত কথা এই যে ব্যক্তি আৰু সমাজ পৰস্পৰ জড়িত। ইটোৰপৰা সিটোক বিচ্ছিন্ন কৰিব নোৱাৰি। এই পৰস্পৰৰ সম্বন্ধ অবহেলা কৰিলে ব্যক্তিৰ আৰু সমাজৰ অকল্যাণ অনিবাৰ্য্য। এটাৰ প্ৰতি বিশেষ মনোযোগ দিলে, আনটোৰ অকল্যাণ হয়। উভয়ে সমান গতিত অগ্ৰসৰ হব লাগিব। এটাৰ প্ৰতি বেছি মনোযোগ দিলে সমতা বা ভাৰসম্য ভঙ্গ হয়। এই সমতা বা ভাৰসম্য ৰক্ষা কৰাই শিক্ষাৰ বা স্থায়ী সভ্যতাৰ লক্ষ্য। জগতত যতপ্ৰকাৰ বিপ্লৱ ঘটিছে, প্ৰত্যেকটো বিপ্লৱৰ কাৰণ এই ভাৰসাম্য নষ্ট কৰা। কেতিয়াবা ব্যক্তিবিশেষে উচ্ছৃঙ্খল মনোবৃত্তিৰে সমাজত বিশৃঙ্খলাৰ সৃষ্টি কৰে, আকৌ কেতিয়াবা সমাজে ব্যক্তিবিশেষক এনেদৰে মুচৰি পেলায় যে ব্যক্তিৰ স্বাতন্ত্ৰ্য আৰু ব্যক্তি প্ৰতিভা নষ্ট হৈ যায় আৰু সি কেৱল মাত্ৰ আপোনাআপুনি চলি থকা যন্ত্ৰৰ নিচিনা হৈ পৰে। সেইবাবে মানৱতা ব্যক্তি-নিৰ্ভৰ নে সমাজ-নিৰ্ভৰ তাকে লৈ সন্দিগ্ধতাৰ সৃষ্টি হৈছে। উভয়ৰ সমন্বয় এতিয়াও স্থায়ী হৈ উঠা নাই।

শিক্ষা সেইবাবে কাৰ্য্যকৰী আৰু ফলপ্ৰদ হবলৈ ব্যক্তিৰ অভাৱ অভিযোগৰ ফালে দৃষ্টি ৰাখি সামাজিক লক্ষ্য আগতলৈ সমাজক গঢ় দিবলৈ চেষ্টা কৰিব

লাগিব। পুৰাতন চীনদেশীয় দাৰ্শনিক ঋষি কনফিউচাছে সেইবাবে শিক্ষাৰ লগত ব্যক্তি জীৱন আৰু সামাজিক জীৱনৰ সমন্বয় এইদৰে আনিছিল—প্ৰকৃতি ভগৱানৰ দান। প্ৰকৃতিৰ লগত ঐক্য স্থাপনেই কৰ্ত্তব্যৰ পথ। এই পথৰ নিয়ন্ত্ৰণেই শিক্ষা।" এতিয়া কৰ্ত্তব্যত ব্যক্তি আৰু সমাজৰ কথা নিহিত আছে। বেছি আধুনিক যুগত প্ৰফেছৰ জন ডিউৱিয়ে শিক্ষাৰ সংজ্ঞা এইদৰে দিছিল—"শিক্ষা ব্যক্তিৰ অন্তৰ্নিহিত শক্তিৰ শ্ৰেয়তৰ নিয়ন্ত্ৰণৰ দ্বাৰা, ব্যক্তিৰ ক্ৰমবৰ্দ্ধিত অভিজ্ঞতাৰ সহায়ত, অতীতৰ অভিজ্ঞতাক সমাজ কল্যাণৰ অভিজ্ঞতাৰ সহায়ত, অতীতৰ অভিজ্ঞতাক সমাজ কল্যাণৰ উচ্চতৰ মূল্য নিৰ্দ্ধাৰণৰ বাবে এটি প্ৰণালী মাথোন।" প্ৰফেছৰ জেমছে শিক্ষাৰ সংজ্ঞা দিছে—শিক্ষা প্ৰাকৃতিক আৰু সামাজিক পাৰিপাৰ্শ্বিকতাত ব্যক্তিৰ উপযুক্ত স্থান নিৰ্দ্দেশ কৰিবলৈ চিৰাচৰিত কৰ্ম্মাভ্যাসৰ সমন্বয় মাথোন।"

বৰ্ত্তমান প্ৰচলিত ভাৰতৰ যি শিক্ষা সেই শিক্ষাত সামাজিক উদ্দেশ্য একো নাই। অন্নসমস্যা সমাধানেই—বৰ্ত্তমান শিক্ষাৰ প্ৰধান লক্ষ্য। সেইবাবেই যে অন্নসমস্যাৰ সমাধান নহয় তাত আচৰিত হবলগীয়া একো নাই।

তেন্তে শিক্ষা জীৱনৰ সমস্যা সমাধানৰ বাবে আৱশ্যক। জীৱনটো কি? জীৱনটোৱে কোনো প্ৰকাৰ নহয় কোনো প্ৰকাৰৰ সমাজ-গঠনৰ অৰ্থ সূচায়। প্ৰত্যেক সমাজে সেই কাৰণে সমাজৰ অভাৱ আৰু লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি তদুপযোগী শিক্ষা ব্যৱস্থাৰ আঁচনি লৈছে। আনফালে, যিমানেই প্ৰয়োজনীয় নহওক শিক্ষা কেৱল সংবাদসংগ্ৰহ আৰু জ্ঞান আহৰণেই নহয়। শিক্ষাৰ প্ৰধান কথা চৰিত্ৰ গঠন। ব্যক্তিয়ে অকলে চৰিত্ৰ গঠন কৰিব নোৱাৰে। সামাজিক বাতাবৰণৰ আৱশ্যক আছে চৰিত্ৰ-গঠনত। সমাজেহে চৰিত্ৰৰ ঠাঁচ দিয়ে। বিভিন্ন উদ্দেশ্য বা লক্ষ্য থকা বিভিন্ন সমাজৰ কথা আমি বুৰঞ্জীত পাওঁ। প্ৰত্যেক সমাজেই নিজৰ লক্ষ্য আৰু উদ্দেশ্য অনুসৰি সমাজৰ লোকৰ চৰিত্ৰ বিচাৰে। প্ৰধানতঃ যুদ্ধৰ উদ্দেশ্যত গঠিত সমাজৰ আৰ্হি পোৱা যায়, আকৌ আধ্যাত্মিক উদ্দেশ্যত গঠিত সমাজৰ আৰ্হিও আছে। বাণিজ্য আৰু যান্ত্ৰিক শিল্পবাদী সমাজৰ আৰ্হিও আছে। প্ৰত্যেক সমাজেই উদ্দেশ্য আৰু লক্ষ্য আনুসাৰে শিক্ষাৰ গঢ় দিয়ে।

প্ৰাচীনতম সভ্য জাতি চীনসকলে এটা জটিল শিক্ষা পদ্ধতি গঢ়ি তুলিছিল। চীনদেশৰ শিক্ষাত ব্যক্তিজীৱনৰ আৰু সমাজগঠণৰ সম্বন্ধ অতি নিকটতম। আন কোনো দেশৰ শিক্ষাই একেপ্ৰকাৰ উচ্চশিক্ষিত বিশিষ্ট কৃষ্টি সম্পন্ন লোকক শতাব্দীৰ পাছত শতাব্দীলৈ সমানে গঢ় দিব পৰা নাই। প্ৰাচীন হিন্দুৰো সমন্বিত শিক্ষা পদ্ধতি আছিল, যদিও সি প্ৰধানতঃ উচ্চ জাতিৰবাবেহে। জীৱনৰ চতুৰ্ব্বৰ্গ ফল—ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষৰ উপাৰ্জ্জন—চাৰি প্ৰকাৰ বৰ্ণাশ্ৰম ধৰ্ম্মৰ

মাজেদি কৰিব লাগিছিল। এই চতুৰ্ব্বৰ্গ লাভৰো সম্পৰ্ক আছিল—ব্যক্তি আৰু সমাজত। প্ৰাচীন স্পাৰ্টান্‌বিলাকে ৰাজনীতি আৰু ৰাজ্যৰ উদ্দেশ্য অনুসাৰে শিক্ষা গঢ়ি লৈছিল। তেওঁলোকৰ শিক্ষা প্ৰধানতঃ যুদ্ধবিদ্যাসম্পৰ্কীয় আছিল। এথেন্সৰো নিজৰ শিক্ষাপদ্ধতি আছিল। মধ্যযুগৰ সমাজ ব্যৱস্থাৰো শিক্ষা বিভিন্ন আছিল।

বৰ্ত্তমান ইউৰোপত নিজনিজ প্ৰধান উদ্দেশ্য অনুসাৰে শিক্ষাৰ গঢ় দিছে। নতুনকৈ সংগঠিত কম্যুনিষ্ট ৰাছিয়ায়ো নিজৰ লক্ষ্য আৰু উদ্দেশ্য অনুসৰি শিক্ষাপদ্ধতি গঢ়ি লৈছে।

শিক্ষাপদ্ধতিয়ে ব্যক্তি আৰু সমাজক সম্পূৰ্ণৰূপে পৰিবৰ্ত্তিত কৰি নতুন গঢ় দিব পাৰে নে নোৱাৰে অথবা মানুহৰ কিছুমানে প্ৰবৃত্তি বা স্বভাৱ আছে যাক কোনো শিক্ষাই সম্পূৰ্ণৰূপে পৰিবৰ্ত্তিত বা ধ্বংস কৰিব নোৱৰে এইবোৰ বাক্-বিতণ্ডালৈ নগৈ আমি মাজতে সাধাৰণ বুদ্ধি এইটো গ্ৰহণ কৰিব পাৰোঁ যে শিক্ষা ব্যক্তিৰ চৰিত্ৰ গঠনৰ প্ৰধান অস্ত্ৰ আৰু শিক্ষাই সমাজক উপযুক্ত নিৰ্দ্দেশ দিব পাৰে। সমাজৰ প্ৰত্যেক ক্ষুদ্ৰ সমষ্টিৰ জ্ঞাত বা অজ্ঞাত কিছুমান উদ্দেশ্য আছে। সেই সেই সমাজৰ শিক্ষাও সেই সেই উদ্দেশ্য অনুসাৰে গঢ় লয়। যদিও সমাজৰ লক্ষ্য আৰু শিক্ষাপদ্ধতিত আৱশ্যকীয় সম্বন্ধ সদায় আছে তথাপি সেই লক্ষ্যত উপনীত হবলৈ নানাপ্ৰকাৰ শিক্ষাপদ্ধতি আছে। লক্ষ্য যিয়েই নহওক পদ্ধতিটো বৈজ্ঞানিক, মনস্তাত্ত্বিক আৰু ফলপ্ৰদ হব লাগিব। ই উজু আৰু স্বাভাৱিক হব লাগিব। সেইবাবে গান্ধীজীৰ কল্পিত সমাজৰ অনুসাৰে বুনিয়াদী শিক্ষাপদ্ধতি পৰিকল্পিত হৈছে নে নাই তাকে হে বিচাৰ কৰিব লাগিব।

## গান্ধীজীৰ জীৱন-দৰ্শন

গান্ধীজীৰ মতে ব্যক্তি হৈছে ঐশ্বৰিক সৃষ্টি। তাৰ অদৃষ্ট বা লক্ষ্যও ঐশ্বৰিক। তাৰ লক্ষ্যও সেইবাবে আধ্যাত্মিক হব লাগিব-তাৰ লক্ষ্য জড়বাদী হব নোৱাৰিব। সি যদি এই লক্ষ্যত উপনীত হব খোজে তেন্তে সি নিজক যন্ত্ৰ হিচাবে ব্যৱহৃত হব দিব নোৱাৰিব। আন কোনো ব্যক্তিয়ে বা সমাজে যাতে তাক সেইদৰে ব্যৱহাৰ কৰিব নোৱাৰে তাৰ কোনো সুবিধা সি দিব নালাগে। সমাজত সি যাতে এই ঐশ্বৰিক উদ্দেশ্য সাধন কৰিব পাৰে তাৰবাবে যত্নবান্ হব লাগিব; কিন্তু যদি কোনো সমাজ ব্যৱস্থাত তাৰ সৰ্ব্বশ্ৰেষ্ঠ হিতসাধন হব নোৱাৰে, তেন্তে সেই সমাজ ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ আৰু নিজৰ বাট সি নিজেই উলিয়াই লবলৈ তাৰ অধিকাৰ আছে আৰু সেইটো তাৰ কৰ্ত্তব্যও; কিন্তু এই বিদ্ৰোহ কেৱল ব্যক্তিৰ উন্নতিৰ বাবেই হব নালাগে; সামাজিক উদ্দেশ্যেও হব লাগিব।

জড়বাদীৰ পক্ষে ব্যক্তিৰ আত্মোপলব্ধিই লক্ষ্য নহয়। প্ৰকৃততে ইহজগতত অস্থায়ী অস্তিত্বৰ ব্যতিৰেকে তাৰ কোনো অস্তিত্ব নাই। মৃত্যুৰ লগেলগে তাৰ অন্ত হয়। জীৱনৰ ধাৰাবাহিক প্ৰগতিও তাৰ সেই বাবে নাই। ব্যক্তিৰ অমৰত্বও তাৰ নাই; কিন্তু সমাজ ধাৰাবাহিক আৰু প্ৰগতিমূলক। সমাজৰ অমৰত্ব আছে। এই অমৰত্ব সীমাহীন আৰু অনন্ত গতিত প্ৰবাহিত হৈ আছে আৰু যদিও বৰ্ত্তমান সভ্যতাৰপৰা এই কথা বুজা নাযায় তথাপি এই অনন্ত প্ৰগতিৰ ফল হৈছে— কৃস্টি আৰু সভ্যতাৰ সূক্ষ্মতৰবোৰকে সংস্কাৰ। ব্যক্তি মৰে আৰু অদৃশ্য হয়। সমাজ তিষ্ঠি থাকে, প্ৰগতিৰ বাটত আগবাঢ়ে আৰু নতুন সংস্কৃতিৰ পথত আগুৱাই যায়। এই প্ৰগতিৰ কোনো অন্ত নাই। ব্যক্তি সেইবাবে এই উদ্দেশ্য সিদ্ধিৰ বাটত বাহন মাথোন। ব্যক্তিয়ে স্বাধীন সত্তা দাবী কৰিব নোৱাৰে। ই সত্য কথা যে সমাজৰ প্ৰগতিৰ লগেলগে ভৱিষ্যতত ব্যক্তিয়ে অধিকতৰ ধনী, অধিকতৰ সম্পদশালী আৰু মহত্তৰ জীৱনযাপন কৰিব; কিন্তু ব্যক্তিৰ পূৰ্ণতাপ্ৰাপ্তিৰ কোনো সম্ভাৱনা নাই কিম্বা ইহজগতৰ পাছত অমৰত্বও তাৰ নাই। সমাজৰ প্ৰগতিত সহায় কৰিলেই ব্যক্তিৰ কৰ্ত্তব্য কৰা হয়। অৱশ্যে সমাজৰো পূৰ্ণতাপ্ৰাপ্তিৰ কোনো সম্ভাৱনা নাই। লক্ষ্য সদায় আগলৈ গতি কৰি আছে। ব্যক্তিয়ে যে তাৰ আশা-আকাঙ্খা, উত্থান-পতন, আৰু সুখ-দুখৰ বাটেদি বহু নিলগত থকা যি লক্ষ্যৰ বাবে সি কাৰ্য্য কৰি দুখ ভোগ কৰে সেই লক্ষ্যৰ উপলব্ধিৰ আনন্দ সি ব্যক্তি হিচাবে কেতিয়াও ভোগ কৰিব নোৱাৰিব—সেই প্ৰশ্ন আমাৰ বৰ্ত্তমান অধ্যায়ৰ ভিতৰত নপৰে।

গান্ধীজীৰ মতে এখন আধ্যাত্মিক সমাজত ব্যক্তিয়ে নিজৰ পূৰ্ণতাপ্ৰাপ্তিৰ বাবে যত্ন কৰিব লাগিব। এই আধ্যাত্মিক সমাজ এনে কিছুমান নীতিত প্ৰতিষ্ঠিত হব লাগিব যি সমাজে ব্যক্তিক ক্ৰমে ঐশ্বৰিক লক্ষ্যৰ ফালে পৰিচালিত কৰিব। সংক্ষেপে কবলৈ হ'লে এই নীতিবোৰ হৈছে,—প্ৰেম, অহিংসা, সত্য আৰু ন্যায়পৰায়ণতা। যি সমাজ এই নীতিত প্ৰতিষ্ঠিত সেই সমাজত অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম্মসম্বন্ধীয় শোষণৰ কোনো স্থান নাই। অৰ্থনৈতিক ক্ষেত্ৰই শোষণৰ একমাত্ৰ ক্ষেত্ৰ নহয়। নানাফালৰপৰা ক্ষমতা গ্ৰহণ কৰি দুৰ্ভগীয়া আৰু দুৰ্ব্বল ব্যক্তিক নানাপ্ৰকাৰে শোষণ কৰিব পাৰি। বুৰঞ্জীপ্ৰসিদ্ধ কুলাঙ্গাৰসকলৰ ভিতৰত আমি যিসকল অত্যাচাৰী আৰু একনায়কবাদী লোকৰ উদাহৰণ পাওঁ, যিসকলে অসংখ্য নৰনাৰীক নিজৰ ব্যক্তিগত স্বাৰ্থ আৰু প্ৰাধান্য বিস্তাৰৰ বাবে, যশ আৰু সাফল্যৰ বাবে বলি দিছে, সেইসকল যে কেৱল অৰ্থনৈতিক প্ৰাধান্যৰ বাবে হে তেনে কৰিছিল তেনে কথা নহয়। সেইসকলৰ ভিতৰত বহুতে নিজৰ বা নিজৰ সতি-সন্তানৰ বাবে বিপুল অৰ্থ-উপাৰ্জ্জনৰ উদ্দেশ্যেও তেনে পদক্ষেপ লোৱা নাছিল। কিছুমানে সন্ন্যাসীৰ জীৱন যাপন

কৰিছিল; কিন্তু তেওঁলোকৰ অসাধাৰণ অসীম ক্ষমতাৰ বাবে এটি প্ৰবল তৃষ্ণা আছিল। আজিৰ একনায়কসকলেও ধনিকতন্ত্ৰবাদীসকলৰ নিচিনাকৈ ধনৰ আকাঙ্খাত নিজৰ দেশবাসীক শোষণ নকৰে। তেওঁলোকৰ নিজৰ ব্যক্তিগত জীৱনযাত্ৰাত বৰ কঠোৰ নিয়ম পালন কৰে আৰু তেওঁলোকে অতি সাধাৰণ জীৱন যাপন কৰে। তেওঁলোকে তেওঁলোকৰ স্থান অৰ্থনৈতিক শক্তিৰ পৰিচালনাৰ দ্বাৰা লাভ কৰা নাই, লাভ কৰিছে ৰাজনৈতিক শক্তিৰ ব্যৱহাৰৰ দ্বাৰা, সূক্ষ্ম আৰু মনোবিজ্ঞানিক পদ্ধতিৰে জনগণৰ সাধাৰণ মনোবৃত্তিৰ ওচৰত আবেদন কৰি আৰু বহুল প্ৰচাৰ পদ্ধতিৰ পথ অনুসৰণ কৰি।

গান্ধীজীয়ে যি সমাজব্যৱস্থা কল্পনা কৰিছিল সি অৰ্থনৈতিক বা সকলোপ্ৰকাৰ শোষণৰ পৰা মুক্ত হব লাগিব। এই সমাজব্যৱস্থা প্ৰবৰ্ত্তনৰ বাবে অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক জীৱন অহিংস, সত্য আৰু ন্যায়পৰায়ণতাৰ ওপৰত প্ৰতিষ্ঠা কৰিব লাগিব। যদি এই নীতিবোৰ নাথাকে আৰু যি পৰিমাণে নাথাকে সেইপৰিমাণে যে সমাজ-শোষণৰ বাট মুকলি থাকিব ই ধ্ৰুব। য'তে শোষণ থাকে, ত'তে মানুহৰ ঐশ্বৰিক মৰ্য্যাদা ক্ষুণ্ণ হয় আৰু সি ঐশ্বৰিক লক্ষ্যৰ পৰা আঁতৰি যন্ত্ৰবিশেষত পৰিণত হয়। গান্ধীজী সেইবাবে সকলোপ্ৰকাৰৰ ক্ষমতা, সামাজিক প্ৰতিষ্ঠা আৰু ঐহিক সম্পদ মুষ্টিমেয় কেইজনমান লোকৰ হাতত কেন্দ্ৰীভূত কৰিবলৈ ইচ্ছা কৰা নাছিল। তেওঁ কল্পনা কৰিছিল শ্ৰেণীবিহীন কৰ্ম্মীৰ সমাজ ব্যৱস্থা প্ৰবৰ্ত্তন কৰিবলৈ। তেওঁৰ এইসম্পৰ্কে যিবিলাক বাণী সেই বাণীবিলাকৰ ভুল অৰ্থ কৰা হৈছে আৰু এটা বিশৃঙ্খলাৰ সৃষ্টি কৰা হৈছে। তেওঁ কেইবা ঠাইতো কৈছে যে তেওঁ জাতিভেদত বিশ্বাস কৰে; কিন্তু তেওঁ পুৰণি ভাষা নতুন অৰ্থত ব্যৱহাৰ কৰিছে। তেওঁৰ যি কোনো এটা উক্তিৰ পৰা বেলেগে লৈ তাৰ অৰ্থ গ্ৰহণ কৰিলে নহব। তেওঁৰ চিন্তাধাৰাৰ আৰু দৰ্শনৰ লগত সমন্বিত সমগ্ৰ উক্তিৰপৰা এই কথা আহৰণ কৰিব লাগিব। তেওঁ জাতিভেদৰ দ্বাৰা যি অৰ্থ স্বীকাৰ কৰিছে, সেই অৰ্থ বৰ্ত্তমান প্ৰচলিত হিন্দুসমাজৰ জাতিভেদৰ পৰা আৰু আজিৰ গোড়াঁ হিন্দুৱে জাতিভেদৰ দ্বাৰা যি বুজে তাৰপৰা সম্পূৰ্ণ বেলেগ। তেওঁৰ অৰ্থ হৈছে শ্ৰমবিভাগৰ আৰু শ্ৰমসম্পাদনৰ বিশেষ জ্ঞানৰ ভিত্তিত প্ৰতিষ্ঠিত যি জাতিভেদ, সেই জাতি-ভেদ আৰু ব্যক্তিৰ স্বভাৱ আৰু জন্মগত বা বংশানুবৰ্ত্তনৰ নৈপুণ্যৰ ভিত্তিত প্ৰতিষ্ঠিত যি জাতিভেদ, সেই জাতিভেদ। পুৰোহিত শ্ৰেণীৰ বিভাগ অনুসাৰে প্ৰবৰ্ত্তিত জাতিভেদৰ পক্ষপাতী তেওঁ নাছিল। কেন্দ্ৰীভূত বৃহৎ যন্ত্ৰশিল্পৰ চাৰিউফালে গঢ়ি উঠা কৰ্ম্মচাৰীৰ সমাজৰ শ্ৰেণীবিহীন ব্যৱস্থাতো তেওঁ বিশ্বাস কৰা নাছিল। ব্যক্তিনিয়ন্ত্ৰিত বৃহৎ কেন্দ্ৰীভূত যন্ত্ৰশিল্পই যে শোষণ ব্যৱস্থাৰ প্ৰবৰ্তন কৰে তাৰ প্ৰমাণৰ আৱশ্যক নকৰে। ই ধনিকবাদত পৰিণত হয় আৰু প্ৰায়েই আন্তঃশ্ৰেণী আৰু আন্তৰ্জাতিক

হিংসা আৰু ঘৃণাৰ সৃষ্টিকৰি গৃহযুদ্ধ আৰু আন্তৰ্দ্দেশিক যুদ্ধৰ সৃষ্টি কৰে। আজি সৰ্ব্বত্ৰ আমি তাকে দেখা পাইছোঁ।

গান্ধীজীয়ে একান্নবৰ্ত্তী পৰিবাৰ আৰু পাৰিবাৰিক নৈতিকতাত বিশ্বাস কৰিছিল। একান্নবৰ্ত্তী পৰিবাৰ তিষ্ঠি থাকিবলৈ হ'লে সম্পত্তিৰ আৱশ্যক। এই স্বতন্ত্ৰ সম্পত্তি শোষণ—পদ্ধতিত আৰ্জ্জি লব নোৱাৰিব। গান্ধীজীৰ পৰিকল্পনামতে প্ৰত্যেক ব্যক্তিয়েই শ্ৰম কৰিব লাগিব। কোনো এজন অংশীদাৰে যদি মানসিক চৰ্চ্চাৰ কামতো ব্যস্ত থাকে তথাপি তেওঁ নিজৰ বাবে নহলেও, নিজৰ পৰিবাৰৰ বাবে হ'লেও শ্ৰমৰ কাৰ্য্য কৰিব লাগিব।

এইবিলাক আদৰ্শ উপলব্ধি কৰি নতুন সমাজ সৃষ্টি কৰাৰ ভাৰ ভাৰতৰ শিক্ষাবিদ্ আৰু শিক্ষানুষ্ঠানসকলৰ ওপৰত। সেই অৰ্থে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা আৰু সেই পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ নতুন দৃষ্টি-ভঙ্গী, নতুন কৰ্ম্মপদ্ধতি, নতুন শিক্ষানুষ্ঠান আৰু নতুন পাঠ্য-পুথিৰ আৱশ্যক হৈছে।

---

অসমৰ মহামান্য ডিৰেক্টৰ বাহাদুৰৰ নতুন কেৰিকুলাম অনুসৰি "ক"
মানৰ কাৰণে যুগুত কৰা পুথি।

# বিনুৰ ক, খ

[ ক মানৰ কাৰণে ]

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

সংশোধিত তাঙৰণ
১৯৫৬ ইং

# বিনুৰ ক, খ

## প্ৰথম ভাগ




অ—অজগৰ




আ—আম




ই—ইটা




ঈ—ঈগল




উ—উট




ঊ—ঊণসূতা




ঋ—ঋষি




এ—এৰাগছ




ঐ—ঐৰাৱত




ও—ওল




ঔ—ঔষধ




ক—কলম




খ—খড়ম




গ—গরু




ঘ—ঘড়ী




ঙ—চং




চ—চৰাই




ছ—ছাতি




জ—জলকীয়া




ঝ—ঝাঁও




ট—টকা







ঠ—ঠগা

ড—ডম্বরু







ঢ—ঢোল

ত—তাঁতশাল







থ—থাল

দ—দা




ধ—ধনু




ন—নাও




প—পখিলা




ফ—ফলি




ব—বকশী




ভ—ভালুক




ম—মকৰা




য—যঁতৰ




ৰ—ৰথ




ল—লতা




শ—শিয়াল




ষ—ষাঁৰ




স—সজা




হ—হাল




ক্ষ—ক্ষমা

## স্বরবর্ণ

| অ | আ | ই | ঈ | উ | ঊ |
|---|---|---|---|---|---|
| ঋ | ৠ | এ | ঐ | ও | ঔ |

# ব্যঞ্জনবর্ণ

| | | | | |
|---|---|---|---|---|
| ক | খ | গ | ঘ | ঙ |
| চ | ছ | জ | ঝ | ঞ |
| ট | ঠ | ড | ঢ | ণ |
| ত | থ | দ | ধ | ন |
| প | ফ | ব | ভ | ম |
| য | ৰ | ল | ৱ | |
| শ | ষ | স | হ | ক্ষ |
| ড় | ঢ় | য় | ৎ | |
| ং | ঃ | ঁ | | |

# আখৰ চিনাকিৰ পৰীক্ষা

## [ সান-মিহলি আখৰ ]

| ব | চ | ট | অ | ম |
|---|---|---|---|---|
| ৰ | ণ | খ | হ | ফ |
| ক | ল | ই | ঢ | ঔ |
| ত | ঈ | গ | ং | এ |
| ৱ | উ | ছ | ভ | ঝ |
| ঠ | স | ঋ | ক্ষ | ঃ |
| ড় | ঘ | ঁ | জ | দ |
| ঞ | শ | ঊ | য | ষ |
| ৎ | ড | ঢ় | ও | আ |
| ঙ | ঋ | ন | ঐ | প |
|  | থ | য় | ধ |  |

# আখৰ জোঁটনী

কল গছ সং জন

ধন বল

বন কৰ

ওখ ঘৰ

এক পথ

যশ ক্ষয়

অজৰ অমৰ

অলপ সময়



কলগছ

অমৰণ অঘটন উপনয়ন

---

## আকাৰ যোগ

### আ=া

ক্ + া=কা, খ্ + া=খা,

(ক'ত আকাৰে কা) (খ'ত আকাৰে খা)

কাপ সাপ খাম যাম

পথাৰ ডাঙৰ চৰাই আকাশ

ভাত আনা পাত কাটা

মাঘ      মাহ      নাম      গাম

ভাল      লম্বা      পকা      ধান

আমাৰ পথাৰ      ডাঙৰ বলদ

গছৰ পাত      চৰাইৰ মাত

অজগৰ      সাপ

বাপ্      ঔ      বাপ্

আই, ভাত আনা

মই ভাত খাম

মই আম খাম



অজগৰ সাপ

আজগৰ বৰ ডাঙৰ সাপ।

সৎ জনৰ আপদ নহয়

আকাশৰ নাম গগন।

---

## ইকাৰ যোগ

ক্ + ি = কি,      খ্ + ি = খি

(ক'ত হ্রস্ব ইকাৰে কি)      (খ'ত হ্রস্ব ইকাৰে খি)

মিঠা      মিছা      ছবি      দিন

ডালিম অতিথি মাহিলি

হিমালয় পঢ়াশালি কালিদাস

মিঠা কথা ভাল ছবি

দিন ৰাতি মিছা গপ্

ডালিম ফল চিনাকি অতিথি

মাহিলি কাকত জিৰণি সময়

ওখ হিমালয় ন পঢ়াশালি



কল আম খাম নাচি নাচি যাম।

মিঠা কথা কম ভাল ছবি চাম।।

"পিতাৰ সমান দয়া নাই

আইৰ সমান মৰম নাই।"

কালিদাস ভাৰতৰ মহাকবি আছিল।



জৱহৰলাল

জৱহৰলাল ভাৰতৰ নায়ক।
জাৱ্ জহ্ নাই।
কাম কৰা ভাই।।
কাম কৰে যি।
ভাল ল'বা সি।।
পঢ়াশুনা কৰা।
ভাল কথা শিকা।।

---

## ঈকাৰ যোগ

ঈ = ী

ক্ +ী = কী, খ্ +ী = খী ৰ+ী = ৰী

(ক'ত দীৰ্ঘ ঈকাৰে কী) (খ'ত দীৰ্ঘ ঈকাৰে খী)

সীতা নদী পানী বীৰ

সাদৰী জীয়াৰী জননী

দয়াৱতী উৰণীয়া ডাঙৰীয়া

সীতা ৰাণী নদী পানী

বলিয়া নৰ সাদৰী জীয়াৰী

দয়াৱতী মহিষী মৰমিয়াল জননী

উৰণীয়া পখী
কাকতী ডাওৰীয়া।

সাতদিনীয়া অসমীয়া
সতী জয়মতী।



সীতা লৱকুশৰ জননী। ৰাম ৰজাৰ মহিষী। জনক ৰজাৰ জীয়াৰী।

সতী জয়মতী
অসম জীয়াৰী
বীৰৰ মহিষী
বীৰৰ জননী
ৰজা গদাপাণি
জয়মতী ৰাণী
আছিলা এদিন
অসম জিলিকি।



ৰাণী জয়মতী

# উকাৰ যোগ

উ = ু

ক্ + ু = কু    খ্ + ু = খু    ৰ + ু = ৰু

হ্ + ু = হু    গ্ + ু = গু    শ্ + ু = শু

(ক'ত হ্রস্ব উকাৰে কু)    (খ'ত হ্রস্ব উকাৰে খু)

ফুল    মধু    লঘু    গুৰু

পহু    মুখ    পুৰা    পুথি

ধুনীয়া    কুসুম    ৰণুৱা    ফুকন

কৰুণা    পুখুৰী    দুপৰীয়া    ৰাজহুৱা

ধুনীয়া কসুম    তৰুণ ৰণুৱা    কুমাৰ ফুকন

নতুন মানুহ    পদুম পুখুৰী

দুখীয়া জন    দুপৰীয়া পৰ

ৰাজহুৱা সভা গুৱাহাটী চহৰ



তৰুণৰাম ফুকন

তৰুণ ৰাম ফুকন ডাঙৰ মানুহ আছিল। ঘৰ গুৱা-হাটীত। ফুকন এজন ডাঙৰ চিকাৰী আছিল। দীঘলী পুখুৰীত বৰশী বাই মাছ মাৰিছিল।

ফুকন ৰাজহুৱা সভাৰ সভাপতি হয় আৰু মধুৰ কথা কয়। ফুকন জাতীয় বণৰ এজন ডাঙৰ বণুৱা আছিল। হাতী আৰু পহু চিকাৰ কৰিছিল।



টুলু বুলু খুদু বুদু
কাষত লুকায়।
চকু মুদি দুলু ভাই
বিচাৰি নাপায়।।

---

# ঊকাৰ যোগ

ঊ = ূ

ক্ + ূ = কূ, খ্ + ূ = খূ, ৰ্ + ূ = ৰূ

(ক'ত দীৰ্ঘ ঊকাৰে কূ) (খ'ত দীৰ্ঘ ঊকাৰে খূ)

| | | | |
|---|---|---|---|
| চূণ | সূতা | ৰূপ | পূজা |
| ধূলি | মূৰ | ভূমি | পূব |
| গধূলি | পদূলি | কাকূতি | ভূপতি |
| দূৰণি | ভূষণ | ৰূপহ | ময়ূৰ |

| | | |
|---|---|---|
| সূতা কাটা | বীৰ পূজা | মূৰত টুপী |
| ৰূপ ধৰা | পূবৰ ভূমি | দূৰণি বাট |



| | |
|---|---|
| ধুনীয়া ময়ূৰ | পদূলি মুখ |
| কাকূতি মিনতি | দয়ালু ভূপতি |

"টুনু ববাৰ মূৰত টুপী
চকু পকায় চুৰট হুপি।"

---

## ঋকাৰ যোগ

ঋ = ৃ

ক্ + ৃ = কৃ, খ্ + ৃ = খৃ, হ্ + ৃ = হৃ

(ক'ত ঋকাৰে কৃ) (খ'ত ঋকাৰে খৃ)

| | | | |
|---|---|---|---|
| পিতৃ | মাতৃ | তৃণ | গৃহ |
| কৃপা | ঘৃত | কৃষি | ঘৃণা |

| কৃপণ | পৃথক্ | অমৃত | গৃহিণী |
|---|---|---|---|
| নৃপতি | কৃষক | হৃদয় | সুহৃদ |

পিতৃ মাতৃ আমাৰ গুৰুজন। মানুহক ঘৃণা কৰিব নাপায়। কৃষক মানুহৰ সুহৃদ্। ভাল গৃহিণীৰ কথা অমৃতৰ নিচিনা।

"ভাই ভাই পৃথক্ হয়
কাজিয়া কৰি জুৰুলা হয়।"



কৃষকৰ কৃষি কাম।
কৃপণৰ বৃথা নাম।।

# একাৰ যোগ

এ = ে

ক্ + ে = কে   খ্ + ে = খে,   ৰ + ে = ৰে

(ক'ত একাৰে কে)   (খ'ত একাৰে খে)

| | | | |
|---|---|---|---|
| বেয়া | বেল | চেঙা | তেল |
| ডেকা | দেউ | দেশ | সেবা |
| চেঙেৰা | টেকেলা | চেলেপু | জেঠেৰী |
| কেৰেলা | পাচলি | খেকেৰা | বেঙেনা |
| কেৰাচিন | তেল | থেকেৰা | টেঙা |

কেটেৰা জেঙেৰা মাত নিদিবা।

"কেটেৰা জেঙেৰা নিদিবা মাত।

লেতেৰা হাতেৰে নেখাবা ভাত।।"

চ'ত মাহত বেল খাব লাগে।

"চ'তত খাবা বেল।

নাভিত দিবা তেল।।"



অসম আমাৰ দেশ। অসম দেশ বৰ ধুনীয়া। ইয়াৰ হাবাপানী ভাল।



"ৰ'দালি এ ৰ'দ দে
আলি কাটি জালি দিম
বৰ পীৰা পাৰি দিম
তাতে বহি বহি ৰ'দ দে।"

---

# ঐকাৰ যোগ

ঐ = ৈ

ক্ + ৈ = কৈ, খ্ + ৈ = খৈ,

(ক'ত ঐকাৰে কৈ) (খ'ত ঐকাৰে খৈ)

দৈ মিঠৈ বাঢ়ৈ মৈটা বৈৰী আখৈ

ভৈৰৱ বৈৰাগী দৈনিক মৈদাম

নৈতিক বৈদিক সৈনিক পৈণত

পৈণত কল। নৈতিক বল। দৈৰে আখৈ খায়।

নতুন অসমীয়া দৈনিক বাতৰি কাকত।



মৰিশালীক মৈদাম বোলে।

নবীন বৰদলৈ অসমৰ নেতা আছিল। তেওঁ এজন মহান পুৰুষ আছিল।

নবীন বৰদলৈ অসমৰ নেতা।
বাপুজী আছিল জাতিৰ পিতা।।

---

## ওকাৰ যোগ

ও = ো

ক্ + ো = কো, খ্ + ো = খো

(ক'ত ওকাৰে কো) (খ'ত ওকাৰে খো)

চোকা পোণ চোক তোপ

খোদৰ পোৱালি মোহিনী

তোলনীয়া বিতোপন গোপীনাথ

চোকা লৰা। বৰ ভোপ। মোৰা মাছ।

পোণ বাট। কলৰ ঠোক। খোদৰ আলি।

চোৰৰ ওজৰ।



সোণৰ অসম।

নোদোকা পোৰালি।

মোহিনী বোৱাৰী।

তোলনীয়া পো।

ভোবোকাৰ দাড়ি। বিতোপন ঘোঁৰা



গোপীনাথ বৰদলৈ
অসম দেশৰ ঘাই
নেতা আছিল।
এখেতৰ বুধি বৰ
চোকা আছিল।
এখেতে অসমৰ
শিক্ষা বঢ়ালে।
এখেত বাইজৰ
সেৱক আছিল।

বৰ দুখৰ কথা যে এখেত অকালতে ঢুকাল।

"শেন শালিকা ভোল যায় খোলৰ
মাত শুনি।
টোকোনা ককায়ে খোজ দিয়ে কি নো
ভাবি গুণি।"

ধুনীয়া আকাশ
ধুনীয়া বতাহ
ধুনীয়া আমাৰ দেশ।
তাতোকৈ ধুনীয়া
আই মাতৃ মোৰ
ধুনীয়া অসম দেশ।।

---

## ঔকাৰ যোগ

ঔ = ৌ

ক্ + ৌ = কৌ, খ্ + ৌ = খৌ

( ক'ত ঔকাৰে কৌ ) ( খ'ত ঔকাৰে খৌ )

আকৌ মৌজা ভাটৌ ডৌকা
চৌধুৰী মৌলবী মৌচাক
গৌতম জলৌজপৌ থৌকিবাথৌ

মৌচাকত মৌ থাকে
ভাটৌৰ ঢৌকা শুৱনী।



মৌজাদাৰে খাজানা
তোলে।
জলৌজপৌকৈ
কাপোৰ নল'বা।
থৌকিবাথৌ উতল
উঠে।

ৰঘুনাথ চৌধাৰি
এজন ডাঙৰ কবি। তেখেতৰ মন বৰ
সবল। তেখেত এজন দেশহিতৈষী পুৰুষ।



"ঔ, বৰ বৌ, সৌটো হলৌ।
কলপ কলপ গিলে কলমৌ।।"

---

# অনুস্বাৰ যোগ

অনুস্বাৰ = ং

ক্ + ং = কং, খ্ + ং = খং

(ক'ত অনুস্বাৰে কং) (খ'ত অনুস্বাৰে খং)

খং কংস বংশ দলং

হংস সিংহ ছিলং কলং

বংঘৰ সংসাৰ সংবাদ

উদং গা। কলং এখন নৈ।

ঘৰি টং টং কৈ বাজে।

বজাই বং ঘৰ সাজিলে।



নদীৰ ওপৰত দলং দিয়া হয়।

কংস বজাৰ ঘৰ খং আছিল।

সাপে দংশিলে মানুহ মৰে।
সিংহক পশুৰাজ বোলে।



জাৰকালি উদং গাৰে নাথাকিবা।
'কলং নদীৰ দলং এৰি
ৰংপুৰ নগৰ পাম।
ৰংঘৰৰ চালত বাহি
বাটৰ মানুহ চাম।।'

---

## বিসর্গ যোগ

বিসর্গ = ঃ

ক্ + ঃ = কঃ          খ্ + ঃ = খঃ
(ক'ত বিসর্গ কঃ)          (খ'ত বিসর্গ খঃ)

নিঃকিন          দুঃসহ          দুঃশাসন

নিঃসংশয়   পুনঃপুনঃ   দুঃসময়   অধঃপতন

নিঃকিন মানুহক ঘিণ নকৰিবা।



দুঃশাসন এজন ৰাজ-কুমাৰ আছিল।

সাপৰ দংশনত দুঃসহ যাতনা হয়।

পৰক হিংসা কৰিলে নিজৰ অধঃপতন হয়।

---

## চন্দ্ৰবিন্দু যোগ

চন্দ্ৰবিন্দু = ঁ

ক্ + ঁ = কঁ, খ্ + ঁ = খঁ

(ক'ত চন্দ্ৰবিন্দু কঁ) (খ'ত চন্দ্ৰবিন্দু খঁ)

| | | | |
|---|---|---|---|
| বাঁহ | ঘাঁহ | গাওঁ | তেওঁ |
| হাঁহ | কাঁড় | দাঁতি | গাঁঠি |
| জোঁটনী | দঁতাল | ধুঁৱলী | কুঁৱলী |

কুঁহিয়াৰ   পঁইতাচোৰা   ধুৰঁলী-কুৰলী

ৰাজ-হাঁহ।   ধনু-কাঁড়।   নৈৰ দাঁতি।

জৰীৰ গাঁঠি।   আখৰ জোঁটনী।

দঁতাল হাতী।



ৰাজ-হাঁহ দেখিবলৈ ধুনীয়া। পঁইতাচোৰা এবিধ পোক।

কুঁহিয়াৰৰ পৰা মিঠৈ হয়।

সৌটো শহা পহুৰ ছবি। বৰ ধুনীয়া নহয় নে? ঠেং দুখন চোৱা কেনে দীঘল। কাণ দুখন চোৱাঁ কেনে থিয়। ই বৰ বেগাই লৰিব পাৰে আৰু অলপতে শুনে। সিংহ বা আন কোনো চিকাৰী পশুৱে ইয়াক সহজে ধৰিব নোৱাৰে।



আমগছৰ পাতবোৰ দীঘলীয়া। আম গছ বৰ ডাঙৰ হয়। মাঘ মাহত আম



ফুলে। জেঠ মাহত আম পকে। পকা আম খাবলৈ বৰ সোৱাদ। পকা আম ৰসেৰে ভৰা। ই শৰীৰৰ উপকাৰ কৰে। কেঁচা আম শৰীৰৰ অপকাৰী। তাক নাখাবা বোপাইহঁত।

---

দীঘলীয়া সেইখন কিহৰ ছবি? সেইখন ৰেলগাড়ীৰ ছবি। ৰেলৰ আলিত দুচতা লো থাকে। ইয়াৰ ওপৰেদি ৰেলগাড়ী লৰি যায়। ই ভাপৰ বলত চলে।

তথাপি মানুহে চলাব লাগে। গৰু বা ঘোঁৰাই টানি নিনিয়ে। তুমি ৰেলগাড়ীৰে ছমাহৰ বাট ছদিনতে যাব পাৰা। মন দি লিখাপঢ়া কৰা। ৰেলগাড়ীৰ বিষয়ে



বহুত কথা জানিব পাৰিবা আৰু ভাই ভনীয়েৰাৰ আগত কবও পাৰিবা।

'ৰেলগাড়ী ৰেলগাড়ী,
কলৈ যোৱা লৰি লৰি।
মাহ কৰাই খাওঁ,
আমিও যাওঁ আমিও যাওঁ।'

---

জৱহৰলাল নেহৰু এজন মুখীয়াল নেতা। মতিলাল নেহৰু এওঁৰ পিতাক

আছিল। জৱহৰলালৰ পিতাকে কৈছিল "মোৰ জৱহৰলাল সঁচাকৈ জহৰত।"



জহৰত মানে কি জানানে? হীৰা মুকতা আদি বহুমূলীয়া মণি। জৱহৰলালে পিতাকৰ এই কথাৰ মান ৰাখিছে। আজি তেওঁৰ খিয়াতি জগতজুৰি বিয়পিছে। জৱহৰলাল জগতৰ ভিতৰত কিমান ডাঙৰ মানুহ পাছত ভালকৈ জানিব পাৰিবা। এওঁ সকলোৰে পৰা দেশৰ কথা আলোচনা কৰিছিল।

"দেশখন আমাৰ কিমান ভাল,<br>
নায়ক আমাৰ জৱহৰলাল।"

---

# অ' মোৰ আপোনাৰ দেশ



অ' মোৰ আপোনাৰ দেশ
অ' মোৰ চিকুণী দেশ
এনেখন শুৱলা, এনেখন সুফলা
এনেখন মৰমৰ দেশ।

অ' মোৰ সুৰীয়া মাত
অসমৰ সুৱদি মাত
পৃথিবীৰ ক'তো বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত।।

অ' মোৰ ওপজা ঠাই
অ' মোৰ অসমী আই
চাই লওঁ তোমাৰ,
মু'খনি এবাৰ
হেপাহ মোৰ পলোৱা নাই।।

---

## পখিলাটি কেনেনো শুৱনি



ভনী—চোৱাঁচোন, পখিলাটি
কেনেনো শুৱনি!
কেনেনো ধুনীয়া তাৰ পাখি দুই খনি!

কেতিয়াবা ওপৰত আকৌ তলত,
এটা এৰি বহিছেহি আনটো ফুলত,
ধৰোঁ তাক বাইদেউ কৰি যেনে তেনে,
পৰিছেহি গোলাপত পাখি মেলি কেনে!
তাক লবলৈ মোৰ বৰ মন যায়,
ধৰি দিয়া বাইদেউ যাবগৈ পলাই।
বাইদেউ—নোৱাৰোঁ ধৰিব তাক
সোণাই হেৰেই,
পাখি দুইখনি হব আহৰি তেনেই।
এবাৰ যদি হে দিওঁ হাতত তোমাৰ,
নাথাকে অকণো শোভা হব চুৰ্ মাৰ।
ভনী—দিয়া তেনে বাইদেউ য'ক গৈ উৰি
সহিব নোৱাৰোঁ মই যায় যদি মৰি।
ধুনীয়া পখিলাটিক নকৰিবা বেয়া,
বপুৰি অকণমাণি কেনে ধেমেলীয়া!

—৺প্ৰমোদ বৰঠাকুৰ

।। শেষ।।

প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা, বি-এল্
লয়াৰ্চ্ছ বুক ষ্টল
গুৱাহাটী ঃ অসম

দ্বিতীয় প্ৰকাশ ঃ জুন, ১৯৬৭
তৃতীয় প্ৰকাশ ঃ ছেপ্টেম্বৰ, ২০০২

মূল্য ঃ ৪.৫০

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬, গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# আগকথা

শিক্ষা দান কাৰ্য্যত প্ৰথমতঃ লাগে আন্তৰিকতা। আন্তৰিকতাৰে কৰা সকলো কাৰ্য্য সুসিদ্ধ হয়। আন্তৰিকতাহীন হৈ কাৰ্য্য কৰিলে সুফল আশা কৰিব নোৱাৰি। দ্বিতীয়তে, শিক্ষাদান কাৰ্য্যত শিক্ষা-দৰ্শন বা শিক্ষাবিজ্ঞান সম্পৰ্কে স্পষ্ট ধাৰণা লাগে, মনস্তত্ব জানিব লাগে আৰু শিশুৰ শিক্ষাৰ্থী মনৰ বিষয়ে সম্যক্ ধাৰণা লাগে। তদুপৰি লাগে শিক্ষাপদ্ধতিৰ উদ্দেশ্য সম্পৰ্কে সম্পূৰ্ণ ধাৰণা। মনস্তত্ত্ব সম্পৰ্কে এই পুথিত আলোচনা বিশেষ নাই। শিক্ষাৰ উদ্দেশ্য আবহমান কালৰ পৰা কোনফালে গতি কৰিছে, বুনিয়াদী শিক্ষা যে অতীত যুগৰ শিক্ষাৰ আদৰ্শ, শিক্ষাৰ বাহন আৰু শিক্ষাপদ্ধতিৰ এটি নতুন ৰূপ, মাথোন তাকে দেখুৱাবলৈ যত্ন কৰা হৈছে। শিক্ষাৰ প্ৰকৃত উদ্দেশ্যৰ ফালে লক্ষ্য ৰাখি বৰ্ত্তমান শিক্ষাৰ দোষবোৰ আঁতৰ কৰি লবলৈ আৰু আত্মনিৰ্ভৰশীল জাতি এটা কেনেকৈ গঠন কৰিব পাৰি সেই উদ্দেশ্য আগত ৰাখি মহাত্মা গান্ধী, ডঃ জাকিৰ হোছেন, শ্ৰীমতী আশালতা দেৱী, আচাৰ্য্য কৃপালনি, আৰ্য্যনায়কম্, আচাৰ্য্য নৰেন্দ্ৰদেৱ আদি কৰি ভাৰতৰ মনীষী আৰু শিক্ষাবিদ্‌সকলে নিৰ্দ্দেশ দি বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তনৰ ব্যৱস্থা কৰে। বুনিয়াদী শিক্ষাৰ অন্তৰ্নিহিত নীতি, উদ্দেশ্য আৰু পদ্ধতি অধ্যয়ন কৰি আন্তৰিকতাৰে শিক্ষানুষ্ঠান পতা, শিক্ষাদান কৰা আৰু বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন কৰা চৰকাৰৰ যেনে কৰ্ত্তব্য কৰ্ম্ম, শিক্ষাবিদ্ শিক্ষক আৰু শিক্ষানুৰাগী লোকসকলৰো তেনে কৰ্ত্তব্য কৰ্ম্ম। এই পুথিত সকলোবোৰ কথা সম্যক্ আলোচনা কৰা সম্ভৱ হোৱা নাই। তাৰ বাবে বিদ্যাবুদ্ধিও তাকৰ।

মৌলিকতাৰ দাবী এই পুস্তকত নাই। লিখকে 'প্ৰাইমেৰী শ্ৰেণীৰ শিক্ষা প্ৰণালী', 'বিত্‌চকু সলাওক', 'বুনিয়াদী শিক্ষাৰ পটভূমি' আৰু 'গান্ধীবাদী নৰেন' নামৰ চাৰিখন পুস্তক ইতিমধ্যে প্ৰকাশ কৰিছিল। সেই কেইখন কিতাপৰ পৰা আৱশ্যক বুজি আহৰণ কৰি, কিছুমান কথা বাদ দি আৰু কিছুমান কথা যোগ দি 'শিক্ষক-সাৰথি, নাম দি এই পুস্তক যুগুত কৰা হৈছে। লক্ষ্য ৰখা হৈছে বি. টি. কলেজ, বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, নৰ্ম্মাল স্কুল আৰু স্কুলৰ শিক্ষকবিলাকৰ প্ৰয়োজনত যাতে লাগে। উক্ত কিতাপ কেইখন সঙ্কলন কৰোঁতে, বিশেষকৈ মহাত্মা গান্ধীৰ বুনিয়াদী শিক্ষা সম্পৰ্কে কোৱা কথাবিলাকৰ ওপৰত, আচাৰ্য্য কৃপালনিৰ 'The latest Fad - Basic Education', Ministry of Education, Govt. of India ৰ 'Handbook of Suggestions for

Teachers in Small Rural Schools' আৰু লিখকৰ কৰ্ম্মক্ষেত্ৰৰ নিঃকিন অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰা হৈছিল। এইখন কিতাপ সঙ্কলনত Paul Monroeৰ 'History of Education'অৰো সহায় লোৱা হৈছে। যথাৰীতি যথাযোগ্য কৃতজ্ঞতা এই ঋণৰ বাবে প্ৰকাশ কৰা হ'ল। হিন্দুস্থান তালিমী সঙ্ঘই আচাৰ্য্য কৃপালনিৰ কিতাপৰ যথাসম্ভৱ অনুবাদৰ অনুমতি দিও আমাক ঋণী কৰিছে। তেওঁবিলাককো আমি যথাযোগ্য কৃতজ্ঞতা জনালোঁ।

সঁচাকৈয়ে বুনিয়াদী শিক্ষাৰ দৰ্শন সম্পৰ্কে আমাৰ বহুতৰে ধাৰণা সঙ্কীৰ্ণ। ন-পুৰণি শিক্ষাপদ্ধতিৰ সমন্বয় সাধন বৰ্ত্তমান শিক্ষা-জগতৰ এটি প্ৰধান সমস্যা। সেই সমস্যা সমাধানত নো আমি কিমানখিনি অৱদান আগবঢ়াব পাৰোঁ তাৰে এটা প্ৰয়াস মাথোন এই পুস্তক প্ৰণয়নৰ গুৰিত। একে ঠাইতে বেছি দিন থাকি শিক্ষাৰ উন্নতি সাধনৰ সৌভাগ্য আমাৰ ঘটি নুঠিল। ক্ষেত্ৰ পৰিষ্কাৰ কৰি লৈ বীজ বপনৰ আগে আগে আমি সেই স্থান এৰিব লগা হয়। ৰাজ্যৰ বিভিন্ন স্থানত ঘূৰি ফুৰিও অতি আন্তৰিকতাৰে ক্ষেত্ৰ সৃষ্টি কৰিও মনৰ হেপাহেৰে কাম কৰিবৰ সুযোগ আমাৰ ভাগ্যত নঘটিল। এনে এটি অৱস্থাৰ বাবে দায়ী নিজে, কাৰণ শিক্ষাবিভাগৰ যথেষ্ট দয়াৰ আৰু অনুগ্ৰহৰ পাত্ৰ হৈও আমি আমাৰ মনৰ আকাঙ্ক্ষা পূৰণত অসমৰ্থ হৈছোঁ। এতিয়া হাতেৰে নোৱাৰি কাপেৰে সেই আকাঙ্ক্ষা আংশিক ভাৱে হ'লেও পূৰণৰ যত্ন কৰিছোঁ। যাৰ বাবে এই চেষ্টা সেই সকলে এই পুথি সুদৃষ্টিৰে চালে আৰু তেওঁলোকৰ কণামাত্ৰও উপকাৰ হ'লে আমি কৃতাৰ্থ মানিম। আমি 'বিত্তচকু সলাওক' পুথি লিখোঁতে তেতিয়াৰ তিতাবৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ শ্ৰীযুত প্ৰভাতচন্দ্ৰ শ্ৰুতিকৰ বি. এ., বি. টি. ডাঙৰীয়াৰ পৰা যথেষ্ট সহায় পাইছিলোঁ। এইখিনিতে তেখেতৰ ওচৰত অন্তৰৰ শলাগ আগ বঢ়ালোঁ।

নবজীৱন প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীযুত কালীচৰণ পাল মহাশয় এই পুস্তক মুদ্ৰণত যথেষ্ট তৎপৰতা আৰু সহানুভূতি দেখুৱা বাবে তেখেতৰ ওচৰতো আমাৰ শলাগ আগ বঢ়ালোঁ।

সৱশেহত লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰী আৰু প্ৰতিষ্ঠাতা, সৰ্ব্বজন আদৃত, সৰৱৰহী, বিদ্যানুৰাগী, ব্যৱসায়কুশলী, সদানন্দ আৰু পাঠ্যকালৰে পৰা হোৱা আমাৰ অন্তৰঙ্গ বন্ধু শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্তবৰুৱাই সাগ্ৰহে এই পুস্তক প্ৰকাশ কৰিবলৈ ওলোৱাত আমি তেওঁক বন্ধুসুলভ ওলগণি জনাইছোঁ।

৩০।১২।৬৩ লিখক।

# সূচীপত্র

বিষয় পিঠি

| বিষয় | পিঠি |
| --- | --- |

# শিক্ষক-সাৰথি

## বুনিয়াদী শিক্ষাৰ পাতনি

### অতীতৰ শিক্ষাৰ আদৰ্শ আছিল জীৱনযাত্ৰাৰ প্ৰস্তুতি

বুনিয়াদী শিক্ষাৰ পাতনি মানৱ সভ্যতাৰ আৰম্ভণিৰে পৰা। সেই সময়ত শিশুৱে স্বাভাৱিক আৰু সামাজিক জীৱন যাপনৰ সমল পুৰুষানুক্ৰমিকভাৱে অৰ্জ্জন কৰা অভিজ্ঞতাৰ পৰা গোটাই লৈছিল। মানৱ সমাজত তাৰ বাবে ব্যৱস্থাও আছিল। আহাৰ, বস্ত্ৰ আৰু গৃহ নিৰ্ম্মাণৰ বস্তু সংগ্ৰহৰ প্ৰয়োজনীয়তাই শিক্ষাৰ সমল-সংগ্ৰহত যোগান ধৰিছিল। শিশুৱে অনুকৰণ কৰি সমাজৰপৰা এই শিক্ষা লাভ কৰিছিল। সমাজৰ বয়সীয়াল লোকসকলৰ আদৰ্শত তৰুণসকলৰ শিক্ষা হৈছিল। আত্মৰক্ষাৰ বাবে যুদ্ধবিদ্যা শিক্ষাও এই আদৰ্শতে গঢ়ি উঠিছিল। আদিম যুগৰ আৰম্ভণিত এই শিক্ষা অজ্ঞাতসাৰে স্বাভাৱিক গতিত গঢ়ি উঠিছিল কিন্তু কালক্ৰমত শিশুৱে যে অনুকৰণপ্ৰিয়তাৰ মাজেদি শিক্ষা পায় তাকে দেখি মানুহে প্ৰয়োজনমূলক উদ্দেশ্য এই অনুকৰণৰ লগত যোগ কৰি দিলে! ঘৰৰ জ্যেষ্ঠ আৰু বয়সস্থ লোকসকলৰ কামত সহায় কৰাই শিক্ষাৰ বাহন হৈ পৰিল। ল'ৰা-ছোৱালীৰ বয়স অনুসৰি যি যি কামৰ উপযুক্ত তেনে কামত সিহঁতক অভিভাৱকসকলে লগাই দিছিল। তাৰ দ্বাৰা এফালে সিহঁতৰ পৰা গৃহকাৰ্য্যত সহায় পোৱা গৈছিল আৰু আনফালে সিহঁতৰ ভৱিষ্যৎ-জীৱনৰ বাবে প্ৰস্তুতি হৈছিল।

সঙ্গীত, নৃত্য, পৰ্ব্বপালন, দেওপূজা, গছ-গছনিৰ পূজা ইত্যাদি অনুষ্ঠানতো ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰিছিল। গতিকে দেখা যায়, আহাৰ সংগ্ৰহ, বস্ত্ৰ সংগ্ৰহ, গৃহ-নিৰ্ম্মাণ, আত্মৰক্ষাৰ বাবে যুদ্ধবিদ্যা আৰু চিকাৰ আৰু আত্মাৰ তুষ্টিৰ বাবে সামাজিক আৰু ধৰ্ম্মীয় অনুষ্ঠানবোৰ শিক্ষাৰ বাহন হৈ পৰিছিল আৰু শ্ৰম, অভ্যাস, বিভিন্ন কৰ্ম্মানুশীলন আৰু জ্যেষ্ঠ আৰু শ্ৰেষ্ঠজনৰ অনুকৰণেই শিক্ষাৰ মাধ্যম হৈছিল। পৃথিৱীৰ ভিতৰত সকলোবিলাক আদিম জাতিৰ মাজত ল'ৰা-ছোৱালীৰ শিক্ষাৰ ব্যৱস্থা এনে ধৰণৰ আছিল।

এই পটভূমিত বিচাৰ কৰি পোৱা যায় যে শিক্ষাৰ আদৰ্শ আছিল জীৱনযাত্ৰাৰ বাবে প্ৰস্তুতি।

### লিখা বা পঢ়াৰ ব্যৱস্থা আদিতে নাছিল

খাদ্য আৰু বস্ত্ৰ সংগ্ৰহ, গৃহ-নিৰ্ম্মাণ আৰু আত্মৰক্ষাৰ প্ৰচেষ্টাত, আকৌ আত্মাৰ সন্তুষ্টিৰ কাৰণে কৰা ধৰ্ম্মীয় আৰু সামাজিক অনুষ্ঠানবোৰৰ মাজত

তেওঁলোকে এটা অদৃশ্য শক্তিৰ বা আত্মাৰ বৰ্ত্তমানতা অনুভৱ কৰিছিল। এই শক্তি বা আত্মাই জগতৰ সকলো চেতন আৰু অচেতন পদাৰ্থত বিয়পি আছে এনে বিশ্বাস তেওঁলোকৰ আছিল। এই আত্মাৰ অন্বেষণত পূৰ্ব্বজন্ম আৰু পৰজন্মৰ বিশ্বাসে ভিত্তি স্থাপন কৰিছিল। পূৰ্ব্বপুৰুষসকলৰ আত্মাৰ উদগতি আৰু শান্তিৰ কাৰণে শ্ৰদ্ধা দেখুৱাৰ ব্যৱস্থাও আছিল। এই বিশ্বাসৰ কাৰণেই দেওপূজা আৰু গছ-গছনিৰ পূজাও কৰিছিল। কালক্ৰমত চেতন বা অচেতন পদাৰ্থৰ ভিতৰত যি শক্তি বা আত্মাৰ বৰ্ত্তমানতা বিশ্বাস কৰিছিল সেই বিশ্বাসৰ ওপৰতে ভিত্তি কৰি দ্বৈত দৰ্শনৰ মূল ভেটি স্থাপিত হৈছিল। সেই আত্মা আৰু নিজৰ আত্মাৰ ভিতৰত কোনো ভেদ নাই বুলিও বিশ্বাস কৰিছিল। ই ভাৰতীয় অদ্বৈত দৰ্শনৰ লগত মিলি যোৱা তথ্য। ক্ৰমে ক্ৰমে এই বিশ্বাসৰ বলত পূৰ্ব্ব-কথিত ধৰ্ম্মীয় আৰু সামাজিক অনুষ্ঠানবোৰ সম্পাদন কৰিবলৈ আৰু পৰৱৰ্ত্তী বংশধৰসকলৰ আধ্যাত্মিক শিক্ষাৰ বাবে পুৰোহিত শ্ৰেণীৰ উদ্ভৱ হ'ল আৰু লিখা-পঢ়াৰ ব্যৱস্থা হবলৈ ধৰিলে।

## ব্যক্তিত্ব গঠন আছিল গ্ৰীক্‌জাতিৰ আদৰ্শ

গ্ৰীক্ জাতিৰ শিক্ষাৰ আদৰ্শ আছিল—ব্যক্তিত্ব গঠন। প্ৰত্যেক ব্যক্তিয়ে যাতে নিজৰ নিজৰ অন্তৰ্নিহিত শক্তিৰ পূৰ্ণ উন্মেষ কৰিব পাৰে তাৰ বাবে সম্পূৰ্ণ সুবিধা দিবৰ বাবে তেওঁলোকে চেষ্টা কৰিছিল। তাৰ ফলত সমাজ সুগঠিত হৈছিল আৰু প্ৰত্যেক ব্যক্তিয়ে ব্যক্তিত্ব গঠনত কৃতকাৰ্য্য হবলৈ চেষ্টান্বিত হৈছিল।

গ্ৰীক্‌বিলাকেই প্ৰথমে দেশৰ ৰাজনৈতিক স্বাধীনতাৰ ধাৰণা লয় আৰু স্বাধীন ৰাজ্যৰ উপযুক্ত নাগৰিকত্ব গঠনৰ বাবে শিক্ষাৰ আদৰ্শ লয়। জ্ঞান উপাৰ্জ্জন কেৱল জ্ঞানৰ বাবেহে হব লাগে এই ধাৰণা প্ৰথমতে এওঁবিলাকেই লয়। প্ৰকৃতিৰ অধ্যয়ন, মনুষ্যজাতিৰ অধ্যয়ন আৰু অলৌকিক শক্তিৰ অধ্যয়ন (আধিদৈবিক) এওঁলোকে নিঃশঙ্কভাৱে কৰিবলৈ ধৰে। জ্ঞানক ধৰ্ম্মতকৈ ওপৰত স্থান দিছিল আৰু জ্ঞানক পুৰোহিত শ্ৰেণীৰ বিশেষ অধিকাৰৰ ভিতৰত আৱদ্ধ কৰি নাৰাখিছিল। প্ৰত্যেক ব্যক্তিয়ে নিজৰ বিচাৰ-বুদ্ধি আৰু যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি চলিব লাগিব। মানুহ যে জ্ঞান আৰু বিচাৰ-বুদ্ধি সম্পন্ন এই কথা তেওঁলোকেই প্ৰথমতে প্ৰচাৰ কৰে। চক্ৰেটিছে সেইবাবে কৈছিল যে মানুহে নিজক চিনি পাব লাগে। তাৰ ফলত গ্ৰীক্‌বিলাকৰ মাজত মানুহৰ ব্যক্তিত্ব বিকাশৰ ধাৰণাই স্থান পায়। প্ৰত্যেক ব্যক্তিয়ে নিজৰ জীৱনৰ লক্ষ্য নিজে স্থিৰ কৰিব আৰু তাক লাভ কৰিবৰ অৰ্থে নিজৰ উদ্যম থাকিব। বিজ্ঞান, কলাবিদ্যা, দৰ্শন আৰু ধৰ্ম্মই এই লক্ষ্যত উপনীত হবলৈ সহায় কৰিব।

## চক্রেটিচ—নিজক চিনি লব লাগে

চক্রেটিচ খৃষ্টপূৰ্ব্ব ৪৬৯ খৃষ্টাব্দৰ পৰা ৩৯৯ খৃষ্টাব্দলৈ আছিল। এই সময়ৰ পৰা প্ৰায় ১০০ বছৰ আগতে গ্ৰীক্ জাতিৰ ভিতৰত একদল শিক্ষক ওলাইছিল। এওঁলোকক চফিষ্ট বোলা হৈছিল। এওঁলোকে তৰ্ক, যুক্তি আৰু বিচাৰৰ ওপৰত নিৰ্ভৰ কৰিছিল। এওলোকে তৰুণসকলক কৈছিল—"চিন্তা কৰা—কি চিন্তা কৰিছা প্ৰকাশ কৰা—আৰু সেই অনুসাৰে কৰ্ম্ম কৰা—"। ইয়াৰ ফলত তৰ্কবাদী লোকসকলৰ উদ্ভৱ হ'ল আৰু ক্ৰমে জাতীয় অৱনতি ঘটিব ধৰিলে। যদিও নৈতিকতা-বিৰুদ্ধ কোনো প্ৰচাৰ এওঁলোকে (চফিষ্টসকলে) কৰা নাছিল, তথাপি অতিমাত্ৰা ব্যক্তিত্বৰ ওপৰত ভৰ দিয়া কাৰণে নানা মতৰ উদ্ভৱ হ'ল আৰু সৰ্ব্বাজনীন কোনো মতবাদে স্থান নাপালে। তাৰ ফলত ব্যক্তিৰ আচৰণে নানা ৰূপ ল'লে আৰু সাৰ্ব্বজনীন নৈতিক আচৰণৰ আদৰ্শ গঢ়ি নুঠিল। ব্যক্তিপ্ৰধান মনোভাৱে নৈতিক অৱনতি ঘটালে, ভেদবুদ্ধি আনিলে। সাৰ্ব্বজনীন ঐক্য নাহিল।

এই সময়তে চক্রেটিচে কবলৈ ধৰিলে যে—মানুহে নিজক চিনি পাব লাগিব। জ্ঞানেই শক্তি। নিজৰ বিষয়ে চিন্তা কৰাৰ পৰা সাৰ্ব্বজনীন ঐক্য বা সামাজিক সঙ্গতিৰ উদ্ভৱ হব; ভেদবুদ্ধি আঁতৰিব। তেওঁ কৈছিল যে প্ৰত্যেক মানুহৰে নিজক জানিব পৰা বুদ্ধি-শক্তি আছে আৰু সাধুতা, সত্যবাদিতা, বিশ্বস্ততা, বিচাৰশক্তি, বন্ধুত্ব ইত্যাদি প্ৰকাৰ গুণ বিশ্লেষণৰ আৰু সত্য উপলব্ধিৰ ক্ষমতা আছে। নিজ নিজ অভিজ্ঞতাৰ পৰা মানুহে এইবোৰ আহৰণ কৰিব আৰু এই জ্ঞনেই হব সাৰ্ব্বজীন নৈতিক আচৰণৰ ধাৰা। গতিকে শিক্ষাৰ আদৰ্শ হৈ পৰিল চিন্তাশক্তিৰ জৰিয়তে আত্মবিকাশ বা ব্যক্তিত্ব গঠন, পৰোক্ষে সাধু নাগৰিকত্বৰ সৃষ্টি।

বিচাৰ, বিশ্লেষণ আৰু অভিজ্ঞতামূলক বিভিন্ন সংবাদসংগ্ৰহৰ দ্বাৰা মানুহে সত্যপথত উপনীত হবলৈ মানুহক প্ৰশিক্ষণ দিবৰ আৱশ্যকতা আছিল।

## খৃঃ পূঃ ৪২০-৩৪৮—প্লেটো

চক্রেটিচৰ পথ অনুসৰণ কৰি চক্রেটিচৰ পৰৱৰ্ত্তী প্লেটোৱে প্ৰচাৰ কৰিলে যে মানুহে নিজ নিজ শক্তি অনুসৰি কৰ্ম্ম কৰিব লাগিব। কোন মানুহ কোন কাৰ্য্যৰ বাবে স্বাভাৱতে উপযুক্ত তাক নিৰ্ণয় কৰি দিব শিক্ষানুষ্ঠানে আৰু সেই অনুসাৰে প্ৰশিক্ষণ দি সেই সেই কাৰ্য্যত তাক উপযোগী কৰি তুলিব।

## খৃঃ পূঃ ৩৮৪-৩২২—এৰিষ্টোটল—সু-অভ্যাস গঢ়িব লাগে

প্লেটোৰ পাছত এৰিষ্টোটলৰ এই ক্ষেত্ৰত আবিৰ্ভাৱ হ'ল। চক্রেটিচ আৰু প্লেটোৱে ব্যক্তিৰ উন্নতিৰ দ্বাৰা সমাজৰ উন্নতি সাধনৰ উদ্দেশ্যকে শিক্ষাৰ আদৰ্শ

বুলি গ্ৰহণ কৰিছিল আৰু এই উন্নতিত সাধনত জ্ঞানকেই এক-মাত্ৰ পন্থা বুলি নিৰ্দ্দেশ কৰিছিল। জ্ঞান আহৰণকেই সৎকৰ্ম্ম বুলি নিৰ্দ্দেশ কৰিছিল।

এৰিষ্টোটলৰ মতে শিক্ষাৰ আদৰ্শ আছিল সুখ বা পবিত্ৰতা। এই সুখ বা পবিত্ৰতা লাভ কৰিবলৈ হ'লে যি শক্তিৰ প্ৰয়োগ কৰা হয়—সেয়ে হে সৎকৰ্ম্ম। গতিকে মানুহ জ্ঞানী হ'লেই নহ'ব। মানুহৰ সৎকৰ্ম্মৰ কাৰণে এটা ইচ্ছা বা স্পৃহা থকাৰ আৱশ্যক। এইদৰে বিচাৰ কৰি পোৱা যায় যে মানুহে পৰম পবিত্ৰতা লাভ কৰিবলৈ হ'লে জ্ঞানৰ চৰম অৱস্থাত উপনীত হ'লেই নহ'ব। কৰ্ম্মৰ দ্বাৰা পবিত্ৰতা উপাৰ্জ্জন কৰিব লাগিব। জ্ঞানোপাৰ্জ্জনেই মানুহক বিবেক বা সৎবুদ্ধি পৰিচালনাত সহায় কৰে। আকৌ বুদ্ধিৰ কৰ্ম্ম হৈছে স্বভাৱক নিয়ন্ত্ৰণ কৰা। গতিকে দুই প্ৰকাৰ পবিত্ৰতাৰ আৱশ্যক হৈ পৰিল—একপ্ৰকাৰ বুদ্ধিৰ পবিত্ৰতা আৰু আনপ্ৰকাৰ স্বভাৱৰ বা চৰিত্ৰৰ পবিত্ৰতা। বুদ্ধিৰ পবিত্ৰতা বা নিৰ্ম্মলতা (অধ্যাপনাৰ দ্বাৰা) মানুহক শিকাব পাৰি কিন্তু চৰিত্ৰৰ পবিত্ৰতা মানুহে অভ্যাসৰ দ্বাৰা গঠন কৰি লব লাগিব। গতিকেই দেখা যায় চৰিত্ৰ গঠনৰ উদ্দেশ্যে সদভ্যাস আৰ্জ্জিব লাগিব। সু-অভ্যাস গঠনেই চৰিত্ৰ গঠনত পৰিণত হ'ব। সৎকৰ্ম্মৰ দ্বাৰা অৰ্থাৎ বিবেক-বুদ্ধিৰ দ্বাৰা পৰিচালিত কৰ্ম্মৰ দ্বাৰা সু-অভ্যাস গঠন কৰিব লাগিব।

## ভাৰতবৰ্ষৰ শিক্ষা

গতিকে দেখা যায় শিক্ষাৰ আদৰ্শ আছিল চৰিত্ৰ গঠন বা সু-অভ্যাস গঠন আৰু কৰ্ম্মই আছিল তাৰ মাধ্যম।

ভাৰতবৰ্ষৰ সভ্যতাও কৰ্ম্মৰ মাজেদি গঢ়ি উঠিছিল। ঋষিৰ আশ্ৰমবিলাকত শিষ্যসকলে কৰ্ম্মৰ মাজেদি শিক্ষা লাভ কৰিছিল। গোৰক্ষা, পশুপালন, মৌমাখি পালন, কৃষি, কাষ্ঠ আহৰণ আদি যাৱতীয় কৰ্ম্ম ছাত্ৰসকলে গুৰু-গৃহত কৰিব লগা হৈছিল। ছাত্ৰীসকলেও অথিথি সেৱা, ৰন্ধন, বাগিচা পতা, শাক-পাচলিৰ খেতি কৰা ইত্যাদি কৰ্ম্ম কৰিব লাগিছিল। এইবিলাক কৰ্ম্মৰ এটি নিৰ্দ্দিষ্ট পদ্ধতি আছিল। শ্ৰেণী পাতি বহু ল'ৰা-ছোৱালীক একেলগে একে পাঠকে দি পঢ়োৱা পদ্ধতি নাছিল। জীৱনযাত্ৰাৰ মাজেদি, দৈনন্দিন গৃহকৰ্ম্ম আৰু নিৰ্দ্দিষ্ট কৰ্ম্মৰ মাজেদি যি শিক্ষা হৈছিল তাৰ লগত জীৱনৰ সাধাৰণ সমস্যা সমাধানত আৰু ছাত্ৰৰ ব্যক্তিগত সমস্যা সমাধানত গুৰুৱে সহায় কৰিছিল। সমস্যা সমাধানৰ লগে লগে শ্ৰুতি, স্মৃতি, দৰ্শন, বিজ্ঞান, জ্যোতিষ সকলো শাস্ত্ৰৰে আলোচনা হৈছিল।

---

# বুনিয়াদী শিক্ষাৰ আদৰ্শ আৰু গান্ধীজীৰ দৰ্শন

## হিংসা নীতিৰ অহিংস প্ৰতিৰোধ—শিক্ষাৰ আদৰ্শ

শিক্ষাৰ সৰ্ব্বোত্তম আৰু সৰ্ব্বশ্ৰেষ্ঠ আদৰ্শ হৈছে হিংসা নীতিৰ অহিংস প্ৰতিৰোধ। এই শিক্ষা শিশুৰ অক্ষৰ জ্ঞানৰ পাছত হোৱা উচিত নহয়; তাৰ আগতে হব লাগে। আখৰ লিখিব পঢ়িব জনাৰ আগতে নাইবা বৈষয়িক জ্ঞান হোৱাৰ আগতে শিশুৱে জনা উচিত—আত্মা কি বস্তু, সত্য কি, প্ৰেম কি আৰু আত্মাৰ ভিতৰত কি শক্তি নিহিত আছে। প্ৰকৃত শিক্ষাৰ সাৰমৰ্ম্ম হব লাগে— শিশুৱে জীৱনযুদ্ধত কেনেকৈ অতি সহজে প্ৰেমৰ দ্বাৰা ঘৃণাক জয় কৰিব পাৰে, সত্যৰ দ্বাৰা অসত্যক পৰাজয় কৰিব পাৰে আৰু আত্মশুদ্ধি বা প্ৰায়শ্চিত্তৰ দ্বাৰা হিংসাক প্ৰতিৰোধ কৰিব পাৰে।

শিক্ষাৰ দ্বাৰা মানৱ শিশুৰ শাৰীৰিক, মানসিক আৰু আত্মিক বিকাশ সম্পূৰ্ণৰূপে হব লাগিব। সাক্ষৰতা (আখৰ লিখিব পাৰা আৰু পঢ়িব পাৰা) শিক্ষাৰ চৰম পৰিণতিও নহয় আৰু আৰম্ভণিও নহয়। নৰ-নাৰী কেনেকৈ শিক্ষিত হব পাৰে তাৰে এটি উপায় মাথোন। সাক্ষৰতাই শিক্ষা নহয়; সেই কাৰণে শিশুৰ শিক্ষাৰ আৰম্ভণি এটি প্ৰয়োজনীয় উদ্যোগ শিক্ষা দিয়াৰ পৰা হব লাগে। শিশুৰ শিক্ষাৰ আৰম্ভ কৰা মুহূৰ্ত্তৰ পৰাই শিশুক উৎপাদনক্ষম হবলৈ শিক্ষা দিব লাগিব।

হাত, ভৰি, নাক, কাণ, চকু প্ৰভৃতি ইন্দ্ৰিবিলাকৰ উপযুক্ত ব্যৱহাৰ আৰু অভ্যাসৰ দ্বাৰা বুদ্ধিৰ পৰিস্ফুৰণ হয়। সেয়েহে প্ৰকৃত শিক্ষাৰ মূল কথা। আন কথাত কবলৈ হ'লে শৰীৰৰ ইন্দ্ৰিয়বিলাক যথাসম্ভৱ সতৰ্কতা আৰু সুবিবেচনাৰ সহিত পৰিচালিত কৰিব পাৰিলে শিশুৰ বুদ্ধিৰ পৰিস্ফুৰণ অতি সোনকালে আৰু সুন্দৰভাৱে হব পাৰে কিন্তু যদি শিশুৰ শৰীৰ আৰু মনৰ বিকাশ সম-সাময়িক ভাৱে নহয় আৰু সেই অনুপাতে আত্মাৰ বিকাশ নহয় তেতিয়া হলে শৰীৰ আৰু মনৰ বিকাশ বিচ্ছিন্ন হৈ পৰে। আত্মিক শিক্ষাৰ অৰ্থ হৈছে অন্তঃকৰণৰ শিক্ষা। উপযুক্ত আৰু সৰ্ব্বতোমুখী মানসিক বিকাশ বা উৎকৰ্ষ তেতিয়াহে হব পাৰে যেতিয়া মনৰ বিকাশৰ লগে লগে শৰীৰৰো বিকাশ হয়। শৰীৰ, মন আৰু আত্মা এটা অবিভাজ্য আৰু পূৰ্ণ বস্তু। সেইবাবে শৰীৰ, মন বা আত্মাক আংশিকভাৱে আৰু স্বতন্ত্ৰ স্বতন্ত্ৰকৈ বিকশিত কৰিবলৈ যত্ন কৰাটো এটা যুক্তিহীন আৰু ভ্ৰান্তিমূলক ধাৰণা।

## চৰিত্ৰ গঠন শিক্ষাৰ উদ্দেশ্য

সাহস, শাৰীৰিক শক্তি, সাধুতা আৰু মহৎ উদ্দেশ্য সাধনত স্বাৰ্থ-ত্যাগ কৰিব পৰা গুণৰ উৎকৰ্ষ সাধন কৰাই শিক্ষাৰ আদৰ্শ বা মূল কথা। লিখিব পঢ়িব জনাতকৈ ই বেছি প্ৰয়োজনীয়। অক্ষৰজ্ঞান এই আদৰ্শত উপনীত হবলৈ এটি উপায় বা পন্থা মাথোন। এই আদৰ্শত যদি দেশৰ শিশুসকলৰ ব্যক্তিগত চৰিত্ৰ গঠন কৰিব পাৰা যায়, প্ৰকৃত সমাজ আপোন আপুনি গঢ়ি উঠিব।

## আজিৰ দিনত শিক্ষাৰ সাধাৰণ অৰ্থ

গান্ধীজীয়ে কৈছে—"বৰ্ত্তমান শিক্ষাৰ সাধাৰণ অৰ্থ হৈছে অক্ষৰজ্ঞান। শিশুক পঢ়িবলৈ লিখিবলৈ আৰু সংখ্যা গণনা কৰিবলৈ দিয়াই প্ৰাথমিক শিক্ষা। ধৰি লওক, এজন কৃষকে সৎভাৱে জীৱিকা অৰ্জ্জন কৰে; কৃষকৰ সাংসাৰিক বিষয়ে সাধাৰণ জ্ঞান আছে। পিতা-মাতাৰ প্ৰতি, নিজৰ স্ত্ৰীৰ প্ৰতি আৰু ওচৰ-চুবুৰীয়াৰ প্ৰতি কেনে ব্যৱহাৰ কৰিব লাগে সি জানে, সি সকলো প্ৰকাৰ নৈতিক নিয়মৰ অৰ্থ বুজি পায় আৰু তাক পালন কৰে; কিন্তু সি তাৰ নিজৰ নাম দস্তখত দিব নাজানে। সেই কৃষকজনক লিখা-পঢ়া শিকাবলৈ মানুহৰ কিয় ইমান আগ্ৰহ হব লাগে? তাক লিখা-পঢ়া শিকোৱাৰ পৰা তাৰ সাংসাৰিক সুখ-শান্তি কণমানো বাঢ়িবনে? পাশ্চাত্য জগতৰ চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱান্বিত হৈ আমি আগগুৰি নভবাকৈ শিক্ষা সম্পৰ্কে এনে ধাৰণা কৰি লৈছোঁ।

উচ্চ শিক্ষাৰ কথাকেই কৈছোঁ। মই (গান্ধীজী) ভূগোল, জ্যোতিষ, বীজগণিত, জ্যামিতি ইত্যাদি বিষয়ে শিক্ষা কৰিছোঁ। এই বিষয়বোৰৰ সহায়ত মোৰ কি লাভ হৈছে? মই কিয় এই বিষয়বোৰ শিকিছোঁ? প্ৰফেছৰ হাক্সলীয়ে শিক্ষা সম্পৰ্কে কি কৈছে চোৱা যাওক—

"সেইজন মানুহকে সাধাৰণতঃ শিক্ষিত মানুহ বুলি কোৱা হয়—যিজনে নিজৰ শৰীৰটোক নিজৰ ইচ্ছা অনুসাৰে ভৃত্যৰ নিচিনাকৈ খটুৱাব পাৰে আৰু সংসাৰৰ সকলো কৰ্ম্ম সি নিজে নিজে যন্ত্ৰৰ নিচিনাকৈ অনায়াসে আৰু আনন্দমনেৰে কৰিব পাৰে; যাৰ বুদ্ধি নিৰ্ম্মল, শান্ত আৰু ন্যায়-যুক্তি সম্পন্ন, যাৰ মন প্ৰকৃতিৰ স্বতঃসিদ্ধ সত্য কথাবোৰেৰে ভৰপূৰ, যাৰ ইন্দ্ৰিয়বোৰ এটা ক্ষমতাশালী ইচ্ছাশক্তি বা মধুৰ বিবেক-বুদ্ধিৰ দ্বাৰা নিয়ন্ত্ৰিত আৰু যিজনে পাপক ঘৃণা কৰিবলৈ শিকিছে, সকলো মানুহকে আত্মৱৎ সম্ভ্ৰম কৰিবলৈ শিকিছে, তেনেজন মানুহেই—আন কোনো নহয়—প্ৰকৃততে সাধাৰণ শিক্ষাত শিক্ষিত; কাৰণ তেওঁ প্ৰকৃতিৰ লগত সামঞ্জস্য ৰক্ষা কৰিছে, তেনেজন মানুহেই প্ৰকৃতিৰ স্বাভাৱিক দানৰ সদ্ব্যৱহাৰ কৰিব পাৰিব আৰু প্ৰকৃতিয়েও তেওঁৰ পৰা যথেষ্ট আদায় কৰিব পাৰিব।"

## প্ৰাথমিক শিক্ষা

অতীত বুৰঞ্জীৰ যি আভাষ আমি পাইছোঁ তাৰ দ্বাৰা এইটো স্পষ্ট প্ৰতীয়মান হৈছে—যি দেশত যি সমাজ আছিল সেই দেশৰ সেই সমাজৰ জীৱন-যাত্ৰাৰ আদৰ্শ অনুসাৰে সকলো শিক্ষাই গঢ় লৈছিল। বৰ্ত্তমান প্ৰাথমিক শিক্ষাৰ যিটো ধাৰা চলি আছে তাৰ প্ৰধানতম উদ্দেশ্য হৈ পৰিছে ছাত্ৰসকলক মাধ্যমিক শিক্ষাৰ বাবে উপযোগী কৰি তোলা। শিক্ষানুষ্ঠান বিলাকৰ নিম্নতম স্তৰ হিচাবে প্ৰাথমিক শিক্ষা পৰিগণিত হৈ পৰিছে। বয়সৰ মান অনুসৰি ক্ৰমে ক্ৰমে শিক্ষা লাভ কৰিবৰ প্ৰণালীত তেনে এটি ধাৰা সৃষ্টি হোৱা অতি স্বাবাবিক। প্ৰাথমিক শিক্ষাৰ মূল উদ্দেশ্য কিন্তু সেইটো নহয়। ইয়াৰ দ্বাৰা শিক্ষাৰ আদৰ্শৰ পৰা আমি প্ৰাথমিক স্তৰতে আঁতৰি যাওঁ। লিখা, পঢ়া আৰু সংখ্যা গণনা প্ৰাথমিক স্তৰতে দিব লাগিব তাত কোনো সন্দেহ নাই, কিন্তু সেইটোৱেই প্ৰধান উদ্দেশ্য নহয়।

শিক্ষাৰ আদৰ্শৰ প্ৰধান কথা যদি হয়—শিশুৰ অন্তৰত থকা সকলোবোৰ সুপ্ৰবৃত্তিৰ সম্যক্ উন্মেষ কৰা—তেন্তে তাৰ ব্যৱস্থা এই প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰতে কৰিব লাগিব। অকল লিখা-পঢ়া আৰু গণনা শিক্ষা দিয়াৰ পৰাই এই উদ্দেশ্য সফল নহয়।

শিক্ষাৰ আদৰ্শ যদি চৰিত্ৰ গঠন কৰা হয়, তেতিয়া হ'লেও তাৰ ব্যৱস্থা এই প্ৰাথমিক স্তৰতে কৰিব লাগিব। চৰিত্ৰ গঠনৰ উদ্দেশ্যৰ লগতে সু-অভ্যাস গঠন, উপযুক্ত নাগৰিকতাৰ প্ৰশিক্ষণ আৰু ধৰ্ম্মীয় বা সাধু জীৱন যাপনৰ প্ৰশ্নবোৰ আপোনা-আপুনি আহি পৰিব। বৰ্ত্তমান প্ৰচলিত পদ্ধতিক্ৰমে অকল লিখা, পঢ়া আৰু গণনা শিক্ষা দিয়াৰ পৰাই এই উদ্দেশ্য সফল হব নোৱাৰে।

এই দৃষ্টিভঙ্গীৰে চালে দেখা যায়, আমাৰ প্ৰাথমিক স্কুলবোৰ নতুনকৈ সংগঠন কৰা আৱশ্যক।

গান্ধীজীৰ মতে প্ৰাইমেৰী শিক্ষাৰ ভিতৰত স্বাস্থ্য-নীতি, স্বাস্থ্যবিজ্ঞান, পুষ্টিকৰ খাদ্য সম্বন্ধীয় সাধাৰণ জ্ঞান, শ্ৰমৰ মৰ্য্যাদা, ঘৰত পিতৃ-মাতৃক গৃহ-কাৰ্য্যত সহায় কৰা ইত্যাদি শিক্ষাৰ ব্যৱস্থা থাকিব লাগিব। বৰ্ত্তমান ছাত্ৰবিলাকৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ জ্ঞান নাই, আত্ম-নিৰ্ভৰতাৰ বোধ নাই আৰু শাৰীৰিক সবলতা নাই; সেইবাবে সঙ্গীতৰ আৰু নৃত্যৰ মাধ্যমত ব্যায়াম বাধ্যতামূলক হব লাগিব।

এনেবোৰ উদ্দেশ্য সাধন, কৰিবলৈ হ'লে বৰ্ত্তমান পদ্ধতিত চলি থকা প্ৰাথমিক স্কুলবোৰে সহায় নকৰিব। শৰীৰ, মন আৰু আত্মাৰ বিকাশ কৰ্ম্মৰ জৰিয়তে হে হব লাগিব। প্ৰাইমেৰী স্কুলত হাতৰ কাম বা উদ্যোগৰ প্ৰয়োজনীয়তা এইবাবে আহি পৰে। এই উদ্যোগ বা হাতৰ কাম গতানুগতিক

পদ্ধতিত শিকাব লাগিব। হাতৰ কাম কৰোঁতে শিশুৱে প্ৰত্যেক স্তৰতে ক্ৰিয়া-পদ্ধতিৰ কাৰণবোৰ বুজি পাব লাগিব।

## নীৰৱ বিপ্লৱ

সূতা কটা বা কপাহ ধুনাৰ নিচিনা কোনো গ্ৰাম্য উদ্যোগৰ মাজেদি প্ৰাথমিক শিক্ষা দিয়াৰ লক্ষ্য এই যে এই পৰিকল্পনাই সমাজৰ এটি নীৰৱ বিপ্লৱৰ সূচনা কৰিব; নগৰ আৰু গাঁৱৰ মাজত সুস্থ আৰু নৈতিক সম্বন্ধ গঢ়ি উঠিব। বৰ্ত্তমান সমাজৰ শ্ৰেণী-বিভাগৰ মাজত চলি থকা বাধা-নিষেধ আৰু বিষাক্ত সম্বন্ধৰ মূল উৎপাটিত কৰিব। আমাৰ গাওঁবিলাক যে ক্ৰমে ধ্বংসৰ ফালে গতি কৰিব লাগিছে তাৰ প্ৰতিৰোধ কৰিব আৰু এটি ন্যায়নিষ্ঠ সমাজৰ ভিত্তি স্থাপন কৰিব। সমাজত ধনী-দৰিদ্ৰৰ অস্বাভাবিক শ্ৰেণী-বিভাগ নাথাকিব। প্ৰত্যেক ব্যক্তিৰ জীবিকাৰ বাট মুকলি থাকিব আৰু প্ৰত্যেক ব্যক্তিয়ে স্বাধীনতাৰ অধিকাৰ উপভোগ কৰিব পাৰিব।

---

# গান্ধীজীৰ দৰ্শন আৰু কৃপালনীজীৰ বিশ্লেষণ

## অতীতৰ পটভূমি

### তৰুণ শিক্ষাৰ্থী কামৰ উমেদাৰ আছিল

হাতৰ কাম বা উদ্যোগৰ মাজেদি শিক্ষা দিয়াৰ পৰিকল্পনা গান্ধীজীৰ মৌলিক দৰ্শন। শিক্ষা-ক্ষেত্ৰত পূৰ্ব্ববৰ্ত্তী কৰ্ম্মী আৰু গৱেষকসকলৰ মতবাদৰ লগত যে গান্ধীজীৰ স্বাধীন মতবাদৰ সমাঞ্জস্য আছে তাৰপৰা বুজা যায় গান্ধীজী জীৱনৰ সমস্যাবোৰৰ লগত কিমান পৰিচিত আছিল। আনফালে নতুন বা আমূল পৰিবৰ্ত্তনকাৰীও নহয়।

মনস্তত্ত্ববিদ্‌সকলৰ সৰ্ব্ববাদীসম্মত মত এই যে ১৪ বা ১৫ বছৰ বয়সলৈকে শিশুৱে গোটাবস্তুৰ (concrete objects) ধাৰণা সুন্দৰকৈ কৰিব পাৰে। কাল্পনিক ধাৰণা আৰু তাৰ সাধাৰণ প্ৰয়োগ (abstract idea and its general application) শিশুৰ সীমাবদ্ধ হৈ থাকে। বস্তুৰ সাধাৰণ সংজ্ঞা সি যিমানকিনি বুজি পায় বা যিমানখিনি তাৰ প্ৰয়োগ কৰে, বাস্তৱ ঘটনাৰ লগত তাৰ ওচৰ সম্বন্ধ আছে। সেইবাবে সি গোটাবস্তুৰ সহায়ত শিকিব লাগিব। যদি শিশুক পাঠ্য পুস্তক, সাধাৰণ সংজ্ঞা আৰু উপদেশৰ দ্বাৰা শিক্ষা দিয়া হয়, শিশুৰ মনস্তত্ত্বৰ আৰু প্ৰকৃতিৰ বিৰুদ্ধে শিক্ষা দিয়া হয়। ইয়াৰ দ্বাৰা শিশুক পঙ্গু কৰা হয়। সেইবাবে তাৰ শিক্ষা বাস্তৱ (concrete) কৰি তুলিবলৈ যত্ন কৰা হৈছে, যাতে শিশুৰ প্ৰকৃতি আৰু মনস্তত্ত্বৰ লগত সেই শিক্ষা খাপ খায়। ভাৰতৰ শিক্ষা-বিদ্‌সকলে শিক্ষাৰ এই মূলনীতিটো গ্ৰহণ কৰিব নোৱাৰাত এইটোৱেই প্ৰমাণিত হৈছে যে যিবিলাক বিষয়ত শিক্ষাবিদ্ সকল বিশেষজ্ঞ বুলি পৰিচিত হৈছে তেওঁলোকৰ সেই সেই বিষয়ৰ কাল্পনিক জ্ঞান (theoretical knowledge) অসম্পূৰ্ণ হৈ গৈছে। সেই কাৰণে তেওঁলোকে যিটো কথা পাহৰি গৈছে সেই কথাটো ইয়াত সোঁৱৰাই দিয়া উচিত বিবেচনা কৰা হৈছে।

### নিৰীক্ষণ আৰু কৰ্ম্ম

আদি যুগত সকলো শিক্ষা নিৰীক্ষণ (observation) আৰু কৰ্ম্মৰ (work) মাজেদি হৈছিল। জীৱনধাৰণ বা নিৰ্ব্বাহৰ বাবে মানুহে কাম কৰিছিল, শৰীৰ খটুৱাই শ্ৰম কৰিছিল। আনকি উচ্চশ্ৰেণীৰ লোকেও—ধৰ্ম্মগুৰু, ৰজা আৰু

অভিজাত সম্প্ৰদায়ৰ লোকসকলেও—শৰীৰৰ শ্ৰমৰ দ্বাৰা নিজৰ স্থান ৰক্ষা কৰিছিল। চিকাৰ কৰিবলৈ, মাছ মাৰিবলৈ বা কৃষি-সভ্যতা উপাৰ্জ্জন কৰিবলৈকো মানুহে অতিপাত পৰিশ্ৰমৰ দ্বাৰা আৰু নিজৰ অভিজ্ঞতাৰ দ্বাৰা সেই সেই বিষয়ৰ জ্ঞানলাভ কৰিব লগা হৈছিল। তেতিয়া ছপা কিতাপৰতো কথাই নাই, কোনো হাতে-লিখা বস্তু পাবলৈকো নাছিল। তৰুণ শিক্ষাৰ্থীসকল আজি-কালিৰ ছাত্ৰৰ নিচিনা নাছিল। কামৰ উমেদাৰ হিচাবে হে আছিল। সিহঁত গুৰু-গৃহত, কোনোবা মঠত আৰু কোনোবা আশ্ৰমত আছিল। তাত সেই সেই মঠৰ, আশ্ৰমৰ বা গুৰুগৃহৰ সকলো কাম কৰিব লগা হৈছিল। সিহঁতৰ জ্ঞান সেইবাবে প্ৰকৃত আৰু বাস্তৱ অভিজ্ঞতাৰ গৰ্ভত নিহিত আছিল আৰু বাস্তৱ ঘটনাৰ লগত জড়িত হৈছিল। আনকি জ্ঞানৰ উচ্চতম শিখৰতো নিজৰ অভিজ্ঞতাৰ স্পৰ্শ আৰু পোহৰ পাইছিল। আজি ধৰ্ম্ম সম্বন্ধে যি উচ্চ ধাৰণা মানুহে লাভ কৰিছে সি বাস্তৱ জীৱনৰ উপলব্ধিৰ বস্তু আছিল। ধৰ্ম্মৰ অনুষ্ঠান আৰু পূজা-পাৰ্ব্বণ সকলো বাস্তৱ ধৰণৰ আছিল। কৰ্ম্মযোগেই জ্ঞানৰ প্ৰধান যোগ।

---

# মধ্যযুগৰ পৰিবৰ্ত্তন

## ধৰ্ম্মগুৰু আৰু পুৰোহিতসকল

মধ্যযুগত সমস্ত পৰিবৰ্ত্তন হৈ গ'ল। এই সময়ত ধৰ্ম্ম বাস্তৱতাৰ পৰা কল্পনাত পৰিণত হ'ল। ধৰ্ম্মগুৰুসকল এটা সুকীয়া শ্ৰেণীত পৰিণত হ'ল। এই শ্ৰেণী কেবল ধৰ্ম্মৰ গূঢ়তত্ত্বৰ অধিকাৰী হৈয়ে নাথাকিল, জ্ঞানৰো অধিকাৰী হৈ পৰিল। ধৰ্ম্মযাজকসকলৰ হাতত শিক্ষাৰ ভাৰ পৰিল। শিক্ষা কল্পনাময় হৈ উঠিল আৰু সেইবাবে শিক্ষা ভাষা আৰু ভাবৰ মাজত সন্নিবিষ্ট হ'ল। সেইটো হয়তো স্বাভাৱিক গতিত হৈছিল। উদ্দেশ্য আছিল কেৰেণী মহৰী (আজিৰ কেৰেণী মহৰীৰ অৰ্থত নহয়, মধ্যযুগৰ কেৰেণী মহৰী অৰ্থত) সৃষ্টি কৰা। শিক্ষকৰ কাম, পুৰোহিতৰ কাম, চিকিৎসকৰ কাম, উকিলৰ কাম আৰু ক্ৰমে ৰাজনীতিক লোকৰ কাম—বস্তুতঃ শিক্ষা সম্পৰ্কীয় সকলোপ্ৰকাৰৰ কাম ব্ৰাহ্মণ বা পুৰোহিত শ্ৰেণীয়ে কৰিছিল। পুৰোহিতৰ দ্বাৰা পৰিচালিত যি শিক্ষা—সেই শিক্ষা প্ৰাচ্য শিক্ষাই হওক বা পাশ্চাত্য শিক্ষাই হওক, বিধি নিয়ম আৰু কল্পনাৰ ওপৰত নিৰ্ভৰ কৰিবই লাগিব। ধৰ্ম্ম মানৱ-মনৰ উচ্চতম আৰু অন্তিম কল্পনাক লৈ বিহাৰ কৰে। তদুপৰি আধ্যাত্মিক জীৱনে, বিশেষকৈ সন্ন্যাসী জীৱনৰ বা মঠ-মন্দিৰৰ প্ৰভাৱৰ দ্বাৰা, বাস্তৱ জীৱনৰ স্বভাৱতঃ এটি নিম্নতৰ স্থান নিৰ্দ্দেশ কৰে। যোগী বা সন্ন্যাসীৰ জীৱন-যাত্ৰা হে জীৱনৰ উচ্চতম স্তৰ বুলি বিবেচিত হৈছিল আৰু আন আন প্ৰকাৰৰ জীৱন-যাত্ৰা সাংসাৰিক বা গৃহীৰ জীৱন বুলি বিবেচিত হৈছিল। কৃষিজীৱী, শিল্পজীৱী বা শৰীৰশ্ৰমী লোকক জড়বাদী বুলি কোৱা হৈছিল। উচ্চতম জীৱন আছিল ধ্যান বা যোগৰ জীৱন। মৰ্য্যাদাৰ ক্ৰমত তাৰ পৰৱৰ্ত্তী স্তৰ আছিল—সৈনিকৰ জীৱন। বনবাসী আৰু হিংসাত্মক যুগত ই স্বাভাৱিক আছিল। তেতিয়াও ধৰ্ম্ম-পুৰোহিত শ্ৰেণী আৰু সৈনিক শ্ৰেণীৰ মাজত উচ্চ অধিকাৰ বা শ্ৰেষ্ঠতা লৈ বিবাদ আছিল। এই বিবাদত প্ৰাচ্য দেশৰ পুৰোহিতশ্ৰেণী জয়ী হ'ল আৰু পাশ্চাত্যদেশত সৈনিক শ্ৰেণী জয়ী হ'ল।

ধৰ্ম্মগুৰু বা পুৰোহিতসকলৰ তত্বাৱধানত আৰু তেওঁলোকৰ প্ৰভাৱত পৰিচালিত শিক্ষা ভাৱময় আৰু কল্পনাময় হৈ উঠা স্বাভাৱিক আৰু সেই শিক্ষাই বস্তু আৰু সামগ্ৰীক অৱহেলা কৰি শব্দ আৰু ভাষাৰ ব্যৱহাৰ কৰিবলৈ বাধ্য হৈছিল। পাৰ্থিৱ জীৱনৰ সুখ-দুখ আনন্দ-নিৰানন্দক উপেক্ষা কৰি এই শিক্ষা এটা গম্ভীৰ আৰু উদ্বেগময় স্তৰত উপনীত হৈছিল। সেই যুগত পুৰোহিত শ্ৰেণীয়ে ৰচিত সাহিত্য আৰু পণ্ডিতসকলৰ সভাত হোৱা বিচাৰ আৰু যুক্তি খণ্ডন আদিৰ পৰা এই কথা ভালদৰে উপলব্ধি হয়। শব্দ বা ভাষাৰ সকলো কথা প্ৰমাণ বা

অপ্ৰমাণ কৰিবলৈও যত্নবান্ হৈছিল। বস্তু আৰু প্ৰকৃতিৰ লগত সম্বন্ধ স্থাপন কৰিলেই বিবাদৰ অন্ত পৰে, কিন্তু তাকে নকৰি নিজৰ নিজৰ প্ৰস্তাৱিত বিষয় সংজ্ঞা, বিশ্লেষণ আৰু ন্যায়ৰ যুক্তিত প্ৰতিপন্ন কৰিবলৈ যত্নবান্ হৈছিল। আজি-কালিৰ লোকৰ মনত সেই যুগৰ কোনো কোনো বিচাৰ-তৰ্ক বালক বা অপৈণত যুৱকৰ বিচাৰ-তৰ্ক যেন বোধ হয় আৰু কোনো কোনো বিচাৰ-তৰ্কত প্ৰকৃত কোনো বিষয়-বস্তু বা অৰ্থ পোৱা নাযায়। ভাষাৰ চাতুৰ্য্য, শব্দবিন্যাসৰ কৌশল আৰু মূল বিষয় প্ৰতিপাদন-ভূমিকাৰ নৈপুণ্য অত্যন্ত সুন্দৰ আছিল, কিন্তু বৈজ্ঞানিক আৰু বাস্তৱবাদী কৰ্মীৰ মনত তেনে বিচাৰৰ কোনো অৰ্থবোধ নহয়। মিথ্যাকো সত্য প্ৰমাণিত কৰিবৰ এটা প্ৰচেষ্টা দেখা গৈছিল।

## জ্ঞান প্ৰগতিশীল আৰু সৃজনীমূলক হ'ব লাগিব

বাস্তৱ ঘটানাৰপৰা যেতিয়া চিন্তাক আঁতৰাই অনা যায় অপ্ৰকৃত বা কাল্পনিক সমস্যাক ন্যায়যুক্তিৰ বিচাৰৰ দ্বাৰা প্ৰমাণ বা অপ্ৰমাণ কৰা সহজ কথা। ব্ৰহ্ম সত্য, জগৎ মিথ্যা এই প্ৰাতপাদ্য বিষয় বাহ্যবস্তুৰ জ্ঞানৰ দ্বাৰা উপলব্ধি কৰা নাযায়। আদৰ্শই সত্য, ব্ৰহ্ম সাকাৰ বা নিৰাকাৰ ইত্যাদি প্ৰশ্ন ন্যায় বা যুক্তিৰ বিচাৰত প্ৰমাণ বা অপ্ৰমাণ কৰা যাব পাৰে কিন্তু এই বিচাৰ প্ৰণালীৰ দ্বাৰা জ্ঞানক বাস্তৱ জীৱনৰ পৰা ছিন্ন কৰি লোৱা হয়। ভাৱময় বা কল্পনাময় সংজ্ঞা ন্যায়-যুক্তিৰ বিচাৰত প্ৰতিপন্ন কৰাত নৈপুন্য বা চাতুৰ্য্য প্ৰতিপাদিত হ'ব পাৰে, কিন্তু তাত জ্ঞানৰ অভাৱ হৈ পৰে; জ্ঞেয় বস্তু তাৰ দ্বাৰা আঁতৰি যায়। অৱশেষত তেনে পদ্ধতি উৰ্ব্বৰতাহীন পাণ্ডিত্যত পৰিণত হয়। মধ্যযুগত এই পাণ্ডিত্যই প্ৰাচ্যত যেনেকৈ, পাশ্চাত্যতো তেনেকৈ স্বাধীন চিন্তাৰ পৰিপন্থী হৈ কৰ্ম্মৰ উদ্যম ধ্বংস কৰি জ্ঞানৰ প্ৰগতিত বাধা দিছিল। ক্ৰমে এইটো পৰিষ্কাৰ হৈ উঠিল যে জ্ঞান প্ৰগতিৰ বাটত আগ বাঢ়িব লাগে। এই প্ৰগতি অনুমানমূলক আৰু ভাৱমূলক নহৈ সিদ্ধান্তমূলক আৰু বাস্তৱমূলক হ'ব লাগিব। সৰ্ব্বোপৰি জ্ঞান প্ৰগতিশীল আৰু সৃজনশীল হ'ব লাগিব।

## অনুৰ্ব্বৰ আৰু সৃজনশক্তিহীন শিক্ষাক্ষেত্ৰ

এই প্ৰকাৰ অনুষ্ঠানমূলক আৰু মঠ-মন্দিৰৰ শিক্ষা মধ্যযুগত বাস্তৱ জীৱনৰ পৰা সম্পূৰ্ণৰূপে আঁতৰি যাব নোৱাৰাৰ কাৰণ এই হ'ল হে কৃষি আৰু গাৱঁলীয়া সভ্যতাৰ ক্ষেত্ৰত, বিশেষকৈ মঠ-মন্দিৰ আৰু দেৱালয়বিলাকে স্ব স্ব ক্ষেত্ৰত, স্বাধীনভাৱে তিষ্ঠি থাকিবলৈ প্ৰকৃতি, শাৰীৰিক শ্ৰম আৰু দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় বস্তুৰ লগত আৰু অভাৱ-অভিযোগৰ লগত সম্বন্ধ ৰক্ষা কৰি চলিবলৈ বাধ্য হৈছিল। এই সম্বন্ধই আৰু এই সম্বন্ধৰ লগত সংশ্লিষ্ট

কৰ্ম্মসমূহে শিক্ষাৰ ধাৰাক সংস্কাৰ কৰিছিল আৰু এই শিক্ষা সম্পূৰ্ণ বিধি-নিয়ম আৰু মস্তিক পৰিচালনাত (বুদ্ধিৰ অভ্যাসত) পৰিণত নহৈছিল। ধৰ্ম্মৰ উদ্দেশ্যে হ'লেও এই শিক্ষাই কল্পনা, ভাৱপ্ৰৱণতা আৰু কলা আৰু সৌন্দৰ্য্য উপলব্ধিৰ জ্ঞান বঢ়াইছিল। অৱশ্যে প্ৰকৃতপক্ষে এই শিক্ষা কেৱল আনুষ্ঠানিক পদ্ধতিত আৰু বুদ্ধি-চৰ্চ্চাতে নিবদ্ধ হৈ থকা ধৰণৰ হৈ থাকিল। সেইবাবে এই শিক্ষাৰ ক্ষেত্ৰ অনুৰ্ব্বৰ আৰু সজনীশক্তিহীন হৈ থাকিল।

প্ৰাচীন গ্ৰীচ্ দেশতো এসময়ত এইদৰে বুদ্ধি-চৰ্চ্চাৰ অত্যাচাৰত প্ৰকৃত শিক্ষাৰ প্ৰগতিত বাধা ওপজিছিল। তৰ্ক-যুক্তি আৰু ভাষাৰ দোষগুণ বিচাৰত এই শিক্ষাৰ সীমাৰেখা নিৰ্দ্ধাৰিত হৈছিল। কুতৰ্কবাদী জ্ঞানীৰ জ্ঞান কেইটিমান সংজ্ঞা আৰু সাধাৰণ সিদ্ধান্তমূলক উক্তিৰপৰা আহৃত হৈছিল। ভাষাৰ চৰ্চ্চা আৰু ব্যৱহাৰ সেইকাৰণে জ্ঞানৰ চৰম উৎকৰ্ষমূলক অধ্যয়নৰ বিষয়বস্তু হৈ পৰিছিল। চক্ৰেটিচে সেই কাৰণে প্ৰকৃতি আৰু বাস্তৱ জীৱনৰ ফালে ঘূৰি যাবলৈ চিঞৰ-বাখৰ লগাইছিল। চক্ৰেটিচৰ শিষ্যসকলে অৱশ্যে অতি জ্ঞানী আৰু কৌশলী ভাষাবিদ্ বুলি পৰিগণিত হৈছিল; কিন্তু তেওঁৰ কৌশল আৰু চাতুৰ্য্য প্ৰকৃতি আৰু বাস্তৱ জীৱনৰ পৰা জ্ঞান আহৰণত নিবদ্ধ আছিল। নৱজাগৰণত ইউৰোপত এই বিধিনিয়মগত আৰু ভাৱময় শিক্ষাৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ উঠিল। বাস্তৱ ঘটনাৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰিব ধৰিলে। আনুমানিক বা কল্পনামূলক সিদ্ধান্তৰ পৰিবৰ্ত্তে বিশেষ বিশেষ কাৰ্য্যৰ উদাহৰণেৰে সাধাৰণ নিয়ম প্ৰবৰ্ত্তন, পৰীক্ষা আৰু গবেষণাৰ ওপৰত নিৰ্ভৰ কৰিবলৈ ধৰিলে। বৰ্ত্তমান শিক্ষাপদ্ধতিৰ আবিষ্কৰ্ত্তাসকলে প্ৰকৃতি আৰু তাৰ সুস্পষ্ট ক্ৰিয়াৰ প্ৰতি মনোযোগ দিব ধৰিলে। বৰ্ত্তমান বিজ্ঞান আৰু দৰ্শনে, বাস্তৱ ঘটনাৰ লগত সমন্বয় পৰীক্ষা কৰি যি ফল পাইছে তাৰে বিকাশ সাধিছে মাথোন। সেইবুলি এইটো ধৰি লোৱা উচিত নহব যে মধ্যযুগৰ বা প্ৰাচীন কালৰ জ্ঞানীসকলে সম্পূৰ্ণভাৱে অনুমানৰ ওপৰতহে নিৰ্ভৰ কৰিছিল। তেওঁলোকেও বিভিন্ন সিদ্ধান্তমূলক জ্ঞানৰ উদাহৰণ আৰু নিয়মৰ ওপৰত নিৰ্ভৰ কৰিছিল— বিশেষকৈ আদিম যুগত আৰু সৃজনীমূলক কালছোৱাৰ ভিতৰত। প্ৰশ্ন হৈছে যে কোনটোৰ ওপৰত বেছি নিৰ্ভৰ কৰা যাব? তেতিয়াৰ দিনত অনুমানৰ ওপৰত বেছি নিৰ্ভৰ কৰিছিল আৰু আজিকালি সিদ্ধান্তমূলক জ্ঞানৰ উদাহৰণ আৰু নিয়মৰ ওপৰত বেছি নিৰ্ভৰ কৰা হয়।

বেকন, মণ্টেগ্‌ণি, জন্ লক্ আদি বিশ্বশ্ৰিত পণ্ডিতসকলৰ পৰা আৰম্ভ কৰি বৰ্ত্তমান যুগৰ দাৰ্শনিক আৰু শিক্ষাবিদ্ সকললৈকে সকলোৱে এই বিদ্যালয় সম্বন্ধীয় পাণ্ডিত্যৰ বিৰুদ্ধে অৰ্থাৎ প্ৰকৃত জ্ঞানৰ এই বিচ্ছেদৰ বিৰুদ্ধে অভিযান চলাইছিল। প্ৰথম অভিযান স্বাভাৱিকতে চলিছিল দৰ্শন আৰু বিজ্ঞানৰ বিৰুদ্ধে। শিক্ষাপদ্ধতিৰ বিৰুদ্ধে বহুদিনলৈকে কোনো প্ৰতিবাদ চলা নাছিল। সেইবুলি

শিক্ষা বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰ পৰা আঁতৰত থাকিব নোৱাৰিছিল। বৰ্ত্তমান শিক্ষা পদ্ধতিৰ জনক আৰু প্ৰথম আবিষ্কৰ্ত্তা আছিল কছো। তেওঁৰ কিতাপ এমিলিত (Emile) তেওঁ নতুন শিক্ষাৰ ভাৱধাৰা আঁচনি দিয়ে। তেওঁৰ ভাৱধাৰা অনুসাৰে ইউৰোপত শিক্ষানুষ্ঠানবোৰ গঢ়ি উঠে। তেওঁৰ প্ৰদৰ্শিত পথত এতিয়াও ইউৰোপ আৰু আমেৰিকাত শিক্ষা-পদ্ধতিৰ অনুসন্ধান চলিব লাগিছে।

## কছোৰ শিক্ষা—প্ৰকৃতিৰ অনুসৰণ কৰা

কচোৰ মূল ধাৰণা আছিল প্ৰকৃতিৰ অনুসৰণ কৰা আৰু শিশুক শিশু হিচাবে ব্যৱহাৰ কৰা, বয়সীয়াল হিচাবে নহয়। শিশুৰ নিজৰ কথা কোৱাৰ ভঙ্গী আছে। চিন্তাৰ আৰু অনুভূতিৰ সুকীয়া ধাৰা আছে। শিশুৰ শিক্ষাত আমাৰ নিজৰ (বয়সীয়াল লোকৰ) ধাৰা প্ৰচলন কৰাতকৈ আন একো অযুক্তিকৰ হব নোৱাৰে।

## শিশুৰ স্বভাৱ কি?

শিশুৰ স্বভাৱ কি? কছোৱে তাৰ উত্তৰ দিছে—প্ৰথমতঃ শিশু চঞ্চল, দ্বিতীয়তে সি কৌতূহলী। প্ৰকৃতিয়ে যদি শিশুক স্বভাৱতঃ চঞ্চল কৰিছে তেন্তে তাৰ এটা উদ্দেশ্য আছে। তাৰ স্বাভাৱিক পৰিবৰ্দ্ধনেই সুস্পষ্ট উদ্দেশ্য। শিশুক বায়ুহীন আৰু জনপৰিপূৰ্ণ কোঠালী এটাত সুমাই লৈ গাৰ্বলীয়া শিক্ষকৰ চেকনীৰ তাড়নাত আবদ্ধ ৰাখি শিক্ষকৰ কাল্পনিক শিক্ষাত শিশুৰ মনোযোগ আকৰ্ষণ কৰাৰ পৰা শিশুৰ অন্তৰ্নিহিত শক্তিৰ পৰিস্ফুৰণ হব নোৱাৰে। প্ৰকৃত ফলদায়ক জ্ঞান এই শিক্ষাৰ পৰা হব নোৱাৰে। স্বাস্থ্যৰ কাৰণেও ই শুভ নহয়। মস্তিষ্কৰ কোনো অংশৰ পৰিস্ফুৰণ হয়তো হব পাৰে কিন্তু শিশুৰ অন্যান্য শক্তিৰ পৰা বিচ্ছিন্ন কৰি এই মস্তিষ্ক সম্পূৰ্ণ হব নোৱাৰে, সমসাময়িকভাৱে শিশুৰ মনত অন্তৰ্নিহিত হৈ থকা অন্যান্য শক্তি বা বৃত্তিবিলাকৰ বিকাশ সম্পূৰ্ণ হব নোৱাৰে।

কছোৱে পুনঃ কৈছে যে শিশুক নানা প্ৰকাৰ বিজ্ঞানৰ বিষয় পঢ়িবলৈ দি তাক আঘাত নকৰিবা, কিন্তু সেই বিষয়বোৰৰ প্ৰতি যাতে তাঁৰ এটা স্বাভাৱিক ৰুচি জন্মে আৰু শিশুৱে নিজে নিজে যাতে শিক্ষা কৰিব পাৰে তাৰ পদ্ধতি বাহিৰ কৰা। তুমি কোৱা বাবে সি শিকিছে, সেইটো নহয়। সি নিজে নিজে শিকিছে—সেইটো হে কথা। তাক বিজ্ঞান নিশিকাবা। সি বিজ্ঞান অবিষ্কাৰ কৰক। তাৰ বিবেকৰ ওপৰত যদি আধিপত্য খটোৱা, তেন্তে সি বিবেচনা খটাব নোৱাৰিব। সি কেৱল মাত্ৰ আন মানুহৰ মতৰ খেলাৰ পুতালা হে হব।

পুৰণি পদ্ধতি আৰু নতুন পদ্ধতিৰ সুবিধা আৰু অসুবিধা বিলাক তুলনা কৰিলে দেখা যায় যে শিশুক যদি কিতাপ পঢ়াত আবদ্ধ নাৰাখি তাক এটা কাৰখানাত আবদ্ধ ৰখা যায় তেন্তে তাৰ হাতে কাম কৰিব আৰু মনে শিক্ষালাভ কৰিব। সি যেতিয়া ভাবিব যে সি কাম কৰিছে, তেতিয়া সি দাৰ্শনিক হৈ উঠিব।

তাক এখন কাৰখানৰ পৰা আন এখন কাৰখানালৈ লৈ যোৱা আৰু সি নিজে কোনো কাম নকৰালৈকে কোনো কাম নেদেখুৱাবা। সি নিজে যি কাম কৰিছে বা দেখিছে তাৰ মূলকথাটো সি নজনাকৈ তাৰ শিক্ষা হ'ব নোৱাৰে। তাক এনেদৰে শিক্ষা দিব লাগিব যে তাৰ অঙ্গপ্ৰত্যঙ্গৰ ব্যৱহাৰৰ লগত (এটা উদ্যোগ বা শিল্প কামৰ জৰিয়তে) মস্তিষ্কৰো ব্যৱহাৰ হয়। তাৰ শক্তি অনুসাৰে হে সি শিক্ষা লাভ কৰে। তাৰ মন বা শৰীৰৰ শক্তিৰ সীমাৰ অতিৰিক্ত সি শিক্ষা কৰিব নোৱাৰে। স্মৃতিৰ ভঁৰালত সুমাই থোৱাৰ পূৰ্ব্বে বিষয়বস্তু যদি ভালদৰে বুজি পায় বা সম্পূৰ্ণ হৃদয়ঙ্গম কৰিব পাৰে, সেই জ্ঞান তেতিয়া সি ব্যৱহাৰ কৰিব, তেতিয়া সি নিজৰ জ্ঞানকেই ব্যৱহাৰ কৰিব পাৰিব। কোনো বিষয় ভালকৈ নুবুজাকৈ যদি স্মৃতিৰ ভঁৰালত সুমাই থয় অৰ্থাৎ মুখস্থ কৰে তেন্তে কাৰ্য্যকালত সি কেতিয়াও সেই জ্ঞান ব্যৱহাৰ কৰিব নোৱাৰিব।

## শিক্ষা স্বাভাৱিক আৰু উজু হ'ব লাগে

সংক্ষেপতে কবলৈ হ'লে ৰুছোৱে স্বাভাৱিক আৰু সৰল পদ্ধতিৰ ওপৰত শিক্ষা গঢ়িবলৈ কয়। গোটেই শিক্ষা-পদ্ধতিৰ ভিতৰত প্ৰধান কৰ্ম্মী হৈছে—শিশু। তাক শাৰীৰিক বা মানসিকভাৱে কোনো বাধ্যতামূলক অৱস্থাত ৰাখিব নালাগে। সি দৈনন্দিন জীৱনৰ মাজেদি শিকিব। দৈনন্দিন জীৱনৰ কাৰ্য্যাৱলীৰ মাজেদি সি শিক্ষালাভ কৰিব আৰু এই শিক্ষাই তাক জীৱনযাত্ৰা নিৰ্ব্বাহৰ বাবে উপযুক্ত কৰি তুলিব।

## পেষ্টালৎছিৰ শিক্ষা দৰ্শন-হাতৰ কামৰ জৰিয়তে

ৰুছোৰ পাছত পেষ্টালৎছি। হাৰ্ব্বাৰ্ট, ফ্ৰোবেল আৰু অন্যান্য শিক্ষাবিদ্‌সকলৰ পৰা আৰম্ভ কৰি জন ডিউৱি বা ৰাছিয়াৰ শিক্ষাসংস্কাৰকলৈকে সকলোৱে কোনো নহয় কোনো প্ৰকাৰে স্বীকাৰ কৰিছে যে শিশুৰ আৰু পুথিৰ জ্ঞান যি কোনো এটা হাতৰ কামৰ জৰিয়তে হে দিব পাৰি আৰু তেতিয়াহে সি কাৰ্য্যকৰী হয়।

## মানসিক, শাৰীৰিক আৰু দৈহিক পৰিবৰ্দ্ধন

পেষ্টালৎছিৰ মতে ব্যক্তিৰ মানসিক, শাৰীৰিক আৰু নৈতিক পৰিবৰ্দ্ধন হয় আৱয়িবিক পৰিবৰ্দ্ধনৰ লগে লগে। এই পৰিবৰ্দ্ধন হয় শিশুৰ কৰ্ম্ম কৰিবলৈ যি স্বাভাৱিক প্ৰবৃত্তি জন্মে আৰু কৰ্ম্ম কৰাৰ পাচত যি অভিজ্ঞতা হয় তাৰ মাজেদি। সেইকাৰণে ভাষা বা শব্দৰ পৰিবৰ্ত্তে বস্তুৰ দ্বাৰা, স্মৃতিৰ পৰিবৰ্ত্তে ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা শিক্ষাৰ ভিত্তি গঢ়িব লাগিব। শিক্ষা বাধ্যতামূলক উপদেশ গ্ৰহণত নিৰ্ভৰ কৰিব নালাগে। শিক্ষা নিৰ্ভৰ কৰিব লাগিব ব্যক্তিত্বৰ আৰু নিজত্বৰ ক্ৰম-

বিকাশৰ ওপৰত। তেওঁ লিখিছে যে প্ৰকৃতিয়ে মানৱতাৰ সকলোপ্ৰকাৰ শক্তি অভ্যাসৰ দ্বাৰা পৰিস্ফুট কৰি তোলে আৰু ব্যৱহাৰৰ দ্বাৰা বৰ্দ্ধিত কৰে। মানৱশিশুৰ শিক্ষাৰ বাবে তাৰ অন্তৰ্নিহিত শক্তিসমূহ কাৰ্য্যকৰী কৰি তুলিবলৈ প্ৰকৃতি-নিয়ন্ত্ৰিত পথ অনুসৰণ কৰিব লাগিব। সেইকাৰণে যি মানুহে সৰল আৰু অকপটভাৱে নিজৰ অন্তৰ্নিহিত শক্তিৰ ব্যৱহাৰ কৰে, তাৰ প্ৰকৃতিত ধীৰ আৰু স্থিৰ স্বভাৱ প্ৰতিফলিত হয়। আন পক্ষে যেতিয়া মানুহে প্ৰকৃতিৰ নিয়ম অৱমাননা কৰে তাৰদ্বাৰা তাৰ জীৱনৰ নানা বিভাগৰ জ্ঞানৰ সম্বন্ধ প্ৰকৃতিৰ লগত ছিন্ন কৰি পেলায় আৰু জ্ঞানৰ প্ৰকৃত ভিত্তি সি ধ্বংস কৰি পেলায়; সত্য উপলব্ধিৰ আনন্দ ভোগ কৰিবলৈ সি অসমৰ্থ হয়।

শিশুৰ বাল্যকালৰ বিষয়ে কবলৈ যাওঁতে তেওঁ কৈছে, যে শিশুৰ শক্তি আৰু অভিজ্ঞতা এই সময়ত আটাইতকৈ বেছি; কিন্তু আমাৰ মনোবিজ্ঞানহীন স্কুলসমূহে শিশুৰ প্ৰাণত প্ৰকৃতিয়ে দিয়া এই শক্তি আৰু অভিজ্ঞতাৰ ফল ধ্বংস কৰে আৰু এই স্কুলসমূহ কৃত্ৰিম আৰু উদাসীন কাৰখানাহে। পাঁচ বছৰলৈকে আমি সাধাৰণতঃ শিশুক প্ৰকৃতিৰ মাজত বিচৰণ কৰি আনন্দ ভোগ কৰিবলৈ সম্পূৰ্ণৰূপে এৰি দিওঁ। তেতিয়া প্ৰকৃতিৰ উপলব্ধিয়ে সিহঁতৰ মনত গভীৰ ভাৱে সাঁচ বহুৱাই দিয়ে। অবাধ স্বাধীনতাৰ আনন্দ সিহঁতে সম্পূৰ্ণ উপলব্ধি কৰে। এই পাঁচ বছৰৰ ভিতৰত সিহঁতৰ স্বাধীন আৰু স্বাভাৱিক মনোবৃত্তি গঢ়ি উঠে। যথেচ্ছভাৱে বিহাৰ কৰি ফুৰাৰ ফলত সিহঁতৰ পৰিবৰ্দ্ধনৰ লগে লগে সিহঁতৰ মনৰ গতি নিৰ্দ্ধাৰিত হৈ যায়। এই পাঁচবছৰৰ স্বাধীন মুকলিমূৰীয়া জীৱনযাপনৰ পাছত আৰু প্ৰকতিৰ সংস্পৰ্শত ইন্দ্ৰিয়ানুভূতিৰ আনন্দ আৰু জ্ঞানলাভ কৰাৰ পাছত আমি যেতিয়া সিহঁতৰ চকুৰ আগৰ পৰা সমস্ত প্ৰাকৃতিক অনুভূতিৰ আনন্দ আঁতৰাই দিওঁ, সিহঁতৰ অবাধ আৰু যথেচ্ছ বিচৰণৰ বাটত হেন্তাৰ দি নিষ্ঠুৰভাৱে সিহঁতক ভেড়াৰ দলক খোৱাৰত বন্ধ কৰাৰ নিচিনাকৈ দুৰ্গন্ধময় খোটালীত বন্ধ কৰি দিওঁ আৰু নিষ্কৰুণ ভাৱে বহু ঘণ্টা, দিন, মাহ আৰু বছৰ ধৰি অস্বাভাৱিক আৰু নিৰাকৰ্ষণীয় ভাষা শিক্ষাত লগাই দিওঁ, তেতিয়া আগৰ জীৱনৰ তুলনাত সিহঁতৰ জীৱনৰ কি বৈষম্যই দেখা দিয়ে! ই কি অসামঞ্জস্য আৰু কি বাতুলতাৰ উদাহৰণ!

## ফ্ৰোবেলৰ শিক্ষা-পদ্ধতি—ইন্দ্ৰিয়ানুভূতি দৃশ্য, বস্তুৰ সহায়ত প্ৰকৃতি অধ্যয়ন, সৃজনমূলক হাতৰ কাম

পেষ্টালথচিৰ পাছত ফ্ৰোবেলে বস্তু নিৰ্দ্দেশক (obfective) পথ অনুসৰণ কৰে, শিশুৰ মনোবিজ্ঞান আৰু কৰ্ম্মস্পৃহাৰ স্বভাৱৰ বহুল আলোচনা কৰে। তেওঁৰ মতে এই দুটা কথাৰ পৰাই শিশুৰ শিক্ষাৰ আৰম্ভণি হ'ব লাগে। তেওঁ

পুনঃ এই নীতি প্ৰচাৰ কৰে যে শিশুৰ শিক্ষা ইন্দ্ৰিয়ানুভূতি, উজু সৃজনমূলক হাতৰ কাম, প্ৰকৃতি অধ্যয়ন আৰু দৃশ্য বস্তুৰ সহায়ত শিক্ষা দিয়া নীতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। এই আটাইবোৰ নীতি আজিৰ জগতত শিক্ষাবিদসকলে স্বীকাৰ কৰিছে; ভাৰতবৰ্ষত কিন্তু নীতিৰ ফালৰপৰা স্বীকাৰ কৰিলেও কাৰ্য্যতঃ স্বীকাৰ কৰা নাই।

যি সৃজনমূলক হাতৰ কামৰ লগত আমাৰ বিশেষ সম্বন্ধ সেই সম্বন্ধে ফ্ৰোবেলে কৈছে যে মানুহৰ আত্মাক নিৰাকাৰ বস্তুৰ ওপৰত তাঁহি ফুৰিবলৈ দিব লাগে; ক্ৰমে সেই বস্তুৱে এটি আকাৰ ধাৰণ কৰিব আৰু জীৱন্ত হৈ উঠিব। আত্ম-কাৰ্য্য নিয়ন্ত্ৰণৰ দ্বাৰা মানুহে নিজে নিজে নিজৰ প্ৰকৃতিৰ মূৰ্ত্ত প্ৰকাশ অনুভৱ কৰিব পাৰিব। নিজৰ প্ৰকৃতিৰ লগত জগতৰ বাহ্যবস্তুৰ আৰু সমাজৰ সম্বন্ধ স্থাপনৰ এটি সমঞ্জস্যমূলক সূত্ৰ মানুহে আপোনা-আপুনি আবিষ্কাৰ কৰিব। গতিকে শিক্ষা-পদ্ধতি নিৰ্ভৰ কৰিব, প্ৰথমতঃ মানুহে যি পদ্ধতিৰ দ্বাৰা বাহ্য জগত বা প্ৰকৃতিক উপলব্ধি কৰে, দ্বিতীয়তেঃ যি পদ্ধতিৰ দ্বাৰা নিজৰ প্ৰকৃতিৰ বিষয়ে সম্যক্ জ্ঞানলাভ হয় আৰু তৃতীয়তঃ যি পদ্ধতিৰ দ্বাৰা মানুহে প্ৰকৃতি আৰু সমাজৰ লগত নিজক এটি অঙ্গ স্বৰূপে মিলাই লব পাৰে। গতিকে শিশুৰ নিজৰ আকৰ্ষণীয় হাতৰ কামৰ দ্বাৰা শিক্ষা আৰম্ভ কৰিব লাগিব যাতে সি নিজে নিজে আত্মকাৰ্য্যৰ নিয়ন্ত্ৰণ কৰিব পাৰে। এই আত্ম-কাৰ্য্য নিয়ন্ত্ৰণৰ পদ্ধতিত তাৰ কাৰ্য্যৰ গতি বাঢ়ি যাব আৰু সেই কাৰ্য্য উদ্দেশ্যমূলক হৈ উঠিব তেতিয়া তাৰ স্থায়ী মূল্য নিৰ্দ্ধাৰণ হৈ যাব। কৰ্ম্ম আৰু অধ্যৱসায়ৰ প্ৰধান উদ্দেশ্য আৰু সৃজনমূলক আৰু উৎপাদনশীল উদ্যোগৰ মহান অৰ্থ আৰু গূঢ়তত্ত্ব এয়ে। সঁচাকৈয়ে শ্ৰম আৰু অধ্যৱসায়ৰ দ্বাৰা আমি দেৱোপম হৈ উঠো আৰু স্পষ্ট ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা নাইবা আমি যে আমাৰ অন্তৰ্জগতৰ দ্বাৰা বাহ্য জগতৰ অনুভৱ অস্পষ্টভাৱেও কৰিব পাৰিছোঁ, আমি যে অন্তৰ্নিহিত শক্তিচৰ্চ্চাত শৰীৰক ব্যৱহাৰ কৰিছোঁ আৰু আমাৰ চিন্তাধাৰাক কৰ্ম্মত নিয়োজিত কৰিব পাৰিছোঁ—তাৰ দ্বাৰা আমি অদৃশ্য বস্তুক পৰিদৃশ্যমান কৰি তুলিব পাৰিছোঁ।

## শ্ৰমৰ মৰ্য্যাদা—আত্মনিৰ্ভৰতা

পুনঃ তেওঁ কৈছে যে এতিয়া সময় আহিছে যেতিয়া আমি স্বাধীন উদ্যোগৰ দ্বাৰা (হাতৰ কামৰ দ্বাৰা) শ্ৰমৰ মৰ্য্যাদা বঢ়াব পাৰিম। তাকে আমি কৰিব পাৰিম যদি সৃজনমূলক উদ্যোগৰপৰা যিবোৰ নীতি আবিভূৰ্ত হৈছে তাক আমি জ্ঞাতসাৰে গ্ৰহণ কৰোঁ আৰু তাৰ উপযুক্ত প্ৰয়োগ কৰোঁ। ইমান দিন সেই নীতি অজ্ঞাতসাৰে প্ৰযোজিত হৈ আহিছে। এই পদ্ধতিৰ ব্যৱসায়মূলক বুদ্ধিয়ে শিশুক অজ্ঞাত প্ৰয়োজনৰ মাজেদি ক্ৰমে ক্ৰমে কাৰ্য্যকৰী নীতিলৈ পৰিচালিত কৰিব

আৰু সৃজনীশক্তি বৃদ্ধি কৰি শিশুক সংসাৰ-যাত্ৰাৰ উপযোগী কৰি তুলিব। আন কোনো উপায়ৰ দ্বাৰা মানুহৰ শ্ৰম স্বাধীন উদ্যোগত পৰিণত কৰিব নোৱাৰি। হস্তৰ ব্যৱহাৰ মনৰ ব্যৱহাৰত পৰিণত হ'ব আৰু সেই শ্ৰম তেতিয়া বুদ্ধিহীন যান্ত্ৰিক ব্যৱহাৰৰ নিচিনা নহ'ব। বৰ্ত্তমান যুগত কেৱল কলাবিদ্যাকেই স্বাধীন উদ্যোগ বুলি কব পাৰি কিন্তু প্ৰত্যেক কাৰ্য্যই কম বেছি পৰিমাণে সৃজনমূলক হ'ব পাৰে। মানুহক স্ৰষ্টাৰ প্ৰতীক বা ক্ষুদ্ৰ স্ৰষ্টা কৰি তুলিবলৈ ই নিতান্ত আৱশ্যক।

শিক্ষা-জগতত এই নতুন ভাবধাৰাই শিক্ষাক ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা আৰু গঠনমূলক কৰ্ম্মৰ দ্বাৰা বৈজ্ঞানিক আৰু ফলপ্ৰদ পদ্ধতিত পৰিণত কৰিছে। এই নতুন ভাবধাৰাই পঙ্গু, বোবা, কলা আৰু অন্ধৰ শিক্ষা সম্ভৱ কৰি তুলিছে— হাতৰ কামৰ মাজেদি। এনে চেষ্টা পূৰ্ব্বে কেতিয়াও হোৱা নাছিল। এই উদ্যোগে অঙ্গহীন লোকক আৰ্থিক স্বাধীনতা দিছে আৰু লগে লগে আত্মনিৰ্ভৰতা আৰু আত্মসন্মান-বোধ দান কৰিছে। এই শিক্ষাৰ দ্বাৰা নিষ্কৰ্ম্মা লোকক কৰ্ম্মী কৰি তুলিছে।

## অতীতৰ শিক্ষা সফলতাৰ বাটত কিয় অহা নাছিল?

শিক্ষা-জগতত ইমানবিলাক চিন্তাশীল শিক্ষাবিদ্ আৰু সংস্কাৰকৰ আবিৰ্ভাৱ হোৱা সত্ত্বেও কি কাৰণে লাগতিয়াল সংস্কাৰ হোৱা নাই এই বিষয়ে স্বাভাৱিকতে প্ৰশ্ন উঠে। যিবিলাক শিক্ষানুষ্ঠানত এই নতুন সংস্কাৰ পৰীক্ষা কৰি চোৱা হৈছিল সেই শিক্ষানুষ্ঠানবিলাক কি কাৰণে তিষ্ঠি নাথাকিল? দৰাচলতে যান্ত্ৰিক যুগৰ অভ্যুত্থান নোহোৱাহেঁতেন এই নতুন আৰু স্বাভাৱিক শিক্ষা-পদ্ধতিয়ে গোটেইখন ইউৰোপ জয় কৰিব পাৰিলেহেঁতেন। যান্ত্ৰিকতাৰ অভ্যুত্থানে যে গাৱঁৰ কুটীৰ-শিল্পৰ আৰু হস্তশিল্পৰেই ধ্বংস সাধন কৰিলে এনে নহয়—সৰ্ব্বসাধাৰণ বাইজৰ জীৱিকা অৰ্জ্জনৰ আৰু কৃষ্টি-চৰ্চ্চাৰ মূল কেন্দ্ৰবোৰ গাওঁ আৰু সৰু সৰু নগৰবিলাকৰ পৰা যন্ত্ৰশালী চহৰবিলাকলৈ উঠি গ'ল। নিপুণ হস্তশিল্পী আৰু শ্ৰমিকৰ আৱশ্যক নোহোৱা হ'ল, কলকাৰখানা আৰু ফেক্টৰীবিলাকত অনিপুণ আৰু যন্ত্ৰৰ নিচিনা চালিত কৰ্ম্মীৰ হে আৱশ্যক হৈ পৰিল। অবিৰাম পৰিশ্ৰমৰ দ্বাৰা কৰ্ম্মীৰ গাৰ ঘাম মূৰৰ পৰা ভৰিলৈকে পৰিলেও এই কলখাৰখানাবোৰত শিক্ষাৰ কোনো স্থান নাথাকিল। আনফালে পোনতে এই শ্ৰম এনে নিৰ্ম্মম আৰু নিষ্ঠুৰ ব্যৱস্থাৰ মাজেদি গ্ৰহণ কৰা হৈছিল যে তাত শিক্ষাৰ স্থান দিবলৈ গ'লে এটা ভয়ানক অপমানজনক আৰু হাস্যকৰ ব্যৱস্থা হে হ'লহেতেন। সেইবাবে তেনে কোনো প্ৰচেষ্টা চলোৱা নাছিল। হস্তশিল্পৰ দিনত শিশুৱে নিজৰ পৰিবাৰৰ পৰিজনসকলৰ শ্ৰমৰ ভাগ লৈছিল আৰু তাৰদ্বাৰা মানসিক শিক্ষাৰ ক্ষেত্ৰ খোলা পাইছিল। কল-কাৰখানাত থকা ব্যৱস্থাই আৰু

চহৰীয়া জীৱনৰ বাতাবৰণে ক্ৰমে-ক্ৰমে নৰ-নাৰীক স্বাভাৱিক পাৰিপাৰ্শ্বিকতাৰ পৰা আঁতৰাই নিলে। নৰ-নাৰীৰ স্বাভাৱিক পাৰিপাৰ্শ্বিকতাত শিক্ষাৰ আৰু সাধাৰণ জ্ঞানোপাৰ্জ্জনৰ যথেষ্ট আহিলা পোৱা গৈছিল; যান্ত্ৰিকতাই তাক ধ্বংস কৰিলে।

## যান্ত্ৰিকতাই শিক্ষাক্ষেত্ৰত শিক্ষাক অগ্ৰসৰ হবলৈ নিদিলে

সেইবাবে যান্ত্ৰিকতাই শিক্ষা-ক্ষেত্ৰত শিক্ষাক অগ্ৰসৰ হবলৈ নিদিলে; পাছৰফালে হে গতি কৰালে। এই যান্ত্ৰিকতাই চহৰত থকা ধনীলোকৰ সন্তানৰ কৃত্ৰিম আৰু অবাস্তৱ-উপদেশৰ দ্বাৰা শিক্ষাৰ ব্যৱস্থা কৰিলে আৰু আনফালেদি গাৱঁলীয়া জনগণক আৰু চহৰৰ কুৰূচ স্থানত থকা অনিপুণ শ্ৰমিকৰ শিক্ষাত বাধা জন্মালে। ইয়াৰ ফলত ধনী দৰিদ্ৰৰ মাজত কেৱল যে ধনৰে পাৰ্থক্য থাকিল এনে নহয়; শিক্ষা, কৃষ্টি আৰু অনুভূতিৰো পাৰ্থক্যৰ সৃষ্টি কৰিলে। চহৰৰ লগত গাওঁ আৰু নগৰৰ এনে পাৰ্থক্য সৃষ্টি কৰিলে যে ধনী আৰু নিৰ্ধনীৰ মাজত গাওঁ আৰু চহৰৰ কোনো সম্বন্ধ স্থাপনৰ বাট নাথাকিল। যান্ত্ৰিক যুগৰ আগতে শিক্ষা আৰু কৃষ্টিৰ ওপৰত ধনী মানুহৰ একচেটীয়া অধিকাৰ নাছিল; বৰঞ্চ ব্ৰাহ্মণ আৰু পুৰোহিতজাতীয় লোকসকলে শিক্ষাক্ষেত্ৰত এটা অভিজাত সম্প্ৰদায়ৰ সৃষ্টি কৰিছিল। এই আভিজাত্যই দেশৰ মাটিত এনেদৰে শিপা বিস্তাৰ কৰিছিল যে জনসাধাৰণৰ লগত তাৰ এটি অবিচ্ছেদ্য সম্বন্ধ গঢ়ি উঠিছিল। এই সম্বন্ধই আদিম আৰু মধ্যযুগত জনসাসধাৰণৰ মাজতো আলোকপাত কৰিছিল। ধনী সম্প্ৰদায়ৰ মাজত আবদ্ধ থকা এই নতুন শিক্ষাই ধনী সম্প্ৰদায় আৰু জনসাধাৰণৰ মাজত থকা সম্বন্ধ বিচ্ছিন্ন কৰি দিলে। জনসাধাৰণৰ দৰিদ্ৰতাৰ লগত অজ্ঞান অন্ধকাৰে আৰু পাৰ্থিব আৰু নৈতিক অৱনতিয়ে হাত মিলালে। ইয়াৰ পৰা চহৰবাসী আৰু গাওঁবাসীৰ মাজত নানা সমস্যাৰ সৃষ্টি হ'ল। এই সমস্যাবিলাক এতিয়া আমাৰ আভ্যন্তৰীণ আৰু আন্তৰ্জ্জাতিক শান্তি ভঙ্গ কৰিছে।

## শিক্ষাক্ষেত্ৰত নতুন সংস্কাৰ আনিব নোৱাৰাৰ কাৰণ শিক্ষা ৰাষ্ট্ৰীয় কৰ্ত্তব্য হিচাবে নাছিল

নতুন শিল্পীৰ শ্ৰম আৰু হস্তশিল্প ক্ৰমে বিলুপ্ত হ'ল। স্কুলবিলাকত হস্তশিল্পৰ শিক্ষা দিলে বহুখৰচসাধ্য হয়; আনফালে শিক্ষা ৰাষ্ট্ৰীয় কৰ্ত্তব্য হিচাবে তেতিয়া নাছিল। তাৰ পাছত সকলো দেশৰ পৰবৰ্ত্তী ৰাষ্ট্ৰীয় চৰকাৰে নতুন শিক্ষা পদ্ধতি গ্ৰহণ কৰিব পাৰিলেহেঁতেন; কিন্তু তেতিয়া সেই শিক্ষা-পদ্ধতি এটা বা দুটা অনুষ্ঠানৰ সমস্যা হৈ থকা নাছিল, ই সাৰ্ব্বজনীন মাধ্যুলবিহীন শিক্ষাত পৰিণত হৈছিল। তেতিয়াও হয়তো ৰাষ্ট্ৰই জাতীয়তা গঠন কাৰ্য্যৰ বাবে এনে

উদ্যোগ গ্ৰহণ কৰিব পাৰিলেহেঁতেন; কিন্তু ৰাষ্ট্ৰৰ সমস্ত ধন ৰাজনৈতিক, অৰ্থনৈতিক আৰু ভৌগলিক স্থান অধিকাৰৰ প্ৰতিদ্বন্দ্বিতাৰ ক্ষেত্ৰত যুদ্ধৰ সামগ্ৰী ক্ৰয় কৰোঁতে খৰচ কৰিবলগীয়া হৈছিল। বিপুল অৰ্থব্যয়ৰ কথা এৰিও, শিক্ষানুষ্ঠানবোৰত উদ্যোগ বা হস্ত-শিল্পৰ প্ৰবৰ্ত্তন কৰিলে অৰ্থনৈতিক ফালৰপৰা তাৰ ব্যৱস্থা কৃত্ৰিম আৰু অস্বাভাবিক হৈ উঠিলহেঁতেন। এই হস্তশিল্প কোনোৰেই উৎসাহ আৰু আগ্ৰহৰ সহিত নিশিকিলেহেঁতেন। মূল্যহীন গতানুগতিক প্ৰক্ৰিয়াত শিক্ষা দিলে তাৰপৰা শিক্ষাৰ সমম্বিত জ্ঞান আহৰণ কৰিবপৰা নগ'লহেঁতেন। সেই বাবে শিক্ষা-সংস্কাৰকসকলে যি কথা প্ৰচাৰ কৰিছিল তাৰ উপলব্ধি নোহোৱাকৈয়ে থাকিল। শিক্ষাক্ষেত্ৰত সংস্কাৰ আনিব নোৱাৰাৰ এইটোৱেই প্ৰধান কাৰণ।

## ৰাজনৈতিক নেতাসকলে নতুন সমাজত স্থান অধিকাৰ কৰিলে

তাৰ পাছত ক্ৰমে ৰাজনৈতিক নেতাসকলে নতুন সমাজত স্থান অধিকাৰ কৰিলে। গণতন্ত্ৰৰ প্ৰচাৰৰ লগে লগে ৰাজনীতি ধনিক বা অভিজাত সম্প্ৰদায়তে আবদ্ধ নাথাকিল। মধ্যবিত্ত লোকসকলেও আগবাঢ়ি আহি সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰত স্থান অধিকাৰ কৰিলে। এই নতুন ৰাজনৈতিক নেতাসকলে তেওঁলোকৰ স্বত্ব বংশ বা সামাজিক প্ৰতিষ্ঠাৰ ওপৰত বিস্তাৰ কৰা নাছিল, বিস্তাৰ কৰিছিল ভোটদাতাসকলৰ ইচ্ছাৰ ওপৰত। তেওঁলোকৰ স্থান অটুট ৰাখিবলৈ নিজ নিজ সমষ্টি পৰিপুষ্ট কৰি ৰাখিব লগা হৈছিল। এই কাৰ্য্যত কৃতকাৰ্য্য হবলৈ তেওঁলোকে ভাষা আৰু শব্দৰ উপযুক্ত ব্যৱহাৰৰ চৰ্চ্চা কৰিব লগা হৈছিল। জনসাধাৰণৰ লগত ব্যৱহাৰ কৰোঁতে ৰাজনৈতিক নেতাসকলে বেয়াকো ভালৰূপে দেখুৱাব লগা হৈছিল আৰু কুযুক্তিকো সুযুক্তিৰূপে ব্যৱহাৰ কৰিছিল। জনসাধাৰণৰ মন বুজি তেওঁলোকে আবেদন কৰিব লগা হৈছিল। তেওঁলোকে কিছুমান 'বুলি' আৰু 'বাক্য' ব্যৱহাৰ কৰিব লগা হৈছিল। নিৰ্ব্বাচনত প্ৰতিশ্ৰুতি পালনৰ মুখা পিন্ধিব লগা হৈছিল। এই নিৰ্ব্বাচনত প্ৰতিশ্ৰুতি ৰক্ষা কৰা সম্ভৱপৰ কথা নহৈছিল; কাৰণ সেই প্ৰতিশ্ৰুতিমূলক কথাবোৰৰ লগত বাস্তৱ ঘটনা আৰু অৱস্থাৰ সম্পৰ্ক আংশিকভাৱেহে আছিল; কিন্তু ৰাজনৈতিক নেতাসকলে নিজৰ লগত নিজৰ দলৰ এটা সম্বন্ধ স্থাপন কৰিবই লাগিব; ভাষা আৰু বাক্যৰ দ্বাৰা জনসাধাৰণক তেওঁলোকে এনেদৰে বুজাইছিল যে যি চেষ্টা তেওঁলোকে আগেও কৰা নাছিল সেই চেষ্টা তেওঁলোকে সৰ্ব্বতোভাৱে কৰিছে বুলি আৰু জনসাধাৰণৰ ওচৰত তেওঁলোকে নিজক শিক্ষিত, মাৰ্জ্জিত, পাণ্ডিত্যপূৰ্ণ আৰু সকলো বিষয়তে বিশেষজ্ঞ বুলি প্ৰমাণ

কৰিবলৈ বিচাৰিছিল। শিক্ষা কাল্পনিক আৰু গতানুগতিক ধৰণৰ হলেহে এনে কথা সম্ভব হয়। সেইবাবে গ্ৰীচত যেনেকৈ, আজিৰ গণতান্ত্ৰিক যুগতো ভাষাই এটা প্ৰধান স্থান অধিকাৰ কৰিছে। প্ৰত্যেক চৰকাৰী স্কুলত আৰু প্ৰত্যেক বিশ্বদ্যািলয়ত তৰ্ক-সভা, নকল ৰাজ্যপৰিষদ আৰু লোকসভা আছে। এই সভাবিলাকত ভৱিষ্যত আইনজীৱী আৰু ৰাজনৈতিক নেতাই নিজৰ ভৱিষ্যৎ গঢ়ি লয়। এই সভাবোৰৰ আলোচনাবোৰ কৃত্ৰিম; বাস্তৱতাৰ লগত সেই আলোচনাৰ কোনো সামঞ্জস্য নাই। ছাত্ৰৰ গভীৰ চিন্তাৰ বাবে আৱশ্যকীয় জ্ঞান নাই কিন্তু জ্ঞান নাথকিলেও ভাষাৰ মাধুৰ্য্য আৰু যুক্তিৰ প্ৰাচুৰ্য্যৰ দ্বাৰা সি তাৰ অজ্ঞতা ঢাকি পেলায়। সেইবাবে গণতান্ত্ৰিক ৰাজ্যত পুৰস্কাৰ পোৱা ছাত্ৰই ভৱিষ্যৎ ৰাজনৈতিক নেতা হিচাবে ফুটি উঠে। এই কাৰণেই সম্ভৱতঃ প্ৰকৃত ৰাজনৈতিক নেতাৰ অভাৱ বোধ কৰা হৈছে। গণতন্ত্ৰ কূটনৈতিক তন্ত্ৰত এইবাবে পৰিণত হৈছে বুলি বুজা যায়।

## কল্পনা আৰু কৰ্ম্মাভ্যাস

তথাপিতো শিক্ষানীতিৰ সম্বন্ধ বাস্তৱতাৰ লগত থাকিব লাগিব, কল্পনা আৰু কৰ্ম্মাভ্যাস (Theory and Practice) পৰস্পৰ জড়িত হব লাগিব আৰু উভয়ৰ পাৰস্পৰিক সম্বন্ধ শক্তিশালী কৰি তুলিব লাগিব—এই কথাৰ প্ৰতি দৃষ্টি হেৰুৱা নাছিল। বিজ্ঞানৰ গবেষণাগাৰবোৰত আৰু শিল্পানুষ্ঠানবোৰত ইয়াৰ স্থান আছিল। ইউৰোপ আৰু আমেৰিকাত, বিশেষকৈ আমেৰিকাত কিছুমান প্ৰধান প্ৰধান বিজ্ঞানাগাৰ আৰু শিক্ষানুষ্ঠান ডাঙৰ ডাঙৰ যান্ত্ৰিক শিল্পানুষ্ঠানৰ লগত সংশ্লিষ্ট হৈ আছিল। আনকি যিবিলাক যান্ত্ৰিক শিল্পানুষ্ঠানৰ লগত বিজ্ঞান, ইঞ্জিনিয়াৰিং বা শিল্পবিভাগ নাছিল তেনে শিল্পানুষ্ঠানৰ ছাত্ৰসকলে তেনে বিভাগ সংশ্লিষ্ট থকা যান্ত্ৰিক শিল্পানুষ্ঠানবোৰলৈ হাতে-কলমে কাম শিকি প্ৰশিক্ষণ লবলৈ যাব লগা হৈছিল। এনেবোৰ ক্ষেত্ৰত অভ্যাস আৰু কল্পনা লগে লগে আৰ্জ্জন কৰা নীতি গৃহীত হৈছে।

## নিৰীক্ষণ আৰু কৰ্ম্মাভ্যাস বৰ্ত্তমান জগতৰ শিক্ষানীতি

সি যি নহওক, নিৰীক্ষণ আৰু কৰ্ম্মভ্যাসৰ মাজেদি যে শিশুৰ শিক্ষা হব লাগে এই নীতি কাৰ্য্যঃ গৃহীত নহলেও নীতিগত হিচাবে বৰ্ত্তমান শিক্ষানুষ্ঠানবোৰত গৃহীত হৈছে। সৰু সৰু ল'ৰা-ছোৱালীৰ বাবে কিণ্ডাৰগাৰ্টেন (দৃশ্য বস্তুৰ দ্বাৰা শিক্ষা দিয়া পঢ়াশালি) আৰু মণ্টেছৰি পদ্ধতি সকলো ঠাইতে গৃহীত হৈছে। ডালটন প্ৰণালীৰ গৱেষণাৰ পদ্ধতি আৰু প্ৰজেক্ট্ মেথডো গৃহীত হৈছে। এই পদ্ধতিবোৰ আন দেশত যিহকে নকৰক আমাৰ ভাৰতবৰ্ষত ধনী

আৰু উচ্চস্তৰৰ মধ্যবিত্ত লোকসকলৰ বাহিৰে আনলোকে এই শিক্ষা-পদ্ধতি গ্ৰহণ কৰিব পৰা নাই। বছৰৰ নিচিনা চহৰত এটা শিশুৰ মাছুল ৮ টকাৰ পৰা ১৫ টকালৈকে দিব লাগে। ইয়াৰ লগত পৰিবহনৰ বাবেও কেইটকামান দিব লাগিব। কিণ্ডাৰগাৰ্টেন স্কুলবোৰৰ খৰচ এনেকুৱা। প্ৰজেক্ট মেথডস্কুলবোৰৰ খৰচ ধনীৰ কাৰণেও কঠিন। এই পদ্ধতিবোৰৰ শিক্ষানীতি যদিও ভাল তথাপি ভাৰতবৰ্ষৰ নিচিনা দৰিদ্ৰ দেশৰ পক্ষে সি সম্ভৱপৰ নহয়। অতিৰিক্ত খৰচত বাজেও এই পদ্ধতিবোৰৰপৰা সম্পূৰ্ণ উপকাৰ পাব নোৱাৰি। প্ৰথম কেইবছৰত শিশুৱে আৰম্ভণিতে যি শিক্ষা পায় সেই শিক্ষা পৰবৰ্ত্তী স্তৰৰ শিক্ষাৰ নিয়মানুষ্ঠানিক গোঁড়ামিত উৎসাহবিহীন আৰু সৃজন-বিহীন হৈ মানসিক চৰ্চ্চাত পৰিণত হৈ নষ্ট হৈ যায়।

## উপাদান আৰু সৃজন-মূলক শ্ৰম

গান্ধীজীয়ে তেখেতৰ বুনিয়াদী শিক্ষাৰ-পৰিকল্পনাৰ দ্বাৰা উৎপাদনমূলক আৰু সৃজনমূলক শাৰীৰিক শ্ৰমৰ দ্বাৰা ভাৰতীয় ব্যৱস্থাত শিক্ষা সম্ভৱপৰ কৰিবলৈ ইচ্ছা কৰিছিল। তেখেতে কৈছিল যে বৰ্ত্তমান শিক্ষা-জগতৰ গৃহীত নীতিসমূহ গ্ৰহণ কৰি শিক্ষাৰ ক্ষেত্ৰ সংস্কাৰ কৰি ব্যয় কমাই তাৰ পৰিধি বঢ়াই শিক্ষা সকলোৰে সহজলভ্য কৰি তুলিব লাগে। আৰ্থিক মূল্যৰ ফালে দৃষ্টি নকৰি বা সেই বিষয়ে নজনা হৈ থাকি শিশুক কিছুমান পুতলা দি খেলিবলৈ দিলে নাইবা যেই-সেই কাম কৰিবলৈ দি শিক্ষা দিলে সময়, বস্তু আৰু অৰ্থৰ অপব্যয় হব মাথোন। তাকে নকৰি শিশুক এটি হস্ত-শিল্প যত্নেৰে সৈতে সম্পূৰ্ণৰূপে শিক্ষা দিব লাগে আৰু এই হস্তশিল্প শিক্ষাৰ নিপুণতা আৰু ক্ৰমোন্নতিক অৰ্থৰ ফালৰ পৰা জুখি চাই—শিশুক কেৱল ভৱিষ্যত জীৱিকা অৰ্জ্জনৰ বাট দেখুৱাই দিয়াৰ উদ্দেশ্যেই নহয়—এটা কাৰ্য্যকৰী আৰু বৈজ্ঞানিক উপায়ৰ সাধাৰণ শিক্ষা দিয়াৰ উদ্দেশ্যেও। কিয়নো যত্নেৰে আৰু নিয়মিত ভাৱে কৰা কৰ্ম্ম বৈজ্ঞানিক পদ্ধতিত কৰা কৰ্ম্মৰ পৰ্য্যায়ত পৰে। এইদৰে গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনাই ব্যক্তিত্ব গঠনত আৰু সামাজিক ক্ৰমোন্নতিত প্ৰকৃত শিক্ষাৰ বাট মুকলি কৰিব।

---

## জীৱন-সমস্যাৰ অধ্যয়ন

### শিক্ষাক জীৱন-সমস্যাৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি

শিক্ষাক জীৱনযাত্ৰাৰ বাবেহে। সেইবাবে শিক্ষাক জীৱনৰ পৰা বা জীৱন-সমস্যাৰ পৰা বিচ্ছিন্ন কৰি নোৱাৰি। জীৱনযাত্ৰা ক'তো সহজ নহয়। জীৱনযাত্ৰা স্বাভাৱিকতে জটিল আৰু ই জটিল সমস্যাৰ সৃষ্টি কৰে। জীৱনৰ প্ৰকৃত সমস্যা আৰু নানাপ্ৰকাৰ অৱস্থাৰ সমাধান বিদ্যাৰ কোনো একপ্ৰকাৰ বিশেষ জ্ঞানৰ নহয়; বৰঞ্চ প্ৰত্যেক জীৱনৰ সমস্যা নানা বিষয়ৰ বিদ্যাৰ মাজত সোমাই পৰে। এই সমস্যা সমাধানৰ বাবে পৰস্পৰ সম্বন্ধ জড়িত কেইবাটিও বিষয়ৰ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। উদাহৰণস্বৰূপে কৃষিৰ বিষয় লোৱা যাওক। এই বিষয় কেৱল প্ৰাণীতত্ত্ব, পদাৰ্থবিজ্ঞান বা ৰসায়ন বিদ্যাৰ ওপৰতে নিৰ্ভৰ নকৰে। ই অৰ্থনীতি আৰু ৰাজনীতিৰ ওপৰতো নিৰ্ভৰ কৰে। আমাৰ স্কুলবোৰত আৰু বিশ্ববিদ্যালয়বিলাকত পদাৰ্থ বিজ্ঞান সাধাৰণতঃ অৰ্থনীতি আৰু ৰাজনীতিৰ পৰা বিচ্ছিন্ন কৰি শিক্ষা দিয়া হয়। পদাৰ্থ বিজ্ঞানৰ বিদ্যাৰ দ্বাৰা কোনো এজন লোক ভাল কৃষক হ'ব পাৰে। কিন্তু সি যদি বজাৰৰ মূল্য নাজানে আৰু মূল্যৰ সাময়িক উত্থান-পতনৰ বিষয়ে নাজানে, সি যদি অৰ্থনীতিৰ আৰু ৰাজনীতিৰ প্ৰাথমিক সূত্ৰবোৰ নাজানে, সি পদাৰ্থ বিজ্ঞানৰ সহায়ত যি উপচি পৰা শস্যৰ খেতি কৰিলে সেই শস্য ভঁৰালত অবিক্ৰিত অৱস্থাত পৰি থাকিব। বৰ্ত্তমান কালৰ শিক্ষাই কৃষক এজনক কেৱল পদাৰ্থ বিজ্ঞান শিক্ষা দিয়ে আৰু সেই কৃষকজনে অৰ্থনীতি আৰু ব্যৱসায় বিজ্ঞান বিষয়ৰ কথা নিজৰ ভুল-ত্ৰুটীৰ মাজেদি, পৰীক্ষা আৰু অভিজ্ঞতাৰ মাজেদি লোকচান ভৰি শিক্ষা কৰিব লাগে।

### আজিকালিৰ শিক্ষাত বিষয়বোৰ পৰস্পৰ সমন্বিত নহয়

শিক্ষাৰ সৰ্ব্বোত্তম উপায় সেইবাবে এয়ে হ'ব যে যিবিলাক বিষয় পৰস্পৰ সম্বন্ধযুক্ত তেনে বিষয়বোৰৰ শিক্ষাদান কৰা। কাৰণ সেই বিষয়বোৰে জীৱনৰ বাস্তব সমস্যাৰ সম্মুখীন হ'ব। তাৰ পাছত কোনো বিষয়ৰ বিশেষজ্ঞৰ জ্ঞান আৰ্জ্জিবলৈ বিভিন্ন বিষয়বোৰ ভাগ কৰি লব পাৰিব; কিন্তু এই ব্যৱস্থা কেৱল প্ৰখৰ বুদ্ধিসম্পন্ন ল'ৰা-ছোৱালীৰ বাবেহে হ'ব লাগে—সৰ্ব্বসাধাৰণৰ বাবে নহয়। আজিকালিৰ শিক্ষাত বিষয়বোৰ পৰস্পৰ সমন্বিত নহয়। জীৱনযাত্ৰাত যিবিলাক বিষয়ৰ কোনো সম্বন্ধ নাই তেনে বিষয়বোৰ কৃত্ৰিম উপায়েৰে শিক্ষণীয় পাঠ্যক্ৰমত সমন্বিত কৰা হৈছে। শিক্ষা বাস্তৱতাৰ লগত সম্পৰ্কিত বা সমন্বিত কৰা হোৱা নাই। আমাৰ অধ্যাপক আৰু শিক্ষকসকলে বিচ্ছিন্নভাৱে কাম কৰে।

আন আন বিষয়ৰ শিক্ষক বা অধ্যাপকসকলে নাইবা আন আন শিক্ষানুষ্ঠানবোৰৰ শিক্ষকসকলে কি ভাৱে কাম কৰিছে তাৰ খবৰ নাৰাখে। এইদৰে জীৱনৰ প্ৰকৃত সমস্যাবোৰ কৃত্ৰিম উপায়ৰ দ্বাৰা সহজ কৰা হৈছে। ইয়াৰ দ্বাৰা শিক্ষক আৰু ছাত্ৰৰ উভয়ৰে ক্ষতি হৈছে। হস্তশিল্পৰ জৰিয়তে যি শিক্ষাপদ্ধতি ৰচিত হব সেই শিক্ষাই এইপ্ৰকাৰ কৃত্ৰিম বিচ্ছিন্নতা বা বিষয় ভাগ ত্যাগ কৰিব। ভিন্ ভিন্ শিক্ষকৰ আৰু শিক্ষানুষ্ঠানৰ কৰ্ম্মপদ্ধতি পৰস্পৰ সম্বন্ধযুক্ত, সমন্বিত আৰু সমপৰ্য্যায়ভুক্ত হব। শিক্ষানুষ্ঠানবিলাক, শিক্ষকসকল আৰু শিক্ষাৰ্থীসকলে এটা সহযোগপূৰ্ণ সমবায়মূলক অনুষ্ঠানৰ অংশীদাৰ হব। ইয়াৰ পৰা জ্ঞানৰ প্ৰগতিয়েই অকল নহব, এই পদ্ধতিৰ দ্বাৰা বাস্তৱ আৰু প্ৰত্যক্ষ ফল পোৱা যাব। এনে শিক্ষা জীৱনৰ বাবে আৰু জীৱন-সমস্যা সমাধানৰ বাবে প্ৰকৃত পন্থা হব।

---

# শব্দৰ বা ভাষাৰ অত্যাচাৰ

## শব্দবোৰ বিষয়বস্তুৰ পৰিচায়ক মাথোন

যি-কোনো নির্দিষ্ট, উদ্দেশ্যমূলক আৰু ঔদ্যোগিক শিক্ষাৰ সুবিধা এই যে ই ভাষা আৰু শব্দভাণ্ডাৰৰ অত্যাচাৰৰ পৰা শিশুক ৰক্ষা কৰে। উদ্যোগৰ অভ্যাসৰ মাজেদি কৰ্ম্মব্যস্ত শিশুৱে যি শব্দ বা ভাষা ব্যৱহাৰ কৰিব সি প্ৰকৃত আৰু নির্দ্দিষ্ট অর্থবোধক হব; বাহ্যজগতৰ লগত তাৰ সম্বন্ধ থাকিব। যি শব্দ বা ভাষাৰ লগত বাহ্যজগতৰ কোনো নির্দ্দিষ্ট সম্বন্ধ নাই সেই শব্দ বা ভাষাৰ প্ৰতি কৰ্ম্মৰত শিশুৱে সন্দেহৰ চকুৰে দৃষ্টিপাত কৰিব। সি জানে যে শব্দবোৰ বিষয়বস্তুৰ পৰিচায়ক মাথোন। শব্দৰ নিজৰ কোনো সত্তা নাই। যেতিয়া শব্দই কোনো নির্দ্দিষ্ট বস্তুবিশেষৰ বা পদ্ধতিবিশেষৰ প্ৰতি আঙুলিয়াই দিব তেতিয়া সেই শব্দৰ অর্থ বা মূল্য আছে। যেতিয়া শব্দই বৰ্ণনা কৰা বস্তুবিশেষ বা সম্বন্ধবিশেষ বাহ্যজগতত দেখা পোৱা নাযায়, নাইবা এটা অনির্দ্দিষ্ট বা অপৰিচিত অৱস্থাত আছে বুলি ধাৰণাহে মাথোন কৰিব পৰা যায় তেতিয়া শব্দবোৰ শিক্ষা কৰাৰ পৰা কি লাভ হয় তাকো কৰ্ম্মী শিশুৱে বুজিব পাৰে।

## শব্দৰ অপপ্ৰয়োগ

প্ৰকৃত বস্তু লাৰাচাৰা কৰাৰ পৰা আৰু সেই বস্তুবোৰৰ বিষয়ে সকলো কথা জনাৰ পৰা শিশুৱে শব্দৰ মূলানুগত অর্থ আৰু সেই শব্দ ব্যৱহাৰৰ উদ্দেশ্য ভালদৰে বুজি পায়। সেই শব্দৰ চৰম পৰিণতি বা অর্থ কি তাকো সি ভালদৰে বুজি পায়। শব্দ বা ভাষাৰ আৱৰণ, প্ৰয়োগ আৰু অর্থই জগতত নানাপ্ৰকাৰ ভ্ৰমাত্মক আলোচনাৰ আৰু বিতণ্ডাৰ সৃষ্টি কৰে। এনেবোৰ বিতণ্ডা বাস্তৱতাৰ সম্পৰ্কত আঁতৰি যায়। অবাস্তৱ বা কাল্পনিক ধাৰণাই মানুহৰ মনত এনে জ্ঞান ওপজাই দিয়ে যে অৱশেহত মানুহে ভাষাৰ অর্থ বা প্ৰয়োগ ৰক্ষা কৰিবলৈকে ইটোৰ গলত সিটোৱে ছুৰী বহুৱাবলৈকো শঙ্কা বা দ্বিধাবোধ নকৰে। অস্পষ্ট, অবিবেকী আৰু অনির্দ্দিষ্ট শব্দৰ বা ভাষাৰ প্ৰয়োগৰ দ্বাৰা বহুতো যুদ্ধ আৰু ৰক্তপাত সংঘটিত হৈ গৈছে। আনকি শব্দৰ অপপ্ৰয়োগৰপৰা বৈজ্ঞানিক সকলো মুক্ত হব পৰা নাই। ভাষাই বহুক্ষেত্ৰত কৰ্তৃত্ব কৰে। বিজ্ঞানে পৰীক্ষিত জ্ঞানৰ ওপৰত ভিত্তি স্থাপন কৰিব লাগে; কিন্তু সচৰাচৰ দেখা যায় যে বিজ্ঞানৰ সাধাৰণ মন্তব্যবোৰে অনুমান বা কল্পনাৰ স্থান অধিকাৰ কৰি পৰীক্ষিত বিষয় বুলি পৰিগণিত হয় আৰু জগতত দৈনন্দিন কাৰ্য্যাৱলীৰ ভিতৰত সোমাই যায়। উদাহৰণস্বৰূপে জড়বাদ এটা মতবাদ মাথোন; ই পৰীক্ষিত বৈজ্ঞানিক সত্য নহয়। বিজ্ঞানৰ ই এটি প্ৰতিপাদ্য বিষয় মাথোন। বৈজ্ঞানিক সত্যৰূপে ই যে

কোনোদিন প্রতিপন্ন হব আৰু সকলো জ্ঞানী আৰু সৎলোক তাক গ্ৰহণ কৰিব সেই বিষয়ে যথেষ্ট সন্দেহ আছে। তথাপি বহুতো দাৰ্শনিক, অৰ্থনীতিবিদ্ আৰু সংস্কাৰবাদী ৰাজনৈতিক পণ্ডিতসকলে এই মতবাদক বৈজ্ঞানিক সত্য বুলি ধৰি লৈ কৰ্ম্মপন্থা নিৰ্দ্ধাৰিণ কৰে। একশতাব্দীৰ পূৰ্ব্বে এই জড়বাদ যন্ত্ৰশিল্পমূলক আৰু সিদ্ধান্তমূলক আছিল, আজি ই যুক্তিমূলক হৈছে। ই বিজ্ঞানৰ বাটত অপ্ৰমাণিত সুচল অনুমান মাথোন; কিন্তু আজি বিজ্ঞান-পৰীক্ষিত সত্যৰূপে নিৰ্দ্ধাৰিত হৈছে।

শব্দৰ এই অত্যাচাৰৰ বিষয়ে পেষ্টালৎছিয়ে কৈছে যে জীৱনৰ প্ৰকৃত তত্ত্বৰ ক্ৰমোন্নত জ্ঞানৰপৰা আঁতৰি মানুহে যেতিয়া শব্দৰ বা ভাষাৰ ধৰাবন্ধা পদ্ধতিৰ আৰু ব্যক্তিগত মতৰ মেৰপাকত সোমাই যায় তেতিয়া তাৰ মন ভাষাৰ ভিত্তিত গঢ় লয় আৰু সি আন কোনোপ্ৰকাৰ শক্তি আহৰণ কৰিব নোৱাৰে।

## শব্দ বা ভাষা শিক্ষাই ধৰ্ম্ম বা প্ৰেমৰ প্ৰকৃত-জ্ঞান দিব নোৱাৰে

আন এঠাইত তেওঁ কৈছে যে ইউৰোপত মানুহৰ কৃষ্টি শিশুৰ নিৰৰ্থক বলকনি যেন হৈ ধৰ্ম্ম-বিশ্বাসৰ যেনে মাৰাত্মক অস্ত্ৰস্বৰূপ হৈছে তেনেদৰে সেই কৃষ্টি প্ৰকৃত জ্ঞানৰ পৰিপন্থী হৈছে। শব্দ বা ভাষা শিক্ষাই ধৰ্ম্ম বা প্ৰেমৰ প্ৰকৃত জ্ঞান দিব নোৱাৰে; কিন্তু আনহাতেদি সি মানুহক অবিশ্বাস, কুসংস্কাৰ স্বাৰ্থপৰতা আৰু নিষ্ঠুৰতাৰ ফালে গতি কৰায়। আজি ভাষা আৰু কিতাপৰ মাদকতাই আমাক ইমান মগ্ন কৰি তুলিছে যে সম্ভৱতঃ আমি আৰু বেছি দিন আজিৰ মানুহ হৈ থাকিব নোৱাৰিম। মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে যে মানুহক নাগৰিক, নৈতিক আৰু আধ্যাত্মিক মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ হ'লে আমাৰ সৰ্ব্বজনপ্ৰিয় এই কৃত্ৰিম শিক্ষাদান পদ্ধতি পৰিত্যাগ কৰিব লাগিব আৰু স্বতঃস্ফূৰ্ত্ত বুদ্ধিকেই (Intuition) জ্ঞানৰ প্ৰকৃত নিজৰা বুলি গ্ৰহণ কৰিব লাগিব।

ইয়াৰ লগত অলাগতিয়াল, নীৰস আৰু অনাকৰ্ষণীয় পাঠ্য-পুস্তকৰ কথা চিন্তা কৰক। এই কিতাপবিলাকৰ স্বকীয় কোনো মূল্য নাই; কেৱল মাথোন গ্ৰন্থকাৰসকলৰ কাৰণে এটি আৰ্থিক মূল্য আছে যে তেওঁলোকক উৎসাহিত কৰিব লাগে। তেতিয়াহে ভাৰতবৰ্ষৰ বৰ্ত্তমান শিক্ষাৰ অবস্থাৰ কথা বুজি পাব। সাধাৰণ আৰু অনুমানমূলক সংজ্ঞাৰ কোনো নিৰ্দ্দিষ্ট অৰ্থ নাথাকে। সংসাৰৰ প্ৰকৃত অবস্থাৰ নাইবা পৰিদৃশ্যমান জগতৰ কোনো বিশেষ সমস্যা সমাধানৰ কোনো নিৰ্দ্দেশ তাত নাথাকে। পদাৰ্থ-বিজ্ঞানে বাস্তৱ ঘটনাৰ বিচাৰ কৰে আৰু সেই সম্পৰ্কে কোনো সৎ আৰু জ্ঞানীলোকৰ মতভেদ থাকিব নোৱাৰে। অৰ্থনীতি আৰু ৰাজনীতিৰ নিচিনা সামাজিক বিজ্ঞানে সাধাৰণ আৰু ভাৱপূৰ্ণ সংজ্ঞাৰ বিচাৰ কৰে। তাৰ স্বাভাৱিক অৰ্থ অস্পষ্ট হৈ থাকে আৰু সেই জ্ঞানৰ বিচাৰে

সৎবুদ্ধিসম্পন্ন আৰু জ্ঞানী মানুহৰ ভিতৰত বিৰুদ্ধ মতবাদৰ সৃষ্টি কৰে। গতিকে নির্দিষ্ট, স্পষ্ট আৰু সহজে অপৰিবৰ্ত্তনীয় বিষয়বস্তু থকা বৈজ্ঞানিক জ্ঞানৰ লগত সাধাৰণ, ভাৱপূৰ্ণ আৰু সহজে পৰিবৰ্ত্তনীয় বিষয় জ্ঞানৰ স্বভাৱতে কিছু পাৰ্থক্য থাকে, অন্ততঃ তাত সন্দেহৰ কিছু স্থান থাকে। এই দুই প্রকাৰৰ জ্ঞানক, পদাৰ্থবিজ্ঞানৰ পৰা আহৰণ কৰা জ্ঞানক আৰু ভাৱৰাজ্যৰ পৰা আহৰণ কৰা জ্ঞানক—বৈজ্ঞানিক জ্ঞানৰ পৰ্য্যায়ত স্থান দিলে ন্যায়শাস্ত্ৰৰ প্ৰমাদত পৰিব লাগিব।

## শিশু-শ্রম

উদাহৰণস্বৰূপে লোৱা যাওক—বুনিয়াদী শিক্ষাই শিশু-শ্ৰমৰ সুবিধা গ্ৰহণ কৰিব। পোনেই অৰ্দ্ধনগ্ন আৰু অৰ্দ্ধাহাৰী শিশুৰ দল চকুৰ আগত ভাহি উঠে আৰু অবিলম্বে সমালোচক বন্ধুসকলে তাৰ বিৰুদ্ধে লাঠি লৈ থিয় দিয়ে। শিশু-শ্ৰম কাক বোলে তাক শুনিবলৈ তেওঁলোকে ধৈৰ্য্য নধৰে। কোন সময়ত আৰু কোন অৱস্থাত শ্ৰম বেদনাদায়ক আৰু অবৈধ সুবিধাদায়ক হয় সেই বিষয়ে বিচাৰ কৰি যে শিশুক শ্ৰমৰ কাৰ্য্য দিয়া হয় আৰু সেই শ্ৰমে যে শিশুৰ শৰীৰৰ বা মনৰ কোনো অৱসাদ নানে সেই কথা বিচাৰ নকৰে। বুনিয়াদী শিক্ষাৰ আঁচনিত যিমানখিনি সময় বা যিমানখিনি শ্ৰমৰ ব্যৱস্থা কৰা হৈছে সিমানখিনি সময় বা শ্ৰমে যে শিশুৰ স্বাভাৱিক পৰিবৰ্দ্ধনত বাধা জন্মাব নোৱাৰে সেই কথাৰ প্ৰমাণ নোলোৱাকৈ বিৰুদ্ধ মন্তব্য প্ৰকাশ কৰে। এনে ধৰণৰ সমালোচকক আঙুলিয়াই দিয়া নিৰৰ্থক যে শিশুৰ শিক্ষা বা শিশু-জীৱনৰ পৰা যদি শ্ৰম বাদ দিয়া হয় তেতিয়া শিশুক অকৰ্ম্মণ্য আৰু পঙ্গু কৰি তোলা হয়।

## বুনিয়াদী শিক্ষাৰ মূলনীতি

বুনিয়াদী শিক্ষাৰ মূলনীতি প্ৰধানতঃ দুটি—

(১) সকলো প্ৰকাৰ শিক্ষা এটা উদ্যোগৰ বা শিল্পৰ মাজেদি হব লাগিব।

(২) এই শিল্পৰ দ্বাৰা উৎপন্ন হোৱা বস্তুবোৰ আৰ্থিক ফালৰ পৰা আয়দায়ক হব লাগিব যাতে তাৰ পৰা শিক্ষকৰ দৰ্মহা ওলায়।

এই নীতি দুটা অনুসৰণ কৰা কিমানখিনি সম্ভৱ বা অসম্ভৱ তাক বিবেচনা কৰা উচিত হব।

## উদ্যোগৰ সহায়ত বৰ্ত্তমান শিক্ষাৰ দোষ আঁতৰিব

ভাৰতৰ বৰ্ত্তমান শিক্ষা যে সম্পূৰ্ণ বেয়া তাক সকলোৱে স্বীকাৰ কৰিছে। বৰ্ত্তমান শিক্ষাৰ অলেখ দোষ আছে। বিজ্ঞানসম্মত যি উত্তম শিক্ষা তাৰ

সকলোবোৰ নীতিকেই বৰ্ত্তমান শিক্ষাই অবহেলা কৰিছে। প্ৰকৃত শিক্ষা, মনোবিজ্ঞান বা সাধাৰণ স্বাস্থ্য-বিজ্ঞানৰ ফালৰপৰা ই সম্পূৰ্ণ বিপৰীত। বৰ্ত্তমান শিক্ষাৰ আটাইবোৰ দোষ বিচাৰ নকৰি দুই চাৰিটা প্ৰধান প্ৰধান দোষৰ আলোচনা কৰিলে আমি দেখা পাওঁ যে বৰ্ত্তমান শিক্ষা বৰ গতানুগতিক আৰু সেইবাবে বাস্তৱ জীৱনৰ সমস্যাৰ পৰা ই বিচ্ছিন্ন।

বৰ্ত্তমান শিক্ষাই কেৱল মাত্ৰ সঙ্কীৰ্ণ মানসিক চৰ্চ্চাৰ হে সহায় কৰে।

বৰ্ত্তমান শিক্ষাত বিষয়-বস্তুবোৰ ভাষাৰে বুজাই দিয়া হয় মাথোন; কিন্তু কোনো প্ৰকৃত আৰু নিৰ্দ্দিষ্ট বস্তুৰ দ্বাৰা উদাহৰণ দি বুজাই দিয়া নহয়।

শিক্ষাৰ মাধ্যম লিখিত কথা হোৱা বাবে স্মৰণ-শক্তি বা মুখস্থ বিদ্যাই প্ৰধান পন্থা হয়।

এই পদ্ধতিয়ে বাস্তৱ ঘটনা আৰু প্ৰকৃত জ্ঞানৰ লগত কোনো সম্বন্ধ ৰক্ষা নকৰে।

বৈজ্ঞানিক পৰীক্ষা বা গবেষণা বৰ্ত্তমান পদ্ধতিত মুঠেই নাই। সেইবাবে গবেষণাগাৰৰ কাৰ্য্যৰ সম্পূৰ্ণ অভাৱ।

বাহ্যিক ভাবেও ই প্ৰাণহীন। পৰিবৰ্দ্ধমান শিশুক কোনো প্ৰকাৰ স্বাস্থ্যপ্ৰদ কৰ্ম্মকুশলতা এই পদ্ধতিয়ে দান নকৰে। স্কুলৰ খোটালিত আৱদ্ধ ৰাখি শিশুক পঙ্গু কৰি তোলে, নিৰ্ম্মল বায়ু ৰ'দ আৰু পোহৰৰ পৰা শিশুক বঞ্চিত কৰে। যি আংশিক জ্ঞান দিয়া হয় সি একীভূত আৰু সমষ্টিভূত হৈ নুঠে। শিশুৰ আটাইবোৰ মানসিক বৃত্তিৰ উল্লেখ নোহোৱাত শিশুৰ ব্যক্তিত্ব অৰ্জ্জনত বাধা পৰে। মানসিক চৰ্চ্চাৰ সকলো প্ৰকাৰ ব্যৱস্থাৰ প্ৰদৰ্শনী থকা সত্ত্বেও ই শিশুৰ মনত দোদুল্যমান গোঁড়ামিৰ সৃষ্টি কৰে।

ফল এই হয় যে এই পদ্ধতিয়ে বিচক্ষণ কথকুৰ সৃষ্টি কৰে। জীৱনৰ সম্মুখ সংগ্ৰামত পঢ়াশালিৰ খোটালীত আৱদ্ধ থকা সকলোপ্ৰকাৰ আশা-আকাঙ্ক্ষা ব্যৰ্থতাত পৰিণত হয়। যি ল'ৰাই পঢ়া-শুনা নকৰে আৰু শিক্ষকে যাক বেয়া ল'ৰা বুলি গৰিহণা দিয়ে, জীৱনযুদ্ধত তেনেকুৱা বহুতো ল'ৰাই সাফল্য অৰ্জ্জন কৰে। এইটো দেখা যায় যে যি ল'ৰাই লেখা-পঢ়া নকৰে বা কিতাপ নপঢ়ে সেই ল'ৰাই নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰে আৰু নিজৰ কৰ্ত্তব্যৰ সূচনা নিজে কৰে। এইদৰে সেই ল'ৰাই কেৱল নিজৰ মস্তিষ্কৰেই যে আংশিকভাৱে পৰিচালনা কৰে এনে নহয়, আন মনোবৃত্তিসমূহৰো পৰিচালনা কৰে। স্কুলীয়া জীৱনৰ ভাল ভাল ছাত্ৰসমূহে যিবোৰ কাৰ্য্যত ব্যৰ্থ হয় এনেবিলাক ছাত্ৰই তেনেবোৰ কাৰ্য্যত সফলতা অৰ্জ্জন কৰে। সেই কাৰণে শিক্ষাক্ষেত্ৰত বহুদিনৰ পৰাই ইয়াৰ সামঞ্জস্য বিধানৰ আৱশ্যকতা অনুভৱ কৰা হৈছে।

বৰ্ত্তমান শিক্ষাই শ্ৰমৰ মৰ্য্যাদা নিদিয়ে। কৃষি, বাণিজ্য-আৰু সকলোপ্ৰকাৰ

স্বাধীন ব্যৱসায় সেইবাবে দেশৰপৰা ক্ৰমে উচ্ছন্ন হবৰ উপক্ৰম হৈছে; কাৰণ সামান্য লেখা-পঢ়া শিকিলেই মানুহে খেতিত পৰিশ্ৰম কৰিবলৈ লাজ পায়। প্ৰাইমেৰী স্কুলৰ শিক্ষকতাৰ কাম নাইবা অফিচৰ কেৰাণীৰ কাম বেছি মৰ্য্যাদাসম্পন্ন বুলি ভাৱে। স্কুলত যদি কোনো প্ৰকাৰ উদ্যোগৰ সহায়ত হাতৰ কাম কৰাৰ অভ্যাস হয়, শ্ৰমৰ প্ৰতি এই অৱহেলা ক্ৰমে ক্ৰমে কমি অহা সম্ভৱ। এই উদ্যোগ বা হাতৰ কাম নিপুণভাৱে শিকাব নোৱাৰিলেও ক্ষতি নাই; কাৰণ তাৰ দ্বাৰা শিশুৰ মনৰ পৰা শ্ৰমৰ প্ৰতি ঘৃণা আঁতৰি যাব।

বৰ্ত্তমান শিক্ষাৰ দ্বাৰা মানুহ কেৱল চাকৰিজীৱী হৈ পৰে। বছৰি স্কুল-কলেজৰ ল'ৰাবোৰ ওলাই আহি নিবনুৱা সমস্যা বৃদ্ধি কৰিছে। বৰ্ত্তমান পদ্ধতিত শিক্ষা চলি থাকিলে এই সমস্যা সমাধান হোৱাৰ কোনো আশা নাই।

## কাৰিগৰী বিদ্যালয়

ক্ৰমে দেশত কাৰিগৰী বিদ্যালয় প্ৰতিষ্ঠাৰ দাবী উত্থাপিত হব ধৰিছে। বুনিয়াদী শিক্ষাই এই পথেও সমস্যা সমাধানৰ বাট মুকলি কৰিব- যদিও নিবনুৱা সমস্যাৰ সমাধান বুনিয়াদী শিক্ষাই আংশিক ভাৱেও কৰিব নোৱাৰিব। বংশপৰম্পৰায় পিতা-মাতাৰপৰা যি সকলে একোটি শিল্প শিক্ষা কৰিছে তেওঁলোকৰ শিল্পবিদ্যাৰ লগত দুই এক বছৰ স্কুলত শিশু উমেদাৰ হিচাবে অনুকৰণৰ ক্ৰমত শিক্ষা কৰা শিল্পবিদ্যাৰ কোনো তুলনাই হব নোৱাৰে। বংশপৰম্পৰায় চলি অহা শিল্পবিদ্যা বেছি উন্নত ধৰণৰ হয় আৰু কম লাভতে বিকিব পৰা হয়; কাৰণ তেওঁলোকে ঘৰত বা স্কুলত খৰচী স্বভাৱ গঢ়ি তোলা নাই। তথাপিতো বিদেশী কাৰখানাত উৎপন্ন হোৱা পণ্য দ্ৰব্যৰ প্ৰচুৰ আমদানি হোৱা বাবে ভাৰতবৰ্ষৰ কুটীৰ-শিল্পীসকলৰ অৰ্থনৈতিক সমস্যা জটিল হৈ পৰিছে আৰু সেইবাবে তেওঁলোকে বিদেশত আৰু চহৰবোৰত দিনমজুৰীৰ কাম কৰি খাব লগা হৈছে। শিক্ষিত শিল্পী এজনক এই ধ্বংসপ্ৰায় কুটীৰ-শিল্পৰ ব্যৱসায়ত কেনেকৈ আবদ্ধ কৰি ৰখা যাব পাৰে? অৰ্থনৈতিক আৰু নিবনুৱা সমস্যাৰ সমাধান সেইবাবে সম্ভৱপৰ কথা নহয়।

## নঈ তালিম আৰু শিক্ষাৰ মাধ্যম

### উদ্যোগৰ মাধ্যমত শিক্ষা দিয়াটো শিক্ষাৰ মূলনীতি হব লাগিব

এই পটভূমিত গান্ধীজীৰ নঈ তালিম (বুনিয়াদী) শিক্ষাই জন্মগ্ৰহণ কৰিছে। বুনিয়াদী শিক্ষাৰ দ্বাৰা শ্ৰমৰ প্ৰতি মৰ্য্যাদা জ্ঞান বাঢ়িব নাইবা অনুকৰণ পদ্ধতিত শিক্ষা দিয়া শিল্পবিদ্যাই জীৱিকা অৰ্জ্জনৰ বাট মুকলি কৰিব—এনে উদ্দেশ্যই বুনিয়াদী শিক্ষাৰ একমাত্ৰ উদ্দেশ্য নহয়। গান্ধীজীৰ সত্যাগ্ৰহ আন্দোলনে আৰু

গান্ধীজীয়ে শ্ৰমৰ প্ৰতি থকা এই কলঙ্ক নিজে যেনেকৈ বিদূৰিত কৰিছে, বৰ্ত্তমান সময়ৰ আন কোনো লোকে বা কোনো আন্দোলনে তেনে সাফল্য অৰ্জ্জন কৰিব পৰা নাই। চৰখা আৰু খাদী আন্দোলনৰ দ্বাৰা, বিলাসিতা ত্যাগ কৰি স্বাস্থ্য আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ নতুন নতুন ভাৱধাৰা প্ৰবৰ্ত্তনৰ দ্বাৰা, ভৃত্য, ধুবী বা মেথৰৰ কামৰ বাবে কাকো নিযুক্ত নকৰি স্বাধীনভাৱে নিজৰ কাম নিজে কৰি যোৱাৰ অভ্যাসৰ দ্বাৰা গান্ধীজীয়ে শ্ৰমৰ স্থান যেনেদৰে প্ৰতিষ্ঠা কৰিছে, তেনেদৰে যান্ত্ৰিকতাবাদী কোনো শ্ৰেণীয়ে স্কুল-কলেজ পাতি তাক কৰিব নোৱাৰিলেহেঁতেন। শ্ৰমৰ মৰ্য্যাদা দিবৰ বাবে সেইবাবে গান্ধীজীয়ে স্কুল পাতিব খোজা নাছিল। ক্ৰটীপূৰ্ণ আৰু অনুকৰণসম্পন্ন শিল্পবিদ্যা শিক্ষা দি দেশৰ ছাত্ৰছাত্ৰীসকলৰ অৰ্থনৈতিক সমস্যা সমাধান কৰিবৰ উদ্দেশ্যেও বুনিয়াদী শিক্ষা প্ৰচলন কৰিব খোজা নাছিল। ইয়াৰ ভিতৰত অন্য এটি আমূল পৰিবৰ্ত্তনকাৰী উদ্দেশ্য নিহিত আছে। শ্ৰমৰ মৰ্য্যাদা দিয়াৰ লগে লগে আৰু জীবিকা অৰ্জ্জনৰ সহজ বাট এটি দেখুৱাই দিয়াৰ লগে লগে বুনিয়াদী শিক্ষাই আন এটি লক্ষ্যলৈ দৃষ্টি কৰিছে। এই লক্ষ্যৰ প্ৰতি জগতত কোনেও কেতিয়াও দৃষ্টি কৰা নাই।

গান্ধীজীয়ে শিক্ষাৰ মাধ্যম পৰিবৰ্ত্তনক লক্ষ্য কৰিছে। আখৰ, শব্দ বা ভাষাৰ মাধ্যমত শিক্ষা দিয়া পদ্ধতি পৰিবৰ্ত্তন কৰিব খুজিছে। এই পৰিবৰ্ত্তন কেৱল পাঠ্যতালিকা বা শিক্ষণীয় বিষয়ৰ তালিকাৰ পৰিবৰ্ত্তনেই নহয়—ই পদ্ধতিৰো সম্পূৰ্ণ পৰিবৰ্ত্তন। এই আঁচনিত শ্ৰমে কেৱল স্বাৱলম্বন বা স্কুলৰ কামৰেই স্থান অধিকাৰ কৰা নাই। শ্ৰম একীকৰণ আৰু সমষ্টীকৰণৰ এপাত অস্ত্ৰ। শ্ৰমেই শিশুৰ মানসিক উন্নতি, সৌন্দৰ্য্যবোধ, বৈজ্ঞানিক মনোভাৱ আৰু শাৰীৰিক চৰ্চ্চাৰ উন্নতি সমষ্টিভূত কৰিব।

## কিতাপ পঢ়া বা লিখা কাম সেই বুলি বাদ নপৰে

কিতাপ পঢ়া বা লিখা সেই বুলি বাদ নপৰে কিন্তু উৎপাদনশীল হাতৰ কাম কৰাৰ লগে লগে শিক্ষক আৰু ছাত্ৰ উভয়ে মিলি উভয়ৰ সহযোগত কিতাপ লিখা পদ্ধতি নতুনকৈ চিন্তা কৰিব লাগিব, নতুনকৈ সংস্কাৰ কৰিব লাগিব আৰু নতুন পদ্ধতিত কিতাপ ৰচনা কৰিব লাগিব। এই নতুন চিন্তা, নতুন আবিষ্কাৰ বা সৃজন আৰু নতুন ৰচনাকেই গান্ধীজীয়ে প্ৰকৃত শিক্ষা বুলি কৈছে। এই পদ্ধতিত শিক্ষাই ব্যক্তি-বিশেষৰ বা জাতিবিশেষৰ ক্ৰমোন্নতিৰ সকলোপ্ৰকাৰ বিদ্যা, কলা, বিজ্ঞান, দৰ্শন আৰু ধৰ্ম্মৰ ক্ৰমবিকাশৰ পথ অনুসৰণ কৰে।

বুনিয়াদী শিক্ষাৰ দ্বিতীয় মূলনীতি হৈছে শিল্পকামৰ উপাৰ্জ্জনৰ দ্বাৰা শিশুৰ পঢ়া খৰচ চলিব লাগিব।

উদ্যোগৰ মাধ্যমত শিক্ষা দিয়া ব্যৱস্থা আৰু শিক্ষাৰ আৰ্থিক স্বাৱলম্বিতা সম্পৰ্কে ভাৰতৰ শিক্ষাবিদ্‌সকলৰ যথেষ্ট সন্দেহ উপস্থিত হৈছিল। ল'ৰা-ছোৱালীয়ে হাতৰ কামৰ দ্বাৰা উৎপাদিত বস্তু বিক্ৰয় কৰি স্কুলৰ খৰচ উলিওৱা অসম্ভৱ বুলি তেওঁলোকে মত প্ৰকাশ কৰিছিল। শিল্প বা উদ্যেগৰ মাধ্যমত শিক্ষা দিয়া সম্ভৱ হ'লেও শিক্ষাক আৰ্থিক স্বাৱলম্বী কৰি তোলা একেবাৰে অসম্ভৱ। যদি সম্ভৱ কৰি তোলা হয় তেন্তে মানসিক উৎকৰ্ষৰ ফালৰ পৰা অৱনতি ঘটা নিশ্চিত। ক্ৰমে শিক্ষাবিদ্‌সকলে স্বীকাৰ কৰি ল'লে যে উদ্যোগৰ মাধ্যমত শিক্ষা দিয়াটো শিক্ষাৰ মূলনীতিৰ ভিতৰত। বিজ্ঞান আৰু মনোবিজ্ঞানৰ ফালৰ পৰাও আধুনিক শিক্ষানীতিৰ অন্তৰ্গত; কিন্তু আৰ্থিক স্বাৱলম্বিতাৰ নীতি অকল অকাৰ্য্যকৰীয়েই নহয়, ই অনিষ্টজনকো। আচাৰ্য্য নৰেন্দ্ৰদেৱৰ শিচিনা শিক্ষাবিদেও উদ্যোগৰ মাধ্যমত শিক্ষা দিয়া নীতি সমৰ্থন কৰি বুনিয়াদী শিক্ষাৰ পূৰ্ণ পক্ষপাতী হৈও আৰ্থিক স্বাৱলম্বিতা সম্পৰ্কে ঘোৰতৰ সন্দেহ প্ৰকাশ কৰিছিল। গান্ধীনীতিৰ সমৰ্থনকাৰী সকলেও আচৰ্য্যদেৱৰ সমালোচনা আৰু সন্দেহত বিচলিত হোৱা যেন দেখা গৈছিল। অৱশেহত তেওঁলোকে মত পৰিবৰ্ত্তন কৰি মন্তব্য প্ৰকাশ কৰিলে যে শিশুৰ হাতৰ কামৰ দ্বাৰা উৎপন্ন বস্তুৰ আয়ৰ দ্বাৰা সম্পূৰ্ণ খৰচ নচলিলেও এই উৎপন্ন বস্তুবোৰ যাতে আৰ্থিক মূল্যৰ উপযোগী হয় তালৈ যত্ন কৰিব লাগিব। হাতৰ কাম যদি বৈজ্ঞানিক ধৰণে আৰু সাৱধানতাৰে কৰা হয় তেন্তে শিক্ষক আৰু ছাত্ৰৰ কৰ্ম্মনিপুণতাৰ কাৰণে এই নীতি ৰক্ষাকবচ হ'ব। সেইবাবে গান্ধীজীয়েও এই নীতি সমৰ্থন কৰাত আপত্তি কৰা নাই। যদি স্থূলত কৰা হাতৰ কামৰ বস্তু আৰ্থিক মূল্যৰ উপযুক্ত হয় আৰু এই নীতি শিক্ষাৰ ক্ষেত্ৰত গৃহীত হয় তেতিয়া হ'লে বাকীখিনি শিক্ষক আৰু শিক্ষানুষ্ঠানৰ সংগঠনৰ ওপৰত নিৰ্ভৰ কৰিব।

## বুনিয়াদী শিক্ষাৰ অন্যান্য নীতিসমূহ

(১) কোনো এটি নিম্নতম স্তৰলৈকে শিক্ষা স্ত্ৰী-পুৰষ নিৰ্ব্বিশেষে সাৰ্ব্বজনীন হ'ব লাগিব। পোনতে ই বাধ্যতামূলক নহ'ব পাৰে কিন্তু সুযোগ আৰু সুবিধা অনুসাৰে শিক্ষা বাধ্যতামূলক হ'ব লাগিব। এই নিম্নতম স্তৰৰ শিক্ষাকেই গান্ধীজীয়ে বুনিয়াদী শিক্ষা বুলি কৈছে। যি হেতুকে বৰ্ত্তমান শিক্ষাপদ্ধতি বিদেশৰ পৰা আমদানি হৈছে সি জাতীয়তাহীন আৰু গান্ধীজীৰ শিক্ষাপদ্ধতি হৈছে জাতীয়। সেইবাবে এই শিক্ষাৰ নাম বুনিয়াদী জাতীয় শিক্ষা (Basic National Education)।

(২) ৭ বছৰ বয়সৰপৰা এই শিক্ষা আৰম্ভ হ'ব লাগিব আৰু ৭ বছৰ ব্যাপি (১৪ বছৰলৈকে) চলিব লাগিব।

(৩) বুনিয়াদী শিক্ষাই সম্প্ৰতি পূৰ্ব্ব-বুনিয়াদী বা উত্তৰ-বুনিয়াদী শিক্ষাৰ লগত সম্পৰ্ক ৰখা নাই।

(৪) বুনিয়াদী শিক্ষা শিশুৰ মাতৃভাষাৰ জৰিয়তে হ'ব লাগিব।

(৫) বুনিয়াদী শিক্ষাপদ্ধতি এটা শিল্প বা উদ্যোগৰ মাধ্যমত হ'ব লাগিব। সকলোপ্ৰকাৰ বৌদ্ধিক উপদেশ উদ্যোগৰ সম্পৰ্কত দিব লাগিব।

(৬) যিটো উদ্যোগ লোৱা হয় তাক প্ৰণালীবদ্ধভাৱে বৈজ্ঞানিক উপায়ে শিক্ষা দিব লাগিব আৰু নিপুণতা আৰু কাৰ্য্যকাৰিতাৰ ফালে দৃষ্টি ৰাখিব। এই উদ্যোগ কেৱলমাত্ৰ বৌদ্ধিক উৎকৰ্ষৰ মাধ্যম বা আৰ্থিক সম্পূৰণৰ বাবে শিক্ষা দিব নালাগিব। ই মাধ্যম বা পন্থাও (means) হ'ব লাগিব আৰু লক্ষ্যও (end) হ'ব লাগিব।

(৭) উদ্যেগৰ দ্বাৰা উৎপাদিত বস্তু অৰ্থকৰী হ'ব লাগিব।

(৮) হাতৰ কামৰ উৎপাদিত বস্তুৰ আয়ৰ দ্বাৰা যাতে শিক্ষকৰ দৰ্মহা হ'ব পাৰে তালৈ যত্ন কৰিব লাগিব।

(৯) স্কুলঘৰ, শিক্ষাৰ সঁজুলি, কিতাপ-পত্ৰ, মেপ আৰু উদ্যোগৰ বাবে লাগতিয়াল সমস্ত যন্ত্ৰপাতি চৰকাৰে বহন কৰিব লাগিব।

(১০) স্কুলত উৎপন্ন হোৱা বস্তুবোৰ চৰকাৰে আৰু স্কুল-বোৰ্ডে ব্যৱহাৰ কৰিব লাগিব আৰু অতিৰিক্ত বস্তুখিনি চৰকাৰে বজাৰত বিক্ৰি কৰি দিবৰ সুবিধা কৰি দিব লাগিব।

এই কেইটি মূলনীতি। শিক্ষাৰ এই সংস্কাৰ পদ্ধতিৰ সম্পূৰ্ণ অৰ্থ নুবুজাকৈ বহুতে এই নীতিকেইটাৰ যি কোনো এটাক বেলেগে লৈ সমালোচনা কৰিছে। সম্বন্ধ থকা আটাইখিনি কথা বুজিলেহে বিৰুদ্ধ সমালোচনা কৰা উচিত।

## বুনিয়াদী শিক্ষাৰ অন্তৰায়সমূহ

গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনা যে অতি সহজ, স্বাভাৱিক, বৈজ্ঞানিক আৰু মনস্তাত্ত্বিক তাত কোনো সন্দেহ নাই। তথাপিতো এই পৰিকল্পনা কাৰ্য্যত খটুৱাবলৈ যথেষ্ট অন্তৰায় আছে। এই অন্তৰায় বাধাবিপত্তিবোৰ আঁতৰাব পাৰিলে ই সাফল্যমণ্ডিত হ'ব তাত কোনো সন্দেহ নাই। এই পৰিকল্পনা কাৰ্য্যত খটুৱাবলৈ আটাইতকৈ কঠিন সমস্যা হৈছে—শিক্ষক নিয়োগ আৰু শিক্ষকৰ প্ৰশিক্ষণ। বৰ্ত্তমানে যি-সকল শিক্ষক কাৰ্য্যত নিযুক্ত আছে তেওঁলোকে নতুন পদ্ধতি গ্ৰহণ কৰিবলৈ সম্পূৰ্ণ অপাৰগ। এই পৰিকল্পনাত নিৰবচ্ছিন্ন সতৰ্কতা, সূক্ষ্ম পৰ্য্যবেক্ষণ আৰু স্বাৰ্থহীন নিষ্ঠাৰ আৱশ্যক। এই পদ্ধতিত ছাত্ৰ-ছাত্ৰীতকৈ শিক্ষকে বেছি পৰিশ্ৰম কৰিব লাগিব। শিক্ষক যে কেৱল সাৱধান হ'ব লাগিব তেনে নহয়, তেওঁ কৰ্মঠ আৰু চোকাও হ'ব লাগিব। তেওঁ প্ৰত্যেক সূক্ষ্ম

কথাৰ প্ৰতি দৃষ্টি থকা হ'ব লাগিব। ছাত্ৰৰ শ্ৰেণীত কি কাম কৰা হয় তাৰ এটি যথাযথ দিন-লিপি (Diary) তেওঁ ৰাখিব লাগিব। প্ৰত্যেক ছাত্ৰই প্ৰত্যহ কিমানখিনি কাম কৰে তাৰ এটি বিৱৰণী ৰাখিব লাগিব।

## শিক্ষক সতৰ্ক আৰু দৃষ্টিসম্পন্ন হ'ব লাগে

তথাপিতো এজন চতুৰ শিক্ষকে যিখিনি কাম কৰে সিয়েই উদাহৰণ স্বৰূপে হ'ব পাৰে। তেওঁৰ কামখিনিকেই প্ৰণালী-বদ্ধ কৰিব পাৰি আৰু লিপিবদ্ধ কৰিব পাৰি—নতুন চিন্তা উদ্ভাৱনৰ কাৰণে নহয়—আন শিক্ষকৰ বাবে আদৰ্শ বা উদাহৰণৰ কাৰণে। শিক্ষক সতৰ্ক আৰু দৃষ্টিসম্পন্ন নোহোৱাত এতিয়ালৈকে সকলো শিক্ষা বা শিক্ষকতা গতানুগতিক, ৰসহীন আৰু ভাষাগত হৈ পৰিছে। প্ৰতিভাশালী শিক্ষকে যিহকে কৰি গৈছে বৰ্ত্তমান শিক্ষকসকলে তাকেই অনুসৰণ কৰিছে; প্ৰতিভাবান শিক্ষকৰ স্বতন্ত্ৰ ক্ৰিয়াশীলতা (initiative) ৰক্ষা কৰিব পৰা নাই। এইদৰে তেওঁলোকে জ্ঞানাৰ্জ্জনৰ অৱনতি ঘটাই পণ্ডিতালিত পৰিণত কৰিছে। সেই কাৰণে প্ৰত্যেক শিক্ষকে আৰু শিক্ষাব্ৰতীয়ে শিক্ষাৰ বাটত নিজৰ চিন্তা খটুৱাই নিজৰ পথ বিচাৰি উলিয়াব লাগিব। অতীতৰ মৌলিক স্কুলবোৰতো শিক্ষাই ক্ৰমে নিয়ম, ক্ৰম আৰু প্ৰণালীত পৰিণত হৈ তাৰ সৰলতা, শক্তি আৰু সক্ৰিয়তা হেৰুৱাই পেলাইছে। শিক্ষকে সেইবাবে নিয়ম, ক্ৰম বা প্ৰণালীৰ সৃষ্টি কৰিলেও সাৱধানে চাব লাগিব যাতে শিশুৰ মৌলিকতা নষ্ট নকৰাকৈ সিহঁতক নিৰ্দ্দেশৰ দ্বাৰা শিক্ষাৰ পথহে দেখুৱাইছে।

## কাল সক্ৰিয় আৰু গতিশীল

আমি স্থিতিস্থাপক সময়ত বাস কৰা নাই। আমি সক্ৰিয় আৰু গতিশীল কালত বাস কৰিছোঁ। আগতকৈ সকলো বস্তুৰেই পৰিবৰ্ত্তন ঘটিছে। শিক্ষকো সেইবাবে পৰিবৰ্ত্তনশীল হ'ব লাগিব। তেওঁ গুৰি ধৰি বহি থাকিলেই নহ'ব। প্ৰত্যেক শিক্ষকেই উদ্ভাৱক আৰু স্বতন্ত্ৰ ক্ৰিয়াশীল হ'ব লাগিব। কোনো প্ৰণালীয়ে যদি স্থিতিস্থাপকতা আনে, তেন্তে সেই প্ৰণালী পৰিবৰ্ত্তন কৰিব লাগিব। কোনো পন্থাই বা প্ৰণালীয়ে সকলো সময়তে বা সকলো অৱস্থাতে উপযুক্ত হ'ব নোৱাৰে। পাঠ্যপুথিয়ে শিক্ষক বা ছাত্ৰক উদ্গণিহে দিব। পাঠ্যপুথিয়ে কেতিয়াও শিক্ষক বা ছাত্ৰৰ ওপৰত কৰ্ত্তৃত্ব স্থাপন কৰিব নোৱাৰিব।

এই পন্থাৰে জ্ঞানাৰ্জ্জন সৰস হৈ থাকিব আৰু নিত্য নতুন পদ্ধতিৰ দ্বাৰা ই জীৱন্ত হৈ থাকিব। এইদৰে ভাষাৰ জালৰ পৰা ই সাৰিব পাৰিব। যদি উপৰোক্ত বাধা-বিপত্তিবোৰ খণ্ডন কৰিব পাৰি তেন্তে শিক্ষা আৰু শিক্ষকতা সহজ, আনন্দদায়ক আৰু ফলদায়ক হৈ উঠিব।

---

# স্কুল, ব্যক্তি আৰু সমাজ

ব্যক্তিবিশেষৰ প্ৰশিক্ষণ আৰু পৰিবৰ্দ্ধনৰ বাবে শিক্ষা; কিন্তু প্ৰত্যেক মানুহে সঙ্ঘ বা সমাজৰ মাজত হে ব্যক্তিত্ব গঢ়ি লয়। নিৰ্জ্জনত বা বায়ুহীন আকাশ মণ্ডলত তাৰ পৰিবৰ্দ্ধন হ'ব নোৱাৰে। সন্ন্যাসধৰ্ম্ম গ্ৰহণ কৰিলেও বা বানপ্ৰস্থী হলেও সন্ন্যাস বা বানপ্ৰস্থ গ্ৰহণৰ পটভূমি হয় সমাজ বা সমাজ-পদ্ধতি। প্ৰকৃত সন্ন্যাস সমাজৰ কল্যাণৰ অৰ্থেহে লোৱা হয়। সমাজৰ কল্যাণৰহিত উদ্দেশ্য লৈ সন্ন্যাস গ্ৰহণ কৰিলে অহমিকাৰ স্বাৰ্থ জড়িত থাকে। ধৰ্ম্মৰ অনুশাসনৰ দ্বাৰা পূত হলেও সন্ন্যাস এই দোষত দুষ্ট হয়। সমাজশোষণৰ ই'ও এটি নৰম পন্থা। নিৰ্জ্জন বনতো সমাজেহে সন্ন্যাসাশ্ৰমৰ ব্যৱস্থা কৰিছে। সমাজৰ নৈতিক সমৰ্থন নাথাকিলে সন্ন্যাসীয়ে শাৰীৰিক, মানসিক বা নৈতিক সমৰ্থনৰ পুষ্টি কেতিয়াও নাপায়। পূৰ্ণতাপ্ৰাপ্তি বা আত্মোপলব্ধিৰ উদ্দেশ্যৰ লগত প্ৰত্যেক প্ৰকৃত সন্ন্যাসীৰ লক্ষ্য থাকে, যাতে আদৰ্শ আৰু উপদেশৰ দ্বাৰা সমাজৰ সেৱা কৰিবলৈ সুবিধা পায়। এই সন্ন্যাস ব্যক্তিবিশেষৰ আৰু সমাজৰ কল্যাণৰ বাবে। বুদ্ধ, খৃষ্ট বা ৰামকৃষ্ণৰ সন্ন্যাস এই স্তৰৰ আছিল। নিজক পূৰ্ণতাৰ বাটত নিবৰ কাৰণে ই একপ্ৰকাৰ সংযম, যাতে সমাজক বেছি ভালকৈ গঢ় দিব পাৰে।

## ব্যক্তি আৰু সমাজ পৰস্পৰ জড়িত

প্ৰকৃত কথা এই যে ব্যক্তি আৰু সমাজ পৰস্পৰ জড়িত। ইটোৰ পৰা সিটোক বিচ্ছিন্ন কৰিব নোৱাৰি। পৰস্পৰৰ সম্বন্ধ অবহেলা কৰিলে ব্যক্তিৰ আৰু সমাজৰ অকল্যাণ অনিবাৰ্য্য। এটাৰ প্ৰতি বিশেষ মনোযোগ দিলে, আনটোৰ অকল্যাণ হয়। উভয়ে সমান গতিত অগ্ৰসৰ হ'ব লাগিব। এটাৰ প্ৰতি বেছি মনোযোগ দিলে সমতা বা ভাৰসাম্য ভঙ্গ হয়। এই সমতা বা ভাৰসাম্য ৰক্ষা কৰাই শিক্ষাৰ বা স্থায়ী সভ্যতাৰ লক্ষ্য। জগতত যতপ্ৰকাৰ বিপ্লব ঘটিছে, প্ৰত্যেকটো বিপ্লৱৰ কাৰণ এই ভাৰসাম্য নষ্ট কৰা। কেতিয়াবা ব্যক্তিবিশেষে উচ্ছৃংখল মনোবৃত্তিৰে সমাজত বিশৃংখলতাৰ সৃষ্টি কৰে, আৰৌ কেতিয়াবা সমাজে ব্যক্তিবিশেষক এনেদৰে মুচৰি পেলায় যে ব্যক্তিৰ স্বাতন্ত্ৰ্য আৰু ব্যক্তিপ্ৰতিভা নষ্ট হৈ যায় আৰু সি কেৱল মাত্ৰ আপোনা-আপুনি চলি থকা যন্ত্ৰৰ নিচিনা হৈ পৰে। সেইবাবে মানৱতা ব্যক্তি-নিৰ্ভৰ নে সমাজ-নিৰ্ভৰ তাকে লৈ সন্দিগ্ধতাৰ সৃষ্টি হৈছে। উভয়ৰ সমন্বয় এতিয়াও স্থায়ী হৈ উঠা নাই।

শিক্ষা সেইবাবে কাৰ্য্যকৰী আৰু ফলপ্ৰদ হ'বলৈ ব্যক্তিৰ অভাৱ অভিযোগৰ ফালে দৃষ্টি ৰাখি সামাজিক লক্ষ্য আগত লৈ সমাজক গঢ় দিবলৈ চেষ্টা কৰিব লাগিব। পুৰাতন চীনদেশীয় দাৰ্শনিক ঋষি কনফুচিয়াছে সেইবাবে শিক্ষাৰ লগত

ব্যক্তি-জীৱন আৰু সামাজিক জীৱনৰ সমন্বয় এইদৰে আনিছিল—"প্ৰকৃতি ভগবানৰ দান। প্ৰকৃতিৰ লগত ঐক্য স্থাপনেই কৰ্ত্তব্যৰ পথ। এই পথৰ নিয়ন্ত্ৰণেই শিক্ষা।" এতিয়া কৰ্ত্তব্যত ব্যক্তি আৰু সমাজৰ কথা নিহিত আছে। বেছি আধুনিক যুগত প্ৰফেছৰ জন ডিউবিয়ে শিক্ষাৰ সংজ্ঞা এইদৰে দিছিল—"শিক্ষা ব্যক্তিৰ অন্তৰ্নিহিত শক্তিৰ শ্ৰেয়তৰ নিয়ন্ত্ৰণৰ দ্বাৰা, ব্যক্তিৰ ক্ৰমবৰ্দ্ধিত অভিজ্ঞতাৰ সহায়ত, অতীতৰ অভিজ্ঞতাক সমাজকল্যাণৰ উচ্চতৰ মূল্য নিৰ্দ্ধাৰণৰ বাবে এটি প্ৰণালী মাথোন।" প্ৰফেছৰ জেমছে শিক্ষাৰ সংজ্ঞা দিছে—"শিক্ষা প্ৰাকৃতিক আৰু সামাজিক পাৰিপাৰ্শ্বিকতাত ব্যক্তিৰ উপযুক্ত স্থান নিৰ্দ্দেশ কৰিবলৈ চিৰাচৰিত কৰ্ম্মাভ্যাসৰ সমন্বয় মাথোন।"

## অকল অন্নসমস্যা সমাধানেই শিক্ষাৰ লক্ষ্য নহয়।

বৰ্ত্তমান প্ৰচলিত ভাৰতৰ যি শিক্ষা সেই শিক্ষাত সামাজিক উদ্দেশ্য একো নাই। অন্নসমস্যা সমাধানেই বৰ্ত্তমান শিক্ষাৰ প্ৰধান লক্ষ্য। সেইবাবেই যে ইয়াত অন্নসমস্যাৰ সমাধান নহয় তাত আচৰিত হʼবলগীয়া একো নাই।

তেন্তে শিক্ষা জীৱনৰ সমস্যা সমাধানৰ বাবে আৱশ্যক। জীৱনটো কি? জীৱনটোৱে কোনো প্ৰকাৰৰ নহয় কোনো প্ৰকাৰৰ সমাজগঠনৰ অৰ্থ সূচায়। প্ৰত্যেক সমাজে সেই কাৰণে সমাজৰ অভাৱ আৰু লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি তদুপযোগী শিক্ষা-ব্যৱস্থাৰ আঁচনি লৈছে। আনফালে, যিমানেই প্ৰয়োজনীয় নহওক শিক্ষা কেৱল সংবাদ সংগ্ৰহ আৰু জ্ঞান আহৰণেই নহয়। শিক্ষাৰ প্ৰধান কথা চৰিত্ৰ গঠন। ব্যক্তিয়ে অকলে চৰিত্ৰ-গঠন কৰিব নোৱাৰে। সামাজিক বাতাৱৰণৰ আৱশ্যক আছে চৰিত্ৰ-গঠনত। সমাজেহে চৰিত্ৰৰ ঠাচ দিয়ে। বিভিন্ন উদ্দেশ্য বা লক্ষ্য থকা বিভিন্ন সমাজৰ কথা আমি বুৰঞ্জীত পাওঁ। প্ৰত্যেক সমাজেই নিজৰ লক্ষ্য আৰু উদ্দেশ্য অনুসৰি সমাজৰ লোকৰ চৰিত্ৰ বিচাৰে। প্ৰধানতঃ যুদ্ধৰ উদ্দেশ্যত গঠিত সমাজৰ আৰ্হি পোৱা যায়, আকৌ আধ্যাত্মিক উদ্দেশ্যত গঠিত সমাজৰ আৰ্হিও আছে। বাণিজ্য আৰু যান্ত্ৰিক শিল্পবাদী সমাজৰ আৰ্হিও আছে। প্ৰত্যেক সমাজেই উদ্দেশ্য আৰু লক্ষ্য অনুসাৰে শিক্ষাৰ গঢ় দিয়ে।

প্ৰাচীনতম সভ্য জাতি চীনাসকলে এটা জটিল শিক্ষাপদ্ধতি গঢ়ি তুলিছিল। চীনদেশৰ বিখ্যাত ব্যক্তি-জীৱনৰ আৰু সমাজগঠনৰ সম্বন্ধ অতি নিকটতম। আন কোনো দেশৰ শিক্ষাই একেপ্ৰকাৰ উচ্চশিক্ষিত বিশিষ্ট কৃষ্টিসম্পন্ন লোকক শতাব্দীৰ পাছত শতাব্দীলৈ সমানে গঢ় দিব পৰা নাই। প্ৰাচীন হিন্দুৰো সমন্বিত শিক্ষা-পদ্ধতি আছিল, যদিও সি প্ৰধানতঃ উচ্চ জাতিৰ বাবেহে। জীৱনৰ চতুৰ্ব্বৰ্গ ফল—ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ উপাৰ্জ্জন—চাৰি প্ৰকাৰ বৰ্ণাশ্ৰম

ধৰ্ম্মৰ মাজেদি কৰিব লাগিছিল। এই চতুৰ্ব্বৰ্গ লাভৰো সম্পৰ্ক আছিল—ব্যক্তি আৰু সমাজত। প্ৰাচীন স্পাৰ্টান্ বিলাকে ৰাজনীতি আৰু ৰাজ্যৰ উদ্দেশ্য অনুসাৰে শিক্ষা গঢ়ি লৈছিল। তেওঁলোকৰ শিক্ষা প্ৰধানতঃ যুদ্ধবিদ্যাসম্পৰ্কীয় আছিল। মধ্যযুগৰ সমাজ-ব্যৱস্থাৰো শিক্ষা বিভিন্ন আছিল।

বৰ্ত্তমান ইউৰোপত নিজ নিজ প্ৰধান উদেদশ্য অনুসাৰে শিক্ষাৰ গঢ় দিছে। নতুনকৈ সংগঠিত কম্যুনিষ্ট ৰাছিয়ায়ো নিজৰ লক্ষ্য আৰু উদ্দেশ্য অনুসৰি শিক্ষা-পদ্ধতি গঢ়ি লৈছে।

শিক্ষা-পদ্ধতিয়ে ব্যক্তি আৰু সমাজক সম্পূৰ্ণৰূপে পৰিবৰ্ত্তিত কৰি নতুন গঢ় দিব পাৰে নে নোৱাৰে অথবা মানুহৰ কিছুমান প্ৰবৃত্তি বা স্বভাৱ আছে যাক কোনো শিক্ষাই সম্পূৰ্ণৰূপে পৰিবৰ্ত্তিত বা ধ্বংস কৰিব নোৱাৰে, এইবোৰ বাক্-বিতণ্ডালৈ নগৈ আমি মাজতে সাধাৰণ বুদ্ধিত এইটো গ্ৰহণ কৰিব পাৰোঁ যে শিক্ষা ব্যক্তিৰ চৰিত্ৰ গঠনৰ প্ৰধান অস্ত্ৰ আৰু শিক্ষাই সমাজক উপযুক্ত নিৰ্দ্দেশ দিব পাৰে। সমাজৰ প্ৰত্যেক ক্ষুদ্ৰ সমষ্টিৰ জ্ঞাত বা অজ্ঞাত কিছুমান উদ্দেশ্য আছে। সেই সেই সমাজৰ শিক্ষাও সেই সেই উদ্দেশ্য অনুসাৰে গঢ় লয়। যদিও সমাজৰ লক্ষ্য আৰু শিক্ষা-পদ্ধতিত আৱশ্যকীয় সম্বন্ধ সদায় আছে তথাপি সেই লক্ষ্যত উপনীত হবলৈ নানাপ্ৰকাৰ শিক্ষা-পদ্ধতি আছে। লক্ষ্য যিয়েই নহওক, পদ্ধতিটো বৈজ্ঞানিক, মনস্তাত্ত্বিক আৰু ফলপ্ৰদ হব লাগিব। সেইবাবে গান্ধীজীৰ কল্পিত সমাজৰ অনুসাৰে বুনিয়াদী শিক্ষা-পদ্ধতি পৰিকল্পিত হৈছে নে নাই তাকেহে বিচাৰ কৰিব লাগিব।

## গান্ধীজীৰ জীৱন-দৰ্শন

গান্ধীজীৰ মতে ব্যক্তি হৈছে ঐশ্বৰিক সৃষ্টি। তাৰ অদৃষ্ট বা লক্ষ্যও ঐশ্বৰিক। তাৰ লক্ষ্যও সেইবাবে আধ্যাত্মিক হব লাগিব—তাৰ লক্ষ্য জড়বাদী হব নোৱাৰিব। সি যদি এই লক্ষ্যত উপনীত হব খোজে তেন্তে সি নিজক যন্ত্ৰ হিচাবে ব্যৱহৃত হব দিব নোৱাৰিব। আন কোনো ব্যক্তিয়ে বা সমাজে যাতে তাক সেইদৰে ব্যৱহাৰ কৰিব নোৱাৰে, তাৰ কোনো সুবিধা সি দিব নালাগে। সমাজত সি যাতে এই ঐশ্বৰিক উদ্দেশ্য সাধন কৰিব পাৰে তাৰ বাবে যত্নবান্ হব লাগিব; কিন্তু যদি কোনো সমাজব্যৱস্থাত তাৰ সৰ্ব্বশ্ৰেষ্ঠ হিতসাধন হব নোৱাৰে, তেন্তে সেই সমাজ ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ আৰু নিজৰ বাট সি নিজেই উলিয়াই লবলৈ তাৰ অধিকাৰ আছে আৰু সেইটো তাৰ কৰ্ত্তব্যও; কিন্তু এই বিদ্ৰোহ কেৱল ব্যক্তিৰ উন্নতিৰ বাবেই হব নালাগে; সামাজিক উদ্দেশ্যেও হব লাগিব।

জড়বাদীৰ পক্ষে ব্যক্তিৰ আত্মোপলব্ধিই লক্ষ্য নহয়। প্ৰকৃততে ইহজগতত

অস্থায়ী অস্তিত্বৰ ব্যতিৰেকে তাৰ কোনো অস্তিত্ব নাই। মৃত্যুৰ লগে লগে তাৰ অন্ত হয়। জীৱনৰ ধাৰাবাহিক প্ৰগতিও তাৰ সেইবাবে নাই। ব্যক্তিৰ অমৰত্বও তাৰ নাই; কিন্তু সমাজ ধাৰাবাহিক আৰু প্ৰগতিমূলক। সমাজৰ অমৰত্ব আছে। এই অমৰত্ব সীমাহীন আৰু অনন্ত গতিত প্ৰবাহিত হৈ আছে আৰু যদিও বৰ্ত্তমান সভ্যতাৰপৰা এই কথা বুজা নাযায় তথাপি এই অনন্ত প্ৰগতিৰ ফল হৈছে— কৃষ্টি আৰু সভ্যতাৰ সূক্ষ্মতম অৱস্থালৈকে সংস্কাৰ। ব্যক্তি মৰে আৰু অদৃশ্য হয়। সমাজ তিষ্ঠি থাকে, প্ৰগতিৰ বাটত আগবাঢ়ে আৰু নতুন সংস্কৃতিৰ পথত আগুৱাই যায়। এই প্ৰগতিৰ কোনো অন্ত নাই। ব্যক্তি সেইবাবে এই উদ্দেশ্যসিদ্ধিৰ বাটত বাহন মাথোন। ব্যক্তিয়ে স্বাধীন সত্তা দাবী কৰিব নোৱাৰে। ই সত্য কথা যে সমাজৰ প্ৰগতিৰ লগে লগে ভৱিষ্যতত ব্যক্তিয়ে অধিকতৰ ধনী, অধিকতৰ সম্পদশালী আৰু মহত্তৰ জীৱন যাপন কৰিব; কিন্তু ব্যক্তিৰ পূৰ্ণতাপ্ৰাপ্তিৰ কোনো সম্ভাৱনা নাই কিম্বা ইহজগতৰ পাছত অমৰত্বও তাৰ নাই। সমাজৰ প্ৰগতিত সহায় কৰিলেই ব্যক্তিৰ কৰ্ত্তব্য কৰা হয়। অৱশ্যে সমাজৰো পূৰ্ণতাপ্ৰাপ্তিৰ কোনো সম্ভাৱনা নাই। লক্ষ্য সদায় আগলৈ গতি কৰি আছে।

## আধ্যাত্মিক সমাজ

গান্ধীজীৰ মতে এখন আধ্যাত্মিক সমাজত ব্যক্তিয়ে নিজৰ পূৰ্ণতাপ্ৰাপ্তিৰ বাবে যত্ন কৰিব লাগিব। এই আধ্যাত্মিক সমাজ এনে কিছুমান নীতিত প্ৰতিষ্ঠিত হ'ব লাগিব যি সমাজে ব্যক্তিক ক্ৰমে ঐশ্বৰিক লক্ষ্যৰ ফালে পৰিচালিত কৰিব। সংক্ষেপে কবলৈ হ'লে এই নীতিবোৰ হৈছে—প্ৰেম, অহিংসা, সত্য আৰু ন্যায়পৰায়ণতা। যি সমাজ এই নীতিত প্ৰতিষ্ঠিত সেই সমাজত অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম্মসম্বন্ধীয় শোষণৰ কোনো স্থান নাই। অৰ্থনৈতিক ক্ষেত্ৰই শোষণৰ একমাত্ৰ ক্ষেত্ৰ নহয়। নানাফালৰপৰা ক্ষমতা গ্ৰহণ কৰি দুৰ্ভগীয়া আৰু দুৰ্ব্বল ব্যক্তিক নানাপ্ৰকাৰে শোষণ কৰিব পাৰি। বুৰঞ্জী প্ৰসিদ্ধ কুলাঙ্গাৰসকলৰ ভিতৰত আমি যিসকল অত্যাচাৰী আৰু একনায়কত্ববাদী লোকৰ উদাহৰণ পাওঁ, যিসকলে অসংখ্য নৰ-নাৰীক নিজৰ ব্যক্তিগত স্বাৰ্থ আৰু প্ৰাধান্য বিস্তাৰৰ বাবে, যশ আৰু সাফল্যৰ বাবে বলি দিছে, সেইসকলে যে কেৱল অৰ্থনৈতিক প্ৰাধান্যৰ বাবেহে তেনে কৰিছিল তেনে কথা নহয়। সেইসকলৰ ভিতৰত বহুতে নিজৰ বা নিজৰ সতি-সন্তানৰ বাবে বিপুল অৰ্থ-উপাৰ্জ্জনৰ উদ্দেশ্যেও লোৱা নাছিল। কিছুমানে বিপুল অৰ্থ-উপাৰ্জ্জনৰ উদ্দেশ্যেও লোৱা নাছিল। কিছুমানে সন্ন্যাসীৰ জীৱন যাপন কৰিছিল; কিন্তু তেওঁলোকৰ মনত অসাধাৰণ আৰু অসীম ক্ষমতাৰ বাবে এটি প্ৰবল তৃষ্ণা আছিল। আজিৰ একনায়কসকলেও ধনিকতন্ত্ৰবাদীসকলৰ নিচিনাকৈ ধনৰ আকাঙ্ক্ষাত নিজৰ দেশবাসীক শোষণ নকৰে। তেওঁলোকৰ নিজৰ ব্যক্তিগত

জীৱনযাত্ৰাত বৰ কঠোৰ নিয়ম পালন কৰে আৰু তেওঁলোকে অতি সাধাৰণ জীৱন যাপন কৰে। তেওঁলোকে তেওঁলোকৰ স্থান অৰ্থনৈতিক শক্তিৰ পৰিচালনাৰ দ্বাৰা লাভ কৰা নাই, লাভ কৰিছে ৰাজনৈতিক শক্তিৰ ব্যৱহাৰৰ দ্বাৰা, সুক্ষ্ম আৰু মনোবিজ্ঞানিক পদ্ধতিৰে জনগণৰ সাধাৰণ মনোবৃত্তিৰ ওচৰত আবেদন কৰি আৰু বহুল প্ৰচাৰ-পদ্ধতিৰ পথ অনুসৰণ কৰি।

## শোষণমুক্ত সমাজ

গান্ধীজীয়ে যি সমাজ-ব্যৱস্থা কল্পনা কৰিছিল সি অৰ্থনৈতিক বা সকলোপ্ৰকাৰ শোষণৰপৰা মুক্ত হব লাগিব। এই সমাজ ব্যৱস্থা প্ৰবৰ্ত্তনৰ বাবে অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক জীৱন অহিংস, সত্য আৰু ন্যায়পৰাণতাৰ ওপৰত প্ৰতিষ্ঠা কৰিব লাগিব। যদি এই নীতিবোৰ নাথাকে আৰু যি পৰিমাণে নাথাকে সেইপৰিমাণে যে সমাজ-শোষণৰ বাট মুকলি হৈ থাকিব ই ধ্ৰুব। য'তে শোষণ থাকে, ত'তে মানুহৰ ঐশ্বৰিক মৰ্য্যাদা ক্ষুন্ন হয় আৰু সি ঐশ্বৰিক লক্ষ্যৰ পৰা আঁতৰি যন্ত্ৰবিশেষত পৰিণত হয়। গান্ধীজী সেইবাবে সকলোপ্ৰকাৰ ক্ষমতা, সামাজিক-প্ৰতিষ্ঠা আৰু ঐহিক সম্পদ মুষ্টিমেয় কেইজনমান লোকৰ হাতত কেন্দ্ৰীভূত কৰিবলৈ ইচ্ছা কৰা নাছিল। তেওঁ কল্পনা কৰিছিল শ্ৰেণীবিহীন কৰ্ম্মীৰ সমাজ-ব্যৱস্থা প্ৰবৰ্ত্তন কৰিবলৈ। তেওঁৰ এই সম্পৰ্কে যিবিলাক বাণী, সেই বাণীবিলাকৰ ভুল অৰ্থ কৰা হৈছে আৰু এটা বিশৃঙ্খলতাৰ সৃষ্টি কৰা হৈছে। তেওঁ কেইবাঠাইতো কৈছে যে তেওঁ জাতিভেদত বিশ্বাস কৰে; কিন্তু তেওঁ পুৰণি ভাষা নতুন অৰ্থত ব্যৱহাৰ কৰিছে। তেওঁৰ যি-কোনো এটা উক্তিৰ পৰা বেলেগে লৈ তাৰ অৰ্থ গ্ৰহণ কৰিলে নহব। তেওঁৰ চিন্তাধাৰাৰ আৰু দৰ্শনৰ লগত সমন্বিত সমগ্ৰ উক্তিৰপৰা এই কথা আহৰণ কৰিব লাগিব। তেওঁ জাতিভেদৰ দ্বাৰা যি অৰ্থ স্বীকাৰ কৰিছে, , সেই অৰ্থ বৰ্ত্তমান প্ৰচলিত হিন্দু-সমাজৰ জাতিভেদৰ পৰা আৰু আজিৰ গোঁড়া হিন্দুৱে জাতিভেদৰ দ্বাৰা যি বুজে তাৰ পৰা সম্পূৰ্ণ বেলেগ। তেওঁৰ অৰ্থ হৈছে শ্ৰমবিভাগৰ আৰু শ্ৰমসম্পাদনৰ বিশেষ জ্ঞানৰ ভিত্তিত প্ৰতিষ্ঠিত যি জাতিভেদ, সেই জাতিভেদ, আৰু ব্যক্তিৰ স্বভাৱ আৰু জন্মগত বা বংশানুবৰ্ত্তনৰ নৈপুণ্যৰ ভিত্তিত প্ৰতিষ্ঠিত যি জাতিভেদ, সেই জাতিভেদ। পুৰোহিত শ্ৰেণীৰ বিভাগ অনুসাৰে প্ৰবৰ্ত্তিত জাতিভেদৰ পক্ষপাতী তেওঁ নাছিল। কেন্দ্ৰীভূত বৃহৎ যন্ত্ৰশিল্পৰ চাৰিউফালে গঢ়ি উঠা কৰ্ম্মচাৰীৰ সমাজৰ শ্ৰেণীবিহীন ব্যৱস্থাতো তেওঁ বিশ্বাস কৰা নাছিল। ব্যক্তিনিয়ন্ত্ৰিত বৃহৎ কেন্দ্ৰীভূত যন্ত্ৰশিল্পই যে শোষণ-ব্যৱস্থাৰ প্ৰবৰ্ত্তন কৰে তাৰ প্ৰমাণৰ আৱশ্যক নকৰে। ই ধনিকবাদত পৰিণত হয় আৰু প্ৰায়েই আন্তঃশ্ৰেণী আৰু আন্তৰ্জ্জাতিক হিংসা আৰু ঘৃণাৰ সৃষ্টি কৰি গৃহযুদ্ধ আৰু আন্তৰ্দ্দেশিক যুদ্ধ সৃষ্টি কৰে। আজি সৰ্ব্বত্ৰ আমি তাকে দেখা পাইছোঁ।

## একান্নবৰ্ত্তী পৰিবাৰ

গান্ধীজী একান্নবৰ্ত্তী পৰিবাৰ আৰু পাৰিবাৰিক নৈতিকতাত বিশ্বাস কৰিছিল। একান্নবৰ্ত্তী পৰিবাৰ তিষ্ঠি থাকিবলৈ হ'লে সম্পত্তিৰ আৱশ্যক। এই স্বতন্ত্ৰ সম্পত্তি শোষণ-পদ্ধতিত আৰ্জ্জিত নহ'ব নোৱাৰিব। গান্ধীজীৰ পৰিকল্পনামতে প্ৰত্যেক ব্যক্তিয়েই শ্ৰম কৰিব লাগিব। কোনো এজন অংশীদাৰে যদি মানসিক চৰ্চ্চাৰ কামতো ব্যস্ত থাকে তথাপি তেওঁ নিজৰ বাবে নহলেও, নিজৰ পৰিবাৰৰ বাবে হ'লেও শ্ৰমৰ কাৰ্য্য কৰিব লাগিব।

এইবিলাক আদৰ্শ উপলব্ধি কৰি নতুন সমাজ সৃষ্টি কৰাৰ ভাৰ ভাৰতৰ শিক্ষাবিদ্ আৰু শিক্ষানুষ্ঠানসকলৰ ওপৰত। সেই অৰ্থে বুনিয়াদী শিক্ষাৰ পৰিকল্পনা আৰু সেই পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ নতুন দৃষ্টি-ভঙ্গী, নতুন কৰ্ম্মপদ্ধতি, নতুন শিক্ষানুষ্ঠান আৰু নতুন পাঠ্যপুথিৰ আৱশ্যক হৈছে।

---

# শিশু

## বুনিয়াদী শিক্ষা শিশু-কেন্দ্রিক

বুনিয়াদী শিক্ষা শিশু-কেন্দ্রিক। সকলো প্ৰকাৰ শিক্ষাই প্ৰকৃততে শিশু-কেন্দ্রিক, কিন্তু বুনিয়াদী শিক্ষাত শিশুক কেন্দ্ৰ কৰি শিক্ষাদানৰ সকলো প্ৰকাৰ প্ৰচেষ্টা চলোৱা হৈছে। শিশুৰ অভাব, শিশুৰ আকৰ্ষণ আৰু শিশুৰ অভিজ্ঞতাক আশ্ৰয় কৰি শিশুৰ শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। শিশুৰ শৰীৰ, মন আৰু আত্মা কেনেকৈ পৰিবৰ্দ্ধিত হয় তাৰবাবে শিক্ষকে যত্ন লব লাগিব। আধুনিক শিক্ষা-পদ্ধতি বিলাকৰ বিষয়ে শিক্ষকে জানিলেই নচলিব—শিশুৰ লগত শিক্ষকে খেলিব লাগিব, ফুৰিব লাগিব শিশুৰ প্ৰকৃতি নিৰীক্ষণ কৰিব লাগিব আৰু শিশুৰ লগত একলগে কাম কৰিব লাগিব। মনোবিজ্ঞান পঢ়িলে শিশুৰ মনৰ বিষয়ে যথেষ্ট জ্ঞান আহৰণ কৰিব পাৰি সঁচা কিন্তু নিজৰ স্কুলৰ ল'ৰা-ছোৱালীহঁতৰ মন বুজিবলৈ শিক্ষকে কাৰ্য্যতঃ যত্ন কৰিব লগিব। পুথিগত বিদ্যাৰ প্ৰয়োগ কৰ্ম্ম-ক্ষেত্ৰত শিশুৰ মনৰ গতি লক্ষ্য কৰি খুটুৱাব লাগিব।

## শিশুৱে কাম কৰিবলৈ ভাল পায়

সুস্থ শিশু এটি সদায় কিবা নহয় কিবা এটি কৰি থাকে। সি অলস হৈ বহি নাথাকে। তাৰ মনত যি ভাল লাগে তাকেই কৰি থাকে। ভিতৰৰ পৰা তাৰ এটি উদগণি সদায় আছে। এই উদগণিৰ দ্বাৰা চালিত হৈ সি নতুন নতুন অভিজ্ঞতা আহৰণ কৰি ফুৰে। সি ধূলাৰে ভাত ৰান্ধে। তাৰ ভাত ভাই-ভনী আৰু লগৰ লগৰীয়াহঁতক দিয়ে। আনকি পিতাক-মাককো মাতি আনি খাবলৈ দিয়ে। বাঢ়নি লৈ ঘৰ সাৰিবলৈ যায়। পানী লৈ ঘৰ মচিবলৈ যায়। এইদৰে প্ৰত্যেক ল'ৰা-ছোৱালীয়ে আনৰ কাৰ্য্য পৰ্য্যবেক্ষণ কৰি নিজে নিজে অনুকৰণ কৰে। যিহকে দেখে তাকে অনুকৰণ কৰিবলৈ যত্ন কৰে। সেইবাবে শিক্ষক বা শিক্ষানুষ্ঠানৰ কৰ্ত্তব্য হব যাতে ল'ৰা-ছোৱালীবিলাকে বয়স অনুসাৰে নতুন নতুন শিক্ষণীয় বস্তুৰ অভিজ্ঞতা লাভ কৰে, চকুৰ আগত দেখি তাক অনুকৰণ কৰিবলৈ সুবিধা পায়। কোনো কোনো ল'ৰা-ছোৱালী আনবিলাক ল'ৰা-ছোৱালীৰ নিচিনা সমানে মানসিক উত্তেজনাপূৰ্ণ নহব পাৰে। তেতিয়া শিক্ষকে তাৰ কাৰণ উলিয়াবলৈ যত্ন কৰিব। কাৰোবাৰ শৰীৰ সুস্থ নহব পাৰে, আকৌ কোনোবাজনৰ সমান কৌতূহল নাথাকিবও পাৰে। অসুস্থ ল'ৰা-ছোৱালীৰ চিকিৎসাৰ বাবে যত্ন লব লাগিব আৰু কম কৌতূহলী ল'ৰা-ছোৱালীক অধিকতৰ উত্তেজনা দিবৰ বাবে উৎসাহ দিবৰ ব্যৱস্থা কৰিব লাগিব।

## কৌতূহল নিবাৰণ কৰাই শিক্ষা

কৌতূহল ওপজাৰ লগে লগে ল'ৰা-ছোৱালীয়ে—এইটো কি, সেইটো কি—এইদৰে নানা প্ৰকাৰৰ প্ৰশ্ন কৰে। আমি এইবোৰ প্ৰশ্নৰ উত্তৰ দিওঁতে অতি সাৱধান হ'ব লাগে। আমাৰ ভিতৰত এনেকুৱা অনেক শিক্ষক বা অভিভাৱক আছে যে তেওঁলোকে এনেবোৰ প্ৰশ্নৰ বাবে শিশুক অনাৱশ্যক ধমক্ দি তাক নীৰৱ কৰি ৰাখিবলৈ যত্ন কৰে। আমি বহুতে হয়তো শিশুৰ প্ৰশ্নৰ যথাযথ উত্তৰ দিব নোৱাৰিব পাৰোঁ। কিন্তু শিশুৰ কৌতূহল নিবাৰণ কৰিব পৰা বা শিক্ষামূলক কোনো উত্তৰ দিব পৰা আমাৰ প্ৰত্যুৎপন্নমতিত্ব থাকিব লাগে। নজনা কথা শিক্ষকে জানি লৈ বিছুমান পাছত ক'লেও হয়। শিশুৰ কৌতূহল নিবাৰণৰ যি প্ৰকৃত চেষ্টা সিয়েই শিক্ষা। সেই শিক্ষাই স্বাভাৱিক শিক্ষা।

## শিশু জাতিৰ প্ৰতীক

শিশুই জাতীৰ প্ৰতীক। শিশু জাতিৰ কৃষ্টি আৰু সভ্যতা উত্তৰাধিকাৰ-সূত্ৰে পায়। ভৱিষ্যতেও সি তাক নিজৰ পো-নাতিক দি যাব লাগিব। পুৰণি কালত শিক্ষা নিৰ্ভৰ কৰিছিল চৰিত্ৰ গঠনত। আধুনিক জগতত আধ্যাত্মিক চৰিত্ৰতকৈ নাগৰিক চৰিত্ৰত শিক্ষাই বেছি গুৰুত্ব দিয়ে। শিক্ষাই শিশুক উপযুক্ত নাগৰিক কৰি তুলিব লাগিব। শিক্ষাই শিশুক সমাজ-সেৱাৰ উপযুক্ত কৰি তুলিব লাগিব। উপযুক্ত নাগৰিকত্বৰ শিক্ষাত শিক্ষিত হৈ শিশুৱে এনে এটি ঘৰুৱা আৰু সামাজিক পৰিবেশৰ সৃষ্টি কৰিব লাগিব যি পৰিবেশৰ প্ৰভাৱত উত্তৰাধিকাৰ-সূত্ৰে পো-নাতিয়েকেও প্ৰভাৱান্বিত হ'ব পাৰে। শিক্ষাই যদি এই নতুন আশা-আকাঙ্ক্ষাৰ যোগান ধৰিব লাগে তেন্তে তাৰবাবে নতুন পদ্ধতি আবিষ্কাৰ কৰিব লাগিব।

আজি যি শিশু কাইলৈ সি নাগৰিক—ব্যৱস্থা পৰিষদৰ সদস্য, দেশৰ কৰ্ণধাৰ। গণতান্ত্ৰিক চৰকাৰে এই শিশুক অৱহেলা কৰিব নোৱাৰে। দেশৰ ভৱিষ্যৎ মঙ্গলৰ অৰ্থে চৰকাৰে প্ৰত্যেক শিশুৰ সাধাৰণ শিক্ষাৰ বাবে যত্ন লব লাগিব।

শিক্ষাই যদি শিশুক সমাজৰ ভৱিষ্যৎ নাগৰিক হিচাবে শিক্ষিত কৰি তুলিব লাগে তেন্তে শিশুৱে স্কুলতে তেনে চৰিত্ৰ গঠন কৰিব লাগিব। ৰাজনীতিৰ বা সমাজনীতিৰ তথ্যবোৰ পুথিৰপৰা অধ্যয়ন কৰিলেই উপযুক্ত নাগৰিকত্বৰ শিক্ষা হ'ব নোৱাৰে। স্কুলতে নাগৰিকৰ জীৱন যাপন কৰি ভৱিষ্যৎ নাগৰিকত্বৰ বাবে সাজু হ'ব লাগিব। সেইবাবে স্কুলখনক সমাজৰ এটি প্ৰতিকৃতি হিচাবে গঢ়ি তুলিব লাগিব।

শিশু যদি গণতান্ত্ৰিক ৰাষ্ট্ৰৰ এজন সভ্য বা নেতা হ'ব লাগে তেন্তে গণতান্ত্ৰিক ৰাষ্ট্ৰ পৰিচালনাৰ নমুনা সি স্কুলতে শিক্ষা কৰিব লাগিব। পৰম্পৰাৰ

প্ৰতি সামাজিক আচাৰ আৰু সমাজৰ প্ৰতি পৰস্পৰৰ কৰ্ত্তব্য সি বুজি পাব লাগিব। পৰিবৰ্দ্ধমান সমাজৰ সভ্য হ'বলৈ শিশুৱে সমাজৰ প্ৰতি নিজৰ দায়িত্ব আৰু কৰ্ত্তব্য ভালদৰে বুজি পাব লাগিব। পাশ্চাত্য দেশবোৰত এই অৰ্থে স্কুলতে ছাত্ৰৰ শাসন-পৰিষদ স্থাপিত হৈছে। ইউৰোপতকৈ আমেৰিকাত এই নীতি বেছি ভাগে প্ৰয়োগ কৰা হৈছে।

## আত্মসংযোগ আৰু স্বায়ত্ত্ব-শাসন শিক্ষা

আত্মসংযম আৰু স্বায়ত্ত্ব-শাসন শিক্ষা দিবলৈ যি পদ্ধতি শিক্ষানুষ্ঠানবোৰত গ্ৰহণ কৰা হয় সেই পদ্ধতি যেন গতানুগতিকাত পৰিণত নহয় তাৰ বাবে দৃষ্টি ৰাখিব লাগিব। ছাত্ৰ-পৰিষদ ব্যৱস্থা-পৰিষদৰ অনুকৰণত স্থাপন কৰি এটা ব্যঙ্গ অনুষ্ঠানত যাতে পৰিণত নহয় তাৰ বাবে স্কুলীয়া জীৱনত ঘটা প্ৰকৃত সমস্যাৰ সমাধানৰ বাটেদি ছাত্ৰ-পৰিষদ পৰিচালিত কৰিব লগিব। স্কুলতে প্ৰকৃত এখন সমাজ গঢ়ি উঠিব লাগিব। এই সমাজতে পৰস্পৰৰ প্ৰতি পৰস্পৰৰ সহায় সহানুভূতিৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সৃজনমূলক কোনো কৰ্ত্তব্যৰ মাজেদি এই মনোবৃত্তি গঢ়ি তুলিবৰ যত্ন কৰিব লাগে। বৰ্ত্তমান শিক্ষাপদ্ধতিত যি হাতৰ কামৰ বিষয় দিয়া হৈছে নাইবা সমাজ-সেৱাৰ যি আঁচনি লোৱা হৈছে—সি যেন বাহিৰৰ পৰা জাপি দিয়া হৈছে এনে বোধ হৈছে। শিক্ষানুষ্ঠানবোৰৰ কাৰ্য্যক্ৰমণিকাৰ ভিতৰত এই সৃজনমূলক শিল্প বা হাতৰ কামৰ ব্যৱস্থা থাকিব লাগিব আৰু ছাত্ৰ-ছাত্ৰীয়ে যেন তাৰ প্ৰয়োজনীয়তা বা অভাৱ উপলব্ধি কৰি নিজে নিজে সেই কাম কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰে আৰু তাক কৰিবলৈ উপায় উদ্ভাৱন কৰে।

শ্ৰম আৰু উদ্যোগ যদি শিক্ষাৰ বাহন হয় তেতিয়া সামাজিক পৰিবেশৰ সৃষ্টি হ'ব। পৰস্পৰৰ প্ৰতি পৰস্পৰৰ সহযোগ, সহানুভূতি আৰু সহায় যুটীয়াবাৱে প্ৰকাশ পাব। যুটীয়া বা সম্বদ্ধভাৱে যেতিয়া ল'ৰা-ছোৱালীয়ে কাম কৰিব তেতিয়া সামাজিক দৃস্টিভঙ্গীৰে বিষয়বস্তুৰ প্ৰতি দৃষ্টি পৰিব আৰু ক্ৰমে ক্ৰমে সমাজনীতি, অৰ্থনীতি আৰু ৰাজনীতিৰ মূল তথ্যবোৰৰ প্ৰয়োগ শিক্ষা কৰিব পাৰিব।

## ধৰ্ম্ম-জ্ঞান শিক্ষা

এইদৰে শিশুৰ ধৰ্ম্মজ্ঞান জন্মিব বুলিও বিশ্বাস কৰা হৈছে। বৈদিক ধৰ্ম্মৰ মূল সূত্ৰ বা কোৰাণৰ মূল সূত্ৰ শিশুৱে নাজানিব পাৰে, কিন্তু সৰ্ব্বধৰ্ম্মৰ সমন্বয়মূলক নীতিসমূহ সহজে শিশুৱে আয়ত্ত কৰিব পাৰিব। কৃষ্টিসম্পন্ন সভ্য জাতি এটাৰ বিভিন্ন কাৰ্য্য-ক্ষেত্ৰত গৃহীত নীতিসমূহ কেতিয়াও আবহমান কালৰ পৰা চলি অহা ধৰ্ম্মমূলক নীতিৰ বিগৰ্হিত হ'ব নোৱাৰে। জ্ঞান-বিজ্ঞানৰ উন্নতিৰ ঢাপে ঢাপে সামাজিক ৰীতি-নীতিৰ পৰিবৰ্ত্তন হ'ব পাৰে। কিন্তু সত্য, অহিংসা,

ন্যায়পৰায়ণতা ইত্যাদি মূল নীতিৰ কোনো পৰিবৰ্ত্তন হ'ব নোৱাৰে। প্ৰত্যেক সমাজৰ আদি পত্তনতে এই নীতি পৰিলক্ষিত হ'ব। ভ্ৰাতৃত্বৰ ডোলত আবদ্ধ হৈ আমি এখন নতুন নৈতিক-জগৎ সৃষ্টি কৰিব লাগিব। ঈশ্বৰৰ ইচ্ছা বুলি চিৰাচৰিত বিধি-নিষেধৰ মাজেদি আমি আমাৰ নৈতিক-জগৎ সৃষ্টি কৰিবৰ ইচ্ছা কৰা নাই। ঈশ্বৰ সকলোৰে পিতা—সেইবাবে আমি সকলোৱে একে ভাই-ভনীৰ নিচিনা—এই নীতিতকৈ মই যেনে আচৰণ আনৰ পৰা আশা কৰোঁ, ময়ো আনক তেনে আচৰণ কৰিব লাগে—এই নীতিত হে ভ্ৰাতৃ-ভাব গঢ়ি উঠিব লাগে। বুনিয়াদী শিক্ষা এই নীতিৰ পক্ষপাতী।

## শ্ৰেণীহীন সমাজ গঠন

সহযোগিতামূলক কৰ্ম্মৰ মাজেদি শ্ৰেণীহীন সমাজ গঢ়ি উঠিব লাগিব। শিশুক সেইবাবে শিল্পকামৰ শ্ৰমৰ মাজেদি গঢ়ি লৈ যাব লাগিব। উচ্চ-নীচ শ্ৰেণীভেদে শিশুৰ শিক্ষা বিভিন্ন হ'ব নোৱাৰিব। জন্মগত সা-সুবিধা লৈ কৰ্ম্মৰ হীন-ডেঢ়ি হ'ব নোৱাৰিব। ধনী-দুখীয়া বুলি কোনোৱে সুবিধা পাব নোৱাৰিব। সকলো শিশুৱে সমানে একে ক্ষেত্ৰত কাম কৰিব আৰু এই কামৰ মাজেদি শিশুৰ বুদ্ধি-বৃত্তিৰ উৎকৰ্ষ সাধন কৰিব লাগিব। সহযোগিতামূলক কৰ্ম্মৰ মাজেদি সভ্য, প্ৰেম, ন্যায়, শান্তি আৰু নিয়মানুবৰ্ত্তিতা গঢ়ি উঠিব। এই নীতি বা গুণবোৰ নাথাকিলে কোনো উমৈহতীয়া কৰ্ম্ম বা অনুষ্ঠানে সাফল্য লাভ কৰিব নোৱাৰে। প্ৰেম বা অহিংসা নাথাকিলে কোনো সংগঠন প্ৰকৃত সিদ্ধিৰ বাটত আগ বাঢ়ি যাব নোৱাৰে। অন্যান্য ব্যক্তিগত গুণবোৰো উদ্দেশ্যমূলক সামাজিক অনুষ্ঠানবোৰৰ মাজেদি শিশুৰ মনত উৎকৰ্ষ লাভ কৰিব।

## দেশপ্ৰেম

শোষণনীতি বা ভূমিবণ্টনৰ দুৰ্নীতিৰ দ্বাৰা দেশপ্ৰেম উদ্বুদ্ধ নহয়। পৰস্পৰৰ সহযোগিতা পৰস্পৰক শোষণ কৰিবলৈ নহয়—পৰস্পৰৰ উমৈহতীয়া উন্নতি আৰু মঙ্গলৰ কাৰণে হ'ব লাগিব। দেশপ্ৰেম সেইদৰে হে উদ্বুদ্ধ হ'ব। এইদৰে অন্ধ-বিশ্বাস আৰু কুসংস্কাৰৰ পৰা মুক্ত হৈ এটি সবল আৰু সুসভ্য জাতি গঢ়ি উঠিব।

উমৈহতীয়া অনুষ্ঠান উমৈহতীয়া স্বাৰ্থৰ বাবে গঢ়ি তুলিব লাগে; নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে নহয়। সামাজিকতাৰ আদৰ্শ অহিংস-নীতিত প্ৰতিষ্ঠিত হ'ব লাগিব। বিশ্বশান্তিৰ আদৰ্শত জাতীয়-চৰিত্ৰ গঠন কৰিব লাগিব। এইবোৰ ভাব শিশুৰ মনত উদ্বুদ্ধ কৰিব পাৰিলেহে দেশপ্ৰেম উদ্বুদ্ধ কৰিব পৰা যাব।

---

# শিক্ষক

## পুৰণি কালৰ গুৰু

শিক্ষকে পুৰণিকালত সমাজত সন্মানৰ স্থান অধিকাৰ কৰিছিল। আজিকালি সমাজত সেই স্থান শিক্ষকৰ বাবে নাই।

পুৰণিকালত শিক্ষকৰ নানা গুণ আছিল। গুৰু শিষ্যৰ সম্বন্ধ আদৰ্শস্থানীয় আছিল। শিক্ষকৰ গাত যিবোৰ গুণ আছিল—ছাত্ৰৰ গাত ক্ৰমে ক্ৰমে সেইবোৰ গুণ প্ৰতিফলিত হৈছিল। সেইবাবে ৮ বছৰ বয়সৰ পৰা শিষ্য গুৰুগৃহত বাস কৰিছিল। গুৰুৰ আদেশক্ৰমে গুৰুগৃহত যাবতীয় সাংসাৰিক কামত সহায় কৰিছিল। গুৰুগৃহতেই শিষ্যই সাংসাৰিক কাৰ্য্যৰ বাবে পৈণত হৈ উঠিছিল।

তেতিয়া আজিকালিৰ নিচিনা শিক্ষানুষ্ঠান গঢ়িবৰ আৱশ্যক নাছিল। গুৰুগৃহ আৰু প্ৰকৃতি শিষ্যৰ শিক্ষা-ক্ষেত্ৰ আছিল। এই ক্ষেত্ৰৰ মাজত বিচৰণ কৰি শিষ্যই গুৰুৰ পৰা জ্ঞান আহৰণ কৰিছিল, গুৰুৰ আদৰ্শত অনুপ্ৰাণিত হৈছিল।

বুনিয়াদী শিক্ষা-পদ্ধতিত এই আদৰ্শ সম্পূৰ্ণ নিহিত আছে। শিক্ষানুষ্ঠানবোৰ যেন গুৰুগৃহ। গুৰুৱে সাংসাৰিক কাৰ্য্যৰ বাবে শিষ্যক এতিয়াও উপযুক্ত কৰি তুলিব লাগিব। অকল আক্ষৰিক জ্ঞান দিয়াই গুৰুৰ কৰ্ত্তব্য নহয়। সংসাৰ-ক্ষেত্ৰত প্ৰত্যেক মানুহকে অন্ন, বস্ত্ৰ আৰু গৃহ লাগে। অন্ন-বস্ত্ৰ সংগ্ৰহৰ আৰু গৃহনিৰ্ম্মাণৰ বাবে গুৰুৱে শিষ্যক উপযুক্ত কৰি তুলিব লাগিব।

## শিক্ষকৰ কৃষিৰ জ্ঞান থাকিব লাগিব

ভাৰতবৰ্ষ কৃষিপ্ৰধান দেশ। সেইবাবে আমাৰ শিক্ষকসকল একোজন পৈণত কৃষক হ'ব লাগিব। উন্নত ধৰণৰ কৃষিৰ বিষয়ে শিক্ষকে সকলো কথা জানিব লাগিব। স্কুলত যি মাটি থাকে নাইবা গাঁৱৰ মানুহৰ মাটিকেই এটা বন্দবস্ত কৰি লৈ ল'ৰা-ছোৱালীহঁতৰ দ্বাৰা খেতি কৰাব লাগিব—খেতিৰ বিষয়ে জ্ঞান দিবৰ বাবে।

## শিক্ষকসকল হ'ব লাগিব নিপুণ তাঁতী

সেই দৰে শিক্ষকসকল হ'ব লাগিব একোজন নিপুণ তাঁতী। বয়ন-শিল্পত পাৰ্গত হ'ব লাগিব। সূতাকটা আৰু কাপোৰ বোৱাত নিপুণতা আৰ্জ্জি লব লাগিব। অসমত সূতাকটাৰ আৰু কাপোৰ বোৱাৰ অনুকূল পাৰিপাৰ্শ্বিক অৱস্থা আছে।

অসমত কপাহৰ খেতিও হব। কপাহ পোৱাও যায়। খেতি আৰু বয়ন-শিল্পৰ এটি সম্পদ স্থাপন কৰি শিক্ষানুষ্ঠাবোৰে দেশৰ কুটীৰ শিল্পৰ প্ৰতিষ্ঠানও গঢ়ি তুলিব লাগিব। শিক্ষকসকলৰ দায়িত্ব সেই বাবে অতি মহৎ। প্ৰথমতে শিক্ষকসকলৰ শিক্ষাৰ প্ৰতি দৃষ্টিভঙ্গী পৰিবৰ্ত্তিত কৰি লব লাগিব।

## শিশুক আক্ষৰিক-জ্ঞান দিব লাগিব

আক্ষৰিক জ্ঞান ল'ৰা-ছোৱালীহঁতক দিব লাগিব—শিল্প কৰ্ম্মৰ হিচাব ৰখা বা প্ৰণালী লিখা ইত্যাদি কাৰ্য্যৰ জৰিয়তে। আক্ষৰিক জ্ঞান দিয়া প্ৰধান কৰ্ত্তব্য বুলি নাভাবি কোনো এটি শিল্পজ্ঞান শিক্ষা দিয়া প্ৰধান কথা—এই কথা শিক্ষকসকলে বুজি পাব লাগিব।

প্ৰত্যেক ছাত্ৰক সংযত কৰি ৰাখিবৰ আৰু প্ৰত্যেক জনৰে কামত স্পৃহা জগাবৰ উদ্দেশ্যে—প্ৰত্যেক ল'ৰা-ছোৱালীৰ হতুৱাই নিজৰ দৈনন্দিন কাৰ্য্যৰ এটি টোকা ৰখাব লাগিব। এই টোকা লিখিবৰ কাৰণে ল'ৰা ছোৱালীক অক্ষৰজ্ঞান দিবলৈ প্ৰথমতে আৱশ্যক হব। আজি কালি আমি ল'ৰা-ছোৱালী স্কুললৈ আহিলেই চিলঠ-পেঞ্চিল বা কিতাপ এখন কিনি দিওঁ। বুনিয়াদী শিক্ষা-পদ্ধতিত হয়তো প্ৰথমতে এখন কটাৰী বা দাও কিনি দিব লাগিব।

## পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ লগত স্বাস্থ্য-বিজ্ঞান

স্কুলঘৰ, স্কু-কম্পাউণ্ড চাফ্-চিকুণকৈ ৰাখিব লাগিব। এই কামত ল'ৰা-ছোৱালীহঁতৰ নিজৰ এটা স্পৃহা জগাই তুলিব লাগিব। স্বাস্থ্য-সম্বন্ধীয় কথাবোৰ এইবোৰ কামৰ মাজেদি শিক্ষা দিব লাগিব। বৰ্ত্তমান স্বাস্থ্যসম্বন্ধীয় কথা পুথিৰ পৰা টোকা দি শিক্ষা দিয়া হয়। এইপদ্ধতি সম্পূৰ্ণ তুলি দিব লাগিব। নিজৰ জীৱনৰ অভিজ্ঞাতাৰ মাজেদি· স্বাস্থ্যৰক্ষাৰ নিয়ম শিক্ষা দিব লাগিব। প্ৰত্যেক ল'ৰা ছোৱালীয়ে নিজৰ স্বাস্থ্যৰক্ষা কৰিবলৈ যত্নবান হব লাগিব। ল'ৰা-ছোৱালীহঁতৰ দৈনন্দিন ডায়েৰীত যি টোকা লিখে সেয়ে হব শিক্ষাৰ টোকা।

## শিশুৰ কাম নিৰ্দ্ধাৰণ

বুনিয়াদী বিদ্যালয়বোৰত শিশুৰ বাবে কাম নিৰ্দ্ধাৰণ কৰাই হৈছে শিক্ষকৰ প্ৰধান কৰ্ত্তব্য। শিশুৰ বয়স, স্বাস্থ্য আৰু শক্তি অনুসাৰে শিশুক কাম ভাগ দিব লাগিব। বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰমৰ কোনো ধৰা-বাঁধা নিয়মৰ দ্বাৰা নিৰ্দ্দিষ্ট সমষ্টিগত পাঠ নহয়। কামটো যাতে শিশুৰ দৈহিক আৰু মানসিক বিকাশৰ মাধ্যম হয় সেইটোৱেই লক্ষ্য। বুনিয়াদী বিদ্যালয়ত কাম কৰাৰ পৰা যদি শিশুৰ স্বাস্থ্যৰ উন্নতি নহয় তেতিয়া বুজিব লাগিব যে হয় শিশুৰ খাদ্যৰ ত্ৰুটি হৈছে,

নহয় শিক্ষকে কাম বাছি দিয়াত ভুল কৰিছে। স্কুল আৰু ঘৰ বেলেগ এই ভাবটো শিশুৰ মনৰ পৰা আঁতৰাই দিব লাগিব। শিশুৱে ঘৰৰ কামত আনন্দমনে সহায় কৰিব, ঘৰুৱা-জীৱন আৰু পৈতৃক-বৃত্তি উন্নত কৰি তুলিব, এনে শিক্ষাকেই বুনিয়াদী স্কুলত দিয়া হয়। সেই বাবে বিদ্যালয়ত কাম দিবৰ সময়ত শিক্ষকৰ প্ৰথম কৰ্ত্তব্য হ'ব শিশুৰ ঘৰুৱা-জীৱনৰ কথা চিন্তা কৰা। শিশুই যদি ঘৰত যথেষ্ট পৰিশ্ৰম কৰে খেতিৰ কামত—তেতিয়া হ'লে শিশুক স্কুলত বেছি পৰিশ্ৰম কৰিবলৈ দিব নালাগে। ঘৰত সি যি কাম কৰিছে সেই কামকেই শিক্ষাৰ মাধ্যমস্বৰূপে গ্ৰহণ কৰিব লাগিব। স্কুলৰ নিয়মিত কাম শিশুই কৰিব লাগিব—এনে বাধ্যতামূলক নিয়ম শিক্ষকে শিশুৰ ওপৰত নখটাব।

## স্বাস্থ্যৰ মাহেকীয়া বিৱৰণী

এইবিলাক কাম কৰাৰ পৰা শিশুৰ শৰীৰৰ ক্ষতি-বৃদ্ধি হৈছে তাক স্পষ্টকৈ জানিবৰ কাৰণে স্বাস্থ্যৰ মাহেকীয়া বিৱৰণী প্ৰত্যেক শিশুৰ থাকিব লাগিব। এই বিৱৰণীত শিশুৰ বয়স, উচ্চতা (ওখ কিমান), শৰীৰৰ তাপ (টেম্পাৰেচাৰ), ওজন, স্বাভাৱিক অৱস্থাত আৰু প্ৰশ্বাস লবৰ সময়ত বুকুৰ যি ঘেৰ, ওচৰৰ আৰু দূৰৈৰ দৃষ্টি, নাক, কাণ, জিভা, প্লীহা, যকৃৎ, নাড়ী, হৃৎপিণ্ড, ফুচ্‌ফুচ্, শ্বাস-প্ৰশ্বাস আৰু সাধাৰণ অসুস্থতা সম্বন্ধে এই বিৱৰণীত লিখি ৰাখিব লাগিব। দেহ-তত্ত্ব আৰু স্বাস্থ্য-তত্ত্ব শিক্ষা দিবৰ কাৰণে এই বিৱৰণী উত্তম মাধ্যম হ'ব, কাৰণ ই নিজৰ নিজৰ দেহ আৰু স্বাস্থ্য-সম্পৰ্কীয় জ্ঞান।

যি শিশুৰ জ্ঞান ক্ৰমশঃ বাঢ়ি নাযায় সেই শিশুক শাৰীৰিক পৰিশ্ৰম কৰিবলৈ নিদি ডাক্তৰক দেখুৱাব লাগিব।

স্বাস্থ্য সম্পৰ্কে আমাৰ স্কুলবিলাকত যথেষ্ট পৰিমাণে যত্ন লোৱা নহয়। তাৰ কাৰণ—অজ্ঞতা, আৰ্থিক অনাটন আৰু সামাজিক পৰিবেশ। শিক্ষকসকলে ইচ্ছা কৰিলেই স্বাস্থ্য-সম্পৰ্কীয় সাধাৰণ কথাবোৰ শিকি লব পাৰে। এই কথাবোৰ ডাক্তৰেহে জানিব লাগে—অইন মানুহে জানিব নালাগে এনে কথা নহয়। সকলো মানুহেই জানিব লাগে; বিশেষকৈ শিক্ষকসকলে অৱশ্যে জানিব লাগে।

---

# শিক্ষকতাৰ কাৰণে কি কি গুণ থকা আৱশ্যক

## (১) শিক্ষকৰ শিক্ষকতাৰ প্ৰতি অনুৰাগ

যি লোকৰ শিক্ষাৰ প্ৰতি আগহ নাই, কেবল ধনৰ প্ৰতি আগ্ৰহ, তেনেলোক শিক্ষকতা কামৰ বাবে আগবাঢ়ি আহিব নালাগে। শিক্ষকসকলে প্ৰকৃততে জাতি গঠন কৰে; সেইবাবে শিক্ষকসকলে যদি কেবল জীৱিকা অৰ্জ্জনৰ বাবেহে জীৱিকা অৰ্জ্জনৰ আন পথ বিচাৰি নাপাই শিক্ষক হৱলৈ আহে শিক্ষকতাৰ কামৰ বাবে যি প্ৰেৰণা আৰু উৎসাহৰ আৱশ্যক সেই প্ৰেৰণা আৰু উৎসাহ নাপাব। প্ৰত্যেক কামৰ প্ৰতি ৰাপ, আগ্ৰহ আৰু উৎসাহ আৱশ্যক। ইয়াৰ ব্যতিৰেকে কোনো কামতে সফলতা আৰ্জ্জিব নোৱাৰে। শিক্ষকতাৰ বাবে ই বিশেষকৈ আৱশ্যক। শিক্ষকতা কামত যথেষ্ট ধৈৰ্য্য লাগে আৰু ইয়াত যথেষ্ট আমনি পাব লাগিব। শিক্ষকে যদি নিজৰ কামত আনন্দ নাপায়, তেওঁ শিশুৰ ভিতৰত উৎসাহ বৰ্দ্ধন কৰি শিশুক শিক্ষাকাৰ্য্যত সহায় কৰিব নোৱাৰিব। শিক্ষকে যদি শিক্ষকতা কাৰ্য্যত উত্তৰোত্তৰ উন্নতিৰ যত্ন নকৰে তেতিয়া হলে তেওঁ শিশুক ক্ৰমিক পৰিবৰ্দ্ধনত আৰু ব্যক্তিত্ব অৰ্জ্জনত সহায় কৰি নোৱাৰিব।

## (২) শিক্ষকৰ শিক্ষাৰ উদ্দেশ্যৰ প্ৰতি দৃষ্টি

নিজৰ কামটোৰ বিষয়ে শিক্ষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। নিজৰ উদ্দেশ্য ভালকৈ বুজি পাব লাগিব। শিক্ষাৰ উদ্দেশ্য হৈছে শিশুৰ সৰ্ব্বাঙ্গীন পৰিবৰ্দ্ধন, চৰিত্ৰ গঠন, গণতান্ত্ৰিক সমাজ গঠন, মাৰ্জ্জিত ৰুচিৰ উৎকৰ্ষসাধন, জ্ঞান আহৰণ আৰু পাণ্ডিত্য উপাৰ্জ্জন। ভৱিষ্যৎ সমাজৰ প্ৰতি দৃষ্টি ৰাখি শিশু কেনেকুৱা সমাজৰ নাগৰিক হব লাগিব তালৈ শিক্ষকৰ দৃষ্টি থাকিব। স্কুলৰ কি কি অভিজ্ঞতাৰ মাজেদি শিশুৰ ব্যক্তিত্বৰ বিকাশ আৰু পূৰ্ণতা প্ৰাপ্তি ঘটাব পাৰি সেই বিষয়ে শিক্ষকৰ সম্পূৰ্ণ জ্ঞান থাকিব লাগিব। শিক্ষাদান কাৰ্য্যত সমল আহৰণ কৰিবৰ অৰ্থে যেনেকৈ অতীতৰ প্ৰতি দৃষ্টি দিব লাগিব ঠিক তেনেকৈ শিশুৱে শিক্ষা সাং কৰি কি লক্ষ্যত উপনীত হব তালৈকেও শিক্ষকৰ চোকা দৃষ্টি থাকিব লাগিব।

## (৩) শিক্ষকৰ নিজৰ স্বাস্থ্য আৰু মানসিক গুণ

স্বাস্থ্য সকলো মানুহৰেই প্ৰয়োজন; বিশেষকৈ শিক্ষকৰ পক্ষে সি বেছি প্ৰয়োজন। কণা, কুজা, খোঁৰা লোক শিক্ষক হোৱা উচিত নহয়। সুন্দৰ চেহেৰা আৰু সাজপাৰ, উদাৰ মনোভাব, প্ৰফুল্ল মন, প্ৰচুৰ জীৱনীশক্তি যি শিক্ষকৰ থাকে তেওঁ বেছি ভাল শিক্ষক হব পাৰে। যি শিক্ষকৰ এইবোৰ গুণ নাই তেওঁ

শিক্ষকতা কাম বিৰক্তিজনক যেন পাব আৰু ছাত্ৰৰ মাজত শৃঙ্খলা ৰাখিব নোৱাৰিব, শিক্ষক আৰু ছাত্ৰৰ মাজত মধুৰ সম্বন্ধ স্থাপন কৰিব নোৱাৰিব আৰু অশান্তি উদ্বেগতহে শিক্ষকে কাল কটাব লাগিব।

শিক্ষকৰ মনোভাব যদি উদাৰ নহয়, হৃদয়ৰ আবেগসমূহ যদি পবিত্ৰ নহয়, তেতিয়া হলে শিশুৰ অন্তৰৰ আবেগসমূহৰ বিকাশত বাধা পাব। পিতাক-মাকৰ পাচতেই শিক্ষকে শিশুৰ আদৰ্শ। সেইবাবে শিক্ষক গুণবান্, স্বাস্থ্যবান্ আৰু পবিত্ৰ-চৰিত্ৰ হব লাগিব।

## (৪) শিক্ষকৰ নৈতিক চৰিত্ৰ

শিশুৰ চৰিত্ৰ গঠন কৰা শিক্ষাৰ অঙ্গ, শিশুৰ আগত সেইবাবে চৰিত্ৰ গঠনৰ আৰ্হি দাঙি ধৰিব লাগিব। ন্যায়-অন্যায় আৰু সত্য-অসত্যৰ বিচাৰবোধ সিহঁতৰ মনত জগাই তুলিব লাগিব। দৈনন্দিন আচাৰ-ব্যবহাৰৰ মাজেদি চৰিত্ৰৰ এই আদৰ্শ ল'ৰা-ছোৱালীৰ আগত দাঙি ধৰিব লাগিব। উপদেশতকৈ আৰ্হি বেছি কাৰ্য্যকৰী। সেই বাবে যি শিক্ষকে শিশুৰ আগত সজ আৰ্হি দাঙি ধৰিব নোৱাৰে সেই শিক্ষকে শিক্ষকতা কামত সোমাব নালাগে। শিশুৱে বহুক্ষেত্ৰত বাপেক-মাকতকৈ শিক্ষকৰ আৰ্হি অনুকৰণ কৰে। নৈতিক চৰিত্ৰৰ বিষয়ে শিক্ষকে নিজে যি কৰে আৰু যেনে ব্যৱহাৰ কৰে সি কথাতকৈ বেছি স্পষ্ট হৈ উঠে শিশুৰ মনত।

## (৫) শিক্ষকৰ আচৰণ—মৃদুতা আৰু ব্যক্তিত্ব

কোনো কোনো মানুহৰ সজ আচৰণ, স্বভাৱৰ মৃদুতা আৰু ব্যক্তিত্বই আন মানুহৰ মনত এটা মধুৰ আৰু আত্মীয় ভাব জগাই তোলে, আকৌ কোনো কোনো মানুহৰ ব্যৱহাৰত মানুহ আঁতৰতে বিদুৰ হয়। শিক্ষকতাৰ সাফল্য নিৰ্ভৰ কৰে ভাষাৰ মধুৰতাত, শিশুৰ লগত শিক্ষকৰ মধুৰ-সম্বন্ধত। শিশুৰ বিশ্বাস আৰু নিৰ্ভৰতা অৰ্জ্জন কৰিব পাৰিলে শিক্ষকতা সফল হয়। যি শিক্ষকৰ ব্যৱহাৰ ৰুক্ষ আৰু উদ্ধত, যি শিক্ষকে অশ্লীল বা আমাৰ্জ্জিত ভাষা ব্যৱহাৰ কৰে, মলিয়ন পোছাক পিন্ধে আৰু অভদ্ৰোচিত আচৰণ কৰে, সেই ব্যক্তি উপযুক্ত শিক্ষক হব নোৱাৰে।

আমি সকলোৱে নিজৰ নিজৰ ব্যক্তিত্ব গঢ়ি লব পাৰোঁ। আমি আমাৰ আচৰণৰ উন্নতি সাধন কৰি ব্যক্তিত্ব গঢ়িব পাৰোঁ। সেইবাবে প্ৰত্যেক শিক্ষকে অন্তৰ্দৃষ্টিৰ দ্বাৰা লক্ষ্য কৰি যাব লাগে যে নিজৰ গাত কিবা দোষ আছে নে নাই। নিজৰ ব্যক্তিত্ব অৰ্জ্জন কৰিবলৈ শিক্ষকে কেৱল নিজৰ দোষ গুচাবলৈ যত্ন

কৰিলেই নহ'ব। তেওঁ ভাল ভাল মানুহৰ সঙ্গত ফুৰি, ব্যক্তিত্ব অৰ্জ্জন কৰিবলৈ যত্ন কৰিব। প্ৰত্যেক শিক্ষকৰ গাত তলত দিয়া গুণখিনি থাকিব লাগে :—

(১) সহানুভূতিবোধ, (২) সুদৰ্শন চেহেৰা, (৩) ৰসিকতাবোধ, (৪) একনিষ্ঠতা, (৫) আশাবাদিতা, (৬) উৎসাহ, (৭) পাণ্ডিত্য, (৮) জীৱনীশক্তি, (৯) ন্যায় বিচাৰ, (১০) সংযত-বাক্য আৰু গৰিমা আৰু (১১) নেতৃত্ব জ্ঞান।

আটাইবোৰ গুণ এজন মানুহৰ গাত থকা সম্ভৱ নহ'ব পাৰে, কিন্তু যিমানদূৰ সম্ভৱ এই গুণবোৰ অৰ্জ্জিবলৈ যত্ন কৰিব লাগে।

## (৬) শিক্ষকে সদায় বিদ্যা শিক্ষা কৰিব লাগে

শিক্ষকৰ ইচ্ছা থাকিব লাগে সদায় নতুন নুতুন কথা শিকিবলৈ। বিদ্যা শিক্ষা কৰা কেৱল শিশুৰ কামেই নহয়। মানুহ মাত্ৰেই নিতৌ নতুন কথা শিকিবৰ আগ্ৰহ থাকিব লাগে। শিক্ষকৰ পক্ষে ই অৱশ্য কৰ্ত্তব্য।

শিক্ষক যাতে সময়ৰ সোঁতত পাছ পৰি নাযায় তাৰ বাবে সাৱধান হ'ব লাগিব। সময়ৰ সোঁতত নতুন নতুন শিক্ষা-পদ্ধতিৰ আৱিষ্কাৰ হ'ব লাগিছে। শিক্ষক সদায় তাক শিকিবলৈ যত্নবান হ'ব লাগিব। সমাজৰ আদৰ্শৰ পৰিবৰ্ত্তন হ'ব লাগিছে—সময়ৰ লগে লগে। সমাজৰ আদৰ্শৰ লগত তাল ৰাখি চলিব নোৱাৰিলে শিশুৰ শিক্ষা দিয়াত দোষ ঘটিব। সমাজৰ আদৰ্শৰ পৰিবৰ্ত্তনৰ লগে লগে শিক্ষাৰ লক্ষ্যৰ পৰিবৰ্ত্তন ঘটিব, কাৰণ ভৱিষ্যত নাগৰিকত্বৰ আদৰ্শৰ পৰিবৰ্ত্তন ঘটিব। এই আদৰ্শ পৰিবৰ্ত্তনৰ অৰ্থেই বুনিয়াদী শিক্ষাৰ পৰিকল্পনা। শিক্ষাজগতৰ এই পৰিবৰ্ত্তনৰ লগত শিক্ষকৰ শিক্ষাপদ্ধতিৰ পৰিবৰ্ত্তন ঘটিব লাগিব। শিক্ষক সেইবাবে পৰিবৰ্ত্তনশীল শিক্ষাজগতৰ নীতিবোৰ জানিবলৈ সজাগ থাকিব লাগিব। গাৱঁলীয়া স্কুলবোৰত এইবোৰ বিষয়ত সজাগ থাকিবলৈ অসুবিধা আছে সঁচা কিন্তু আজি কালি গাৱেঁ-ভূঞে অনেক পুথিভঁৰাল হৈছে। তাত কিতাপ আৰু বাতৰি কাকত আদি পঢ়ি নিজৰ জ্ঞান আৰু বিদ্যা বঢ়াবলৈ শিক্ষকে যত্ন কৰিব লাগে।

## (৭) শিক্ষকে ছাত্ৰৰ প্ৰতি দয়া আৰু মৰমৰ মাজেদি ব্যৱহাৰ কৰিব

শিক্ষকে শিশুক মৰম আৰু দয়াৰে সৈতে ব্যৱহাৰ কৰিব লাগে। শিশুৰ নিজৰো একোটি ব্যক্তিত্ব আছে। শিশুৰ এই ব্যক্তিত্বৰ প্ৰতি অনাদৰ কৰা উচিত নহয়, সেইকাৰণে বেতৰ ব্যৱহাৰ দূষণীয়। মিঠা-মাত, মধুৰ-ব্যৱহাৰ আৰু চেনেহৰ বোলেৰে শিশুক সহজতে শাসন কৰিব পাৰি। স্কুলখন শিশু-কেন্দ্ৰিক কৰি তুলিবলৈ শিক্ষকে যত্ন কৰিব লাগিব। শিশুৰ সুখ-দুখ, অভাৱ-অভিযোগ সকলো

কথা স্কুলৰ লগত জড়িত কৰিবলৈ যত্ন কৰিব লাগে। পুৰণি পদ্ধতি পৰিবৰ্ত্তন কৰি নতুন পদ্ধতিত শিক্ষা গঢ়ি লবৰ এইটোৱেই প্ৰধান উপায়। শিশুৰ নিজৰ প্ৰয়োজনীয় বস্তু নিজে গঢ়িবলৈ এটা প্ৰবল আকাঙ্ক্ষা হোৱা স্বাভাৱিক কথা। এই আকাঙ্ক্ষা পূৰণৰ বাট যদি শিক্ষকে শিশুক দেখুৱাই দিব পাৰে, শিশুৰ শিক্ষা-কাৰ্য্যত সফলতা সোনকালে আহিব। যিটো কামৰ দ্বাৰা আশু ফল পোৱা যাব সেই কামটো কৰিবলৈ শিশুক সুবিধা দিব পাৰিলে শিক্ষাদান কাৰ্য্য সফল হব—শিশুৰ বয়স আৰু সামৰ্থ্য অনুসাৰে। বুনিয়াদী শিক্ষা-পদ্ধতিৰ মূলনীতি ইয়াতে আছে।

## (৮) শিক্ষকে গাৱঁলীয়া সমাজৰ প্ৰতি সমাদৰ দেখুৱাব লাগিব

ভাৰতবৰ্ষৰ সমাজত কৃষকৰ এটি বিশেষ স্থান আছে। স্বাধীনতাৰ পাছত কৃষক-সমাজৰ প্ৰতি চৰকাৰেও দৃষ্টি দিছে। কৃষক-সমাজে খাদ্যৰ যোগান ধৰিছে, সেই বুলিয়েই যে এটা বিশেষ স্থান অধিকাৰ কৰি আছে তেনে নহয়। অধিক সংখ্যক ভাৰতীয়ই কৃষিজীৱী। সেইবাবে গণতন্ত্ৰৰ দিনত কৃষকৰ স্থান সন্মানৰ। এই কৃষকসমাজৰ মাজত কৃষকৰ ল'ৰা-ছোৱালীক লৈ শিক্ষকে শিক্ষকতা কৰিব লাগিব। এই সমাজৰ উন্নতিৰ কামনা কৰা, এই সমাজৰ কৃষ্টি আৰু সভ্যতাৰ উৎকৰ্ষ সাধন কৰা শিক্ষকৰ কৰ্ত্তব্যৰ ভিতৰত।

আজিকালি গাৱঁলীয়া সমাজৰ যি পৰিবেশ, সেই পৰিবেশৰ মাজত বুনিয়াদী শিক্ষাপদ্ধতি বৰ উপযোগী। এই পৰিবেশৰ মাজত গণিত, বিজ্ঞান, সমাজ-বিজ্ঞান, সঙ্গীত আৰু অন্যান্য হাতৰ কাম শিক্ষা দিয়া বেছি সহজ। নাগৰিকত্বৰ শিক্ষা দিয়া গাৱঁলীয়া জীৱনত বা গাৱঁলীয়া পৰিবেশত বেছি সুবিধা।

শিক্ষকে যদি গাৱঁলীয়া জীৱনৰ প্ৰতি আদৰ দেখুৱায়—শিশুৱো গাৱঁলীয়া সমাজৰ প্ৰতি শ্ৰদ্ধাবান হৈ উঠিব।

## (৯) শিক্ষকৰ সাধাৰণ জ্ঞানৰ ভাণ্ডাৰ চহকী হব লাগিব

এজনীয়া শিক্ষকৰ স্কুলত শিক্ষকৰ দায়িত্ব বেছি গধুৰ। গাৱঁলীয়া সমাজৰ মাজত এই শিক্ষকজনেই শিক্ষা আৰু সভ্যতাৰ কেন্দ্ৰ। স্কুলৰ সকলোবিলাক বিষয়ৰ জ্ঞানতো তেওঁৰ থাকিবই লাগিব, তদুপৰি দেশ-বিদেশৰ বাতৰি আৰু সমাজৰ নানা সমস্যা সমাধানৰ উপায়ৰ বিষয়ে তেওঁৰ জ্ঞান থকা উচিত। গাৱঁৰ মানুহে তেওঁৰ ওচৰত নানাপ্ৰকাৰ উপদেশ বা দিহা-পৰামৰ্শ বিচাৰে। সকলো

বিষয়ে তেওঁ গাৱঁৰ মানুহক সহায় কৰিব নোৱাৰিলেও—তেওঁৰ জ্ঞানৰ পৰিধি যে বঢ়াব লাগে তাত কোনো সন্দেহ নাই।

## (১০) শিক্ষকে প্ৰকৃতিৰ লগত সম্বন্ধ ৰাখি শিক্ষা দিব জানিব লাগিব

শিক্ষক গাৱঁলীয়া সমাজত প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতাৰ মাজত কাম কৰিব লাগিব। ঋতু, ঋতু-পৰিবৰ্ত্তন, ঋতুভেদে শস্যৰ উৎপাদন বা আহৰণ, বতৰৰ সুযোগ-দুৰ্য্যোগ ইত্যাদি বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব। বুনিয়াদী শিক্ষাপদ্ধতিৰ ই প্ৰধান আহিলা।

স্থানীয় শস্য, উদ্ভিদ্, পশু-পক্ষী, শাক-পাচলি, হাট-বজাৰ, এই আটাইবোৰ বিষয়ে কামৰ সহায়ত শিক্ষকে শিশুক শিক্ষা দিব লাগিব। এই বিষয়বোৰৰ সহায়ত—লিখা, পঢ়া আৰু অঙ্কৰ জ্ঞান শিক্ষকে দিব লাগিব।

## (১১) শিশুৰ ক্ৰমবৰ্দ্ধনৰ কথা শিক্ষকে জানিব লাগিব

শিশুৱে স্বাভাৱিকতে যি পদ্ধতিত শিকে আৰু ক্ৰমে বৰ্দ্ধিত হয় সেই বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব।

শিশুৰ স্বভাৱগত প্ৰকৃতিত, স্বভাৱত ব্যক্তিগত প্ৰভেদ আৰু শিশুৰ মানসিক, শাৰীৰিক আৰু বুদ্ধিৰ পৰিবৰ্ত্তনৰ স্বাভাৱিক গতিৰ বিষয়ে শিক্ষকৰ জ্ঞান থাকিব লাগিব।

শিশুৰ প্ৰতি শিক্ষকৰ স্বাভাৱিক চেনেহ-মৰম নাথাকিলে শিশুৰ প্ৰকৃতি বুজাটো শিক্ষকৰ পক্ষে সহজ নহয়।

এজনীয়া শিক্ষকৰ স্কুলত শিক্ষকৰ দায়িত্ব বেছি গধুৰ। কোনোটি শিশু হয়তো ছয় বছৰত, কোনোটি হয়তো সাত বছৰত, আকৌ কোনোটি হয়টো আঠ বছৰত স্কুললৈ আহে।

## শিক্ষকৰ প্ৰথম কৰ্ত্তব্য হব শিশুক নানাপ্ৰকাৰ হাতৰ কামত নিযুক্ত কৰা

হাতৰ কামত যেতিয়া শিশু নিযুক্ত হব তেতিয়া তাৰ স্বভাব-চৰিত্ৰ, গতিবিধি, কৰ্ম্মকুশলতা পৰ্য্যবেক্ষণ কৰি শিক্ষকে শিশুটিক ভালদৰে চিনি লব। শিশুটিৰ স্বভাৱৰ কি পৰিবৰ্ত্তন আৱশ্যক তাক শিক্ষকে বুজি লৈ সেই অনুসাৰে বিধান হাতত লব। পোন প্ৰথমে লিখা বা পঢ়া কাম নিদিব।

খেলৰ সামগ্ৰী আৰু হাতৰ কামৰ আহিলা স্কুলত যোগাৰ থাকিব লাগিব।

## (১২) শিক্ষকে শিক্ষাৰ নতুন নতুন পদ্ধতিবোৰ আয়ত্ত কৰিব লাগিব

প্ৰত্যেক শিক্ষকে বহুত নতুন কথা শিকিব লাগিব। দৈনিক কাৰ্য্যক্ৰমণিকাৰ ভিতৰত হাজিৰা লোৱা, অফিচৰ কাগজপত্ৰ ছিজিলকৈ ৰখা, আবৃত্তি আদি শিকোৱা আৰু লোৱা, পৰীক্ষা লোৱা ইত্যাদি বিষয়ে শিক্ষকে নতুন নতুন পদ্ধতিত কাম কৰিব। গাৱঁলীয়া স্কুলবোৰত, বিশেষকৈ শিক্ষকে মৌলিক উপায়ে নতুন নতুন পদ্ধতি আবিষ্কাৰ কৰিব লাগিব। যেনে ঃ—

(১) সকলো ছাত্ৰকে একত্ৰিত কৰি সামূহিক আলোচনা কৰিব। শিক্ষকে ছাত্ৰসকলৰ লগত যোগদান কৰি ছাত্ৰৰ প্ৰশ্নবোৰৰ আৰু সমস্যাসমূহৰ সমাধান কৰি দিব। ক্ৰমশঃ শিক্ষকে এইদৰে শিক্ষাদান কৌশল উন্নত কৰি লব।

(২) ছাত্ৰসকলে অকলে অকলে নিজে নিজে যাতে পঢ়িব পাৰে তাৰ অভ্যাস কৰাব। শিক্ষকৰ তত্ত্বাৱধান নোহোৱাকৈও যাতে ল'ৰা-ছোৱালীহঁতে নিজে নিজে পঢ়িব পাৰে তাৰ অভ্যাস কৰাব।

(৩) সমনীয়া ল'ৰা-ছোৱালীক একেলগে লগ লগাই কিছুমান কাম কৰাবলৈ অভ্যাস কৰাব।

(৪) সমূহীয়া ভাৱে উপদেশ দিলে যেতিয়া কোনো কোনো ছাত্ৰই বুজিব নোৱাৰে তেতিয়া গাইগুটীয়া হিচাবে উপদেশ দিব বা হাতৰ কাম কৰাব।

## ভাল শিক্ষক কোন্?

ভাল শিক্ষক হবলৈ নিজৰ শিক্ষকতা কামৰ বিষয়ে ভালদৰে পঢ়ি-শুনি বুজি লব লাগে। কাইলৈ কি শিক্ষা দিয়া হব সেই কথা লক্ষ্য ৰাখি আজিৰ শিক্ষা দিব লাগিব। তলৰ শ্ৰেণীত যি শিক্ষা দিয়া হয় সেই শিক্ষাই ওপৰ শ্ৰেণীত সহায় কৰিব লাগিব। সেই কাৰণে আগেয়ে কি শিকোৱা উচিত আৰু পাছত কি শিকোৱা উচিত হব সেই বিষয় শিক্ষকে নিজে ভালদৰে ভাবি-চিন্তি লব লাগে। পূৰ্ব্বজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা নিদিলে শিক্ষাৰ ধাৰাবাহিক ক্ৰম ভঙ্গ হয় আৰু ল'ৰা-ছোৱালীয়ে কোনো কথা স্পষ্টকৈ বুজিব নোৱাৰে। শিক্ষক যি বিষয়ে শিক্ষা দিব সেই বিষয়ে নিজে পঢ়ি-শুনি নিজৰ জ্ঞান সম্পূৰ্ণ আৰু নিৰ্ভুল কৰি লব লাগে; নহ'লে ভালদৰে শিকাব নোৱাৰে। জ্ঞান থাকিলেহে জ্ঞান বিতৰণ কৰিব পাৰে। জ্ঞান নথকা মানুহে নোৱাৰে। বিষয়বস্তুৰ সম্পূৰ্ণ জ্ঞান যদি শিক্ষকৰ নাথাকে, শিক্ষকে কেতিয়াও পৰিপাটিকৈ শিকাব নোৱাৰে। নজনাটো দোষৰ কথা নহয়, কিন্তু কোনো বিষয় নজনাকৈ শিকোৱাটোহে দোষৰ কথা; নাজানিলে পঢ়ি-শুনি জানি লব লাগে। জনা মানুহেও পুনঃ পুনঃ পঢ়ি শিকোৱা দেখা যায়। ডাঙৰ ডাঙৰ অধ্যাপকসকলে দৈনিক অধ্যয়ন কৰিহে অধ্যাপনা কৰে।

নিজে নিজে ভাল শিক্ষক বুলি ভাবি থাকিলে শিক্ষকতাৰ অভিজ্ঞতাৰ গুণ শিক্ষাকাৰ্য্যত প্ৰতিফলিত হ'ব নোৱাৰে। যেয়ে যিমান ভাল শিক্ষক নহওক, আৰু কিমান ভালকৈ, সহজকৈ, আৰু কিমান কম সময়ৰ ভিতৰত ল'ৰাক শিকাব পৰা যায় এই বিষয়ে শিক্ষকে সদায় চিন্তা কৰিব লাগে। শিক্ষকে শিক্ষা দিওঁতে ল'ৰাই নুবুজিলে শিক্ষকৰ খং উঠিব নালাগে আৰু ল'ৰাক কটু কথা কব নালাগে। ল'ৰাই নুবজিলে বুজিব লাগিব যে শিক্ষকে বুজাব পৰা নাই। বুজাব নোৱাৰিলে হতাশ হ'ব নালাগে। কেনেকৈ বুজাব পাৰি তাৰ উপায় চিন্তা কৰিব লাগে। বেছি বক্তৃতা দিলে বিষয়বস্তু বেছি জটিল হয়। কম কথাতে কি উপায়েৰে বুজাব পাৰি তাৰ কৌশল উলিয়াব লাগে।

যি শিক্ষকে শিক্ষাপদ্ধতি বা শিকোৱা প্ৰণালী পৰিবৰ্ত্তন কৰি থাকে, সেই শিক্ষকে নিজৰ অভিজ্ঞতাৰ মূল্য বুজে। শিক্ষা দিওঁতে যি অভিজ্ঞতা অৰ্জ্জন কৰে, সেই অভিজ্ঞতাৰ সহায়ত শিক্ষাপ্ৰণালী পৰিবৰ্ত্তন কৰাৰ অৰ্থ আৰু উদ্দেশ্য হৈছে উন্নতৰ শিক্ষাপ্ৰণালী গ্ৰহণ কৰা। কিন্তু শিক্ষানীতি পৰিবৰ্ত্তন কৰা উচিত নহয়। শিক্ষানীতি পৰিবৰ্ত্তন কৰিলে শিক্ষাৰ উদ্দেশ্য ব্যৰ্থ হৈ যায়। শিক্ষাৰ উদ্দেশ্যৰ ওপৰত শিক্ষানীতি নিৰ্ভৰ কৰে আৰু শিক্ষানীতিৰ ওপৰত শিক্ষা-প্ৰণালী বা পদ্ধতি নিৰ্ভৰ কৰে।

পূৰ্ণশিক্ষা বহুমুখী। সৰ্ব্বশাস্ত্ৰ বিশাৰদ হৈ অগাধ পণ্ডিত হ'লেও শিক্ষা সম্পূৰ্ণ নহয়। সাংসাৰিক জীৱনত সমাজৰ মাজত এজন সুসভ্য সামাজিক লোক হ'ব লাগিলে নানা গুণৰ অধিকাৰী হ'ব লাগিব। সংসাৰ-ক্ষেত্ৰত জটিল সমস্যা সমাধানৰ বিচক্ষণ বুদ্ধি থাকিব লাগিব। ন্যায়-অন্যায় বিচাৰ বুদ্ধি থাকিব লাগিব; নৈতিক-চৰিত্ৰ সংযত আৰু উন্নত হ'ব লাগিব। অন্যায় প্ৰলোভনৰ হাতৰ পৰা দূৰৈত থাকিবৰ বাবে মনৰ বল থাকিব লাগিব। লঘু-গুৰু জ্ঞান ৰক্ষা কৰি সদাচৰণৰ দ্বাৰা ওচৰ-চুবুৰীয়াৰ প্ৰতি যথাযোগ্য কৰ্ত্তব্য কৰিবৰ ইচ্ছা থাকিব লাগিব। বিপন্নক উদ্ধাৰ কৰিবৰ ইচ্ছা থাকিব লাগিব। আত্মসম্ভ্ৰমৰ গৰিমা ৰক্ষা কৰি অহঙ্কাৰৰ হাত সাৰি নিজৰ নিজৰ পৰিয়ালৰ, দহৰ আৰু দেশৰ উপকাৰ কৰিবৰ ইচ্ছা থাকিব লাগিব।

ছাত্ৰক এইবোৰ গুণৰ অধিকাৰী কৰি তুলিব লাগিলে স্কুলৰ শিক্ষণীয় বিষয়বোৰৰ প্ৰতি সমান মূল্য দি যিবোৰ বিষয়ৰ দ্বাৰা যেনে গুণ শিক্ষা দিব পাৰি সেই সেই বিষয়বোৰৰ প্ৰতি ছাত্ৰৰ মন আকৃষ্ট কৰিব পাৰিব লাগিব। সেইবাবে শিক্ষকে কোনো বিষয়ৰ শিক্ষাকেই অবহেলা কৰিব নোৱাৰে।

শিকিবৰ কাৰণে ছাত্ৰৰ মনত আগ্ৰহ জন্মোৱাটো শিক্ষকৰ কৰ্ত্তব্য; আগ্ৰহ বা জানিবৰ কৌতূহল জন্মিলেহে ছাত্ৰে শিকিব পাৰে।

ছাত্ৰে শিক্ষকক অনাৱশ্যক ভয় কৰিব নালাগে। শিক্ষকৰ কৰ্ত্তব্য ভয়লগা

নহলে আৰু নীতিৰ ওপৰত প্ৰতিষ্ঠিত হ'লে সেই শাসনৰ ফল—চৰিত্ৰ গঠনত প্ৰতিফলিত হয়। যেতিয়া শিক্ষকৰ প্ৰতি ভয়ৰ কাৰণে শাসন নচলে, শিক্ষকে প্ৰবৰ্ত্তন কৰা নীতি ৰক্ষাৰ বাবেহে শাসন চলে, তেতিয়া শাসনৰ নীতি ছাত্ৰৰ স্বভাৱগত হৈ যায়। শিক্ষকৰ অনুপস্থিতিতো সেই নীতিয়ে উপযুক্ত শাসন বা শৃঙ্খলা আনি দিয়ে। সেই শাসনহে স্থায়ী হয়।

ল'ৰা-ছোৱালীয়ে যদি অন্যায় কাম কৰে প্ৰথমতে সি দোষৰ কথা নহয়। অন্যায় কাম কৰিলে সজ কাম কৰিবলৈ শিক্ষা দিব পাৰি। অন্যায় কৰ্ম্মৰ অভিজ্ঞতাৰ মাজেদি ন্যায় কথা বুজিলে ল'ৰা-ছোৱালী অন্যায় পথৰ পৰা অপোনা-আপুনি আঁতৰত থাকিব। শিক্ষক আৰু অভিভাৱক সকলৰ দায়িত্ব আৰু উপযুক্ত দৃষ্টিৰ ওপৰত এই নীতি বিশেষকৈ নিৰ্ভৰ কৰে।

শিক্ষক ল'ৰা-ছোৱালীৰ নেতা হে, চালক নহয়। ল'ৰা-ছোৱালীক শাৰীৰিক আৰু মানসিক বাঢ়নত সহায় কৰা শিক্ষকৰ কাম। শিক্ষক বা অভিভাৱকৰ ইচ্ছামতে ল'ৰা-ছোৱালীক পৰিচালনা কৰিলে শিক্ষক চালকত পৰিণত হয়। ল'ৰা-ছোৱালীৰ দৈনিক বাঢ়নৰ বাবে আৰু স্বাভাৱিক মনোবৃত্তি সমূহৰ উন্মেষৰ বাবে পৰিবেশ সৃষ্টি কৰিব পাৰিলে শিক্ষক ল'ৰাৰ নেতা হয়, চালক নহয়।

ল'ৰা-ছোৱালী স্বাধীনভাৱে কাম কৰিবৰ বাবে যদি ইচ্ছুক হয় আৰু সক্ষম হয় আৰু যদি স্বাধীনভাৱে চিন্তা কৰিব পাৰে, লাহে লাহে ল'ৰা-ছোৱালীয়ে শিক্ষকৰ প্ৰয়োজনীয়তা পাহৰি যায়। পঢ়াশুনা বিষয়ত যেতিয়া ল'ৰা-ছোৱালীয়ে নিজৰ সমস্যা সমাধান কৰিবৰ উপায় বিচাৰি পায় আৰু কি কি কিতাপ পঢ়িলে নিজৰ জ্ঞানৰ স্পৃহা মিটিব পাৰে এই কথা বুজি পায়, তেতিয়া শিক্ষকৰ প্ৰয়োজনীয়তা ল'ৰাৰ মনত নাথাকে।

অনেক শিক্ষকে, বিশেষকৈ ঘৰত পঢ়োৱা শিক্ষকে ছাত্ৰে কৰিব লগা কাম নিজে কৰি দিয়ে। তাৰ দ্বাৰা ছাত্ৰৰ একো লাভ নহয়। অভ্যাস নকৰিলে শিক্ষা নহয়। অভ্যাস বা পুনঃ পুনঃ চেষ্টা কৰিলেহে সুশিক্ষা হয়। ল'ৰা ছোৱালীক পুনঃ পুনঃ যত্ন কৰিবলৈ উদগনি দিব লাগিব। ভাল শিক্ষকে সাধাৰণতে ছাত্ৰৰ কাম নিজে কৰি নিদিয়ে।

ভাল শিক্ষকে ল'ৰাক কম প্ৰশ্ন সোধে আৰু ল'ৰা-ছোৱালীয়ে যাতে বহু প্ৰশ্ন সোধে তাৰ বাবে প্ৰসঙ্গ উত্থাপন কৰে। শিক্ষকে যদি ল'ৰা-ছোৱালীক প্ৰশ্ন সোধে তাৰ দ্বাৰা সিহঁতক পৰীক্ষা কৰা হে হয়; তাৰ দ্বাৰা বিদ্যা নাবাঢ়ে। ল'ৰা-ছোৱালীয়ে যদি শিক্ষকক প্ৰশ্ন সোধে তেন্তে বুজা যায় যে সিহঁতৰ শিকিবলৈ আগ্ৰহ জন্মিছে। শিক্ষকে সেই প্ৰশ্নবোৰৰ যথাযথ উত্তৰ দি সিহঁতক সহায় কৰা কৰ্ত্তব্য। লগে লগে আনুষঙ্গিক নানা খবৰ দিব লাগে আৰু প্ৰশ্নৰ সম্পৰ্কিত আন প্ৰসঙ্গ তুলি ল'ৰা-ছোৱালীৰ জ্ঞান আৰু আগ্ৰহ জন্মাব লাগে।

যি ল'ৰাৰ কামত যেনে স্পৃহা দেখা যায়, তেনে কামৰ মাজেদি তাক শিক্ষণীয় বিষয় শিকাব লাগে। কোনো এটা বিষয়ক কেন্দ্ৰ কৰি যাতে আন আন বিষয়বো জ্ঞান লাভ হয় তালৈ শিক্ষকৰ দৃষ্টি সদায় থাকিব লাগিব।

ল'ৰা-ছোৱালীৰ আভ্যাস আৰু কাৰ্য্যপদ্ধতিবোৰ এনেদৰে পৰিচালনা কৰিব লাগে যাতে সেইবোৰ বিদ্যালয়ৰ শিক্ষা-জীৱনৰ পৰবৰ্ত্তী জীৱনত কাৰ্য্যকৰী হয়। বিদ্যলয়ত আচৰণ কৰা অভ্যাস আৰু কাৰ্য্যপদ্ধতিৰ দ্বাৰা ভৱিষ্যৎ জীৱন গঢ়ি উঠে। শিক্ষকৰ চোকা দৃষ্টি থাকিব লাগিব যে ল'ৰা-ছোৱালীয়ে কি কৰে তাৰ সুফল যেন পৰবৰ্ত্তী জীৱনত সিহঁতে ভোগ কৰে। বিদ্যালয়ৰ কাৰ্য্যপদ্ধতিৰ দ্বাৰা ভবিষ্যৎ জীৱন সফল হব লাগিব। যি কাৰ্য্যৰ দ্বাৰা ভৱিষ্যৎ জীৱন নষ্ট হব পাৰে তেনে কাৰ্য্য কৰিবলৈ দিব নালাগে।

ভাল শিক্ষকে বিৰক্তিকৰ হ'লেও যি কামে তেওঁৰ কৰ্ত্তব্য কাম আগবঢ়াই দিয়ে, তাক কেতিয়াও নকৰাকৈ নাথাকে। কাম কৰি থকাৰ লাগে লাগে ল'ৰা-ছোৱালীক যদি তাৰ প্ৰয়োজনীয়তা বুজাই দিয়ে তেন্তে সিহঁতে তাক আগ্ৰহেৰে গ্ৰহণ কৰিব।

ভাল শিক্ষকে উপদেশ কম দিয়ে, আদৰ্শত বেছি দেখুৱায়।

এটি সংস্কৃত শ্লোকৰ অৰ্থৰ পৰা প্ৰাচীন ভাৰতৰ শিক্ষক কেনে ধৰণৰ আছিল বুজা যাব।

চিত্ৰং বটতৰোৰ্মূলে বৃদ্ধাঃ শিষ্যাঃ গুৰুৰ্যুৰা।

গুৰোস্তু মৌনং ব্যাখ্যানং শিষ্যাস্তু ছিন্নসংশয়াঃ।।

বটগছৰ তলত পাঠশালা। শিষ্যবিলাক বৃদ্ধ কিন্তু গুৰুজন যুবা। গুৰুৱে মৌন হৈ থাকি শাস্ত্ৰ ব্যাখ্যা কৰে আৰু শিষ্যবিলাকৰ সকলো সংশয় ছিন্ন হৈ যায়।

---

# উদ্যোগ

## বুনিয়াদী শিক্ষাৰ মাধ্যম

বুনিয়াদী শিক্ষাৰ মাধ্যম হৈছে—যি কোনো এটা উদ্যোগ বা শিল্প কাম। গান্ধীজীৰ উদ্দেশ্য আছিল শিক্ষাৰ মাধ্যমৰ আমূল পৰিবৰ্ত্তন কৰা। বৰ্ত্তমান শিক্ষাপদ্ধতি অৰ্থ আৰু ভাষাৰ ওপৰত নিৰ্ভৰ কৰে। গান্ধীজীয়ে এই পদ্ধতিৰ আমূল পৰিবৰ্ত্তন বিচাৰিছিল, কাৰণ ই কৃত্ৰিম উপায়। স্বাভাবিক পৰিবৰ্দ্ধনৰ লগত শিশুৰ জ্ঞান জন্মিব লাগিব—এয়ে শিক্ষাৰ মূলনীতি হ'ব লাগিব।

শিশুৱে আঠুকাঢ়িবলৈ শিকাৰ পাছত লাগে লাহে থিয় হ'বলৈ শিকে। শিশুৱে ক্ৰমে ক্ৰমে পশু-পক্ষী আদি সকলো প্ৰকাৰৰ জীৱজন্তুৰ পৰা নিজক ভিন্নভাৱে চাবলৈ শিকে। শিশুৱে মাকক ভাত ৰন্ধা দেখি, নিজেও ভাত ৰান্ধিবলৈ ইচ্ছা কৰে। বাপেকক কোৰ মাৰা দেখি , হাল বোৱা দেখি, নাইবা মিস্ত্ৰী কাম কৰা দেখি নিজেও তাক অনুকৰণ কৰিবলৈ যত্ন কৰে। বাপেকক পুথি বা খবৰৰ কাগজ পঢ়া দেখিলে তাকো অনুকৰণ কৰে।

এই কথাৰ পৰা আমি এই এইটো বুজি পাওঁ যে প্ৰত্যেক শিশুৱে (১) নিৰীক্ষণ আৰু (২) অনুকৰণ—এই দুইটি মনোবৃত্তি অতি সোনকালে গঢ়ি লয়।

এই নিৰীক্ষণ আৰু অনুকৰণৰ সহায়ত মানৱ শিশুৱে প্ৰকৃতিৰ পৰা অভিজ্ঞতা অৰ্জ্জন কৰে আৰু নিজৰ দৈনন্দিন জীৱনত তাক প্ৰতিফলিত কৰি তোলে। নিৰীক্ষণৰ দ্বাৰা শিশুৱে বুজি পায় যে এফালে সূৰ্য্যৰ উদয় হয়, আনফালে সূৰ্য্য মাৰ যায়, শিলগুটিটো পানীত তল যায় আৰু কাণফুলা পানীত ভাহি উঠে। এই নিৰীক্ষণৰ দ্বাৰা নিজৰ স্বাভাৱিক বুদ্ধি, কল্পনা আৰু যুক্তিৰ বলত শিশুৱে প্ৰকৃতিৰ নিয়মৰ অভিজ্ঞতা লাভ কৰে।

সেইদৰে অনুকৰণ কাৰ্য্যতো শিশুৱে নিজৰ স্বাভাবিক বুদ্ধি, কল্পনা আৰু যুক্তি খটুৱায়। অনুকৰণ কাৰ্য্যৰ লগত সামাজিক পাৰিপাৰ্শ্বিকতাৰ যি সম্বন্ধ তাকো ক্ৰমে ক্ৰমে শিশুৱে বুজি পায়। নিৰীক্ষণ আৰু অনুকৰণ কাৰ্য্য কেৱল যে মানৱ শিশুৱেহে কৰে এনে নহয়। পশু আৰু পক্ষী জগততো একে কথা। মানৱ শিশুক শিক্ষাৰ দ্বাৰা পশু-পক্ষীতকৈ উন্নত আৰু সভ্য কৰি তুলিব লাগিব। শিক্ষাৰ উদ্দেশ্য বা কৰ্ত্তব্য এইখিনিতে।

বৰ্ত্তমান শিক্ষাই এই উদ্দেশ্য পূৰণ নকৰে। ভাটৌপক্ষীৰ নিচিনা শব্দাৱলী মুখস্থ কৰাই শিক্ষা নহয়। শিক্ষাৰ কৰ্ত্তব্য—ব্যক্তিত্বৰ ক্ৰমবিকাশ সাধন কৰা আৰু পূৰ্ণতা প্ৰাপ্তিত সহায় কৰা।

শিক্ষাৰ দ্বাৰা চকু, হাত আৰু মস্তিষ্কৰ প্ৰশিক্ষণ সম্পূৰ্ণ হ'ব লাগিব। দৃষ্টি

আৰু নিৰীক্ষণৰ দ্বাৰা মস্তিষ্ক পৰিচালনা কৰি কৰ্ম্মক্ষেত্ৰত নিপুণতা অৰ্জ্জন কৰিব লাগিব।

## প্ৰস্তৰ যুগৰ শিক্ষা

প্ৰস্তৰ যুগত মানৱ শিশুৱে চিকাৰ কৰা, সাঁতোৰা বা সূতাৰৰ কাম কৰা কোনো শিক্ষকৰ তলত শিক্ষা কৰা নাছিল। আজিও পাহাৰ-পৰ্ব্বত হাবি-বননিত বাসকৰা লোকসকলে নিজে নিজে এইবোৰ কাম শিক্ষা কৰি লয়। কাম কৰি অভ্যাসৰ বলত মানুহে শিক্ষা লাভ কৰে—ই এটি স্বাভাৱিক প্ৰেৰণা। এই প্ৰেৰণাৰ আশ্ৰয় লৈ যি-কোনো এটি শিল্পকামৰ সহায়ত মানৱ-শিশুক শিক্ষিত কৰিব লাগিব। প্ৰত্যেক উদ্যোগ বা শিল্পকামৰ একোটি সুকীয়া ক্ৰমবিকাশ আছে, আৰু একোটি সুকীয়া কৰ্ম্মপদ্ধতি আছে। স্তৰে স্তৰে ভাগে ভাগে শিল্পকাম বা উদ্যোগৰ কাম শিশুৱে কৰি যাব—লগে লগে নতুন নতুন অভিজ্ঞতা পাব—আৰু নতুন নুতন কৌতূহল তাৰ মনত ওপজিব। শিক্ষকে এই কৌতূহল নিবাৰণ কৰাৰ লগে লগে নতুন নতুন কথা শিকাব আৰু কৰ্ম্মৰ কৌশল শিকাই যাব। এই কৌতূহল বা শিশুৰ মনত উদয় হোৱা নতুন নতুন প্ৰশ্নৰ উত্তৰ দিয়াৰ লগত শিক্ষকে শিশুক সকলো প্ৰকাৰ শিক্ষা দিব। সাহিত্য, ভূগোল, বুৰঞ্জী, অঙ্ক এই বিষয়বোৰ বেলেগ বেলেগ ভাগ কৰি শিকোৱা আমাৰ বৰ্ত্তমান পদ্ধতি; কিন্তু বুনিয়াদী শিক্ষাপদ্ধতি মতে অভিজ্ঞতাৰ ক্ষেত্ৰ আৰু সময় অনুসাৰে এই বিষয়বোৰৰ ভাগ মজ্জাগত হৈ আছে; কিন্তু পোনতে ছাত্ৰৰ মনত এই বিষয় ভাগ বহুৱাই দিব নালাগে।

সূতাকটা হাতৰ কামৰ ভিতৰত আগৰ পৰাই স্থান পাই আহিছে। সেইদৰে বাগিচাৰ কাম হাতৰ কামৰ ভিতৰত নাইবা সুকীয়াকৈ আমাৰ স্কুলবোৰৰ দৈনন্দিন কাৰ্য্যতালিকাত স্থান পাই আহিছে। বিষয় ভাগ কৰি শিক্ষা দিয়া বাবে এই বিষয়বোৰৰ প্ৰতি সাধাৰণতে অৱহেলা দেখুৱাই অহা হৈছে নাইবা বুৰঞ্জী, ভূগোল, সাহিত্য বা অঙ্কৰ প্ৰতি যিমান গুৰুত্ব দি অহা হৈছে—সূতাকটা বা বাগিচাৰ কামৰ প্ৰতি সিমান গুৰুত্ব দি অহা নাই।

বুনিয়াদী শিক্ষাপদ্ধতিৰ মাধ্যম—সূতাকটা বা বাগিচাৰ কাম বা যি-কোনো এটি শিল্প বা উদ্যোগ। সূতাকটা যদি প্ৰধান কাম হয়, সূতা কাটিবলৈ কপাহৰ আৱশ্যক। কপাহ পাবলৈ হলে কপাহ বজাৰৰ পৰা কিনি আনিব লাগিব নাইবা নিজৰ বাৰীত কপাহৰ খেতি কৰি উৎপন্ন কৰিব লাগিব।

## সমন্বিত জ্ঞান

বজাৰৰ পৰা কিনি আনিলে সহজতে প্ৰশ্ন উদয় হয়—এই কপাহ ক'ৰ পৰা বজাৰলৈ আহিছে। যি ঠাইত কপাহ উৎপন্ন হয়—সেই ঠাইৰ বিষয়ে

শিক্ষকে শিশুক জ্ঞান দিব লাগিব। সাধাৰণতে গাৰো পাহাৰত কপাহ জন্মে। এই গাৰো পাহাৰ আমাৰ অসমৰে এখন জিলা। এই গাৰো পাহাৰৰ সম্পৰ্কে শিক্ষকে শিশুক যিমান দূৰ সম্ভৱ জ্ঞান দিব। এনে জ্ঞান দিওঁতে ভূগোল শিক্ষা দিয়া হ'ল—কিন্তু শিক্ষকে ভূগোলৰ বিষয়েহে শিক্ষা দিছে এনে ভাব আনিব নালাগে নাইবা শিশুৱে ভূগোল শিক্ষা কৰিছে এনে কথা বুজিব নালাগে।

সেইদৰে সূতাকটাৰ পৰা নানা বিষয়ৰ অৱতাৰণা হব। ভাৰতৰ স্বাধীনতা যুদ্ধ, ভাৰতৰ বুৰঞ্জী, অসমৰ বুৰঞ্জী, জাতীয় পতাকা, ভাৰতৰ স্বাধীনতা যুদ্ধৰ যুজাৰুসকল—এইদৰে নানা কথাৰ অৱতাৰণা স্বাভাৱিকতে হ'ল। শিক্ষকে সুকৌশলেৰে পাঠদানৰ টোকা বৰ্গৰ মান অনুসাৰে প্ৰস্তুত কৰিব আৰু পৰিমিত হিচাবে জ্ঞান দিব। বৰ্ত্তমান পাঠ্যপুথিৰ সহায়ত শিক্ষা দিবলৈ যাওঁতে শিক্ষকে বৰ সাৱধান হব লাগিব।

## পুৰণি পদ্ধতিৰ ঠাইত নতুন পদ্ধতি

পুৰণি পদ্ধতিৰ গড় ভাঙি নতুন পদ্ধতি প্ৰচলন কৰিব লাগিব। অনুৰূপ পাঠ্যপুস্তক এতিয়াও হৈ উঠা নাই। সেইবাবে শিক্ষকসকলৰ দায়িত্ব আৰু কৰ্ম্ম-কুশলতাৰ ওপৰত বৰ্ত্তমান বুনিয়াদী শিক্ষাপদ্ধতি নিৰ্ভৰ কৰিছে।

প্ৰত্যেক উদ্যোগৰ বা শিল্পকামৰ ক্ৰমবিকাশ আছে বুলি আগেয়ে কোৱা হৈছে। এই ক্ৰমবিকাশৰ লগত স্তৰভেদ কৰি শিক্ষকে কাম কৰিবলৈ লগাই দিব আৰু শিক্ষকে সেই অনুসাৰে জানিবলগীয়া কথাৰ পাঠদানৰ টোকা প্ৰস্তুত কৰি লৈ ক্ৰমে ক্ৰমে তাৰ অৱতাৰণা কৰিব।

যদি বাগিচাতে কপাহৰ খেতি কৰা হয় তেন্তে মাটি তৈয়াৰ কৰা, সাৰ দিয়া, গুটি পচোৱা, কোন সময়ত গুটি বপন কৰিব লাগে, কেনেকৈ যত্ন কৰিব লাগে, কোন সময়ত গছে ফুল দিয়ে, কেতিয়া কপাহ হয়, এইবোৰ খেতি কোন জিলাত কোন বিলাক মানুহে সৰহকৈ কৰে, দেশৰ জলবায়ু কেনেকুৱা, মানুহৰ আচাৰ-ব্যৱহাৰ ৰীতি-নীতি কেনেকুৱা—এনেবোৰ কথাৰ ভাগ কৰি সকলোপ্ৰকাৰ জ্ঞান শিশুক দিবলৈ শিক্ষকে যত্নবান হব লাগিব। জ্ঞান হোৱাৰ পাছত বিষয় ভাগ—সাহিত্য, ভূগোল, বুৰঞ্জী ইত্যাদি ক্ৰমে পাছতো শিশুই জানিব পাৰিব, কিন্তু পূৰ্ব্বে বিষয় ভাগ হ'লে শিক্ষা দিয়াত কৃত্ৰিমতা আছে।

## বৰ্ত্তমান পৰিস্থিতি

বৰ্ত্তমান পৰিস্থিতিত আমাৰ প্ৰাইমেৰী স্কুলবোৰত বুনিয়াদী শিক্ষাপদ্ধতি প্ৰচলন কৰা কঠিন সমস্যা হোৱা বুলি বহুতো শিক্ষকৰ মনত ধাৰণা হৈছে। বুনিয়াদী শিক্ষপদ্ধতি নালাগে, যি-কোনো নতুন পদ্ধতি প্ৰথমতে কঠিন যেন বুলি

ধাৰণা হয়। কামত প্ৰবৃত্ত হ'লে সেই কঠিন ভাব আপোনা-আপুনি আঁতৰি যায়। উপযুক্ত সঁজুলিৰ অভাৱত কাম আৰম্ভ কৰিব নোৱাৰি বুলি অনেক শিক্ষকৰ পৰা আপত্তি শুনা যায়। বুনিয়াদী শিক্ষাৰ মূলনীতি হৈছে যি কোনো শিল্পকামৰ অভিজ্ঞতাৰ মাজেদি শিক্ষা দিব লাগিব। প্ৰত্যেক স্কুলতে বাগিচাৰ কাৰণে কিছু নহয় কিছু মাটি আছে। কোনো স্কুলত স্কুলৰ নিজৰ মাটি নাই কিন্তু গাৱঁত বহুত মাটি এনেয়ে পৰি থকা দেখা যায়। মেনেজিং কমিটিৰ পৰামৰ্শ লৈ তেনে এডোখৰ মাটি লৈ অস্থায়ী ভাৱে হ'লেও বাগিচাৰ কাম উদ্যোগ হিচাবে লব পাৰি। বহুতো গাৱঁত কিছুমান মানুহৰ মাটি গড়-আবাদী হৈ পৰি আছে। সেই মাটিবোৰ চাফ্ কৰি লৈ বাগিচা পাতিব পাৰি। সেই মাটি খাজানাৰ বাবেও বন্দবস্ত কৰি লব পাৰি। নিঃস্বাৰ্থভাৱেও যাৰ মাটি তাৰ বাবেও বাৰী পাতি দিব পাৰি। তেতিয়া মানুহে আনন্দমনে সহায় সহানুভূতি দেখুৱাব। মুঠৰ ওপৰত, শিক্ষকৰ আগ্ৰহ থাকিলে মেনেজিং কমিটিত সহানুভূতি আকৰ্ষণ কৰিব পাৰিব। মাটিৰ অভাৱত বুনিয়াদী শিক্ষা প্ৰৱৰ্তন কৰিব নোৱাৰি বুলি যিটো আপত্তি শুনা যায় সেই আপত্তি যদিও অকাৰণ নহয় তথাপি সেই আপত্তি বা সমস্যা যে সমাধান কৰিব নোৱাৰি তেনেও নহয়।

---

# স্কুল আৰু সমাজ

বুনিয়াদী শিক্ষা, প্ৰকৃতি, সমাজ আৰু উদ্যোগৰ পটভূমিৰ ভিত্তিত গঢ়িব লাগিব।

প্ৰকৃতি আৰু সমাজৰ লগত শিক্ষাৰ সম্বন্ধ স্থাপন কৰি সমন্বয় পাঠ দিয়াৰ ইঙ্গিত দিয়া হৈছে। স্কুলখন যি গাওঁ বা সমাজৰ মাজত অৱস্থিত সেই গাওঁখনৰ বা সমাজৰ সেৱাৰ বাবেহে ইয়াক প্ৰতিস্থাপিত কৰা হয়। গাৱৰ বা সমাজৰ যত প্ৰকাৰ সাংস্কৃতিক, সামাজিক বা আমোদীয়া অনুষ্ঠান হয় সকলোবিলাক অনুষ্ঠান স্কুল আৰু শিক্ষকক কেন্দ্ৰ কৰি কৰিলে শিক্ষাৰ উন্নতি হয় আৰু শিশুক সামাজিক জীৱনত আগবঢ়াই লোৱা হয়। শিশুৰ চকুৰ আগত সামাজিক আদৰ্শও উপস্থাপিত কৰা হয়।

স্কুলখন স্থানীয় ডাক্তৰখানাৰ, পুথি-ভঁৰালৰ, সভা-সমিতিৰ কেন্দ্ৰস্থান, গাৱঁলীয়া মানুহৰ পাঠাগাৰ, পঞ্চায়ৎ সভা আৰু নামঘৰ আদিৰ স্থান হোৱা উচিত। গাৱঁত শিক্ষকজনে এই অনুষ্ঠানবোৰৰ প্ৰাণস্বৰূপ হৈ উঠিব পাৰে আৰু গাৱঁলীয়া মানুহক এই অনুষ্ঠানবোৰৰ জৰিয়তে পৰিচালিত কৰিব পাৰে।

গাৱঁত নানাপ্ৰকাৰ প্ৰতিষ্ঠান পতা আমাৰ মানুহৰ স্বভাৱ। প্ৰত্যেক বিধৰ অনুষ্ঠান বেলেগ ঠাইত পাতিলে সময়, শক্তি আৰু অৰ্থৰ অপব্যয় হয়। একেঠাইতে সকলোবৰে অনুষ্ঠান পাতিলে প্ৰতিষ্ঠানৰ ঘৰ সজাত সুবিধা হয়। একেটি ঘৰতে নানাপ্ৰকাৰ অনুষ্ঠান পাতিব পাৰে। স্কুলঘৰটোকে নানা প্ৰকাৰ প্ৰতিষ্ঠানত লগাব পাৰে। বিশেষকৈ পাঠাগাৰ, পুথি-ভঁৰাল, পঞ্চায়ৎ-সভাৰ ঘৰ হিচাবে ব্যৱহাৰ কৰাত সুবিধা হয়।

আনফালে শিশুৰ প্ৰকৃতি আৰু প্ৰবৃত্তি বুজিবলৈ শিক্ষকে অভিভাৱসকলৰ প্ৰকৃতি আৰু প্ৰবৃত্তি ভালদৰে বুজি পাব লাগে। শিশুৰ ঘৰৰ পৰিবেশ সম্পৰ্কে শিক্ষকৰ জ্ঞান থকা উচিত। এই অনুষ্ঠানবোৰৰ জৰিয়তে শিক্ষকৰ গাৱঁলীয়া সমাজৰ লগত ঘনিষ্ঠ সম্পৰ্ক ঘটি উঠে আৰু প্ৰত্যেক শিশুৰ বিষয়ে সকলো কথা বুজিবলৈ সুবিধা পায়।

## পৰিবেশ

বুনিয়াদী শিক্ষাৰ লক্ষ্য হৈছে—শিশুক সৰ্ব্বদায় একেৰকমৰ পৰিবেশৰ মাজত ৰখা। স্কুলৰ পৰিবেশ আৰু ঘৰৰ পৰিবেশ যাতে ভিন্ন নহয়—বুনিয়াদী শিক্ষাই তাৰ ফালে লক্ষ্য কৰিছে। শিশুৰ শিক্ষাৰ স্থল কেৱল স্কুলখনেই নহয়—ঘৰ আৰু সমাজখনো; আৰু শিক্ষা এটা লানি নিছিগা পদ্ধতি। শিক্ষাৰ গতি ক্ৰমশ আগৰ  ফালে। শিক্ষক, অভিভাৱক আৰু সমাজৰ আন-আন মানুহৰ সহযোগ, সহানুভূতি আৰু সুদৃষ্টিৰ ওপৰত সুশিক্ষা নিৰ্ভৰ কৰে।

গাৱঁলীয়া সমাজৰ প্ৰত্যেক ব্যক্তিৰ সমূহীয়া স্বাৰ্থ, পৰস্পৰৰ লগত পৰস্পৰৰ আন্তৰিক সম্বন্ধ আৰু প্ৰীতিপূৰ্ণ বন্ধুত্ব জড়িত থাকে। শিক্ষকজনে এই স্বাৰ্থ আৰু সম্বন্ধৰ লগত নিজক জড়িত কৰিব লাগিব।

শিক্ষকে আগবাঢ়ি গৈ সমাজৰ মানুহক স্কুললৈ মাতি আনি তেওঁলোকৰ আগত বাতৰি কাকত পঢ়িব লাগে আৰু বাতৰি বোৰৰ সম্বন্ধে আলোচনা কৰিব লাগে। শিক্ষকে অভিভাবকসকলৰ সভা পাতি শিশুহঁতৰ বিষয়ে তেওঁৰ কি কি অভিজ্ঞতা হৈছে—শিক্ষাদান কাৰ্য্যত কি কি অসুবিধা হৈছে, এইবোৰ বিষয়ে সভাত আলোচনা কৰিব লাগে। গাৱঁৰ সামাজিক, অৰ্থনৈতিক, স্বাস্থ্যসম্পৰ্কীয় আৰু আমোদীয়া জীৱনৰ সমস্যাবোৰ লৈ আলোচনা কৰিব লাগে। শিক্ষকে লোকগীতি আৰু নৃত্যৰ, নাটকীয়া দৃশ্যৰ বৱস্থা কৰিব পাৰে আৰু শিশুহঁতৰ শিল্প আৰু হাতৰ কামৰ প্ৰদৰ্শনী পাতিব পাৰে। বাৰ্ষিক পৰ্ব্বৰ অনুষ্ঠানতো শিক্ষকে যোগ দিব লাগে আৰু এই পৰ্ব্বৰ সময়তো শিক্ষকে শিক্ষামূলক আৰু কৃষ্টিমূলক অনুষ্ঠান পাতিব পাৰে। শিক্ষকে সমাজৰ লগত সম্পূৰ্ণৰূপে মিলিত হৈ যাব লাগে।

এইবোৰ কামত যি আনন্দ পোৱা যায় সেই আনন্দত যদি শিক্ষকে বিশ্বাস কৰে আৰু উৎসাহ আৰু আনন্দেৰে সৈতে গাৱঁৰ সামাজিক জীৱনত অংশ গ্ৰহণ কৰে তেতিয়া তেওঁৰ কাম মিছনাৰী সকলৰ নিচিনা হৈ পৰিব। এইবোৰ অনুষ্ঠানৰ মাজত যোগদান কৰাত যে শিক্ষকৰ নানাপ্ৰকাৰ বাধা আৰু আহুকাল হৈছে—সিও সঁচা কথা; কিন্তু এই বাধা আৰু আহুকালৰ মাজতো সমাজৰ ভিতৰত এজন প্ৰিয়ব্যক্তি হৈ ল'ৰা-ছোৱালী আৰু অভিভাৱকসকলৰ পৰা শ্ৰদ্ধা আৰু সন্মান আদায় কৰিব পৰা বুদ্ধিমান্ শিক্ষকৰ সংখ্যাও বৰ কম নহয়।

বিদ্যালয়সমূহৰ কৰ্ত্তৃপক্ষ আৰু পৰিদৰ্শকসকলৰ পৰাও এই বিষয়ে সহায়, সহানুভূতি আৰু উদগণিৰ আৱশ্যক।

## স্কুলঘৰ

স্কুলঘৰটো গাৱঁৰ সামাজিক উন্নয়নৰ কেন্দ্ৰস্থল হব লাগে। সকলো গাৱঁতে স্কুলঘৰটো এটা আদৰৰ আৰু গৌৰবৰ বস্তু। এই স্কুলঘৰটো যাতে ভালকৈ সজা হয়, উপযুক্ত মেৰামতি কৰা হয় আৰু তাৰ প্ৰতি উপযুক্ত যত্ন লোৱা হয় সেইবাবে সকলো গাৱঁলীয়া লোকৰে মনোযোগ আৰু দৃষ্টি থাকিব লাগে। অন্যান্য অনুষ্ঠানবোৰ স্কুল-কম্পাউণ্ডতে গাঢ়ি তুলিব লাগে। স্কুলঘৰ নিৰাপদ নহলে সকলো কাৰ্য্যতে বাধা ওপজে।

স্কুল-কম্পাউণ্ডত প্ৰায় ১০ বিঘা মাটিৰ আৱশ্যক। নিতান্ত কমেও ৩ বিঘা মাটিৰ কমে এখন বুনিয়াদী স্কুল পাতিব নোৱাৰি। স্কুলৰ গোটেইটো কম্পাউণ্ডৰ

চাৰিউফালে বেৰা দিব লাগে। এই কামত স্কুলৰ ছাত্ৰসকলে কাম কৰিব কিন্তু বাইজৰ সহানুভূতি আৰু শিক্ষকৰ আগ্ৰহ আৰু কৰ্ত্তব্য জ্ঞানৰ আৱশ্যক।

বেৰা দিয়া হৈ গলে কম্পাউণ্ডত ফুলনি আৰু শাক-পাচলিৰ বাগিচা শিক্ষকসকলে ছাত্ৰৰ হতুৱাই কৰাব। বেৰবিলাক যাতে ভাঙি নাযায় তাৰা বাবে শিক্ষক আৰু ছাত্ৰই উপযুক্ত যত্ন লব। যি ঠাইত পানী উঠে তাত মাটি তুলি দিবৰ ব্যবস্থা কৰিব।

এইবোৰ কাম বুনিয়াদী শিক্ষাৰ উদ্যোগ হিচাবে লৈ বিষয়পাঠৰ সমন্বয় কৰিব। দৈনিক কাৰ্য্যক্ৰমণিকাত বৰ্গৰ ভাগ হিচাবে আৰু উদ্যোগ হিচাবে স্থান পাব। তেতিয়া স্কুলঘৰ, স্কুল-কম্পাউণ্ড আৰু ফুলনি বা বাগিচাৰ প্ৰতি ছাত্ৰছাত্ৰীসকলৰ মৰম ওপজিব; আনন্দ, উৎসাহৰ মাজত কাম হব; তেতিয়া Team spirit জাগি উঠিব।

স্কুলঘৰত এটি ভঁৰালঘৰ থাকিব লাগে।

## বুনিয়াদী স্কুলৰ কাৰ্য্যসূচী আৰু শিক্ষাৰ মান

হিন্দুস্থানী তালিমি সঙ্ঘৰ মতে স্কুলৰ শিক্ষা অন্ততঃ আঠ বছৰ হব লাগে; ৭—১৫ বছৰলৈকে, আৰু সেইবাবে সঙ্ঘই ভাৰতৰ প্ৰত্যেক ল'ৰা-ছোৱালীক ৭ বছৰৰ পৰা ১৫ বছৰলৈ বাধ্যতামূলকভাৱে শিক্ষা দিয়া অনুমোদন কৰে। সঙ্ঘই অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি বিশ্বাস কৰে যে, শিক্ষাৰ ৮ম মানত শিক্ষা দিবলৈ অতিৰিক্ত ব্যয়ৰ আৱশ্যক নাই যদিহে বুনিয়াদী শিক্ষাৰ বাবে লোৱা শিল্পৰ কাৰ্য্যক্ৰমণিকা সম্পূৰ্ণৰূপে সংগঠিত হয়।

## কাৰ্য্যক্ৰণিকা

তলত দিয়া পাঁচ প্ৰকাৰৰ অভ্যাসৰ ওপৰত বুনিয়াদী শিক্ষাৰ কাৰ্য্যক্ৰমণিকা বা পাঠ্যতালিকা নিৰ্ভৰ কৰে।

(১) পৱিত্ৰ আৰু স্বাস্থ্যময় জীৱনযাত্ৰা নিৰ্ব্বাহৰ অভ্যাস।

(২) আত্মনিৰ্ভৰতাৰ অভ্যাস

(৩) উৎপাদনশীল বুনিয়াদী শিল্পৰ অভ্যাস।

(৪) সামাজিক জীৱন যাপনৰ অভ্যাস।

(৫) আমোদজনক আৰু কৃষ্টিদায়ক কৰ্ম্মপদ্ধতিৰ অভ্যাস।

আমাৰ দেশত বৰ্ত্তমান যিটো অৱস্থা আৰু বৰ্ত্তমান আমাৰ জাতীয় জীৱনৰ যিবোৰ সমস্যা তাৰ সমাধানৰ অৰ্থে পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু স্বাস্থ্যই স্কুলৰ পাঠ্য বিষয়ত প্ৰথম স্থান পোৱা উচিত। ব্যক্তিগত আৰু সমাজগত স্বাস্থ্যনীতিৰ অজ্ঞতা আমাৰ জাতীয় জীৱনৰ উন্নতিৰ প্ৰধান বাধা।

অসমত ৬ বছৰৰ পৰা ১৪ বছৰলৈ এই আঠ বছৰ বুনিয়াদী শিক্ষাৰ কাল বুলি ধৰা হৈছে। ৬—১১ নিম্ন বুনিয়াদী স্কুলত পঢ়িব। ১২—১৪ বছৰ উচ্চ বুনিয়াদী স্কুলত পঢ়িব। পূৰ্ব্বৰ প্ৰাইমেৰী আৰু ছাত্ৰবৃত্তি স্কুলৰ সলনি ব্যৱস্থা কৰা হৈছে।

## বৰ্ত্তমান স্কুলবোৰত বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন

ভাৰত চৰাকাৰে অতি সোনকালে সকলোবিলাক স্কুলতে তলত লিখা মতে বুয়িাদী শিক্ষাৰ আৰম্ভণ কৰিবলৈ নিৰ্দ্দেশ দিছে :—

১। (ক) দৈনিক অসাম্প্ৰদায়িক প্ৰাৰ্থনা সভাৰ অনুষ্ঠান।

(খ) মাজেসময়ে বিশেষ উপলক্ষ্যত জাতীয় পতাকা উত্তোলন আৰু জাতীয়-সঙ্গীত গোৱা।

(গ) সামাজিক, সাংস্কৃতিক আৰু শিক্ষামূলক অনুষ্ঠান আদিৰ আয়োজন, শিক্ষামূলক ভ্ৰমণ আৰু বনভোজন আদিৰ আয়োজন।

(ঘ) ছাত্ৰ-ছাত্ৰীসকলে যাতে নিজে নিজে কিতাপ পঢ়িব পাৰে আৰু সৃজনমূলক ৰচনা আদি লিখিব পাৰে তাত উদগণি দিয়া। স্কুলীয়া পুথি-ভঁৰালৰ ব্যৱহাৰ, দৈনিক বাতৰি কাকত পঢ়া, দিন-লিপি (ডায়েৰী) লিখা আৰু পুথি সংগ্ৰহ কৰা, স্কুলীয়া খা-খবৰাদি দৈনিক বাতৰি কাকতৰ আৰ্হিত লিখি সকলোৱে পঢ়িব পৰাকৈ বেৰাত আঁৰি থোৱা, হাতে লিখা আলোচনী প্ৰকাশ কৰা, স্কুলত বছৰেকীয়া প্ৰদৰ্শনী পতা আৰু স্কুল-মিউজিয়ম (যাদুঘৰ) স্থাপন আৰু সংৰক্ষণ কৰা, তৰ্কসভা আৰু সাধুকথা কোৱাৰ কাৰণে বিশেষ শ্ৰেণীৰ ব্যৱস্থা কৰা।

২। (ক) এক বা ততোধিক উদ্যেগৰ (শিল্পৰ) ব্যৱস্থা কৰা। ওচৰৰ কোনো শিল্পকেন্দ্ৰ আৰু কৃষিৰ ক্ষেত পৰিদৰ্শন কৰি জ্ঞান আহৰণ কৰা

(খ) শাক-পাচলি আৰু স্কুলৰ বাগিচা পতা।

(গ) ব্যক্তিগত আৰু পাৰিপাৰ্শ্বিক পৰিচ্ছন্নতা আৰু চাফাই—আৰু তাৰ কাৰণে আৱশ্যকীয় সা—সঁজুলি ছাত্ৰ-ছাত্ৰীবিলাকে তৈয়াৰ কৰা।

৩। খেল-ধেমালি আৰু শাৰীৰিক ব্যায়াম চৰ্চ্চা কৰা।

৪। স্কুলত সমবায় অনুষ্ঠানৰ সংগঠন আৰু বেঙ্ক আদি পতা আৰু চলোৱা, স্কুল চলোৱা কাৰ্য্যত ছাত্ৰ-ছাত্ৰীৰ সহযোগিতা, সমাজনীতি অধ্যয়ন আৰু সমাজসেবা কৰা।

৫। অভিভাৱক আৰু শিক্ষকৰ মাজত সভা-সমিতি পাতি স্কুলৰ উন্নতিৰ হকে তেওঁবিলাকৰ মনোযোগ আকৰ্ষণ কৰা।

৬। প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ দৈনন্দিন কাৰ্য্যৰ তালিকা শিক্ষকে ৰাখি সেইবিলাকৰ ওপৰত ভিত্তি কৰি প্ৰমোচনৰ সময়ত বিবেচনা কৰা। ওপৰত উল্লেখিত কাৰ্য্যবিলাকত বিশেষ ব্যুৎপত্তি দেখুৱা ছাত্ৰ-ছাত্ৰীৰ কাৰণে সন্মানপত্ৰ আৰু পুৰস্কাৰ আদিৰ ব্যৱস্থা ৰখা। তেনে ছাত্ৰ-ছাত্ৰীৰ নাম স্কুলত লিপিবদ্ধ কৰি ৰখা।

---

# শৃঙ্খলা

সকলো স্কুলতে ছাত্র বা ছাত্রীৰ ভিতৰৰ পৰা এজন প্ৰধান মন্ত্ৰী, এজন চাফাই মন্ত্ৰী, এজন কৃষ্টি মন্ত্ৰী আৰু এজন কৃষি বা শিল্প মন্ত্ৰী হব। শিক্ষকে ছাত্ৰ ছাত্ৰীসকলৰ সভা পাতি সিহঁতৰ ভিতৰৰ এজনক সভাৰ সভাপতি হবলৈ সিহঁতৰ পৰাই প্ৰস্তাৱ উত্থাপন কৰাব আৰু সিহঁতৰ ভিতৰৰ পৰাই সমৰ্থন কৰাব। সেই সভাতে ওপৰত কোৱা মন্ত্ৰী ৪ জন ভোটৰ দ্বাৰা নিৰ্ব্বাচিত হব। সকলো কাম শৃঙ্খলা আৰু নিয়মৰ মাজেদি হব লাগিব। দৰকাৰ বিবেচনা কৰিলে ৪ জনতকৈ অধিক সংখ্যাক মন্ত্ৰী পাতিব পাৰিব। হাত দাঙিও ভোট দিব পাৰিব নাইবা বেলট্‌বক্স কৰিও ভোট লোৱাৰ ব্যৱস্থা কৰিব পাৰিব।

প্ৰত্যেক বৰ্গৰ বাবে একোজন বৰ্গমন্ত্ৰী থাকিব। তেওঁৰ নিৰ্দ্দেশমতে গোটেইটো বৰ্গ চলিব।

প্ৰধান মন্ত্ৰী, কৃষ্টি মন্ত্ৰী, চাফাই মন্ত্ৰী, কৃষি বা শিল্প মন্ত্ৰী আৰু প্ৰত্যেক বৰ্গৰ বৰ্গমন্ত্ৰীসকলক লৈ গোটেইখন স্কুলত এখন মন্ত্ৰীসভা বা শাসন পৰিষদ গঠিত হব। তাত স্কুলৰ শাসন-শৃঙ্খলা বিভাগ, স্কুলৰ উন্নতিমূলক ব্যৱস্থা বিভাগ, শিল্প বিভাগ পাতি প্ৰত্যেক বিভাগৰ মন্ত্ৰীৰ ওচৰত শাসন পৰিষদে পাছ কৰা শিক্ষকৰ নিৰ্দ্দেশ অনুসাৰে গঠিত নিয়মাৱলী থাকিব। এই নিয়মৰ সালসলনি শাসন পৰিষদত কৰিব পাৰিব। প্ৰধান মন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে মাহেকত এবাৰ বা দুবাৰ বা তাতোকৈ অধিক অধিবেশনো প্ৰয়োজন বুজি পাতিব পাৰিব। এনে অধিবেশন মাহে এবাৰকৈ হবই লাগিব।

ইয়াৰ উপৰিও স্বাস্থ্য মন্ত্ৰী আৰু কৃষ্টি মন্ত্ৰী প্ৰত্যেক বৰ্গতে পাতিব লাগে। কোনজন মন্ত্ৰীৰ কি কাম শিক্ষকসকলে নিৰ্দ্দেশ দিব। শিক্ষকসকলে নিজে নাজানিলে জানি লব। প্ৰধান শিক্ষক জন ব্যৱস্থাপক সভাৰ সভাপতি হব। মাহে মাহে মন্ত্ৰীসকলৰ পৰিবৰ্ত্তন হব।

প্ৰধান মন্ত্ৰী—যাৱতীয় বিষয়ত প্ৰধান মন্ত্ৰী লিপ্ত থাকিব। সকলো বিষয়ৰ মীমাংসা প্ৰধান মন্ত্ৰীয়ে ব্যৱস্থাপক সভাৰ সভাপতিৰ সহযোগতহে গ্ৰহণ কৰিব পাৰিব।

প্ৰত্যেক সপ্তাহত শনিবাৰে সাপ্তাহিক পৰিষদ বহিব। প্ৰধান মন্ত্ৰী এই সাপ্তাহিক পৰিষদৰ পৰিষদৰ সভাপতি থাকিব।

ব্যৱস্থাপক সভাৰ সভাপতি (প্ৰধান শিক্ষক) অধিবেশনত উপস্থিত থাকি কাৰ্য্য পৰিচালনা কৰিব।

এই পৰিষদে মন্ত্ৰীসকলৰ কামৰ আলোচনা আদি কৰিব।

কৃষি মন্ত্ৰী—কৃষিৰ যাৱতীয় সঁজুলী কৃষি মন্ত্ৰীৰ তত্ত্বাৱধানত থাকিব।

মাহেকৰ মূৰত নতুন কৃষি মন্ত্ৰীক চমজাই দিব। কৃষিজাত বস্তুৰ আয়-ব্যয়ৰ হিচাব ৰাখিব। সাপ্তাহিক পৰিষদত কৃষি সম্পৰ্কীয় অলোচনা কৰিব।

**বৰ্গ মন্ত্ৰী**—অধ্যয়ন সংক্ৰান্ত বিষয়বোৰত বৰ্গ মন্ত্ৰীৰ সহযোগ থাকিব। যঁতৰ, টাকুৰী প্ৰভৃতি বৰ্গমন্ত্ৰীৰ তত্ত্বাৱধানত থাকিব। কপাহ, যঁতৰ, টাকুৰী, অটেৰণ প্ৰভৃতি সময়তে যোগান ধৰা, সূতা জমা লোবা আদি কামত বৰ্গ মন্ত্ৰীৰ হাত থাকিব। ৰচনা, ডায়েৰী প্ৰভৃতি সময়তে সংগ্ৰহ কৰিব।

**কৃষ্টি মন্ত্ৰী**—কৃষ্টিমূলক সকলো বিষয় কৃষ্টি মন্ত্ৰীৰ অধীন হব। প্ৰাৰ্থনা, মাসিক কৃষ্টি-সভা আৰু অন্যান্য কৃষ্টিমূলক যাবতীয় বিষয় কৃষ্টি মন্ত্ৰীয়ে পৰিচালনা কৰিব। কৃষ্টিৰ বাবে কৃষ্টি মন্ত্ৰীয়ে এটি পুঁজি সংগ্ৰহ কৰিব। মাহে ছয় পইচা বা তিন পইচাকৈ প্ৰত্যেক শিক্ষাৰ্থীৰ পৰা এটি স্থায়ী বৰঙণি থাকিব। টকা সভাপতিৰ হাতত জমা থাকিব। তেখেতৰ নিৰ্দ্দেশমতে তেখেতৰ প্ৰতিনিধিৰ হাততো জমা থাকিব পাৰিব।

**চাফাই মন্ত্ৰী**—স্কুলঘৰ আৰু স্কুল-কম্পাউণ্ডৰ পৰিষ্কাৰ পৰিচ্ছন্নতা সংৰক্ষণৰ ভাৰ চাফাই মন্ত্ৰীৰ ওপৰত পৰিব। প্ৰয়োজন হলে ৰবিবাৰৰ দিনাও চাফাই কাম কৰিব পাৰিব। চাফাই কামৰ বাবে প্ৰয়োজনীয় যাবতীয় উপকৰণবোৰ চাফাই মন্ত্ৰীয়ে যোগান ধৰিব।

**দোষীৰ ব্যৱস্থা**—যি কামত অৱহেলা কৰে সেই কামত অধিক দিন নিযুক্ত কৰা; শাৰীৰিক কষ্টসাধ্য কামত নিযুক্ত কৰা (বিদ্যালয় পৰিচালনা কাৰ্য্যতো); নিজৰ কামৰ লগত আন কাম জাপি দিয়া; দায়িত্ববোধৰ ৰচনা লিখা; প্ৰাৰ্থনা সভাত শপত গ্ৰহণ কৰা বা ৭ দিন ধাৰাবাহিকৰূপে মজিয়া মচা। এই ধৰণৰ অন্যান্য শাস্তিৰ ব্যৱস্থা কৰিব।

**নিৰ্ব্বাচন বিভাগ**—প্ৰত্যেক মাহৰ ২৮ তাৰিখৰ ভিতৰতে মন্ত্ৰীসকলৰ নতুন নিৰ্ব্বাচন হব। মনোনয়নপত্ৰ দাখিলৰ সময় থাকিব। নিৰ্ব্বাচনৰ ৪।৫ দিন আগতে প্ৰাৰ্থীৰ মনোনয়নপত্ৰ সম্পাদকে আহ্বান কৰিব আৰু মনোনয়ন পত্ৰৰ ফৰ্ম্মৰ নমুনা প্ৰচাৰ কৰিব।

গণতান্ত্ৰিক পদ্ধতি শিক্ষা দিয়া প্ৰধান লক্ষ্য। শিক্ষকসকলে যেন এইবোৰ কথা অৱহেলা নকৰে। ইয়াত দিয়া উপদেশবোৰ পৰ্য্যাপ্ত হোৱা নাই; আৰম্ভণিৰ বাবেহে ইঙ্গিত দিয়া হৈছে। পৰিদৰ্শকসকলে পৰিদৰ্শনৰ সময়ত এইবোৰ বিষয়ে কব আৰু মন্তব্য লিখিব।

## কটিন

**কটিনৰ আৱশ্যকীয় সালসলনি কৰিব।**

**(১) প্ৰথমতে ১০ বা ১৫ মিনিট চাফাই কাম।**

(২) তাৰ পাছত হাত, মুখ, ভৰি ধুই আহি সকলোৱে প্ৰাৰ্থনা সভাত বহিব। ১০ বা ১৫ মিনিট।

(৩) প্ৰাৰ্থনাৰ পাছত—শিল্প বা কৃষি মন্ত্ৰীৰ নিৰ্দ্দেশ অনুসাৰে শিল্প বা কৃষিকাম। প্ৰাৰ্থনা সভাত বৰ্গ মন্ত্ৰীয়ে নিজ নিজ বৰ্গৰ কামৰ ঘোষণা কৰিব। দিনটোলৈ বৰ্গৰ যাবতীয় কামৰ নিৰ্দ্দেশ বৰ্গ মন্ত্ৰীয়ে সম্ভৱ হলে প্ৰাৰ্থান সভাতে দিব। শিল্প বা কৃষিকাম—৪৫ মিনিট বা ১ ঘণ্টা দিব।

(৪) শিল্পকাম (হাতৰ কাম) বা কৃষিকামৰ অভিজ্ঞতাৰ জৰিয়তে শিক্ষকসকলে বিষয় শিক্ষা দিব। যদি সম্ভৱ হয় শিল্প বা কৃষিৰ কাম দিনটোৰ ভিতৰত দুবাৰ—ৰাতিপুৱা আৰু আবেলি কৰাব। সম্ভৱ নহলে এবাৰ কৰাব।

(৫) ভূগোল, সাহিত্য আৰু সমাজ-বিজ্ঞান, স্বাস্থ্যনীতি ইত্যাদি বিষয়বোৰৰ পিৰিয়ড ভাগ, চাফাই কাম, প্ৰাৰ্থনা আৰু শিল্পকামৰ পাছত কৰাব ৩৫ মিনিট বা ৪০ মিনিটত বিষয় শিক্ষা দিব পাৰিব লাগে। আৱশ্যকবোধে ১ ঘণ্টা বা ২ ঘণ্টাও একে বিষয়কে শিক্ষা দিব পাৰে কিন্তু তেনে কৰিলে আমনি আহিব আৰু শৃঙ্খলা ভঙ্গ হব। হাতৰ কাম বা শিল্প-কাম বা কৃষিৰ কাম অৰ্থাৎ কোনো এটি উদ্যোগৰ আশ্ৰয় নোলোৱাকৈ কোনো বিষয় শিক্ষা দিব নালাগে। বিষয়শিক্ষা দিয়া আগ কথা নহয়। উদ্যোগৰ কাম পাৰিপাটিকৈ কৰাৰ পাছত সেই অভিজ্ঞতাৰ মাজেদি বিষয়শিক্ষা দিয়াৰ পৰিকল্পনা শিক্ষকে ভাবিব লাগিব, তাৰ টোকা লিখিব লাগিব আৰু বৰ্ত্তমান চলিত পাঠ্য-পুথিৰ লগত সম্বন্ধ ৰাখিব লাগিব। মনত ৰাখিব লাগিব যে শিশুৰ মনত যেতিয়া কোনো বিষয়ৰ জ্ঞানৰ উদয় হয় তেতিয়া সাহিত্য, ভূগোল আৰু বুৰঞ্জী ইত্যাদি হিচাবে নহয়। বিষয় ভাগবোৰ আমাৰ কামৰ সুবিধাৰ বাবেহে আমি কৰি লৈছোঁ। একে সময়তে নানা বিষয়ৰ জ্ঞান শিশুৰ মনত উদয় হব পাৰে। বিষয় ভাগ সেই বাবে অস্বাভাবিক কথা। ভূগোল হিচাবে বুৰঞ্জী, সাহিত্য ইত্যাদি বিষয়ৰ জ্ঞান স্বাভাবিকতে ল'ৰা-ছোৱালীয়ে পাই যাব—সেইটোহে বিজ্ঞানসম্মত কথা।

(৬) একোটা একোটা বৰ্গৰ দায়িত্ব এজন এজন শিক্ষকৰ হাতত থাকিব লাগিব। বিষয় হিচাবে শিক্ষক দিলে কামত অসুবিধা হব। এজন শিক্ষকৰ হাতত কেইবাটিও বৰ্গ থাকিব পাৰিব।

(৭) বহু-শ্ৰেণী শিক্ষা-প্ৰণালীৰ পদ্ধতি অনুসাৰে এজনীয়া শিক্ষকে কেইবাটিও বৰ্গ একেলগে শিক্ষা দিয়াৰ কৌশল আৱিষ্কাৰ কৰিব লাগিব। এটা উদ্যোগৰ মাজেদি শিক্ষা দিব পাৰিলে বেছি সহজ হব।

---

# একাদশ ব্ৰত

অহিংসা সত্যমস্তেয় ব্ৰহ্মচৰ্য্যমসংগ্ৰহ
শৰীৰশ্ৰম অস্বাদ সৰ্ব্বত্ৰ ভয়বৰ্জ্জনম্
সৰ্ব্বধৰ্ম্মে সমানত্ব স্বদেশী স্পৰ্শভাৱনা
হী একাদশ সেৱাৰী নম্ৰতে ব্ৰত-নিশ্চয়।

(ক) অহিংসা (খ) সত্য (গ) অস্তেয় (ঘ) অসংগ্ৰহ (চ) শৰীৰ শ্ৰম (ছ) অস্বাদ (জ) সৰ্ব্বত্ৰ ভয়-বৰ্জ্জন (ঝ) সৰ্ব্বধৰ্ম্মে সমানত্ব (ঞ) স্বদেশী (ট) স্পৰ্শ ভাৱনা।

## অহিংসা

অহিংসাই প্ৰেম।

অহিংসাৰ অৰ্থ কেৱল প্ৰাণী-হিংসা কৰিব নালাগে এনে নহয়। প্ৰাণী-হিংসা কৰিব নালাগে ই অৱশ্যে অহিংসাৰ অন্তৰ্ভুক্ত কিন্তু তাৰ দ্বাৰা অহিংসাৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ নাপায়। অসৎ চিন্তা, অনাৱশ্যক ব্যস্ততা, মিছাকথা কোৱা, পৰস্পৰৰ প্ৰতি ঘৃণা আৰু আনৰ অহিত চিন্তা কৰাৰ পৰা অহিংসাৰ নীতি ভঙ্গ কৰা হয়।

কোনো মানুহে যদি মনে মনেও কুকথা চিন্তা কৰে তাৰ দ্বাৰা অহিংসাৰ ভাৱ নষ্ট হৈ যায়।

প্ৰাকৃতিক সকলো কথাৰে একোটি ধাৰা আছে। সময়মতে কাৰ্য্য কৰিলেহে কাৰ্য্য সিদ্ধি হয়। সময়তহে গছৰ ফল ধৰে আৰু পকে। সেইবাবে কোনো কাম সময় হোৱাৰ আগতে কৰিবলৈ যত্ন কৰিলে সেই কাম সিদ্ধ হোৱাতো বিঘ্ন ঘটে আৰু তাৰ দ্বাৰা অহিংস-ভাৱ নষ্ট হৈ যায়।

মিছাকথা ক'লে সত্যৰ অপলাপ হয়। সত্য আৰু অহিংসা কোনো ফালে কোনো চিন নথকা পইচা এটাৰ ইপিঠি আৰু সিপিঠি। সত্যৰ অপলাপ হলে অহিংস-নীতি ভঙ্গ কৰা হয়।

মানুহে মানুহক বা কোনো সৃষ্ট জীৱক ঘৃণা কৰিব নাপায়। প্ৰকৃতিত সকলোৰে সুকীয়া স্থান বা সকলোৰে উপযোগিতা আছে। কাৰো প্ৰতি ঘৃণাৰ ভাৱ উদয় হলে অহিংস হৈ থাকিব নোৱাৰি।

পৰশ্ৰীকাতৰতা পৰৰ অহিত চিন্তা কৰাৰ পৰা মানুহৰ মানসিক অৱনতি হয়। তাৰ দ্বাৰা মানুহে মনৰ অহিংস ভাৱ ৰক্ষা কৰিব নোৱাৰে। নিজৰ হিত হ'লে যেনেকৈ মানুহৰ আনন্দ হয়, পৰৰ হিত হ'লেও তেনেকৈ আনন্দ পাব লাগে, অন্ততঃ অসূয়া হব নালাগে। তেতিয়াহে অহিংস-নীতি পালন কৰা হব।

অহিংসা মনোবাৰ নহলে সত্য পালন কৰিব নোৱাৰি। সত্য আৰু অহিংসা পৰস্পৰ জড়িত। ইটোৰ পৰা সিটোক বিচ্ছিন্ন কৰিব নোৱাৰি।

## সত্য

প্ৰকৃততে সত্যই ঈশ্বৰ। নিজে যিটো সত্য বুলি ভাবে সেই অনুসাৰে চলিলে প্ৰকৃততে মানুহৰ দোষ নহয়। আচলতে সেইটো কৰাহে কৰ্ত্তব্য। কাৰোবাৰ যদি কেতিয়াবা ভুলো হয়, অভ্যাসৰ পথত আপোনা-আপুনি সি শুদ্ধ হৈ যায়। সত্যান্বেষণ তপস্যা বা আত্মকষ্টৰ দাৰাহে সিদ্ধ হয়। তপস্যাৰ পথত আনকি মানুহে নিজৰ জীৱনকো আহুতি দিবৰ আৱশ্যক হব পাৰে। স্বাৰ্থ-সিদ্ধিৰ কোনো গন্ধই ইয়াত থাকিব নোৱাৰে। নিঃস্বাৰ্থভাৱে সত্য-অন্বেষণ কৰিলে তাৰ স্বৰূপ নেদেখাকৈ কেতিয়াও নাথাকে। পোনতে হয়তো ভুল বাটেদি যাব কিন্তু উজুটি খাই ঠিক বিচাৰি পাবই।

প্ৰত্যেক মানুহৰ নিজৰ নিজৰ বিবেক আছে, সুবুদ্ধি আছে। আত্মপ্ৰবঞ্চনা নকৰি প্ৰকৃত সত্য কি তাৰ অন্বেষণ কৰিলে মানুহে আপোনা-আপুনি সত্যৰ স্বৰূপটো বুজি পায়। সত্যক অৱলম্বন কৰি জীৱন-পথত আগ বাঢ়িলে নানা বাধা-বিঘ্ন হব পাৰে কিন্তু জীৱনপণ কৰিও নিঃস্বাৰ্থভাৱে সত্য-পথত থাকিলে সত্যৰ উপলব্ধি হবই। সত্যৰ উপলব্ধি হ'লে ঈশ্বৰক মানুহে সম্পূৰ্ণৰূপে বুজিব পাৰিব। সত্য বা ঈশ্বৰত কোনো ভেদ আছে বুলি বুজিব নোৱাৰি।

## অস্তেয়

প্ৰেম বা অহিংসাৰ অভ্যাস কৰা বুলি আৰু সত্যক উপলব্ধি কৰা বুলি যাৰ মনে মনে অভিমান আছে তেনে লোকে কেতিয়াও চুৰ কৰিব নোৱাৰে। তথাপি জ্ঞাতসাৰে বা অজ্ঞাতসাৰে আমি প্ৰত্যেকে চুৰি বা স্তেয় দোষত দোষী। মালিক নোহোৱা বস্তু গ্ৰহণ কৰাটোও চুৰি বা স্তেয়। ৰাস্তাত পৰি থকা বস্তু ৰজাৰ বা স্থানীয় কৰ্তৃপক্ষৰ।

যেতিয়া কোনো বস্তুৰ প্ৰকৃততে আৱশ্যক নাথাকে, তেতিয়া আনৰ পৰা সেই বস্তু খুজি লোৱাটোও চুৰি। দৰকাৰ নাথাকিলে আমি কোনো বস্তু কাৰো পৰা লব নালাগে। এনে ধৰণৰ চুৰিত সদায় একোটা লক্ষ্য থাকে। আন কি ক্ষুদ্ৰ এটা ফলো আৱশ্যক নহলে লব নালাগে। প্ৰকৃততে অনেক সময়ত আমি আমাৰ প্ৰকৃত প্ৰয়োজনীয়তা বুজি নাপাওঁ, আৰু আমি আমাৰ অভাৱৰ মাত্ৰা অনাৱশ্যকভাৱে বঢ়াই লওঁ, আৰু অজ্ঞাতসাৰে স্তেয় দোষত দোষী হৈ পৰোঁ। আমি যদি গভীৰভাৱে চিন্তা কৰোঁ তেন্তে আমাৰ বহুতো অভাৱ কমাই লব পাৰো। যি মানুহে অস্তেয় অভ্যাস কৰিব, তেওঁ নিজৰ অভাৱৰ মাত্ৰা ক্ৰমাৎ

কমাই আনিব পাৰিব। জগতত দুঃখদায়ক দৈন্যৰ আৱিৰ্ভাব হৈছে অস্তেয়-নীতিৰ এই প্ৰকাৰ অৱমাননাৰ পৰা।

যি লোক অস্তেয়-নীতিৰ সেৱকে তেওঁ ভৱিষ্যতে অৰ্জ্জন কৰিব লগা বস্তু সম্পৰ্কে কোনো ভাৱনাই নকৰে। চুৰি বা স্তেয় বৃত্তিৰ মূলতে আছে ভৱিষ্যতৰ এই অসৎ উদ্বিগ্নতা। আজি যদি আমি কোনো বস্তুৰ অধিকাৰী হ'বলৈ বাঞ্ছা কৰোঁ, কাইলৈ আমি তাক পাবলৈ যত্ন কৰোঁ; সদুপায়ে নাপালে অসৎ বা কুটিল উপায়ে পাবলৈ যত্নবান হওঁ।

সাধাৰণ বস্তুৰ নিচিনা আনকি মানসিক ভাৱধাৰাও চুৰি কৰিব পাৰি। কোনো এটি নতুন মতবাদ প্ৰবৰ্ত্তন কৰা বুলি যদি কোনো লোকে অহঙ্কাৰ কৰে, অথচ সেই মতবাদ প্ৰকৃততে তেওঁৰ নিজৰ নহয়, তেতিয়াহলে তেওঁ ভাৱধাৰা বা মতবাদ চুৰিৰ দোষত দোষী হয়।

অস্তেয় নীতিৰ সেৱক হব লাগিব বিনীত, চিন্তাশীল আৰু পৰ্য্যবেক্ষণশীল আৰু স্বভাৱত হব লাগিব সৰল।

## অসংগ্ৰহ

অসংগ্ৰহ অস্তেয়ৰ লগত সম্পৰ্কিত। ধৰক, কোনো এটা বস্তু আচলতে চুৰি কৰি অনা নাই আৰু বিনা প্ৰয়োজনে আমাৰ ঘৰত আছে, তেতিয়া সেই বস্তুটো চুৰি কৰা বস্তু বুলি ধৰিব লাগিব। সংগ্ৰহৰ দ্বাৰা বুজা যায় বস্তুটো ভবিষ্যৎ প্ৰয়োজনৰ বাবে সাঁচি থোৱা হৈছে। যি লোক সত্যান্বেষী, প্ৰেমনীতিৰ তথা অহিংস-নীতিৰ যি উপাসক, তেওঁ ভৱিষ্যতলৈ কোন বস্তু সাঁচিব নোৱাৰে। ঈশ্বৰে কেতিয়াও সহ্য নকৰে। সৃষ্টিৰ পাতনিত যিখিনিৰ প্ৰয়োজন তাতকৈ সৰহ বস্তুৰ সৃষ্টি নকৰে। সেইবাবে যদি আমি তেওঁৰ বিধানত বিশ্বাস ৰাখোঁ তেন্তে আমি নিশ্চিত মনে বিশ্বাস কৰিব পাৰোঁ যে তেওঁ আমাক দৈনন্দিন আহাৰ যোগাব আৰু আমাক লগা জোখাৰে সকলোখিনি দিব। যোগী আৰু ভক্তসকলে এই বিশ্বাসত নিৰ্ভৰ কৰি তেওঁলোকৰ অভিজ্ঞতাত সেই বিশ্বাসৰ ফল পাইছে। ঐশ্বৰিক বিধান অনুসাৰে প্ৰত্যেক মানুহে নিতৌ তাৰ আহাৰ্য্য পাব; তাতকৈ বেচি নাপাব। আমি বিধান নজনা বাবে বা নমনা বাবেহে সংসাৰত নানাপ্ৰকাৰ বৈষম্য আৰু দুখ-কষ্টৰ সৃষ্টি হৈছে।

ধনী মানুহৰ অতিৰিক্ত খাদ্য সংগ্ৰহ আছে। অতিৰিক্ত খাদ্যৰ কোনো আৱশ্যক নাই, সেইবাবে সেই বস্তুৰ অনাদৰ আৰু অপচয় হয়; আনফালে লাখ লাখ মানুহে খাদ্যৰ অভাৱত লঘোণে থাকে বা মৃত্যু বৰণ কৰে। যাক যিখিনি লাগে সিমানখিনি মাথোন সংগ্ৰহ কৰিলে কাৰো ক'তো অভাৱ নাথাকিলহেঁতেন আৰু সকলোৱে সুখ-শান্তিৰে থাকিলেহেঁতেন। বৰ্ত্তমান অৱস্থাত দুখীয়াৰ

নিচিনাকৈ ধনী-মানুহেও অশান্তি ভোগ কৰিছে। নিৰ্ধনী মানুহজনে পৰা হ'লে আনন্দমনে লাখপতি হ'লহেঁতেন আৰু লাখপতিজন ক্ৰোৰপতি হ'লহেঁতেন। সেইবাবে ধনী মানুহে অসংগ্ৰহ-নীতি গ্ৰহণ কৰিব লাগে যাতে এই অসংগ্ৰহৰ দ্বাৰা সাৰ্ব্বজনীন্ সন্তোষ ধনী-দৰিদ্ৰ সকলোৰে প্ৰাণত বিয়পি পৰে। ধনীসকলে যদি নিজৰ সম্পত্তি এটা যুক্তিপূৰ্ণ সীমাৰ ভিতৰত ৰাখি বাকিখিনি এৰি দিয়ে, অনাহাৰীয়ে খাবলৈ পাব আৰু ধনীৰ লগত সন্তোষৰ আনন্দ উপভোগ কৰিব।

বিশুদ্ধ সত্যৰ দৃষ্টিভঙ্গীত দেহটোও এটা সংগ্ৰহ। এইদৰে আমি সম্পূৰ্ণ সন্ন্যাসৰ স্তৰত উপনীত হম। যিমানদিন শৰীৰ থাকে সিমানদিন আমাৰ শৰীৰৰ শ্ৰমৰ দ্বাৰা জনগণৰ সেৱা কৰিব লাগে, যাতে জীৱিকা অৰ্জ্জনৰ বাবে হে মাথোন শৰীৰটোৰ আৱশ্যক নহয় আৰু জনগণৰ সেৱা কৰাৰহে আৱশ্যক, এনে মনোভাৱ আমাৰ জীৱনৰ লক্ষ্য হয়। জনগণৰ সেৱাৰ বাবেই আমি খাওঁ, পিওঁ শোওঁ বা জাগি থাকোঁ। এনে মনোভাৱেই প্ৰকৃত শান্তি আনিব।

গান্ধীজীয়ে কৈছে যে প্ৰকৃতিয়ে আমাৰ অভাৱ পূৰণৰ বাবে যথেষ্ট দান দিছে। আমি যদি প্ৰত্যেকে আমাক লগা খিনিহে আহৰণ কৰোঁ আৰু তাতকৈ বেছি সংগ্ৰহ নকৰোঁ, তেন্তে জগতত দৈন্য আহিব নোৱাৰে। কোনো মানুহেই খাদ্যৰ অভাৱত মৃত্যু বৰণ কৰিব নালাগে। যেতিয়ালৈকে আমাৰ মাজত এই বৈষম্য থাকিব তেতিয়ালৈকে আমি স্তেয় দোষত দোষী। যেতিয়ালৈকে প্ৰত্যেক ভাৰতবাসীয়ে এবেলা এমুঠি খাবলৈ নাপায়, তেতিয়ালৈকে আমি স্বেচ্ছায় অনশন কৰিও অনাহাৰীৰ বাবে খাদ্যৰ যোগান ধৰা উচিত।

## ব্ৰহ্মচৰ্য্য

ব্ৰহ্মচৰ্য্য কাক বোলে? ইয়াৰ মূলগত অৰ্থ হৈছে—যি অভ্যাস বা সাধনাই ভগবানৰ লগত যোগ স্থাপন কৰে সেই অভ্যাস বা সাধনাই ব্ৰহ্মচৰ্য্য। এই অভ্যাসে মানুহৰ সকলোবোৰ ইন্দ্ৰিয়ক শাসনত ৰাখে। এইটোৱেই আচল আৰু যুক্তিযুক্ত অৰ্থ।

ব্ৰহ্মচৰ্য্যৰ অৰ্থ সাধাৰণতে জননেন্দ্ৰিয়ৰ সংযম। এই সঙ্কীৰ্ণ অৰ্থই ব্ৰহ্মচৰ্যৰ অৰ্থৰ অৱনতি ঘটাই ব্ৰহ্মচৰ্য্য পালন একপ্ৰকাৰ অসম্ভৱ কৰি তুলিছে। অন্যান্য ইন্দ্ৰিয়বোৰৰ সংযম অভ্যাস কৰিব নোৱাৰি। সকলোবোৰ ইন্দ্ৰিয় পৰস্পৰৰ অধীন। নিম্নস্তৰত মনটো সকলো ইন্দ্ৰিয়ৰে অন্তৰ্ভুক্ত। মনৰ সংযম নহ'লে বাহ্যিক সংযম সাময়িকভাৱে সম্ভৱ হ'লেও তাৰ কোনো সাৰ্থকতা নাথাকে।

খাদ্যৰ লগত ব্ৰহ্মচৰ্য্য পালনৰ নিকট সম্বন্ধ। খাদ্যৰ সংযম থাকিলে ব্ৰহ্মচৰ্য্য পালন সহজ হয়। গান্ধীজীয়ে অভিজ্ঞতাৰ পৰা এই কথা কৈছে।

এজন মানুহে যদি এগৰাকী তিৰোতাক তাৰ প্ৰেম দান কৰে বা এগৰাকী তিৰোতাই যদি এজন মানুহক তাইৰ প্ৰেম দান কৰে, সংসাৰৰ আন মানুহৰ

কাৰণে কি বাকী থাকিল? ইয়াৰ অৰ্থ এয়ে হয় যে আমাৰ দুজনৰ কথাই প্ৰথম কথা—আনবিলাকৰ যি হয় হব। এজনী সতী তিৰোতাই যদি তেওঁক স্বামীৰ বাবে সকলো ত্যাগ কৰে, নাইবা এজন সৎ স্বামীয়ে যদি নিজৰ তিৰোতাৰ বাবে সকলো ত্যাগ কৰে, তেতিয়া হ'লে তেনে লোক বিশ্বজনীন-প্ৰেমৰ স্তৰলৈ উঠিব নোৱাৰে; নাইবা সকলো মানুহকে নিজৰ ভাই-ভনী বা আত্মীয় বুলি ভাবিব নোৱাৰে; কাৰণ তেওঁলোকৰ প্ৰেমৰ চাৰিওফালে সীমাৰেখা টানি লৈছে; পৰিয়ালৰ সংখ্যা যিমান বাঢ়ি যায়, বিশ্বজনীন প্ৰেমৰ পৰা সিমান আঁতৰি যায়। সেইবাবে যি অহিংস-মন্ত্ৰত দীক্ষিত হয় সি বিবাহ-বন্ধনতেই সোমাব নোৱাৰে—অবৈধ উপায়ে ইন্দ্ৰিয় চৰিতাৰ্থ কৰাতো দূৰৈৰ কথা।

তেনেহলে যিবিলাকৰ বিয়া আগেয়ে হৈ গৈছে, তেওঁলোক কি কৰিব? তেওঁলোকে কেতিয়াও সত্যৰ উপলব্ধি কৰিব নোৱাৰিবনে? মানৱতাৰ বেদীত তেওঁলোকে তেওঁলোকৰ সৰ্ব্বস্ব দান কৰিব নোৱাৰিবনে? তাৰ এটি উপায় আছে। তেওঁলোক যে বিবাহিত হোৱা নাই তেনেদৰে আচৰণ কৰিব লাগে। এই আনন্দজনক সম্বন্ধ যিবিলাকে উপভোগ কৰিছে তেওঁলোকে এই কথাৰ সাৰ্থকতা উপলব্ধি কৰিব পাৰিছে। যদি বিবাহিত দম্পতীয়ে পৰস্পৰক ভাইভনী বুলি ভাবিব পাৰে তেওঁলোকে জগতৰ সেৱাৰ বাবে নিজক মুক্ত কৰি লব পাৰিব। যিজনে সংসাৰৰ সকলোবিলাক তিৰোতাকে মা, ভনী বা নিজৰ কন্যা বুলি ভাবিব পাৰে, তেনে লোক অবিলম্বে মহৎ হৈ উঠিব পাৰে আৰু সকলো বন্ধন ছিঙিব পাৰে। স্বামী বা স্ত্ৰীৰ তাৰ পৰা কোনো ক্ষতি নহয়, বৰঞ্চ নিজৰ আৰু পৰিবাৰৰ পক্ষে লাভহে হব। ইন্দ্ৰিয় চৰিতাৰ্থ প্ৰবৃত্তিৰ পৰা তেওঁলোকৰ প্ৰেম মুক্ত হৈ বেছি শক্তিশালী হব।

ব্ৰহ্মচৰ্য্যৰ বিষয়ে এনে এটি ধাৰণা অতি উচ্চ খাপৰ। সাধাৰণ মানুহৰ এইদৰে চলা অতি কঠিন; কিন্তু আংশিকভাৱে চেষ্টা কৰিলেও যে সাফল্য আহিব পাৰে তাত কোনো সন্দেহ নাই; কাৰণ অতিৰিক্ত স্ত্ৰী-সেৱাৰ পৰা যে মানুহৰ স্বাস্থ্য আৰু সংযম শক্তিৰ অপচয় হয় এই বিষয়ে অন্ততঃ সকলোৰে কিছু নহয় কিছু অভিজ্ঞতা আছে। তদুপৰি ভাৰতীয় সমাজত প্ৰত্যেকৰে জনা আছে যে ঋতুকাল ব্যতিৰেকে স্ত্ৰী-সঙ্গম কৰা নিষেধ। পুত্ৰোৎপাদনৰ বাবেহে স্ত্ৰী সঙ্গম আৱশ্যক—সম্ভোগৰ বাবে নহয়। এইবোৰ ভাব ভাৰতবাসীৰ প্ৰত্যেকৰে কিছু কিছু জনা আছে। ছয় ৰিপু—কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য ইত্যাদি দমনৰ কথাও ভাৰতীয় লোকে জানে। কাম ৰিপু দমন কৰিবলৈ যে মনটোক সংযত ৰাখিব লাগে তাকো মানুহে ভালদৰে বুজি পায়। এই কথাও আমাৰ শাস্ত্ৰই কৈ গৈছে। সেইবাবে আন দেশৰ মানুহে নুবুজিলেও আমাৰ দেশৰ মানুহে যে গান্ধী-বাক্যৰ সত্যতা উপলব্ধি কৰিব পাৰে তাত কোনো সন্দেহ নাই।

এই আলোচনাই উচ্ছৃংখল যুৱক-যুৱতীৰ প্ৰাণতো ক্ৰমে ক্ৰমে আঘাত কৰে আৰু সমাজৰ শৃংখলা ৰক্ষাত সহায় কৰে।

## শৰীৰৰ শ্ৰম

যি মানুহে শাৰীৰিক শ্ৰম নকৰে, সেই মানুহৰ খাবৰ কি অধিকাৰ আছে? কপালৰ ঘাম মাটিত পেলাই অৰ্জ্জা অন্নৰ হে তোমাৰ অধিকাৰ আছে। ক্ৰোৰপতিয়ে যদি গোটেই দিনটো বিছনাত বহি থাকে বা শুই থাকে আৰু তেওঁক যদি খাবৰ সময়তো আনে সহায় কৰিব লাগে তেনেদৰে সদায় চলিব নোৱাৰে-তাতো তেওঁৰ বিৰক্তি আহিব। ব্যায়ামৰ দ্বাৰা তেওঁৰ ক্ষুধাশক্তি বঢ়াব লাগিব আৰু খোৱা বস্তু হজম নিয়াব লাগিব। যদি ধনী-দুখী সকলোৱে ব্যায়াম কৰিব লাগে, তেন্তে উৎপাদনশীল শ্ৰম কিয় নকৰে? খেতিয়কে এজনক কোনোও শ্বাস-প্ৰশ্বাসৰ ব্যায়াম লবলৈ বা মাংসপেশী বঢ়াবৰ কাৰণে ব্যায়াম কৰিবলৈ নকয় আৰু দহভাগৰ নও ভাগ মানুহেই খেতি কৰি জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰে। বাকী এক ভাগ মানুহেও যদি একে উদাহৰণকে গ্ৰহণ কৰিলেহেঁতেন তেন্তে এই সংসাৰখন কিমান সুখৰ হ'লহেঁতেন। অন্ততঃ নিজ নিজ খাদ্য আহৰণৰ বাবেও যদি এইভাগ মানুহে খেতি কৰিলেহেঁতেন তেন্তে বহুতো সমস্যা পূৰণ হ'লহেঁতেন, অস্বাস্থ্যকৰ শ্ৰেণীবিভাগ নাথাকিলহেঁতেন। আজি ধনিকবাদ আৰু শ্ৰমিকবাদৰ যি দ্বন্দ্ব চলি আছে আৰু দুখীয়া মানুহে যে ধনীক হিংসা কৰে তাৰ কাৰণ ইয়াতেই। যদি খাদ্য আহৰণৰ অৰ্থে সকলোৱে শাৰীৰিক শ্ৰম কৰিলেহেঁতেন এনে শ্ৰেণীবিভাগ উঠি গ'লহেঁতেন। ধনীলোক তেতিয়াও থাকিব, থাকক, কিন্তু তেওঁলোকে নিজক সম্পত্তিৰ মালিক বুলি ভাবি যদি সেই সম্পত্তি সৰ্ব্বসাধাৰণৰ অৰ্থে ব্যৱহাৰ কৰিলেহেঁতেন তেতিয়া শ্ৰেণীভেদ নাথাকিলহেঁতেন।

কোনো লোক যদি অহিংসা আৰু সত্য-ধৰ্ম্মৰ সেৱক হয় আৰু ব্ৰহ্মচৰ্য্য পালন কৰে তেন্তে তেওঁ শৰীৰৰ শ্ৰম ভগৱানৰ এটা নিশ্চিত আশীৰ্ব্বাদ বুলি ধৰি লব লাগিব। এই শ্ৰম কেৱল কৃষিকৰ্ম্মৰ লগতে জড়িত কৰি লব লাগে; কিন্তু সম্প্ৰতি সকলোৱে শৰীৰৰ শ্ৰম কৃষিৰ লগত জড়িত কৰি লোৱা সম্ভৱ নহয় কাৰণে অন্যান্য কৰ্ম্মৰ মাজেদি হলেও শৰীৰৰ শ্ৰম কৰিব লাগিব। যেনে কৃষিকৰ্ম্মৰ সলনি প্ৰত্যেকে সূতা কাটিব পাৰে, কাপোৰ বব পাৰে, কাঠমিস্ত্ৰি বা কমাৰৰ কাম কৰিব পাৰে; কিন্তু কৃষিকৰ্ম্মক আদৰ্শ বুলি ধৰি লব লাগিব। প্ৰত্যেকে নিজৰ নিজৰ মেথৰ হব লাগিব আৰু নিজৰ ময়লা নিজে চাফা কৰিব লাগিব। সেইটো যদি সম্ভৱ নহয় তেন্তে প্ৰত্যেক পৰিয়ালে ময়লা পৰিষ্কাৰ কৰা কামৰ ব্যৱস্থা কৰি লব লাগিব। সমাজত বিশেষ এক শ্ৰেণীয়ে এই কাম কৰিব

লাগিব এনে ব্যৱস্থাৰ গুৰিতে এটা ডাঙৰ অন্যায় নিহিত আছে। স্বাস্থ্য সম্বন্ধীয় এনে এটি প্রয়োজনীয় কৰ্ত্তব্য এটা বিশেষ শ্রেণীৰ হাতত থাকিব লগা ব্যৱস্থাত সেই শ্রেণীৰ মানুহৰ নিম্নতম স্থানৰ কোনো উল্লেখ মানৱ-ইতিহাসত পোৱা নাযায়। যেয়ে নকৰক, তেওঁ সমাজৰ কল্যাণ সাধন কৰা নাই। সেইবাবে বাল্যকালৰ পৰাই আমাৰ মনত এনে এটি ভাৱে স্থান পোৱা উচিত যে আমি প্রত্যেকে নিজৰ মেথৰ। এই উদ্দেশ্যে সাধনৰ সহজ উপায় হৈছে যে আমি ময়লা চাফা কৰা কামক আশ্ৰয় কৰি শৰীৰ শ্রমৰ অভ্যাস কৰিব লাগিব। বুধিৰে যদি আমি এই কাম গ্ৰহণ কৰিব পাৰোঁ তেন্তে সকলো মানুহেই যে সমান সেই ভাৱ উপলব্ধি কৰাত এই কামে সহায় কৰিব।

ত্যাগ নানা প্রকাৰৰ হব পাৰে। শৰীৰ খটুৱাই শ্রমৰ দ্বাৰা খাদ্য আহৰণ কৰাও এবিধ ত্যাগৰ ভিতৰত। নিজৰ খাদ্যৰ বাবে যিমানখিনি পৰিশ্রমৰ আৱশ্যক, প্রত্যেকজন ব্যক্তিয়ে যদি সিমানখিনিহে কৰে তেন্তে সেয়ে যথেষ্ট হব পাৰে। তেতিয়া দেশত যথেষ্ট খাদ্য সংগ্ৰহ হব আৰু সকলোৰে আজৰি সময় থাকিব। জনসংখ্যাৰ আধিক্যৰ আৱাও কমি যাব, দেশত বেমাৰ নাথাকিব আৰু কাৰো কোনো দুখ-কষ্ট নাথাকিব। এনে শৰীৰ-শ্ৰমেই সৰ্ব্বোত্তম ত্যাগৰ আদর্শ হব। শৰীৰ আৰু মনৰ দ্বাৰা মানুহে আৰু নানা প্রকাৰ কাম কৰিব, কিন্তু এই প্রকাৰৰ সকলো কামেই উমৈহতীয়া স্বাৰ্থৰ প্ৰেৰণাত কৰা শ্রমৰ ফল হব। তেতিয়া সমাজত ধনীও নাথাকিব আৰু দুখীয়াও নাথাকিব; ডাঙৰ সৰু বা স্পৃশ্য-অস্পৃশ্যৰ স্থান নাথাকিব।

এনে আদর্শ হয়তো কেতিয়াও উপলব্ধি কৰিব পৰা নাযাব কিন্তু সেই বুলি আমি তাৰ বাবে চেষ্টা নকৰা উচিত নহব। ত্যাগৰ বা জীৱন-আদর্শৰ সম্পূর্ণ নীতিপালন কৰিব নোৱাৰিলেও আমি যদি শাৰীৰিক পৰিশ্রমৰ দ্বাৰা আমাৰ দৈনিক আহাৰৰ সংস্থান কৰোঁ আমি এই আদর্শৰ বাটত বহুখিনি আগবাঢ়ি যাব পাৰিম।

আমি যদি এই আদর্শ আগত লৈ কামত প্ৰবৃত্ত হওঁ তেতিয়া আমাৰ বহু অভাৱ কমি যাব আৰু আমাৰ খাদ্যও সাধাৰণ হৈ উঠিব। আমি তেতিয়া বাঁচি থাকিবলৈহে খাম, খাবৰ বাবে বাঁচি নাথাকোঁ। এই কথাত যাৰ সন্দেহ আছে তেনেলোকে শৰীৰ-শ্ৰমৰ দ্বাৰা খাদ্য সংগ্ৰহৰ যত্ন কৰক। তেওঁৰ নিজৰ পৰিশ্রমৰ দ্বাৰা উপাৰ্জ্জন কৰা খাদ্যৰ বেছি সোৱাদ পাব, তেওঁৰ স্বাস্থ্যৰ উন্নতি হব আৰু তেওঁ যে ইমান দিন অতিৰিক্ত খাদ্য খাইছিল সেই কথা বুজি পাব। মানসিক পৰিশ্রমৰ দ্বাৰা খাদ্য আহৰণ কৰা উচিত নহয়। শৰীৰৰ প্ৰয়োজন শৰীৰৰ দ্বাৰা হে মিটোৱা উচিত।

মানসিক বা বৌদ্ধিক পৰিশ্ৰম আত্মাৰ তুষ্টি আৰু উন্নতিৰ বাবেহে। এনে

পৰিশ্ৰমে অৰ্থ দাবী কৰা উচিত নহয়। আদৰ্শস্থানীয় ৰাজ্য এখনত ডাক্তৰ, উকিল আদি লোকে সমাজৰ উন্নতিৰ বাবেহে কাম কৰা উচিত—নিজৰ স্বাৰ্থৰ বাবে নহয়। শৰীৰ শ্ৰমৰ নীতিয়ে নীৰৱে সমাজ-সংগঠনত এটি আমূল পৰিবৰ্ত্তন আনি দিব। নিজে বাঁচি থকাৰ চেষ্টাতকৈ সমাজত পৰস্পৰে পৰস্পৰক সেৱা কৰা চেষ্টাৰ যি ৰূপ ফুটি ওলাব সেয়ে হব মানুহৰ জয়ৰ নিদৰ্শন। পাশবিক নীতিৰ ঠাই মানবীয় নীতিয়ে অধিকাৰ কৰিব।

গাৱঁলৈ ঘূৰি যোৱা—ইয়াৰ অৰ্থ শৰীৰ-শ্ৰমৰ দ্বাৰা খাদ্য সংস্থানৰ কৰ্ত্তব্যক স্বেচ্ছায় স্বীকাৰ কৰি লোৱা। লক্ষ লক্ষ মানুহে গাৱঁত থাকিও খাদ্য পোৱা নাই—অৰ্দ্ধভুক্ত হৈ আছে—ই সঁচা কথা, কিন্তু তাৰ অৰ্থ হৈছে যে এইবিলাক মানহে সুবিধা পালেই নগৰলৈ আহিবলৈ বিচাৰে। তেওঁলোকে স্বেচ্ছায় শৰীৰ-শ্ৰমক বৰণ কৰি লোৱা নাই। মালিকৰ ওচৰত বাধ্যতামূলক বিশ্বস্ততা দাসত্বৰ ৰূপ মাথোন; কিন্তু পিতৃৰ ওচৰত স্বেচ্ছামূলক বাধ্যতা পুত্ৰত্বৰ গৌৰব। সেইদৰে শৰীৰ-শ্ৰমৰ বাধ্যতামূলক নীতিয়ে দাৰিদ্ৰ্য, ৰোগ আৰু অসন্তুষ্টিৰ জন্ম দিয়ে। স্বাস্থ্যই প্ৰকৃত সম্পদ, সোণ বা ৰূপ নহয়। গ্ৰাম্য-শিল্পবোৰ ইচ্ছামূলক শৰীৰ-শ্ৰমৰ পৰীক্ষা ক্ষেত্ৰ।

কবি ৰবীন্দ্ৰনাথ বা বৈজ্ঞানিক ৰমণেও যদি শৰীৰ-শ্ৰমৰ দ্বাৰা খাদ্য সংগ্ৰহ কৰিব লাগে তেন্তে তেনে কাৰ্য্য অপচয় মাথোন নহব নে? মস্তিষ্ক পৰিচালনাৰ শ্ৰম আৰু শাৰীৰিক শ্ৰমৰ মূল্য সমান নহয় জানোঁ? এই প্ৰশ্নৰ উত্তৰ হৈছে যে মানসিক পৰিশ্ৰম প্ৰয়োজনীয় আৰু জীৱন-আদৰ্শত তাৰ স্থান মহৎ—সন্দেহ নাই; কিন্তু শাৰীৰিক পৰিশ্ৰমৰ প্ৰয়োজনীতাও তাৰ লগতে আছে। কোনো মানুহেই সেই বাধ্য-বাধকতাৰ পৰা মুক্ত নহয়। শৰীৰ-শ্ৰমে মানসিক চৰ্চ্চাত সহায়হে কৰিব আৰু তাৰ ফলৰ আধিক্য ঘটাব।

## অস্বাদ.

খাদ্য বিষয়েও মানুহৰ সংযমৰ আৱশ্যক। স্বাস্থ্য ৰক্ষাৰ বাবে যিমানখিনি আৱশ্যক তাতকৈ বেছি খোৱা উচিত নহয়। চাহ, কফি, মদ, মাংস ইত্যাদিৰ বাবে মানুহৰ প্ৰলোভন হোৱা উচিত নহয়। পশুৱেও আহাৰ কৰে আৰু মানুহেও আহাৰ কৰে; কিন্তু পশুৱে কেতিয়াও প্ৰয়োজনৰ অতিৰিক্ত আহাৰ নকৰে। খাদ্যৰ মাত্ৰা, ৰুচি বা সামগ্ৰী বঢ়োৱাৰ পৰা সভ্যতাৰ উন্নতি হয় বুলি ভবাটো অন্যায়।

আহাৰৰ সামগ্ৰীত বিচাৰ নাথাকিলে সংযম ৰক্ষা কৰিব নোৱাৰি। মাংসই সংযম নষ্ট কৰি দিয়ে। সেই বুলি মাংস নাখালেই মানুহ সাধু নহয়। মাংস নোখোৱা কোনো এজন মানুহ যদি ঈশ্বৰ বিশ্বাসী নহয় সেইজন লোক মাংস খোৱা ঈশ্বৰবিশ্বাসী লোকতকৈ হীন—তাত সন্দেহ নাই।

মাংস নাখালেই মানুহ অহিংস নহয়। আত্ম-সংযম থাকিলে মানুহে যি পানীয়কেই নাখাওক অহিংস হ'ব পাৰে। উপযুক্ত আহাৰ স্বাস্থ্য ৰক্ষাৰ বাবে অতি প্ৰয়োজনীয়; কিন্তু খাদ্যাখাদ্য বিচাৰ নকৰাকৈ ক্ষুধা নিবৃত্তি কৰিবলৈ ধৰ্ম্মৰ অনুশাসনবোৰ ভঙাও উচিত নহয়।

মানুহ নিৰ্ভীক আৰু ঈশ্বৰ-বিশ্বাসী হ'ব লাগে। নিৰ্ভীকতা নাথাকিলে মানুহ ঈশ্বৰ-বিশ্বাসী হ'ব নোৱাৰে। ভীৰু মানুহ সত্যপথত বা ঈশ্বৰান্বেষণৰ পথত চলিব নোৱাৰে। আমি যদি ঈশ্বৰক ভয় কৰোঁ, জগতত কাকো ভয় কৰিবৰ আৱশ্যক নাই। সত্যৰ সেৱক হ'লে মানুহ নিৰ্ভীক হ'বই লাগিব। শ্ৰীমদ্ভাগৱত গীতাতো নিৰ্ভীকতাক প্ৰথম স্থান দিছে। সঁচা কথা ক'লে বিপদ হ'ব পাৰে বুলি আমি অনেক সময়ত সঁচা কথা নকওঁ। যি মানুহে ঈশ্বৰক ভয় কৰে তেনে লোকে পাৰ্থিব কোনো বিপদক ভয় কৰিব নালাগে।

## অস্পৃশ্যতা বৰ্জ্জন

সকলোৰে এক অগ্নিৰ ফিৰিঙতি। জন্মৰ দ্বাৰা কোনো অস্পৃশ্য হ'ব নোৱাৰে। জন্মৰ দোহাই দি কোনো মানুহক অস্পৃশ্য কৰা উচিত নহয়।

আজি যিবিলাক মানুহ অস্পৃশ্য বুলি পৰিগণিত হৈছে সেইবিলাকৰ লগত বন্ধুত্ব স্থাপন কৰিলেই অস্পৃশ্যতা বৰ্জ্জন কৰা নহয়। প্ৰত্যেকজন মানুহকেই নিজৰ দৰে সম্ভ্ৰম আৰু আদৰ কৰিলেহে অস্পৃশ্যতা বৰ্জ্জন কৰা হ'ব। বিশ্বজগতৰ সকলো মানুহকে ভাল পাবলৈ আৰু সেৱা কৰিবলৈ মনোবৃত্তি গঠন কৰি ল'লেহে অস্পৃশ্যতা বৰ্জ্জন কৰিব পাৰিব। মানুহে মানুহে পৰস্পৰৰ মাজত যিবোৰ শ্ৰেণীগত বান্ধ বান্ধি চলিছে সেই বান্ধবোৰ ভাঙি দিলেহে অস্পৃশ্যতা বৰ্জ্জন কৰা হ'ব। ব্যৱসায় ভেদে উচ্চ-নীচ জ্ঞান কৰি কোনো মানুহক অস্পৃশ্য কৰি ৰখা অন্যায় কথা।

## সৰ্ব্ব-ধৰ্ম্মে সমানত্ব

সকলো ধৰ্ম্মই একেটি লক্ষ্যত উপনীত হ'বলৈ বিভিন্ন পন্থা মাথোন। আমি যদি আটাইবিলাকে একে ঠাইতে উপস্থিত হওঁ—বেলেগ বেলেগ বাটেৰে যোৱাত দোষ কি? প্ৰকৃততে যিমান-বিলাক ব্যক্তি আছে সিমানবিলাক ধৰ্ম্ম আছে।

অহিংসাই নিজৰ ধৰ্ম্মৰ নিচিনাকৈ আনৰ ধৰ্ম্মকো সন্মান কৰিবলৈ শিকায়। তাৰ দ্বাৰা নিজৰ নিজৰ ধৰ্ম্মৰ অসম্পূৰ্ণতাও স্বীকাৰ কৰা হয়। যি লোকে প্ৰেমৰ নীতি মানি চলে তেনে সত্যান্বেষী লোকে এনে কথা সহজেই স্বীকাৰ কৰিব। আমাৰ মনত যেতিয়া সত্যৰ পোহৰ সম্পূৰ্ণকৈ উদয় হ'ব, তেতিয়া আমি অকল সত্যান্বেষী হৈয়ে নাথাকিম; তেতিয়া ভগৱানৰ সত্তাৰ লগত এক হৈ যাম; কাৰণ

সত্যই ঈশ্বৰ। অকল সত্যান্বেষী হৈ থাকিলে আমি অন্বেষণৰ বাটেৰেই গৈ থাকিম আৰু আমি নিজ অসম্পূৰ্ণতাৰ বিষয়ে জ্ঞাত হৈ থাকিম। আমি যদি নিজেই অসম্পূৰ্ণ হৈ থাকোঁ তেন্তে আমাৰ কল্পিত ধৰ্ম্মও অসম্পূৰ্ণ। আমি যেনেকৈ ঈশ্বৰক উপলব্ধি কৰিব পৰা নাই ঠিক তেনেকৈ ধৰ্ম্মকো উপলব্ধি কৰিব পৰা নাই—যিহেতুকে ধৰ্ম্মই আমাৰ ধাৰণা অনুসাৰে গঢ় লৈছে। সেই হেতুকে ই অসম্পূৰ্ণ হৈ থকাত সদায় প্ৰগতিমূলক আৰু বিৱৰ্ত্তনৰ বাটেদি হে সত্যৰ ফালে গতি কৰা সম্ভৱ। মানুহৰ কল্পিত বিশ্বাস বা সকলো ধৰ্ম্ম আদি যেতিয়া অসম্পূৰ্ণ হৈ থাকে তেতিয়া তুলনা-মূলক বৈশিষ্ট্যৰ প্ৰশ্ন নুঠে। সকলো ধৰ্ম্মই সত্যৰ স্বতঃস্ফুৰণৰ ভিত্তিত প্ৰতিষ্ঠিত হলেও ই অসম্পূৰ্ণ হৈ থকা বাবে ভ্ৰমমূলক হব পাৰে। আনৰ ধৰ্ম্মৰ প্ৰতি সম্ভ্ৰম দেখুৱা বাবে সেই ধৰ্ম্মৰ দোষবোৰৰ প্ৰতি অসাৱধান হব নালাগে। আমি আমাৰ নিজৰ ধৰ্ম্মৰ দোষবোৰৰ বিষয়ে সজাগ থাকিব লাগে, কিন্তু সেই বুলি নিজ ধৰ্ম্ম এৰিব নালাগে; কিন্তু সেই দোষবোৰৰ সংশোধন কৰিবলৈ যত্ন কৰিব লাগে। নিৰপেক্ষ দৃষ্টিৰে সকলো ধৰ্ম্মৰ প্ৰতি দৃষ্টিপাত কৰিলে আন আন ধৰ্ম্মৰ গ্ৰহণীয় নীতিবোৰ লবলৈ আৰু আমাৰ ধৰ্ম্মৰ লগত সমন্বয় কৰিবলৈ ইতস্ততঃ কৰিবই নালাগে, বৰঞ্চ এই সমন্বয় ঘটোৱা আমাৰ কৰ্ত্তব্য।

গছ এজোপাৰ যেনেকৈ গুৰি এটা কিন্তু বহু শাখা-প্ৰশাখা আৰু পাত আছে, সেইদৰে সত্য আৰু সম্পূৰ্ণ ধৰ্ম্ম এটাই; কিন্তু সেই ধৰ্ম্ম মানুহৰ মাধ্যমেদি গতি কৰা বাবে সে বহু হৈ পৰে। সেই যে এটা সম্পূৰ্ণ ধৰ্ম্ম সি অনিৰ্ব্বচনীয়-তাক বাক্যেৰে বৰ্ণনা কৰিব নোৱাৰি। সসীম আৰু অসম্পূৰ্ণ মানুহে তাক নিজৰ ভাষাৰে বৰ্ণনা কৰে আৰু সেই ভাষা আন মানুহে সমানে অসম্পূৰ্ণভাৱে ব্যাখ্যা কৰে। কাৰ ব্যাখ্যা সত্য বুলি লোৱা হব? প্ৰত্যেকে নিজৰ নিজৰ মতে নিৰ্ভুল কিন্তু প্ৰত্যেকৰেই যে ভুল আছে সেইটোও অসম্ভৱ নহয়। সেইবাবে আন ধৰ্ম্মৰ প্ৰতি সহিষ্ণুতা দেখুৱাব লাগে আৰু তাৰ দ্বাৰা নিজৰ ধৰ্ম্মৰ প্ৰতি উদাসীনতা দেখুৱা নহয় বৰঞ্চ জ্ঞানময় আৰু পবিত্ৰতাময় অনুৰাগ হে দেখুৱা হয়। সহিষ্ণুতাই আমাক আধ্যাত্মিক দৃষ্টি দিয়ে। এই আধ্যাত্মিক দৃষ্টি সুমেৰুৰ পৰা কুমেৰু যিমান দূৰৈত থাকে ধৰ্ম্মান্ধতাৰ পৰা সিমান দূৰৈত থাকে। ধৰ্ম্মৰ আচল যি জ্ঞান সেই জ্ঞানে ইটো ধৰ্ম্মৰ পৰা সিটো ধৰ্ম্মৰ মাজত থকা সীমাৰেখা বা প্ৰতিবন্ধকতা ভাঙি পেলায়।

## স্বদেশী

গান্ধীজীয়ে কৈছে যে স্বদেশীভক্ত লোকসকলৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য হৈছে তেওঁ তেওঁৰ নিচেই ওচৰ-চুবুৰীয়াৰ সেৱাত আত্মনিয়োগ কৰিব লাগিব। ইয়াৰ

দ্বাৰা বাকীবিলাকৰ প্ৰতি কৰ্ত্তব্য কৰা নাইবা বাকীবিলাকৰ স্বাৰ্থ ৰক্ষা কৰা কথা বাদ পৰা যেন দেখা যায়; কিন্তু প্ৰকৃততে সেইটো নহয়। নিজৰ প্ৰতিবেশীৰ প্ৰতি নিঃস্বাৰ্থ সেৱাই দূৰৈত থকা লোকৰ পৰা সেৱাহীনতা প্ৰকাশ নাপায়, বৰঞ্চ ওলোটাহে। ব্যক্তিৰ প্ৰতি যেনে, সমগ্ৰবিশ্বৰ প্ৰতিও তেনে ব্যৱহাৰ কৰিব লাগে—এই নীতি অন্তৰত বান্ধি লব লাগে। আনফালে, নিজৰ প্ৰতিবেশীক এৰি দূৰৈৰ মানুহক সেৱা কৰা মনোভাৱৰ আকাঙ্ক্ষাই এফালে নৈৰাশ্যৰ কাৰণ হ'ব, আনফালে নিজ প্ৰতিবশেীৰ প্ৰতি কৰিব লগা কৰ্ত্তব্যৰ পৰা বঞ্চিত কৰিব। উদাহৰণ স্বৰূপে লোৱা যাওক—মই যি ঠাইত থাকোঁ তাত মোৰ কিছুমান প্ৰতিবেশী আছে, কিছুমান আত্মীয়-স্বজন আছে আৰু কিছুমান পোষ্য আছে। স্বাভাৱিকতে তেওঁলোকে মোৰ ওপৰত কিছু আশা ৰাখে আৰু তেনেদৰে মোৰ পৰা সহায় সহানুভূতি পাবলৈ তেওঁলোকৰ অধিকাৰ আছে। মই যদি হঠাতেই সিহঁতক এৰি যাওঁ আৰু দূৰৈৰ মানুহৰ সেৱাতহে আত্মনিয়োগ কৰোঁ, তেতিয়াহলে মোৰ থকা ঠাইৰ প্ৰতিবেশী আৰু পোষ্যসকলক নিৰাশ কৰা হ'ব আৰু মোৰ অযাচিত পৰোপকাৰৰ মনোভাৱে নতুন ঠাইৰ মানুহৰ মাজত অস্বস্তিৰ বাতাৱৰণৰ সৃষ্টি কৰিব। এইদৰে প্ৰতিবেশীৰ প্ৰতি স্বেচ্ছাকৃত অৱহেলা আৰু মই সেৱা কৰিব খোজা লোকৰ প্ৰতি অবাঞ্ছিত সেৱাত পৰাঙ্মুখতাই হ'ব স্বদেশী নীতি ভঙ্গৰ প্ৰথম ভ্ৰান্তি।

স্বদেশী নীতি ভুলকৈ বুজাৰ পৰা এই অন্যায় সাধিত হয়। যেনে—মই যদি নিজৰ পৰিবাৰবৰ্গৰ সুখ-স্বাচ্ছন্দ্যৰ বাবে ন্যায় বা অন্যায় যিকোনো প্ৰকাৰে ধন ঘটিবলৈ যত্ন কৰোঁ তেতিয়া সি স্বদেশী নীতিৰ ভাণ কৰা হে হ'ব মাথোন। স্বদেশী নীতি অনুসাৰে মোৰ পৰিবাৰবৰ্গৰ প্ৰতি যথোপযুক্ত কৰ্ত্তব্য ন্যায়সঙ্গত ৰূপে কৰাতকৈ বেচি কৰিব নালাগে আৰু তেনেদৰে কৰ্ত্তব্য কৰাৰ প্ৰচেষ্টাৰ দ্বাৰা সাৰ্ব্বজনীন সদাচাৰৰ ধাৰা মোৰ আগত স্পষ্ট হৈ উঠিব। স্বদেশী নীতি অভ্যাসৰ দ্বাৰা কাৰো প্ৰতি ক'তো অন্যায় হ'ব নোৱাৰে আৰু কাৰো যদি কোনো প্ৰকাৰে অন্যায় হয় তেন্তে সি স্বধৰ্ম্ম নহৈ আত্মাভিমানত পৰিণত হ'ব।

কোনো কোনো সময়ত এনেও হ'ব পাৰে যে স্বদেশী সেৱকে সাৰ্ব্বজনীন সেৱাৰ বাবে নিজৰ পৰিবাৰবৰ্গৰ স্বাৰ্থ বলি দিবৰ আৱশ্যক হ'ব পাৰে। তেতিয়া এই স্বেচ্ছাকৃত বলিদানেই পৰিবাৰবৰ্গৰ প্ৰতি সৰ্ব্বোত্তম কৰ্ত্তব্য কৰা হ'ব। "যেয়ে জীৱন ৰক্ষা কৰে তেৱেঁই মৰিব আৰু ভগৱানৰ কাৰণে যেয়ে জীৱন উছৰ্গা কৰে তেৱেঁহে বাচি থাকিব"—এই কথা ব্যক্তিগত হিচাবে যিমান সঁচা পৰিবাৰ সমষ্টিৰ বাবেও সিমান সঁচা। আন এটা উদাহৰণ লোৱা যাওক। মোৰ নিজৰ গাৱঁত প্লেগ মহামাৰীয়ে দেখা দিছে। প্লেগত পৰা মানুহবিলাকক সেৱা কৰিবলৈ যাওঁতে যদি মোৰ স্ত্ৰী-পুত্ৰ পৰিবাৰ নিশ্চিহ্ন হৈ যায়, তেতিয়া মোৰ সেই প্ৰিয়তম

আত্মীয়সকলক এই কামত নিয়োগ কৰা বাবে মই পৰিবাৰবৰ্গৰ বিনাশক নহওঁ, বৰঞ্চ সৰ্ব্বোত্তম বন্ধু হে হ'ম। স্বদেশী নীতিত স্বাৰ্থপৰতাৰ স্থান নাই আৰু যদিহে স্বাৰ্থপৰতা আছে সেই স্বাৰ্থপৰতা হৈছে সৰ্ব্বোচ্চ ধৰণৰ আৰু সেই স্বাৰ্থপৰতা পৰোপকাৰিতাৰ উচ্চতম আদৰ্শ। বিশুদ্ধ স্বদেশী হৈছে—সাৰ্ব্বজনীন সেৱাৰ চৰম সীমা।

এই যুক্তি অনুসৰণ কৰিয়েই স্বদেশী নীতিৰ অতি আৱশ্যকীয় আৰু সৰ্ব্বপ্ৰধান সিদ্ধান্ত স্বৰূপে সমাজত খাদী প্ৰচলন নীতি গান্ধীজীয়ে গ্ৰহণ কৰিছিল। গান্ধীজীয়ে নিজকে নিজে প্ৰশ্ন কৰিছিল যে বৰ্ত্তমান সময়ত কোটি কোটি নিৰ্ব্বাক ভাৰতবাসীয়ে কি সেৱা বিচাৰে, কি ধৰণৰ সেৱা সকলোৱে সহজে বুজি পাব আৰু উপলব্ধি কৰিব পাৰিব আৰু কি ধৰণৰ সেৱা সহজ হ'ব পাৰে যাৰ দ্বাৰা কোটি কোটি ভাৰতীয় নৰনাৰী অৰ্দ্ধাহাৰী অৱস্থাৰ পৰা ৰক্ষা পৰিব পাৰে? গান্ধীজীয়ে নিজৰ অন্তৰৰ পৰা তাৰ উত্তৰ পালে যে খাদী আৰু যঁতৰৰ সাৰ্ব্বজনীন প্ৰচলনৰ দ্বাৰা এই অভাৱ বা চৰ্ত্ত পূৰণ হ'ব পাৰে।

খাদীৰ মাধ্যমত স্বদেশী অভ্যাসৰ দ্বাৰা ভাৰতীয় বা বিদেশীয়ে কল-কাৰখানাৰ মালিকবিলাকৰ অন্যায় হ'ব বুলি যেন কোনেও নাভাৱে-গান্ধীজীয়ে কৈছিল। এজন চোৰক যদি তাৰ পাপ-কৰ্ম্মৰ বাবে সাৱধান কৰি দিয়া হয় নাইবা সি চুৰি কৰি নিয়া সম্পত্তি মালিকক ঘূৰাই দিবলৈ কোৱা হয় তাৰ দ্বাৰা চোৰক অন্যায় কৰা নহয় বৰঞ্চ উপকাৰ হে কৰা হ'ব।

কোনো প্ৰকাৰে অলপমান সূতা কাটি আৰু সেই সূতাৰে কাপোৰ বুৰ পিন্ধিলেই স্বদেশী অভ্যাস কৰা হয় বুলি যেন কোনোও নাভাৱে। স্বদেশী-ধৰ্ম্ম সমাজত পালন কৰাৰ খাদী হৈছে প্ৰথম আৰু অপৰিহাৰ্য্য সোপান। বহুতে খাদী পিন্ধে কিন্তু তেওঁলোকৰ ৰুচি বিদেশজাত বস্তুৰ প্ৰতি যথেষ্ট আছে। তেনে মানুহে স্বদেশী অভ্যাস কৰা বুলি ক'ব নোৱাৰি। তেওঁলোকে কেৱল ফেচন কৰিছে; স্বদেশী-সেৱক এজনে নিজৰ পাৰিপাৰ্শ্বিক অৱস্থা ভালদৰে বুজি লব আৰু সাধ্য অনুসাৰে স্থানীয়-বস্তু নিকৃষ্ট বা অধিক মূল্যৰ হ'লেও বিদেশী-বস্তুতকৈ বা আন ঠাইত হোৱা বস্তুতকৈ অধিক সমাদৰ দেখুৱাই নিজৰ প্ৰতিবেশীক সহায় কৰিব লাগিব। স্থানীয় কোনো বস্তুৰ যদি কোনো দোষ থাকে সেই দোষ শুধৰাবলৈ যত্ন কৰিব কিন্তু স্থানজাত বস্তুটোৰ দোষৰ বাবে তেওঁ বিদেশজাত বস্তুৰ সমাদৰ নেদেখুৱাব।

আকৌ স্বদেশী ৰক্ষা-কবচ হিচাবে ব্যৱহাৰ নকৰিলে বহুতো ভাল ভাল বস্তু বা নীতিৰ নিচিন্না তাৰ মৃত্যু বা অৱসান ঘটা সম্ভৱ। এই বিপদৰ পৰা সাৱধান হ'ব লাগিব। বিদেশী বুলিয়েই কোনো বস্তু পৰিত্যাগ কৰিব নালাগে। যি বস্তু নিজ দেশত উৎপন্ন কৰা সম্ভৱ নহয় তেনে বস্তু উৎপাদন কৰিবলৈ যত্ন

কৰাত জাতীয় সময় আৰু অৰ্থৰ অপব্যয় হে কৰা হব আৰু সি জাতীয়তা আৰু স্বদেশীৰ বিৰুদ্ধ-নীতিত পৰিগণিত হৈ দণ্ডনীয় মূৰ্খতাত হে পৰিণত হব। শুদ্ধ স্বদেশী-সেৱকে কোনো বিদেশীৰ প্ৰতি অসদ্ভাব ৰাখিব নোৱাৰে বা জগতত কাৰো প্ৰতি শত্ৰুভাব পোষণ কৰিব নোৱাৰে। স্বদেশী ঘৃণাৰ ধৰ্ম্ম নহয়। ই নিঃস্বাৰ্থ সেৱাৰ নীতি। ইয়াৰ মূল হৈছে অহিংসা বা প্ৰেম।

একাদশ ব্ৰতত দিয়া উপদেশবোৰ সকলো ধৰ্ম্মৰে মূলনীতিত নিহিত আছে। ইয়াৰ অভ্যাসৰ দ্বাৰা চৰিত্ৰ গঠন হয় আৰু সকলো ধৰ্ম্মৰে প্ৰতি সমান মনোভাব গঢ়ি উঠে। পাঠ্য জীৱনত মানুহে এই ব্ৰত গ্ৰহণ কৰি আজীৱন ৰক্ষা কৰিলে এটি সুস্থ, সবল আৰু নৈতিক জ্ঞানসম্পন্ন জাতি গঢ়ি উঠিব, তাত সন্দেহ নাই।

---

# স্কিম

(১) শিক্ষকসকলে পাঠ্য পুথিৰ পাঠবোৰ তিনি ভাগত ভগাই ললে সুবিধা হব। প্ৰকৃতি, সমাজ আৰু হাতৰ কাম (শিল্প বা কৃষিকাম) এই তিনিপ্ৰকাৰ ভাগত আটাইবোৰ বিষয়ৰ আটাইবোৰ পাঠ ভাগ কৰি লব। এই অৰ্থে পাঠ্য পুথিৰ পৰা পাঠবোৰ বাছি লব। বুনিয়াদী শিক্ষাপদ্ধতিৰে লিখা পাঠ্য পুথি ওলালে শিক্ষকসকলৰ সুবিধা হব; কিন্তু যেতিয়ালৈকে নতুন পাঠ্য পুথি নোলায় তেতিয়ালৈকে শিক্ষকসকলে স্কিম কৰোঁতে যথেষ্ট বেগ পাব লাগিব। চিন্তা কৰি কাম কৰিলে বেছি টান নাপাব—ক্ৰমে অভ্যাসত পৰিণত হব। বৰ্ত্তমান অভ্যাস পৰিত্যাগ কৰিবলৈ যত্নবান হব লাগিব।

প্ৰাৰ্থনা, জাতীয় পতাকা উত্তোলন, সামাজিক, সাংস্কৃতিক আৰু শিক্ষামূলক অনুষ্ঠান আদিৰ আয়োজন, শিক্ষামূলক ভ্ৰমণ, বনভোজ, আলোচনী চলোৱা, সমবায় সমিতি পতা ইত্যাদি সকলোবোৰ বিষয় পাঠ্যপুথিৰ লগত সমাঞ্জস্য ৰক্ষা কৰি স্কিম কৰি লব।

(২) প্ৰত্যেক দিনৰ পাঠৰ টোকা শিক্ষকে স্কুললৈ অহাৰ আগতে লিখি লৈ আহিব। টোকা নিলিখাকৈ বা পূৰ্ব্বতে পাঠবোৰৰ কথা নভবাকৈ শিক্ষা দিব নোৱাৰিব।

(৩) এবিধ হাতৰ কামৰ মাধ্যমত আটাইবোৰ বিষয় শিকাবলৈ আৱশ্যকীয় কৌশল শিক্ষকে আবিষ্কাৰ কৰিব লাগিব-এইকথা আগতে কোৱা হৈছে। হাতৰ কামৰ লগত পঠনীয় বিষয়ৰ সম্পৰ্ক স্থাপন কৰিব পাৰিলে বিষয় শিক্ষা পুৰণি পদ্ধতিৰ সহায়ত দিব পাৰিব, কিন্তু কল্পনাৰ সহায়ত হাতৰ কামৰ অভিজ্ঞতা নোহোৱাকৈ কোনো বিষয় শিক্ষা দিব নোৱাৰিব।

# মাহেকীয়া আঁচনি

## ৫ ম বৰ্গ

### চাফাই

### সমন্বিত জ্ঞান

(ক) ব্যক্তিগত ঃ—ব্যক্তিগত চাফাই পৰীক্ষা। দাঁত, নখ ইত্যাদি পৰিষ্কাৰ ৰখা। গা-ধোৱা, নিজৰ পিন্ধা সাজ-পাৰৰ যত্ন লোৱা। নিৰ্দ্দিষ্ট ঠাইত শৌচ-প্ৰস্ৰাৱ কৰা ইত্যাদি।

(খ) সামূহিক ঃ—পুখুৰীৰ পাৰ পৰিষ্কাৰ কৰা। জাবৰ আদিৰে পচন-সাৰ কৰা, মল-মূত্ৰ ত্যাগৰ ঠাই কৰা। পাঠশালাৰ চাফ্-চিকুণতাৰ ব্যৱস্থা কৰা।

(গ) সমন্বিত জ্ঞান ঃ—আকস্মিক দুৰ্ঘটনা, সামূহিক চাফাইৰ মাধ্যমেৰে বিস্তৃত আলোচনা। মলমূত্ৰ কেনেকৈ সাৰত পৰিণত কৰিব পাৰি। টাইফয়েড ৰোগৰ লক্ষণ, ব্যাপকতা আৰু প্ৰতিকাৰ।

### কাটাই

### সমন্বিত জ্ঞান

(ক) কাটাই-ব্যৱহাৰিক ঃ—মুঠ কটাহ খৰচ ⁄১। সেৰ। টাকুৰীত ঘণ্টাত সূতা কটাৰ গড় ১০০ টাঁৰ। ধুনাইৰ কামত 'পিঞ্জন'ৰ ব্যৱহাৰ। ওপৰ শ্ৰেণীত বোৱা কামত সহায় কৰা। গুৱাহাটী তাঁতৰ বিশেষ বিশেষ সৰ্জুলি আৰু অংশবোৰৰ নাম আৰু ব্যৱহাৰ। উৎপাদিত মুঠ সূতা প্ৰতি জনৰ ২ গুণ্ডি। যঁতৰৰ প্ৰাথমিক ব্যৱহাৰ।

(খ) গণিত—সূতাৰ নম্বৰ উলিওৱাৰ পুনৰ আলোচনা। গড় উলিওৱা, ঐকিক, দশমিক আৰু ভগ্নাংশৰ অঙ্কৰ পুনৰালোচনা। সৰল সাংকেতিক, কামৰ মাধ্যমত সমানুপাতৰ ব্যৱহাৰ। আয়তক্ষেত্ৰ বৰ্গক্ষেত্ৰ, ত্ৰিভুজক্ষেত্ৰ আৰু বৃহত্তৰ অঙ্কন আৰু পুনৰালোচনা।

(গ) মাতৃভাষা ঃ—শিল্প আৰু বৈজ্ঞানিক তথ্য। বহুত সহজ সহজ পাঠ্য পুথিৰ পঠন, অনুশীলন আৰু শিশু আলোচনী আদি পঠন। ভাবাৰ্থ উলিওৱা, ব্যৱসায়ী চিঠি-পত্ৰ লিখাৰ অভ্যাস আৰু পুনৰালোচনা। মনি-অৰ্ডাৰ ফৰ্ম্ম পূৰণ কৰিবলৈ শিকা। প্ৰত্যেক কামৰ পূৰ্ণ বিৱৰণী লিখিবলৈ শিকা। সাহিত্যৰ ৰস উপলব্ধি কৰাৰ চেষ্টা; দিনলিপি, শ্ৰুতলিপি, ব্যাকৰণ, লিঙ্গ, বচন, ক্ৰিয়াৰ কাল ইত্যাদিৰ পুনৰালোচনা।

# দৈনিক কাৰ্য্যক্ৰম

( ই এটি নমুনা হে )

৪ৰ্থ ৩য় ২য় ১ম বৰ্গ

| বাৰ | ১১-১৫ | ১১-১৫ ৩০- | ১১-৩০ ১২ | ১২- ১২—৩০ | ১২-৩০ | ১২-৩০-২ বজালৈ | ২-৩ লৈ | ৩-৪ |
|---|---|---|---|---|---|---|---|---|
| সোমবাৰ | চাফাই | প্ৰাৰ্থনা | সূত্ৰ-যজ্ঞ | কৃষি বাগিচা | গণিত মৌঃ | মাতৃভাষা লিখন, পঠন | ভূগোল বুৰঞ্জী সমাজ বিজ্ঞান স্বাস্থ্য বিজ্ঞান | ড্ৰইং খেল ধেমালি |
| মঙ্গলবাৰ | ” | ” | ” | ” | ” | ” | ” | ” |
| বুধবাৰ | ” | ” | ” | ” | ” | ” | ” | ” |
| বৃহস্পতি | ” | ” | ” | ” | ” | ” | ” | ” |
| শুক্ৰবাৰ | ” | ” | ” | ” | ” | ” | ” | ” |
| শনিবাৰ | ” | ” | ” | ” | | | | |

(ঘ) সমাজ-বিজ্ঞান ঃ—লোকেলবোৰ্ড আৰু মিউনিচিপাল বোৰ্ড। প্ৰাদেশিক শাসনতন্ত্ৰৰ আলোচনা। পৃথিৱীৰ দুটি গতি, ঋতু-পৰিবৰ্ত্তন, ভাৰতৰ মেপ অঙ্কন আৰু কপাহ উৎপন্ন হোৱা স্থান নিৰ্দ্দশন। ভাৰত আৰু পাকিস্থানৰ গঠন। ভাৰতৰ জলবায়ু।

ঐতিহাসিক কাহিনী ঃ—বুদ্ধদেব আৰু বৌদ্ধধৰ্ম্মৰ তিৰোভাব। ভাৰতত ইছ্লাম ধৰ্ম্ম প্ৰচাৰ। বৃটিছ ৰাজত্বৰ পাতনি আৰু ভাৰতবৰ্ষ স্বাধীন হোৱাৰ কাহিনী।

অসমৰ জাতীয় উৎসৱ ঃ—বিহু পালন।

## কৃষি

## সমন্বিত জ্ঞান

(ক) কৃষি ঃ—ব্যৱহাৰিক—বাগিচাত পানী দিয়া। আৱশ্যক হ'লে সাৰ দিয়া। ৰহৰ আৰু নেমু গছৰ যত্ন লোৱা।

(খ) মাটিৰ শ্ৰেণী বছা ঃ—কেনে মাটিত কি কি খেতি উৎপন্ন হয়। এঠালেতীয়া মাটিক শাক-পাচলিৰ খেতিৰ উপযোগী কৰাৰ উপায়। বৈজ্ঞানিক সাৰ, শস্যৰ অনিষ্টকাৰী পোকৰ বিষয়ে পুনৰালোচনা।

শস্যৰ পৰ্য্যায়—ক্ৰমে চহ কৰা আৰু তাৰ ফলাফল। গছগছনি আমাৰ কিয় উপকাৰী? পুনৰালোচনা—কৃষি কামৰ মাহেকীয়া বিৱৰণী

(গ) বাগিচাৰ নক্সা ঃ—অঙ্কন আৰু পুনৰাবৃত্তি।

স্কেলৰ ব্যৱহাৰ ঃ—পেন্সিলৰ সহায়ত স্কুলঘৰৰ ছবি। বাল্‌টি মগ আৰু নাল থকা কোদালৰ ছবি অঙ্কন আৰু পুনৰালোচনা। দুইঠেঙীয়া প্ৰাণী অঙ্কনৰ চেষ্টা। দৃশ্য-পট অঙ্কনৰ আৰম্ভনি।

(ঘ) (ক) বহিৰ্ভ্ৰমণ (১ দিন), (খ) প্ৰকৃতি পাঠ—নৈ আৰু বজাৰ পৰ্য্যাবেক্ষণ, (গ) সংস্কৃতি সভা (২ দিন), (ঘ) উৎসৱ পালন—১৫ আগষ্ট, ২৬ জানুৱাৰী, ২ অক্টোবৰ শিশু দিবস পালন আৰু গান্ধীজীৰ মৃত্যু দিবস পালন

(ঙ) সমাজ-সেৱাৰ কাম—১ দিন।

(চ) বৰ্গৰ উপযোগী অইন অইন পুথি পঢ়া। ভিন্ ভিন্ শিল্পী, গান্ধী-মেলা আৰু প্ৰদৰ্শনীলৈ নানা প্ৰকাৰ শিল্প-কাম কৰা।

---

# মাহেকীয়া আঁচনি

## ৪ৰ্থ বৰ্গ

### চাফাই

ব্যক্তিগত—ব্যক্তিগত চাফাই; দৈনিক দাঁত, মুখ, নখ, চুলিৰ চাফ্‌চিকুণতাৰ পৰীক্ষা। সাজপাৰৰ চাফ্‌চিকুণতাৰ প্ৰতি লব লগা যত্ন।

সমূহীয়া—ঘৰ, চোতাল, বাৰান্দা আৰু পদূলি চাফ্‌চিকুণকৈ ৰখাৰ অভ্যাস আৰু জ্ঞান। পাঠাগাৰৰ পিছ পিনে আৰু পুখুৰী আদি চাফ্ কৰিবলৈ শিকা আৰু পুনৰ আলোচনা।

সমন্বিত জ্ঞান—পুনৰালোচনা—মানৱ-দেহৰ ভিন্ ভিন্ অঙ্গ-প্ৰত্যঙ্গৰ কাম সম্পৰ্কে সাধাৰণ ধাৰণা। শৌচ-প্ৰস্ৰাব কেতিয়া আৰু কেনেকৈ কৰিব লাগে? কেতিয়া আৰু কিয় খাব লাগে? খাদ্যৰ উপাদান।

### কটাই

### ব্যৱহাৰিক

(ক) চন্দিওৱা, ধুনা আৰু পাঁজি কৰা (তুলা /।১ সেৰ)

(খ) টাকুৰীত সূতা কটা।

(গ) সূতাৰ নম্বৰ, গড়ে ১৪ নং পৰ্য্যন্ত কৰিবলৈ চেষ্টা কৰিব।

### সমন্বিত জ্ঞান

### গণিত

(ক) ভগ্নাংশৰ—১/৮, ৩/৮, ১/২ ৰ যোগ-বিয়োগৰ পুনৰালোচনা।

(খ) লঘূকৰণ, গড় নিৰ্ণয় প্ৰভৃতিৰ পুনৰালোচনা।

মাতৃভাষা—(ক) বৈজ্ঞানিক নিৰীক্ষণ সম্পৰ্কীয় সৰল পাঠ থকা পাঠ্যপুথি পঠন আৰু শব্দৰ ভঁড়াল বৰ্দ্ধন।

(খ) আবৃত্তি, দিনলিপি, বাক্য-ৰচনা, চিঠি লিখা আৰু শ্ৰুতলিপি।

সমাজ-বিজ্ঞান—(১) ভূগোল—(ক) ভাৰতৰ সাধাৰণ ধাৰণা। (খ) পুনৰালোচনা—প্ৰদেশৰ জিলাসমূহ আৰু মহকুমা; শিল্প সম্পৰ্কীয় জ্ঞান; যাতায়াতৰ পথসহ তীৰ্থস্থান আৰু প্ৰধান ঠাই আদি শিকা।

(গ) পৃথিবীৰ প্ৰধান সমুদ্ৰ পথ :—ভাৰতবৰ্ষৰপৰা ইউৰোপ, আমেৰিকা, অষ্ট্ৰেলিয়া, আফ্ৰিকা আদিলৈ যোৱা-অহাৰ পথ।

(ঘ) বুৰঞ্জী :—বুদ্ধদেৱৰ ধৰ্ম্ম প্ৰচাৰ আৰু জীৱনী।

# কৃষি

## ব্যৱহাৰিক

কৃষি— (ক) বেঙেনাৰ গছত 'লু' বন্ধা।
(খ) বাগিচা অটাই ৰখা আৰু পানী দিয়া।
(গ) বাগিচাৰ কবি আদি বিক্ৰি কৰা আৰু হিচাব ৰাখিবলৈ শিকা।

## সমন্বিত জ্ঞান

সাধাৰণ বিজ্ঞান—(ক) ফুল আৰু তাৰ ভিন্ ভিন্ অংশ সম্পৰ্কে জ্ঞান।

(খ) পুনৰালোচনা ঃ—চিত্ৰ-কলা—পেঞ্চিলেৰে বাগিচাৰ শাক-পাচলি আদিৰ ছবি আঁকিবলৈ শিকা। কোনো প্ৰণালীৰ ছবি আঁকিবলৈ যত্ন কৰা।

বিবিধ— (১) সংস্কৃতি সভা (২ দিন)
(২) বহিভ্ৰৰ্মণ (১ দিন)
(৩) সামাজিক কাম (১ দিন)
(৪) বিশেষ পঠন

পাঠ্যপুথিৰ পৰা নিজৰ দেশক যি-সকলে ভাল পাইছিল, যেনে, (১) দেশভক্ত ফুকন, (২) কৰ্ম্মবীৰ নবীন বৰদলৈ, (৩) লাচিত বৰফুকন, (৪) দেশবন্ধু চিত্তৰঞ্জন দাস, (৫) ঋষি অৰবিন্দ, (৬) সতী জয়মতী।

(৭) প্ৰকৃতি পাঠ (১ দিন)

# মাহেকীয়া আঁচনি
## ২য় বর্গ
### চাফাই
### সমন্বিত জ্ঞান

ব্যক্তিগত—দাঁত নখ, চুলি, লেতেৰা সজপাৰ চাফচিকুণকৈ ৰখা ইত্যাদি। চাফ্‌চিকুণতা সম্পৰ্কে পূৰ্ব্ব-জ্ঞান।

সামূহিক—বৰ্গ, বাৰান্দা. পিৰালি, পাঠশালাৰ পিছফাল চাফাকৈ ৰখা আৰু জাবৰবোৰ পচন-সাৰৰ গাঁতত ৰখাবলৈ শিকা।

সমন্বিত জ্ঞান-মাখিৰ অপকাৰিতা সম্পৰ্কে জ্ঞান, কলেৰা, টাইফয়েড আদিৰ আলোচনা আৰু পুনৰালোচনা।

### কটাই
### সমন্বিত জ্ঞান

ব্যৱহাৰিক—কপাহ চন্দিওৱাৰ পৰা পাঁজি বাচিবলৈ শিকালৈকে চৰ্চ্চা আৰু জ্ঞান। দ্বিতীয় পদ্ধতিত সূতাকটা, শক্তি আৰু সমতাৰ পিনে লক্ষ্য ৰখা। পদ্ধতিমূলক ভাৱে সূতাকটাৰ অভ্যাস কৰা।

গণিত—পাঁজিৰ সংখ্যা, টাঁৰৰ সংখ্যা আৰু সময়ৰ পৰিমাণৰ দ্বাৰা পূৰণ অঙ্ক শিকা; তোলা, ছটাক আদিৰ জ্ঞান আৰু আৰ্য্যা শিকা; দিন-ৰাতি সম্পৰ্কে আলোচনা; পইচা, আৰু টকাৰ পুনৰালোচনা।

মাতৃভাষা—সূতাকটা, কৃষিকৰ্ম্ম আদিৰ বিৱৰণ লিখিবলৈ শিকা। সাধাৰণ চমু গল্প কোৱা আৰু লিখা। সহজ কবিতাৰ আবৃত্তি আৰু সহজ পাঠৰ স্পষ্ট উচ্চাৰণ সহকাৰে পঠনৰ অভ্যাস। শ্ৰুতলিপি আৰু তাৰিখসহ দিনলিপি লিখাৰ অভ্যাস। গান্ধীজীৰ বিষয়ে আলোচনা আৰু ৩০ জানুৱাৰীৰ ঘটনা।

সাধাৰণ-জ্ঞান আৰু সমাজ-বিজ্ঞান—ৰামায়ণৰ গল্প, গাৱঁৰ উৎপন্ন বস্তু, খোৱাপানী আৰু বস্তু উৎপাদন কেনেকৈ হয়।

গান্ধী প্ৰদৰ্শনী সম্পৰ্কে আলোচনা। বেদ-কোৰাণৰ গল্প।

### কৃষি

চিত্ৰ-কলা—ফুলৰ সহায়ত ৰং পৰিচয়, নিজৰ বাগানৰ কোনো শাক-পাচলিৰ ছবি অঙ্কন।

ব্যৱহাৰিক—শাক-পাচলি আৰু গছ-পুলিত পানী দিয়া, নিকাই দিয়া, অনিষ্টকাৰী পোক-পৰুৱা ধ্বংস আৰু গছ-পুলি 'চাফাই' ইত্যাদি।

বুদ্ধিসম্বন্ধীয় জ্ঞান—কামৰ মৌখিক বিৱৰণ। গছৰ অংশৰ পৰিচয় আৰু অংশবোৰৰ নাম আৰু কামৰ বিষয়ে জ্ঞান দান, পুনৰালোচনা আৰু পচন-সাৰৰ বিষয়ে পুনৰালোচনা।

বিবিধ—ভ্ৰমণ। সম্ভৱ হ'লে ওচৰৰ সুন্দৰ আৰু বিখ্যাত ঠাইলৈ লৈ যোৱা আৰু পৰিচয় কৰোৱা।

## সাংস্কৃতিক সভা

খেল-ধেমালি, সমদল, ব্যায়াম, অভিনয়, আবৃত্তি ইত্যাদি

---

# মাহেকীয়া আঁচনি

## ১ম বৰ্গ

## মাহ-ফেব্ৰুৱাৰী

### চাফাই

### সমন্বিত জ্ঞান

ব্যক্তিগত—দাঁত, নখ, চুলি, কিতাপ, বহী আৰু পিন্ধা কানি-কাপোৰ পৰিষ্কাৰ ৰখা।

সামূহিক—বৰ্গ বহাৰ আসন, স্কুলৰ বেৰ আৰু চৌহদৰ ঠাই সাৰি পচন-সাৰৰ গাঁতত পেলাবলৈ শিকা, ইত্যাদি।

স্বাস্থ্য-বিজ্ঞান—দাঁত, নখ, চুলি আৰু পিন্ধা সাজপাৰ লেতেৰা হৈ থাকিলে তাৰ পৰা কি ক্ষতি হব পাৰে তাৰ বিষয়ে আলোচনা। পায়খানা আৰু পেচাব-খানাৰ ব্যৱহাৰ। পাঠশালাত পানীৰ বাবে লব লগা তত্ত্বাৱধান।

### তাৰ লগত সমন্বয় কৰি জ্ঞান দান

ব্যৱহাৰিক—হাতেৰে কপাহ চন্দিওৱা, নেওঠনীৰে কপাহ নেওঠা, ধুনা আৰু পাঁজি কৰা। সূতাকটাৰ সময়ত সূতাৰ সমতা ৰক্ষা কৰা। চেৰেকীত পদ্ধতি লগাই সূতা লোৱা।

অঙ্ক—পাঁজি আৰু টাৰৰ সহায়ত বা কপাহৰ গুটিৰ সহায়ত সহজ আৰু কঠিন যোগ-বিয়োগ আৰু মৌখিক অঙ্কৰ সহায়ত শিশুৰ মানসিক চিন্তাৰ বিকাশ-সাধন কৰা।

মাতৃ-ভাষা—সূতা কটাৰ বিভিন্ন যন্ত্ৰপাতি, সা-সঁজুলিৰ নাম। শিশুৰ শব্দৰ ভঁড়াল বঢ়োৱাৰ চেষ্টা আৰু পুনৰালোচনা। সমাজ-বিজ্ঞান—স্থানীয় ঐতিহাসিক আলোচনা। আৰ্য্য আৰু অনাৰ্য্য জাতিৰ গল্প। ৰামায়ণৰ গল্প।

ব্যৱহাৰিক—বাগিচাৰ গছপুলিৰ তত্ত্বাৱধান, পানী দিয়া আৰু নিকাই দিয়া।

## কৃষি

## কৃষিৰ সমন্বয় কৰি জ্ঞানদান

সাধাৰণ-জ্ঞান—স্থানীয় বজাৰত কি কি শাক-পাচলি পোৱা যায় বাহিৰৰ পৰা কি কি শাক-পাচলি আমদানী হয়।

ভিন্ ভিন্ ঋতুত কি কি শাক-পাচলি উৎপন্ন হয়।

বিবিধ—(১) বহিৰ্ভ্ৰমণ ১ দিন, (২) প্ৰকৃতি নিৰীক্ষণ ১ দিন, (৩) সাংস্কৃতিক সভা ৩ দিন, (৪) চিত্ৰকলা ৫ দিন, (৫) বিশেষ পঠন—পৰীৰ গল্প, সাধু কথা, জীৱজন্তুৰ গল্প, নিৰ্দ্দিষ্ট পাঠ্যপুথিৰ পুনৰালোচনা।

# দিন-লিপি [ ডায়েৰী ]

২য় বৰ্গৰ পৰাই ল'ৰা-ছোৱালীয়ে দিন-লিপি লিখিব লাগিব। যদি নিতান্ত নোৱোৰে ৩য় বৰ্গৰ পৰাই দিন-লিপি লিখিব।

লিখা কামৰ প্ৰয়োজন যেতিয়া বোধ কৰিব তেতিয়া লিখিবলৈ শিকিব। সম্প্ৰতি পুৰণি পদ্ধতিত অক্ষৰ পৰিচয় কৰাব লাগিব কিন্তু তলত লিখা কথা কেইটি মনত ৰাখিব।

পঢ়িবলৈ আৰু লিখিবলৈ তিনি প্ৰকাৰে শিকাব পাৰি—

(১) অক্ষৰানুক্ৰমিক ধৰণে

(২) শব্দানুক্ৰমিক ধৰণে

আৰু (৩) বাক্যানুক্ৰমিক ধৰণে।

এই তিন প্ৰকাৰ পদ্ধতিৰ ভিতৰত—বাক্যানুক্ৰমিক পদ্ধতিটোৱেই বুনিয়াদী শিক্ষাপদ্ধতিৰ গৃহীত-পদ্ধতি।

(১) ক—অক্ষৰানুক্ৰমিক

(২) কপাহ—শব্দানুক্ৰমিক

(৩) কপাহ গছ—বাক্যানুক্ৰমিক।

কপাহৰ খেতি, কপাহ গছ, কপাহৰ পৰা কাপোৰ হয়, কপাহ গাৰোপাহাৰত হয়, ইত্যাদি প্ৰকাৰ বাক্যৰ পৰা অক্ষৰ পৰিচয় কৰাই লৈ লিখিবলৈ শিকাব। এই ধৰণৰ চাৰ্ট তৈয়াৰ কৰি বেৰত আঁৰি থব লাগে।

কেই গজ সূতা কটা হ'ল? এই বাক্যটোৰ পৰা অক্ষৰ পৰিচয় হব। পুনঃ গণিতৰ শিক্ষাও দিব পাৰিব লাগিব।

গাৰোপাহাৰত কপাহৰ খেতি হয়। এই বাক্যটোৰ পৰা অক্ষৰ পৰিচয় হয়, লিখিবলৈ শিকোৱা হয় আৰু ভূগোলৰ জ্ঞান হয়। বাগিচাত কৃষি-কামৰ উদ্যোগত কপাহৰ খেতি কৰিলে বুজাবলৈ বেছি সুবিধা হয়। প্ৰয়োজনীয়তা, কৃষিৰ অভিজ্ঞতা আৰু নতুন কথা জানিবৰ আগ্ৰহ বা কৌতূহলৰ সুবিধা লৈ শিক্ষাদান কাৰ্য্য চলাব লাগিব।

ক, খ, গ, ঘ, ঙ—অক্ষৰানুক্ৰমিক পদ্ধতি বাক্যানুক্ৰমিক পদ্ধতিৰে শিকাৰ পাছত শিকাব লাগিব। অনুৰূপ পাঠ্যপুথি ক্ৰমে ওলাব। লিখিব পৰা হোৱা মাত্ৰকে ল'ৰাক দিন-লিপি ৰাখিবলৈ দিব। দিন-লিপি ৰাখিলে—ল'ৰাৰ চিন্তা

সংযত হব। ৰচনা লিখিবলৈ শিকিব, বিষয়বস্তুৰ জ্ঞান হব, নিজৰ জীৱনত কৰিবলগীয়া কামৰ প্ৰতি স্পৃহা জন্মিব বা ল'ৰা-ছোৱালীৰ কৰ্ত্তব্যজ্ঞান বাঢ়িব। গোটেই জীৱনটো এটা শৃঙ্খলা আৰু নিয়মৰ মাজেদি চলাই নিবলৈ এটা অভ্যাস সকলো পৰাই জন্মিব।

বৰ্ত্তমান সময়ত শিক্ষকে ন পুৰণি উভয় পদ্ধতিৰ সংমিশ্ৰণত বুনিয়াদী শিক্ষা প্ৰচলন কৰিব লাগিব। শিক্ষকে সন্দিগ্ধ মন পৰিত্যাগ কৰিব। শিক্ষকতা কামত শিক্ষকে মন বহুৱাব লাগিব। ক্ৰমে এই পদ্ধতিৰ উন্নতি হব।

---

# বুনিয়াদী বিদ্যালয় গঠন আৰু তাৰ সামগ্ৰী

এখন বুনিয়াদী বিদ্যালয় কাৰণে কমকৈও তিনিবিঘা মাটি লাগে। যথাস্থানত ছাত্ৰ-ছাত্ৰীৰ সংখ্যানুপাতে এটি স্বাস্থ্যকৰ ঘৰ, প্ৰস্ৰাৱখানা আৰু পায়খানা থাকিব। এখন উদ্যান আৰু এখনি শাক-পাচলিৰ বাগিচা থাকিব।

ছাত্ৰ-ছাত্ৰী বহিবৰ কাৰণে ঢৰা আৰু লিখিবৰ কাৰণে এফুট ওখ ডেস্ক ব্যৱহাৰ কৰিব। শিক্ষকৰ কাৰণে চকী, মেজ, বোৰ্ড, এটা আলমাৰি, ঘড়ী, মেপ, গ্লোব অপৰিহাৰ্য্য। ইয়াৰ আৰশ্যকীয় কিতাপৰ এটি পুথিভঁড়াল থাকিব, যিমানদূৰ সম্ভৱ দুই-এখন বাতৰি-কাকত থকা নিতান্ত দৰকাৰ। সমন্বয় পাঠৰ লগত সম্বন্ধ থকা যথেষ্ট পৰিমাণৰ চাৰ্ট মডেল থাকিবই।

**বিদ্যালয় আৱশ্যকীয় বহী :**—১। ভৰ্ত্তি বহী, ২। দৈনিক হাজিৰা বহী, ৩। কাটাইৰ হিচাব বহী, ৪। পাঠ পৰিকল্পনা বহী (শিক্ষকৰ ডায়েৰী), ৫। পাঠৰ টোকা বহী (পাঠৰ বিতং বিৱৰণ), ৬। চাফাই, কৃষিৰ ৰেকৰ্ড বহী, ৭। বছৰেকীয়া স্কিম বহী, ৮। ভঁড়ালৰ হিচাব বহী।

**উদ্যোগৰ সঁজুলি :**—১। ছাত্ৰৰ সংখ্যানুপাতে টাকুৰী, ২। আটেৰণ (বাঁহৰ আটেৰণ ব্যৱহাৰ কৰিব পাৰে), ৩। ওপৰ শ্ৰেণীটোৰ ছাত্ৰৰ জোখাৰে যঁতৰ পৰেটা, ৪। সৰু ধুনকী আৰু গুটিলা ৫ খন (বাঁহৰ ধুনকী ব্যৱহাৰ কৰিব পৰা যায়), ৫। নেওঠনী ২খন, ৬। পাঁজিবটা পুনি-পাত শলা ২খন, ৭। এবছৰৰ কাৰণে ৫০ জন ছাত্ৰৰ এখন স্কুলত অন্ততঃ এমোন গুটিথকা কপাহ।

**কৃষিৰ সঁজীলি :**—১। সৰু কোৰ ৬খন, ২। কটাৰি ১০খন, ৩। কাচি ১০খন, ৪। বাল্‌টি ২টা, ৫, শস্যত পানী দিয়া পাত্ৰ ২টা, ৬। খন্তি ১০ খন, ৭। Measuring tape—১টা।

**চাফাইৰ সঁজুলি :**—১। শোটা, ২। বাঢ়নী, ৩। পাচি আৱশ্যক অনুপাতে ৰাখিব লাগে। চাফাইৰ বাবে বাল্‌টি কোৰ কৃষিৰ সঁজুলিৰে চলিব।

**বিদ্যালয় পৰিচালনা :**—বিদ্যালয়ত এখন ছাত্ৰ ব্যৱস্থাপক সভা থাকিব। ব্যৱস্থাপক সভাই গোটেই বিদ্যালয়ৰ কাৰণে এজন প্ৰধানমন্ত্ৰী, এজন কৃষি মন্ত্ৰী আৰু এজন কৃষ্টিমন্ত্ৰী নিৰ্ব্বাচন কৰিব। কৃষ্টিমন্ত্ৰীয়ে অন্ততঃ এমাহত একোখন কৃষ্টিসভাৰ অয়োজন কৰিব আৰু গাঁৱৰ ৰাইজ আৰু অভিভাৱক সকলক নিমন্ত্ৰণ কৰিব।

**প্ৰত্যেক বৰ্গৰ কাৰণে :**—এজন বৰ্গমন্ত্ৰী, এজন চাফাই মন্ত্ৰী আৰু এজন স্বাস্থ্য মন্ত্ৰী নিৰ্ব্বাচিত হব। মন্ত্ৰীসকলৰ কাৰ্য্যদান এমহীয়া হব। আৱশ্যকমতে মন্ত্ৰীৰ সংখ্যা বঢ়াবও পৰা যাব।

দোৱাত-কলম, তলা-চাবি আদি বস্তু বিদ্যালয়ত সৰ্ব্বসাধাৰণতে প্ৰয়োজন হব।

**বিঃদ্ৰঃ—বিদ্যালয়ৰ উৎপাদন কাৰণে শিক্ষকে চকু দিব লাগিব।**

# পাঠ দানৰ টোকা

পাঠ দাতা—
স্কুলৰ নাম—
বৰ্গ—পঞ্চম বৰ্গ। সময়—৪৫ মিনিট।
বিষয়—মাতৃভাষা।
কামৰ আঁচনি।

## স্কুলত পতিষ্ঠা দিবস পালন

(ক) স্কুলঘৰৰ বাহিৰভাগ চাফাই কৰাৰ পাছত ঘৰটো চাফা কৰা; মিটিঙৰ বাবে টেবিল, চেয়াৰ আদি সজোৱা, স্কুলৰ বাগিচাৰ পৰা ফুল আনি মালা গঁথা, ছাত্ৰ-ছাত্ৰীয়ে নিজে তৈয়াৰ কৰা বিচনি, টেবিলত পৰা কাপোৰ আদি ব্যৱহাৰ কৰা।

স্কুলৰ মন্ত্ৰীসভাৰ সভাপতিয়ে সভাপতিত্ব কৰিব

(খ) আজি জুন মাহৰ ১৯ তাৰিখ। ১৯৫২ চনৰ এই তাৰিখত আমাৰ এই স্কুলৰ প্ৰতিষ্ঠা হৈছিল। সেই উপলক্ষে আজি মন্ত্ৰীসভাৰ সিদ্ধান্তমতে প্ৰত্যেক বৰ্গৰ বৰ্গমন্ত্ৰীৰ পৰিচালনাত এক বা ততোধিক ৰচনাত্মক কাম কৰিবলৈ প্ৰত্যেক বৰ্গৰ ছাত্ৰ-ছাত্ৰী আগ বাঢ়িব।

(গ) আজিৰ দিনটো মনত ৰাখিবৰ বাবে স্কুল কম্পাউণ্ডত ফলদিয়া গছৰ পুলি কব। ফুলৰ বাগিচাত ১৯।৬।৫২ তাৰিখটো (শাক ফুলৰ গছৰে) লিখি লব। শিক্ষকে সহযোগ কৰিব।

(ঘ) মনত আনন্দ পাবৰ কাৰণে আৰু দেশৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ খেল-পথাৰত পতাকা উত্তোলন কৰিব।

## সমন্বয় পাঠ

মাতৃভাষা—৫ম বৰ্গ—৪৫ মিনিট।

মিটিঙৰ আলোচনা হোৱা কথাবোৰ পুনৰালোচনা কৰা হ'ব আৰু এই স্কুলৰ বুৰঞ্জী সম্বন্ধে আলোচনাৰ অন্তত স্কুলৰ বিষয়ে এখনি ৰচনা লিখিবলৈ দিয়া হ'ব। শিক্ষকে সহযোগ কৰিব লাগিব।

স্কুলৰ মন্ত্ৰীসভাৰ সভাপতিয়ে দিয়া নিৰ্দ্দেশমতে প্ৰধান-মন্ত্ৰীয়ে তলত লিখা ধৰণে লিখি সকলোৱে পঢ়িব পৰাকৈ বেৰত আঁকি থব।

---

# সমন্বয় পাঠ

শিক্ষক—

তাৰিখ..........................

স্কুলৰ নাম....................

বৰ্গ..........................২য়

ল'ৰাৰ বয়সৰ গড়........

ল'ৰাৰ সংখ্যা..............

শিক্ষাৰ মাধ্যম.........কাটাই—২০ মিনিট

সমন্বয়ৰ জ্ঞান........গণিত যোগ-বিয়োগ ৩০ মিনিট

(১) পাঠৰ আধাৰ ঃ—কোনো এটি ৰাজহুৱা উৎসৱ বা অনুষ্ঠান। (মৌন অখণ্ড সূত্ৰযজ্ঞ)।

(২) কামৰ ব্যাখ্যা (আধাৰৰ স্পষ্টীকৰণ) ঃ—অখণ্ড সূত্ৰযজ্ঞত ২য় বৰ্গও যোগ দিছে। ২০ মিনিটৰ ভিতৰত ৪টা টোলীত প্ৰায় ১ গুণ্ডী সূতা কাটিব,

(৩) সমন্বয়াত্মক জ্ঞান ঃ—প্ৰত্যেক টোলিতে (৬ জনীয়া) ১ গুণ্ডীতকৈ কিমান কম বা বেছি সূতা হৈছে, ইয়াৰ হিচাব লোৱা। প্ৰতি টোলীৰ সূতা ১ ল'টিতকৈ কিমান কম বা বেছি। মুঠ সূতা কিমান হ'ল? ৩য় বৰ্গই ৭২০ টাৰ কাটিছিল, সিহঁতকৈ কিমান কম বা বেছি হ'ল। এই প্ৰকাৰে সৰল যোগ আৰু বিয়োগৰ জ্ঞান ল'ৰা-ছোৱালীৰ হব।

(৪) ১ম টোলীত.........১৪০ টাঁৰ
২য় „ ... ১৫২ „
৩য় „ ... ১৭৬ „
৪ৰ্থ „ ... ১৬২ „

মুঠ ৬৩০ টাঁৰ

| ১৬০ | ১৬০ | ১৭৬ | ১৬২ |
|---|---|---|---|
| ১৪০ | ১৫২ | ১৬০ | ১৬০ |
| ২০ টাঁৰ | ৮ টাঁৰ | ১৬ টাঁৰ | ২ টাঁৰ |

(৫) মুঠ সূতা কিমান, ১ গুণ্ডীতকৈ কিমান কম, ১ লটীতকৈ প্ৰতি টোলীৰ সূতা কিমান কম বেছি হিচাব কৰি উলিয়াব দিয়া হব। এই প্ৰসঙ্গত যোগ-বিয়োগৰ অঙ্ক চৰ্চ্চা হব।

## প্ৰশ্ন

(১) ১ম টোলীৰ সূতাত কিমান টাঁৰ?
(২) যথাক্ৰমে ২য়, ৩য় আৰু ৪ৰ্থ টোলীৰ সূতাত কিমান টাঁৰ
(৩) ১ লটীত কিমান টাঁৰ? ১ গুণ্ডীত কিমান টাঁৰ?
(৪) চাৰিওটা টোলীৰ মুঠ সূতা কিমান? ১ গুণ্ডীতকৈ কম বা বেছি?
(৫) ১ম টোলীৰ সূতা ১ লটীতকৈ কিমান কম?
(৬) ২য় „ „ ১ „ „ „ ?
(৭) ৩য় „ „ ১ „ „ বেছি?
(৮) ৪ৰ্থ „ „ ১ „ „ „ ?
(৯) ১ম টোলীৰ সূতা ২য় টোলীৰ সূতাতকৈ কিমান কম?
(১০) ২য় „ „ ৩য় „ „ „ „ ?
(১১) ৩য় „ „ ১ম „ „ „ বেছি?
(১২) ৪ৰ্থ „ „ ২য় „ „ „ „ ?

সূতাকটা নাইবা এই সম্পৰ্কীয় কোনো পাঠ ল'বাৰ পাঠ্য পুস্তকত থাকিলে (যি-কোনো পুস্তকত) পঢ়িবলৈ দি পুৰণি ধৰণে সাহিত্যপাঠ, শব্দাৰ্থ, ব্যাখ্যা, বুৰঞ্জীমূলক কথা শিক্ষা দিব। মাজতে ৫ মিনিট জিৰণিও দিব পাৰে।

# দৈনিক পাঠদানৰ টোকা

স্কুলৰ নাম..........
তাৰিখ...............
বৰ্গ.............৪ৰ্থ
ছাত্ৰৰ বয়সৰ গড়.........
ছাত্ৰসংখ্যা.................
শিক্ষাৰ মাধ্যম.........কৃষি (বনমহোৎসৱ সপ্তাহত)

১। কামৰ স্পষ্টিকৰণ বা ব্যাখ্যা :—

আজি ১৯৫৫ চনৰ বৃক্ষৰোপণ সপ্তাহৰ প্ৰথম দিন। স্কুল বহাৰ লগে লগে ৫ম বৰ্গ আৰু ৩য় বৰ্গৰ ল'ৰাক গাৱঁলৈ আম, লেটেকু আৰু লেচু আদিৰ গছপুলি আনিবলৈ পঠাব লাগিব। ৪ৰ্থ বৰ্গৰ ল'ৰাৰ হতুৱাই যথাস্থানত গাঁত খনাব লাগিব আৰু গাঁতৰ কাষে কাষে পচন-সাৰ আনি ৰখাব লাগিব। ২য় আৰু ১ম বৰ্গৰ ছাত্ৰ-ছাত্ৰীক চাফাই মন্ত্ৰীৰ নিৰ্দ্দেশমতে কাম কৰি স্কুলৰ চৌহদ চাফ্ কৰাব লাগিব। ৪ৰ্থ বৰ্গৰ গাঁত খনা হোৱা সময়ত গছপুলি আহি পাব। পূৰ্ব্বৰ নিৰ্দ্দেশমতে গছপুলিৰ গুৰিত মাটি আছেনে নাই লক্ষ্য কৰিব লাগিব। প্ৰতিটো গাঁতত একোটাকৈ পুলি কই তাত পচন সাৰ ব্যৱহাৰ কৰি তাৰ উপকাৰ বুজাই কব লাগিব। গছপুলি ৰোপণ কাৰ্য্যত নিৰ্দ্দেশ দিয়াৰ ওপৰিও যথাসম্ভৱ সহায় কৰিব লাগিব।

গছপুলি ৰোৱা কাম শেষ হ'লে হাত-ভৰি ধুই নিজ নিজ ঠাইত বহিবলৈ দিব লাগিব। সকলোৱে নিজ ঠাই লোৱাৰ পাছত প্ৰাৰ্থনা আৰম্ভ কৰিবলৈ দিব। ১৯৫৫ চনৰ বৃক্ষৰোপণ সপ্তাহ বাবে ৫ সংখ্যাৰ ওপৰত জোৰ দি প্ৰাৰ্থনাৰ স্তোত্ৰ, মন্ত্ৰ, ভজন আৰু ধুন মুঠ ৫ টা গাবলৈ কৃষি মন্ত্ৰীয়ে নিৰ্দ্দেশ দিব। এইৰূপে প্ৰাৰ্থনা হৈ যোৱাৰ পাছত অহা কালিৰ (২য় দিন) আঁচনি সম্বন্ধে আলোচনা হব। আলোচনাৰ অন্তত পুনৰ প্ৰত্যেক বৰ্গই নিজ নিজ ঠাই লব।

২। সমন্বয়াত্মক বিষয়, পাঠ :—

(ক) সাধাৰণ জ্ঞান :— (১) গছৰ অংশ আৰু তাৰ কাম
(২) পচন-সাৰ

(খ) ছবি :— (১) শিপা সৈতে গা-গছ
(২) পাত সৈতে আম

(গ) সমাজ-বিজ্ঞান :—(১) বনমহোৎসৱ, বৃক্ষৰোপণ সপ্তাহ আদিৰ আৱশ্যকতা
(২) স্কুলত বৃক্ষৰোপণ সপ্তাহৰ গুৰুত্ব

(ঘ) গণিত ঃ— (১) ৰৈখিক পৰিমাণ—গজ-ফুট আদি।

যি-কোনো পাঠ্যপুস্তকত এই বিষয়ে কোনো পাঠ থাকিলে সেই পাঠ সাহিত্যৰ পাঠদান হিচাবে ব্যৱহাৰ কৰিব পাৰিব। তাৰ আগতে ৫ মিনিট জিৰণি দিব। বাগিচাত ফুৰি আহিবলৈ দিলেও জিৰণি হব।

সাধাৰণ জ্ঞান ঃ—শিপাসৈতে এটা গছপুলি উভালি আনি ছাত্ৰ-ছাত্ৰীৰ আগত দেখুৱাব লাগিব।

তলত প্ৰশ্নকেইটাৰ উত্তৰ উলিয়াই গছৰ অংশ কেইটাৰ নাম প্ৰত্যক্ষভাৱে শিকাই দিব লাগিব।

| প্ৰশ্ন | উত্তৰ |
|---|---|
| ১। এইটো কি গছৰ পুলি? | —তামোল |
| ২। পুলিটোৰ তলৰ অংশৰ নাম কি? | —শিপা |
| ৩। ,, মাজৰ ,, ,, ,, ? | —গা-গছ |
| ৪। ,, ওপৰৰ ,, ,, ,, ? | —পাত |
| ৫। তেনেহলে গছৰ অংশ কেইটা পালা? নাম কি কি? | |

গছৰ অংশ কেইটাৰ নাম জনাৰ পাচত তাৰ প্ৰতি অংশৰ কাম (কিতাপৰ সহায়ত) কি কি বুজাই কব। প্ৰত্যেক ছাত্ৰই সাধাৰণ-জ্ঞানৰ বহীত এই বিষয়ে টোকা লিখি লব।

পচন-সাৰ ঃ—গছপুলিৰ গুৰিত দিয়া পচন—সাৰৰ ব্যৱহাৰ সম্পৰ্কে তলৰ প্ৰশ্নৰ দ্বাৰা আলোচনা কৰিম।

(ক) গছপুলিৰ গুৰিত মাটিৰ লগত কি কি মিহলালা?

(খ) পচন-সাৰ কিয় দিয়া হ'ল?

(গ) ,, ,, কি পৰিমাণে দিয়া হ'ল?

(ঘ) সাৰৰ অভাৱত খেতি কিয় বেয়া হয়?

(ঙ) সাৰ প্ৰস্তুত কৰা আমাৰ কিয় কৰ্ত্তব্য?

সাৰৰ আৱশ্যকতা উপলব্ধি কৰাই পচন-সাৰৰ গাঁত খানিবলৈ কৌতূহল জন্মাবলৈ চেষ্টা কৰিব লাগিব।

ছবি অঁকা ঃ—ছবি অঁকা বিষয়টো প্ৰায় সকলো ল'ৰা-ছোৱালীয়ে ভাল পায়; পাঠ বেছি ৰসাল কৰিবলৈ আৰু ছবি আঁকাৰ মান উন্নত কৰিবলৈ এটা গছপুলি আগত ৰাখি শিপাসৈতে এডাল গছ আঁকিবলৈ দিব। বোৰ্ডত আঁকি দিবও পাৰে।

[ পাত সৈতে আম, লেটেকুৰ থোপা আদি অন্যান্য ছবি পাচৰ পাঠত দিব। ]

**সমাজ-বিজ্ঞান ঃ**—আলোচনা সভাৰ মুখ্য বিষয় হ'ব 'বন মহোৎসৱ' আৰু বৃক্ষৰোপণ সপ্তাহ'। এই বিষয়ে আলোচনা হোৱাৰ পাছত প্ৰত্যেক ছাত্ৰই টোকা বহীত সাৰাংশ লিখি লব আৰু ঘৰত একোখন ৰচনা লিখিব।

গণিত ঃ—প্ৰতিটো গছপুলিৰ দূৰত্ব ৫ ফুট ৪ ইঞ্চি এই জোখে পুলিবোৰ ৰোৱা হৈছে। বেৰৰ চাৰিওটা কাষত মুঠ কিমান পুলি ৰোৱা হ'ব আৰু বেৰটো উত্তৰে দক্ষিণে কিমান টাঁৰ, ফুট হয় আৰু পূবে পশ্চিমে কিমান হয় জুখি, শ্ৰেণীত তাক অঙ্কৰ আকাৰে পাতি লঘুকৰণ কৰিবলৈ দিব।

এই সম্পৰ্কীয় যি-কোনো পাঠ যিকোনো পাঠ্য পুস্তকত থাকিলে পুৰণি ধৰণে সাহিত্য পাঠ দিব পাৰিব—৫/১০ মিনিট জিৰণি দিয়াৰ পাছত।

---

# সমন্বয় পাঠ

## (চলিথকা পাঠ্যপুথিৰ সহায়ত)

বুনিয়াদী শিক্ষাত আগে কাম কৰি তাৰ পৰা জ্ঞান আহৰণ কৰিব লাগে। অৱশ্যে প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতা আৰু সামাজিক পাৰিপাৰ্শ্বিকতাৰ মাধ্যমতো শিক্ষা দিব পাৰি। কাম মানে যেই সেই কাম নহয়। জীৱনৰ কাৰণে যি যি কামৰ আৱশ্যক তেনে কামহে বুনিয়াদী বিদ্যালয়ত দিয়া উচিত। এতিয়া কামৰ মাধ্যমত বিভিন্ন বিষয় কেনেদৰে শিকোৱা হয় তাৰে এটি আৰ্হি দিয়া হ'ল। অৱশ্যে ই এটা নমুনাহে। শিক্ষকৰ নিপুণতাৰ ওপৰতহে শিক্ষাদান কাৰ্য্য নিৰ্ভৰ কৰে। গতিকে ইয়াতকৈয়ো ভাল আৰ্হিত শিক্ষা দিব পৰা স্বাভাৱিক। এতিয়া ধৰা যাওঁক ৫ম বৰ্গ পঢ়ুৱাব লাগে।

সিদিনাৰ পাঠ্যক্ৰম হ'ল—

৭—৭-২০ চাফাই, ৭-২০—৭-৩০ প্ৰাৰ্থনা, ৭-৩০—৮ কৃষি, ৮—৮-৩০ সাধাৰণ বিজ্ঞান, ৮-৩০—৯ অঙ্ক, ৯—৯-৩০ বুৰঞ্জী, ৯-৩০—১০ ভূগোল, ১০—১০-৩০ ছবি, ১০-৩০—১১ ব্যায়াম।

স্কুলত উপস্থিত হয়েই বৰ্গ-মন্ত্ৰীৰ পৰিচালনাত আৰু চাফাই মন্ত্ৰীৰ নেতৃত্বত স্কুল আৰু কম্পাউণ্ড চাফা কৰাই জাবৰবোৰ পচনসাৰৰ গাঁতত পেলাই উঠি হাত-মুখ ধুই আহি নিজ নিজ আসনত শৃঙ্খলাৰে বহাৰ ব্যৱস্থা কৰি লব লাগে। তাৰ পাচত ৫ম বৰ্গৰ বৰ্গ-মন্ত্ৰী বা তেওঁ অনুপস্থিত থাকিলে ৪ৰ্থ বৰ্গৰ মন্ত্ৰীয়ে প্ৰাৰ্থনা-গীত লগাই দিবৰ বাবে সুললিত মাতৰ ল'ৰাক অনুৰোধ কৰি ৰাখিব। সকলো বৰ্গৰ ল'ৰা-ছোৱালী শৃঙ্খলাৰে বহাৰ পাচত পাৰিলে বৰ্গ-মন্ত্ৰীয়ে ধুনা জ্বলোৱাৰ ব্যৱস্থা কৰিব; নোৱাৰিলে নাই। তেতিয়া বৰ্গমন্ত্ৰীয়ে সকলোৰে শুনাকৈ ২ মিনিটৰ বাবে 'শান্তি' শব্দ উচ্চাৰণ কৰিব। বৰ্গমন্ত্ৰীয়ে 'শান্তি' শব্দ কোৱাৰ লগে লগে সকলো ল'ৰাই নিস্তব্ধ হৈ ঈশ্বৰক অন্তৰত ধাৰণা কৰি হাতযোৰ কৰি চকু-নাকৰ অগ্ৰভাগলৈ ৰাখি আধামুদা অৱস্থাত থাকিব।

২ মিনিটৰ অন্তত বৰ্গ-মন্ত্ৰীয়ে 'প্ৰাৰ্থনা' বুলি কোৱাৰ লগে লগে আগতে বৰ্গ-মন্ত্ৰীয়ে অনুৰোধ কৰি থোৱা ল'ৰাই প্ৰাৰ্থনা লগাই দিব? বাকীবিলাকে সমস্বৰে গাব। কোৰাণৰ প্ৰাৰ্থনা এজনে গাব, বাকীবিলাকে মন দি শুনি অন্তৰতে ঈশ্বৰক প্ৰণতি জনাব। প্ৰাৰ্থনা শেষ হলে 'প্ৰাৰ্থনা সমাপ্ত' বুলি কোৱাৰ লগে লগে সকলো ল'ৰা উঠি শৃঙ্খলাৰে নিজৰ নিজৰ ঠাইত বহিবগৈ। এইদৰে সামূহিক প্ৰাৰ্থনা হৈ যোৱাৰ পাছত ৰুটিনমতে যি বৰ্গৰ যি কাম আছে সেই বৰ্গৰ শিক্ষকে সেই কাম আৰম্ভ কৰিব।

এতিয়া আগেয়ে ধৰিলোৱা মতে ৫ম বৰ্গৰ কাম আছে কৃষি। আগৰ দিনাখনৰ আঁচনি মতে সিদিনা ৫টা কাগজী-নেমুৰ পুলি কব লাগে। ইতিমধ্যে পুলি আনি থোৱাই আছে। (স্কুলত যি যি কাম কৰা হয় ছাত্ৰ-ছাত্ৰীৰ লগত আলোচনা কৰি আঁচনি তৈয়াৰ কৰিব লাগে।) এতিয়া আঁচনিমতে গাঁত খান্দি তাত পচন-সাৰৰ গাঁতৰ পৰা পচন-সাৰ আনি গাঁতত দি পুলবোৰ কই দিয়াওক। গছপুলিবোৰ ৰোৱাৰ লগে-লগে ছাত্ৰ-ছাত্ৰীক সোধক গছৰ ভাগ কেইটা? কি কি? প্ৰত্যেক ভাগৰ কাম কি কি? আৰু সোধক কাগজী কোন বিধৰ উদ্ভিদ? (পূৰ্ব্বে জ্ঞানৰ লগত সম্বন্ধ ৰাখি।) এনেকুৱা টেঙ্গা জাতীয় আৰু কি কি উদ্ভিদ আছে ইত্যাদি। (প্ৰশ্নবোৰ ক্ৰম অনুসাৰে হব লাগে।)

তাৰ পাচত গছপুলি ৰোৱা হলে আৰু তাৰ আৱশ্যকীয় প্ৰশ্ন সুধি সুধি বুজাই দিয়া হলে কৃষি-মন্ত্ৰীৰ তত্বাৱধানত কোৰ-কটাৰী ধুই শুকাবলৈ দি শ্ৰেণী-কোঠালৈ আহক আৰু পূৰ্ব্বে বৰ্ণনা কৰা অংশ আৰু তাৰ কাম, কোন বিধৰ উদ্ভিদ আদি নিজৰ বহীত লিখিব দিয়ক। লিখা হলে চাই ভুল-চুক শুধৰাই চহী কৰক।

তাৰ পাচত সোধক গছপুলি ৰোৱাত কিমান সময় হ'ল? (ঘড়ীৰ লগত আগৰে পৰাই সম্পৰ্ক ৰাখিব।) ধৰক, ল'ৰাই ক'লে ২৫ মিনিট। তেতিয়া কওক, আৰু ৭টা পুলি এই হিচাবে কলে কিমান সময় লাগিব? তেতিয়া ল'ৰাৰ এই কথাটো জানিবৰ আৱশ্যক হব আৰু স্বভাৱতে এই নিয়মটো জানিবৰ আগ্ৰহ জন্মিব। তেতিয়া খুব সৰলভাৱে অঙ্কটো বুজাই দিয়ক—ঐকিক নিয়মে। এনে ধৰণৰ সেইদিনাৰ গছপুলি ৰোৱাৰ প্ৰসঙ্গ আৰু ২।১টা অঙ্ক কৰিব দি বুজা-নুবুজা প্ৰমাণ লওক। নুবুজিলে পুনঃ বুজাই দিয়ক। পুনঃ আকৌ ২।৩টা অঙ্ক কৰিব দিয়ক। অঙ্ক তিমানতে এৰি কওক—

বাৰু কেনেকৈ এনেকুৱাকৈ বাৰী এখন যত্ন কৰি অতি ধুনীয়াকৈ ৰখাৰ বাবে এজন বামুণৰ চাকৰে ৰাজ-অনুগ্ৰহ পাই শেষত আহোম ৰজাৰ বৰবৰুৱা হৈছিল তাৰে কথা মই তোমালোকক ক'ম।

তেতিয়া অসমত আহোম ৰজাই ৰাজত্ব কৰিছিল। মহাৰাজ প্ৰতাপসিংহ স্বৰ্গদেৱ আছিল আহোম সিংহাসনত। ৰজা এদিনাখন প্ৰজাৰ সুখ-দুখ চাবৰ বাবে নাজিৰালৈ যায়। ৰজাই ফুৰি থাকোঁতে হঠাৎ এখন বাৰীৰ পিনে চকু পৰিল। বাৰীখন ইমান ধুনীয়াকৈ ৰাখিছিল যে, বাটকৰাই এবাৰ নাচাই নোৱাৰিছিল। ৰজাই বাৰীৰ গৃহস্থক মাতি সুধিলত বাৰীৰ গিৰিহঁত ব্ৰাহ্মণে তেওঁৰ চাকৰ ল'ৰা মেমাইয়ে এনে ধুনীয়াকৈ ৰাখিছে বুলি ক'লে। ৰজাই ল'ৰাটিৰ প্ৰতি বৰ সন্তুষ্ট হৈ ব্ৰাহ্মণক কৈ ল'ৰাটি লৈ যায়।

ল'ৰাটিৰ আছল নাম মেমাই চেং। মেমাইৰ বিধৱা মাকত বাহিৰে সংসাৰত

তাৰ কোনো নাই। মাকে খুজি-মাগি তাক পুহিব নোৱাৰি নাজিৰাৰ এঘৰ ব্ৰাহ্মণৰ ঘৰত চাকৰ থলে। মেমায়ে সেই ব্ৰাহ্মণ ঘৰকে আপোন ভাবি সকলো কাম কৰিব ধৰিলে। তাৰ ব্যৱহাৰ আৰু কামৰ প্ৰতি আগ্ৰহ দেখি ব্ৰাহ্মণ তাৰ প্ৰতি অতি সন্তুষ্ট হ'ল। সেই মেমাই চেঙে ব্ৰাহ্মণৰ বাৰীখন ইমান ধুনীয়া কৰি ৰাখিছিল যিখন বাৰী দেখি সন্তুষ্ট হৈ শেষত তেওঁক ৰজাই নিজে লৈ যায়।

ৰজাই নি প্ৰথমে তামুলি লিগিৰাৰ বাব দিয়ে, আৰু মেমাই নাম গুচাই মোমাই তামুলী নাম দিয়ে। তাতো মোমায়ে ৰজাক কামত সন্তুষ্ট কৰে। এইদৰে যি কামকে নিদিয়ক প্ৰত্যেক কাম নিজৰ বুলি মনপুতি কৰাৰ ফলত ৰজাই সন্তুষ্ট হৈ শেষত বৰবৰুৱা বিষয়কে দিলে। বৰবৰুৱা হৈয়ে তেওঁ অসমৰ উন্নতিৰ কাৰণে প্ৰাণপণে চেষ্টা কৰিলে। অসম ৰাজ্যখন নানা ভাগত ভগাই শাসনৰ সুবিধা কৰি ললে। প্ৰত্যেক গাৱঁত একোজনকৈ গাওঁপালিকা পাতি দিলে। অসমীয়া মানুহৰ সোৰোপা দোষ গুচাবৰ বাবে প্ৰাত্যক দিনে মুনিহে এটাকৈ পাচি বা খৰাহি আৰু প্ৰত্যেক তিৰোতাই ২ গণ্ডাকৈ মহুৰা দিয়াৰ ব্যৱস্থা কৰিলে। গাওঁপালিকাই ইয়াৰ হিচাব কৰিব। যদি কোনোবাই নকৰে তেন্তে তেওঁ দণ্ডনীয় হব, এনেকৈয়ে নিজৰ কাম মনপুতি কৰাৰ ফলত সামান্য এটা চাকৰৰ ল'ৰা হৈ কেনেকৈ বৰবৰুৱা হব পাৰিলে চোৱা। তেওঁৰে তোলনীয়া পুতেক হ'ল বিখ্যাত লাচিত বৰফুকন। তেওঁক সৰুৰে পৰা ভাল শিক্ষা দিছিল বাবে অৱশেষত তেওঁ ইমান ডাঙৰ বীৰপুৰুষ হব পালে।

আখ্যানটো কোৱাৰ শেষত পাঠ্য পুথিৰপৰা পঢ়িবলৈ দিব। তাৰ পাছত ছাত্ৰবোৰৰ মনত আছেনে নাই চাবৰ বাবে প্ৰশ্ন সোধক, যেনে ঃ—মোমাই তামুলী বৰবৰুৱাৰ সময়ত কোন ৰজা আছিল? তেওঁ ফুৰিবলৈ কিয় আৰু ক'লৈ গৈছিল? তাত কি দেখিলে আৰু কি কৰিলে? বামুণে ৰজাক কি ক'লে। ৰজাই তেতিয়া কি কৰিলে? মেমাইক আনি ৰজাই কি কাম দিলে? বাৰু মেমাইনো কোন? তেওঁ ক'ৰ মানুহৰ ঘৰত চাকৰ আছিল? কামৰ উন্নতি কৰি শেষত কাম কি পালে? বৰবৰুৱা হৈ তেওঁ কি কি ভাল কাম কৰিলে? তেওঁৰ কোন্ তোলনীয়া পুতেক আছিল? ইত্যাদি।

প্ৰশ্নবোৰৰ উত্তৰ যথাযথ ভাৱে দিব পাৰিলে তেওঁলোকৰ বহীত চমুকৈ আখ্যানটি লিখি আনিব দিব। উত্তৰবোৰ দিয়াত বেমেজালি কৰিলে সহায় কৰিব।

তাৰ পাছত আহিল ভূগোল—(মেপত দেখুৱাই) অসম ৰাজ্যৰ (আহোমৰ দিনৰ) চাৰি সীমা দেখুৱাওক। কোচ ৰাজ্যৰ চাৰি সীমা দেখুৱাওক। এতিয়া আমাৰ দেশ কোনে শাসন কৰে? তাৰ আগতে কোনে শাসন কৰিছিল? বৃটিছ-অসমৰ চাৰি সীমা কি আছিল? এতিয়াৰ সীমা কি? এতিয়া ৰাজধানী ক'ত?

ৰাজধানী কাক বোলে? ইত্যাদি। যিমানখিনি শিক্ষা দিয়া আৱশ্যক (স্কিম মতে) সেইদৰে প্ৰশ্ন কৰি তাৰ উত্তৰ উলিয়াব। ল'ৰাই নোৱাৰিলে সহায় কৰিব আৰু মেপৰ ব্যৱহাৰ কৰিব। তাৰ পাছত বহীত টোকা লিখাব।

তাৰ পাছত ছবি—এটা কাগ্‌জী টেঙ্গাৰ ছবি আঁকিব দিব। শুদ্ধ কৰি দিয়াৰ পাছত বহীত আঁকিব। বহীত অঁকা হ'লে চাই দিব।

তাৰ পাছত ব্যায়াম—এই প্ৰসঙ্গত লাচিতৰ কথা উল্লেখ কৰি ছাত্ৰক ব্যায়াম শিক্ষা দিব। তাৰ পাছত নিয়ম অনুসাৰে ছুটি দিব।

একেদিনাই কোনো এটি পাঠ শেষ কৰিব নোৱাৰিলে পাছদিনা শিকাব পাৰিব।

স্কিমৰ বিষয়ে আগতে কোৱা হৈছে। এই সমন্বয় পাঠৰ লগত পুনঃ কোৱা হ'ল।

স্কিমখন ঋতুৰ ভাগ হিচাবে ভাগ কৰিব লাগে।

১ম ভাগ—মাৰ্চ্চৰ পৰা মেইলৈ—বসন্ত।

২য় ভাগ—জুনৰ পৰা আগষ্টলৈ—গ্ৰীষ্ম আৰু বৰ্ষা।

৩য় ভাগ—চেপ্তেম্বৰৰ পৰা নবেম্বৰলৈ—শৰৎ আৰু হেমন্ত।

৪ৰ্থ ভাগ—ডিচেম্বৰৰ পৰা ফেব্ৰুৱাৰীলৈ—শীত।

দৈনিক পাঠৰ টোকাবোৰ পাঠ্যপুথিৰপৰা সেইদৰে ভাগ কৰি লিখিব লাগিব।



# শিক্ষকৰ স্কিম

## ১। পাঠদানৰ টোকা ঃ—

| তাং | সময় | বিষয় | প্ৰযোজনা | পৰিকল্পনা | মন্তব্য |
|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ |

## ২। বিদ্যালয়ৰ চাফাই, কৃষিকামৰ বিৱৰণ

| তাৰিখ | বৰ্গ | দৈনিক সময় | কিছুমান ছাত্ৰৰ শ্ৰমদান হ'ল | চাফাইৰ কাম | কৃষিৰ কাম | মন্তব্য |
|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ |

## ৩। কাটাইৰ হিচাব (শিক্ষক) মাহ চন-

| ক্ৰমিক নং | ছাত্ৰৰ নাম | লোবা কপাহৰ ওজন | পাঁজিৰ ওজন | পেলনি যোৱাৰ ওজন | তাং সময় ঘণ্টা | ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | উৎপন্ন গুলিৰ সংখ্যা | গুলিৰ ওজন নম্বৰ | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | | | | | ৭ | | | ৮ | ৯ | ১০ |

## ৪। ছাত্ৰৰ সূতা কটাৰ হিচাব

| তাৰিখ | লোবা কপাহৰ ওজন | পাঁজিৰ ওজন | যন্ত্ৰ | দৈনিক কটা পাঁজিৰ সংখ্যা | সময় | দৈনিক কটা টাঁৰৰ সংখ্যা | মুঠ টাঁৰৰ সংখ্যা | উৎপন্ন গুলিৰ ওজন | মন্তব্য |
|---|---|---|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ | ১০ |

# প্ৰাৰ্থনা

প্ৰাৰ্থনা বুনিয়াদী স্কুলৰ এটি প্ৰধান অঙ্গ। অসাম্প্ৰদায়িক প্ৰাৰ্থনা আৰু ঈশ্বৰ স্তুতিয়েই প্ৰাৰ্থনাৰ বাবে বিহিত। তলত দিয়া প্ৰাৰ্থনাটি আটাইবোৰ স্কুলতে গৃহীত হৈছে। সেইবাবে এই প্ৰাৰ্থনাটো আৰু তাৰ ভাঙনি দিয়া হ'ল।

(ক) হৰি ওঁম! বিজ্ঞানং ব্ৰহ্মেতি বিজানীয়াৎ।
বিজ্ঞানাৎ হি এব খলু ইমানি ভূতানি জায়ন্তে।
বিজ্ঞানেন জাতানি জীবন্তি।
বিজ্ঞানং প্ৰয়ন্ত্যভিসংবিশন্তীতি।

*বিজ্ঞানেই ব্ৰহ্ম; কাৰণ বিজ্ঞানৰ পৰাই এই প্ৰাণীসকলৰ জন্ম হৈছে। জন্মৰ পাছত এই বিজ্ঞানৰ দ্বাৰাই পৰিবৰ্দ্ধিত হয়। মৃত্যুৰ সময়ত বিজ্ঞানৰ ফালেই গতি কৰে আৰু বিজ্ঞানতেই বিলীন হয়।

(খ) ওঁ বাঙ্মে মনসি প্ৰতিষ্ঠিতা,
মনো মে বাচি প্ৰতিষ্ঠিতম্
আবিৰাবীৰ্ম এধি,
বেদস্য ম আণীস্থঃ
শ্ৰুতং মে মা প্ৰহাসীঃ
অনেনাধীতেন অহোৰাত্ৰান্ সংদধামি;
ঋতং বদিষ্যামি;
সত্যং বদিষ্যামি;
তন্মামবতু;
তদ্বক্তাৰমবতু;
অবতু মাম্;
অবতু বক্তাৰম্;

মোৰ বাক্যত মন প্ৰতিষ্ঠিত হওক। মোৰ মন বাক্যত প্ৰতিষ্ঠিত হওক। হে স্বপ্ৰকাশ ব্ৰহ্ম! মোৰ ওচৰত তুমি প্ৰকাশ হোৱা। মোৰ ওচৰত বেদৰ অৰ্থ আনি দিয়া। শ্ৰুত বিষয়ে (বেদাৰ্থ) যেন মোক পৰিত্যাগ নকৰে। এই অধ্যয়নৰ দ্বাৰা মই দিন আৰু ৰাতিক সংযোজনা কৰিম।

মই মানসিক সত্য কথা ক'ম। মই বাচনিক সত্য কথা ক'ম। ব্ৰহ্ম! মোক

---

* বিজ্ঞান = অধ্যবসায় শক্তিবিশিষ্ট হিৰণ্যগৰ্ভ।

ৰক্ষা কৰক, মোৰ আচাৰ্য্যক ৰক্ষা কৰক, মোক ৰক্ষা কৰক, মোৰ আচাৰ্য্যক ৰক্ষা কৰক।

(গ) ওঁ সহ নাববতু।
সহ নৌ ভুনক্তু
সহবীৰ্য্যং কৰবাবহৈ
তেজস্বি নাবধীতমস্তু মা বিদ্বিষাবহৈ।

হে ব্ৰহ্ম! গুৰু আৰু শিষ্য আমাৰ উভয়কে সমানভাৱে ৰক্ষা কৰক। উভয়কে তুল্যভাৱে বিদ্যাফল দান কৰক। আমি যেন উভয়ে সমানভাৱে সামৰ্থ্য উপাৰ্জ্জন কৰিব পাৰোঁ। আমাৰ লব্ধ বিদ্যা উভয়ৰেই সফল হওক। আমি যেন পৰস্পৰে পৰস্পৰক বিদ্বেষ নকৰোঁ।

(ঘ) ওম্ অসতো মা সদ্গময়
তমসো মা জ্যোতিৰ্গময়
মৃত্যোৰ্মামৃতং গময়
ওম্ শান্তিঃ শান্তিঃ শান্তিঃ।

মৃত্যুৰ পৰা মোক অমৃতলৈ যোৱা। (অসতৰ পৰা মোক সতলৈ লৈ যোৱা) অন্ধকাৰৰ পৰা মোক পোহৰলৈ লৈ যোৱা। মৃত্যুৰ পৰা মোক অমৃতলৈ লৈ যোৱা। (ইয়াত অসৎ—তমস্, আৰু মৃত্যু—একাৰ্থবাচক) শান্তি হওক—শান্তি হওক—শান্তি হওক।

ওঁ শান্তিঃ, ওঁ শান্তিঃ, ওঁ শান্তিঃ।

## একাদশ ব্ৰত

অহিংসা সত্যমস্তেয় ব্ৰহ্মাচৰ্য্যমসংগ্ৰহ
শৰীৰ শ্ৰমঅস্বাদ সৰ্ব্বত্ৰভয়বৰ্জ্জনম্
সৰ্ব্বধৰ্ম্মে সমানত্ব স্বদেশী স্পৰ্শ ভাৱনা।
হী একাদশ সেৱাবী নম্ৰত্তে ব্ৰত নিশ্চয়।

(১) অহিংসা, (২) সত্য, (৩) অস্তেয়, (৪) ব্ৰহ্মাচৰ্য্য, (৫) অসংগ্ৰহ, (৬) শৰীৰ-শ্ৰম, (৭) অস্বাদ, (৮) সৰ্ব্বত্ৰ ভয় বৰ্জ্জন, (৯) সৰ্ব্বধৰ্ম্মে সমানত্ব, (১০) স্বদেশী ও (১১) স্পৰ্শ ভাৱনা।

---

## কোৰণাৰ প্ৰাৰ্থনা

আইজুবিল্লাহি মিনাস্ শৈত্বানিৰ ৰাজীম্।।
বিস্মিল্লাহিৰ ৰাহ্মানিৰ ৰহীম্।
আলহাম্‌দু লিল্লাহি ৰাব্বিল আ লামীন্
আৰ্ ৰহ্মানিৰ ৰহীম, মালিকীয়াও মিদ্দীন।
ঈয়া কানা বুদু ৱ ঈয়া কানাষ্টাইন
ইহ্ দিনাচ্চিৰাত্বল্ মুস্তাকীম্।
সিৰাত্বল্ লজীন্ আন্ আম্ তা আলাইহিম্।
গায়ৰিল্ মগদু বে আলাইহিম ৱ লাদ্‌দোৱাল্ লীন।।

## বাইবেলৰ প্ৰাৰ্থনা

হে হমাৰে পিতা তু জো স্বৰ্গমে হেঁ;
তেৰা নাম পবিত্ৰ মানা জায়। তেৰা ৰাজ্য আয়।
তেৰী ইচ্ছা জৈসী স্বৰ্গ মে পূৰী হোতী হ্যে।
ঐসাহি পৃথিবী পৰ্ভি হো।
হমাৰে দিন ভৰ্‌কো ৰোটি আজ হমে দে
জৈসে হম্ অপনে অপৰাধীয়োঁ কো ক্ষমা কৰতে হেঁ
ঐসেহী হমাৰে অপৰাধকো ক্ষমা কৰ।
হমে পৰীক্ষা মে ন ডাল
পৰন্তু বুৰাইসে বচা, কোঁকি, ৰাজ্য, পৰাক্ৰম
ঔৰ মহিমা সদা তেৰেহি হেঁ (এমেন্)

(ইশাহ প্ৰাৰ্থনা)

## ৰামধুন

ৰঘুপতি ৰাঘৱ ৰাজা ৰাম
পতিত পাৱন সীতা ৰাম
মঙ্গল পৰশন ৰাজা ৰাম
পতি পাৱন সীতা ৰাম
ঈশ্বৰ আল্লা তেৰে নাম
সব্‌কো সম্মতি দে ভগৱান্
যোহি আল্লা সোহি ৰাম
পতিত পাৱন সীতা নাম।

প্ৰাৰ্থনা সঙ্গীত নানাপ্ৰকাৰ আছে। শিক্ষকে জানি লব।

## জাতীয় সঙ্গীত

জনগণমন অধিনায়ক জয়হে
ভাৰত ভাগ্য বিধাতা
পঞ্জাব সিন্ধু গুজৰাট মাৰাঠা
দ্ৰাবিড় উৎকল বঙ্গ;
বিন্ধ্য হিমাচল যমুনা গঙ্গা
উচ্ছল জলধি তৰঙ্গ।
তব শুভ নামে জাগে, তব শুভ আশীষ মাগে
গাহে তব জয় গাথা।
জনগণ মঙ্গল দায়ক জয়হে, ভাৰত ভাগ্য বিধাতা
জয়হে, জয়হে, জয়হে, জয়, জয়, জয়হে।।

# বুনিয়াদী বিদ্যালয়ৰ পাঠ্যক্ৰম*

বুনিয়াদী বিদ্যলয়ত বিভিন্ন বিষয়ত দিব লগা সময়ৰ মোটামুটি হিচাপ তলত দিয়া হ'ল।

বিষয় ঃ— সময় ঃ—

**শিল্পৰ কাম—**

প্ৰথম বৰ্গৰ পৰা তৃতীয় বৰ্গলৈ ... প্ৰতিদিন ১½ ঘণ্টা।

চতুৰ্থ আৰু পঞ্চম বৰ্গত ... ... ... ... প্ৰতিদিন ২ ঘণ্টা।

ষষ্ঠ বৰ্গৰ পৰা অষ্টম বৰ্গলৈ ... ... প্ৰতিদিন ৩ ঘণ্টা।

মাতৃভাষা ... ... ... ... ... ... ... প্ৰতিদিন ৪০ মিনিট।

সমাজ-বিজ্ঞান আৰু সাধাৰণ বিজ্ঞান ...... প্ৰতিদিন ১ ঘণ্টা।

গণিত .... ... ... ... ... ... ... ... প্ৰতিদিন ৩০ মিনিট।

চিত্ৰকলা ... ... ... ... ... ... ... ... প্ৰতিদিন ৩০ মিনিট।

শাৰীৰিক ব্যায়াম ... ... ... ... ... প্ৰতিদিন ২০ মিনিট।

ওপৰত দেখুওৱা কোনো এটা বিষয়ৰ সময় নিতৌ তাৰ বাবে সেই নিৰিখে দিব নালাগে; কিন্তু গোটেই সপ্তাহটোৰ ভিতৰত গড়ে নিতৌ এইখিনি সময় দিবলৈ লক্ষ্য ৰাখিব লাগে। যেনে, সমাজ-বিজ্ঞান আৰু সাধাৰণ বিজ্ঞানৰ বাবে সপ্তাহটোত ৪০ মিনিটৰ ৯ পিৰিয়ড থাকিলে নিতৌ গড়ে ৫০ মিনিটকৈ হব।

শিল্পৰ কাৰণে নিৰ্দ্ধাৰিত সময়খিনি যে প্ৰকৃত কামৰ কাৰণেই লাগিব এনেকুৱা নুবজায়; শিক্ষক আৰু ছাত্ৰৰ দ্বাৰা কামৰ পৰিকল্পনা, সমন্বিত জ্ঞান (Correlation), শিক্ষাৰ উদ্দেশ্য, শিল্প-কামৰ ভিতৰত অৱতাৰণা কৰা অন্যান্য মনোৰঞ্জনক আৰু অন্যান্য বিষয়ত দিয়া সময়ো তাৰ ভিতৰত পৰিব।

সাধাৰণতে শিল্পৰ গোটেই কামখিনি একেৰাহে বা একে বাৰতে হব নালাগে; কিন্তু এবাৰৰ নিম্নতম সময় ৩০ মিনিটৰ কম হব নালাগে।

ল'ৰা-ছোৱালীবোৰক সাধাৰণতে এটা শিল্পৰ জৰিয়তে শিক্ষা দিব লাগে; কিন্তু পৰিবৰ্ত্তনৰ নিমিত্তে আৰু আনুষঙ্গিক কাম হিচাপে অন্যান্য শিল্পৰ লগতো সিহঁতৰ পৰিচয় হব লাগে। যেনে, বুনিয়াদী বিদ্যালয়ৰ সকলো ল'ৰা-ছোৱালীয়ে সাধাৰণ বাগিচাৰ কাম কৰিব লাগে, বিশেষকৈ যেতিয়া বিদ্যালয়বোৰ গাৱঁৰ মাজত অৱস্থিত।

শাৰীৰিক ব্যায়ামৰ কাৰণে ধৰা সময়ৰ উপৰিও অৱস্থা অনুসৰি বিদ্যালয়ৰ সময়ৰ ভিতৰত নাইবা বাহিৰত সু-সংবদ্ধ খেলৰ ব্যৱস্থা থাকিব পাৰে; কিন্তু এইবোৰত ক্লান্তিৰ বিষয়টোও বিবেচিত হব লাগে। গতিকে শাৰীৰিক শিক্ষা সাধাৰণতে বিদ্যালয়ৰ সময়ৰ আগ ভাগতে হোৱা আৱশ্যক।

---

* অসম বুনিয়াদী শিক্ষাৰ উপদেষ্টা সমিতিৰ দ্বাৰা নিৰ্দ্ধাৰিত।

# সূতা কটা আৰু বয়ন

## —প্ৰথম বৰ্গ—

যি ঠাইত কপাহৰ খেতি হয় তাত ল'ৰা-ছোৱালীয়ে শিক্ষকৰ সহায়ত কপাহ ধুনা কাম বাদ দি কপাহ তোলাৰ পৰা কাপোৰ বোৱাৰ প্ৰাথমিক প্ৰক্ৰিয়ালৈ যাবতীয় কাম কৰিব। কপাহ ধুনা কাম বুনিয়াদী বিদ্যালয়ৰ বয়সস্থ ল'ৰা-ছোৱালীয়েহে কৰিব।

কাৰ্য্য-প্ৰণালী—

(১) কপাহ তোলা, হাতৰ আঙুলি আৰু শলা-নেওঠনীৰে কপাহৰ গুটি গুচোৱা।

(২) কপাহৰ খেতি নোহোৱা ঠাইত ল'ৰা-ছোৱালীয়ে কপাহ তোলা আৰু গুটি গুচোৱাৰ পৰিবৰ্ত্তে কপাহ চাফ কৰিব আৰু ধুনিবলৈ কপাহ প্ৰস্তুত কৰিব।

(৩) ধুনা কপাহ আৰু হাতৰ আঙুলিৰে চন্দিওৱা কপাহৰ পাঁজি তৈয়াৰ কৰা।

(৪) টাকুৰীৰে সূতা কটা।

(৫) সূতা মেৰিওৱা।

কামৰ নিৰ্দ্ধাৰিত মান—

কাৰ্য্য দিন ... ... ... ... ... ২০০

শিল্প-কামৰ সময়ৰ গড় ... প্ৰতিদিন ১½ ঘণ্টা

{ সূতা কটাৰ কাৰণে ১ ঘণ্টা
{ অন্যান্য প্ৰতিক্ৰিয়াৰ কাৰণে ½ ঘণ্টা }

কামৰ মুঠ ঘণ্টা ... ... ... ৩০০

নিম্নতম উৎপাদনৰ গড় ... ... এঘণ্টাত ৪০ টাঁৰ

বাৰ্ষিক উৎপাদন ... ... ... শিশুই প্ৰতি ১২½ নেছা

(পকোৱা সূতা ৬ নেছাৰ সমান)

সূতাৰ হবলগীয়া গুণ—

| | | | |
|---|---|---|---|
| সূতাৰ নম্বৰৰ গড় | ... | ৮-১০ | |
| দৃঢ়তা ... | ... ... | শতকৰা | ৬০ |
| সমানতা | ... ... | ,, | ৬০ |
| অপচয় | ... ... | ,, | ৫ |

প্ৰথম বছৰত ল'ৰা-ছোৱালীয়ে সূতাৰ পৰিমাণতকৈ বৰং গুণৰ ফালেহে বেছি মনোযোগ দিব লাগে। সূতাৰ দৃঢ়তা আৰু সমানতাৰ ফালে বিশেষ মনোযোগ দিব লাগে।

## শিল্প-কামৰ সমন্বিত জ্ঞান

(ক) কপাহ্ বোৱাৰে পৰা কাপোৰ বোৱাৰ সমাপ্তিলৈকে বস্ত্ৰ উৎপাদন সম্বন্ধীয় সকলোবোৰ প্ৰক্ৰিয়াৰে সৈতে পৰিচয়।

(খ) কটা সূতা গণিবলৈ আৰু যোগ কৰিবলৈ সক্ষম হোৱা।

(গ) টাকুৰী ভাল নে বেয়া চিনা আৰু দেশীয় উপায়ে টাকুৰী তৈয়াৰ কৰা।

(ঘ) ভাল সূতা চিনি পোৱা

## —দ্বিতীয় বৰ্গ—

সাধাৰণতে এই বৰ্গতো প্ৰথম বৰ্গৰ নিচিনাকৈ কামৰ তালিকা হব। কিন্তু এই বৰ্গত কাৰ্য্য-দক্ষতাৰ মান আৰু বিভিন্ন প্ৰক্ৰিয়াৰ কাৰণ আৰু উদ্দেশ্য বিষয়ে বোধ বেচি ওখ ধৰণৰ হোৱা বাঞ্ছনীয়।

### ১। কপাহ্ নেওঠা

(খ) শলা নেওঠনী। (খ) হাতেৰে চন্দিওৱা

### ২। কপাহ ধুনা

আৱশ্যকীয় শাৰীৰিক বৃদ্ধিৰ পিচতহে শিশুক কপাহ্ ধুনিবলৈ দিব লাগে; বয়স আৰু বৰ্গ অনুযায়ী নহয়। যদি শিশুৱে আৱশ্যকীয় শাৰীৰিক শক্তি লাভ কৰিব পাৰিছে, তেনেহলে দ্বিতীয় বৰ্গৰ শেষ ভাগত সৰু, পাতল ধনু (হাত-ধনু) দিব পৰা যায়।

কামৰ নিৰ্দ্ধাৰিত গড় হিচাপ .........এঘণ্টাত এক তোলা।

### ৩। সূতা কটা

সাধাৰণতে ল'ৰা-ছোৱালীয়ে সূতা কাটিবলৈ টাকুৰী ব্যৱহাৰ কৰিব লাগে। যদি কোনো ল'ৰা বা ছোৱালীৰ উপযুক্ত ভাৱে শাৰীৰিক বৃদ্ধি হৈছে তেনেহলে সেই ল'ৰা বা ছোৱালীক দ্বিতীয় বছৰৰ শেষ ভাগত যঁতৰ ব্যৱহাৰ কৰিবলৈ দিব পৰা যায়। এই বৰ্গত বাওঁহাতেৰেও টাকুৰীৰে সূতা কটা অভ্যাস কৰাৰ লাগে আৰু প্ৰথম ভাগতে দ্ৰুত-গতিৰে সূতা কটা প্ৰণালী শিকোৱা উচিত।

কামৰ নিৰ্দ্ধাৰিত মান—

কাৰ্য্য দিন—২০০

শিল্প-কামৰ সময়ৰ গড়—প্ৰতিদিন ১½ ঘণ্টা।

কামৰ মুঠ ঘণ্টা—৩০০

নিম্নতম উৎপাদনৰ গড়—১২½ লেছা বা গুণ্ডী

বছৰৰ শেষত হ'বলগীয়া—টাকুৰীত এঘণ্টাত দক্ষতাৰ মান—৮০ টাঁৰ।

**সূতাৰ আৱশ্যকীয় গুণ**

সূতাৰ নম্বৰৰ গড়... ১০ৰ পৰা ১২ লৈ
ন্যূনতম দৃঢ়তা .... শতকৰা ৬০
সমানতা ... „ ৬০
অপচয় ... „ ৫

টোকা :—শিক্ষকে ছাত্ৰৰ সূতাৰ দৃঢ়তা, সমানতাৰ পিনে আৰু প্ৰক্ৰিয়াবোৰ বুদ্ধি খটাই বুজি লোৱাৰ পিনে বিশেষ মনোযোগ দিব লাগিব। এই বৰ্গৰ পৰাই ল'ৰা-ছোৱালীয়ে শিল্প কামৰ দৈনিক বিৱৰণ লিখি ৰাখিব পৰা হব লাগে।

## —তৃতীয় বৰ্গ—

য'ত কপাহৰ খেতি হয় তাত ল'ৰা-ছোৱালীয়ে কপাহ তোলাৰ পৰা কাপোৰ বোৱাৰ প্ৰাথমিক প্ৰক্ৰিয়ালৈ সকলোবোৰ প্ৰণালী বুদ্ধি খটাই অভ্যাস কৰিব। য'ত কপাহৰ খেতি নহয় তাতা দ্বিতীয় বৰ্গৰ নিচিনাকৈ কপাহৰ গুটি গুচোৱা, ধুনিবলৈ কপাহ তৈয়াৰ কৰা আদি কামেৰে শিল্পৰ কাম আৰম্ভ হব। এই বৰ্গৰ ল'ৰা-ছোৱালীয়ে সৰু ধনুৰে কপাহ ধুনিবলৈ আৰম্ভ কৰিব পাৰে; কিন্তু এই বিষয়ে উপযুক্ততা নিৰূপণ কৰিব ছাত্ৰৰ বৰ্গই নহয়, তাৰ দৈহিক বৃদ্ধিয়েহে। স্থানীয় ভাৱে পোৱা যায় এনে যি-কোনো যঁতৰ নাইবা য়াৰবেদা চৰ্খাই এই বৰ্গৰ সূতা কটাৰ প্ৰধান আহিলা হব। টাকুৰীত অন্ততঃ আধাঘণ্টাকৈ সূতা কাটি ল'ৰা-ছোৱালীয়ে টাকুৰীত কটাৰ দক্ষতা লাভ কৰিব পাৰিব।

এই বৰ্গৰ ল'ৰা-ছোৱালীয়ে নিজ নিজ শিল্প-কামৰ দৈহিক, সাপ্তাহিক আৰু মাহিলি হিচাপ (ৰেকৰ্ড) লিখি ৰাখিব। বছৰৰ শেষৰ পিনে সিহঁতে সূতাৰ নম্বৰ উলিয়াবলৈ সমৰ্থ হব লাগিব।

**কামৰ নিৰ্দ্ধাৰিত মান**

কাৰ্য্য দিন—২০০।
শিল্প-কামৰ সময়ৰ গড়—প্ৰতিদিন ১½ ঘণ্টা
কামৰ মুঠ ঘণ্টা—৩০০।
ন্যূনতম উৎপাদন গড়—৩৫ নেছা বা গুণ্ডী।
বছৰৰ শেষত পাবলগীয়া—কপাহ ধুনা-সৰু ধনুৰে।
দক্ষতাৰ মান—প্ৰতি ঘণ্টাত ২½ তোলা।
টাকুৰীত সূতা কটা—প্ৰতি ঘণ্টাত ৬০ টাঁৰ।
যঁতৰত সূতা কটা—প্ৰতি ঘণ্টাত ১০০ টাঁৰ।

### সূতাৰ আৱশ্যকীয় গুণ

| | | |
|---|---|---|
| সমানত— | শতকৰা | ৭০ |
| ন্যূনতম দৃঢ়তা— | ,, | ৬০ |
| উচ্চতম অপচয়— | ,, | ৪ |

### শিল্প কাম সম্বন্ধে আৱশ্যকীয় সমন্বিত জ্ঞান

১। ঠিক মতে ধুনা কপাহ চিনি পোৱা।

২। সূতাৰ নম্বৰ উলিওৱা।

৩। যঁতৰৰ বেলেগ বেলেগ অংশবোৰ আৰু সেইবোৰৰ কাম সম্বন্ধীয় জ্ঞান।

৪।কপাহ ধুনা ধনুৰ বেলেগ বেলেগ অংশবোৰ আৰু সেই বোৰৰ কাম সম্বন্ধে জ্ঞান।

## —চতুৰ্থ বৰ্গ—

য'ত কপাহৰ খেতি হয় তাত ল'ৰা-ছোৱালীয়ে কপাহ তোলাৰ পৰা কাপোৰ বোৱাৰ প্ৰাথমিক প্ৰক্ৰিয়ালৈ সকলোবোৰ কথা শিকিব।

১। কপাহৰ গুটি পচোৱা ঃ—দ্বিতীয় আৰু তৃতীয় বৰ্গৰ অনুৰূপ।

২। কপাহ ধুনা ঃ—সৰু ধনুৰে আৰু যুদ্ধ পিঞ্জন, নাইবা মধ্যম পিঞ্জনেৰে (ধনুৰে)

৩। সূতা কটা ঃ—স্থানীয় হিচাপে পাব পৰা স্থানীয় যঁতৰত নাইবা য়াৰবেদা চৰ্খাত।

**কামৰ নিৰ্দ্ধাৰিত মান**

কাৰ্য্য দিন—২০০।

কামৰ সময়ৰ গড় হিচাব—যঁতৰ আৰু টাকুৰীৰে দৈনিক ১ ঘণ্টা। আনুষঙ্গিক প্ৰক্ৰিয়াবোৰ, যেনে—কপাহ নেওঠা, কপাহ ধুনা, সৰঞ্জামবোৰ ব্যৱহাৰৰ উপযোগী কৰা আৰু মাল তৈয়াৰ কৰা ইত্যাদিত ১ ঘণ্টা (মুঠ দৈনিক ২ ঘণ্টা)

কামৰ মুঠ ঘণ্টা—৪০০

নিম্নতম উৎপাদনৰ গড়—৪৫ নেছা বা গুণ্ডী।

বছৰৰ শেষত পাবলগীয়া দক্ষতাৰ মান—কপাহ ধুনা—যুদ্ধ পিঞ্জনেৰে (ধনুৰে) প্ৰতি ঘণ্টাত ৩½ তোলা, মধ্যম ধনুৰে প্ৰতি ঘণ্টাত ৫ তোলা।

### সূতাৰ আৱশ্যকীয় গুণ

নম্বৰৰ গুণ— ১৬ৰ পৰা ২০ লৈ।

দৃঢ়তা—শতকৰা ৬০

সমানতা—,, ৬০

**বস্ত্ৰত স্বাৱলম্বন**

এই বৰ্গৰ পৰা ওপৰলৈ ল'ৰা-ছোৱালীয়ে নিজৰ কাপোৰৰ বাবে আৱশ্যকীয় সূতা কাটিব পাৰিব লাগিব আৰু শিক্ষকৰ সহায়ত সিহঁতে নিজৰ পোছাক হাতেৰে মেৰামতি আৰু সিলাই কৰিবলৈ সমৰ্থ হ'ব লাগিব।

**শিল্প কাম সম্বন্ধে আৱশ্যকীয় সমন্বিত জ্ঞান**

(ক) সূতাৰ নম্বৰ উলিওৱা।

(খ) দৈনিক, সাপ্তাহিক আৰু মাহিলি হিচাপ (ৰেকৰ্ড) ৰখা (ব্যক্তিগত আৰু গোটেই বৰ্গৰ)।

(গ) বৰ্গৰ গতিৰ গড় আৰু নম্বৰৰ গড় উলিওৱা।

(ঘ) ব্যক্তিগত আৰু গোটেই বৰ্গৰ সূতা কটাৰ গতিৰ ৰেখা-চিত্ৰ (গ্ৰাফ্) প্ৰস্তুত কৰা।

(ঙ) অসমৰ কপাহৰ ভূগোল সম্বন্ধে সবিশেষ জ্ঞানেৰে সৈতে ভাৰতৰ কপাহৰ ভূগোল বিষয়ে প্ৰাথমিক জ্ঞান।

**—পঞ্চম বৰ্গ—**

য'ত কপাহৰ খেতি হয় তাত ল'ৰা-ছোৱালীয়ে কপাহ তোলাৰ পৰা বয়নলৈ সকলোবোৰ প্ৰক্ৰিয়া শিকিব। যেনে ঃ—

১। কপাহ তোলা।

২। এবছৰৰ কামৰ বাবে কপাহ নাইবা গুটি গুচোৱা, কপাহ সঞ্চয় কৰা।

৩। কপাহৰ গুটি গুচোৱা—

(ক) শলা-নেওঠনীৰে (খ) হাত-নেঁওঠনীৰে। ৪। কপাহ চন্দিওৱা।

৫। কপাহ ধুনা—কামৰ মান হ'ব গড়ে এঘণ্টাত ৫ তোলা ধুনা।

৬। সূতা কটা—

(ক) স্থানীয় যঁতৰ নাইবা য়াৰবেদা চৰ্খাৰে। গড় হিচাবে হ'বলগীয়া কামৰ মান—গতি—প্ৰতি ঘণ্টাত—২০০ টাঁৰ, নম্বৰ —১৬ ৰ পৰা ৩০ লৈ।

(খ) মিহি সূতা কটা—অন্ধ্ৰ পদ্ধতি মতে কপাহ প্ৰস্তুত কৰা।

গড় হিচাবে হ'ব লগীয়া কামৰ মান—গতি—প্ৰতি ঘণ্টাত ১০০ টাঁৰ।

৭। বয়নৰ আৰম্ভণ।

৮। সৰু আৰু ডাঙৰ মাল তৈয়াৰ কৰা।

৯। গোটেই বিদ্যালয়ৰ কাৰণে শিল্পৰ সৰঞ্জাম আৰু বয়-বস্তুৰ ভঁৰাল ৰখা।

**কামৰ নিৰ্দ্ধাৰিত মান—**

কাৰ্য্য দিন—২০০

শিল্প-কামৰ সময়ৰ গড় হিচাব—টাকুৰী আৰু যঁতৰেৰে—১ ঘণ্টা। কপাহ ধুনা আৰু অন্যান্য প্ৰক্ৰিয়াৰ কাৰণে ১ঘণ্টা, মুঠতে দৈনিক ২ ঘণ্টা।

কামৰ মুঠ ঘণ্টা—৪০০

বছৰৰ উৎপাদন—যঁতৰেৰে ৬০ নেছা গুণ্ডী।

টোকা ঃ—যি-বোৰ বিদ্যালয়ৰ ছাত্ৰ আৰু শিক্ষকে নিজকে জোৰাকৈ কাপোৰ উৎপাদন কৰি স্বাবলম্বী হোৱাটোকে লক্ষ্য কৰি লয়, সি-বোৰত পঢ়াশলীয়া সময়ৰ বাহিৰেও এঘণ্টাকৈ সূতা কাটিলে প্ৰত্যেকেই বছৰটোত অন্ততঃ অতিৰিক্ত ৭৫ নেছা সূতা পাব পাৰিব।

### বস্ত্ৰত স্বাবলম্বন

(ক) নিজৰ আৰু পৰিয়ালবৰ্গৰ আৱশ্যকীয় বস্ত্ৰৰ আনুমানিক হিচাপ তৈয়াৰ কৰা। (খ) নিজৰ বাবে এবছৰৰ পোছাকৰ কাৰণে সূতা কটা। (গ) গাৱঁৰ কাৰণে আৱশ্যকীয় বস্ত্ৰৰ আনুমানিক হিচাপ তৈয়াৰ কৰা। (ঘ) গাৱঁৰ বস্ত্ৰ স্বাবলম্বনৰ কাৰ্য্যক্ৰমত সহায় কৰা।

### শিল্প-কাম সম্বন্ধে আৱশ্যকীয় সমন্বিত জ্ঞান

(ক) সূতাৰ নম্বৰ, দৃঢ়তা আৰু সমানতা ঠিক কৰা। (খ) বৰ্গ আৰু গোটেই স্কুলৰ কাৰণে শিল্প-কামৰ দৈনিক, সাপ্তাহিক আৰু মাহিলী হিচাপ লিখি ৰখা। (গ) বিভিন্ন প্ৰকাৰৰ যঁতৰ, কপাহ-ধুনা ধনু আৰু নেওঠা সৰঞ্জামবোৰৰ তুলনামূলক পৰ্য্যালোচনা কৰা। (ঘ) নিজ ৰাজ্য, দেশ আৰু পৃথিবীৰ কপাহৰ বিষয়ে অধ্যয়ন কৰা। (ঙ) বিভিন্ন প্ৰকাৰ কপাহৰ অধ্যয়ন আৰু কোন কপাহৰ পৰা কিমান সূতা কাটিব পৰা যায় তাৰ হিচাপ নিৰূপণ কৰা। (চ) দৰকাৰী হিচাপ—যেনে অপচয়ৰ শতকৰা হাৰ ইত্যাদি। (ছ) নেওঠা, ধুনা, আৰু কটাৰ যন্ত্ৰ সম্বন্ধীয় জ্ঞান। (জ) বয়ন সংক্ৰান্ত সৰল হিচাপ। (ঝ) আদিম কালৰ পৰা বৰ্ত্তমান সময়লৈকে ভাৰতৰ বয়ন-শিল্প খাদী-শিল্পৰ ইতিহাস।

### —ষষ্ঠ বৰ্গ—

য'ত কপাহৰ খেতি কৰিব পৰা যায় তাত ছাত্ৰ-ছাত্ৰীয়ে শিক্ষকৰ সহায়ত পৰিবাৰবৰ্গক আৰু গাৱঁক বস্ত্ৰ যোগান সম্বন্ধে স্বাবলম্বী কৰা ভাৱধাৰাৰে সৈতে কপাহ তোলাৰ পৰা বয়নলৈ সকলোবোৰ প্ৰক্ৰিয়া শিকিব।

প্ৰক্ৰিয়াবোৰ—

(ক) প্ৰথম বৰ্গৰ পৰা পঞ্চম বৰ্গলৈ লিয়া কামৰ অনুবৃত্তি। দৈনিক আধাঘণ্টাকৈ যঁতৰেৰে সূতা কাটিব। (খ) সূতাৰ শ্ৰেণী বিভাগ। (গ) সূতা দৃঢ়তাখিনিকে পৰেখো। (ঘ) সূতা মেৰিওৱা; (ঙ) চেকেৰীত সূতা লোৱা। (চ) সূতাৰ মূৰ জোৰা লগোৱা। (ছ) পুৰণি প্ৰণালীৰে বাতি কঢ়া অৰ্থাৎ খোজ কাঢ়ি

আৰু দ্ৰাম প্ৰণালী। (জ) বিস্তাৰ আৰু বিভাগ কৰা। (ঝ) আয়তন বা আকাৰ অনুযায়ী সজোৱা। (ঞ) ডবল বয়ন। (ট) তাঁত-শাল ব্যৱহাৰৰ উপযোগী কৰা।

কামৰ নিৰ্দ্ধাৰিত মান—

কাৰ্য্য দিন—১০০

শিল্প-কামৰ সময়ৰ গড় হিচাপ—প্ৰতিদিন ৩ ঘণ্টা।

কামৰ মুঠ ঘণ্টা—৬০০

ন্যূনতম উৎপাদনৰ গড়—৪০ নেছা বা গুণ্ডী।

(দৈনিক এঘণ্টাত ২৫০ টাঁৰ হিচাপে)

বছৰেকীয়া উৎপাদন—৬০ গজ সাধা কাপোৰ।

—সপ্তম বৰ্গ—

ষষ্ঠ বৰ্গৰ কামৰ অনুবৃত্তি।

কামৰ নিৰ্দ্ধাৰিত মান—

কাৰ্য্য দিন—ষষ্ঠ বৰ্গৰ অনুৰূপ।

শিল্প-কামৰ সময়ৰ গড় হিচাপ—ষষ্ঠ বৰ্গৰ অনুৰূপ।

বছৰৰ উৎপাদনৰ গড় হিচাপ—ষষ্ঠ বৰ্গৰ অনুৰূপ।

(সাধা আৰু চিত্ৰিত দুয়ো বিধ)

—অষ্টম বৰ্গ—

ষষ্ঠ বৰ্গৰ কামৰ অনুবৃত্তি আৰু কাপোৰ ৰং কৰা।

কামৰ নিৰ্দ্ধাৰিত মান—

কাৰ্য্যদিন—সপ্তম বৰ্গৰ অনুৰূপ।

শিল্প-কামৰ সময়ৰ গড় হিচাপ— সপ্তম বৰ্গৰ অনুৰূপ।

বছৰৰ উৎপাদনৰ গড় হিচাপ—৪০ গজ সৰল বয়নৰ সাধা আৰু ডিজাইন থকা কাপোৰ। ৬০ গজ ডবল বয়নৰ উন্নত ধৰণৰ ডিজাইন থকা কাপোৰ।

গতি—৩ ঘণ্টাত ১½ গজ সৰল বয়নৰ কাপোৰ।

৩ ঘণ্টাত ৩½ গজ ডবল বয়নৰ কাপোৰ।

# বাগিচা আৰু কৃষি

প্ৰথম পাঁচ বছৰত নিৰীক্ষণেই শিক্ষাৰ প্ৰধান মাধ্যম হ'ব, আৰু নিম্নলিখিত বিশদ বৰ্ণনাৰ প্ৰয়োগ সকলো বৰ্গতে হ'ব। অৱশ্যে উচ্চ বৰ্গবোৰৰ কাৰণে নিৰীক্ষণ উন্নত ধৰণৰ হ'ব লাগিব।

## প্ৰথম বৰ্গ

এই বৰ্গৰ নিৰীক্ষণেই প্ৰধান কাম।

প্ৰথম আৰু দ্বিতীয় বৰ্গৰ কাৰণে একো ডোখৰ পূৰ্ব্ব-প্ৰস্তুত মাটি দিয়া হ'ব।

### ১। নিৰীক্ষণ

বহিৰ্ভ্ৰমণ ১। নিজ ঠাইৰ চাৰিওফালে বেৰি থকা ঠাইত, বিশেষকৈ সৌন্দৰ্যপূৰ্ণ আৰু চিত্তাকৰ্ষক ঠাইবোৰত ভ্ৰমণ।

(ক) প্ৰাকৃতিক দৃশ্যৰ সৌন্দৰ্য্য ভাল পোৱা আৰু তাৰ মোল বুজা। (খ) গাৱঁলীয়া অঞ্চলৰ সাধাৰণ সংস্থাপন, তাৰ আওগৰীয়া ঠাই আৰু বৰষুণত হোৱা মাটিৰ স্থানান্তৰ ইত্যাদিবোৰ নিৰীক্ষণ।

### ২। স্থানীয় বজাৰ চোৱা

(ক) স্থানীয় ভাবে গাৱঁত কি কি আৱশ্যকীয় শাক-পাচলি আৰু শস্য উৎপন্ন হয় আৰু কোন কোন বিধ বাহিৰৰ পৰা আমদানী হয় সেই বিষয়ে জানি বুজি লোৱা।

(খ) ভিন্ ভিন্ ঋতুত হোৱা ভিন্ ভিন্ প্ৰকাৰৰ ফল, শাক-পাচলি আদিৰ বিষয়ে জনা।

### ৩। গাৱঁলীয়া পথাৰ আৰু বাগিচা পৰিদৰ্শন

(ক) কাম কৰা অৱস্থাত খেতিয়কক নিৰীক্ষণ।

(খ) বেলেগ বেলেগ ঋতুত হোৱা ফল, ফুল আৰু শাক-পাচলিৰ নিৰীক্ষণ।

(গ) ভিন্ ভিন্ অৱস্থাত হোৱা শস্যবোৰ তুলনা কৰা, যেনে—অৱস্থিতি অনুসাৰে পানী, ৰ'দ, বতাহ আদিৰ তাৰতম্য।

(ঘ) ঘাঁহ-বন আৰু শস্যৰ বৃদ্ধিৰ ওপৰত তাৰ প্ৰভাৱ নিৰীক্ষণ।

(ঙ) শস্যৰ ওপৰত পৰা চৰাই, কীট-পতঙ্গ আদি নিৰীক্ষণ।

### ৪। ফুলৰ বাগিচা আদিৰ নিৰীক্ষণ

বিদ্যালয়ত বাগিচাৰ মাটিত আৰু পাত্ৰত গজা পুলিৰ অঙ্কুৰোদ্গম, বৃদ্ধি, ফুল ধৰা আৰু ফল ধৰা নিৰীক্ষণ কৰা।

(ক) বিভিন্ন অৱস্থাত, যেনে—পানীৰ পৰিমাণ, বায়ু, ৰ'দ, ৰতাহৰ চলাচল আদিৰ পাৰ্থক্যত গছপুলিবোৰৰ বৃদ্ধি বিজাই চোৱা।

(খ) ঘাঁহ-বনৰ নিৰীক্ষণ আৰু গছপুলিৰ বৰ্দ্ধনত তাৰ প্ৰভাৱ।

(ঘ) শস্যৰ ওপৰত পৰা চৰাই, কীট-পতঙ্গৰ নিৰীক্ষণ।

টোকা :—সম্ভৱ হলে ছাত্ৰ-ছাত্ৰীয়ে গৈ প্ৰদৰ্শন-মূলক খেতিপথাৰবোৰ চোৱা উচিত আৰু সেইবোৰত অনুসৰণ কৰা পদ্ধতি আৰু ফলাফলবোৰ গাৱঁলীয়া খেতি-পথাৰ আৰু বাগিচাবোৰৰ সৈতে তুলনা কৰি চোৱা উচিত।

## ব্যৱহাৰিক

১। পাত্ৰত গুটি সিঁচা—(ক) পাত্ৰ প্ৰস্তুত কৰা। (ই) গুটি সিঁচা (গ) লেবেল লগোৱা (নাম লিখা কাগজ লগোৱা)।

২। পানী দিয়া—(ক) পানী দিয়াৰ সময়। (খ) পানী দিয়াৰ প্ৰণালী, (মাত্ৰ সাধাৰণ প্ৰণালী)।

৩। মাটি সেমেকা কৰি ৰাখিবলৈ আৰু পুলিবোৰ ৰক্ষা কৰিবলৈ আধা-পচা ঘাঁহ, খেৰ, পাত আদিৰ ব্যৱহাৰ।

(ক) ওপৰত লিখা ব্যৱস্থা কেতিয়া আৰু কেনেকৈ কৰিব লাগে। (ক) তাৰ ব্যৱহাৰ আৰু আৱশ্যকতা।

৪। বন গুচোৱা—(ক) কেতিয়া আৰু কেনেকৈ গুচাব লাগে।

(খ) কেতিয়া আৰু কেনেকৈ বনবোৰ কামত লগাব লাগে। (পচন আৰু সেইজীয়া সাৰত)।

৫। আহিলা-পাতিৰ তত্ত্বাৱধান—(ক) কামৰ পিচত আহিলা-পাতি পৰিষ্কাৰ কৰা। (খ) আহিলা-পাতিৰ সাধাৰণ তত্ত্বাৱধান, সৰঞ্জাম ৰখা ঘৰ পৰিষ্কাৰ ভাৱে ৰখা।

## সৈদ্ধান্তিক (Theoretical) শিক্ষা

১। নিৰীক্ষণ আৰু কৰা কামৰ মৌখিক বৰ্ণনা (ৰিপৰ্ট)

২। গছৰ ভিন্ ভিন্ অংশ চিনা, যেনে মূল, শিপা, গা-গছ, পাত, ফুল, ফল।

৩। পশু, পক্ষী, গছ-গছনি আদিৰ বিষয়ে গল্প আৰু গীত।

# দ্বিতীয় বৰ্গ

## নিৰীক্ষণ

প্ৰথম বৰ্গৰ অনুৰূপ; কিন্তু অধিক বিস্তৃতভাৱে নিৰীক্ষণ কৰিব লাগিব।

## ব্যৱহাৰিক

১। বাকচ আৰু পাত্ৰত গুটি সিঁচা—(ক) শাৰী শাৰীকৈ গুটি সিঁচা। (খ)

গুটিবোৰৰ পৰা স্পৰ্শানুভৱৰ দ্বাৰা গুটিৰ গুণ কোৱা। (গ) গুটিবোৰৰ পৰা পূৰঠ নোহোৱা, নষ্ট হোৱা গুটিবোৰ আৰু মচলাবোৰ গুচোৱা।

২। সাৰ দিয়া—(ক) শস্যৰ মাটিত আৰু পামৰ চোতালত থকা সাৰৰ ব্যৱহাৰ। (খ) সাৰ দিয়া মাটিত আৰু সাৰ নিদিয়া মাটিত পৰীক্ষা চলোৱা আৰু দুয়ো ক্ষেত্ৰতে ফলাফল নিৰীক্ষণ কৰা।

৩। বন গুচোৱা—(ক) বন গুচোৱাত সতৰ্কতা। (খ) সাৰৰ গাঁতত বন-বোৰ পেলোৱা। (গ) এবিধ বা দুবিধ সাধাৰণ বন আৰু সিবোৰৰ কেনেকৈ প্ৰসাৰ বৃদ্ধি হয় তাক অধ্যয়ন কৰা।

(১) গুটি। (২) মাটিৰ তলৰ শিপা।

৪। মাটি সেমেকা কৰি ৰাখিবলৈ আৰু পুলিবোৰ ৰক্ষা কৰিবলৈ আধা-পচা ঘাঁহ, খেৰ, পাত আদিৰ ব্যৱহাৰ।

৫। পানী দিয়া।

৬। বীজ ক্ষেত্ৰৰপৰা আন ঠাইত ৰোৱা (স্থানান্তৰকৰণ)।

৭। শস্যৰ অনিষ্টকাৰী পোক দমন কৰা—শস্যৰ মহামাৰী হিচাপে পলুৰ (গুৰ পোকৰ) প্ৰাথমিক অধ্যয়ন।

৮। গুটি চয়ন আৰু সঞ্চয়।

৯। খাবৰ উপযোগী হোৱা শাক-পাচলি বাছি উলিওৱা।

১০। বাগিচা পৰিষ্কাৰ ভাবে ৰখা, সজোৱা আদি বিষয়ে সাধাৰণ সাৱধানতা, সঁজুলিবোৰৰ তত্ত্বাৱধান, ইত্যাদি।

### সৈদ্ধান্তিক শিক্ষা

১। কামৰ আৰু নিৰীক্ষণৰ সকলো কথাৰ মৌখিক বিৱৰণ।

২। গছৰ অংশবোৰৰ প্ৰাথমিক অধ্যয়ন।

৩। খাদ্য আৰু বস্ত্ৰৰ কাৰণে গছ-গছনিৰ ব্যৱহাৰ।

৪। সাৰৰ উৎপত্তি স্থান—পামৰ ঘৰৰ চোতালৰ সাৰ আৰু বাগিচা চাফ কৰাত জাবৰ-জোঁথৰবোৰ, ইত্যাদি।

## তৃতীয় বৰ্গ

### নিৰীক্ষণ

দ্বিতীয় বৰ্গৰ অনুৰূপ; কিন্তু অধিক বিশদ ভাবে।

### ব্যৱহাৰিক

১। বাগিচাত গুটি সিঁচা।"

২। গুটিৰ পৰা গজা পুলিবোৰ আন ঠাইত ৰোৱা।

(ক) কেনেকৈ তুলি আনিব লাগে। (খ) কিমান ফাঁক ৰাখিব লাগে। (গ) কেনেকৈ ৰুব লাগে। (ঘ) কেতিয়া পানী দিব লাগে। (ঙ) ৰ'দৰ পৰা কেনেকৈ ৰক্ষা কৰিব লাগে।

৩। বন গুচোৱা—(ক) বাগিচাৰ ঘাঁহ-বন চিনা। (খ) ঘাঁহ-বন নিকোৱাত সাৱধানতা।

৪। সাৰ দিয়া—(ক) বীজ-ক্ষেত্ৰত সাৰ দিয়া। (খ) সাৰৰ গাঁতৰ যত্ন লোৱা। বতাহ লাগিবলৈ লাৰি-চাৰি দিয়া। ব্যৱহাৰ কৰিবলৈ সাৰ স্থানান্তৰিত কৰাত সাৱধানতা অৱলম্বন কৰা।

৫। পানী দিয়া—(ক) বীজ-ক্ষেত্ৰত পুলি আৰু মাটিৰ কাৰণে পানী দিয়াত সাৱধানতা। (খ) বিভিন্ন প্ৰকাৰ পুলিৰ নিমিত্তে আৰু পুলিৰ বৃদ্ধিৰ বিভিন্ন অৱস্থাত পানী দিয়াৰ বিভিন্ন পদ্ধতি।

৬। পোক দমন—পলুৰ বিষয়ে অধ্যয়ন—বিদ্যালয়ত পলু পোহা।

৭। শস্য আহৰণ—ব্যৱহাৰৰ উপযোগী হোৱা সময়ত শাক-পাচলিৰ আহৰণ।

৮। বজাৰত বিক্ৰী কৰা—বজাৰত বিক্ৰী কৰাৰ কাৰণে শাক-পাচলি আৰু ফল মূলবোৰ সাজু কৰা আৰু বিধে বিধে সজোৱা।

### সৈদ্ধান্তিক শিক্ষা

১। নিৰীক্ষণ আৰু কৰা কামৰ বৰ্ণনা লিখা।

২। বাগিচাৰ মাটি আৰু তাৰ বিদ্যমান উপাদান, যেনে—বালি, বোকা, উদ্ভিদ পদাৰ্থ (মৌলেনা বা হিউমাচ) আদি বিষয়ে প্ৰাথমিক অধ্যয়ন।

৩। সাৰৰ কাৰণে ব্যৱহৃত উপাদান বা পদাৰ্থৰ জ্ঞান—গামৰ ঘৰৰ চোতালৰ সাৰ, বিদ্যালয় আৰু বাগিচাৰ পেলনীয়া বস্তু, জাবৰ-জোথৰ আদি।

৪।পানীৰ যোগান, বতাহ, ৰ'দ আৰু ৰক্ষণৰ ফালে লক্ষ্য ৰাখি বীজতলীৰ (নাচৰীৰ) কাৰণে স্থান নিৰ্ব্বাচন।

৫। কীট-পতঙ্গ অধ্যয়ন—পলু (শূৰপোক), তাৰ স্বভাৱ আৰু তাৰ জীৱন-চক্ৰ।

## চতুৰ্থ বৰ্গ

### নিৰীক্ষণ

আগৰ বৰ্গৰ অনুৰূপ; কিন্তু অধিক বিস্তৃত আৰু উন্নত ভাৱে।

### ব্যৱহাৰিক

১। বাগিচাৰ শাক-তলী, ৰাস্তা আৰু ফুলেৰে সীমা-ঘেৰা আদিৰ পৰিকল্পনা কৰা।

২। বাগিচাৰ ৰক্ষণাবেক্ষণ, ৰাস্তা জেওৰা ইত্যাদি।

৩। বীজ-ক্ষেত্ৰ তৈয়াৰ কৰা।

৪। ফুল আৰু শাক পাচলিৰ গুটি সিঁচা।

৫। গুটিৰ পৰা গজা পুলিবোৰৰ যত্ন—(ক) পানী দিয়া। (খ) বন গুচোৱা। (গ) পাতল কৰা। (ঘ) বীজ-ক্ষেত্ৰৰ পৰা আন ঠাইত ৰোৱা। (ঙ) ছাঁ দি ৰ'দৰ পৰা আৰু ছাই আদি ছটিয়াই কীট-পতঙ্গৰ পৰা ৰক্ষা কৰা।

৬। গুটি ভিন্ন আন উপায়ে উদ্ভিদৰ বংশ বৃদ্ধি, যেনে—আলু কাটি আৰু ডাল কাটি ৰোৱা।

৭। নেমু, সুমথিৰা, অমিতা, মধুৰিআম আদি ফলগছৰ পুলি এঠাইৰ পৰা তুলি নি আন ঠাইত ৰোৱা।

৮। পানী দিয়া—চাৰিওফালে খাৱৈ খান্দি নাইবা তেনেকুৱা আন সহজ প্ৰণালীৰে।

৯। বন গুচোৱা—বিভিন্ন উপায়ে বন গুচোৱা, যেনে—ভিন্ ভিন্ খেতিৰ বাবে খুৰপি আৰু কোৰ আদিৰ দ্বাৰা।

১০। বজাৰত বিক্ৰী কৰা—জোখ আৰু শ্ৰেণী বিভাগ কৰা।

১১। পোক পৰুৱা নিবাৰণ—সহজ উপায়ে শত্ৰুবোৰ নষ্ট কৰা, যেনে—পলু, কীট-পতঙ্গবোৰ একত্ৰাই আনি মাৰি পোলোৱা।

## সৈদ্ধান্তিক শিক্ষা

১। [illegible] আৰু কৰা কামৰ বৰ্ণনা (ৰিপৰ্ট) লিখা।

২। ঠাইৰ পৰিমাপে আৱশ্যকীয় সাৰৰ পৰিমাণ উলিয়াবলৈ ক্ষেত্ৰফল ঠিক কৰা। ৰাস্তাবোৰৰ বাবে কঙ্কৰৰ ব্যৱস্থা কৰা।

৩। মাটি অধ্যয়ন—(ক) মাটিৰ গঠনৰ প্ৰাথমিক অধ্যয়ন। (খ) বিভিন্ন প্ৰকাৰৰ মাটিৰ অধ্যয়ন, যেনে—বালিমাটি, আলটীয়া মাটি। (গ) মাটিত সাৰ দিয়াৰ ফলাফলৰ অধ্যয়ন।

৪। ঘাঁহ-বনৰ অধ্যয়ন—(ক) কেনেকৈ ঘাঁহ-বনে শস্য নষ্ট কৰে। ঘাঁহ-বন গুচোৱাৰ উপযুক্ত সময়। (গ) ঘাঁহ-বন গোটোৱা আৰু গাঁতত পেলাই দিয়া।

৫। বাগিচাৰ অনিষ্টকাৰী পোক আৰু কীট-পতঙ্গৰ দ্বাৰা শাক-পাচলি নষ্ট হ'বলৈ নিদিয়াৰ সহজ প্ৰণালী অধ্যয়ন।

৬। পানী সিঞ্চন—চাৰিওফালে খাৱৈ দিয়া নাইবা সাধাৰণ পানী আকৰ্ষক বৈজ্ঞানিক সঁজুলি ব্যৱহাৰ কৰা।

৭। বজাৰত বেচা—বেচিবলৈ গুণানুসাৰে শাক-পাচলি ভাগ ভাগ কৰি উলিওৱা ইত্যাদি।

৮। পুলিৰ পৰ্যালোচনা—অধিক বিস্তৃত ভাৱে পুলিৰ অংশবোৰৰ কামৰ অধ্যয়ন।

৯। গুটিৰ বাহিৰে অন্য উপায়ে গছৰ বংশ বৃদ্ধিৰ অধ্যয়ন, যেনে—মূল ৰোৱা, কলমৰ ডাল কাটি ৰোৱা।

১০। সঁজুলিবোৰৰ অধ্যয়ন—সিবোৰৰ আকৃতি আৰু কাম।

## পঞ্চম বৰ্গ

### নিৰীক্ষণ

আগৰ বৰ্গৰ অনুৰূপ; কিন্তু অধিক বিস্তৃত আৰু উন্নত ভাৱে।

### ব্যৱহাৰিক

১। ফুল আৰু শাক-পাচলিৰ কাৰণে বাগিচাত বিভিন্ন প্ৰকাৰৰ ভাগ ৰচান কৰা, মাটি খন্দা, মাটি ভঙা, জবকিওৱা, সাৰ দিয়া, কৰবলৈ ঠাই প্ৰস্তুত কৰা।

২। বীজ-ক্ষেত্ৰ ঠিক কৰা।

৩। সাৰ তৈয়াৰ কৰা—(ক) পচন-সাৰ প্ৰস্তুত কৰা। (খ) কৃষিৰ মাটিত সাৰ ৰক্ষা কৰা আৰু মলমূত্ৰ মিহলোৱা মাটি আদি ব্যৱহাৰ কৰা। (গ) মাটিৰ ওপৰত এচাম পচন-সাৰ পাৰি দিয়া। (ঘ) গৰু-ম'হৰ গোবৰ আৰু মূত্ৰেৰে জুলীয়া সাৰ তৈয়াৰ কৰা।

৪। পানী সিঞ্চন—(ক) চাৰিওফালে খাৱৈ দিয়া নাইবা আন বৈজ্ঞানিক সঁজুলি ব্যৱহাৰ কৰা। (খ) খেতিলৈ পানী বোৱাবলৈ সাধাৰণ পানীৰ নলা খন্দা।

৫। বন গুচোৱা।

৬। ৰোগ আৰু পোকৰ পৰা গছপুলি ৰক্ষা কৰা—(ক) হাতেৰে গছপুলিৰ পৰা পলুপোক গুচোৱা। (খ) গছপুলিৰ বেমাৰী অংশ ছিঙি আনি পুৰি পেলোৱা।

৭। যাদুঘৰৰ (Museum) কাৰণে নমুনা সংগ্ৰহ—ভিন্ ভিন্ প্ৰকাৰৰ মাটি, গুটি, ভূতত্ত্ব বিষয়ক নিদৰ্শন ইত্যাদি।

### সৈদ্ধান্তিক শিক্ষা

১। নিৰীক্ষণ আৰু কৰা কামৰ বৰ্ণনা লিখা।

২। মাটিৰ অধ্যয়ন—(ক) মাটিৰ উপাদান আৰু সিবোৰৰ গুণ। জৈৱ-পদাৰ্থ (হিউমাচ) আৰু কেনেকৈ ই গঠিত হয়। (খ) বিভিন্ন প্ৰকাৰৰ মাটি আৰু তাৰ নাম।

৩। বাগিচাৰ সঁজুলিবোৰৰ পৰ্য্যালোচনা—খুৰপি, কোৰ, জবকা ইত্যাদি। সিবোৰৰ আকৃতি, কাম আৰু উপযুক্ত ব্যৱহাৰ।

৪। সাৰ আৰু পচন-সাৰ তৈয়াৰ কৰাৰ অধ্যয়ন। পচন সাৰৰ উপাদান, পেলনীয়া বস্তু কি দৰে খহি জহি যায়, ইত্যাদি।

৫। পানী সিঞ্চন—(ক) পানী বোৱাই অনাৰ সাধাৰণ প্ৰণালীৰ অধ্যয়ন। (খ) সাধাৰণ পানী সিঞ্চন ব্যৱস্থাত ভিন্ ভিন্ প্ৰকাৰৰ মাটিত কি দৰে পানী শুহে তাৰ অধ্যয়ন।

৬। শস্যৰ অনিষ্টকাৰী পোক নিবাৰণ—এবিধ সাধাৰণ পোক সম্বন্ধে অধ্যয়ন, তাৰ স্বভাৱ আদি আৰু ইয়াৰ প্ৰতিৰোধক কি।

৭। গছ-গছনিৰ অধ্যয়ন—অধিক বিস্তৃত ভাৱে তাৰ অংশবোৰৰ পৰ্য্যালোচনা।

৮। যাদুঘৰৰ (Museum) কাৰণে নমুনা ঠিক কৰা আৰু লেবেল লগোৱা।

### পৰীক্ষা-মূলক কাম

বৰ্গৰ কোঠালীত কাপোৰ আৰু ব্লটিং কাগজত বিভিন্ন প্ৰকাৰৰ গুটি গজোৱা আৰু প্ৰথম গজোতে তাৰ গুৰি আৰু শিপা নিৰীক্ষণ কৰা।

## ষষ্ঠ বৰ্গ

এই বৰ্গত হালৰ ব্যৱহাৰৰ কাৰণে আগতে চাহ কৰা মাটি দিব লাগিব।

### ব্যৱহাৰিক

১। ধান, সৰিয়হ, মৰাপাট, মটৰ, উৰহী আদি শস্যৰ খেতি। (ক) সাৰ দিয়া। (খ) নাঙল চলোৱা। (গ) গুটি সিঁচা। (ঘ) মাটিত পৰ পৰ ভিন্ জাতীয় শস্য উৎপাদন আৰু বন গুচোৱা। (ঙ) শস্য চপোৱা। (চ) মৰণা মাৰা।

২। ৰোগ নিবাৰণ—কীট-পতঙ্গ আৰু বেমাৰ আদি দমন কৰাৰ পদ্ধতিবোৰৰ অভ্যাস।

৩। এখন খেতি-পথাৰ জৰীপ কৰা—পৰিকল্পনা কৰা আৰু বিভিন্ন ভাগত জোখা।

৪। গছৰ খেতি কৰা—গুটি, কলম আৰু লেয়াৰিং (layering) কৰি গছৰ বংশ বৃদ্ধি কৰা।

৫। পশু পালন—(ক) গৰুৰ গাখীৰ খীৰোৱা অভ্যাস কৰা। (খ) দানা খুওৱা আৰু গোহালীত ৰখা।

৬। বিদ্যালয়ৰ যাদুঘৰৰ কাৰণে সামগ্ৰী গোটোৱা।

৭। শস্যৰ গুণ আৰু বৃদ্ধিৰ তেজ অনুসাৰে গছ-পুলিৰ চিহ্নিত কৰা আৰু তাৰ পৰা গুটি সংগ্ৰহ কৰা।

## সৈদ্ধান্তিক শিক্ষা

১। সকলো কামৰ বিবৰণ (ৰেকৰ্ড) লিখি ৰখা। বাগিচা আৰু মাটিৰ ভাগবোৰৰ নক্সা আঁকা।

২। আগলৈ এবছৰৰ কামৰ পৰিকল্পনা কৰা।

৩। মাটিৰ বিষয়ে অধ্যয়ন—(ক) স্থানীয় মাটিৰ ভিন্ ভিন্ প্ৰকাৰ। (খ) আলটীয়া, বালি, মৌলেনাৰ (Humus) স্বাভাৱিক লক্ষণ।

৪। নাঙল আৰু তাৰ ভিন্ ভিন্ন ভাগ আৰু কামৰ বিষয়ে জ্ঞান।

৫। তৃণ-সাৰৰ অধ্যয়ন—কেনেকৈ ই তৈয়াৰ হয় আৰু মাটিৰ ওপৰত ই কিদৰে কাম কৰে। (ওপৰত উল্লিখিত মৌলেনাৰ লগত সম্বন্ধ ৰাখি)

৬। সাৰ প্ৰয়োগ, গুটি সিঁচা, শস্য সংগ্ৰহৰ সময়ত মাটি জোখা আৰু কালি উলিওৱা।

৭। জীৱ-জন্তুক দানা খুউৱা, গোহালীত ৰখা আৰু যত্ন লোৱাৰ সাধাৰণ নিয়ম।

৮। মুখ আৰু ভৰিৰ খুৰাৰ ৰোগ অধ্যয়ন। কেনেকৈ ইয়াৰ বিস্তাৰ হয়, ইয়াৰ লক্ষণ, চিকিৎসা আৰু নিবাৰণৰ উপায়।

৯। সূক্ষ্মভাৱে গছ-পুলিৰ অধ্যয়ন—কীট-পতঙ্গ, বতাহ আদিৰ দ্বাৰা পৰাগ সংযোগ।

১০। উৎপাদন—বিভিন্ন প্ৰকাৰৰ গছ-পুলিৰ কাৰণে ব্যৱহাৰ কৰিবলগীয়া প্ৰণালীবোৰৰ অধ্যয়ন।

১১। কৃষি সম্বন্ধীয় পুস্তিকা আৰু পত্ৰিকা পঢ়া।

১২। বিদ্যালয়ৰ যাদুঘৰৰ বস্তুবোৰ সজোৱা আৰু তাত লেবেল লগোৱা।

## পৰীক্ষা

১। গছে মূল আৰু শিপাৰে কেনেকৈ পানী টানে তাক দেখুৱা। (পানীৰ লগত ৰঙা চিঁয়াহী মিহলাই)

২। গছ-পুলিৰ ওপৰত পোহৰৰ প্ৰভাৱ দেখুৱা। (কিছুমান গছপুলি পোহৰত আৰু কিছুমান পোহৰ নপৰা ঠাইত ৰোপণ কৰি)

৩। শস্যাবৰ্ত্তন (Rotation of crops) বিষয়ে পৰীক্ষামূলক কাম সপ্তম আৰু অষ্টম বৰ্গত আৰম্ভ হব।

# সপ্তম বৰ্গ

## ব্যৱহাৰিক

১। বহল ভাৱে বাগিচাত শস্যৰ খেতি।

২। হাল বোৱা, দেশীয় হালৰ দ্বাৰা মাটি চাহ কৰা নিৰীক্ষণ। হাল খোলা আৰু জোতোৱা।

৩। মাটিৰ সাৰ সংৰক্ষণৰ বাবে পথাৰত শস্যৰ খেতি কৰা; যেনে—তৃণসাৰৰ (সেউজীয়া সাৰ) বাবে দ্বিদল (মাহ জাতীয়) শস্যৰ খেতি। (Logumes for green manure)

৪। এবিধতকৈ বেচি শস্যৰ উৎপাদন।

৫। সঁজুলিবোৰৰ সাৱধানতা আৰু সাধাৰণ মেৰামতি।

৬। ফল আৰু শাক-পাচলি নষ্ট নোহোৱাকৈ ৰখা; যেনে—শুকোৱা, লোণ সনা ইত্যাদি।

৭। ডেয়াৰীৰ কাম—(ক) গাখীৰ খীবোৱা আৰু গাখীৰ লাৰা-চাৰা কৰা পদ্ধতি। (খ) গৰু ম'হৰ সাধাৰণ চিকিৎসা। (গ) দানা খুওৱা আৰু গোহালীৰ ব্যৱস্থা।

৮। ফল-ফুলৰ গছৰ আগ কটা, জেওৰাৰ কাটা গছ আৰু সীমাৰ গছ-গছনি কটা।

৯। বিদ্যালয়ৰ যাদুঘৰৰ কাৰণে সামগ্ৰী সংগ্ৰহ কৰা।

১০। ষষ্ঠ বৰ্গত বাছি থোৱা গুটিৰ পৰা পৰীক্ষামূলক বাগিচা ভাগত গছ-পুলি জন্মোৱা। ভাল গছ বাছি পুনৰ চিন দি ৰখা আৰু তাৰ পৰা গুটি সংগ্ৰহ কৰা।

## সৈদ্ধান্তিক শিক্ষা

১। মস্কাৰে সৈতে কৰা কামৰ বিৱৰণ।

২। অহা বছৰৰ কাৰণে কামৰ পৰিকল্পনা কৰা (আৱৰ্ত্তন আদি)

৩। কৃষি কামৰ সাধাৰণ বিৱৰণ (ৰেকৰ্ড) আৰু হিচাপ ৰখা।

৪। পথাৰৰ আৰু বাগিচাৰ প্ৰধান শস্যবোৰৰ বিস্তৃত ভাৱে অধ্যয়ন।

৫। পথাৰ আৰু বাগিচাত হোৱা শস্যৰ আৱৰ্ত্তন (rotation)।

৬। পশু পালনৰ নীতি—প্ৰধান স্থানীয় জাতিবোৰ আৰু সিবোৰৰ আৱশ্যকীয় বিশেষ লক্ষণবোৰ পৰ্য্যালোচনা কৰা।

৭। গছ-গছনিৰ, বিশেষকৈ তাৰ ফল আৰু গুটি আৰু গুটিৰ সদ্ব্যৱহাৰ বিষয়ে জ্ঞান।

৮। জৰীপ, বাগিচাৰ ভিন্ ভিন্ ভাগৰ পৰিকল্পনা আৰু জোখ।

৯। ফল, শাক-পাচলি নষ্ট নোহোৱাকৈ ৰখা। উদাহৰণ স্বৰূপে ৰ'দত শুকোৱা আৰু লোণ সনা ইত্যাদি।

১০। গৰু-ম'হৰ সাধাৰণ ৰোগ আৰু তাৰ চিকিৎসা।

১১। কৃষি সম্বন্ধীয় পুস্তিকা আৰু পত্ৰিকা পঢ়া।

## পৰীক্ষামূলক কাম

বাগিচা আৰু পথাৰত তলত দিয়া বিষয়বোৰৰ পৰীক্ষামূলক কাম কৰিব লাগিব।

১। শস্যৰ আৱৰ্ত্তন।

২। কীট-পতঙ্গ আৰু কাঠফুলা নাশৰ ঔষধ প্ৰয়োগ।

৩। গুটি আৰু ফল সংৰক্ষণ।

## অষ্টম বৰ্গ

### ব্যৱহাৰিক

১। উন্নত ধৰণে পথাৰৰ শস্য উৎপাদন কৰা—হাল বোৱা, ডলি ভঙা, মৈ দিয়া, সাৰ দিয়া, গুটি সিঁচা, পানী সিঞ্চন, শস্য সংগ্ৰহ, মৰণা মৰা আৰু জাৰা।

২। হাট বজাৰৰ কাম, যেনে—শ্ৰেণী হিচাবে ভাগ কৰা, গাড়ীৰে নিবলৈ টোপোলা বা আঁটি বন্ধা, বিক্ৰী কৰা।

৩। গো-পালনৰ কাম—(ক) দানা খুওৱা—(১) ঘন দানা—চাউলৰ মল, ভুচি, খলিহৈ, কপাহৰ গুটি, ডাইলৰ ভুচি, খনিজ-বস্তু। (২) পেলাই দিয়া বস্তু—তুঁহ, খেৰ, ঘাঁহ। (খ) ঘৰৰ ব্যৱস্থা—ঘৰ পৰিষ্কাৰ কৰা। (গ) গৰু-ম'হৰ ৰোগ চিকিৎসা কৰা। (ঘ) দৈনিক উৎপন্ন হোৱা গাখীৰৰ পৰা মাখন, ঘি আৰু দৈ তৈয়াৰ কৰা। (ঙ) দৈনিক ব্যৱহাৰ কৰা বাচন-বৰ্ত্তন পৰিষ্কাৰ কৰা। (চ) ঘাঁহ খুওৱা, চাৰিবলৈ নিয়া।

৪। সপ্তম বৰ্গত বাছি থোৱা গুটি পৰীক্ষামূলক কাম চলোৱা বাগিচা ভাগত পচোৱা।

৫। উপৰোক্ত ভাগবোৰত হোৱা ভাল গছ-পুলিবোৰ বাছি লৈ চিন দি ৰখা আৰু তাৰ পৰা গুটি সংগ্ৰহ কৰা।

### সৈদ্ধান্তিক শিক্ষা

১। সৰু সৰু খেতি-পথাৰ আৰু বাগিচাৰ বাবে ৰখাৰ দৰে বিৱৰণ আৰু হিচাব ৰখা।

২। আগলৈ এবছৰৰ বাবে পৰিকল্পনা।

৩। শস্য উৎপাদনৰ নিয়মিত সময়ৰ ক্ৰম—শস্য সংগ্ৰহ, গৰু ম'হৰ পালন আৰু পেলনীয়া বস্তুৰ ব্যৱহাৰ ইত্যাদিৰ চক্ৰলৈ দৃষ্টি ৰাখি খেতি-পথাৰ আৰু বাগিচাক পৰস্পৰ সম্পূৰক ভাৱে একক ৰূপে অধ্যয়ন কৰা।

৪। দুগ্ধ শিল্প—(ক) গাখীৰৰ ব্যৱসায়। (খ) গৰু-ম'হৰ যত্ন আৰু উন্নতি সাধন। (গ) গৰু-ম'হৰ বংশ বৃদ্ধি সংক্ৰান্ত প্ৰাথমিক জ্ঞান। (ঘ) উন্নত ধৰণৰ সাধাৰণ গোহালী-ঘৰ সজাৰ পৰিকল্পনা।

৫। ভাৰতৰ অন্যান্য অংশৰ আৰু পৃথিৱীৰ খেতি সম্বন্ধে অধ্যয়ন। খেতি কৰাৰ উন্নত প্ৰণালী ইত্যাদি।

৬। সমবায় কিনা-বেচা সম্বন্ধে অধ্যয়ন।

৭। বতৰ আৰু জলবায়ু অধ্যয়ন ইত্যাদি।

## পৰীক্ষামূলক কাম

১। ভিন্ ভিন্ পৰিমাণৰ সাৰ প্ৰয়োগ কৰি গছ-পুলি গজোৱা।

২। পানী-সিঞ্চন—কিমানবাৰ আৰু কি পৰিমাণে পানী দিব লাগে।

৩। বাছি থোৱা গুটি গজোৱা আৰু ষষ্ঠ, সপ্তম, অষ্টম বৰ্গত তিনি বছৰৰ নিৰ্ব্বাচনৰ ফলাফলৰ অধ্যয়ন।

৪। শস্যাবৰ্ত্তন বিষয়ে পৰীক্ষামূলক কাম চলাই থকা।

---

# মাতৃ-ভাষা

## প্ৰথম বৰ্গ

১। স্পষ্টকৈ আৰু শুদ্ধকৈ উচ্চাৰণ কৰি পৰিষ্কাৰকৈ আৰু বাক্‌পটুতাৰে বিশুদ্ধ ভাষা কোৱা। এই অভিপ্ৰায়ে শিশুৰ যিকোনো পৰিচিত প্ৰসঙ্গ অবলম্বন কৰিব পৰা যায়।

২। পৰীৰ গল্প, গাৱঁলীয়া সাধুকথা, জীৱজন্তু আৰু প্ৰকৃতি সম্বন্ধীয় গল্প।

৩। অঙ্গি-ভঙ্গিৰে সৈতে সৰল কবিতাৰ আবৃত্তি।

৪। বিদ্যালয়ৰ নানা ৰকমৰ শিল্প-কামৰ বিষয়ে লিখন আৰু পঠনৰ আৰম্ভণ।

## দ্বিতীয় বৰ্গ

১। শিশুৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ ভিতৰৰ ঘটনাসমূহ সৰল আৰু শুদ্ধভাৱে বৰ্ণনা কৰা।

২। গল্প, আবৃত্তি আৰু ভাওনা কৰা।

৩। শিশুৰ পাৰিপাৰ্শ্বিক অৱস্থা সম্বন্ধীয় সহজ কিতাপ ডাঙৰ ডাঙৰকৈ পঢ়া। শব্দ-জ্ঞানৰ অধিক বৃদ্ধি হব লাগিব। নীৰৱে পঢ়া।

৪ সৰল-বাক্য লিখা; শ্ৰুতলিপি লিখা।

## তৃতীয় বৰ্গ

১। শিশুৰ পাৰিপাৰ্শ্বিক অৱস্থা সম্বন্ধীয় আৰু বুৰঞ্জী, জীৱনী, পৌৰাণিক-কাহিনী বিষয়ে অধ্যয়ন। শব্দ-জ্ঞানৰ অধিক বৃদ্ধি। নীৰৱে পঢ়া।

২। গল্প, আবৃত্তি আৰু নাট্যাভিনয়।

৩। নীৰৱে পঢ়া-কথা পুনৰায় লিখি বৰ্ণনা কৰা। সহজ চিঠি লিখা আৰু শিল্প সম্বন্ধীয় কামৰ বিবৰণ লিখা। দৈনিক কামৰ দিনলিপি (ডায়েৰী) লিখা। শ্ৰুতলিপি।

## চতুৰ্থ বৰ্গ

১। বৈজ্ঞানিক-নিৰীক্ষণ সম্পৰ্কীয় সহজ কিতাপ পঢ়া। শব্দ জ্ঞানৰ অধিক বৃদ্ধি। নীৰৱে পঢ়া।

২। আবৃত্তি আৰু নাট্যাভিনয়।

৩। নীৰৱে পঢ়া-কথা পুনৰায় লিখি বৰ্ণনা কৰা। চিঠি লিখা আৰু শিল্প সম্বন্ধীয় দিনলিপি আৰু মাহিলী ৰিপৰ্ট লিখা। শ্ৰুতলিপি।

## পঞ্চম বৰ্গ

১। শিল্প-বিজ্ঞানৰ কথা আদি বিষয়ে সহজ কিতাপ পঢ়া।

২। বাতৰি কাকত আৰু শিশু-পত্ৰিকা পঢ়া।

৩। আবৃত্তি আৰু নাট্যাভিনয়।

৪। অভিধানৰ ব্যৱহাৰ।

৫। বেহা-বেপাৰ সম্বন্ধীয় চিঠি লিখা; মণিঅৰ্ডাৰ আৰু টেলিগ্ৰামৰ ফৰ্ম্ম পূৰণ কৰা; বিদ্যালয়ৰ কামৰ ৰিপৰ্ট লিখা চলি থাকিব। দৈনিক কামৰ বিবৃত্তি (দিনলিপি) আৰু মাহিলী ৰিপৰ্ট লিখা। শ্ৰুতলিপি।

৬। সাহিত্যৰ মোল বুজা বা ৰস-জ্ঞান। শিক্ষকে গদ্য আৰু পদ্য সাহিত্যৰ পৰা উপযোগী অংশবোৰ নিৰ্ব্বাচন কৰিব।

৭। ব্যাকৰণৰ ব্যৱহাৰ।

৮। পুথি-ভঁড়ালৰ ব্যৱহাৰ।

## ষষ্ঠ বৰ্গ

১। সহজ সাহিত্য পঢ়া—সুপৰিচিত লিখকৰ গল্প, কবিতা আৰু ৰচনা।

২। আনুষঙ্গিক বিষয়বোৰৰ লগত সংশ্ৰৱ থকা কিতাপ পঢ়া।

৩। ব্যাকৰণৰ ব্যৱহাৰ।

৪। পুথি-ভঁড়ালত থকা উল্লিখিত উপাদনাবোৰৰ ব্যৱহাৰ।

৫। সমাচাৰ পত্ৰৰ খবৰৰ সংক্ষিপ্ত বিৱৰণ।

৬। সাহিত্য সমিতি গঠন কৰা—আবৃত্তি, নাট্যাভিনয়, দেৱাল-পঞ্জিকা (Wall Magazine), বিতৰ্ক সভা ইত্যাদি।

৭। দেৱাল-পঞ্জিকালৈ খবৰ, ৰিপৰ্ট, গল্প, কবিতা আদি পঠোৱা।

৮। দিনলিপি আৰু মাহিলি ৰিপৰ্ট লিখা।

## সপ্তম বৰ্গ

ষষ্ঠ বৰ্গত হোৱা বিষয়বোৰৰে সৈতে নিম্নলিখিত বিষয়বোৰ অন্তৰ্ভুক্ত কৰিব—

১। সামাজিক সুবিধাৰ কাৰণে চিঠি লিখা, যেনে—সম্পাদকলৈ। স্থানীয় সভালৈ।

২। কোনো বিশেষ অনুষ্ঠানত সংক্ষিপ্ত ভাষণ দিয়া।

৩। জাননী আৰু বিজ্ঞাপন তৈয়াৰ কৰা।

## অষ্টম বৰ্গ

এই বৰ্গত সপ্তম বৰ্গত হোৱা বিষয়বোৰ উন্নত ধৰণে শিকাব লাগিব।

---

# সমাজ বিজ্ঞান

## প্ৰথম বৰ্গ

১। স্থানীয় ইতিবৃত্ত

বিদ্যালয়খন থকা ঠাইৰ বিষয়ে বিদ্যমান গল্প, ঐতিহাসিক ধ্বংসাৱশেষ (যদি কিবা সেই ঠাইত আছে), ধৰ্ম্মস্থান ইত্যাদি।

২। আদিম কালৰ মানুহৰ বিষয়ে গল্প।

(ক) প্ৰস্তৰ যুগত বাসকৰা মানুহৰ কাল্পনিক কাহিনী।

(১) তেওঁলোকৰ আশ্ৰয়-স্থান—গহ্বৰ, গছ-নিবাস আদি।

(২) তেওঁলোকৰ পোছাক আৰু প্ৰকৃতিৰ পৰা ৰক্ষা—গছৰ পাত, গছৰ বাকলি, জন্তুৰ ছাল আদি।

(৩) তেওঁলোকৰ জীৱিকা—চিকাৰ, ভেড়া-ৰখীয়াৰ ভ্ৰাম্যমান জীৱন, কৃষিৰ আৰম্ভ।

(৪) তেওঁলোকৰ অস্ত্ৰাদি—কাঠ আৰু শিল।

(৫) আত্ম-প্ৰকাশৰ উপায়—কথাবাৰ্ত্তা আৰু ছবি অঁকা।

(৬) তেওঁলোকৰ পাৰিবাৰিক জীৱন।

(খ) তাম্ৰ আৰু লৌহযুগত বাসকৰা মানুহৰ কাল্পনিক কাহিনী।

(১) তেওঁলোকৰ বাসস্থান—আদিম যুগৰ ঘৰ।

(২) তেওঁলোকৰ পোছাক—উল, কপাহ আৰু পাট।

(৩) তেওঁলোকৰ জীৱিকা—কৃষিৰ বৃদ্ধি।

(৪) তেওঁলোকৰ অস্ত্ৰাদি—তাম, কাঁহ আৰু লো।

(৫) জুইৰ ব্যৱহাৰ।

(৬) তেওঁলোকৰ আত্ম-প্ৰকাশৰ উপায়—কথোপকথন, লিখা আৰু ছবি অঁকা।

(৭) তেওঁলোকৰ লগৰীয়া আৰু সহায়কাৰী—ঘোঁৰা, গৰু, কুকুৰ আদি।

(৮) সামাজিক জীৱনৰ আৰম্ভণ।

টোকা—উপৰোক্ত বিষয়বোৰ শিকাবৰ নিয়ম—গল্পৰ মাজেৰে আৰু ব্যৱহাৰিক কৰ্ম্মতৎপৰতাৰ মাজেৰে; যেনে—স্থানীয় যাদুঘৰ দেখা, গুহাত বাস কৰা মানুহৰ জীৱন বিষয়ে অভিনয়, গুহা আৰু অস্ত্ৰাদি নিৰ্ম্মাণ কৰা ইত্যাদি। যদি ওচৰতে কোনো ঐতিহাসিক স্থল আছে তেনেহলে সেইবোৰো দেখা উচিত।

৩। দূৰ দেশত বাস কৰা মানুহৰ জীৱন।

(ক) এই পৃথিৱীখন জলবায়ু, বহু বৰণৰ আৰু জাতিৰ মানুহেৰে বহু দেশ থকা এখন বিশাল ভূমি। (খ) তম্বুত বাস কৰা জীৱন—আৰবৰ মৰুভূমিত বাস কৰা বালকৰ কাহিনী।

(গ) জঙ্ঘলত বাসকৰা জীৱন—আফ্ৰিকাৰ জঙ্ঘলত বাসকৰা শিশুৰ কাহিনী। (ঘ) বৰফত বাসকৰা জীৱন—এস্কিমো জাতিৰ শিশুৰ কাহিনী।

এই বৰ্গত আৰু ইয়াৰ পিচৰ বৰ্গতো দিয়া এই গল্পবোৰৰ উদ্দেশ্য হৈছে শিশুসকলক এই কথাটো অনুভৱ কৰাত সহায় কৰা যে মানুহে বিভিন্ন পাৰিপাৰ্শ্বিকতাৰ মাজত বাস কৰে আৰু সেই গতিকেই মানুহৰ খাদ্য, পোছাক-পৰিচ্ছদ, বাসস্থান আৰু জীৱন-যাত্ৰাৰ পদ্ধতি ভিন্ন ভিন্ন হয়। শিক্ষকে চিত্ৰ, চাৰ্ট আৰু নক্সাৰ পূৰ্ণ ব্যৱহাৰ কৰিব আৰু শিশুসকলকো ছবি আঁকিবলৈ, কাগজ, ডাঠ বকলা আৰু মাটিৰে, গছৰ পাত আৰু ডালৰ সহয়েত নিদৰ্শন তৈয়াৰ কৰিবলৈ উৎসাহিত কৰিব। পদ্ধতিটো হ'ব—নিৰীক্ষণ আৰু কাৰ্য্য-তৎপৰতাৰ মাজেৰে জ্ঞান লাভ কৰোৱা। দৃষ্টিভঙ্গীটো হ'ব, ব্যক্তিগত—যাতে শিশুৱে গল্পৰ নায়কক নিজ বন্ধুৰ নিচিনা অনুভৱ কৰে, এই অংশৰ কাম আৰু মাতৃভাষা শিক্ষাৰ ভিতৰত ঘনিষ্ঠ সমন্বয় থাকিব লাগিব আৰু দুয়োটা বিষয়কে জোৰা লগাব লাগিব নাট্যাভিনয় আৰু গল্প কোৱাৰ মাজেৰে।

৪। নাগৰিক জীৱনৰ বাবে শিক্ষা।

(ক) শিশুৰ পঢ়াশলীয়া জীৱন—

তলত দিয়া কথাবোৰৰ মনোভাব আৰু অভ্যাসৰ উৎকৰ্ষৰ ফালে লক্ষ্য ৰাখি উপযুক্ত কৰ্ত্তব্য সমাধানৰ মাজেৰে নাগৰিকতাৰ শিক্ষা দিব। যদিও এই বিষয়বোৰ প্ৰথম বৰ্গতেই উল্লেখ কৰা হৈছে—য'ত আৰম্ভ মাত্ৰ হ'ব লাগে—তথাপি এইবোৰ পিচৰ বৰ্গবোৰতো চলি থাকিব। কিয়নো মনোভাব আৰু অভ্যাসৰ গঢ় দিওঁতে দৰাচলতে বহু সময়ৰ আৱশ্যক হয়।

## পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু স্বাস্থ্য বিধান

(১) ব্যক্তিগত পৰিষ্কাৰ পৰিচ্ছন্নতা।

(২) পোছাক-পৰিচ্ছদৰ পৰিষ্কাৰ পৰিচ্ছন্নতা।

(৩) পায়খানা আৰু প্ৰস্ৰাৱ কৰা ঠাইৰ উপযুক্ত ব্যৱহাৰ।

(৪) পেলনি যোৱা কাগজৰ পাঁচি আৰু আৱৰ্জনা পেলোৱা পাত্ৰৰ উপযুক্ত ব্যৱহাৰ।

(৫) স্কুলৰ কোঠালী আৰু বাচন-বৰ্তন থোৱা যতন পৰিষ্কাৰ কৰি ৰখা।

(৬) বিদ্যালয়ৰ খোৱা পানীৰ তত্ত্বাৱধান আৰু উচিত ব্যৱহাৰ।

(৭) বাৰাণ্ডা আৰু চোতাল পৰিষ্কাৰকৈ ৰখা।

## সামাজিক দায়িত্ব

(১) শিক্ষক আৰু বিদ্যালয়ৰ লগৰীয়াক লগ-পালে উপযুক্ত ভাৱে সম্ভাষণ জনোৱা।

(২) শুদ্ধ-ভাষা ব্যৱহাৰ কৰা।

(৩) ভদ্ৰভাৱে প্ৰশ্ন সোধা আৰু উত্তৰ দিয়া।

(৪) কথা কোৱাত আৰু অন্যান্য কামত নিজৰ পাল নপৰালৈকে অপেক্ষা কৰা।

(৫) পৰস্পৰে, বিশেষকৈ যিবিলাক সৰু সিবিলাকক সহায় কৰা।

## শিল্পৰ কাম

(১) শিল্পৰ সৰঞ্জাম আৰু আহিলা-পাতিৰ উপযুক্ত ব্যৱহাৰ।

(২) অন্যৰ সৈতে সৰঞ্জাম আৰু আহিলা-পাতি সমানে ভগোৱা।

(৩) সমষ্টি হিচাপে কাম কৰা।

(৪) পাল নপৰালৈ অপেক্ষা কৰা।

(৫) পৰিষ্কাৰ কৰিহে বৰ্গৰ কোঠালী ত্যাগ কৰা আৰু কামৰ পিচত সৰঞ্জাম আৰু অহিলা-পাতি যথা নিয়মে শৃঙ্খলাভাৱে ৰখা।

**নিম্নলিখিত গুণৰাশি খেলাৰ মাজেৰে আয়ত্ত কৰিব—**

(১) লগৰীয়াক প্ৰতাৰণা আৰু প্ৰৱঞ্চনা কৰাৰ পৰা বিৰত থকা; ন্যায়মতে খেলা।

(২) দুৰ্ব্বলৰ ওপৰত সুযোগ লোৱাৰ পৰা বিৰত থকা; মহানুভৱতা।

**নিৰ্দ্দিষ্ট দায়িত্ব পালন কৰা—**

ব্যক্তিগত হিচাপে বা সমষ্টিৰ এজন হিচাপে বিদ্যালয়ত প্ৰত্যেক শিশুৰ নিৰ্দ্দিষ্ট দায়িত্ব থাকিব লাগে। ৭ বছৰৰ পৰা ৯ বছৰ বয়সৰ ল'ৰা-ছোৱালীৰ কাৰণে নিম্নলিখিত দায়িত্বৰ নিৰ্দ্দেশ দিয়া যায়।

(১) বৰ্গৰ কোঠালী পৰিষ্কাৰ কৰা।

(২) বিদ্যালয়ৰ কম্পাউণ্ড (চৌহদ) পৰিষ্কাৰ কৰা।

(৩) বিদ্যালয়ৰ খোৱা পানীৰ যত্ন লোৱা।

(৪) বিদ্যালয়ৰ যাদুঘৰৰ কাৰণে পাত, ফুল, শিল, পানী, গছৰ বাকলি, কাঠ আদি সংগ্ৰহ কৰা।

(৫) উৎসৱৰ কাৰণে বিদ্যালয়ৰ ঘৰ সজোৱাত সহায় কৰা।

(৬) গাওঁবাসী আৰু বিদ্যালয়ৰ ছাত্ৰসকলক আমোদ-প্ৰমোদ দিয়া।

(৭) নতুন ছাত্ৰক সহায় কৰা।

(৮) জীৱ জন্তুৰ প্ৰতি মৰমীয়াল হোৱা আৰু যত্ন লোৱা।

(খ) শিশুৰ ঘৰুৱা জীৱন—

(১) গৃহ এখন শৃঙ্খলাবদ্ধ সমাজ য'ত প্ৰত্যেক জনৰ নিজৰ নিজৰ দায়িত্ব আছে। ঘৰত পিতৃ-মাতৃৰ স্থান। ভাই-ভনী আৰু অন্যান্য আত্মীয় কুটুম্বৰ স্থান। চাকৰৰ স্থান।

(২) পৰিবাৰবৰ্গত শিশুৰ স্থান আৰু তাতকৈ বয়সত ডাঙৰ আৰু সৰুৰ প্ৰতি তাৰ দায়িত্ব।

(৩) ঘৰত শিশুৰ ওপৰত অৰ্পণ কৰা বিশেষ কাম উপযুক্ত ভাৱে কৰা।

## দ্বিতীয় বৰ্গ

১। বৰ্ত্তমান কালত আদিমকলীয়া জীৱন। শিক্ষকে শিশুসকলক এই সত্য কথা বুজাব যে দহ হেজাৰ বছৰৰ আগলৈকে গোটেই পৃথিৱীত আদিম কালৰ অৱস্থাত বাসকৰা লোক আছিল। আজিও পৃথিৱীৰ কিছুমান অংশত তেনেভাৱে বাস কৰা লোক আছে। শিক্ষকে ছাত্ৰক আফ্ৰিকা, অষ্ট্ৰেলিয়া, ভাৰতবৰ্ষৰ আদিম জাতিৰ সম্বন্ধে সহজ কথাবোৰ কব। লক্ষ্য কৰিব লগীয়া কথা এই যে শিক্ষকে এই পিচ পৰি থকা লোকসকলৰ প্ৰতি সহানুভূতিশীল হৈ শিশুৰ আগত বৰ্ণনা কৰিব আৰু শিশুৰ অন্তৰত ধাৰণা জন্মাব যে সিবিলাকৰ উন্নতি আৱশ্যকীয়, বাঞ্ছনীয় আৰু সাধনক্ষম।

২। পুৰণি কালৰ মানুহৰ জীৱন—

কাল্পনিক গল্পৰ মাজেৰে পুৰণি কালৰ মানুহৰ জীৱন চিত্ৰিত কৰিব যেনে—

(১) প্ৰাচীন মিছৰৰ শিশুৰ কাহিনী।
(২) মহেঞ্জো-দাৰোৰ শিশুৰ কাহিনী।
(৩) প্ৰাচীন চীনৰ শিশুৰ কাহিনী।
(৪) বৈদিক ভাৰতৰ শিশুৰ কাহিনী।
(৫) প্ৰাচীন পাৰস্যৰ শিশুৰ কাহিনী।
(৬) প্ৰাচীন গ্ৰীচৰ শিশুৰ কাহিনী।
(৭) প্ৰাচীন ৰোমৰ শিশুৰ কাহিনী।
(৮) ভাৰতৰ মহাকাব্য আৰু পৌৰাণিক গল্প।
(৯) কোৰাণ আৰু বাইবেলৰ তুলনামূলক কাহিনী।

### ব্যৱহাৰিক কাম

(ক) কিছুমান ভাৰতীয় আদিম জাতিৰ মানুহৰ জীৱন আৰু বৈদিক ভাৰতৰ শিশুৰ জীৱনৰ কথা নাটকত অভিনীত কৰা। বিমান দূৰ কৰিব পৰা যায় পটবোৰ লগোৱা কামো নাটক অভিনয়ৰ ভিতৰত পৰিব। (খ) সেই যুগৰ বাচন-বৰ্ত্তন, অস্ত্ৰ-শস্ত্ৰ, মাটিৰ চটা আদি তৈয়াৰ কৰা।

(৩) দূৰ দেশৰ মানুহৰ জীৱন—জাপানী শিশুৰ কাহিনী। ছুইজাৰলেণ্ডৰ শিশুৰ কাহিনী। মেক্সিকোৰ শিশুৰ কাহিনী।

(৪) নাগৰিক জীৱন শিক্ষা—তলত দিয়া অনুসাৰে গাৱঁৰ জীৱন আৰু নগৰৰ জীৱন নিৰীক্ষণ।

(ক) কেনেকৈ গাওঁখনে খাদ্য, পানী, বস্ত্ৰ পায়। (খ) কেনেকুৱা ঘৰত গাৱঁৰ মানুহে বাস কৰে। (গ) কেনেকৈ বজাৰৰ পণ্যবস্তু গাওঁবাসী আৰু নগৰবাসীৰ মাজত সাল-সলনি হয়। (ঘ) ধৰ্ম্মস্থান (প্ৰাৰ্থনা ঘৰ) সমূহ। (ঙ) মেলা, হাট, উৎসৱ আৰু অন্যান্য আমোদৰ স্থান। ব্যৱহাৰিক নাগৰিক শিক্ষা—প্ৰথম বৰ্গৰ কামৰ অনুবৃত্তি।

## তৃতীয় বৰ্গ

### কাহিনী

১। গল্প আৰু ব্যৱহাৰিক কামৰ মাজেৰে প্ৰাচীন ভাৰতীয় জীৱন—

(১) ডেৰিয়াচৰ দৰবাৰত ভাৰতীয় চিকিৎসকৰ গল্প।

(২) বুদ্ধৰ কাহিনী।

(৩) আলেকজেণ্ডাৰৰ কাহিনী।

(৪) মেগেস্থিনিছৰ কাহিনী।

(৫) অশোকৰ কাহিনী।

(৬) বৰ্ম্মা, সিংহল, যাভা আদি ঠাইত বৌদ্ধধৰ্ম্ম প্ৰচাৰক সকলৰ কাহিনী।

(৭) কণিষ্কৰ কাহিনী।

(৮) সমুদ্ৰগুপ্তৰ কাহিনী।

(৯) বিক্ৰমাদিত্য আৰু তেওঁৰ দৰবাৰৰ কাহিনী।

(১০) হিউৱেনচাঙৰ কাহিনী। ভাস্কৰবৰ্ম্মাৰ কাহিনী।

(১১) নালন্দা নাইবা তক্ষশিলা বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ কাহিনী।

(১২) দ্বিতীয় পুলকেশীৰ কাহিনী।

(১৩) দ্বিতীয় ৰাজেন্দ্ৰ চোল দেৱৰ কাহিনী।

### ব্যৱহাৰিক কাম—

(১) ওপৰত উল্লেখ কৰা গল্প কিছুমান নাটকত অভিনয় কৰা।

(২) মাটিৰ অশোক-স্তম্ভ সজা।

(৩) পুতলা আৰু চিত্ৰ আদিৰে বিক্ৰমাদিত্যৰ দৰবাৰ প্ৰদৰ্শন।

২। তলত দিয়া ধৰণৰ গল্পৰ মাজেৰে দূৰদেশীয় মানুহৰ জীৱন—

(১) বৃটেনৰ গাৱঁলীয়া শিশুৰ কাহিনী।

(২) নিউইয়ৰ্কৰ শিশুৰ কাহিনী।

(৩) নৰওৱেৰ শিশুৰ কাহিনী।

(৪) ৰুচিয়াৰ কালেক্টিভ ফাৰ্ম্মৰ (যৌথ ফাৰ্ম্ম কৃষি প্ৰতিষ্ঠান) শিশুৰ কাহিনী।

এই কাহিনীবোৰ দিয়াৰ অৰ্থ হৈছে ল'ৰা-ছোৱালী বিলাকক আমাৰ দেশতকৈ ভিন্ন ধৰণৰ পাশ্চাত্য প্ৰগতিশীল দেশৰ মানুহৰ জীৱনৰ অৱস্থাৰ লগত পৰিচিত কৰোৱা। আগৰ বৰ্গবোৰত দিয়া একে ধৰণৰ কাহিনীবোৰৰ দৰে এই বোৰেও মানৱতাৰ জৰিয়তে ভূগোলৰ পৰিচয় ঘটায়। ল'ৰা-ছোৱালী বিলাকৰ মনত স্পষ্টকৈ আৰু বাস্তৱ ভাৱে সাঁচ বহুৱাবৰ উদ্দেশ্যে শিক্ষকে উপযুক্ত ছবি আদি সম্পূৰ্ণভাৱে কামত লগাব লাগে।

৩। (ক) ভূমণ্ডলৰ অধ্যয়ন—যাতে ঘটনাচক্ৰত প্ৰকাশ হয় যে পৃথিবী ঘূৰণীয়া, ই ঘূৰি থাকে। ই সূৰ্য্যৰ চাৰিওফালে ঘূৰে। এই গতিকে দিন-ৰাতি আৰু ঋতুৰ পৰিবৰ্ত্তন হয়। প্ৰধান প্ৰধান স্থল আৰু জল-বিভাগবোৰৰ সম্বন্ধেও শিক্ষা দিব। (খ) জিলাৰ অধ্যয়ন (যদি সম্ভৱ হয় শিক্ষকৰ তত্ত্বাৱধানত জিলা ভ্ৰমণ) ; ইয়াৰ প্ৰাকৃতিক গঠন, জলবায়ু, শস্য, শিল্প, যাতায়াতৰ উপায়, ধৰ্ম্মস্থান, ঐতিহাসিক-স্তম্ভ আদি।

ব্যক্তিগত নিৰীক্ষণ—সাধাৰণ বিৱৰণ লিখি মনোৰঞ্জনৰ স্থান পৰিদৰ্শন কৰা, স্থানীয় শিল্পীৰ সৈতে সংযোগ স্থাপন কৰা আদিয়ে হব শিক্ষাৰ নিয়মিত প্ৰণালী।

বৰ্গৰ কোঠালী, পঢ়াশালি, পঢ়াশালিৰ কম্পাউণ্ড আদিৰ নক্সা আঁকিবলৈ জনাও ব্যৱহাৰিক কামৰ ভিতৰত পৰিব।

৪। নাগৰিক-জীৱন শিক্ষা—গাৱঁলীয়া সমাজ সম্বন্ধে অধিক অধ্যয়ন।

(ক) গাওঁ আৰু তাৰ শাসন—গাৱঁলীয়া কৰ্ম্মচাৰী, গাৱঁলীয়া পঞ্চায়ত আৰু তাৰ কাম। (খ) গাৱঁৰ সুযোগ-সুবিধা—হাট-বজাৰ, চিকিৎসালয়, পোষ্ট অফিচ, বিদ্যালয়ৰ খেল-মাটি, গৰু-ম'হৰ খোৱাৰ, আলি-পদূলি, ওচৰৰ ৰেল ষ্টেচন। (গ) গাৱঁলীয়া জীৱনৰ দুখ-কষ্টবোৰ।

## ব্যৱহাৰিক কাম

(ক) বিদ্যালয়ৰ গাৱঁলীয়া পঞ্চায়তৰ আৰ্হিৰে পঞ্চায়ত গঠন।

(খ) সমাজ-সেৱকদল গঠন—

(১) ৰাস্তা আৰু কুঁৱাৰ পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু ৰক্ষণাবেক্ষণ।

(২) ধ্বংসকাৰী প্ৰাণীৰ পৰা শস্য ৰক্ষা কৰা।

(৩) শিশু আৰু গাৱঁৰ বয়সীয়াল লোকৰ কাৰণে আমোদ উৎসৱ আৰু খেলাৰ বন্দবস্ত কৰা।

(৪) জাতীয় আৰু ঋতু সম্বন্ধীয় উৎসৱত অংশ গ্ৰহণ কৰা।
(৫) দেৱাল-পত্ৰ, জাননী আদি তৈয়াৰ কৰা।
(৬) গাৱঁৰ মেলা আৰু উৎসৱ আদিত স্বেচ্ছাসেৱকৰ কাম কৰা।

## চতুৰ্থ বৰ্গ

১। মুছলমানৰ আগমন আৰু ভাৰতত ভাৰতীয় মুছলমানৰ জীৱনৰ ক্ৰম-বিকাশ।

ইয়াক তলত দিয়া অনুযায়ী গল্পৰ মাজেৰে বৰ্ণনা কৰিব পৰা যায় :—

(১) আৰবৰ বালকৰ কাহিনী।
(২) হজৰত মহম্মদৰ কাহিনী।
(৩) এচিয়া, আফ্ৰিকা আৰু ইউৰোপত ইছলামৰ বিস্তাৰ সম্বন্ধীয় কাহিনী।
(৪) আলবাৰুণী আৰু ইবন্-বতুতাৰ কাহিনী।
(৫) কুতবুদ্দিনৰ কাহিনী।
(৬) ৰেজিয়া বেগমৰ কাহিনী।
(৭) আলাউদ্দিন খিলিজিৰ কাহিনী।
(৮) ফিৰোজ টোগলকৰ কাহিনী।
(৯) কমতাপুৰ ধ্বংসৰ কাহিনী।
(১০) শঙ্কৰ, মাধৱদেৱ, চৈতন্য, কবিৰ, আৰু নানকৰ কাহিনী।
(১১) বাবৰৰ কঁহিনী।
(১২) নৰনাৰায়ণ, চিলাৰায়ৰ কাহিনী।
(১৩) হিন্দুৰ প্ৰতি কৰা ব্যৱহাৰৰ বিশেষ উল্লেখ ৰাখি আকবৰৰ কাহিনী।
(১৪) ৰাণী চান্দবিবিৰ কাহিনী।
(১৫) কলা আৰু ভাস্কৰ্য্য বিদ্যাৰ উৎকৰ্ষতা বিশেষকৈ উল্লেখ ৰাখি চাহজাহানৰ কাহিনী।
(১৬) শিৱাজীৰ কাহিনী।
(১৭) লাচিত বৰফুকনৰ কাহিনী।
(১৮) সাংস্কৃতিক ফালৰ ওপৰত জোৰ দি আৰু হিন্দু-মুছলমান উভয়ে তাত সহযোগ কৰা দেখুৱাই মোগল দৰবাৰৰ জীৱন সম্বন্ধীয় কাহিনী।
(১৯) মোগল আৰু ৰাজপুত চিত্ৰাঙ্কণ আৰু সেই যুগৰ অলঙ্কাৰপাতি, সঙ্গীত, কবিতা আদিৰ বিষয়ে কাহিনী।
(২০) আমিৰ খুচৰু আৰু তানসেনৰ কাহিনী।
(২১) হিন্দু আৰু মুছলমানৰ একে ধৰণৰ জীৱন-প্ৰণালী গঢ়ি উঠা সম্বন্ধে কাহিনী। খাদ্য, পোছাক, আমোদ-উৎসৱ আদি।

(২২) দ্বিতীয় পেছোৱা যাত্ৰীৰাওৰ কাহিনী।

ব্যাহাৰিক কাম—

(১) আৰবৰ মানুহৰ জীৱন নাটকত পৰিণত কৰা ইত্যাদি।

(২) ডাঙৰ ডাঙৰ ব্যক্তিৰ চিত্ৰ, ভাস্কৰ্য্য শিল্পৰে নিদৰ্শন কৰি ঐতিহাসিক এল্‌বাম্ সজা।

(৩) দুৰ্গ আৰু পুতলা আদি তৈয়াৰ কৰা।

২। মানুহৰ ভৌগোলিক পৰিবেশ অধ্যয়ন ঃ—

(ক) জিলাখনৰ সাধাৰণ জ্ঞান লাভৰ উদ্দেশ্যে ইয়াৰ অৰ্থনৈতিক আৰু শিল্পমূলক জৰীপ (তৃতীয় বৰ্গত কৰা কামৰ অনুবৃত্তি ৰূপে)। হাতে-কলমে কাম—জিলাখনৰ শিল্প-বিষয়ক মানচিত্ৰ আঁকা। সহযোগোৰে জিলাখনৰ বিষয়ে সহায়কাৰী জ্ঞানৰ পুস্তিকা তৈয়াৰ কৰা। (খ) প্ৰাকৃতিক বিভাগবোৰ, জলবায়ু, কৃষি-শিল্প, যাতায়তৰ পথ সমন্বিত নিজ ৰাজ্যৰ ভূগোল। হাতে-কলমে কাম—ছাত্ৰৰ মিলিত চেষ্টাত বোকাৰে এখন প্ৰদেশৰ ৰিলিফ্ মানচিত্ৰ তৈয়াৰ কৰিব লাগিব। মানচিত্ৰ, চাৰ্ট, পৰিকল্পনা আৰু নক্সা তৈয়াৰ কৰা শিক্ষাও দিব লাগিব। (গ) মাৰ্কো-পোলো, ভাস্কো-ডা-গামা, কলম্বাচৰ পৃথিৱী অনুসন্ধানৰ কাহিনী। (ঘ) পৃথিৱীৰ প্ৰধান সমুদ্ৰ পথ—ভাৰতৰ পৰা দূৰ পূৰ্ব্বলৈ, ভাৰতৰ পৰা ইউৰোপলৈ, ভাৰতৰ পৰা অষ্ট্ৰেলিয়ালৈ, ভাৰতৰ পৰা আৰব দেশ আৰু আফ্ৰিকালৈ, ইউৰোপৰ পৰা আমেৰিকালৈ।

নাগৰিকৰ জীৱন শিক্ষা—

(ক) তলত লিখা অনুযায়ী সংগঠিত সমাজ হিচাবে নগৰৰ অধ্যয়ন।

(১) গাঁৱৰ লগত ইয়াৰ সম্বন্ধ—সিবোৰৰ পাৰস্পৰিক আত্মনিৰ্ভৰশীলতা আৰু গাঁৱৰ পৰা নগৰলৈ বাসস্থানৰ পৰিবৰ্ত্তনৰ স্পৃহা।

(২) নগৰ শাসন—মিউনিচিপেলিটি, নাগৰিকৰ অধিকাৰ আৰু কৰ্ত্তব্য কৰ-কাটল, পুলিচ, আদালত।

(৩) সমাজ-সেৱামূলক ব্যৱস্থা—চিকিৎসালয়, শিশুমঙ্গল কেন্দ্ৰ, পোষ্ট আফিচ, পানী যোগানৰ কাৰখান, ৰাস্তা আলোকিত কৰাৰ ব্যৱস্থা, ৰাস্তা আৰু পায়খানা পৰিষ্কাৰ কৰাৰ ব্যৱস্থা।

(৪) প্ৰাৰ্থনা মন্দিৰ—সকলোবোৰ প্ৰাৰ্থনা মন্দিৰৰ প্ৰতি সম্মান দেখুওৱা।

(৫) আমোদ—প্ৰমোদ—থিয়েটাৰ, চলচিত্ৰ, খেলাৰ ঠাই, আখৰা।

(৬) শিক্ষাৰ কেন্দ্ৰবোৰ—বিশ্ববিদ্যালয়, কলেজ, স্কুল, পুথিভঁৰাল আৰু পাঠাগাৰ, বয়সস্থ লোকৰ শিক্ষা-কেন্দ্ৰ।

### ব্যৱহাৰিক কাম—

(ক) সম্ভব হলে শিক্ষকৰ তত্ত্বাৱধানত ওচৰৰ নগৰলৈ পৰিভ্ৰমণ কৰা (গাৱঁৰ শিশুৰ কাৰণে)। (খ) পাঠ-কেন্দ্ৰত দৈনিক খবৰৰ কাগজ পাঠ কৰি বৰ্ত্তমান চলিত ঘটনা জনা। ভূগোলৰ পাঠত মানচিত্ৰত স্থান নিৰ্দ্দেশ আৰু মাতৃভাষাৰ প্ৰসঙ্গত বৰ্ত্তমান ঘটানসমূহৰ আলোচনা কৰিলে অনেক বিষয় একেলগে আয়ত্ব কৰা সহজ হব। উদাহৰণ স্বৰূপ—বিদ্যালয়ৰ সভাত দিনৰ খবৰ প্ৰচাৰ কৰা আৰু সেই বিষয়ে সংক্ষিপ্ত বক্তৃতা দিয়া। (গ) ব্যৱহাৰিক সামাজিক কাম— নিম্নলিখিত কথাবোৰলৈ বিশেষ লক্ষ্য ৰাখি তৃতীয় বৰ্গৰ কামৰ অনুবৃত্তি ঃ—

(১) বিদ্যালয়ত স্থানীয় স্বায়ত্বশাসন ব্যৱস্থাৰ অনুৰূপ ব্যৱস্থা।

(২) সমাজ সেৱকদল সংগঠন কৰা।

(৩) জাতীয়, ধৰ্ম্ম সম্বন্ধীয়, ঋতু সম্বন্ধীয় আদি উৎসৱ পালন কৰা।

(৪) বাতৰি কাকত পঢ়ুৱৈ মণ্ডল গঠন আৰু বৰ্ত্তমান চলিত বিষয়ৰ আলোচনা সভা।

৩। মানব জাতিৰ কল্যাণকাৰী কাম। নাগৰিক কাম—তৃতীয় বৰ্গৰ অনুৰূপ।

## পঞ্চম বৰ্গ

১। তলত লিখা অনুযায়ী গল্পৰ মাজেৰে বৃটিছ যুগৰ ভাৰতীয় জীৱন ঃ—

(ক) যীশু খ্ৰীষ্টৰ কাহিনী। (খ) ইউৰোপত খ্ৰীষ্টিয়ান ধৰ্ম্ম প্ৰচাৰ দেখুৱাবলৈ খ্ৰীষ্টিয়ান সন্ন্যাসীসকলৰ কাহিনী। (গ) ভাস্কো-ডা-গামাৰ কাহিনী। (ঘ) ওৱাৰেণ হেষ্টিংচৰ কাহিনী। (ঙ) চিৰস্থায়ী বন্দবস্ত বুজাবলৈ (চিত্ৰ দাঙি ধৰি লৈ) এজন জামিদাৰৰ কাহিনী। (চ) ক্লাইভৰ কাহিনী, (ছ) টিপু চুলতানৰ কাহিনী। (জ) ৰণজিৎ সিংহৰ কাহিনী। (ঝ) অসমত মানৰ আক্ৰমণৰ কাহিনী। (ঞ) ৰাজা ৰামমোহন ৰায়ৰ কাহিনী। (ট) ৰেলপথ, টেলিগ্ৰাফ্ আদি আৰম্ভণ সংক্ৰান্ত কাহিনী। (ঠ) ৰাণী লক্ষ্মীবাঈ, টাটিয়া টোপী আৰু ভণ্ড বাহাদুৰৰ কাহিনী।

(ড) ৰাণী ভিক্টোৰিয়াৰ কাহিনী। (ঢ) সুৰেন্দ্ৰ নাথ বেনাৰ্জ্জীৰ কাহিনী। (ণ) গোখেলৰ কাহিনী। (ত) তিলকৰ কাহিনী। (থ) গান্ধীজীৰ কাহিনী। (দ) আলি ভাই-ককাইৰ কাহিনী। (ধ) ৰবীন্দ্ৰনাথ ঠাকুৰৰ কাহিনী। (ন) ভাৰতক সেৱা কৰা ডেভিদ হেয়াৰ, উইলিয়াম জোন্ আৰু চি, এফ্ এন্দ্ৰুজ আদি ইংৰাজ সকলৰ কাহিনী। (প) সৰোজিনী নাইডুৰ কাহিনী, (ফ) ভাৰত স্বাধীন হোৱাৰ কাহিনী।

**ব্যৱহাৰিক কাম—**

(১) ক্লাইভ আদিৰ কাহিনীক নাটকত পৰিণত কৰা।

(২) পলাশীৰ যুদ্ধ, ৰেলওৱে ইঞ্জিনৰ নক্সা আঁকা।

(৩) ঐতিহাসিক এল্‌বাম কামৰ অনুবৃত্তি।

২। মানুহৰ ভৌগোলিক পৰিবেশৰ অধ্যয়ন।

(ক) প্ৰাকৃতিক বিভাগ, ভৌগোলিক অবয়ব, জলবায়ু, যাতায়তৰ উপায়, কৃষিজাত-বস্তু, শিল্প-বাণিজ্য, জনসংখ্যা আৰু ৰাজনৈতিক বিভাগৰ উল্লেখ ৰাখি ভাৰতৰ ভূগোল শিক্ষা। ব্যৱহাৰিক—ভাৰতৰ ভৌগোলিক বিভিন্ন বৈশিষ্ট্য দেখুৱাই মানচিত্ৰ, চাৰ্ট, নক্সা আদি তৈয়াৰ কৰা। (খ) লিভিংষ্টোন, কুক, পিয়াৰী আদিক কেন্দ্ৰ কৰি পৃথিৱীৰ আৱিষ্কাৰ কাহিনীৰ অনুবৃত্তি। গৌৰিশঙ্কৰ শৃঙ্গলৈ অভিযান।

৩। নাগৰিক জীৱনৰ শিক্ষা—

(১) দল বান্ধি (সামূহিক ভাৱে) বাতৰি কাকত পাঠ। সংক্ষিপ্ত দৈনিক বাতৰি কাকত তৈয়াৰ কৰা।

(২) দৈনিক বাতৰিৰ মাজেৰে বৰ্ত্তমান চলিত ঘটনা সমূহৰ অধ্যয়ন।

(ভাষা শিক্ষাৰ লগত এই বিষয়ৰ সংযোগ থাকিব লাগিব।)

(ক) নিম্নলিখিত বিষয়ে জিলাৰ অধ্যয়ন—

(১) জিলা আৰু লোকেলবোৰ্ড, সৰ্ব্বসাধাৰণৰ হিতকৰ সুসংগঠিত শাসিত ব্যৱস্থাবোৰ—কৃষি, পানী-সিঞ্চন, সমবায় প্ৰতিষ্ঠান, জন-স্বাস্থ্যমূলক ব্যৱস্থা, জনসাধাৰণৰ স্বাস্থ্য, ঔষধ আৰু শিক্ষা।

(২) শাসন—শাসন সম্বন্ধীয় বিভাগ, আইন-আদালত আৰু পুলিচ বিভাগ।

(৩) সমাজ সেৱাৰ প্ৰতিষ্ঠানবোৰ।

(৪) আমোদ-প্ৰমোদ আৰু জনসাধাৰণৰ শিক্ষাৰ ব্যৱস্থাবোৰ।

(খ) নাগৰিক শিক্ষা ঃ—চতুৰ্থ বৰ্গৰ অনুবৃত্তি।

৪। মনুষ্য সমাজৰ কল্যাণকাৰী কাম।

## ষষ্ঠ বৰ্গ

১। প্ৰাচীন কালত আৰু মুছলমান ৰাজত্বৰ প্ৰথম ভাগত ভাৰতীয় সমাজৰ বিকাশ। [ মোগলৰ দিনলৈ ]

(ক) নিম্নলিখিত বিষয় বোৰৰ ওপৰত বিশেষ জোৰ দি প্ৰাচীন কালৰ ভাৰতৰ বুৰঞ্জীৰ সময়ানুক্ৰমিক অধ্যয়ন।

(১) ভাৰতীয় জীৱন প্ৰণালীৰ উন্নয়ন। দৰ্শন, ধৰ্ম্ম, জাতি, পৰিয়াবৰ্গ, খাদ্য, পোছাক-পৰিচ্ছদ, ভোজ আৰু ধৰ্ম্ম সম্বন্ধীয় উৎসৱ, সামাজিক ৰীতি-নীতি, তিৰোতাৰ স্থান, বিবাহৰ আইন আদি।

(২) ৰাজনৈতিক শাসন—ভাৰতীয় সাধাৰণ গণতন্ত্ৰ, হিতৈষী স্বেচ্ছাচাৰী শাসন, ৰজাৰ ওপৰত বাধা, কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰৰ ভিতৰত সম্বন্ধ, সৈন্যবাহিনী, আইন পৰিষদ, সচীব মণ্ডলী আৰু বিচাৰালয়, এজন ৰজা আৰু তেওঁৰ ওচৰ-চুবুৰীয়া ৰাজ্যৰ ভিতৰত সম্বন্ধ।

(৩) অৰ্থনৈতিক জীৱন—মুদ্ৰা, জাতি আৰু কৰ্ম্মবিভাগ, ব্যৱসায় আৰু তাৰ উদ্যোগ, সংসাৰ-যাত্ৰা নিৰ্ব্বাহত তিৰোতাৰ স্থান। উত্তৰাধিকাৰ আইন, গাওঁ আৰু নগৰ, যাতায়তৰ সুবিধা আৰু বহিৰ্ব্বাণিজ্য।

(৪) সাংস্কৃতিক জীৱন—শিক্ষা, সাহিত্য, চিত্ৰাঙ্কন-বিদ্যা, সঙ্গীত, স্থাপত্য-বিদ্যা।

(৫) বহিৰ্জ্জগতৰ লগত সম্বন্ধ আৰু তাৰ ফলাফল।

(খ) নিম্নলিখিত বিষয় বোৰত বিশেষ জোৰ দি মুছলমানৰ আগমনৰ পৰা মোগল, সাম্ৰাজ্য প্ৰতিষ্ঠা হোৱালৈকে সময়ানুক্ৰমিক অধ্যয়ন।

(১) যি দেশৰ পৰা মুছলমান বিজেতাসকল আহিছিল সেই দেশৰ সভ্যতা—ভাৰতত মুছলমান-শক্তিৰ বিস্তাৰ।

(২) ৰাজনৈতিক আৰু শাসন-প্ৰণালীৰ উন্নতি।

(৩) ধৰ্ম্ম সম্বন্ধীয় আন্দোলন-যাৰ ফলত হিন্দু-মুছলামানৰ সংঘৰ্ষ হয়।

(৪) সামাজিক আৰু সাংস্কৃতিক জীৱন—শিক্ষা, সাহিত্য, ভাষা, কলা, ভাস্কৰ্য্য, সঙ্গীত আৰু চিত্ৰাঙ্কন-বিদ্যা।

ব্যৱহাৰিক কাম—

(১) সময় ৰেখা (line of time) প্ৰস্তুত কৰা।

(২) বেলেগ বেলেগ সাম্ৰাজ্যৰ উত্থান আৰু পতন।
(মানচিত্ৰ আৰু সময় ৰেখাৰ জৰিয়তে শিক্ষা)

(৩) বৃহত্তৰ ভাৰতৰ শিক্ষা। (মানচিত্ৰৰ জৰিয়তে)

(৪) ঐতিহাসিক এলবামৰ অনুবৃত্তি।

(৫) অনুশাসন আৰু মুদ্ৰা প্ৰভৃত্তি তৈয়াৰ কৰা।

২। ভূগোলৰ প্ৰাকৃতিক তথ্যবোৰ—গ্ৰহ হিচাবে পৃথিৱী (বিস্তৃতভাৱে), ভূ-গঠন, উত্তাপ আৰু বৃষ্টিপাত, মহাসাগৰ, পৃথিৱীৰ বিভিন্ন ভাগত গছ-গছনি আৰু প্ৰণালীৰ বিস্তাৰ। হাতে-কলমে কাম।

(১) ঋতু পৰিবৰ্ত্তন আদি দেখুৱাবলৈ নিদৰ্শন (মডেল) তৈয়াৰ কৰা।

(২) চাৰ্ট তৈয়াৰ কৰা (জোৱাৰ-ভাটা আদি প্ৰদৰ্শন কৰি)।

(৩) গছ-গছনি, প্ৰাণী আদি প্ৰদৰ্শন কৰি পৃথিৱীৰ মানচিত্ৰ আঁকা।

৩। নাগৰিক জীৱনৰ শিক্ষা—ব্যৱহাৰিক কাম—ছাত্ৰ সকলে ব্যৱহাৰিক পৰীক্ষাৰ কাৰণে শিক্ষকৰ তত্ত্বাৱধানত গাৱঁৰ ধৰ্ম্ম সম্বন্ধীয়, সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক জীৱন পৰ্য্যালোচনা কৰিব। ১২ বছৰৰ পৰা ১৪ বছৰ বয়সৰ ছাত্ৰসকলে সমাজ-সেৱক দল গঠন কৰি বয়সস্থ লোকৰ সহায়ত গাৱঁৰ উন্নতিৰ হকে যথাসাধ্য কৰ্ম্ম-তৎপৰ হব।

(১) অঞ্চলৰ জনসাধাৰণৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱনৰ প্ৰয়োজন সম্পৰ্কিত ধাৰাবাহিক অধ্যয়ন।

(২) গাৱঁৰ ঘৰবাৰী, ৰাস্তা, কুৱাঁ আদিৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা সম্বন্ধে সজাগ দৃষ্টি ৰখা আৰু খোৱা-পানীৰ বিশুদ্ধতা, পথ-ঘাটৰ উন্নতিৰ অৰ্থে সচেষ্ট হোৱা।

(৩) মাখি, উৰহ, মেলেৰীয়া মহ আৰু অন্যান্য অনিষ্টকৰ পোকৰ পৰা আত্মৰক্ষা।

(৪) স্বাস্থ্য আৰু স্বাস্থ্যৰক্ষাৰ উপায় সম্বন্ধে জনসাধাৰণৰ মাজত বক্তৃতাৰ ব্যৱস্থা।

(৫) সংক্ৰামক ৰোগৰ পাতিৰেধক সম্বন্ধে জ্ঞান প্ৰচাৰ আৰু প্ৰাথমিক সাহায্য কেন্দ্ৰ প্ৰতিষ্ঠা।

(৬) গাৱঁত বয়সস্থ লোকৰ শিক্ষাৰ ব্যৱস্থা—গল্প, কবিতা, বাতৰি কাকত পাঠ, কীৰ্ত্তনৰ কথা, জনপ্ৰিয় বক্তৃতা, কেনেকৈ লিখিব পঢ়িব লাগে তাৰ শিক্ষাৰ ব্যৱস্থা কৰা।

(৭) বন, উপবন আৰু অন্যান্য প্ৰাকৃতিক সৌন্দৰ্য্যৰ স্থান সংৰক্ষণ। পুৰণি মচজিদ মন্দিৰ আৰু অন্যান্য ঐতিহাসিক স্থান সমূহৰ সংৰক্ষণ।

(৮) গাৱঁৰ সামাজিক অন্যায় আৰু অন্যান্য প্ৰৱঞ্চনাৰ বিৰুদ্ধে পচাৰ-কাৰ্য্য।

(৯) গাৱঁৰ বয়সীয়াল লোকসকলৰ কাৰণে শিল্প-শিক্ষা কেন্দ্ৰৰ পৰিচালনা।

(১০) জাতীয় আৰু সামাজিক উৎসৱ অনুষ্ঠান, গাৱঁৰ শিশু আৰু বয়সস্থ লোকৰ কাৰণে খেল-ধেমালিৰ বন্দবস্ত।

৪। মানৱ-জাতিৰ হিতকাৰী সকল।

## সপ্তম বৰ্গ

১। মোগল ৰাজত্বৰ পৰা বৰ্ত্তমানলৈ ভাৰতীয় সমাজৰ ক্ৰম-বিকাশ—

(ক) নিম্নলিখিত বিষয়বোৰৰ ওপৰত বিশেষ ভাৱে জোৰ দি প্ৰথম

পাণিপথৰ যুদ্ধৰ পৰা তৃতীয় পাণিপথৰ যুদ্ধলৈ ভাৰত বুৰঞ্জীৰ ঘটনাক্ৰমিক অধ্যয়ন।

(১) ভাৰতত মোগল সাম্ৰাজ্য বিস্তাৰ।

(২) ৰাজনৈতিক আৰু শাসন পদ্ধতিৰ ক্ৰমবিকাশ।

(৩) ভাৰতীয় ভাষাৰ ক্ৰমবিকাশ।

(৪) হিন্দু-মুছলমানৰ মিশ্ৰিত সংস্কৃতিৰ বিকাশ। শিক্ষা, দৰ্শন, সঙ্গীত, ভাস্কৰ্য্য, চিত্ৰাঙ্কন, গাৱঁৰ হিন্দু-মছুলমানৰ সামাজিক আৰু অৰ্থনৈতিক জীৱন।

(৫) অৰ্থনৈতিক জীৱন—সামন্ততন্ত্ৰ, কুটীৰশিল্প, অৰ্থ বিতৰণ, উত্তৰাধিকাৰ আইন, যাতায়তৰ উপায়, তিৰোতাৰ স্থান, অন্তৰ্বাণিজ্য আৰু বহিৰ্বাণিজ্য ইত্যাদি।

(খ) তলত লিখা বিষয় বোৰৰ ওপৰত বিশেষ জোৰ দি তৃতীয় পাণিপথৰ যুদ্ধৰ পৰা বৰ্ত্তমান সময়লৈ ভাৰত বুৰঞ্জীৰ সমায়ানুক্ৰমিক অধ্যয়ন।

(১) ভাৰতত বৃটিছ শক্তিৰ অভ্যুদয়।

(২) ইংৰাজীক ৰাষ্ট্ৰভাষা কৰি ভাৰতত ইংৰাজী শিক্ষাৰ বিস্তাৰ, পাশ্চাত্য বিজ্ঞান আৰু ভাৱধাৰাৰ প্ৰচলন, দৃষ্টিভঙ্গী আৰু পোছাক-পৰিচ্ছদৰ পৰিবৰ্ত্তন ইত্যাদি। ভাৰতীয় ভাষা আৰু সাহিত্যবোৰৰ উন্নতি।

(৩) ভাৰতীয় জীৱনত যন্ত্ৰৰ প্ৰবৰ্ত্তন—যাতায়াতৰ পথ আদি, কলা আৰু হস্ত—শিল্পবোৰ।

(৪) শাসন-প্ৰণালীৰ উন্নতি।

(গ) জাতীয় আন্দোলনৰ জন্ম আৰু প্ৰসাৰ। পূৰ্ণ স্বাধীনতা লাভ কৰালৈকে স্বায়ত্ত-শাসনৰ ক্ৰমশঃ প্ৰসাৰ।

ব্যৱহাৰিক কাম—

(১) মোগল আৰু বৃটিছ সাম্ৰাজ্যৰ উত্থান আৰু পতন—চিত্ৰ আৰু সময় ৰেখাৰ জৰিয়তে।

(২) ঐতিহাসিক এলবামৰ অনুবৃত্তি।

(৩) চিত্ৰ আৰু সময় ৰেখাৰ সহায়েৰে মুছলমান আৰু ইংৰাজৰ শাসন-প্ৰণালী অধ্যয়ন।

(৪) যুদ্ধ আদিৰ নক্সা অঙ্কন।

২। ভূগোলৰ অৰ্থবিজ্ঞান সম্বন্ধীয় তথ্য।

(ক) পৃথিৱীৰ অৰ্থনৈতিক ভূগোলৰ প্ৰাথমিক জ্ঞান।

(খ) গম, ধান, কপাহ, পশম, কাঠ, তেল, কয়লা আৰু লো আদি পণ্যবস্তুৰ উৎপাদন আৰু বিতৰণ বিষয়ে বিশেষ উল্লেখ ৰাখি পৃথিৱীৰ মুখ্য

অঞ্চলবোৰৰ ভূগোলৰ মূল কথাবোৰ। হাতে-কলমে কাম-মানচিত্ৰ আৰু চিত্ৰ তৈয়াৰ কৰা।

৩। নাগৰিক জীৱন শিক্ষা-নিম্নলিখিত বিশেষ উদ্দেশ্যবোৰ সংযোগ কৰি ষষ্ঠ বৰ্গত কৰা কৰ্ম্ম আঁচনিৰ অনুবৃত্তি।

(১) স্বীকৃত-সত্য বুদ্ধিৰে সৈতে সংগ্ৰহৰ কাৰণে পুস্তক, খবৰৰ কাগজ, সাময়িক আলোচনী আদিৰ ব্যৱহাৰ।

(২) পুস্তকালয় আৰু পাঠ-গৃহৰ ব্যৱহাৰ।

(৩) জনসাধাৰণৰ মাজত বক্তৃতাৰ অভ্যাস। তৰ্ক-সভা আৰু আলোচনী সভাৰ সংগঠন।

(৪) বয়সীয়াল লোক আৰু বয়সীয়াল লোকসমষ্টিৰ লগত সংযোগ স্থাপন বিষয়ে শিক্ষা।

(৫) দৈনিক বাতৰি কাকতত দিয়া খবৰৰ সমালোচনা-মূলক পৰ্য্যালোচনা আৰু গুৰুত্ব নিৰূপণ।

## অষ্টম বৰ্গ

১। আধুনিক ভাৰতীয় জীৱনৰ প্ৰধান সমস্যাবোৰ—

(ক) সামাজিক :—

(১) মহাত্মা গান্ধীৰ গঠনমূলক কৰ্ম্ম আঁচনি।

(২) সমাজ সংস্কাৰৰ আন্দোলন।

(৩) অস্পৃশ্যতা বৰ্জ্জন আৰু হৰিজন আন্দোলন।

(খ) অৰ্থনৈতিক :—গাৱঁলীয়া ঋণগ্ৰস্ততা হেতু দাৰিদ্ৰ্য-সমস্যা। কুটীৰ-শিল্পৰ অৱনতি, কৃষিৰ আদিমযুগীয়া প্ৰণালী। সংসাৰ-যাত্ৰাৰ ব্যয়ৰ উচ্চহাৰ আদি আৰু সেইবোৰ প্ৰতিৰোধৰ উপায় কি।

(২) শিক্ষামূলক আৰু সংস্কৃতিমূলক। নিৰক্ষৰতাৰ সমস্যা, বাধ্যতামূলক শিক্ষা আৰু বয়সস্থ লোকৰ শিক্ষা, জাতীয় শিক্ষাৰ উন্নয়ন, ভাষাৰ সংখ্যা-বাহুল্য আৰু হিন্দী ভাষাৰ গুৰুত্ব।

২। আধুনিক জগত অধ্যয়ন—

(ক) আধুনিক জীৱনত বিজ্ঞানৰ স্থান :—বৈজ্ঞানিক আৱিষ্কাৰৰ বলত মানুহে কি ভাৱে প্ৰাকৃতিক শক্তিক আয়ত্ব কৰিছে আৰু আমাৰ জীৱনৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া।

(১) দ্ৰুতগামী যন্ত্ৰৰ উন্নতি— ৰেলগাড়ী, মটৰ, জাহাজ, উৰা-জাহাজ। এই বিষয়ে বৰ্ত্তমান সময়ত ভাৰতৰ অৱস্থা।

(২) দ্ৰুত খবৰৰ আদান প্ৰদান-ছপাখানা (প্ৰেছ), টেলিফোন টেলিগ্ৰাফ্, ৰেডিও-যন্ত্ৰ, টেলিভিচন। বৰ্ত্তমান সময়ত ভাৰতৰ স্থান।

(৩) শিল্পত বিজ্ঞানৰ ব্যৱহাৰ—শিল্প-বিপ্লৱ, ইয়াৰ সুদূৰ প্ৰসাৰী ফলাফল। ভাৰতত শিল্প-বিপ্লৱ।

(৪) কৃষিত বিজ্ঞানৰ ব্যৱহাৰ আৰু উৎপাদন বৃদ্ধি। বৰ্ত্তমান ভাৰতত কৃষিৰ অৱস্থা।

(৫) দৈনন্দিন জীৱনত বিজ্ঞান—খাদ্য, বস্ত্ৰ, আলোক, গৃহনিৰ্ম্মাণ আৰু স্বাস্থ্য ব্যৱস্থা।

(৬) বিজ্ঞান আৰু আধুনিক যুদ্ধ—শক্তিৰ অপব্যৱহাৰ, আনৱিক বোমা। (আদুনিক বুৰঞ্জীৰ এই ফালটো সাধাৰণ বিজ্ঞানৰ কামৰে সৈতে ঘনিষ্ঠভাৱে সমন্বিত হোৱা উচিত)

(খ) বৰ্ত্তমান জগতৰ শিল্প-সভ্যতা আৰু সাম্ৰাজ্যবাদ :—

(১) পাশ্চাত্য দেশবোৰত শিল্পতন্ত্ৰ, ধনতন্ত্ৰ আৰু শিল্প সম্বন্ধীয় সভ্যতাৰ প্ৰচাৰ।

(২) শিল্প-সভ্যতা হেতু সাম্ৰাজ্যবাদৰ উদ্ভৱ। শিল্প-প্ৰধান পাশ্চাত্য জাতি আৰু জাপানৰ দ্বাৰা এচিয়া আৰু আফ্ৰিকাৰ জাতিসমূহৰ শোষণ।

(৩) বিশ্বযুদ্ধ (১৯১৪-১৮), ইয়ৰ সাধাৰণ ফলাফল আৰু ভাৰতৰ ওপৰত ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে সমাজতন্ত্ৰবাদৰ বিশ্বশক্তি ৰূপে অভ্যুদয়।

(৫) গ্ৰেটবৃটেনত সমাজতন্ত্ৰবাদ আৰু সোভিয়েত ৰুচিয়াত সাম্যবাদ।

(গ) আধুনিক জগতৰ গণতন্ত্ৰ।

(১) গণতন্ত্ৰৰ অৰ্থ।

(২) প্ৰাচীন আৰু মধ্যযুগত ভাৰতত গণতান্ত্ৰিক অনুষ্ঠান আৰু সমাজ।

(৩) মাৰ্কিণ প্ৰজাতন্ত্ৰৰ কাহিনী।

(৪) ফৰাচী বিপ্লৱৰ কাহিনী।

(৫) ইউৰোপত গণতন্ত্ৰ দমনৰ কাহিনী। দ্বিতীয় বিশ্ব-যুদ্ধ আৰু তাৰ ফলাফল।

(৬) ভাৰতত ধৰ্ম্ম-নিৰপেক্ষ গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা কৰা—ইয়াৰ নিহিত উদ্দেশ্য।

(ঘ) বৰ্ত্তমান জগতত যুদ্ধ আৰু শান্তিৰ সমস্যা।

(১) বৰ্ত্তমান আন্তৰ্জ্জাতিক পৰিস্থিতি আৰু তাৰ সঙ্কটৰ বিষয়ে মোটামুটি জ্ঞান।

(২) আন্তৰ্জ্জাতিক ন্যায় আৰু শান্তিৰ বাবে কাম কৰি থকা প্ৰতিষ্ঠানবোৰ।

(ক) জাতিসঙ্ঘ আৰু ইয়াৰ সহকাৰী প্ৰতিষ্ঠানবোৰ।

(খ) গান্ধীজীৰ অৱদান—অহিংসা, সত্যাগ্ৰহ।

(৩) বিশ্ব-নাগৰিকতাৰ সাধন-বিশ্ব-শান্তিৰ কাৰণে মই কি কৰিব পাৰোঁ।

টোকা—আধুনিক জগতৰ ফালে উপযুক্তভাৱে সজাগ কৰিবলৈ এই বিষয়বোৰৰ সৈতে ছাত্ৰসকলক মোটামুটিভাৱে পৰিচিত আৰু পৰিজ্ঞাত কৰিব।

হাতে কলমে শিক্ষা—মানচিত্ৰ, সময়, ৰেখা, ঐতিহাসিক এলবাম, নক্সা।

৩। আঞ্চলিক ভূগোল—

(ক) দেশবোৰৰ প্ৰাকৃতিক অঞ্চলবোৰ য'ত কৃষিসম্পদ প্ৰচুৰ আছে আৰু এতিয়াও উচ্চধৰণে শিল্পৰ প্ৰসাৰ হোৱা নাই আৰু সেই গতিকেই ভাৰতৰ লগত সেই অঞ্চলবোৰৰ সাদৃশ্য আছে। উদাহৰণ স্বৰূপে—চীন, আফ্ৰিকা, অষ্ট্ৰেলীয়া।
(খ) ভাৰতৰ লগত অৰ্থনৈতিক সম্বন্ধ থকা দেশবোৰৰ অৰ্থনৈতিক ভূগোল।
(গ) শিল্প-কেন্দ্ৰিক সভ্যতাৰ উন্নতি কৰা দেশসমূহ; যেনে—বৃটেন, আমেৰিকা, ৰুচিয়া আদি।

## ব্যৱহাৰিক কাম—

মানচিত্ৰ, চাৰ্ট আদি তৈয়াৰ কৰা।

৪। নাগৰিক জীৱন শিক্ষা—

(১) যি-ঠাইত বিদ্যালয় স্থাপিত হয় সেই গাওঁ বা নগৰৰ শাসনৰ লগত সমন্বিত কৰি প্ৰাদেশিক শাসন আৰু কেন্দ্ৰীয় শাসন সম্বন্ধে জ্ঞান লাভ কৰা।

(২) ব্যক্তিৰ অধিকাৰ আৰু নিজ ৰাজ্য আৰু কেন্দ্ৰৰ প্ৰতি তাৰ কৰ্ত্তব্য।

(৩) গণতন্ত্ৰত সৰ্ব্বসাধাৰণৰ মঙ্গলৰ অৰ্থে ব্যক্তিগত দায়িত্ব। নাটক আৰু চাৰ্টৰ সহায়েৰে আলোচ্য বিষয়বোৰ শিকাব।

(৪) পূৰ্ব্ববৰ্ত্তী বৰ্গবোৰত হোৱা কামৰ অনুবৃত্তি।

# গণিত

## প্ৰথম বৰ্গ

১। ১ৰ পৰা ১০০লৈ গণনা।

২। সৰল যোগ আৰু বিয়োগ।

যোগ দুটা সংখ্যাতকৈ বেছি সংখ্যাৰ হ'ব নালাগে। একক সংখ্যাৰ পৰা শিশুসকলক আগ বঢ়াই নিবলৈ আৱশ্যক নকৰে। এই ৰকমে যোগ কৰা ফল ৯ৰ ওপৰলৈ যাব নালাগে।

৩। বিয়োগ দহ সংখ্যাৰ ভিত্তিৰ ওপৰত হ'ব।

৪। স্থূল বস্তুৰ সহায়েৰে গণনা, যোগ, বিয়োগ আৰম্ভ কৰিব লাগে।

৫। পিছত শিল্পসম্বন্ধীয় সহজ উদাহৰণেৰে মনে মনে গণনা কৰিবলৈ শিশু সকলক উৎসাহিত কৰিব লাগে।

লিখা সংখ্যা ১০০ পৰ্য্যন্ত।

৬। টকা, পইচা, ওজন, জোখ সম্বন্ধে শিক্ষা দিবলৈ আৰম্ভ কৰিব, যিহেতু শিল্প কামৰ সম্বন্ধত ইয়াৰ আৱশ্যকতা অনিবাৰ্য্য।

৭। সৰল জ্যামিতিক আকৃতিৰ সৈতে পৰিচয়, গোটা বস্তুৰ নক্সা, সমতল, ৰেখা আৰু বিন্দুৰ বিশ্লেষণ।

## দ্বিতীয় বৰ্গ

১। তিনিটা সংখ্যালৈ অৰ্থাৎ ৯৯৯ পৰ্য্যন্ত গণনা।

২। দুটা বা তিনিটা সংখ্যাবিশিষ্ট ৰাশিৰ যোগ-বিয়োগ।

৩। পাঁচৰ ভাগলৈ পূৰণ নেওতা। যোগৰ প্ৰণালীৰে পূৰণ নেওতা শিকাব। সৰল পূৰণ আৰু হৰণ।

৪। টকাৰ আৰ্য্যা।

৫। ওজনৰ আৰ্য্যা।

৬। সময়ৰ আৰ্য্যা। (ঘড়ীৰ ব্যৱহাৰ কৰি)

৭। জোখৰ নেওতা।

৮। বুনিয়াদী শিল্পৰ সঁজুলিবোৰৰ আকৃতিৰ পৰিচয়। বাগিচা আৰু কৃষিৰ কামত মাটিৰ আকৃতিৰ পৰিচয় কৰাব।

আয়ত ক্ষেত্ৰ, চতুৰ্ভুজ, বৰ্গক্ষেত্ৰ, বহু-ভুজ, বৃত্ত আৰু ইয়াৰ অংশবোৰৰ জ্ঞান।

## তৃতীয় বৰ্গ

১। কঠিন ধৰণৰ যোগ বিয়োগৰ পুনৰালোচনা।

২। দহ ভাগলৈ পূৰণৰ নেওতা।

৩। টকা, ওজন আৰু জোখৰ লঘুকৰণ নেওতা। (তলৰ অৱস্থালৈ অনা)

৪। ঐকিক নিয়ম।

৫। অঙ্ক সম্বন্ধীয় সঁজুলিৰ ব্যৱহাৰ। স্কেল টনা। আয়তক্ষেত্ৰ, বৰ্গক্ষেত্ৰ, ত্ৰিভুজ আৰু বৃত্ত অঁকা।

## চতুৰ্থ বৰ্গ

১। দুই ভাগৰ পৰা ১১ ভাগলৈ আৰু ১২ ভাগৰ পৰা ১৬ ভাগলৈ পূৰণ নেওতা।

২। জটিল পূৰণ আৰু হৰণ, গড় উলিওৱা।

৩। মিশ্ৰ যোগ বিয়োগ।

৪। $\frac{১}{২}$, $\frac{১}{২}$, $\frac{১}{৪}$ ভগ্নাংশৰ ধাৰণা।

৫। আয়ত ক্ষেত্ৰ, বৰ্গক্ষেত্ৰ আৰু ত্ৰিভুজ ক্ষেত্ৰৰ কালি।

৬। স্কেল ব্যৱহাৰ।

## পঞ্চম বৰ্গ

১। পূৰণ আৰু হৰণ।

২। গড় উলিওৱা।

৩। শিল্প-কামৰ হিচাপ ৰখা।

৪। দৈনিক সমস্যা সমাধানৰ আৰু সমানুপাতৰ ব্যৱহাৰ ।

৫। সামান্য ভগ্নাংশৰ অনুবৃত্তি। সৰল সাঙ্কেতিক, ঐকিক আৰু সামান্য ভগ্নাংশ।

৬। দশমিক আৰম্ভ।

৭। চিহ্নৰ ব্যৱহাৰ।

৮। স্কেল ব্যৱহাৰৰ অনুবৃত্তি।

## সপ্তম বৰ্গ

১। সমস্যাবোৰৰ অনুপাত আৰু সমানুপাতৰ বহল ব্যৱহাৰ। শতকৰা হিচাপে লাভ আৰু ক্ষতি আদি।

২। সৰল চাৰি নিয়মত দশমিকৰ ব্যৱহাৰ।

৩। দশমিকক ভগ্নাংশত পৰিণত কৰা আৰু ভগ্নাংশক দশমিকত পৰিণত কৰা।

৪। হিচাপ ৰক্ষণ—শিল্প-বস্তু আৰু ঘৰৰ হিচাপ।

৫। গণিত বিষয়ক ৰেখা-চিত্ৰৰ (গ্ৰাফ) ব্যৱহাৰ।

৬। সৰল বীজগণিতৰ সূত্ৰ (Formula) তৈয়াৰ কৰা আৰু ব্যৱহাৰ কৰা।

৭। সহজ নিয়ম চাৰিটা বুজাবলৈ সাধাৰণ সমীকৰণ জড়িত থকা সহজ সমস্যাবোৰ।

৮। পৰিচিত স্থূল বস্তুসমূহৰ গণনা—অৰ্থাৎ ঘনফল নিৰ্ণয়।

## অষ্টম বৰ্গ

১। আগৰ কামৰ পুনৰাবৃত্তি।

২। বৰ্গমূল।

৩। গ্ৰাফৰ উন্নত ব্যৱহাৰ।

৪। সমচতুৰ্ভুজ আৰু বহুভুজ ক্ষেত্ৰ তৈয়াৰ কৰা।

প্ৰত্যেক দৈনন্দিন জীৱনৰ কামবোৰৰ জটিল সমস্যাৰে সৈতে পুনৰাবৃত্তি।

---

# সাধাৰণ বিজ্ঞান

প্ৰথম বৰ্গৰ পৰা তৃতীয় বৰ্গলৈ। শিশুৰ অভিজ্ঞতা আৰু বুনিয়াদী শিল্পৰ লগত সাধাৰণ বিজ্ঞান সমন্বিত হ'ব। কোন বিশেষ ঘটনাত কি বিশেষ আলোচ্য বিষয় অন্তৰ্ভূক্ত কৰিব শিক্ষকে তাক নিৰ্দ্ধাৰণ কৰিব।

তলত দিয়া মতে আলোচনাৰ বিষয় হ'ব পাৰে।

১। আমাৰ চাৰিওফালে থকা সজীৱ-নিৰ্জ্জীৱ পদাৰ্থবোৰ; সিহঁতৰ জাতিগত বৈশিষ্ট্য।

২। বিভিন্ন প্ৰকাৰৰ জীৱন—গছ-গছনি আৰু প্ৰাণী।

(ক) গছ-গছনিৰ প্ৰকাৰ। ফুল থকা আৰু ফুলবিহীন গছ-গছনি। ফুলা গছ-গছনিৰ অংশ। কিদৰে গুটি সিঁচৰতি হয়। সিঁচৰতি হোৱাৰ প্ৰণালী, স্থানীয় শস্য আৰু কীটপতঙ্গ। গুটি আৰু কিদৰে ই অঙ্কুৰিত হয়। গুটিৰ অংশ। অঙ্কুৰিত কৰাবলৈ কেনেকুৱা গুটিৰ আৱশ্যক। দিন আৰু ৰাতি। আন্ধাৰ ৰাতি আৰু জোনাক ৰাতি। নিৰ্ম্মল আকাশ আৰু মেঘাবৃত আকাশ। (খ) মকৰা। মকৰাৰ গঠন। (গ) সাধাৰণ বৰল—তাৰ জীৱন কাহিনী। (ঘ) কীট-পতঙ্গৰ লক্ষণ। (ঙ) গাৱঁলীয়া পুখুৰী, কীট-পতঙ্গ, উদ্ভিদ আৰু চৰাই। (চ) পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ আৱশ্যকতা। প্ৰক্ষালন আৰু স্নান, দাঁত পৰিষ্কাৰ কৰা, পিন্ধা কাপোৰ পৰিষ্কাৰ কৰা, ঘৰ আৰু বিদ্যালয় পৰিষ্কাৰ কৰা, সূৰ্য্যৰ কিৰণ আৰু নিৰ্ম্মল বতাহ, উপযুক্ত নিদ্ৰা। থু পেলোৱা, হাঁচি মাৰা, কাহ।

## চতুৰ্থ বৰ্গ

১। উদ্ভিদৰ অধ্যয়ন। উদ্ভিদৰ বিভিন্ন অংশ। গুটিৰ পৰা অঙ্কুৰোদ্গম। অঙ্কুৰোদ্গমৰ অৱস্থা। শিপা আৰু তাৰ কাম।

২। ফুলৰ অংশ। কিছুমান ফুলৰ জ্ঞান।

৩। কীট-পতঙ্গৰ জীৱন। পৰুৱাৰ জীৱন-বুৰঞ্জী। মহ আৰু মেলেৰীয়া। মেলেৰীয়া নিবাৰণৰ উপায়।

৪। বিষাক্ত আৰু অবিষাক্ত সাপ চিনা। সৰ্প-দংশনৰ প্ৰাথমিক সাহায্যকাৰী প্ৰক্ৰিয়া।

৫। আমাৰ শৰীৰৰ গঠনক্ৰিয়া। কিয় আমাৰ জঁকাৰ আৱশ্যক হয়। জঁকাৰ অংশবোৰ। পোনভাৱে বহা আৰু থিয় হোৱাৰ উপকাৰিতা। মাংসপেশীৰ প্ৰকাৰ। হাতেৰে কৰা কামৰ মূল্য। নিশ্বাস-প্ৰশ্বাস আৰু তেজ চলাচল কৰা প্ৰণালী।

৬। গ্ৰহ আৰু প্ৰধান নক্ষত্ৰপুঞ্জক চিনা।

## পঞ্চম আৰু ষষ্ঠ বৰ্গ

১। জড় পদাৰ্থৰ তিনিটা অৱস্থা—গোটা, জুলীয়া আৰু বাষ্প। ইহঁতৰ অৱস্থাগত বৈশিষ্ট্য। গলোৱা আৰু উতলোৱাৰ পাৰ্থক্য। কি প্ৰকাৰে কিছুমান পদাৰ্থ উপকাৰী, নমনীয়, ধুমেৰে কোবাব পৰা কঠিন, দৃঢ় ইত্যাদি হয়।

২। ক'ৰ পৰা আমি তাপ পাওঁ; সূৰ্য্য, ঘৰ্ষণ, বিজুলী আদি; ৰেললাইনৰ মাজত কিয় ফাঁক থাকে; গৰম হলে ধাতু কেনেকুৱা হয়; অন্যান্য পদাৰ্থৰ বিস্তাৰ, সজীৱ বস্তুৰ তাপ বৃদ্ধি হোৱাৰ প্ৰতিক্ৰিয়া; পাৰাৰ তাপমান যন্ত্ৰ।

অৱস্থাৰ পৰিবৰ্ত্তন—বাষ্প, বায়ু-মণ্ডলত পানী, মেঘ, কুঁৱলী আৰু বৰষুণ।

৩। মিশ্ৰণ আৰু গলনৰ উদাহৰণ। ৰাসায়নিক সংযোগ।

৪। জ্যোতিষ্ক মণ্ডল—সৌৰজগত, গ্ৰহ-নক্ষত্ৰ, ধুমকেতু। ঋতু পৰিবৰ্ত্তন, প্ৰধান প্ৰধান নক্ষত্ৰৰ জ্ঞান, হাতীপটি।

৫। ভেকুলি আৰু পখিলাৰ জীৱন-বুৰঞ্জী।

৬। মাছ, শামুক, গৰু আৰু কুকুৰৰ সাধাৰণ প্ৰাসঙ্গিক চৰিত্ৰ।

৭। খাদ্য—কেনেকৈ ই হজম হয়। হজম হোৱা খাদ্যৰ পৰিণতি কি। খাদ্যৰ পৰা শক্তি লাভ। নিয়মিত আহাৰ।

৮। বিখ্যাত বৈজ্ঞানিকৰ কাহিনী।

## সপ্তম আৰু অষ্টম বৰ্গ

১। বতাহ আৰু পানীৰ প্ৰাকৃতিক গুণ। বস্তু পুৰিলে কি হয়। অম্লজান মিশ্ৰিত ধাতুত পৰিণত কৰা, ৰাসায়নিক পদাৰ্থ।

মানব শৰীৰত অম্লজানৰ ব্যৱহাৰ। বতাহৰ ওপৰত তাপৰ ক্ৰিয়া। বায়ু সঞ্চালন, গোটা পদাৰ্থৰ ওপৰত তাপৰ ক্ৰিয়া। তাপৰ স্থানান্তৰ। কি দৰে সূৰ্য্যৰ তাপ আমাৰ ওপৰত পৰে। প্ৰভাযুক্ত তাপ, প্ৰতিবিম্বিত আৰু শোষিত প্ৰভাযুক্ত তাপ।

২। শক্তিৰ ৰূপান্তৰ। ঘড়ী আৰু দোলক।

৩। পোহৰৰ উৎপত্তি।

৪। মাধ্যাকৰ্ষণ-শক্তি। বাচ নাইবা নাও নিৰাপদ কৰা। নিৰাপত্তা আৰু ভাৰকেন্দ্ৰ।

৫। দিক-দৰ্শন যন্ত্ৰই কি দৰে কাম কৰে?

৬। ৰামধনু কি? তিনি-সিৰীয়া গোটা কাঁচ। তিনি-সিৰিয়া তিনি-সিৰীয়া গোটা কাঁচ হিচাপে ৰৰবুণৰ কণিকা।

৭। সৌৰ-আলোক (তিনি-সিৰীয়া কাঁচৰ দ্বাৰা পৃথক কৰি দেখুৱা নানা বৰণ)। কিয় বস্তুত ৰং লগোৱা হয়। ঘৰত আৰু বিদ্যালয়ত।

৮। বিজুলী, ঢেৰেকনি। বিজুলী আৰু তাৰ ব্যৱহাৰ। বৈদ্যুতিক সৰু কোঠা।

৯। টেঙ্গা, খাৰ আৰু লোণ। তাৰ ব্যৱহাৰ।

১০। স্নায়ৱিক দেহ। চালৰ সহায়েৰে অনুভৱ। চকুৰে আৰু কাণেৰে অনুভৱ।

১১। বেমাৰৰ জীৱাণু আৰু তাৰ ক্ৰিয়া। শৰীৰে কি দৰে আত্মৰক্ষা কৰে। স্বাস্থ্য আৰু ৰোগ। স্বাস্থ্য আৰু সামূহিক চেষ্টাত ৰোগ দমন।

১২। আমাৰ পৃথিৱীখন। কেনেকৈ ই আৰম্ভ হয়। ইয়াৰ ক্ৰম-বিকাশৰ কাহিনী।



## চিত্ৰ-কলা

### ড্ৰয়িং আৰু পেইণ্টিং (ৰং দিয়া কাম)

#### কল্পনাৰ পৰা ড্ৰয়িং আঁকা

শিশুকসলক সিহঁতৰ নিজ কল্পনা অনুযায়ী যি-কোনো ছবি আঁকিবলৈ আৰু ৰং লগাবলৈ খটুৱাব পৰা যায়। সাধু-কথা নাইবা পৰীৰ গল্প, পঢ়া পাঠৰ বিষয় নাইবা সিহঁতৰ চাৰিওফালে থকা বস্তু।

ৰং—ৰামধনুৰ ৰং—বৰ্গৰ কোঠালীত যি যি ৰং দেখে শিশুসকলে যেন তাক চিনিব পাৰে আৰু নাম কব পাৰে। সিহঁতক কাগজৰ ওপৰত নাইবা ইকৰাৰ ওপৰত বহু প্ৰকাৰ ৰঙেৰে ৰং লগাবলৈ দিব লাগে।

আদৰ্শ (Modelling)—বল আকৃতিক ভিত্তি কৰি সাধাৰণ বস্তু, প্ৰাণী, চৰাই আদি তৈয়াৰ কৰা।

কাগজ ভাজ লগোৱা আৰু কটা—ফুল পাঁচি আদি।

পৰিপাটি কাম—সুশৃঙ্খলাপূৰ্ণ পৰিপাটি বিষয়ে শিশুসকলৰ লগত আলোচনা কৰা। সুশৃঙ্খলাভাৱে বস্তুবোৰ ৰখা—যেনে, সিহঁতৰ ডেস্ক, কিতাপ-পত্ৰ।

সৰঞ্জাম—খবৰৰ কাগজ, বাদামী বৰণৰ কাগজ, ৰঙীণ কাগজ, ৰং, ইটাৰ গুড়ি, বুৰুজ নাইবা বুৰুজৰ কাম কৰিবলৈ মূৰত কাপোৰ বন্ধা এডাল বাহৰ শলা, ফলি, কেচি।

আঙুলিৰে লগোৱা ৰং নাইবা পোষ্টাৰ অঙ্কনৰ ৰং, এঠা।

### দ্বিতীয় বৰ্গ

#### কল্পনাৰ পৰা ড্ৰয়িং আঁকা

শিশুসকলক সিহঁতে ভাল পোৱা যি-কোনো খেল-পথাৰৰ নাইবা বাস্তাৰ দৃশ্যত ৰং লগাবলৈ উৎসাহিত কৰিব পৰা যায়।

ৰং—ৰঙৰ জ্ঞান, ৰঙৰ মিল ঠিক কৰা আৰু মিহলি কৰা। পাতল আৰু ঘন ৰং।

আদৰ্শ (Modelling)—বল আকৃতিত ভিত্তি কৰি বস্তু তৈয়াৰ কৰা। বৰ্গক্ষেত্ৰ আৰু ত্ৰিভুজ ক্ষেত্ৰ—যেনে—আপেল, বাকচ আৰু মন্দিৰ।

কাগজ ভাজ কৰা আৰু কটা—জেওৰা, কঠ আৰু চাৰিওফালে কটা।

পৰিপাটি কাম—মেজ পাৰিবলৈ, ফুলেৰে সজাবলৈ শিশুসকলৰ লগত আলোচনা কৰা। পৰিষ্কাৰ-পৰিচ্ছন্ন আৰু শৃঙ্খলাবদ্ধ হৈ, গোছাক-পৰিচ্ছদ আৰু

খেলাৰ সামগ্ৰী ঠিক ভাৱে ৰাখি মাতৃক সহায় কৰিবলৈ শিশু সকলক উৎসাহিত কৰা।

সৰঞ্জাম—আঙুলিৰে লগোৱা ৰং নাইবা পোষ্টাৰ অঙ্কনৰ ৰং, বগা আৰু বাদামী কাগজ, নিজৰ ব্যৱহাৰৰ কাৰণে ছাত্ৰই নিজে তৈয়াৰ কৰা বুৰুজ, পেঞ্চিল, ৰঙা খড়িমাটি, বোকা নাইবা গঢ় দিব পৰা প্ৰলেপ (Plasticine)। কেচি, সূতা, ইকৰা।

## তৃতীয় বৰ্গ

### কল্পনা আৰু শ্ৰুতলিপিৰ পৰা ড্ৰয়িং আঁকা

পাঠ্য পুস্তকৰ পাঠৰ আৰু গল্পৰ পৰা ড্ৰয়িং আঁকা বা ৰঙেৰে ছবি আঁকা। জ্যামিতিৰ চিত্ৰৰ সহায়ত বস্তুৰ ছবি আঁকা—যেনে বৃত্ত, বৰ্গক্ষেত্ৰ আৰু ত্ৰিভুজ।

ৰং—ৰঙৰ প্ৰকাৰ—যেনে, পাতল, মধ্যম আৰু ঘন।

আদৰ্শ (Modelling)—বোকাৰ ঘোলৰ দ্বাৰা পানীৰ পাত্ৰ নাইবা সাধাৰণ পাঁচি তৈয়াৰ কৰা।

কাগজ ভাজ কৰা আৰু কটা—পাঁচি, ঘৰ, কাগজৰ ভাজ।

পৰিপাটি কাম—ছাত্ৰসকলৰ সৈতে গৃহ পৰিপাটি ৰূপে ৰাখিবলৈ আলোচনা কৰিব। প্ৰত্যেক বস্তুৰ সমাবেশৰ ঠাই গৃহ। প্ৰত্যেক বস্তু ব্যৱহাৰ নোহোৱা সময়ত ঠিক ঠাইত শৃঙ্খলাবদ্ধভাৱে ৰাখিবলৈ শিশু সকলে শিকিব। কাগজ-পত্ৰ পৰিপাটি হিচাপে ৰাখিবলৈ শিক্ষা-ঘোষণা বোৰ্ডত আৰু কোঠালীৰ বেৰত চিত্ৰ খুওৱা।

সৰঞ্জাম—দ্বিতীয় বৰ্গৰ অনুৰূপ।

## চতুৰ্থ বৰ্গ

### ড্ৰয়িং—ৰঙেৰে চিত্ৰ অঙ্কন

বিদ্যালয়ৰ ভিতৰৰ আৰু বাহিৰৰ বস্তুৰ ড্ৰয়িং আঁকা, বৃত্ত, বৰ্গক্ষেত্ৰ, ত্ৰিভুজ, ঘূৰণীয়া ক্ষেত্ৰ, কণীৰ আকাৰৰ ওপৰত ভিত্তি কৰি শ্ৰুতলিপিৰ পৰা ড্ৰয়িং আঁকা।

ৰং—ৰঙৰ উপাদান, যেনে—বৰণ, মূল্য আৰু আতিশয্য।

আদৰ্শ (Modelling)—মানুহ, চৰাই, জন্তুৰ সমষ্টি হিচাপে ছবি আঁকা।

কাগজ ভাজ কৰা আৰু কটা—নাও, চৰাইৰ বাঁহ আদি।

পৰিপাটি কাম—সকলো বস্তু পৰিপাটি হিচাপে ৰখা; যেনে—বিদ্যালয় সামগ্ৰী, কাঁহী-বাটি থোৱা ৰন্ধন আৰু বাগিচাৰ সৰঞ্জাম আদি।

সৰঞ্জাম—দ্বিতীয় বৰ্গৰ অনুৰূপ।

## পঞ্চম বৰ্গ

### ড্ৰয়িং—ৰঙেৰে ছবি আঁকা।

শিশুৰ পৰিচিত সাধাৰণ বস্তু, চৰাই, জন্তুৰ একাৱৰীয়াকৈ ছবি আঁকা (সিলুৱেট বুকজ ড্ৰয়িং)। শ্ৰুতলিপিৰ পৰা কোনো বস্তু বা দৃশ্যৰ ড্ৰয়িং।

ৰং—এনালোগাস্ (Anologous)।

আদৰ্শ (Modelling)—সাধাৰণ বস্তু, গছ আৰু পৰ্ব্বত।

কাগজ ভাজ কৰা আৰু কটা—জ্যামিতিক আকৃতিৰ ওপৰত ভিত্তি কৰি ঘনক্ষেত্ৰৰ ঘূৰণীয়া আৰু সাধাৰণ বস্তু তৈয়াৰ কৰা।

পৰিপাটি কাম—অন্যান্য চিত্ৰকলা সম্বন্ধে শিশুসকলৰ সৈতে আলোচনা কৰা; যেনে—চেয়াৰ, কাঁহী। পানীৰ পাত্ৰ, পকী ঘৰ আৰু পাৰ্ক, ফুলদানী আৰু গৃহ সজোৱা।

সৰঞ্জাম—বুকজ আৰু অন্যান্য সামগ্ৰী—দ্বিতীয় বৰ্গৰ অনুৰূপ।

## ষষ্ঠ বৰ্গ

### ড্ৰইং—ৰঙেৰে ছবি আঁকা

দৃশ্যবিহীন সাধাৰণ বস্তুৰ সমষ্টি হিচাপে ড্ৰয়িং আঁকা। দ্ৰব্য আৰু দৃশ্যৰ ছবি। (শ্ৰুতলিপিৰ পৰা)

ৰং-পূৰা সংখ্যা। (Complements)

আদৰ্শ (Modelling)—জীৱিত প্ৰাণীৰ ছবি আঁকা।

কাগজ ভাজ কৰা আৰু কটা—বৰ্গক্ষেত্ৰৰ তিনি-সিৰীয়া গোটা কাঁচ, বৰ্গক্ষেত্ৰাকাৰ পিৰামিড় আৰু জ্যামিতিৰ চিত্ৰৰ আকাৰত ভিত্তি কৰি বস্তুৰ আকৃতি তৈয়াৰ কৰা।

পৰিপাটি কাম আৰু নিৰ্ব্বাচন—কোঠালীৰ কাৰণে ৰঙৰ স্কীম আৰু কোঠালীৰ সাজ-সজ্জা কৰাৰ কাৰণে ছাত্ৰৰ সৈতে আলোচনা কৰা।

সৰঞ্জাম—বুকজ, কম্পাছ আৰু অন্যান্য সামগ্ৰী দ্বিতীয় বৰ্গৰ অনুৰূপ।

## সপ্তম বৰ্গ

### ড্ৰয়িং—ৰঙেৰে ছবি আঁকা।

প্ৰাকৃতিক দৃশ্যৰ বাহিৰে আন দৃশ্যৰ আৰু সাধাৰণ বস্তুৰ ছবি। ছাত্ৰৰ পাঠ্য কিতাপৰ পৰা পদ্য আৰু গীতৰ ছবি (শুনি শুনি)।

কাগজ ভাজ কৰা আৰু কটা—জ্যামিতিক চিত্ৰৰ সহায়েৰে গছ, জন্তু, সাঁকো তৈয়াৰ কৰা।

পৰিপাটি কাম আৰু নিৰ্ব্বাচন—ৰং, বয়ন,-শিল্প আৰু পোছাক, আমাৰ

ব্যৱহাৰৰ গৃহ আৰু পাৰ্কৰ নিৰ্ব্বাচন আৰু ব্যৱস্থাৰ কাৰণে ল'ৰা-ছোৱালীৰ সৈতে আলোচনা কৰা।

সৰঞ্জাম—ষষ্ঠ বৰ্গৰ অনুৰূপ।

## অষ্টম বৰ্গ

### ড্ৰয়িং—ৰঙেৰে ছবি আঁকা

দালানৰ ড্ৰয়িং আৰু দৃশ্যৰ সম্বন্ধীয় গছ আৰু সাধাৰণ বস্তুৰ ছবি। শিশুৰ জনাশুনা সাধাৰণ বস্তুৰ ড্ৰয়িং আঁকা (শুনি শুনি)।

ৰং—তিনিটিৰ সমষ্টি। (Tirads)।

আদৰ্শ (Modelling)—দৃশ্য আৰু মানুহৰ। কাগজ ভাজ কৰা আৰু কটা—দৈনিক ব্যৱহাৰৰ সাধাৰণ বস্তু।

পৰিপাটি কাম আৰু ডিজাইন কৰা—নিমন্ত্ৰণী চিঠিৰ কাৰ্ড আৰু বেৰ সজোৱা।

সৰঞ্জাম—সপ্তম বৰ্গৰ অনুৰূপ।



# সঙ্গীত আৰু নৃত্য

স্বাভাৱিক ছন্দ-বিশিষ্ট সহজ আৰু সৰু সৰু গান সমবেত ভাৱে গোৱা। নিৰ্দ্দিষ্ট সময়ৰ অন্তৰে অন্তৰে একযোগে হাততালি দিয়া আৰু তাল ৰখা।

সৃজনাত্মক অভিব্যক্তি—শিশুৰ অঙ্গী-ভঙ্গী আৰু চলন-ফুৰণৰ স্বাভাৱিক অভিব্যক্তি।

অন্যান্য কামত গান আৰু তালেৰে সৈতে চলাচল কৰিবলৈ শিশুসকলক উৎসাহিত কৰা, যেনে—

(১) সমবেত খেলা-ধূলা য'ত গানৰ ব্যৱহাৰ হয়। শিশুসকলে এজনে আনজনৰ হাত ধৰি আবৃত্তি অথবা গানৰ তালে তালে বৃত্তাকাৰে ঘূৰা।

(২) সহজ গল্পক জনপ্ৰিয় গানৰ সহযোগত নাটকত পৰিণত কৰা।

## দ্বিতীয় আৰু তৃতীয় বৰ্গ

আগৰ বৰ্গৰ নিচিনা সমবেত গান—কিন্তু গানবোৰ বয়সৰ উপযোগী হব লাগিব।

আগতে গোৱা গানবোৰ একক আৰু সমবেত ভাৱে গোৱা। ভৰিত তাল ৰখা। সৰল নাচৰ তাল, কোনো মৌলিক হাতৰ অঙ্গী-ভঙ্গী।

সঙ্গীতত পৰিবেশৰ অবদান বুজিব পৰা পৰিচিত শব্দ—যেনে, চৰাইৰ কিচিৰ-মিচিৰ, বতাহৰ ছন-ছন, বৰষুণৰ তাপাৰ-তুপুৰ।

গানৰ মনোভাৱ বুজিব পৰা—বিলম্বিত গতি আৰু দ্ৰুত গতি, আনন্দ আৰু দুখ।

সৃজনাত্মক অভিব্যক্তি—পৰিচিত গল্প, কবিতা, ছবি বা ঘটনা বুজাবৰ কাৰণে গান বাছি বাহিৰ কৰা। শিক্ষকে দিয়া নতুন গান বুজাবলৈ শিশুসকলৰ মুক্ত-নাচ। মনোভাৱৰ ওপৰত জোৰ দিয়া।

## চতুৰ্থ আৰু পঞ্চম বৰ্গ

সঙ্গীতৰ মৌলিক স্বৰ—সা ৰে গা মা পা ধা নি; কোনো বাদ্য-যন্ত্ৰত নিৰ্দিষ্ট স্বৰ ধৰিব পৰা (চিনিব পৰাই যথেষ্ট)। সহজ কণ্ঠ সাধন। তালৰ উঠা-নমা। বুজা আৰু অনুকৰণ কৰা। লোক-সঙ্গীত।

লোক-নৃত্য—তাৰ লগত থাকিব সহজ অঙ্গী-ভঙ্গী, হাত-তালি, নত হোৱা, ঘূৰা, তালে তালে লৰ-চৰ কৰা।

লোক-নৃত্য—তাৰ লগত থাকিব দুই শাৰী হোৱা আৰু পিচত একত্ৰ হোৱা।

## ষষ্ঠ, সপ্তম আৰু আৰু অষ্টম বৰ্গ

### যন্ত্ৰ-সঙ্গীতৰ আৰম্ভ

নলৰ বাঁহী আৰু অন্যান্য সহজ বাদ্য-যন্ত্ৰৰ সহায়েৰে সঙ্গীতৰ অভিজ্ঞতা।

তবলাৰ বোল ঝঙ্কাৰ—তাৰ মাধুৰ্য্য উপলব্ধি কৰা। স্বৰ সাধনত হাতৰ তলুৱা আৰু আঙুলিৰ কাম। কণ্ঠ-সঙ্গীতৰ আৰু অকলে গান গোৱাৰ অভ্যাস। (অনুশীলন) লাঠি, পানীৰ পাত্ৰ অথবা জুই লৈ লোক-নৃত্য।

---

# হিন্দী

যি-হেতু হিন্দী ৰাষ্ট্ৰভাষা, চতুৰ্থ বৰ্গৰ পৰাই তাক ব্যৱহাৰ কৰা উচিত।

প্ৰথম বৰ্গৰ পৰা পঞ্চম বৰ্গ পৰ্য্যন্ত মাতৃভাষাৰ কাৰণে নিৰ্দ্ধাৰিত কৰা পাঠ্যক্ৰম সাধাৰণতে চতুৰ্থ বৰ্গৰ পৰা অষ্টম বৰ্গ পৰ্য্যন্ত অনুসৰণ কৰা উচিত।

যিবিলাকৰ মাতৃভাষা হিন্দী তেওঁলোকে উচ্চতৰ মানৰ পাঠ্যক্ৰম অনুসৰণ কৰিব পাৰে অথবা ব্যৱস্থা কৰিব পাৰিলে অন্য এটি ভাষা শিকিব পাৰে।

---

# কেৰিকুলাম (পাঠ্য তালিকা)

## শিক্ষা-বিভাগ

### ২ ৰা জানুৱাৰী, ১৯৫১

### জ্ঞাতব্য বিষয়

১। 'ক' মান, 'খ' মান আৰু ১ম মানৰ পৰা ৩য় মানলৈকে নিৰূপিত পাঠ্যবিলাক প্ৰাইমেৰী স্কুলৰ বাবে বুলি বুজিব লাগিব।

২। কোনো এঠাইত যদি অধিক সংখ্যক নিম্ন-প্ৰাইমেৰী স্কুল থাকে, তাত যত্ন আৰু পৰিশ্ৰম লাঘবৰ নিমিত্ত এটা মাত্ৰ স্কুলতে কেৱল দ্বিতীয় মান আৰু তৃতীয় মান শ্ৰেণীৰ শিক্ষাৰ ব্যৱস্থা কৰিব পাৰে।

৩। পাঠ্য-তালিকাৰ ভিতৰত তলত আঁচ টনা বিষয়-বিলাক কেৱল মাথোন মজলীয়া (ছাত্ৰবৃত্তি) স্কুলৰ নিমিত্তে ধৰা হৈছে।

৪। মজলীয়া স্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষাৰ বাবে যিথিনি ইচ্‌লাম বহিৰ্ভূত বিষয়ৰ আৱশ্যক সেইখিনি বিষয় মাথোন মধ্য মাদ্ৰাচাৰ তৃতীয় মানৰ পৰা ষষ্ঠমানলৈকে শিক্ষা দিব পাৰিব।

৫। স্থানীয় কৰ্ত্তৃপক্ষই প্ৰাইমেৰী স্কুলৰ বাবে দৈনিক একেৰাহে এবাৰ নাইবা দুবাৰ স্কুল বহাৰ বন্দবস্ত কৰিব পাৰে, যেনে—

(ক) 'ক' মান আৰু 'খ' মান প্ৰথমবাৰ ২ ঘণ্টাৰ পৰা ২½ ঘণ্টালৈকে।

(খ) প্ৰথম মানৰ পৰা তৃতীয় মানলৈকে, দ্বিতীয়বাৰ ৩ ঘণ্টাৰ পৰা ৪ ঘণ্টালৈ; নতুবা একে স্কুলৰ একে বৈঠকতে দিনৰ প্ৰথম ছোৱাত নিম্নশ্ৰেণীবিলাকত বিশেষ মনোযোগেৰে শিক্ষা চলাই আৰু ২½ ঘণ্টাৰ পৰা ৩ ঘণ্টাৰ পাছত উক্ত শ্ৰেণী বিদায় দি শেষ ছোৱাত শিক্ষকসকলে ওপৰ শ্ৰেণীবিলাকৰ শিক্ষাত মনোযোগ দিয়াৰ বন্দবস্ত কৰিব পাৰে।

শিক্ষকে নিম্নশ্ৰেণীৰ কামত লাগি থকা সময়ত ওপৰ শ্ৰেণীৰ ছাত্ৰসকলক নিজে নিজে কৰিব পৰা নিৰ্দ্দিষ্ট কামত লগাই লব।

৬। স্কুলীয়া বছৰৰ আৰম্ভতে ভৰ্ত্তি হোৱা বুদ্ধিমান আৰু নিয়মিতৰূপে উপস্থিত ছাত্ৰ এজনে 'ক' মান আৰু 'খ' মানৰ নিৰূপিত পাঠ্য এবছৰৰ ভিতৰত কৰিব পাৰে।

৭। নতুন পাঠ্যপুথি, চাৰ্ট প্ৰভৃতি সঁজুলিবিলাক তৈয়াৰ হৈ নুঠেমানে শিক্ষক আৰু ছাত্ৰৰ নিমিত্তে মনোনীত পাঠ্য-তালিকাভুক্ত কিতাপৰ সহায়েৰেই পাঠ্য-বিষয়বিলাক যিমানদূৰ পাৰি চলাব লাগিব।

৮। মুছলমান ছাত্রসকলে জীবজন্তুৰ ছবি আঁকিবৰ আৱশ্যক নহব।

৯। এসপ্তাহত পাঁচ দিন সম্পূৰ্ণ স্কুল আৰু এদিন আধা স্কুল বহিব লাগে। নিম্ন-প্রাইমেৰী স্কুলবোৰ ৰাতিপুৱা বহাই ভাল। প্রতি দিনৰ প্রতি শ্রেণীৰ কাৰ্য্যৰ সময় তলত দিয়া হ'ল। ঠাই আৰু পাৰিপাৰ্শ্বিক অৱস্থা অনুযায়ী অৱশ্যে ইয়াৰ অদল-বদল হব পাৰিব। সম্পূৰ্ণকৈ বহা স্কুলৰ প্রতি শ্রেণীৰ প্রতি দিনৰ কাৰ্য্যৰ সময় তলত দিয়া হ'ল।

| | |
|---|---|
| 'ক' মান আৰু 'খ' মান | ২½ ঘণ্টা |
| ১ম মান | ৩ ঘণ্টা |
| ২য় মান আৰু ৩য় মান | ৩½ ঘণ্টাৰ পৰা ৪ ঘণ্টা |

আধাকৈ বহা স্কুলৰ প্রতি শ্রেণীৰ প্রতি দিনৰ কাৰ্য্যৰ সময় ঃ—

| | |
|---|---|
| 'ক' মান, 'খ' মান আৰু ১মান | ১½ ঘণ্টা |
| ২য় মান আৰু ৩য় মান | ২½ ঘণ্টা |

স্কুল সম্পূৰ্ণকৈ বহা কেইদিন আধাঘণ্টাকৈ বিশ্রাম দিব লাগিব। তলত প্রাইমেৰী স্কুলৰ একসপ্তাহৰ কাৰ্য্য-তালিকা দিয়া হ'ল ঃ—

সাধাৰণতে এই তালিকামতে চলা উচিত। কিন্তু সময়, ঠাই আৰু পাৰিপাৰ্শ্বিক অৱস্থা অনুযায়ী ইয়াৰ যুক্তিসঙ্গত অদল-বদল হব পাৰিব।

## প্রাইমেৰী স্কুলৰ এক সপ্তাহৰ কাৰ্য্যতালিকা

| বিষয় | পিৰিয়ডৰ সংখ্যা 'ক' আৰু 'খ' মান | পিৰিয়ড়ৰ সংখ্যা ১ম মান | পিৰিয়ডৰ সংখ্যা ২য় মান | পিৰিয়ডৰ সংখ্যা ৩য় মান | মন্তব্য |
|---|---|---|---|---|---|
| ১। মাতৃভাষা— | | | | | |
| (ক) পঠন | ৫ | ৫ | ৬ | ৬ | |
| (খ) সাধুকথা কোৱা কথা-বতৰা আৰু লিখন | ৪ | ৫ | ৬ | ৬ | |
| ২। অঙ্ক আৰু মৌখিক অঙ্ক | ৫ | ৬ | ৬ + ১ | ৬ + ১ | |
| ৩। সামাজিক শিক্ষা আৰু ভূগোল | × | ২ | ৩ | ৩ | |

| | | | | |
|---|---|---|---|---|
| ৪। সাধাৰণ জ্ঞান আৰু স্বাস্থ্য-বিজ্ঞান | ২ | ২ | ৩ | ৩ |
| ৫। চিত্রাঙ্কণ | ১ | ২ | ২ | ২ |
| ৬। হাতৰ কাম,বাগি-চাৰ কাম আৰু নৈতিক শিক্ষা | ২ | ৩ | ৪ | ৪ |
| ৭। ব্যায়াম আৰু খেল-ধেমালি | ৫ | ৫ | ৩ | ৩ |

তলতীয়া শ্রেণীবোৰত অর্থাৎ 'ক', 'খ' আৰু প্রথম মানত লিখা কামতকৈ সাধুকথা কোৱা আৰু কথা-বতৰা কোৱাত বেচিকৈ জোৰ দিব লাগিব। ৰচনা আদি লিখা কামত লিখিবলগীয়া বিষয়বোৰ আনন্দদায়ক, উদ্দেশ্যমূলক আৰু যিমামদূৰ সম্ভৱ ল'ৰাৰ অভিজ্ঞতা থকা নাইবা ল'ৰাই দেখাশুনা হ'ব লাগে। পাঠৰ লগত সম্বন্ধ থকা ল'ৰাই দেখা সকলো ধৰণৰ আনন্দদায়ক বিষয় ল'ৰাক বর্ণনা কৰিবলৈ দিব লাগে।

প্রাইমেৰী শিক্ষাৰ লগত সংশ্লিষ্ট সকলোৱে প্রাইমেৰী কাৰি-কুলাম চব্-কমিটিৰ তলত দিয়া মন্তব্যবিলাকৰ প্রতি মন কৰিব :—

(১) ছাত্রই শিক্ষাৰ কেন্দ্র হোৱা উচিত।

(২) শিক্ষাৰ যি-কোনো বিষয়তে নহওক কিয় ল'ৰাৰ স্বতঃ প্রবৃত্ত আগ্রহ সম্পূর্ণভাৱে কামত লগাব লাগে। ল'ৰা যাতে সক্রিয় হ'ব তাৰ পিনে দৃষ্টি ৰাখিব লাগিব।

(৩) সামাজিক আৰু শাৰীৰিক বাস্তৱ পৰিবেষ্টনত বাস্তৱ বস্তুৰ জৰিয়তে শিক্ষা দিয়া উচিত আৰু সেই কাৰণে শিক্ষণীয় বিষয়বোৰ যথাসম্ভৱ বাস্তৱতাৰ লগত সম্পর্কযুক্ত হ'ব লাগে।

(৪) বাগিচাত, স্কুলঘৰত নাইবা বাহিৰা কোনো ঠাইত ল'ৰাই কাম কৰাৰ লগে লগে সামাজিক শিক্ষা, গণিত আৰু প্রাকৃতিক বিজ্ঞানৰ ভালেখিনি শিকাব লাগে।

(৫) ল'ৰাৰ স্বাস্থ্য আৰু চৰিত্র গঠনৰ প্রতি বিশেষ দৃষ্টি ৰাখিব লাগে। ল'ৰাক এনেদৰে পৰিচালনা কৰা উচিত যেন সিহঁতে ভাল অভ্যাস, ভদ্র ব্যৱহাৰ, সময়ানুবর্ত্তিতা, দেশপ্রেম, সঙ্ঘবদ্ধ কাম, খেলোৱাৰী মনোবৃত্তি, আত্মবিশ্বাস আৰু কর্ত্তব্যপৰায়ণতা শিক্ষা কৰিব পাৰে।

(৬) বাগিচাৰ কামৰ লগত আৰু স্কুলঘৰৰ ওচৰাওচৰি ঠাইত ঘুৰি-ফুৰি প্রকৃতি-বিজ্ঞানৰ বহুখিনি শিকাব পাৰি।

(৭) বিশ্ৰামৰ সময়ত লোক-সঙ্গীত, লোক-নৃত্য আৰু একেলগে জাতীয়-সঙ্গীত গোৱা ইত্যাদি কামত উৎসাহ দিব লাগে।

## শিক্ষাৰ সাধাৰণ সূচী

### ১। মাতৃভাষা (অসমীয়া)

**বিশেষ দ্ৰষ্টব্য ঃ**—অসমৰ সকলো স্কুলতে অসমীয়াৰ জৰিয়তে শিক্ষা দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। এই কাৰণে অসমীয়া ভাষা পঢ়া আৰু পঢ়োৱাৰ প্ৰতি বিশেষ দৃষ্টি দিব লাগিব। শ্ৰুতলিপিত আৰম্ভণিৰে পৰা শুদ্ধ বানান, পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু ভাল হাতৰ আখৰৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিব লাগিব।

### 'ক' মান আৰু 'খ' মান।

লক্ষ্য ৰাখিব লাগিব যেন ল'ৰাই চিএৰি পঢ়িব পাৰে। শুদ্ধ পঠনৰ পিনে বেছি মনোযোগ দিব লাগিব। অলপ-অচৰপ লিখিব জনাও হব লাগে। সাহিত্য কিতাপখন ছবিৰে বুজাই দিয়া আৰু সুশোভন হোৱা উচিত আৰু তাত সৰু ল'ৰা-ছোৱালীৰ উপযুক্ত ভালেমান সৰু সৰু পদ্য থাকিব লাগে। সাধাৰণতে ব্যৱহাৰ নোহোৱা টান শব্দ পৰিত্যাগ কৰা উচিত। সদায় ব্যৱহাৰ হোৱা সংযুক্ত শব্দহে কিতাপত থাকিব লাগে। বিজ্ঞান, কৃষি আৰু শিল্প সম্বন্ধীয় দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা শব্দবোৰহে শিকোৱা উচিত। এই শ্ৰেণী দুটাৰ কাৰণে নিৰ্দিষ্ট সাহিত্য দুখনত ল'ৰাৰ পৰিবেষ্টনৰ উপযোগী যুক্তিসঙ্গত শব্দবোৰহে ব্যৱহাৰ কৰা উচিত।

### ১ম মান

পঢ়া ঃ—সৰল সাধুকথাৰ কিতাপ পঢ়া আৰু বুজা। ৫০ শাৰী কবিতা শিকোৱা আৰু তাৰে ২০ শাৰী আবৃত্তি কৰা। পাঠ্য পুথিৰ ছবি সম্বন্ধীয় কথা-বতৰা।

লিখা ঃ—½ ইঞ্চিৰ বেছি নোহোৱা আখৰ লিখা। পাঠ্য পুথিৰ পৰা বাক্য চাই লিখা।

ৰচনা ঃ—মৌখিক ৰচনা; সৰল চিঠি লিখা আৰু অতি সৰল সাধুকথা লিখা।

**বিশেষ দ্ৰষ্টব্য ঃ**—ল'ৰাই যাতে চাফ-চিকুণকৈ আৰু স্পষ্টকৈ লিখে তাৰ পিনে বিশেষ চকু ৰাখিব লাগিব। ল'ৰাৰ নিজ ভাষাত ভাব প্ৰকাশৰ যথেষ্ট সুবিধা দিব লাগিব। ল'ৰাৰ নিজৰ জীৱনত যি-কোনো ঘটনা, এনে কি খোৱা-লোৱাৰ বিষয়েও সৰল আৰু সৰু সৰু বাক্যত প্ৰকাশ কৰিবলৈ দিব লাগে। পাঠ্য কিতাপৰ পাঠৰ সাৰাংশ মনৰ পৰা লিখিব দিব লাগে।

২য় মান

পঢ়া ঃ—মঞ্জুৰী পাঠ্য পুথি এখন। ১০০ শাৰী কৰিতা শিকোৱা উচিত আৰু তাৰ মনত লগা কম হলেও অন্ততঃ ৩০ শাৰী আবৃত্তি কৰা।

লিখা ঃ—½ ইঞ্চিৰ অনধিক আখৰ লিখা।

শ্রুতলিপি আৰু বানান ঃ—৮ শাৰীৰ অনধিক শ্রুতলিপি। দাৰিৰ ব্যৱহাৰ শিক্ষা।

ৰচনা ঃ—১ম মানৰ নিচিনা মৌখিক ৰচনা। সাধুকথা লিখা আৰু পিতা-মাতা আৰু ভাই-ককাইলৈ সৰল চিঠি লিখা।

৩য় মান

পঢ়া ঃ—এখন মঞ্জুৰী পাঠ্য কিতাপ। কম হলেও ১২০ শাৰী কৰিতা শিকোৱা উচিত আৰু তাৰে অন্ততঃ ৪০ শাৰী আবৃত্তি।

মনে মনে পঢ়া ঃ—মঞ্জুৰী কিতাপৰ পৰা কোনো পাঠ মনে মনে পঢ়িবলৈ অভ্যাস কৰিব লাগে।

বাক্য ৰচনা আৰু মৌখিক ৰচনা ঃ—জনা কোনো বিষয়ৰ পৰা আৰু পাঠ্য কিতাপৰ পাঠৰ পৰা কথা-বতৰা। শিক্ষকৰ পৰা সাধুকথা শুনি নিজে কোৱা। কিতাপৰ পঢ়া শব্দ ব্যৱহাৰ কৰি কথা-বতৰা পতা। ছবি চাই বৰ্ণনা কৰা।

লিখিত ৰচনা ঃ— জনাশুনা জন্তু, ফল-ফুল ইত্যাদি সম্বন্ধে চমু বৰ্ণনা। ২০ শাৰীৰ অনধিক সাধুকথা লিখা। চিঠি আৰু ৰচিদ লিখা।

শ্রুতলিপি—পাঠ্য-কিতাপৰ পৰা দাৰিৰ ব্যৱহাৰ শিক্ষা।

ব্যাকৰণ ঃ—কোনো কিতাপ ব্যৱহাৰ কৰিব নালাগে। বাক্য, উদ্দেশ্য আৰু বিধেয়; প্ৰধান প্ৰধান পদবিলাক আৰু সেইবিলাকৰ নাম, প্ৰধান তিনিটা কাল (বৰ্ত্তমান, অতীত আৰু ভৱিষ্যৎ)।

লিখা ঃ—আখৰ ⅜ ইঞ্চিতকৈ সৰু আৰু ½ ইঞ্চিতকৈ ডাঙৰ হব নালাগে। পাঠ্য কিতাপৰ পৰা আৰু শিক্ষকে বোৰ্ডত লিখা।

## প্ৰাইমোৰী স্কুলৰ মুছলমান ছাত্ৰৰ বাবে 'ইচলামি, শিক্ষা বিষয়।

ক-মান।

আৰবী বৰ্ণমালা চিনা, সহজ আৰু সৰল শব্দ, কলিমা, টৱাজ আৰু টাচ্‌মিয়া পঢ়া (প্ৰথম ২ কলিমা মুখস্থ কৰিব লাগিব)।

খ-মান

আমপাৰা (প্ৰথম আধা), চুৰা—ফাতিহাৰ পৰা আলাম টাৰাকেকে আৰু ছয় কলিমা মুখস্থ কৰা।

### ১ম মান

আম্‌পাৰা (দ্বিতীয় আধা), আজান, চানা, আচাহুদ্দ, দৰুদ আৰু মুনাজাত মুখস্থ কৰা। ৱাজু আৰু পাঁচবাৰ দৈনিক নামাজৰ নামবোৰ শিকাব। ফৰজ, ওৱাজিব, চুন্নত আৰু নফি সম্বন্ধে ধাৰণা দিব লাগিব।

### ২য় মান।

পবিত্ৰ কোৰাণ আৰম্ভ কৰিব লাগিব। নিয়তৰে সৈতে দৈনিক পাঁচবাৰ নামাজ, দুৱা-কুনট।

### ৩য় মান।

কোৰাণ চলি থাকিব। জুম্মা-নামাজ, ৰোজা, আৰু ইয়াৰ লগত সম্বন্ধ থকা বিষয়; নাৱাকুইজিওৱাজু, মাফটিউট-ই-নামাজ, মুচলিম পৰ্ব্ব আৰু ধৰ্ম্ম সম্বন্ধীয় আন আন আচাৰ আৰু অনুষ্ঠান।

## অঙ্ক

### ক-মান।

একক আৰু দহক হিচাপে ১০০ লৈকে সংখ্যা বুজা, চিনা আৰু লিখা। এই কাম গুটি, কাঠী, চিত্ৰ নাইবা আন আন বস্তুৰ সহায়েৰে শিকোৱা উচিত। সংখ্যা সম্বন্ধে ল'ৰাক পূৰ্ণ ধাৰণা দিব লাগিব। সংখ্যা শিকোৱাত 'মন্তেশ্বৰী প্ৰথা' গ্ৰহণ কৰাই ভাল।

দহলৈকে সংখ্যা শিকোৱা হলে, বস্তুৰ সহায়েৰে যোগফল দহতকৈ বেচি নোহোৱাকৈ দুটা সংখ্যাৰ যোগফল শিকাব লাগে আৰু যোগফল মুখস্থ কৰাব লাগে।

বস্তুৰ সহায়েৰে ১০ লৈকে সংখ্যাৰ বিয়োগ শিকাব লাগে আৰু বিয়োগফল মুখস্থ কৰাব লাগে।

বস্তুৰ সহায়েৰে ১ৰ পৰা ১০ লৈকে সংখ্যাক ২ৰে গুণ কৰা শিকাব লাগে আৰু গুণফল মুখস্থ কৰাব লাগে।

বস্তুৰ সহায়েৰে ১০ লৈকে সংখ্যাক ২ৰে হৰণ কৰা শিকাব লাগে আৰু হৰণফল মুখস্থ কৰাব লাগে।

২০ লৈকে সংখ্যা শিকোৱা হলে, ল'ৰাই বস্তুৰ সহায়েৰে ২০ লৈকে যোগৰ নেওঁতা পাতিব আৰু যোগফল মুখস্থ কৰিব। ২ বা ৩ ধাপত ল'ৰাক এইখিনি শিকাব আৰু প্ৰতি ধাপতে বস্তুৰ সহায়ত আৰু মৌখিক প্ৰশ্নৰ দ্বাৰা উল্টা-পাল্টাকৈ ল'ৰাক পৰীক্ষা কৰিব।

বিয়োগ প্ৰথমতে বস্তুৰ সহায়ত শিকাব, তাৰ পাছত ওপৰত দিয়া মতে। গুণ—২ × ১, ২ × ২ ..............২ × ১০ লৈকে প্ৰথমতে বস্তুৰ সহায়ত শিকাব। গুণফল ল'ৰাক মুখস্থ কৰাব। আগৰ নিচিনাকৈ পৰীক্ষা কৰিব লাগিব। নেদেখাকৈ ১০০ লৈকে লিখিব পৰা হব লাগিব।

১০ ঘৰলৈকে যোগৰ, বিয়োগৰ, পূৰণৰ আৰু ভাগৰ নেওতা মুখস্থ কৰাব আৰু মুখস্থ হৈছে নে নাই পৰীক্ষা কৰিব।

## খ-মান।

৯৯৯লৈকে সংখ্যা বুজা, চিনা আৰু লিখা। ২।৩ ধাপত যোগৰ নেওঁতা ল'ৰাই মুখস্থ কৰিব। পাছত পৰি থকা ল'ৰাবোৰে বস্তুৰ সহায়ত নেওঁতা শিকি থাকিব। প্ৰতি ধাপতে উল্টা-পাল্টাকৈ ল'ৰাক পৰীক্ষা কৰিব লাগিব। গোটেই নেওঁতা মুখস্থ হলে মাজে মাজে পৰীক্ষা চলাই থাকিব লাগিব।

যোগ ঃ—১০০ সংখ্যাৰ ভিতৰত সাৱধানে ক্ৰমান্বয়ে শিকাব লাগিব। প্ৰশ্ন আকাৰেও শিকাব লাগিব।

বিয়োগ ঃ—যোগৰ নেওঁতাৰ সহায়েৰে শিকাব লাগিব। সাৱধানতা ক্ৰম আৰু প্ৰশ্ন যোগৰ নিচিনা।

পূৰণ ঃ—বস্তুৰ সহায়েৰে ৫ × ১০লৈকে নেওঁতা শিক্ষা দিব আৰু তাৰ পাছত ২, ৩ ধাপত ক্ৰমান্বয়ে উক্ত নেওঁতা মুখস্থ কৰাব। যোগ নেওঁতাৰ নিচিনকৈ পৰীক্ষা কৰিব লাগিব।

হৰণ ঃ—পূৰণৰ নেওঁতাৰ সহায়ত শিকাব। ক্ৰমৰ পিনে লক্ষ্য ৰাখি ১০০ৰ ভিতৰত অতি সাৱধানে পূৰণ আৰু হৰণ শিকাব।

মৌখিক অঙ্ক—২০লৈকে প্ৰথম চাৰি নিয়ম।

## ১ম মান

৯,৯৯৯লৈকে সংখ্যাবোৰ বুজা, চিনা আৰু লিখা শিকাব লাগিব।

৯,৯৯৯লৈকে প্ৰথম চাৰি নিয়মৰ সহজ অঙ্ক শিকাব। অতি সাৱধানে প্ৰশ্নৰ সহায়েৰেও এই চাৰি নিয়মেৰে অঙ্ক শিকাব লাগিব।

তিনি টকাৰ ভিতৰত টকা, অনা আৰু পাইৰ যোগ আৰু বিয়োগ শিকাব।

মৌখিক অঙ্ক ঃ—১০০ৰ ভিতৰত প্ৰথম চাৰি নিয়মৰ অঙ্ক বাস্তৱ জীৱনৰ লগত সম্বন্ধ থকা অঙ্ক হব লাগিব।

পূৰণৰ নেওঁতা—১০ × ১০লৈকে আৰু ১২ × ১০ আৰু ১৬ × ১০।

### ২য় মান

অমিশ্ৰ আৰু মিশ্ৰ নিয়মৰ অঙ্ক। গণ্ডাৰ ব্যৱহাৰ শিকাব লাগিব। যিমানখিনি সম্ভৱ বাস্তৱ জীৱনৰ লগত পৰিচয় থকা অঙ্ক হব লাগে।

টকা, অনা, পইচা, গণ্ডা; মোণ, সেৰ, ছটাক, তোলা; নল, গজ, হাত, আঙ্গুলি আৰু গজ, ফুট, ইঞ্চিৰ লঘূকৰণ শিকাব। উক্ত নিয়মবোৰ শিকিবৰ কাৰণে প্ৰয়োজনীয় সহজ সহজ অঙ্ক কৰাব। যিমানদূৰ সম্ভৱ বাস্তৱ জীৱনত লগা এইবোৰ অঙ্ক প্ৰশ্নৰ আকাৰেও শিকাব।

ভগ্নাংশ ঃ—বস্তুৰ সহায়েৰে আৰু তাৰ পাছত সংখ্যা দ্বাৰা $\frac{১}{২}$, $\frac{১}{৪}$ আৰু $\frac{৩}{৪}$ শিকাব। (এই ভগ্নাংশবোৰ ভগ্নাংশ হিচাপেই শিকাব। আধলি, সিকি আৰু তিনি সিকি হিচাপে নহয়)।

মৌখিক অঙ্ক ঃ—শিকা নিয়মবোৰৰ পৰা অঙ্ক। মৌখিকৰ চুটি নিয়ম। সৰল সেৰকছা, মোণকছা (শুভঙ্কৰৰ নিয়ম এই শ্ৰেণীত শিকোৱাৰ আৱশ্যক নাই)।

### ৩য় মান

অমিশ্ৰ আৰু মিশ্ৰ লঘূকৰণ আগৰ নিচিনা। তাৰ উপৰিও তলৰ আৰ্য্যাবিলাক ঃ—

১। মাইল, ফাৰ্লং, গজ।

২। বছৰ, মাহ, সপ্তাহ, দিন, ঘণ্টা, মিনিট, চেকেণ্ড।

৩। গ্ৰোচ, ডজন, গুটীয়া।

৪। ৰীম, দিস্তা, তাও।

৫। কালি [ স্থানীয় ভূমি পৰিমাণ; যেনে—পূৰা, বিঘা, কঠা, লোচা ]।

৬। ঐকিক নিয়ম, সৰল সুদকছা।

শিক্ষা—পূৰণৰ নেওঁতাৰ সহায়েৰে পূৰণ আৰু পূৰণৰ সংক্ষিপ্ত নিয়ম; সৰল উৎপাদক। মিশ্ৰ আৰু অমিশ্ৰ নিয়মৰ সহজ প্ৰশ্ন।

অখণ্ড সংখ্যা আৰু ভগ্নাংশৰ ($\frac{১}{২}$, $\frac{১}{৪}$, $\frac{৩}{৪}$) যোগ আৰু বিয়োগ। ২০লৈকে (XX) ৰোমান সংখ্যা চিনা; ঘড়ি চাবলৈ শিকা।

মৌখিক অঙ্ক ঃ—মিশ্ৰ আৰু অমিশ্ৰ নিয়মৰ অঙ্ক। সৰল লঘূকৰণ আৰু ঐকিকৰ প্ৰশ্নৰ আকাৰে অঙ্ক।

১৬ × $\frac{১}{৪}$, $\frac{১}{২}$, $\frac{৩}{৪}$ ১$\frac{১}{৪}$, $\frac{১}{২}$ আৰু ২$\frac{১}{২}$

হিচাব ঃ—সাধাৰণ জমা-খৰচ।

## সাধাৰণ-জ্ঞান, প্ৰকৃতি পাঠ আৰু স্বাস্থ্য-বিজ্ঞান

### ক-মান, খ-মান আৰু ১ম মান

(ক) প্ৰতিবিধৰ যি-কোনো ছটা পৰ্য্যবেক্ষণ কৰা ঃ—

১। ফুল ঃ—পদুম, ভেঁট, টগৰ, অলিন্দৰ, গোলাপ, ধতুৰা ইত্যাদি।

২। ফল ঃ—আম, কঠাল, সুমথিৰা, মধুৰি আম, কল, আনাৰস, প্লাম, নাৰিকল ইত্যাদি।

৩। শাক-পাচলি ঃ—কবি, বীট, পালেং, লাও, কোমোৰা, শালগম, গাজৰ, আলু, জিকা, বেঙেনা আৰু স্থানীয় অইন অইন শাক-পাচলি।

৪। চৰাই ঃ—কাউৰী, মইনা, ভাটৌ, টিয়া, চাতক, কপৌ, শালিখ, কাঠঠোক্‌ৰা, কুলি ইত্যাদি।

৫। পশু ঃ—গৰু ঘোঁৰা, কুকুৰ, মেকুৰী, ছাগল, ভেড়া, গাহৰি, ম'হ, হাতী ইত্যাদি।

৬। মাছ ঃ—দেখিবলৈ প্ৰায় একে এনেবিধৰ মাছবোৰ।

(খ) ঘৰচীয়া জন্তুবিলাকৰ যত্ন।

বাগিচাৰ কাম ঃ—বাকচ্ আৰু বটলত গুটি আৰু পুলি গজোৱা শিক্ষা।

স্বাস্থ্য-বিজ্ঞান ঃ—পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ আৱশ্যক; নখ, দাঁত আৰু চুলিৰ যত্ন লবলৈ শিক্ষা। অস্বাস্থ্যকৰ অভ্যাস, যেনে—য'তে-ত'তে থু পেলোৱা, থুৰে চিলঠ মোহৰা ইত্যাদি পৰিত্যাগ কৰা। পঢ়াশালিৰ ঘৰ আৰু চাৰিওফাল পৰিষ্কাৰ ৰখা।

স্বাস্থ্য সম্বন্ধে শ্ৰেণীত শিকোৱা নিয়মাদি কাৰ্য্যতঃ পালন কৰা। (শিক্ষকসকলে ছাত্ৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ পিনে বিশেষ দৃষ্টি ৰাখিব আৰু ছাত্ৰসকলক পৰিষ্কাৰ-পৰিচ্ছন্ন পাৰিপাৰ্শ্বিক অৱস্থাত থকাৰ অভ্যাস গঠন কৰিব)

এই কেইটা শ্ৰেণীৰ কাৰণে কোনো পাঠ্য কিতাপৰ আৱশ্যক নাই।

### ২য় মান

(১) স্থানীয় শস্য আৰু গুটি সম্বন্ধে শিক্ষা ঃ—ধান, মাকৈজোৰা, তুলা, কুঁহিয়াৰ, মাটিকলাই, মুগ, বুট, সৰিয়হ, তিল, নহৰু, পিঁয়াজ ইত্যাদি।

(২) স্থানীয় গছ-গছনি আৰু ফল সম্বন্ধে শিক্ষা ঃ—গছ, যেনে, পিপল, বাঁহ, খাগড়া, নাৰিকল ফুলৰ গছ। লতা, যেনে, মটৰ, পান ইত্যাদি।

ফল, যেনে—কল, আম, কঠাল, নাৰিকল, সুমথিৰা, নেবু আনৰস,

নাচ্‌পতি, প্লাম, তৰমুজ, বাঙী ইত্যাদি। বতৰ অনুযায়ী দুবিধ গছ আৰু দুবিধ ফল সম্বন্ধে বাস্তব শিক্ষা দিব লাগে।

(৩) বুট, মাটিমাহ, মটৰ, নহৰু আৰু পিঁয়াজৰ গজোৱা শিক্ষা। গছ-গছনিৰ ভাগ আৰু সিবিলাকৰ ক্ৰিয়াৰ বিষয় সাধাৰণ শিক্ষা; ছাত্ৰসকলে জনা নানাবিধ পশুৰ বিষয়ে শিক্ষা।

বাগিচাৰ কাম ঃ—খেল-ধেমালিৰে সৈতে অলপ বাগিচাৰ কাম। গছ-গছনিবিলাকৰ গুটি পচোৱাৰ পৰা ডাঙৰ হোৱা অৱস্থা পৰ্য্যবেক্ষণ।

স্বাস্থ্য-বিজ্ঞান ঃ—কাপোৰ, বিছনা আদি আৰু নিজৰ শৰীৰ চাফ-চিকুণকৈ ৰখা। কছৰৎ, গো-ধোৱা; স্বাস্থ্য-চিত্ৰৰ সহায়েৰে সংক্ৰামক ৰোগবিলাকৰ উৎপত্তি, বিস্তাৰ আৰু নিবাৰণৰ উপায় শিক্ষা। স্কুলঘৰ আৰু তাৰ চাৰিওফাল পৰিষ্কাৰ ৰখা শিক্ষা। কলহৰ ফিলটাৰৰ সহায়েৰে পানী পৰিষ্কাৰ কৰা প্ৰণালী সজা।

### ৩য় মান

(১) ২য় মানৰ দৰে স্থানীয় শস্য, গুটি, গছ-গছনি আৰু ফল সম্বন্ধে শিক্ষা। এই পাঠ দুই ভাগে ভাগ কৰি লব লাগিব। এক ভাগ ২য় মানত আৰু বাকীভাগ ৩য় মানত শিকাব লাগিব। ৩য় মানত স্থানীয় শস্য আৰু গুটি সম্বন্ধে শিক্ষা, সাৰ দিয়া আৰু শস্য চপোৱা শিক্ষা দিব লাগিব।

(২) পোক পলু, (চিল্ক-পলু), আৰু শস্যৰ অপকাৰী পোক সম্বন্ধে শিক্ষা।

স্বাস্থ্য-বিজ্ঞান ঃ—পূৰ্ব্বৰ বিষয়বিলাক শিক্ষাৰ বাহিৰেও সাধাৰণ ৰোগসমূহৰ উৎপত্তি, বিস্তাৰ আৰু নিবাৰণৰ উপায় শিক্ষা।

ছোৱালীৰ কাৰণে ঃ—উল্লেখিত বিষয়বোৰৰ শিক্ষাৰ বাহিৰেও কাপোৰ ধোৱা, ফটা কাপোৰ চিলাই কৰা, বাচন আৰু আচ্‌বাব পত্ৰৰ যত্ন লোৱা সম্পৰ্কে শিক্ষা দিব লাগিব।

বাগিচাৰ কাম ঃ—২য় মানৰ দৰে শিক্ষা। নতুন কামৰ ভিতৰত।

বিশেষ দ্ৰষ্টব্য ঃ—২য় আৰু ৩য় মানৰ কাৰণে চিত্ৰ থকা এখন নিৰ্দ্দিষ্ট পাঠ্য কিতাপ ব্যৱহাৰ কৰিব পাৰিব।

## ভূগোল

### ১ম মান

সামাজিক-শিক্ষা ঃ—মানুহৰ জীৱনৰ লগত সম্বন্ধ ৰাখি প্ৰাকৃতিক আৰু প্ৰত্যক্ষ অনুভূতিৰ বিষয়; যেনে—সূৰ্য্য, বৰষুণ, বতাহ, ধুমুহা, জুই ইত্যাদি

সম্বন্ধে শিক্ষা দিব। এই শিক্ষা দিওঁতে শিক্ষকে নিজে অঁকা চিত্ৰৰ সহায়ত শিকাব। চহৰ, গাওঁ, স্থানীয় শস্য, জন্তু, চৰাই, হাট-বজাৰ, ডাঙৰ নাইবা লাগতিয়াল ঘৰ সম্বন্ধে সাধাৰণ ধাৰণা দিব। কোনো পাঠ্য কিতাপ ব্যৱহাৰ কৰিব নালাগে।

### ২য় মান

(১) ভূগোলত ব্যৱহাৰ হোৱা প্ৰধান প্ৰধান শব্দবোৰ, যেনে—সমতল-ভূমি, পৰ্ব্বত, পৰ্ব্বতশ্ৰেণী, মালভূমি, উপত্যকা, মৰুভূমি (শীতল আৰু গৰম) নৈ, হ্ৰদ, সাগৰ, প্ৰণালী, দ্বীপ ইত্যাদি সম্বন্ধে প্ৰাথমিক জ্ঞান দিব লাগিব। বালিৰ বোৰ্ড, আদৰ্শ-চিত্ৰ, আৰু স্কুলৰ ওচৰত থকা এইবোৰ বস্তুৰ নক্সা আৰু চিত্ৰৰ সহায়ত শিক্ষা দিব।

এই শ্ৰেণীত সাধাৰণভাৱে মৌখিক আৰু যথা-সম্ভব নমুনা দেখুৱাই শিক্ষা দিব লাগিব।

(২) স্কেলমতে স্কুল-কম্পাউণ্ড আঁকিবলৈ শিকোৱা। গাওঁ অথবা চহৰৰ মেপ শিক্ষা। মেপ অঁকা আৰু নিজ জিলাৰ বিষয়ে সাধাৰণ জ্ঞান।

**বিশেষ দ্ৰষ্টব্য ঃ**—কোনো পাঠ্য কিতাপ ব্যৱহাৰ কৰিব নালাগে।

### ৩য় মান

২য় মানৰ শিকোৱা পাঠৰ পুনৰালোচনা। নিম্নলিখিতবোৰ শিকাব লাগিব।

(১) অসম প্ৰদেশৰ সাধাৰণ জ্ঞান (বহু ঠাইৰ নাম আৰু বেছি বিশদৰূপে শিক্ষাৰ প্ৰয়োজন নাই)।

(২) ভাৰতবৰ্ষ আৰু পাকিস্থানৰ স্থূল জ্ঞান।

(৩) পৃথিবীৰ আকৃতি, মহাসাগৰ, মহাদেশ আৰু পৃথিবীৰ প্ৰধান প্ৰধান দেশবিলাক গ্লোবৰ সহায়েৰে শিক্ষা। ভূপৰ্য্যটক আৰু নাবিকসকলৰ সম্বন্ধে গল্প।

মানচিত্ৰ অঙ্কন ঃ—নিজৰ জিলাৰ আৰু প্ৰদেশৰ—বিস্তাৰিতভাৱে আৰু ভাৰতৰ চাৰিসীমা। এখন মঞ্জুৰী নিৰ্দ্দিষ্ট কিতাপ ব্যৱহাৰ কৰিব।

## সামাজিক-শিক্ষাৰ অংশ হিচাবে ইতিহাস

### ২য় আৰু ৩য় মান।

অসমৰ পৰ্ব্বতীয়া মানুহৰ সামাজিক আৰু ভৌগলিক ভূমিকা স্বৰূপ ক্ৰমশঃ বিশেষভাবে চলি অহা কমপক্ষে ২০ টা আখ্যান থকা এখন কিতাপ (যদি পোৱা যায়, আদৰ্শ স্বৰূপে জৰ্জ্জ ফিলিপ এণ্ড চন, লিমিটিড, লিভাৰপুৰ কৃত, “পিয়াৰচ্ প্লাউমেন হিচট্ৰিজ” কিতাপখন লব।

## নৈতিক-শিক্ষা

### ১ম, ২য় আৰু ৩য় মান।

নিজৰ কৰ্ত্তব্য, সহপাঠী আৰু সমনীয়াৰ প্ৰতি কৰ্ত্তব্য, নিজ নিজ ঘৰত কৰ্ত্তব্য, পশু-পক্ষীৰ প্ৰতি কৰ্ত্তব্য, সৰ্ব্বসাধাৰণৰ প্ৰতি কৰ্ত্তব্য, আৰু দেশৰ প্ৰতি কৰ্ত্তব্য ইত্যাদি উপদেশমূলক আখ্যান, পদ্য, আদৰ্শ-জীৱনী আৰু শিক্ষকে নিজে আদৰ্শস্বৰূপ হৈ শিক্ষা দিব।

## চিত্ৰাঙ্কন

দ্ৰষ্টব্য ঃ—কম প্ৰয়োজনীয় বুলি ভাবি যেন চিত্ৰাঙ্কন অৱহেলা কৰা নহয়। এই বিষয়ৰ প্ৰতি উপযুক্ত মনোযোগ আৰু শিক্ষা দিয়াত উপযুক্ত যত্ন লব লাগিব। যদি কোনো ছাত্ৰৰ এই বিষয়ৰ প্ৰতি বিশেষ ৰাপ আৰু যোগ্যতা দেখা যায় তেন্তে তেওঁৰ এই কৰ্ম্মক্ষমতাক উৎসাহ দিব লাগিব।

চিত্ৰাঙ্কনৰ আদৰ্শ-সূচী তলত দিয়া হ'ল। কিন্তু ইয়াত দিয়া ক্ৰমৰ পৰিবৰ্ত্তে স্কুল-ইন্সপেক্টৰ অনুমোদিত ক্ৰম অনুসাৰে শিকাব লাগিব।

### ক আৰু খ—মান।

মজিয়াৰ ওপৰত নাইবা বালি-বোৰ্ডৰ ওপৰত আঙ্গুলিৰে অথবা কাঠিৰে চিত্ৰ আঁকা। নৰম পেঞ্চিলেৰে ফলিত আঁকা। সহজ পাত, ফুল আৰু সাধাৰণ বস্তু আঁকা। ফলি, বোৰ্ড, পতাকা, ঢাৰি, কাকতৰ চিলা, কণী, আলু, খোলা-চাপৰি, ডিম্বাকৃতি ফলসমূহ, গাড়ীৰ চকা ইত্যাদি আঁকিব।

### ১ম মান

পূৰ্ব্ব শ্ৰেণীৰ কাম চলি থাকিব; ইয়াৰ বাহিৰে মজিয়াত ৰঙীন গুটিৰে সহজ ছবি আঁকিব। জ্যামিতিৰ বিভিন্ন ধৰণৰ চিত্ৰবোৰ কাৰ্ডবোৰ্ডত আৰু ডাঠ কাগজত কাটি লৈ ফলিত নৰম পেঞ্চিলেৰে আঁকিব।

### ২য় মান

সাধাৰণ-জ্ঞানৰ বিষয়ৰে সৈতে সঙ্গতি ৰাখি ফলিত নৰম পেঞ্চিলেৰে চিত্ৰ আঁকিব।

মনৰ পৰা অঙ্কন—ছাবি, তলা, ছুৰি, কটাৰি, কোদাল, কাঁচি ইত্যাদি।

### ৩য় মান

যিমানদূৰ সম্ভৱ সাধাৰণ-জ্ঞানৰ বিষয়েৰে সৈতে সঙ্গতি ৰাখি ফলিত নৰম পেঞ্চিলেৰে নাইবা ব'গা কাগজত কাঠ পেঞ্চিলেৰে চিত্ৰ আঁকিব।

মনৰ পৰা অঙ্কন—২য় মানৰ নিচিনা।

প্ৰাকৃতিক চিত্ৰাঙ্কন ঃ—চাৰ্টৰ পৰা চিত্ৰ অঁকাৰ পাছত পাতেৰে সৈতে ফুল, পাত আৰু ঠাৰিৰে সৈতে ফল ইত্যাদি মনৰ পৰা আঁকিব।

## হাতৰ কাম (ল'ৰাৰ কাৰণে)

এই বিষয়টোৰ পতি উপযুক্ত মনোযোগ দিয়া উচিত আৰু বৰ্ত্তমান যুগত ইয়াক কম দৰকাৰী বুলি অবহেলা কৰা অনুচিত। হাতৰ কামৰ ক্ৰম তলত দিয়া হ'ল। প্ৰতি স্কুলতে তলত দিয়া সকলো ৰকমৰ হাতৰ কাম যে হব লাগিব তেনে ভাবে ক্ৰম কৰা হোৱা নাই। স্কুল-কৰ্ত্তৃপক্ষ নাইবা শিক্ষা-বিভাগৰ ইন্‌স্পেক্টৰ মহোদয় কৰ্ত্তৃক অনুমোদিত শিক্ষক সম্মিলনী কৃত ক্ৰম ঠাই হিচাবে প্ৰয়োগ কৰিব লাগিব। ২য় আৰু ৩য় মানত স্থানীয় প্ৰয়োজনীয়তা হিচাবে সূতাকটা, জৰিবটা, বুটাম কৰা, কাঠৰ কাম, বাঁহৰ কাম ইত্যাদি চলাব পাৰে। প্ৰায় প্ৰতি স্কুলতে টাকুৰী নাইবা যঁতৰত সূতা-কটা চলাব পাৰে। স্কুলত ব্যৱহাৰ হোৱা বস্তু যেনে—পেঞ্চিলৰ নাল, মেপ-দেখুৱা কাঠি, ফুটস্কেল, কলাৰ, কলিং কাগজ, বহীবন্ধা ইত্যাদি কৰাব পাৰে। দৈনন্দিন জীৱনত লাগতিয়াল সৰু সৰু বস্তুবোৰ তৈয়াৰ কৰাতো উৎসাহ দিয়া উচিত। যদি কোনো ছাত্ৰৰ নাইবা শিক্ষকৰ কিবা এবিধ হাতৰ কামত বিশেষ পাৰ্গতালি থাকে তেন্তে তাৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰা উচিত। এই বিষয়ত কোনো ছাত্ৰৰ বিশেষ প্ৰতিভা চকুত পৰিলে সেই প্ৰতিভাৰ উন্নতিৰ কাৰণে তাক উৎসাহিত কৰিব আৰু বিশেষ ভাৱে শলাগিব লাগিব।

ধেমালিৰ জৰিয়তে হাতৰ কাম কৰোৱা উচিত। শিক্ষক ২টা বা ৩টা শ্ৰেণীলৈ ব্যস্ত থকা সময়ত বাকী শ্ৰেণীবোৰত হাতৰ কাম কৰিবলৈ দিব লাগে।

### ক আৰু খ-মান

(বালক-স্কুলৰ 'ক' মানৰ ক্ৰম বালিকা স্কুলবো 'ক' আৰু 'খ' মানত চলিব)

কাগজ আৰু ফটা-কানিৰ কাম ঃ—পৰিষ্কাৰ ফটা-কানিৰ বল তৈয়াৰ কৰা, কাগজ ভাঁজ কৰা, কাগজৰ *ঠোঙা* কৰা।

মাটিৰ কাম ঃ—কলী, সুমথিৰা, নেমু, তামোল ইত্যাদি।

### ১ম মান

কাগজ আৰু ফটা-কানিৰ কাম ঃ—কাগজেৰে কঠ তৈয়াৰ কৰা, পৰিষ্কাৰ ফটা-কানিৰে পুতলা তৈয়াৰ কৰা, আৰু পুতালাৰ কাৰণে কাপোৰৰ পোছাক তৈয়াৰ কৰা।

মাটিৰ কাম ঃ—মাটিৰ পইচা, অনা, দুৱানী, সিকি, আধলী, বাটিকাৰা, আম, বেঙেনা, বিলাহী-বেঙেনা, দোৱাত ইত্যাদি সজা। সৰু সৰু মাটিৰ গুটীৰে এক-দুই গণিবৰ ফ্ৰেম তৈয়াৰ কৰা।

বাঁহৰ কাম ঃ—ফুটস্কেল, ধনু-কাঁড়, খেলনা বন্দুক আৰু বাঁহৰ আন আন সহজ বস্তু সজা।

কাগজৰ কাম ঃ—নাও, টুপি ইত্যাদি সজা, এলবামৰ আকাৰত ছবি কটা আৰু লগোৱা।

## ২য় মান

মাটিৰ কাম ঃ—অমিতা, কল, তিয়ঁহ, লাও, কোমোৰা, গিলাচ, কাপ-প্লেট, কাঁহি ইত্যাদি সজা।

বাঁহ আৰু কাঠৰ কাম ঃ—ঠাৰি, ফুৰা, লাঠি, কলাৰ, কাপোৰ ৰখা হুক, বাঁহৰ তঙালৰ বিছনী ইত্যাদি সজা।

কাগজ আৰু ফটা-কানিৰ কাম ঃ—কাগজৰ চিলা, কাগজৰ পতাকা, খাম, নিমন্ত্ৰণী চিঠিৰ কাৰ্ড, ছাত্ৰৰ নিজৰ বহী বন্ধা, পুৰণা পৰিষ্কাৰ কানিৰ পৰা নিজৰ ব্যৱহাৰৰ কাৰণে ৰুমাল।

বহু ছাত্ৰে মিলি কৰা কাম ঃ—বাঁহ আৰু পাতৰ সহায়ত স্থানীয় জনসাধাৰণ থকা ঘৰ (সৰুকৈ) সজা।

## ৩য় মান

মাটিৰ কাম ঃ—২য় মানতকৈ অলপ উন্নত ধৰণৰ মাটিৰ কাম। নাৰিকল, কঠাল, অনাৰস, কোমোৰা ইত্যাদি সজা।

বাঁহ, কাঠ আৰু বেতৰ কাম ঃ—বাঁহৰ তঙাল তোলা, বান্ধিবৰ কাৰণে বেতৰ তঙাল তোলা, খৰাহি-পাচি আদি সজা, নাঙল আৰু যুঁৱলীৰ মডেল সজা, কিতাপ ৰখা ৰেক, কাপোৰ ৰখা আলনা, পোহনীয়া চৰাই ৰখা পিঞ্জৰা সজা।

কাগজৰ কাম ঃ—চিঠি লিখা কাগজৰ প্যাড তৈয়াৰ কৰা, বহী-বন্ধা, সজাবৰ কাৰণে নানাৰকমৰ ফুল-পাত ইত্যাদি কটা।

মৰাপাট আৰু কাপোৰৰ কাম—সহজ ধৰণৰ জৰি পকোৱা, কিতাপ লোৱা মোনা সজা, কাপোৰৰ বুতাম তৈয়াৰ কৰা।

বহু ছাত্ৰই মিলি কৰা কাম ঃ—২য় মানৰ নিচিনা সৰুকৈ ঘৰ সজা; গোহালী ঘৰ আৰু ভঁৰালঘৰ কোন ঠাইত হব দেখুৱাব। শিক্ষকে ২য় মানৰ ছাত্ৰৰ সহায়ত স্কুলৰ কম্পাউণ্ডত বেৰ দিয়াব।

# চিলাই

## ক-মান

| পাঠ্য-তালিকা | কৰিব লগীয়া বস্তু |
| --- | --- |
| মোটা বেজিৰে কেন্‌ভাচ নাইবা থলিয়াত বন আৰু টপ চিলাই। | ১। মোটা কেন্‌ভাচৰ স্কুলৰ কিতাপ লোৱা মোনা।<br>২। পুতলাৰ ওৰণি নাইবা ছোলা নাইবা পুতলাৰ কাৰণে যি-কোনো এবিধৰ পোছাক। |

## খ-মান

| পাঠ্য-তালিকা | কৰিব লগীয়া বস্তু |
| --- | --- |
| কেন্‌ভাচ, থলিয়া নাইবা মোটা কাপোৰৰ বান, টপ-চিলাই, মুৰি-চিলাই, ক্ৰচ্ ষ্টিচ্ নিটিং। | ১। কেচুৱা ল'ৰা ছোৱালীৰ বালিচৰ গিলিপ নাইবা বজাৰ কৰা মোনা<br>২। পুতলাৰ ওৰণি |

## ১ম মান

| | |
| --- | --- |
| মুৰি-চিলাই, ক্ৰচ্ ষ্টিচ্ নিটিং | কেচুৱা ল'ৰা ছোৱালীৰ ফতুয়া, থলিয়াৰ কঠ (ক্ৰচ্ চিলাইৰে মুৰি মাৰি) নাইবা কেচুৱা ল'ৰা-ছোৱালীৰ ছোলা। |

## ২য় মান

| | |
| --- | --- |
| ব্যেগ চিলাই। সৰল তাপলি মৰা আৰু ৰিপু কৰা। | ১। কুৰ্ত্তা নাইবা মেখেলা নাইবা চেমিজ নাইবা ফিতা লগোৱা গাৰুৰ গিলিপ।<br>২। সৰু ল'ৰা-ছোৱালীৰ ওৰণি। |

### ৩য় মান

| পাঠ্য-তালিকা | কৰিব লগীয়া বস্তু |
|---|---|
| দুডাল শলাৰে পুতলাৰ স্কাৰ্ফ বোৱা। সৰল তাপলি মৰা আৰু ৰিপু কৰা। | ১। টিউনিক নাইবা বুটামৰ ঘৰ আৰু বুটামেৰে সৈতে জেকেট নাইবা ব্লাউজ। |
| | ২। চেমিজ নাইবা ফিতালগোৱা গাৰুৰ গিলিপ নাইবা বোৱা গামোছা নাইবা নিজে হাতে কটা আধা পোৱা সূতা |
| | ৩। নমুনাৰ বহী। |
| | ৪। মাৰ্কিণ নাইবা লংক্লথৰ ১০" × ৭" জোখৰ চেপেটা হেঙেল থকা স্কুলৰ কিতাপ লোৱা মোনা। ইয়াত নমুনা হিচাবে ৰান চিলাই, মুৰি চিলাই, বেগ চিলাই, টপ্ চিলাই, বুটাম লগোৱা বুটামৰ ঘৰ কৰা, ফিতা-লগোৱা, ষ্ট্ৰেম্ চিলাই আৰু চেইনৰ চিলাই দেখুৱাব লাগিব। |

## ব্যায়াম আৰু খেল-ধেমালিৰ কেৰিকুলাম।

শিক্ষা-বিভাগৰ মঞ্জুৰী কিতাপৰ পৰা ব্যায়াম শিক্ষা দিব লাগিব। 'ক' মানৰ পৰা ১ম মানলৈ ঃ—গাৱঁলীয়া খেল-ধেমালি, গীতৰ সহায়ত দিয়া খেল-ধেমালিৰ সহায়ত শব্দ, বং আৰু গোন্ধৰ পৰিচয় শিক্ষা।

২য় আৰু ৩য় মান ঃ—স্থানীয় গাৱঁলীয়া খেল-ধেমালিবোৰ আৰু মঞ্জুৰী কিতাপৰ ব্যায়ামবোৰ শৃঙ্খলাবদ্ধ ভাৱে শিকোৱা।

খেল-ধেমালি আৰু ব্যায়াম সম্বন্ধে মন কৰিবলগীয়া কথা ঃ—

(১) ঋতু আৰু স্থানীয় পাৰিপাৰ্শ্বিক অৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি সময় আৰু স্থিতিকাল নিৰ্দ্ধাৰণ কৰিব।

(২) গোটেই বছৰৰ ব্যায়াম আৰু খেল-ধেমালি এনেদৰে ভাগ কৰি লব যেন ক্রমান্বয়ে ল'ৰাৰ শক্তি, উদ্যম আৰু নিপুণতা বৃদ্ধি পায়।

(৩) ব্যায়াম কৰাওঁতে যাতে শৰীৰৰ সকলো অঙ্গ-প্রত্যঙ্গৰ চালনা হয় সেই পিনে লক্ষ্য ৰাখিব। ব্যায়াম কৰাওঁতে মাথোন বিশেষ এটা অঙ্গৰ চালনা যেন নহয় তাৰ পিনে দৃষ্টি ৰাখিব, যেনে, অকল ভৰিৰ ব্যায়ামবোৰেই এদিনত নকৰাব।

খেল-ধেমালি আৰু ব্যায়ামৰ কাৰণে তলত দিয়ামতে সময় ভাগ কৰি লব ঃ—

'ক' মানৰ ৩য় মানলৈকে—সপ্তাহত ২ ঘণ্টা।

বহুত শিক্ষকে প্রাইমেৰী শ্রেণীবিলাকত কোন বিষয়ে কিমান দূৰ শিক্ষা দিব লাগে নাজানে। উদাহৰণ স্বৰূপে কব পাৰি যে খ-মানত ১০০০লৈ সংখ্যাৰ ধাৰণা হব লাগে আৰু ১০০ৰ ভিতৰত অমিশ্র চাৰি নিয়মৰ অঙ্ক শিকাব লাগে। কিন্তু বহুত শিক্ষকে ১০০০ত কৈ বেছি সংখ্যাৰ ধাৰণা দিবলৈ চেষ্টা কৰে আৰু অযুত লাখলৈকে যোগ-বিয়োগৰ অঙ্ক শিকায়। এই শ্রেণীত শিক্ষক সহচৰৰ সহায়ত শিকাব লাগে। এই কথা যে কিমান মূল্যবান, কাৰ্য্যত নখটালে বুজিব নোৱাৰি।

সেইদৰে ১ম মান শ্রেণীত বছৰৰ শেষভাগত দেশীয় মুদ্রা আৰু ওজনৰ মিশ্র যোগ-বিয়োগৰ অঙ্ক শিকাব লাগে। বহুত শিক্ষকে মিশ্র অঙ্ক ১ম মানত নিশিকায়।

সেইবাবে যদিও স্কুলবিলাকত কেৰিকুলাম আছে তথাপি কেৰিকুলাম এখন দিয়া হ'ল।

---

## চতুর্থ অধ্যায়

# (২) কেন্দ্রীয় শিক্ষক-সভা

সাধাৰণতে য'ত একোখন কেন্দ্রীয় স্কুল আছে তাতে এই সভা পতা হয়। কেন্দ্রীয় স্কুলখনক কেন্দ্র কৰি ওচৰৰ প্রাইমেৰী স্কুলৰ শিক্ষকসকলেৰে সৈতে শিক্ষকসকলৰ একোখন কেন্দ্রীয় সভা থাকিব লাগে। এই সভাৰ নিয়মাৱলী শিক্ষকসকলে গঠন কৰি লব লাগে। তলত মোটামুটিভাৱে উদ্দেশ্য আৰু নিয়মৰ আভাস দিয়া হ'ল।

**উদ্দেশ্য ঃ—**

(১) শিক্ষা আৰু স্কুলৰ উন্নতি।

(২) শিক্ষা-প্রণালী আৰু শিক্ষাবিস্তাৰৰ বিষয়ে আলোচনা আৰু উপায় নির্দ্ধাৰণ কৰি কর্ত্তৃপক্ষৰ ওচৰত আবেদন-নিবেদন জ্ঞাপন।

(৩) শিক্ষকসকলৰ মাজত সৌহার্দ্দ্য আৰু প্রীতি স্থাপন।

(৪) দেশৰ অভাৱ-অভিযোগৰ মাজেদি কি উপায়ে নিজৰ দেশৰ আৰু স্কুলৰ ল'ৰা-ছোৱালীবিলাকৰ স্বাস্থ্য, শিক্ষা, চৰিত্র আৰু সামাজিক জীৱন-যাপনৰ বাবে উপযুক্ততা অৰ্জ্জন কৰিব পাৰি তাৰ আলোচনা কৰা।

(৫) ওপৰোক্ত উদ্দেশ্য সাধন কৰিবৰ বাবে যি উপায় নির্দ্ধাৰণ কৰা হয় তাৰ কাৰ্য্যপদ্ধতি আৰু বাধা-বিপত্তিৰ বিষয়ে বিশদ আলোচনা আদি কৰি প্রবন্ধ লিখি সেই প্রবন্ধবোৰ যাতে শিক্ষক-সমাজৰ মাজত প্রচাৰ হয় তাৰ বাবে আলোচনী কাকত উলিয়াবৰ দিহা কৰা।

(৬) প্রদর্শনী আদি পাতিবৰ দিহা কৰা।

(৭) সাহিত্য প্রচাৰ বা সাহিত্যৰ উন্নতি কৰা।

**নিয়ম ঃ—**

(১) সকলো শিক্ষকে এই সভাৰ সভ্য হব লাগিব। এই সভাত যোগদান নকৰিলে কর্ত্তৃপক্ষৰ ওচৰত ৰিপোর্ট কৰিলে সিদিনাৰ দৰ্মহা কৰ্ম্মত অনুপস্থিতিৰ বাবে বাবে কটা যাব পাৰে। সেইবাবে এই সভাৰ এনেকুৱা নিয়ম থাকিব লাগে যাতে অনুপস্থিত সভ্যৰ অনুপস্থিতিৰ কাৰণ বিবেচনা কৰি সভাই বিদায় মঞ্জুৰ কৰিব পাৰে। সভাৰ আদেশ আৰু নিয়ম-নমনা সভ্যৰ বিৰুদ্ধে প্রস্তাৱ গ্রহণ কৰি নাইবা সম্পাদকে ৰিপোর্ট দি কর্ত্তৃপক্ষক জনাব লাগে। সভাত অনুপস্থিতিৰ বাবে শাসনৰ ব্যৱস্থাও কৰিব পাৰে।

(২) বছৰৰ শেহত বাৰ্ষিক সভা পাতি সেই সভাত বছৰৰ কামৰ তালিকা আদিৰ ৰিপোর্ট সৰ্ব্বসাধাৰণক জনাবৰ দিহা আৰু কর্ত্তৃপক্ষৰ ওচৰত অভাব-অভিযোগ আৰু শিক্ষাৰ উন্নতি সাধন বিষয়ে দৃষ্টি আকর্ষণ কৰা উচিত।

(৪) প্রত্যেক শিক্ষকৰ দ্বাৰা পালমতে প্রেক্‌টিকেল ক্লাছৰ দিহা থাকিব লাগে। এই ক্লাছত কোনো পৰিদর্শকক উপস্থিতত কৰাব পাৰিলে ভাল। আচলতে এই উদ্দেশ্যে এই সভাবোৰ প্রথমে পতা হয়।

(৫) স্কাউটিং ৰেডক্রচ ছোচাইটি, নতুন পদ্ধতিৰ ব্যায়াম, খেল-ধেমালি, শিক্ষা সম্বন্ধীয় সাৰ্ব্বজনীন সভা আদি এই সভাৰ অন্তর্ভূক্ত কৰি লব লাগে।

---

# শাৰীৰিক শিক্ষাত শিক্ষকৰ হাত-পুথি

## শিক্ষা-বিভাগ, অসম গৱৰ্ণমেণ্ট

## স্বাস্থ্য আৰু শাৰীৰিক শিক্ষা

স্বাস্থ্য আৰু শাৰীৰিক-শিক্ষা সকলো যুগতে মানুহৰ কাৰণে আৱশ্যক হৈ আহিছে। শৰীৰটো এটা ঘৰ মাত্ৰ; ইয়াৰ ভিতৰত মূৰৰ ঘিঁউ আৰু মনুষ্যত্ব প্ৰকাশৰ সকলো সমল ৰক্ষিত হৈ আছে। ঘৰ এটা ভাগি পৰিলে ইয়াৰ ভিতৰত থকা মেজ-মাচিয়া, পেৰা-পেটাৰি আদি সমলো মূল্যবান বস্তু ৰদ-বৰষুণত নষ্ট হব। সেইদৰে শৰীৰটো ভাগি গ'লে মানুহৰ সকলো নষ্ট হয়; সকলো থাকিও নথকাৰ দৰে হয়।

শাৰীৰিক-শিক্ষাৰ প্ৰথম উদ্দেশ্য স্বাস্থ্য আৰু শাৰীৰিক সৌষ্ঠব-সৌন্দৰ্য্য। ইয়ান দ্বিতীয় উদ্দেশ্য স্বভাব-চৰিত্ৰ। চমুৱাই কব লাগিলে, ইয়াৰ উদ্দেশ্য এটা ল'ৰাক মানসিক, নৈতিক আৰু শাৰীৰিক শক্তিৰ সমিল-মিলেৰে মানুহ কৰি তোলা। শাৰীৰিক-শিক্ষা কোনো এটা উদ্দেশ্যৰ নিমিত্ত মাত্ৰ; ইয়াক উদ্দেশ্য কৰি ললে, মানুহ সত্য আদৰ্শৰ পৰা বহুত দূৰলৈ আঁতৰি যায়।

শাৰীৰিক শিক্ষা লৈ বহুতৰ ভুল ধাৰণা আছে। ব্যৱসায়ী 'চাৰকাচ্‌ৱালা' আৰু অন্যান্য 'কুস্তিৱালা' সকলৰ চকুত-চমক লগোৱা বল প্ৰদৰ্শনেই ইয়াৰ কাৰণে দায়ী। অতিপাত বঢ়োৱা দেহেৰে মানুহ দীৰ্ঘায়ু, বুদ্ধিমন্ত আৰু তজ্‌বজীয়া হব নোৱাৰে। মাংসপেশীৰ অতিমাত্ৰাই বৃদ্ধিত ভিতৰৰ যন্ত্ৰ নষ্ট কৰাৰ ভয় থাকে। জীৱনীশক্তি অৰ্থাৎ ভিতৰৰ যন্ত্ৰটোৰ—হৃৎপিণ্ড, হাওঁফাওঁ, যকৃত আদিৰ—ভাল অৱস্থাই স্বাস্থ্য। মানুহ নিশকতীয়া হৈয়ো ভিতৰৰ যন্ত্ৰৰ শক্তিৰে স্বাস্থ্যৱন্ত হব পাৰে। মানুহ, মূৰৰ ঘিঁউ আৰু জ্ঞান-বুদ্ধিৰে মানুহ, স্বাস্থ্য লাগে সেইখিনিকে উপযুক্ত মানুহ কৰাত সহায় কৰিবলৈ। গাৰ মঙহ অলপ জকল সকলোৰে লাগে। কিন্তু কোমোৰাৰ ধৰণৰ অতিপাত বৃদ্ধি আৰু পাশৱিক বল কেতিয়াও উদ্দেশ্য কৰি লোৱা উচিত নহয়। শিকলি-ছিঙা আৰু মটৰ-ৰখোৱা কাম, সেই বিষয়ত ব্যৱসায়ী নহয় মানে,জীৱনত একো উপকাৰত নাহে। সদৌ জগতৰ 'অলিম্পিক' খেলৰ প্ৰতিযোগিতাৰ পৰা, অইনকি ৰচি-টনা খেলো আজি-কালি উঠাই দিলে।

এডওৱাৰ্ড ওৱৰমেন্ নামৰ এজন শৰীৰ-বিশেষজ্ঞই অতিপাত মাংসপেশী বঢ়োৱা ব্যায়ামৰ বিষয়ে এটা দীঘলীয়া প্ৰবন্ধত (চেণ্ডোৰ মৃত্যুৰ কেইবছৰমানৰ আগতেই) মাজ-বয়সত চেণ্ডোৰ মৃত্যুৰ কথাৰ ভৱিষ্যৎ-বাণী কৰিছিল। চেণ্ডো আৰু তেওঁৰ ব্যায়াম-প্ৰণালীৰ ওপৰত মত প্ৰকাশ কৰি তেওঁ কৈছে, "চেণ্ডো

এজন আচৰিত মানুহ, কিন্তু তেওঁৰ দৃষ্টান্ত অনিষ্টকৰ। তেওঁৰ দেহ বৃদ্ধিৰ প্ৰণালী অতি চমৎকাৰ, কিন্তু ইয়াৰ পালন বিপদজনক হব পাৰে।"

শাৰীৰিক শিক্ষাৰ চাৰি-সীমাৰ ভিতৰত তলত দিয়া বিষয়বোৰ সাধাৰণতে সোমাই পৰে ঃ—স্বাস্থ্য ৰক্ষাৰ ব্যক্তিগত আৰু সমজুৱা নীতি, বল খেলবোৰ, ধেমালি খেলবোৰ, কুস্তি, ব্যায়াম বা অঙ্গচালনা, লৰা-ঢপৰা, নচা-বগা, মালযুদ্ধ, ইত্যাদি। যেনেকুৱা বিষয়েই হ'ক, ইয়াৰ শিক্ষা ভাল ধৰণেৰে হব লাগে। মানুহ গঢ়া স্কুলত শাৰীৰিক কাৰ্য্যাৱলী সদায় চুটি, নিৰাপদজনক, উজু, আমোদজনক, উপকাৰী আৰু আৰু আৱশ্যকীয় হোৱা উচিত।

বল খেলবোৰৰ বিষয়ে সকলোৱেই জানে। গ্ৰীছ দেশত ফুটবল, ইংলেণ্ডত ক্ৰিকেট, মিশৰ দেশত হকী, ফ্ৰান্সত টেনিছ, আমেৰিকাত ভলীবল আৰু বাস্কেট বল আবিষ্কৃত হৈ এই বিলাক নিজৰ গুণৰেই গোটেই জগতৰ চুকে-কোণে সোমাল। এই খেলবিলাক ল'ৰাৰ এদনীয়া বস্তু হৈ পৰে। কাৰণ ইয়াত ল'ৰা-বিলাকৰ স্বাভাৱিক-দল প্ৰবৃত্তি আৰু স্বাভাৱিক প্ৰতিযোগিতাৰ ইচ্ছা পূৰ্ণ হয়। গাৱেঁ—ভূএঁও এই খেল এতিয়া সোমাই পৰিছে। কিন্তু এই খেল অতি কম ল'ৰাই হে খেলিব পাৰে। আমি চোৱা উচিত গোটেই সমূহ ছাত্ৰৰ স্বাস্থ্যলৈ। গতিকে আমাৰ কাৰ্য্য-প্ৰণালী এনেকৈ নিৰ্দ্ধাৰণ কৰিব লাগিব যাতে প্ৰতি ল'ৰাটোৱে শাৰীৰিক শিক্ষাৰ পূৰা ভাগ পায়।

সকলো ধৰণৰ শাৰীৰিক কাৰ্য্যাৱলীয়ে চৰিত্ৰ গঠনত সহায় কৰে যদিও ইয়াৰ মাত্ৰা সদাই বেছি খেলবিলাকত। সুপৰিচালিত খেলত খেলুৱৈবোৰে খেলৰ নিয়ম মানি, ৰেফাৰীৰ মীমাংসা মানি খেলিব লাগে। এই দৰে হুকুম মানি মানি চলোতে চলোতেই ই অতি তীখা-মোখৰা ল'ৰাবো অভ্যাস পৰিণত হৈ, স্থায়ী চৰিত্ৰত ছাপ পৰি যায়। খোলা প্ৰাণেৰে খেলিবলৈ, হাঁহিমুখে হাৰ মানিবলৈ, আত্মগৌৰৱ নকৰাকৈ জিকিবলৈ, স্বাৰ্থহীন ভাবেৰে দল খেলৰ মূল্য বুজি চলিবলৈ আৰু লোকৰ অন্যায়েও খং তুলিব নোৱাৰা হবলৈ সদায় ল'ৰাক শিকাব লাগে। এই কাৰ্য্যকৰী নৈতিক শিকনি স্কুল ঘৰৰ ভিতৰৰ শ্ৰেণীত কেতিয়াও দিব নোৱাৰি। খেল-পথাৰত ল'ৰাই নৈতিক শিক্ষাৰ বহুতখিনি পায়।

অকল ল'ৰাৰ কাৰণেই নহয়, শিক্ষকৰ কাৰণেও শাৰীৰিক পৰিচালনাৰ আৱশ্যক। অকল মগজু আৰু মুখৰ ব্যৱহাৰ কৰি চলিব লগা জীৱনত মুকলি বতাহৰ কাৰ্য্যই শাৰীৰিক উপকাৰৰ এটা মাত্ৰ সুবিধা দিয়া বুলিহে ধৰি লব লাগে। সকলোৱেই যেন উলাহী হৈ ল'ৰাকো তেনেকুৱা কৰিব। সকলোৱে সদায় মনত ৰখা উচিত—"ধন হানিয়ে একো হানি কৰে, আৰু চৰিত্ৰ হানিয়ে সৰ্ব্বনাশ কৰে।"

---

# প্ৰথম ছেদ

(ক) ল'ৰা ব্যায়াম দিওঁতে মানত ৰাখিবলগীয়া কথা :—

(১) শিক্ষক সদায় ল'ৰাৰ ফালে মুখ কৰি থিয় হব।

(২) সকলো কাম সদায় "সাৱধান" অৱস্থাৰ পৰা আৰম্ভ হব।

(৩) বাওঁ-সোঁৱে কৰিব লগীয়া ব্যায়ামবোৰত বাওঁ ফালৰ পৰা আৰম্ভ কৰিব। শিক্ষকৰ সোঁৱে হলে ল'ৰাৰ বাওঁ হব আৰু ল'ৰাৰ বাওঁ হলে শিক্ষকৰ সোঁৱে হব।

(৪) শিক্ষকে কেতিয়াও ল'ৰাক ভুলকৈ ব্যায়াম কৰিবলৈ নিদিব; ভুল ব্যায়ামে দেহৰ বৃদ্ধি আৰু ভিতৰৰ যন্ত্ৰ দূষিত কৰে।

(৫) শিক্ষক সদায় হাঁহিমুৱা আৰু তেজ্‌বজীয়া হৈ ল'ৰাকো তেনে কৰিবলৈ চাব।

(৬) ভাল শিক্ষকে কাৰ্য্যত ল'ৰাবোৰৰ ৰাপ বঢ়াবলৈ সদায় চেষ্টা কৰিব। শৃঙ্খলা আৰু সুচাৰু সমাধান ইয়াৰ ওপৰত হে নিৰ্ভৰ কৰে।

(৭) অন্যান্য বিষয়ত পাঠ প্ৰণয়ন কৰাৰ দৰে ইয়াতো শিক্ষকে পাঠ তৈয়াৰী কৰি কাৰ্য্য কৰিব।

(৮) ব্যায়াম দিওঁতে দীঘলাই উশাহ লোৱা ব্যায়ামৰ মাজে মাজে, বিশেষকৈ একাদিক্ৰমে দীঘলীয়াকৈ ব্যায়াম দিয়াৰ পিছত জিৰণি দিবলৈ কেতিয়াও পাহৰিব নেলাগে।

(খ) হুকুম দিয়াৰ নিয়ম :—

হুকুমৰ দুটা অংশ—(১) সাজু কৰা অংশ আৰু (২) পালন কৰা অংশ। প্ৰথম অংশটো সাধাৰণ কথা কোৱা ধৰণেৰে কৈ দ্বিতীয় অংশটো টানি কোবেৰে কব লাগে, প্ৰথম আৰু দ্বিতীয় অংশৰ ভিতৰত, ল'ৰাক হুকুম পালনৰ কাৰণে সাজু কৰিবলৈ যথেষ্ট সময় ৰ'ব লাগে। ৰ'বলৈ পাহৰিলে সৰহীয়া ল'ৰাৰ সমদল কাৰ্য্য বিশৃঙ্খল হয়। কিছুমান হুকুমৰ "পালন কৰা" অংশটো কৈয়েই একে উশাহতে লেখ আৰম্ভ কৰিব লাগে।

(গ) ব্যায়াম দিয়াৰ নিয়ম :—

(১) ব্যায়ামটো তপ্‌কৈ দেখুৱাই দিব।

(২) তাৰ পিছত "বাই নম্বৰ" কৈ দিব। অৰ্থাৎ এক দুই কৈ লেখ কৰি, প্ৰতি লেখৰ পিছত বৈ বৈ, ল'ৰাবোৰলৈ চকু ফুৰাই চাই ব্যায়াম এটাৰ প্ৰতি অংশ ভালকৈ শিকাই ভুলচুক শুধৰাই নিয়া।

(৩) তাৰ পিছত একাদিক্ৰমে মাজত নোবোৰাকৈ দিব লাগে— ইয়াৰ উদ্দেশ্য ভাগৰ লগোৱা আৰু গা ঘমোৱা।

শিক্ষকে ল'ৰাৰ আগত থিয় হৈ বেচি কথা কোৱা উচিত নহয়। যদি

কোনো এটা ব্যায়াম এবাৰ কোৰাত বুজিব নোৱাৰা বহুত অংশ থাকে, তেন্তে সেই ব্যায়ামটো ভাগ ভাগ কৰি দেখুৱাই দিয়া উচিত।

একাদিক্ৰমে ব্যায়াম দিওঁতে লেখাৰ নিয়ম :—১, ২, ৩, ৪, ৫, ৬, ৭, ৮, ৭, ৬, ৫, ৪, ৩, ২, ১।

ৰখাবৰ হলে ২ আৰু ১ম ঠাইত "ক্লাছ হল্ট" (Class Halt) কব।

সোঁৱে কৰিবৰ হলে "সোঁৱে কৰা" (Right change) বাওঁ-সোঁৱে ইটোৰ পিছত সিটো হলে "বাঁৱে-সোঁৱে", (Alternate); পাচৰ ব্যায়ামটো কৰিবৰ হলে "সিটো ধৰা" (Next Change) পুনৰায় কৰিবৰ হলে "পুনৰ কৰা" (Repeat) কব।

বিশেষ দ্ৰষ্টব্য :—হুকুমবোৰ আৰু লেখাবোৰ ইংৰাজীতে দিয়া আৰু কৰা ভাল। অলপ অভ্যাসতে ইংৰাজী নজনা শিক্ষকে শিকি লব পাৰিব। অভিজ্ঞতাই কয়, ইংৰাজী হুকুম আৰু লেখবোৰ অইনকি ক-মানৰ ল'ৰাইও ভাল পায় আৰু অলপ সময়তে জনা হয়। ইয়াৰে ল'ৰাক বেচি তজ্বজীয়া কৰিব পাৰিব।

(ঘ) ব্যায়ামৰ ধৰণ :—শিক্ষাৰ্থী ল'ৰাৰ ব্যায়াম হব লাগিব—

(১) নিৰাপদজনক, (২) চুটি (৩) উজু, (৪) আনন্দদায়ক, (৫) উপকাৰী আৰু লাগতিয়াল।

(ঙ) সমদলীয়া স্কুলীয়া ল'ৰাক দিব নলগীয়া ব্যায়াম :—

(১) অযুগ্ম লেখৰ ব্যায়াম, (২) বহু লেখৰ ব্যায়াম, (৩) হাত মুঠিওৱা, মুখ লৰোৱা আদি ব্যায়াম, (৪) অসাধাৰণ ব্যায়াম, "বিছা বুলন" আদি (৫) সমাঞ্জস্যহীন ব্যায়াম; এক লেখত হাত দঙা, ইটো লেখত ভৰি দঙা আদি ব্যায়াম, (৬) জটিল ব্যায়াম।

---

# দ্বিতীয় ছেদ

## ১ম আধ্যা

## প্ৰাথমিক হুকুম।

(১) Fall-in "ফল-ইন্"; শাৰী পাতা।

সাধাৰণ ভাৱে ভৰি মেলি, দুয়ো হাত পিঠিৰ ফালে কঁকালত থৈ থিয় হব। ল'ৰা-বোৰক সোঁফালৰ পৰা, চাপৰৰ পৰা ক্ৰমৱয়ে ওখলৈ থিয় কৰাই শাৰী পতাব।

| | | |
|---|---|---|
| (২) Attention ; | "এটেন্‌ছান" | সাৱধান |
| or | বা | |
| alert ; | "এলাৰ্ট" | |

ভৰিৰ গোৰোহা লগ লগাই, বুকু ফুলাই, মূৰ তুলি, থুঁতৰি চপাই, আগলৈ চাই, আৰু হাত দুয়ো কাষে সাধাৰণ ভাৱে পোনকৈ, কিন্তু ঠৰঙা বা ফিটফিটীয়া নকৰা কৈ, থিয় হ'ব।

(৩) Stand-at-ease; "ষ্টেণ্ড-এট-ঈজ"—আৰামত থিয় হোৱা। অৰ্থাৎ আকৌ "ফল-ইন"ৰ অৱস্থা হোৱা।

(২) আৰু (৩) নং হুকুমৰ কাৰ্য্য সোঁ-ভৰিক খুটি কৰি লৈ বাওঁভৰি চপাই আৰু আঁতৰাই কৰিব লাগে।

(৪) Right Dress; "ৰাইট ড্ৰে'ছ"—শাৰী পোনোৱা। সোঁ-ফালৰ মূৰৰ ল'ৰাটো লৰচৰ নকৰাকৈ খুটি হৈ ৰ'ব। বাকী-বোৰ ল'ৰাই সোঁ-হাত কঁকালত দি, প্ৰত্যেকৰ সোঁ-ফালৰ ল'ৰাটোৰ বাওঁ- বাহুৰ মাজত কিলাকুটি লগাকৈ আৰু প্ৰত্যেকে সোঁ-ফালৰ ল'ৰাটোৰ বুকুলৈ চাই, সেই বুকুৰ লগত বুকু মিলাই, বাওঁ-ফালে আঁতৰি গৈ শাৰী পোনাব। (শিক্ষকে এমূৰত থিয় হৈ শাৰী পোন হোৱা-নোহোৱা চাব)

(৫) Eyes front; "আইজ ফ্ৰন্ট্"—আগলৈ চোৱা। কঁকালৰ পৰা হাত পেলাই আগলৈ চাব।

(৬) Stand-Easy; "ষ্টেণ্ড্ ঈজি"—এই হুকুম "ষ্টেণ্ড এট ঈজ" অৱস্থাত থাকোঁতে দিব লাগে। এই হুকুম শুনিলে ল'ৰাই হাত-ভৰি ল'ৰাই থিয় হ'ব পাৰে; কিন্তু শাৰীটো ভাঙিব নোৱাৰিব।

"ষ্টেণ্ড ঈজি" অৱস্থাত থাকোঁতে শিক্ষকে "স্নাছ" বুলিলেই ল'ৰাই "ষ্টেণ্ড"-এট্ ঈজ"ৰ অৱস্থা লব আৰু শিক্ষকৰ নতুন হুকুমৰ কাৰণে সাজু হ'ব।

## ২য় আধ্যা

## ঘূৰণ

(১) Right Turn; "ৰাইট্ টাৰ্ণ"—সোঁৱে ঘূৰা।

সোঁ-ভৰিৰ আগ দাঙি বাওঁ-ভৰিৰ গোৰোহা দাঙি লাচ দি সোঁফালে ঘূৰিব লাগে।

(২) Left Turn; "লেফ্‌ট টাৰ্ণ"—বাৱেঁ ঘূৰা। সোঁৱে ঘূৰাৰ বিপৰীতে ঘূৰিব লাগে।

(৩) About Turn; "এবাউট টাৰ্ণ"; সোঁ-ফালেদি পিঠি মুখীয়াকৈ ঘূৰা। ঘূৰণটোৰ প্ৰথম অৱস্থাটোত দুই ভৰিৰ কৰঙন কেঁচীয়া-কেচী হৈ পৰিব। (এই ঘূৰণ সদায় সোঁফালেদি কৰিব)।

---

কমাণ্ড, (হুকুম) বিলাক শিক্ষকে ইচ্ছিত পৰিবৰ্ত্তিত কৰি লব।

বিশেষ দ্ৰষ্টব্য ঃ—এই ঘূৰণবোৰত ল'ৰাক প্ৰথমতে "ৰাই নম্বৰ" বা এক দুই লেখেৰে শিকাব লাগে। "এক" লেখত ঘূৰিব আৰু ঘূৰোতে এটা ভৰি পাছ পৰিব, আৰু "দুই"'ত এই পাছৰ ভৰি নি আগৰ ভৰিত লগ লগাই সাৱধানৰ অৱস্থা লব। যেতিয়া ঘূৰণটোৰ দুয়োটা অৱস্থা ল'ৰাই ভালকৈ বুজা হয় তেতিয়া তপ্‌তপকৈ কৰাব।

(৪) Half Right or Half Left Turn; "হাফ ৰাইট" বা "হাফ লেফ্‌ট টাৰ্ণ"—অৰ্দ্ধ-সমকোণে সোঁৱে বা বাওঁৱে ঘূৰা।

## ৩য় আখ্যা

### খুলন (Marches)

(১) Mark Time, March, Left, Right ....
"মাৰ্ক টাইম্‌, মাচ, লেফ্‌ট্‌-ৰাইট"....

"লেফ্‌ট" বোলোঁতে মাটিত বাওঁ-ভৰি মাৰি তাৰ পিছত "ৰাইট"'ৰ লগত সোঁ-ভৰি মাৰি, ক্ৰমান্বয়ে (বন্ধ কৰিবলৈ হুকুম নহয় মানে) ভৰি খুলাব।

(২) Class Halt, 1, 2; "ক্লাছ হল্‌ট্‌, ওৱান, টু"—বন্ধ কৰিবৰ হলে এই হুকুম দিব।

(৩) Right Turn 1, 2; সোঁৱে ঘূৰা।

(৪) Left Turn, 1, 2, বাওঁৱে ঘূৰা।

(৫) About Turn 1, 2, 3, 4; পিঠি মুখীয়াকৈ ঘূৰা (সোঁফালেদি)।

(৬) Forward March; "ফৰওৱাৰ্ড মাৰ্চ্চ"—সম্মুখলৈ যোৱা।

(৭) Slow March; "শ্ল মাৰ্চ্চ"—লাহে লাহে যোৱা।

(৮) Quick March; "ডবল মাৰ্চ্চ"—কুকুৰ-লৰত যোৱা।

(৮) Right-Wheel; "ৰাইট—হুইল";
Left-Wheel; "লেফ্‌ট—হুইল"

বিশেষ দ্ৰষ্টব্য ঃ—ভৰি খুলাওঁতে বা খোজ কাঢ়ি যাওঁতে সদায় ঘূৰণবোৰ ওপৰত দি অহা লেখবোৰত হব। এনেকৈ ঘূৰিব লাগে যাতে শেষৰ লেখত যি মুখীয়া হোৱা আৱশ্যক, সেই মুখীয়া হব পাৰি।

দীঘেদি যাওঁতে এটা সমদলীয়া শাৰীকে সোঁৱে বা বাওঁৱে ঘূৰাবলৈ হ'লে এই হুকুম দিব লাগে। শাৰীৰ ঘূৰণটো এটা সমকোণত হব লাগে। প্ৰত্যেক ঘূৰিবৰ সময়ত এখোজ বৈ মাৰিলে সমকোণ হব লাগে।

(১১) Close up or Dress up; "ক্লজ আপ" বা "ড্ৰেছ আপ"—ওচৰ চাপা।

শাৰীটো ৰাখিবলৈ হলে "ক্লাছ হল্ট" হুকুমেৰে ৰাখিব। এই হুকুম শুনা মাত্রে, যতে যেয়ে যেনেকৈ আছে ভৰিৰ বুলনি বন্ধ কৰি ৰৈ যাব লাগিব। তাৰ পিছত শিক্ষকে এই হুকুম দিব। এই হুকুম শুনা মাত্রে আগমূৰৰ ল'ৰাটো খুঁটি হৈ ৰৈ, বাকীবোৰ বুকুৰ লগত লৈ ওচৰ চাপি নীতিগত শাৰীটো কৰিব।

দীঘেদি যোৱা সমদল এটাক "মার্ক টাইম মার্চ্চ" হুকুমেৰেও ৰখাব পাৰি। এই হুকুম শুনিলে আগ-মূৰৰ ল'ৰাটো খুঁটি হৈ ৰৈ একে ঠাইতে ভৰি বুলাই থাকিব আৰু বাকীবোৰে ভৰি বুলাই বুলাই ওপৰ চাপি নীতিগত শাৰীটো কৰিব, আৰু শিক্ষকে "ক্লাছ হল্ট" নকয় মানে ভৰি মাৰি থাকিব।

এইখিনি বুলনেই স্কুলৰ কার্য্যৰ কাৰণে যথেষ্ট। দুটীয়া চাৰিটীয়া বুলনৰ বিস্তৃতি "কেম্প" শিক্ষাত পৰিচালকে, সময় আৰু সুবিধা চাই, বুলাই দিব।

ব্যায়াম দিবৰ কাৰণে শাৰী মুকলি কৰাৰ নিয়ম।

## ৪র্থ অধ্যা

সোঁ-ফালৰ পৰা তিনিকৈ, "নম্বৰ"; শিক্ষকে "নম্বৰ" হুকুম দিয়া মাত্রে প্রত্যেক ল'ৰাই বাওঁফালে মূৰ ঘূৰাই ঘূৰাই নিজৰ নিজৰ সংখ্যা গণিব।

(২) ১ নম্বৰখিনি য'তে আছা ত'তে থাকিবা, ২ নম্বৰখিনি দোখোজ আগলৈ, আৰু ৩ নম্বৰখিনি চাৰি খোজ আগলৈ আহি, শাৰী মুকলি কৰিবা :— "মার্চ্চ, ১, ২, ৩, ৪, ৫"। যিমান খোজ আগলৈ নিব লগীয়া হয় তাৰ পাছৰ সংখ্যাটোলৈকে শিক্ষকে গণিব। ল'ৰাবোৰে যিমান খোজ আহিব লাগে, সিমান খোজ আহি পাছৰ সংখ্যাটোত ভৰি মিলাই ৰ'বহি।

(৩) শাৰী বন্ধ কৰা বা পুনৰ এশাৰী হোৱা।

পুনৰ এশাৰী কৰিবলৈ ল'ৰাবোৰক পিঠি মুখীয়াকৈ ঘূৰাই লব। তাৰ পিছত শাৰী বন্ধ কৰিবলৈ কৈ, "মার্চ্চ" হুকুম দি "ফাইভ" লৈকে লেখ কৰিব। প্রত্যেক শাৰীক পাছৰ শাৰী আহি লগ নেলাগে মানে ভৰি চলাবলৈ কব লাগে।

(৪) Class Dismiss, 1, 2; "ক্লাছ ডিছ্‌মিছ্ ওৱান, টু"—দিনৰ কার্য্যৰ শেষত ল'ৰাক বিদায় দিবলৈ হ'লে এশাৰী হৈ থকা অবস্থাৰ পৰা বিদায় দিব। ব্যক্তিগত আৰু শৃঙ্খলাগত যেই-সেই ধৰণেৰেই শিক্ষকে ল'ৰাক বিদায় দিব পাৰিব।

অন্য অনেক ধৰণেৰে শাৰী মুকলি কৰিব পাৰি। "কেম্প" পৰিচালকে আৱশ্যক বুজি সেইবোৰ ধৰণ দেখুৱাব পাৰে। ঠাইৰ অভাৱত, কম সময়ত, আৰু অহকালিৰ ব'দৰ পৰা হাত সকবাই ল'ৰাক ব্যায়াম দিবলৈ, শাৰী মুকলি কৰাৰ এইটোৱেই সাধাৰণ, বেছি সুবিধাজনক আৰু উজু নিয়ম।

---

## তৃতীয় ছেদ

# শাৰীৰিক ব্যায়াম।

### ১ম আধ্যা

#### গা-গৰম কৰা ব্যায়াম।

(১) লৰ-মৰা।

(২) ঠেং-টনা লৰ (Skipping)।

(৩) এঠেঙেৰে ঠাইতে লৰা (Hopping)।

(৪) ভৰি দুটা একেলগে বান্ধি লোৱাৰ দৰে ঠাইত জপিওৱা (Spriing Jump)।

(৫) ঠাইতে আঠু দাঙি লৰা (Stationary Run)

(৬) হাত দুয়োকাষে ওপৰলৈ আৰু ভৰি দুটা দুয়োকাষে জাপ মাৰি আঁতৰাই কৰা ব্যায়াম।

### ২য় আধ্যা

#### একাঙ্গী বা শোধনকাৰী ব্যায়াম।

কোনো এটা অঙ্গৰ বেলেগ বেলেগ ব্যায়ামবোৰক একাঙ্গী (এক + অঙ্গ + ঈ) ব্যায়াম বোলে। এইবিলাক ব্যায়াম সাধাৰণতে দুই লেখত দিয়া উচিত। কোনো অঙ্গৰ বিকৃতি গুচাবলৈ হলে দুৰ্ব্বল অঙ্গ সবল কৰিবলৈ হ'লে, সেই অঙ্গৰ একাঙ্গী ব্যায়াম লব লাগে, সেই কাৰণে ইয়াক শোধনকাৰী ব্যায়ামও বোলে।

#### (ক) হাতৰ ব্যায়াম।

(১) হাত সম্মুখেদি ওপৰতলৈ তোলা।

(২) হাত দুয়ো কাষেদি ওপৰলৈ তোলা।

(৩) হাত পাছলৈ মাৰা।

(৪) হাতৰ ঠাবি মাটিৰ লগত সমান্তৰাল কৰি বাহুৰ সম্মুখত বুকলৈ তোলা। (হাতৰ তলুৱা তলমুৰা কৰিব আৰু কিলাকুটি দুটা পাছলৈ হেঁচা দি থাকিব।)।

(৫) বাহুৰে দুয়োকাষ চেপি, কিলাকুটি পাচলৈ হেঁচি, হাত মুঠিয়াই, মুঠি বুকুৰ কুলীয়া কৰি, হাতৰ ঠাবি ওপৰলৈ বুকুলৈ তোলা।

(৬) ৫ নম্বৰৰ দৰেই, মুঠি নমবাকৈ হাতৰ তলুৱা মুখামুখী কৰি তোলা।

(৭) পাছলৈ কিলাকুটি হেঁচি হাত গলধনলৈ তোলা।

(৮) কিলাকুটি ওপৰ-পাছ কৰি, হাতৰ তলুৱা মুখামুখী কৰি জপাই, হাত পিঠিলৈ বেঁকা কৰা।

(হাতৰ ব্যায়ামৰ লগত বুকুৰ আৰু পিঠিৰ ব্যায়ামো হয়)

(খ) কঁকালৰ ব্যায়াম।

(১) কঁকাল আগলৈ, পাছলৈ, বাওঁফালে আৰু সোঁফালে ভাঙা। ভাঙোতে বুকু ফুলাই আৰু সদায় আগলৈ চাই থাকিব লাগে। পাচলৈ ভাঙোতে থুঁতৰি দাঙি ওপৰলৈ কেতিয়াও নেচাব। থুঁতৰি দাঙা ব্যায়াম দুৰ্ব্বলী মানুহৰ মূৰৰ কাৰণে অপকাৰী। গাৰ আৰু কঁকালৰ ব্যায়ামত মুখৰ বেলেগ গতি নাই; গাৰ লগত এক সৰল ৰেখা হৈহে ই গতি কৰিব।

(২) কঁকাল বাৰেঁ-সোঁৱে পকোৱা।

(গ) গা হলা ব্যায়াম।

গা, হাত মাটিত লগাকৈ, আঠু নভঙাকৈ, আগলৈ আৰু অৰ্দ্ধ সমকোণে বাৰেঁ-সোঁৱে, হলোৱা।

(ঘ) ভৰিৰ ব্যায়াম।

(১) গোৰোহা তোলা।

(২) ভৰি আগলৈ, পাছলৈ আৰু বাৰেঁ-সোঁৱে দাঙা।

(৩) আঠু ওপৰলৈ দাঙা, (ভৰি দঙা আৰু আঠু দাঙি ভঙা ব্যায়ামবোৰ ভৰিৰ আঙুলি জোঙাকৈ ৰাখি কৰিব লাগে।)

(৪) আধা বহা, ওৰা দিয়া বা চকী বৈঠখ। (গোৰোহা দাঙিব নেলাগে।)

(৫) পুৰা বহা। (সাধাৰণতে বুকু ফুলাই) আঠু মেলাই বহাব।

(৬) "লান্‌জিং"। ভৰি দুটা আঁতৰাই এক আঠু আঙুলি পাৰ হৈ যোৱাকৈ ভাঙি ইটো আঠু পোনাই ফিটফিটীয়া কৰি ৰাখি (সাধাৰণতে গোৰোহা নদাঙকৈ) কৰা ব্যায়াম।

**বিশেষ দ্ৰষ্টব্য :—**কঁকালৰ আৰু ভৰিৰ ব্যায়াম কৰোঁতে কঁকালত হাত থৈ ল'লে সুবিধা হয়। ইয়াৰ প্ৰণালী তলত দিয়া হ'ল।

1. **Hands on hips-Place**

কঁকালত হাত—"প্লেচ্" (থোৱা)। বা

**Hips-firm :** "হিপস্—ফাৰ্ম"।

2. **Hands-Drop or Down;**

হাত—"ড্ৰপ্" বা "ডাউন" (নমোৱা)

# ৩য় আধ্যা
## সংযোগী ব্যায়াম।

ল'ৰাৰ কাৰণে যিমানখিনি আৱশ্যক সিমানখিনি একাঙ্গী ব্যায়াম দিয়া হ'ল। মাটিত হাত থৈ, গাৰ ভৰ হাতত পেলাই কৰা "ডন" ব্যায়ামৰ নিচিনা যিবোৰ ব্যায়াম আছে, সেই ব্যায়াম ১৮ বছৰ তলৰ ল'ৰাৰ কাৰণে উপযোগী নহব। ওপৰত দিয়া একাঙ্গী ব্যায়াম কেইটাৰ পৰাই "সংযোগী" ব্যায়াম কৰিব পৰা যাব। দুটা বা ততোধিক অঙ্গৰ ব্যায়াম সাধাৰণতে ৪ লেখত মিলাই এটা কৰিলে সংযোগী ব্যায়াম হয়। "এক" লেখত আৰু "তিনি" লেখত পৰিচালনা সদায় একে, আৰু "চাৰি" লেখত সদায় "পজিশ্যন" বা আগৰ নিচিনা। সংযোগী ব্যায়ামবোৰক "এডুকেটীভ্" বা শিক্ষামূলক ব্যায়াম বোলে, কাৰণ ই কেবাটাও অঙ্গৰ পৰিচালনাৰ সামঞ্জস্য আৰু স্নায়ু-মাংসপেশীৰ উমৈহতীয়া বা যুটীয়া শাসন শিকায়। তলত কেইটামান সংযোগী ব্যায়ামৰ নুমনা দিয়া হ'ল।

ক। (১) হাত আগলৈ দাঙা আৰু বাওঁ-ভৰি আগলৈ দিয়া, (২) হাত ওপৰলৈ আৰু গোবোহা দাঙা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা বা "পজিশ্যন",

খ। (১) হাত কাষলৈ দাঙা আৰু ভৰি দুটা দুয়োকাষে আঁতৰাই জাপ মাৰা, (২) বাওঁফালে কঁকাল পকোৱা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা।

গ। (১) খ (১) ৰ নিচিনা, (২) বাওঁফালে কঁকাল ভাঙা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা।

ঘ। (১) হাত সন্মুখলৈ আৰু বাওঁ-ভৰি আগলৈ দিয়া, (২) হাত ওপৰলৈ আৰু পাছ আঠু ভাঙি মাটিত লগোৱা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা।

ঙ। (১) খ। (১) ৰ নিচিনা, (২) আগলৈ কঁকাল ভাঙা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা।

চ। (১) হাতৰ সন্মুখেদি ওপৰলৈ তোলা, (২) হাত কাষলৈ নমোৱা আৰু পুৰাই বহা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা।

ছ। (১) হাত, তলুৱা তলমূৰাকৈ বুকুলৈ তোলা, (২) হাত মেলি, আঙুলি মাটিত লগাই, সন্মুখলৈ গা হলোৱা, (৩) (১) ৰ অৱস্থা, (৪) আগৰ নিচিনা।

এইদৰে দুটা বা ততোধিক অঙ্গৰ একাঙ্গী ব্যায়াম লগ লগাই এটা কৰিলেই সংযোগী ব্যায়াম হয়।

## ৪র্থ আখ্যা

(ক) "হাইজিয়েনিক" বা ভাগৰ লগোৱা ব্যায়াম।

আগেয়ে শিকা দুটা বা ততোধিক সংযোগী ব্যায়াম একাদিক্রমে নোৰোৱাকৈ (সলাবৰ সময়তো ৰ'ব নোৱাৰিব) দিলেই "হাইজিয়েনিক" ব্যায়াম হয়। এই ব্যায়ামে ভাগৰ লগাই তেজ চলাচল বেছি কৰে আৰু শৰীৰ-যন্ত্রটোৰ কাৰ্য্যশক্তি বৃদ্ধি কৰে।

(খ) জিৰণিমূলক বা আমোদজনক ব্যায়াম।

এই ব্যায়ামৰ ভিতৰত সাধাৰণতে খেল-ধেমালিবোৰ পৰে। নাচকো ইয়াৰ ভিতৰৰে বুলি ধৰি লব পাৰি। ৰং-ৰগৰৰ যোগে শাৰীৰিক পৰিচালনা দিয়াই এই কাৰ্য্যাৱলীৰ উদ্দেশ্য। দৈনিক কাৰ্য্যবিধিৰ এসুৰীয়া অৱস্থাৰ পৰা মনটোক আঁতৰাই নি আনন্দ উলাহত বুৰ নিওৱাতেই ইয়াৰ উদ্দেশ্য সাধন।

---

## চতুৰ্থ ছেদ

### চাপৰি মৰা ব্যায়াম।

কিছুমান সংযোগী আৰু একাঙ্গী ব্যায়াম হাতৰ চাপৰিৰে কৰিব পাৰি। সমদলে কৰিলে এই ব্যায়াম বৰ আমোদজনক।

ক। (১) ভৰি দুয়োকাষে আঁতৰাই জাপ মাৰা আৰু দুয়োকাষে ওপৰলৈ তুলি চাপৰি মাৰা, (২) আগৰ নিচিনা।

খ। (১) হাত কাষেদি তুলি ওপৰত চাপৰি মাৰা, (১) সম্মুখত চাপৰি মাৰা, (৩) (১) ৰ নিচিনা, (৪) আগৰ নিচিনা।

গ। (১) ওপৰত চাপৰি, (২) বাওঁ আঁঠু দাঙি আঁঠুৰ তলত চাপৰি, (৩) (১) ৰ নিচিনা, (৪) আগৰ নিচিনা।

ঘ। (১) বাওঁ-ভৰি আগলৈ দি ওপৰত চাপৰি। আগলৈ গা-হলাই আঁঠুৰ তলত চাপৰি, (৩) (১) ৰ নিচিনা, (৪) আগৰ নিচিনা।

---

## পঞ্চম ছেদ

### লাঠিৰ ব্যায়াম

লাঠিৰ জোখ ৪ ফুট; অতি সৰু ল'ৰাৰ কাৰণে ৩½ ফুট হলেও হব।

## ১ম আখ্যা

### হুকুম

(১) "এলার্ট" বা "এটেন্‌ছন্"। (২) "ষ্টেণ্ড এট্ ঈজ।"

ল'ৰাবোৰে লাঠি বাওঁ ফালে থিয় কৰি লৈ (লাঠিৰ তল আগটো হাতৰ আঙুলিত বহুৱাই) শাৰী পাতিব। শিক্ষকে সোঁফালে স্থান লব। খালি হাতখন পাছলৈ আৰু কাষলৈ আনি ওপৰৰৰ হুকুম দুটাৰ অৱস্থা লব।

(৩) "ওৰশুস্ টু চাইদ, ওৱান, টু"।

"ওৱান" ত খালি হাতৰ পিঠি কপালত থৈ, বুড়া আঙুলি বাহিৰ ফালে উলিয়াই লাঠিডাল ধৰিব আৰু "টু"তে কৰঙনলৈ পথালি হবলৈ নমাই আনিব। এই অৱস্থাৰ পৰাই সকলো ব্যায়াম কৰিব লাগে।

(৪) "ওৰশুস্ টু চাইদ, ওৱান, টু।"

"ওৱান"ত খালি হাতেৰে ধৰা আগটো কপাললৈ তুলিব, আৰু "টু"তে এৰি থৈ হাতখন কাষলৈ নমাই আনিব।

(৫) "ওৰশুস্ অন্ গ্ৰাউণ্ড, ওৱান্ টু"—লাঠি মাটিত থ'ব।

(৬) "পিক্ আপ্ ওৰশুস্ ওৱান, টু"—লাঠি তুলিব।

## ২য় আখ্যা

লাঠি লোৱাৰ বেলেগ অৱস্থা (Positions)।

(ক) পথালি অৱস্থা।

(১) কৰঙনত পথালি।
(২) সম্মুখত ,,
(৩) মুখৰ ওপৰত,,
(৪) বুকুত ,,
(৫) গলধনত ,,
(৬) সোঁফালে ,, (সোঁ-বুকুৰ পৰা)
(৭) বাওঁ ফালে ,, (বাওঁ-বুকুৰ পৰা)
(৮) হাতৰ ঠাৰি তল-ওপৰ ,,
(৯) ভৰিৰ গাঁঠিত ,,

(খ) থিয় অৱস্থা।

(১) বাওঁ ফালে থিয়
(২) সোঁফালে ,,
(৩) বাওঁ কৰঙনত ,,
(৪) বাওঁ বাহুত ,,

(৫) সোঁ বাহুত ,,
(৬) মাটিত ,,

(গ) পিঠিত শ্ৰুতিৰ ৰেখাৰ অৱস্থা।

## ৩য় আধ্যা

## ব্যায়াম

ওপৰত দিয়া লাঠি লোৱা অৱস্থাবোৰৰ দুটা বা ততোধিক লগ লগাই, দুই কি চাৰি লেখত, কঁকাল, গা আৰু ভৰিৰ পাৰিচালনাৰ লগত মিলাই কৰিলেই ব্যায়াম হব। সিপিঠিত কেটামান নমুনা দিয়া হ'ল।

ক। (১) ভৰিৰ দুয়োকাষে আঁতৰাই জাপ মাৰা আৰু লাঠি মূৰৰ ওপৰত পথালি। (২) আগৰ নিচিনা।

খ। (১) বাওঁ-ভৰি আগলৈ আৰু লাঠি সম্মুখ পথালি, (২) লাঠি ওপৰত পথালি আৰু ভৰি আঙুলিত উঠা। (৪ লেখৰ)

গ। (১) ৰ নিচিনা, (২) লাঠি ওপৰত পথালি আৰু পা আঠু ভাঙি লগোৱা। (৪ লেখৰ)

ঘ। (১) বাওঁ-ভৰিৰ আঙুলি আগলৈ মাটিত আৰু লাঠি সম্মুখ পথালি, (গা পাছলৈ হলাই পাছ ভৰিৰ ওপৰত ভৰটো দিব)। (২) বাওঁ-ভৰি বাওঁফালে আৰু লাঠি বাৰেঁ পথালি। (৪ লেখৰ)

ঙ। (১) লাঠি গলধনত পথালি, (২) বাওঁফালে কঁকাল ভাঙা। (৪ লেখৰ)

চ। (১) ঙ। (১) ৰ নিচিনা, (২) বাওঁফালে কঁকাল ভাঙা। (৪ লেখৰ)

ছ। (১) বাওঁফাল লাঠি পথালি আৰু বাওঁফালে মেলা, (২) বাওঁ-ঠাৰি সোঁ-ঠাৰিৰ ওপৰত পেলাই লাঠি পথালি আৰু বাওঁ-ভৰি পাছে দি সোঁফালে নিয়া। (৪ লেখৰ)

জ। (১) বাওঁ-কৰঙনত লাঠি থিয় আৰু বাওঁ-ভৰি পাছলৈ নিয়া, (২) পাছফালেদি বাওঁ-হাত ওপৰলৈ তুলি লাঠি বাওঁ-বাহুত থিয় কৰিব আৰু ভৰি লগ লগাই পুৰাই বহিব। (৪ লেখৰ)

ঝ। (১) লাঠি ওপৰত পথালি আৰু বাওঁ-ভৰি পাছলৈ দাণ্ডা, (২) আগৰ নিচিনা।

ঞ। (লাঠিডাল মাটিত থিয় কৰি লৈ, পূৰাই বহি, লাঠিডালত ভেজা লৈ এই ব্যায়াম কৰিব।)

(১) বাওঁ-ভৰি কাষলৈ মেলা, আঙুলি জোঙাকৈ আৰু আঠু নভঙাকৈ।
(২) আগৰ নিচিনা।

# ষষ্ঠ চ্ছেদ

## দীঘল বাঁহৰ ব্যায়াম

### (বাঁহৰ দীঘ ৮ হাতৰ পৰা ১২ হাত পৰ্য্যন্ত)।

দীঘল বাঁহৰ ব্যায়াম দেখিবলৈ বৰ সুন্দৰ। এযোৰ বাঁহৰ ভিতৰত হাতে পতি একাটাকৈ ল'ৰা পাতি লৈ ব্যায়াম দিব। আটাইতকৈ চাপৰটো ল'ৰা আগত দি, ক্ৰমান্বয়ে দীঘলবোৰ পাছলৈ দিব। দীঘল বাঁহৰ ব্যায়ামে ল'ৰাৰ জঠৰ অন্তৰ পৰিচালনাৰ দোষ সেনকালে গুচায়।

### ১ম আখ্যা

#### হুকুম

(১) "পিক্ আপ প'লস্, ওৱান, টু"।

"ওয়ান"ত প্ৰথমটো আৰু শেষৰটো ল'ৰাই বহি ধৰিব, আৰু 'টু'ত বাঁহ তুলি থিয় হ'ব আৰু বাকীখিনিয়ে বাঁহ ধৰিব।

(২) "গ্ৰাউণ্ড প'লস, ওৱান টু।"

প্ৰথম আৰু শেষৰ ল'ৰাই বহি বাঁহ থ'ব, (বাকীখিনিয়ে ওপৰতে এৰি দিব।), আৰু বাঁহ থৈ থিয় হ'ব।

সকলো ল'ৰা বহুৱাই উঠাইও বাঁহ তুলি থোৱাব পাৰিব। কেৰাৰাৰো কৰালে ই এটা ব্যায়ামেই হৈ পৰে।

### ২য় আখ্যা

#### ব্যায়াম।

ক। (১) বাঁহ ওপৰলৈ তোলা, আৰু ভৰি আঁতৰাই জাপ মাৰা, (২) আগৰ নিচিনা।

খ। (১) বাঁহ কাষলৈ তোলা, (২) বাঁহ ওপৰলৈ তোলা (৪ লেখৰ)

গ। (১) বাঁহ কাষলৈ তোলা, (২) বাঁহ আগলৈ ঠেলা। (৪ লেখৰ)

ঘ। (১) বাঁহ কাষলৈ তোলা, (২) বাওঁফালে কঁকাল ভাঙা (৪ লেখৰ)

ঙ। (১) বাঁহ কাষলৈ তোলা, (২) পুৰাই বহা। (৪ লেখৰ)। তলৰ দুটা ব্যায়াম আগফালৰ পৰা দুইকৈ গণাই দিয়াব :—

চ। (১) বাঁহ কাষলৈ তোলা, (২) ১নং ল'ৰাই বাওঁফালে আৰু ২নং ল'ৰাই সোঁফালে গা-হলাই মাটি চুব, (৪ লেখৰ)।

দীঘল বাঁহৰ মাজত ভৰাই "মাৰ্চিং"ও দিব পাৰি। পিঠি মুখীয়াকৈ ঘূৰাবলৈ হলে ৰখাই, বাঁহ মাটিত থোৱাই লব।

---

## সপ্তম ছেদ

### (ক) ডাম্বেল ব্যায়াম।

সাধাৰণ খালি হাতৰ ব্যায়ামবোৰ ডাম্বেল লৈ কৰিলে ডাম্বেল ব্যায়াম হব। ডাম্বেল কিনিব নোৱাৰা স্থলত ল'ৰাই বাঁহৰ মূঢ়া বা শুকান কাঠৰ দুমূৰে দুটা ঘূৰণীয়া মূৰ ৰাখি, মাজ ডোখৰ মুঠিটো বহাকৈ চিয়াঁ কৰি কাটি ডাম্বেল কৰি লব পাৰে। যোৰে পতি ১½ পাউণ্ডতকৈ বেচি হোৱা উচিত নহয়।

### (খ) মুদ্গৰ ব্যায়াম।

মদ্গৰ ব্যায়ামবোৰ লিপিবদ্ধ কৰি বুজোৱা টান। হাইস্কুলৰ কাৰণে এইবোৰ ব্যায়াম "কেম্প"-পৰিচালকে কেম্পত দেখুৱাই দিব।

আজি-কালি বিশেষজ্ঞ শৰীৰ-তাত্ত্বিকসকলৰ মতে গধুৰ মুদগৰ বেয়া। ল'ৰাৰ ব্যায়ামৰ কাৰণে প্ৰতিডাল মুদ্গৰড়ৰ ওজন ১½ পাউণ্ড মানহে হোৱা উচিত।

---

## অষ্টম ছেদ

### দীঘলাই উশাহ লোৱা ব্যায়াম।

উশাহ লোৱা ব্যায়াম নোহোৱাকৈ কোনো শাৰীৰিক ব্যায়ামেই সম্পূৰ্ণ হব নোৱাৰে। ইয়াৰ মূল্য মানুহে এতিয়াও বুজি উঠা নাই, অভ্যাস ৰখাটো দূৰৰ কথা। অতি কম বতাহেৰেই মানুহ জীয়াই থাকিব পাৰে সঁচা, উশাহ লোৱা নিয়মীয়া অভ্যাসে দৈহিক আৰু স্নায়বিক শক্তি নিশ্চয় বৃদ্ধি কৰে। ভিতৰৰ যন্ত্ৰটোৰ শক্তিয়েই স্বাস্থ্য, আৰু এই শক্তি নিৰ্ভৰ কৰে হৃৎপিণ্ড আৰু হাওঁফাওঁৰ শক্তিৰ ওপৰত; গতিকেই শাৰীৰিক ব্যায়াম পাঠত দীঘলাই উশাহ লোৱা প্ৰথাৰ ঠাই সদায় থাকিবই লাগিব।

সদায় নাকেৰে উশাহ লব লাগে। মুখেৰে উশাহ ল'লে মানুহ বেমাৰী আৰু অল্পায়ু হয়। ব্যায়াম কৰোঁতে ভাগৰ লাগিলে নাকে-মুখে উশাহ যায়। তেতিয়া ভিতৰত বতাহৰ বেছি আৱশ্যক হয় কাৰণ নাকেদি দিয়া যোগাৰ যথেষ্ট নহয়, গতিকেই সেই সময়ত মুখেৰেও লব পাৰি।

হাওঁফাওঁৰ শক্তিয়েই আচল শক্তি। সৃষ্টি জগতত মিনিটত ১৫০ বাৰকৈ উশাহ লোৱা নিগনিটোৰ পৰা ৬ বাৰ উশাহ লোৱা হাতী-টোলৈকে মন কৰিলে পোৱা যায় যে প্ৰাণী যিমানেই সৰু আৰু দুৰ্ব্বলী, সিমানে বেছি উশাহ লয় আৰু যিমানে ডাঙৰ আৰু সবল, সিমানে কম উশাহ লয়। সেই একেই নিয়ম মানুহতো খাটিব।

উশাহ লোৱা ব্যায়ামৰ দুটা অংশ—লোৱা আৰু এৰা। নাকেৰে উশাহ লৈ মুখেৰেও এৰিব পাৰে বা নাকেৰেও এৰিব পাৰে। সাধাৰণ অৱস্থাত দীঘলাই উশাহ লাহে লাহে এটা সোঁত বোৱাই দিয়াই দৰে লোৱা-এৰা কৰিব লাগে, আৰু ফোপনিয়ে ধৰিলে অলপ থৰকৈ লব লাগে। লোৱা আৰু এৰাৰ বেগ নিজৰ নিজৰ ব্যক্তিগত শক্তি অনুযায়ী হব। বুকু ফুলাই আৰু বাজহাড় পোন কৰি ৰাখি সদায় উশাহ লব লাগিব।

উশাহ বন্ধ কৰি অলপ সময়ো ৰখা উচিত নহয়। ই অতিকৈ অনিষ্টকাৰী, বিশেষকৈ ব্যায়ামৰ সময়ত। মাংসপেশীবোৰত এজাৰ "গেচ" অতি সোনকালে জমে। উশাহ বন্ধ কৰি অল্পজান "গেচ"ৰ যোগাৰ কম কৰিলে, এজাৰ "গেচে" মাংসপেশীবোৰৰ যথেষ্ট অনিষ্ট কৰে। হাত-ৰাগীৰ ৰবৰৰ "টিউব"ত বা ফুটবলৰ "ব্লাডাৰ"ত বেছিকৈ বতাহ দিলে, ফুটাত যেনেকৈ ভয় থাকে, সেইদৰে উশাহ বন্ধ কৰি ৰাখিলে হৃৎপিণ্ডৰ সক সক কোষবোৰ বেছিকৈ মেল খাই অনিষ্ট হোৱাৰ ভয়।

দীঘলাই উশাহ লোৱা ব্যায়ামৰ কেইটামান নমুনা দিয়া হ'ল—

ক। (১) হাত দুখন বৃত্তাৰ্দ্ধত বাহিৰলৈ দাঙি উশাহ লোৱা,
(২) হাত দুখন সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।

খ। (১) হাত কাষলৈ দাঙি উশাহ লোৱা, (২) সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।

গ। (১) হাত ওপৰলৈ দাঙি উশাহ লোৱা, (২) সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।

ঘ। (১) হাত ওপৰলৈ দাঙি উশাহ লোৱা, (২) মাটিত আঙুলি লগাকৈ আগলৈ গা-হলাই উশাহ এৰা।

চ। (১) হাত বুকুলৈ আনি উশাহ লোৱা, (২) সাধাৰণ অৱস্থালৈ আনি উশাহ এৰা।

ছ। (১) থুঁতৰি সমুমুৰাই মূৰ পাছলৈ হেঁচি উশাহ লোৱা, (২) মূৰ তললৈ কৰি উশাহ এৰা।

---

# নবম ছেদ

## আৰোগ্যকাৰী ব্যায়াম

কোন এটা অঙ্গৰ অতি বেয়া ৰকমৰ বিকৃতি থাকিলে সেই অঙ্গৰ কিছুমান বিশেষ ধৰণৰ ব্যায়াম হব লাগে। দৈহিক বিকৃতি ভাল কৰে কাৰণে সেই ব্যায়ামবোৰক আৰোগ্যকাৰী ব্যায়াম বোলে। সেই ব্যায়ামৰ বিষয়ে তলত অলপ

মাত্ৰ উনুকিয়াই দিয়া হ'ল। আৱশ্যক হ'লে উপদেশৰ বিস্তৃতি "কেম্প"-পৰিচালকে "কেম্প"ত বুজাই দিব।

(১) দুৰ্ব্বল আৰু লেপেটে-খোৱা ভৰি—মেকুৰীৰ গাৰ দৰে ভৰিৰ পতাৰ পিঠি তোলা ব্যায়াম, গোৰোহা তোলা ব্যায়াম, পতাৰ কাষেদি কৰা ব্যায়াম, ভৰিৰ আঙুলিত জপিওৱা আদি ব্যায়াম আৰু ঠেং টনা লব।

(২) মেছা—পিঠিয়া—পেট ভিতৰলৈ টনা ব্যায়াম, সাঁতোৰাৰ অনুকৰণ আৰু পিঠিত শুই কৰা ব্যায়ামবোৰ।

(২) কুজা—কিহবাত ধৰি ওলমা ব্যায়াম, হাত দুখন ওপৰ পাছ কৰি তোলা ব্যায়াম, মাটিত তললৈ মুখকৈ শুই বুকু তোলা ব্যায়াম, কান্ধ দুখন পাহলৈ ঘুৰাই কৰা ব্যায়াম, বুকুলৈ হাত তোলা ব্যায়াম, লাঠি মূৰৰ ওপৰত পথালি আৰু ভৰি পাছলৈ দণ্ডা ব্যায়াম আৰু বুকু আৰু কামিহাড় তুলি দিয়া অন্যান্য ব্যায়ামবোৰ।

(৪) দুৰ্ব্বল হৃৎপিণ্ড আৰু হাওঁফাওঁ—নিজৰ নিজৰ শক্তি অনুযায়ী দীঘলাই উশাহ লোৱা ব্যায়াম আৰু বুকুৰ ওপৰত কৰা বৃত্ত-মৰ্দ্দন।

(৫) অম্ল, অজীৰ্ণ আৰু কোষ্ঠবদ্ধতা—পেটৰ ওপৰত সোঁ-ফালেদি তুলি কৰা মৰ্দ্দন, আৰু পিঠিত শুই পেটত পৰা হেঁচা ব্যায়ামবোৰ।

(৬) মূত্ৰ-যন্ত্ৰৰ দোষ টিকা জোকাৰ খোৱা আৰু নচা ব্যায়ামবোৰ।

(৭) যকৃত বা আগ-মগুহ বা পিত্তৰ দোষ—সোঁ-আঠু ভাঙ্গি বুকুত লগোৱা ব্যায়াম, সোঁফালে কঁকাল ভঙা ব্যায়াম আৰু সোঁ-কামিহাড় তললৈ পেটটো আঙুলিৰে হেঁচি ওপৰলৈ ঠেলি কৰা মৰ্দ্দন।

(৮) দৃষ্টি-শক্তিৰ দোষ—চকুৰ ব্যায়াম কৰাৰ দৰে টানি টানি চকু মুদিব আৰু টান্ টান্‌কৈ মেলিব লাগে, চকুৰ দুয়ো কাষৰ কুম দুটা পিটিকিব লাগে আৰু কঁপাব লাগে, আৰু চকুৰ চাৰিও কাষৰ ছাল মোহাৰিব লাগে।

(৯) পেটৰ চৰ্ব্বি—চাল তপত হৈ যোৱাকৈ টানি পেটটো মোহাৰিব লাগে। আৰু চৰ্ব্বি হোৱা অংশত হেঁচা পৰা ব্যায়াম কৰিব লাগে। তলত ইয়াৰ কাৰণে এটা ব্যায়াম দিয়া হ'ল :—

(১) মাটিত ভৰি দুটা ফাঁক কৰি হাত দুখন খামোচ মাৰি ধৰি গলধনত থৈ বহা।

(২) কিলাকুটি আগলৈ কৰি, সোঁ-আঠুত লগাকৈ আৰু বাওঁ-কিলাকুটি বাওঁ আঁঠুত লগাকৈ আগলৈ কঁকাল ভঙা।

(৩) কিলাকুটি কাষসৈ নি আগৰ নিচিলা হোৱা।

---

# দশম ছেদ

## ব্যায়ামে সঙ্গীত।

গানৰ তালে তালে ল'ৰাক ব্যায়াম দিব পাৰি। বহুত ল'ৰাই ব্যক্তিগতভাৱে গাবলৈ লাজ কৰিলেও সমদল হৈ সমস্বৰে গাই ভাল পায়। বিশেষকৈ সৰু ল'ৰাৰ কাৰণে সঙ্গীত বৰ উপযোগী। ই ল'ৰাৰ শাৰীৰিক কাৰ্য্যত ৰাপ বঢ়ায় আৰু স্বৰশক্তি চৰ্চ্চাত সহায় কৰে। সঙ্গীতৰ লগত ব্যায়াম বৰ উজু ধৰণৰ হ'ব লাগে। শিক্ষকে ব্যায়াম আৰু বুলনৰ লগত মিলাই গাব পৰা গান আৰু কবিতা নিজে যি পাৰে ৰচি লব, বা বিচাৰি লব। কাম আৰম্ভ কৰিবৰ কাৰণে তলত কেইটামান নমুনা দিয়া হ'ল।

### ইংৰাজী গান

1. Row, row, row your boat,
Gently down the stream;
Merrily, merrily, merrily, merrily,
Life is but a dream.

2. Rain, rain go away,
Merrily play we may;
Sing we, run we, play we merrily,
Life is good and gay.

### অসমীয়া গান

১। বা বা নাওখন বা
ধীৰে ভটীয়ানিত মেল,
বাঃ-বাঃ, বাঃ-বাঃ, বাঃ-বাঃ, বাঃ-বাঃ,
জীৱন ঐ সপোনৰ খেল। —ৰবৰকৰা।

২। বান বাৰিবা, বান বাৰিবা,
যা গুচি যা নেথাক বৈ,
হাঁহি মাতি নাচি বাগি
বং ৰগৰৰ বোৱাওঁ নৈ। —মহন্ত।

৩। তেজ উত্তলক, প্ৰাণ উঠলক,
নাচক বাহু, নাচক শিৰ,
স্তব্ধ আকাশ, স্তব্ধ বতাহ,
স্তব্ধ গগনখ, পবন স্থিৰ।
মুখে মুখে গাওঁ বিজয় গান,
হাতে হাত লওঁ জয় নিচান,
খোজৰ ভৰত কঁপক ধৰা,
ভয় কি আমাৰ আমি বীৰ। —মহন্ত।

৪। তিৰ্ বিৰ্ তিৰ্ বিৰ্ তৰাকণ মোৰ
জ্বলাবনো কেনেকই সৰগ সুন্দৰ।
চিক্‌চিক্ চিক্‌মিক্ যেন হীৰা খন,
ৰ লাগো চাই চাই কেনে বিতোপন।
মাৰ যায় ৰঙা বেলি দূৰ পছিমত,
লুকায় পোহৰ গই আন্ধাৰ বুকত।
দুল্ দুল্ দুল্ দুল্ থমকি থমক।
হাঁহ নাচ ওবে বাতি ৰমক জমক। —দুৰৰা।

(ঝুলন সঙ্গীত)

৫। ব'ল, ব'ল, ব'ল অ' ব'ল।
ফুলাই বুকু, উচ্চ শিৰ
দেশৰ শক্তি, হিয়াৰ ভক্তি,
ধৰ্ম্ম আমাৰ আমি বীৰ।
বিজুলী চমকে ঝুলাম ভৰি,
খোজত উঠিব ধৰণী লৰি,
লণ্ড-ভণ্ড, খণ্ড-খণ্ড,
বিথিলি উৰাম জগত থিৰ। —বৰবৰুৱা।

(ঝুলন সঙ্গীত—নেপালী ভাষাৰ)

৬। হাতেমা গোলিনি কান্ধেমা বন্দুক,
জানুপৰো কান্ধিনানি জাৰ্ম্মনকা ঢায়ে মা।
ভবেৰ বন্দুক বহেৰ গন্দুক,
জি টোলা সঁগেলাই কান্ধি,
ম'জাছু জাৰ্ম্মনকা ঢায়ে মা।।

(ঝুলন সঙ্গীত—বৰগীত)

৭। শুন শুনৰে ! সুৰ বৈৰী প্ৰমাণ, নিশাচৰ নাশ নিদানা।
ৰাম নাম যম সমৰক সাজি, সমদলে কয়লি পয়ানা।
ঠাট প্ৰকট পটু কোটি কোটি কপি,
গিৰি গড় গড় পদ ঘাৱে।
বাৰিধি তৰি তৰি কৰে গুৰুতৰ গিৰি,
ধৰি ধৰি সমৰক ধাৱে।।
হাট বাট বহু বাট বিয়াপি,
চৌগড় বেড়লি লঙ্কা।
গুৰু ঘন ঘন ঘোৰ ৰবিৰণ গৰ্জ্জন,
শ্ৰৱণে জনময় শঙ্কা।। —ইত্যাদি।

(বৰাগী গীত)

৮। কিয়নো আনিলি মানে ঐ বদন তই,
কিয়নো আনিলি মান,
যাউতি যুগলৈ খিয়াতি ৰাখিলি
কটালি অসমৰ কাণ।
সোণৰ অসমতে ডকাইত মেলি দিলি,
নন্দনত মেলিলি হাতী,
শোৱনী ঘৰতে ফেটি গোম এৰিলি,
ভৰ দুপৰীয়া ঐ ৰাতি। —ইত্যাদি।

* * * * —কৃপাবৰ

(অসমীয়া জাতীয় সঙ্গীত)

৯। অ' মোৰ আপোনাৰ দেশ,
অ' মোৰ চিকুনী দেশ,
এনেখন শুৱলা, এনেখন সুফলা,
এনেখন মৰমৰ দেশ।
অ' মোৰ ওপজা ঠাই,
অ' মোৰ অসমী আই,
চাই লওঁ এবাৰ, মু'খনি তোমাৰ
হেঁপাহ মোৰ পলোৱা নাই। —বেজবৰুৱা

(তৰ্জী সঙ্গীত)

১০। দুম্ দুম্ দুম্ দুম্ দুম্বকে মাৰিম ঐ লব।
কণ্ জুন্ জুন্, কণ্ জুন্ জুন্ নাচিম গৈ বৰ।
কেবেপ্-বেপ্ কেবেপ্-বেপ্ বজাই দে হাত।
লাহ্-উলাহ, লয়-লাস উঠিব গাত।। —বৰবকৰা।

১১। সত্য পথৰ যাত্ৰী আমি
মৃত্যু আমাৰ পণ
শান্তি আমাৰ কাম্য-বস্তু
মুক্ত আমাৰ মন।।
মৈত্ৰী আমাৰ মূল-মন্ত্ৰ
যুজিম অস্ত্ৰহীন।
বিশ্ব-প্ৰেম উদাৰ নীতিত
নহওঁ আমি দীন।।
হিংসানীতিৰ ধ্বংস সাধন
দলিত পৰিত্ৰাণ।
বিশ্বজুৰি শান্তি স্থাপন
আমাৰ অভিযান।। —ভট্টাচাৰ্য্য

১২। গুপ্ত আজি ন্যায়-ধৰ্ম্ম
লুপ্ত স্বপ্ন আদৰ্শৰ,
দীপ্ত আজি হিংসা-দ্বেষ
দীপ্ত আজি অহঙ্কাৰ।।
গণ নীতি ধৰ্ম্মনীতি
নানা ভাবে তৰঙ্গিত
অৰ্থনীতি ৰাজনীতি
নানা ৰূপে ৰূপায়িত।
জ্ঞান-চৰ্চ্চা শিক্ষানীতি
স্বাৰ্থ গন্ধে কলুষিত
সভ্যতাৰ জয় গৰ্ব্ব
আত্মবোধে বিড়ম্বিত।
সত্য শক্তি পৰাজিত
অসত্যৰ বিজয় বা,
জাগ্ৰত নে সুপ্ত আজি
বিশ্ব-প্ৰভুৰ চেতনা।। —ভট্টাচাৰ্য্য।

# একাদশ ছেদ

(ক) ল'ৰাৰ বয়স অনুসাৰে ব্যায়ামৰ সময় আৰু শাৰীৰিক কাৰ্য্যাৱলীৰ পাঠ এটাৰ ভাগ।

সময় ঃ—সপ্তাহত অতি কমেও ৩ দিন, ৪ দিন কিম্বা ৫ দিন হলে ভাল হয়। প্ৰতিটো পাঠ অন্ততঃ ৩০।৩৫ মিনিটৰ হব লাগিব।

| বিষয় | ৯ বছৰৰ তলৰ ল'ৰাৰ | ৯ বছৰৰ ওপৰৰ ল'ৰাৰ |
|---|---|---|
| ঘূৰণ, ঝুলন আৰু অন্যান্য প্ৰাথমিক কাৰ্য্য। | ৫ মিনিট | ৫ মিনিট। |
| ব্যায়াম। | ১০ মিনিট। | ১৫ মিনিট। |
| খেল-ধেমালি আৰু ৰীতিগত ছুটি। | ২০ মিনিট। | ১৫ মিনিট। |
| বেচিকৈ আৱশ্যকীয় ব্যায়াম। | ভৰিৰ ব্যায়াম। | বুকু-পিঠিৰ ব্যায়াম। |

বিশেষ দ্ৰষ্টব্য ঃ—ভাগখিনি সিমান ধৰা-বন্ধা নিকপ-কপীয়া নহয়। শিক্ষকে অলপ লৰচৰ কৰিব পাৰিব। আমোদজনক বিষয়বোৰৰ কাৰণে সময়ৰ মাত্ৰা বেচি, প্ৰায় সমানে ৰাখিব লাগে। ভাল শিক্ষকে পাঠত ল'ৰাৰ ৰাপ বহুৱাব জানিব।

## [খ] ব্যায়ামৰ পাঠ প্ৰণয়ন।

ব্যায়ামৰ পাঠ এটা গা গৰম কৰা ব্যায়ামৰ পৰা একাঙ্গী, সংযোগী খেল-ধেমালিলৈকে একাদিক্ৰমে হব লাগে।

(২) পাঠটোত ব্যায়ামবোৰ উজুৰ পৰা ক্ৰমান্বয়ে টানলৈ যোৱা হব লাগে আৰু বিশেষকৈ পাঠবোৰ ক্ৰমশিক্ষামূলক হোৱা উচিত। এটা পাঠত গোটেই শৰীৰটোৰ ব্যায়াম থকা উচিত।

(৩) যেই-সেই গা গৰম কৰা ব্যায়াম এটা একাঙ্গী ব্যায়াম, দুটা আৰু সংযোগী ব্যায়াম দুটাৰে কৰা এটা পাঠ সাধাৰণ ল'ৰাৰ কাৰণে উপযোগী হব।

৩ নং নিয়ম শাৰীৰিক উপদেষ্টাই আৱশ্যক হলে টিলাব পাৰিব। সৰু ল'ৰাৰ কাৰণে এই নিয়ম টিলাব লগীয়া হয়। গহীন ধৰণৰ বা এসুৰীয়া ধৰণৰ সকলো পাঠ ১।২ খেল-ধেমালিৰে শেষ হব লাগে।

## [গ] খালি হাতৰ পাঠৰ এটা নুমনা।

গা গৰম কৰা ব্যায়াম ঃ—

(১) হাত-ভৰি মেলি জপিওৱা।

একাঙ্গী ব্যায়াম ঃ—

(১) হাত বুকুলৈ তোলা, (২ লেখৰ)

(২) কঁকাল আগলৈ ভঙা (২ লেখৰ)

সংযোগী ব্যায়াম ঃ—

(১) হাত আগলৈ আৰু বাওঁ-ভৰি আগলৈ, তাৰ পিছত হাত ওপৰলৈ আৰু ভৰিৰ আঙুলিত উঠা। (৪ লেখৰ)

(২) হাত কাষলৈ দাঙা আৰু ভৰি কাষলৈ আঁতৰাই জাপ মাৰা আৰু তাৰ পিছত বাওঁ-ফালে কঁকাল পকোৱা। (৪ লেখৰ) ভাগৰ লগোৱা ব্যায়াম ঃ—

ওপৰৰ দুটা ব্যায়ামকে একাদিক্রমে মাজত নোবোৱাকৈ কৰা আমোদজনক ব্যায়াম ঃ—

কেইটামান খেল-ধেমালি।

## [ঘ] শাৰীৰিক কাৰ্য্যাৱলীৰ কাৰণে ল'বাৰ "গ্রুপ" গঠন আৰু কাৰ্য্যাৱলীৰ মাহেকীয়া তালিকা।

"গ্রুপ"বোৰত ল'ৰা ওখ-চাপৰ হিচাপে বাছি ঠিক কৰি লোৱাই ভাল। স্কুলৰ শ্ৰেণী এটা "গ্রুপ" নহৰও পাৰে। এই ধৰণৰ গঠনে কাৰ্য্য শৃংখলাবদ্ধ কৰে। এটা "গ্রুপ"-ত ৫০ জনতকৈ বেছি ল'ৰা থকা উচিত নহয়। ৩০।৪০ জন আটাইতকৈ ভাল।

হেডমাষ্টাৰৰ লগত আলোচনা কৰি শিক্ষকে সপ্তাহকে ভাগ কৰি এখন মাহেকীয়া "কটিন" কৰি লব। মাহেকীয়া "কটিন" কৰি ন'ললে আটাই ধৰণৰ কাৰ্য্যাৱলী ল'ৰাক পাল পালকৈ শিকাব পৰা নাযায়।

ফুটবল খেলাৰ দিনত খেলুৱৈ ল'ৰাক "ড্রিল" কাৰ্য্যৰ পৰা অব্যাহতি দিব পাৰিব। 'গেম্ চেক্রেটৰীয়'য়ে আৱশ্যক হলে, সেই ল'ৰাৰ উপস্থিতি লিখি ৰাখিব। ফুটবল আৰু বেছিকৈ লৰ মৰা অন্যান্য খেল খালি-পেটে খেলা অনুচিত। সাধাৰণ অঙ্গ-পৰিচালনা (এই কিতাপত দিয়াবোৰৰ দৰে) খালি-পেটেও অপকাৰ নোহোৱাকৈ কৰিব পাৰি।

স্বাস্থ্যৰক্ষাৰ বিষয় (Hygiene) শৰীৰ-তত্ত্বৰ কথা আৰু জাপমৰা, লৰমৰা আদিৰ (Sports) শিক্ষা, "কটিন"ত ভগাই লোৱা ভাল। জাপমৰা, লৰমৰা

আদিত বছেৰেকীয়া প্ৰতিযোগিতাৰ আয়োজন থকা ভাল। "টুৰ্ণেমেণ্ট"ৰ সময়ত "ভুকুতে কল পকোৱা" অভ্যাসতকৈ নিয়মীয়া ৰীতিমত অভ্যাস অকল বেছি ভাল। "কেম্প" পৰিচালকে এইবিলাকৰ বিষয়ে পৰিপাটিকৈ বুজাই দিব।

বছৰত এবাৰ কি দুবাৰকৈ ওচৰত থকা বহুত স্কুলৰ ল'ৰা গোটাই Mass Drill আয়োজন কৰা ভাল। ডাঙৰ ডাঙৰ স্কুলবোৰতো মাহেকৰ ভিতৰত এবাৰ কি দুবাৰ হুকুমেৰে Mass Drill হোৱা ভাল।

খেল-ধেমালি আদি কাৰ্য্যবোৰত "গ্ৰুপ"ৰ ভিতৰত আৰু স্কুলবোৰৰ ভিতৰত প্ৰতিযোগতিাৰ আয়োজন থকা ভাল। ল'ৰাবোৰে প্ৰতিযোগিতাত স্বাভাকি দল প্ৰবৃত্তি আৰু জয় লাভৰ আকাঙ্ক্ষা পূৰণৰ সবিধা পায়।

যি শিক্ষকে ল'ৰাক আৰোগ্যকাৰী ব্যায়াম দিব লাগে, সেই শিক্ষকে বেলেগ "কটিন" কৰি লব। অতি দুৰ্ব্বল ল'ৰাক ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰাই লোৱা উচিত।

"The rules of Games and Sports" compiled by H. C. Buck, M.A., M.P.E., published by Messrs. Uberoi Limited, কিতাপখন বিশেষকৈ লবমৰা, জাপমৰা খেলবোৰত ব্যৱহাৰ কৰিব।

ইয়াত মাহেকীয়া "কটিন"ৰ এটা নমুনা দিয়া হ'ল।

---

| গ্রুপ আৰু শিক্ষক | ১ম সপ্তাহ। | | | | ২য় সপ্তাহ | | | | ৩য় সপ্তাহ। | | | | ৪র্থ সপ্তাহ। | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | সো | ম | বু | বৃ | সো | ম | বু | বৃ | সো | ম | বু | বৃ | সো | ম | বু | বৃ |
| গ্রুপ নং ১ (শিক্ষকৰ নাম)— | | খালি হাত। | দীঘল বাঁহ। | খালি হাত। | সঙ্গীত। | | | | | | | | | | | |
| গ্রুপ নং ২ (শিক্ষকৰ নাম)— | | লাঠিৰ। | খালি হাত। | ডাণ্ড খেল। | খালি হাত। | | | | | | | | | | | |
| গ্রুপ নং ৩ (শিক্ষকৰ নাম)— | | দীঘল বাঁহৰ। | খালি হাত। | সঙ্গীত। | খালি হাত। | | | | | | | | | | | |

বিশেষ দ্রষ্টব্য ঃ—ডাণ্ডৰ ল'বাৰ কাৰণে সপ্তাহৰ ভিতৰত খালি হাতৰ ব্যায়াম দুদিনকৈ কৰা ভাল।

# দ্বাদশ ছেদ

## ধেমালি-খেল

"কেম্প"ত শিকোৱা কিছুমান বছা বছা ধেমালি-খেলৰ ইয়াত নাম দিয়া হ'ল। এই নামবোৰ জানিলেই "কেম্প"ত শিক্ষাপ্ৰাপ্ত শিক্ষকে ল'ৰাক শিকাব পৰাটো আমাৰ অভিজ্ঞতা। এই খেলবোৰৰ কাৰণে বেছি ঠাই নেলাগে, আৰু যেই-সেই সংখ্যক ল'ৰাই খেলিব পাৰে। শিক্ষকে নিজে ভাবি-চিন্তি অনেক খেল উলিয়াই লব পাৰিব। চাই-চিতি দেশীয় খেলো শিক্ষকে গোটাই লব।

| খেলাৰ নাম | | ধৰণ। আহিলা |
|---|---|---|
| ১। চৰাইৰ বা কেৰ্কেটুৱাৰ বাঁহ। | | তিনিটাকৈ বাঁহ সাজি, এটাকৈ চৰাই বাহ পাতি থাকে; আৰু এটা বাহ-নাইকিয়া চৰাই। |
| ২। মেকুৰী এন্দুৰ | ... | বৃত্ত পাতি। |
| ৩। চেলাম খেল | ... | ঐ |
| ৪। উঠা-বহা খেল | ... | এশাৰীত |
| ৫। বল্ চোৰা | ... | বৃত্ত পাতি। |
| ৬। তিনিটা নোহোৱা (Three Deep) | ... | ঐ |
| ৭। নম্বৰ সলোৱা | ... | ঐ |
| ৮। চাবুক খেল | ... | ঐ |
| ৯। গঁৱালৰ বাঁড় | ... | ঐ |
| ১০। চিকাৰী খেল (Charley over water) | ... | ঐ |
| ১১। ফোন্দৰ কেৰ্কটুৱা | ... | তিনিটীয়া বৃত্তত। |
| ১২। বাঘ-গৰু Kho Kho | ... | এশাৰী পাতি। |
| ১৩। চিকোটা খেল | ... | ঐ |
| ১৪। বাঘৰ ভয় | ... | ঐ |
| ১৫। খোদ | ... | তুলাপাতৰ বা কমালৰ চাবুক। এটা এটা হৈ থকাৰ পৰা কঁকাল ধৰা শাৰীত। |

| খেলাৰ নাম | | ধৰণ। | আহিলা |
|---|---|---|---|
| ১৬। দত্ত আৰু বাওনা | ... | এশাৰী পাতি। | |
| ১৭। গালি পৰা গেল | ... | মুখামুখিকৈ এশাৰী পাতি। | |

| | | | |
|---|---|---|---|
| ১৮। | তেলৰ শাল (Whirling) ... | ঠেকাই বহা বৃত্তত। | |
| ১৯। | কুঁহিয়াৰৰ শাল (Joy Wheel) ... | আঠোটাকৈ; চাৰিটা বহি, চাৰিটা থিয় হৈ। | |
| ২০। | বন্দুক মৰা (Spud) | সক বৃত্তৰ ওপৰ চপাই | যেই-সেই বল বা ফটা কাকতৰ বা ফটা কানিৰ টোপোলা। |
| ২১। | বাঘ আৰু গঁৰালৰ বহু হাত লগাই কেৰা ... | শাৰী পতাই। | |
| ২২। | সুৰঙ্গ বল ... | দল-খেল; শাৰীত | বল। |
| ২৩। | শত্ৰু জয় (Dodge Ball) ... | দল-খেল; বৃত্তত | ,, |
| ২৪। | কাঙ্গাৰু বল ... | ঐ; শাৰীত | ,, |
| ২৫। | দলাৰ বগৰী (Roll Ball) ... | ঐ; ঐ | ,, |
| ২৬। | বৃত্তত বল ঘূৰুৱা | দল-খেল; বৃত্তত | |
| ২৭। | বল দিয়া আৰু বহা | ঐ; শাৰীত | ,, |
| ২৮। | তোৰণ বল ... | ঐ ঐ | ,, |
| ২৯। | তোৰণ সুৰঙ্গ বল ... | ঐ ঐ | ,, |
| ৩০। | মূৰৰ ওপৰে জপিয়াই ... নিয়া বল। | ঐ ঐ | ,, |
| ৩১। | লাঠি জপিওৱা খেল ... | ঐ ঐ | লাঠি |
| ৩২। | নাও খেল ... | ঐ ঐ | দীঘল বাঁহ। |
| ৩৩। | কেৰেলুৱা খেল (Centepede Relay) ... | ঐ ঐ | |
| ৩৪। | প্ৰতিঘাত লৰ ... | ঐ ঐ | |
| ৩৫। | মানুহ কঢ়িওৱা খেল ... | ঐ ঐ | |
| খেলাৰ নাম | | ধৰণ। | আহিলা |
| ৩৬। | ঘোঁৰাত উঠা ... | দল-খেল আৰু গুটীয়া খেল; বৃত্তত। | |
| ৩৭। | ৰথ-খেল (Chariot Race) | তিনি বা চাৰিটাকৈ কঁকালত ধৰি দল-খেল। | |

| | | |
|---|---|---|
| ৩৮। | ভেকুলী-জাঁপৰ খেল | দল-খেল; বৃত্তত বা শাৰীত |
| ৩৯। | এঠেঙীয়া খেল ... | দল-খেল; শাৰীত |
| ৪০। | কাছ-কাউৰী ... | ঐ; মুখা-মুখী শাৰীত |
| ৪১। | মাকো খেল ... | ঐ; শাৰীত |
| ৪২। | ম'হ যুঁজ ... | দল আৰু গুটীয়া খেল |
| ৪৩। | কেঁকোৰা খেল ... | দল-খেল; শাৰীত |
| ৪৪। | তলে ওপৰে যোৱা খেল (Crawl and Vault) ... | দল-খেল; বৃত্তত বা শাৰীত |
| ৪৫। | চকাৰ দণ্ডী (Wheel spokes) ... | দল-খেল; চাৰি দলে যোগ চিনটো পাতি। |
| ৪৬। | সাপৰ মোট সলোৱা | দল-খেল; শাৰীত। |
| ৪৭। | বাঘে নেজ ধৰা | গুটীয়া কেল; কঁকাল-ধৰা লাঠি এডাল। শাৰীত। |
| ৪৮। | হায়দৰাবাদ বল | দল-খেল বল। |
| ৪৯। | চৰাই চিকাৰী (Bird Catcher) | গুটীয়া খেল |
| ৫০। | "ভলী" বল আৰু বহু সংখ্যাক দুটা দলৰ "টেনিকইট্" খেল। | দল-খেল বল বা ৰিং |

**বিশেষ দ্ৰষ্টব্য ঃ—চিকাৰী খেলৰ কবিতা ঃ—**

বগাকৈ বগলী বহলাই বহিছে
বলুকাত বিয়লি বেলা,
বকুল বাগৰিছে বৰচা বনতে
বুটলি বিলাওঁ গৈ ব'লা।—মহন্ত।

হৰিণা ধৰিব পাৰ তই চিকাৰী
ধৰিবি পথাৰৰ বগ,
বাঘৰ নেজেৰে ধৰি টানিব পাৰিবি,
লেলাৱ আমাৰ ঐ লগ। —বৰবৰুৱা।

## (১) ভাও খেল

সৰু ল'ৰা সাধাৰণতে অনুকৰণপ্ৰিয় আৰু ভাওপ্ৰিয়। ভাও খেলবোৰ সিহঁতৰ সেই বয়সৰ প্ৰবৃত্তিৰ লগত বজিতা খোৱা। এই বিলাকত সিহঁতৰ অদম্য

উদ্যম খটাবলৈ সিইঁতে সুবিধা পায়, শাৰীৰিক ব্যায়াম যথেষ্ট হয়, আৰু ই ৰং-ৰগৰৰ এক মেহা হৈ পৰে। পাঠশালা স্কুলবোৰত এই্ ভাও খেলবোৰ বেছিকৈ দিয়া উচিত, কাৰণ এই্ বয়সত কোনো বান্ধোনত বা বাধ্য-বাধকতাত দিয়া "ড্রিল"ৰ নিচিনা কাৰ্য্যত ল'ৰাৰ মন বহুৱা টান। তলত কিছুমান ভাও খেলৰ সমল মাত্র দিয়া হ'ল।

১। জিৰাফৰ খোজ। ২। শহাৰ খোজ। ৩। পাৰ চৰাই উৰা। ৪। ভূতৰ হুমুনিয়া। ৫। ভকতৰ ঈশ্বৰৰ নাম। ৬। নৈৰ পৰা পানী খোৱা। ৭। নাও বোৱা। ৮। আগ-সাঁতোৰ, পাছ-সাঁতোৰ, শিলনিত খোজ কঢ়া, বান-পানীত খোজ কঢ়া, বুৰ মৰা, গা-ধোৱা আৰু জিৰণি লোৱা। ৯। শৰাইঘাটৰ যুদ্ধত জয়ী হৈ লাচিত ফুকনৰ জয়যাত্রা। ১০। ধুমুহাত গছ ভগা।

## ওপৰেখিঙ

### (বেলেগ বেলেগ খাপৰ স্কুলৰ কাৰণে বিষয় ব্যৱস্থা)

### (Curriculam)

| স্কুলৰ খাপ | প্ৰধান দৈহিক আৰু মানসিক অৱস্থা | বিষয় অৱস্থা |
|---|---|---|
| পাঠশালা স্কুল। (৫ বছৰৰ পৰা ১০ বছৰলৈ) | দুৰ্ব্বল হৃৎপিণ্ড, অনুকৰণ প্ৰবৃত্তি, প্ৰশংসা-প্ৰিয়তা | ভাও খেল। গাই-গুটীয়া খেল। ভঙ্গী-গীত আৰু সৰল সঙ্গীত-ব্যায়াম। |
| | স্বাৰ্থপৰতা | নাচ-বাগ। |
| | আত্ম-গৌৰৱ | |
| | অথিৰতা বা চঞ্চলতা | ঠেং টনা লৰ, এঠেঙ্গীয়া লৰ আৰু ভৰিৰ উজু ব্যায়াম। |
| স্কুলৰ খাপ | প্ৰধান দৈহিক আৰু মানসিক অৱস্থা | বিষয় অৱস্থা |
| | বাধ্য-বাধকতাৰ বিৰুদ্ধে বিদ্ৰোহ, (গতিকেই এই যুগৰ শিক্ষা বান্ধনিমূলক নহৈ উদ্দীপনামূলক হোৱা উচিত)। | ওপৰ শ্ৰেণীত হাতৰ উজু ব্যায়ামে ঘূৰণ বুলন (বৰ ৰীতিগত নহলেও হয়)। চাপৰি মৰা ব্যায়াম। লাঠিৰ সৰল ব্যায়াম। ওপৰ শ্ৰেণীৰ কাৰণে উজু দল-খেল বোৰ। |

| | | |
|---|---|---|
| মজলীয়া স্কুল। (১০ বছৰৰ পৰা ১৪ বছৰলৈ) আৰু হাই স্কুলৰ তল শ্রেণী। | পৰিচালনাত সামঞ্জস্য আৰু বুদ্ধি-বৃদ্ধি, ভাল সৌৰৱণী শক্তি, মনোযোগহীনতা, দেখি শিক্ষা শক্তি ভৰা শক্তি-বৃদ্ধি, ডাঙৰৰ অনুকৰণ; কম স্বার্থপৰতা; সেৱা, প্রবৃত্তি আৰু দল-বদ্ধতা, দলবিজয়-প্রিয়তা; ভয়ৰ কল্পনা; সঁচিত উদ্যম। | জটিল পৰিচালনা থকা ভাও খেল। সঙ্গীত ব্যায়াম। জাপমৰা আৰু চুটি দূৰৰ লৰ। বুকু-পিঠি আৰু কঁকালৰ ব্যায়াম। লাঠি, দীঘল বাঁহ আৰু ডাম্বেলৰ সৰল ব্যায়াম। দল খেল আৰু পাঠশালাৰ খাপত খেলি অহা খেল। বেছি সামঞ্জস্য থকা চাপৰি মৰা ব্যায়াম; ৰীতি-গত ঘূৰণ, ঝুলন, সৰল ওলোমা আৰু হেন্দোলা ব্যায়াম। জটিল পৰিচালনাৰ নাচ-বাগ। |
| হাইস্কুল (১৪ৰ পৰা ১৮ বছৰলৈ) | হাড়-মঙহৰ ভাল বৃদ্ধি; মেছা, কুজা আদি আপচু গঢ়ৰ সময়; ব্যায়াম, ভাল কল্পনা শক্তি; পূৰঠ ভৰা শক্তি; ডাঙৰ কাম কৰাৰ অদম্য ইচ্ছা; বন্ধুত্ব-প্রিয়তা; দলবদ্ধতা | ৰীতিগত ঘূৰণ, দীঘলীয়া ঝুলন, গোটেই শৰীৰৰ 'লান-জিঙ্গকে' ধৰি; ভাগৰ লগোৱা ব্যায়ামৰ পৰিপাটি সমাধান; সকলো ধৰণৰ জাপমৰা আৰু দৌৰা ( sports ), দলখেল |
| স্কুলৰ খাপ | প্রধান দৈহিক আৰু মানসিক অৱস্থা | বিষয় অৱস্থা |
| | আৰু নেতৃত্ব-প্রিয়তা; বেয়া অভ্যাস গঠন; খেল। শাৰীৰিক শক্তি আদিত জয় গৌৰৱ প্রিয়তা, শৃঙ্খলা, সৌৰৱণী শক্তি, অসীম উদ্যম, ৰোমাঞ্চিত কথাপ্রিয়তা; কম আত্মসংযম। | আৰু প্রতিযোগিতাৰ বহল আয়োজন; একমাত্র শোধনকাৰী খেল 'ভলী'-বলৰ বহল ব্যৱস্থা; জটিল ধৰণৰ মুগ্দৰ ডাম্বেল, দীঘল বাঁহ আৰু লাঠিৰ ব্যায়াম। |

| | | |
|---|---|---|
| নৰ্ম্মাল স্কুল (১৮ বছৰৰ পৰা ওপৰলৈ) | মন আৰু শৰীৰৰ পূৰঠ অৱস্থা, ইচ্ছা-শক্তি আৰু যথেষ্ট আত্ম-সংযম; নিজত্ব প্ৰকাশ; নৈতিক চৰিত্ৰ আৰু জীৱনৰ স্থায়ী গঢ়। | 'দন' ব্যায়ামবোৰ; অন্য থাপৰ স্কুলৰ কাৰণে দিয়া বছা বছা টান ব্যায়ামবোৰ; কলেজৰ ল'ৰাই কেম্পৰ জটিল ব্যায়ামবোৰ; শিক্ষকৰ শাৰীৰিক ব্যায়াম কেম্পৰ গোটেই পাঠ বিধি আৰু ল'ৰাক শিকোৱা অভ্যাস। |

**বিশেষ দ্ৰষ্টব্য ঃ**—পাঠশালা স্কুলৰ ল'ৰাক স্বাস্থ্য-ৰক্ষাৰ প্ৰাথমিক কথাবোৰ, মজলীয়া স্কুলৰ ল'ৰাক শৰীৰ-তাত্ত্বিক প্ৰাথমিক কথাবোৰ, সমজুৱা স্বাস্থ্যনীতিৰ প্ৰাথমিক কথাবোৰ, আৰু হাইস্কুল আৰু নৰ্ম্মাল স্কুলৰ ল'ৰাক সমজুৱা স্বাস্থ্যনীতিৰ সকলো কথা, সাধাৰণ বেমাৰবোৰৰ লক্ষণ, নৰিয়া শুশ্ৰষা কৰাৰ নিয়ম আদি কথাবোৰ শিকাবলৈও কাৰ্য্যতালিকাত ধৰি লব।

---

# JUNIOR RED CROSS

## স্বাস্থ্যৰ + খেল।

১। পৰিষ্কাৰ-পৰিচ্ছন্নতাই মানুহক দেৱভাৱৰ ওচৰ চপায় আৰু স্বাস্থ্য ৰক্ষাৰও প্ৰধান উপায়। প্ৰত্যেক মানুহেই পোছাক-পৰিচ্ছদ পৰিষ্কাৰ, শৰীৰ পৰিষ্কাৰ, গা, হাত, মুখ, দাঁত, চকু, চুলি, আৰু উদৰ পৰিষ্কাৰ কৰি ৰাখিব লাগে।

(ক) পোছাক-পৰিচ্ছদ সপ্তাহত অন্ততঃ এবাৰ কৰি পৰিষ্কাৰ কৰিবা।

(খ) দৈনিক গা-ধুবা, চাবোন আৰু নিৰ্ম্মল পানী ব্যৱহাৰ কৰিবা। অপৰিষ্কাৰ খালত বা পুখুৰীত গা নুধুবা। পৰিষ্কাৰ কাপোৰেৰে গা মুছিবা।

(গ) আহাৰ খোৱাৰ আগতে আৰু পিচত পৰিষ্কাৰ পানীৰে মুখ ধুই পেলাবা।

(ঘ) নখ ছুটিকৈ কাটিবা আৰু পৰিষ্কাৰ ৰাখিবা।

(ঙ) শোৱাৰ আগতে দাঁত পৰিষ্কাৰ কৰিবা। ব্ৰাচ (Brush) ব্যৱহাৰ কৰাতকৈ দাঁতন ব্যৱহাৰ কৰা ভাল।

(চ) ধূলি-মাকতি আৰু মাখিৰ পৰা চকুক সদায় ৰক্ষা কৰিবা।

(ছ) সদায় চুলি ফণিয়াবা।

(জ) কোষ্ঠ সদায় পৰিষ্কাৰ ৰাখিবা। নিয়মিত সময়ত শৌচ কৰিবলৈ যোৱা অভ্যাস কৰিবা।

২। মুক্ত বতাহ :—অতি আৱশ্যকীয়। গতিকে—খিৰিকী দিনে-ৰাতি খোলা ৰাখিবা। মুখ নঢকাকৈ শুবা। নাকেৰে নিশ্বাস লবা। জনপূৰ্ণ ঠাই এৰি মুকলি ঠাইত খেলা-ধূলা কৰিবা।

৩। বিশুদ্ধ পানী :—আহাৰৰ সময়ত পানী খোৱাতকৈ আহাৰ খোৱাৰ আগতে বা পিচতে যথেষ্ট পৰিমাণে বিশুদ্ধ পানী খাবা। মিউনিচিপেল কল, নাদ আৰু নলী নাদ বা নিজৰাৰ পানীয়েই নিৰ্ম্মল আৰু বিশুদ্ধ। খোলা নাদ, নদী আৰু পুখুৰীৰ পানী খোৱাৰ আগতে উতলাই লবা।

৪। পৰিষ্কাৰ আৰু স্বাস্থ্যকৰ খাদ্য :—ধূলি আৰু মাখি পৰা খাদ্য, পানীয় আৰু মিঠাই নেখাবা। বাঢ়ি উঠাৰ লগে লগেই খাদ্য খাবা। প্ৰচুৰ পৰিমাণে টাট্‌কা ফল আৰু শাক-সজি খাবা। দৈনিক টাট্‌কা উতলোৱা এসেৰ গাখীৰ খাবা। ইয়াৰ অভাৱে দুই গ্লাস সৰতোলা গাখীৰ খাবা। বুট, মগু, মাহ আদি খাবা। খাদ্য ভালদৰে চোবাই খাবা। কেচা শাক-সজিৰ অভাৱত গাজ, ওলোৱা বুট, মগু মাহ আদি খাবা। নিৰামিষ-ভোজীসকলে বেছি পৰিমাণে মটৰ আৰু উৰহী খাব লাগে।

৫। পৰিষ্কাৰ ঘৰ আৰু কম্পাউণ্ড :—ই স্বাস্থ্যৰ কাৰণে অতি আৱশ্যকীয়।

৬। **সূৰ্য্যৰ কিৰণ ঃ**—ই এবিধ বলদায়ক ঔষধ। ইয়াৰ দ্বাৰাই বেমাৰৰ বীজ ধ্বংস হয়। থকা ঠাইত আৰু কাম কৰা ঠাইত সূৰ্য্যৰ পোহৰ পৰিবলৈ দিবা।

৭। **ব্যায়াম ঃ**—ই ভোক বঢ়ায় আৰু শৰীৰৰ গঠন কাৰ্য্যত সহায় কৰে। শৰীৰ আৰু মন উভয়কে শক্তিশালী কৰে। গতিকে দৈনিক মুকলি ঠাইত ব্যায়াম কৰিবা। যদি খেলা ভাল পোৱা খেলিবা। খোজ কঢ়া, দৌৰা আৰু সাঁতোৰাও ভাল।

৮। **জিৰণি ঃ**—মস্তিষ্কৰ আৰু শৰীৰৰ জিৰণিৰ আৱশ্যক। গতিকে সোনকালে শুবা আৰু সোনকালে উঠিবা, আৰু শক্তিদায়ক ৰাতিপুৱাৰ বতাহ আৰু সূৰ্য্যৰ পোহৰ উপভোগ কৰিবা। ৰাতি নিতৌ ৯ বা ১০ ঘণ্টা শুবা।

৯। **অৱস্থা ঃ**—মানুহক পোন হৈ ফুৰা জন্তুৰ ভিতৰত ধৰিব পাৰি। শৰীৰৰ বেয়া অঙ্গ অনিষ্টদায়ক, গতিকে পোন হৈ উঠা-বহা কৰিবা।

১০। **অধ্যয়ন ঃ**—বেয়া পোহৰে চকু নষ্ট কৰে। গতিকে বাওঁ-ফালৰ পৰা অহা ভাল পোহৰত পঢ়িবা।

১১। **অভ্যাস ঃ**—সৎ অভ্যাস অনুশীলন কৰা। ধপাত, মদ আদি মাদক-দ্ৰব্য বৰ্জ্জন কৰিবা, সকলোতে অমিতাচাৰ ত্যাগ কৰিবা।

১২। **সংক্ৰমণৰ প্ৰতিষেধক ঃ**—সংক্ৰমণ ব্যাধিৰ পৰা হাত সাৰি থকা আৰু আনকো এই ৰোগৰ দ্বাৰা দূষিত নকৰা তোমাৰ কৰ্ত্তব্য।

গতিকে—স্বাস্থ্য ৰক্ষাৰ উপদেশবোৰ পালন কৰিবা। বেমাৰ মাতি অনা ধূলি-মাকটি, মহ-মাখি, ওকণি আৰু এন্দুৰ আদিক ধ্বংস কৰিবা।

জন-স্বাস্থ্য বিভাগে তোমাৰ গাওঁ আৰু নগৰক ম্যালেৰিয়া, বসন্ত, কলেৰা প্লেগ, কালাজ্বৰ আদিৰ পৰা ৰক্ষা কৰা কামত সহযোগিতা কৰিব।

প্ৰত্যেক ৭ বছৰে টিটা লবা; তাৰ উপৰিও গাওঁত বসন্তৰ প্ৰাদুৰ্ভাব হলে টিটা লবা। কুইনাইন ব্যৱহাৰ কৰি আৰু আঠুৱাৰ তলত শুই মেলেৰিয়াৰ হাত সাৰিবা।

হাঁচি মাৰোঁতে, হাঁহোতে তোমাৰ নাক পৰিষ্কাৰ কৰিবলৈ কাগজ বা ৰুমাল ব্যৱহাৰ কৰিবা। মাটিত থু নেপেলাবা। মানুহ থকা ঘৰত হাঁচি বা কাহ নামাৰিবা। চৰিয়াত মুখ নুধুবা। আনে ব্যৱহাৰ কৰা টাৱত গা নুধুবা আনে ব্যৱহাৰ কৰা গামোছা বা চছমা আদি ব্যৱহাৰ নকৰিবা।

পেঞ্চিল, কলম, আঙুলি আদি মুখত বা নাকত নভৰাবা।

**সুখী হোৱাৰ উপায় ঃ**—স্বাস্থ্য ৰক্ষাৰ উপদেশবোৰ পালন কৰিবা। সদায় হাঁহি মুখে থাকিবা আৰু সকলোকে সৎভাৱে গ্ৰহণ কৰিবা। আনৰ মঙ্গল কামনা কৰিবা আৰু তেওঁলোকৰো সুখী হোৱাত সহায় কৰিবা।

## কম্পোষ্ট বা বন জাবৰ আদি উদ্ভিদ গেলি-পচি জহি-পমি হোৱা সাৰ

গেলা-পচা বন-পাত, পাত-পতুৱা আদি উদ্ভিদ্ পদাৰ্থ মাটি, পানী আৰু বতাহৰ লগত একেলগে মিল হলে, বতাহৰ লগত থকা নাইট্ৰোজেন বোলা বাষ্পৰ ৰাসায়নিক ক্ৰিয়াৰ দ্বাৰা বেক্‌টিৰিয়া বোলা উদ্ভিজাণুৰ সহায়ত বস্তুবিলাক গাপ উঠি গেলি-পচি জহি পমি গৈ 'হিউমাচ' অৰ্থাৎ দাহ্যপদাৰ্থ বা সাৰত পৰিণত হয়। এই দাহ্য পদাৰ্থ বা সাৰ মটিৰ লগত মিহলি হৈ নেথাকিলে মাটি সাৰুৱা নহয়। মুঠতে এই দাহ্যপদাৰ্থ বা 'হিউমাচ' মাটিৰ প্ৰাণ স্বৰূপ। এনেভাৱে সাৰ তৈয়াৰ কৰোতে টেঙাগুণ (এচিদ) উঠে, তাক শোধনৰ বাবেই চুণ, মাটি আদি ব্যৱহাৰ কৰা হয়। সাৰ তৈয়াৰ কৰিবলৈ কৰা জাবৰৰ দ'মবিলাকৰ মাজলৈ যাতে অবাধে বতাহ চলাচল কৰিব পাৰে সেই উদ্দেশ্যে সাধাৰণতে দ'মবিলাক ঠেক আৰু কম ওখকৈ পতা হয়।

নাম আৰু প্ৰণালী নতুন হলেও আমাৰ খেতিয়ক সকলে নজনাকৈয়ে এনে ধৰণৰ সাৰৰ ফলাফল দেখি-বুজি আহিছে। গাৱঁৰ সকলোৱে ঘৰৰ পাচফালৰ চুৰাপাতনিৰ ওচৰত হোৱা কল, তামোল, কঠাল আৰু কচু আদি ফচল কম সময়ৰ ভিতৰত কেনেকৈ লহপহকৈ ডাঙৰ-দীঘল হৈ ফুল-ফল ধৰে আমি দেখি আহিছোঁ। প্ৰকৃতপক্ষে আমি যে তৰি-তৰকাৰিৰ বাকলি, পাত-পতুৱা আৰু খোৱা-লোৱাৰ পেলনি যোৱা ভাগ সদাই এক ঠাইতে পেলাই দিওঁ, সেইবিলাক ক্ৰমান্বয়ে গেলি-পচি জহি-পমি গৈ কম্পোষ্ট সাৰ হয়। আৰু এটা উদাহৰণ-স্বৰূপে দেখিবলৈ পাওঁ—আমি কাথ আলু ডাঙৰ কৰোঁ কেনেকৈ? আগবেপৰা গাত খান্দি গাতত জাবৰ-জোথৰ, চাহ-মাকতি, তুহ-পতান আদি পেলাই-পুৰাই সেইখিনি জাহ গলে তাত আলুৰ মূৰ দি আলু ডাঙৰ কৰোঁহক। ইও হৈছে কম্পোষ্ট সাৰৰ ব্যৱহাৰ। গতিকে মাটিৰ ওপৰত দ'ম বান্ধিয়েই হওক বা গাতত জাবৰ-জোথৰ গোটায়েই হওক, কম্পোষ্ট সাৰ কৰা আমাৰ কাৰণে একো নতুন কথা নহয়; কথা হৈছে আধুনিক প্ৰণালীৰে সৰহকৈ সাৰ তৈয়াৰ কৰি গোটেই পথাৰত ব্যৱহাৰ কৰিব পাৰি কেনেকৈ তাকে শিকি-বুজি লব লাগে মাথোন।

এতিয়া আমি নতুনকৈ শিকিব খোজা প্ৰণালীটো হাৱাৰ্ড নামেৰে কৃষিবিদ্ লোক এজনে খেতিয়ক সকলৰ উপকাৰৰ অৰ্থে বহুত বছৰ পৰীক্ষা কৰি চাই-মেলি উলিয়ালে। তেখেতে প্ৰথমতেই ইন্দোৰ দেশীয় ৰাজ্যত এই প্ৰণালীৰে কাম আৰম্ভ কৰে, গতিকে আজি-কালি এই প্ৰণালীটোকে 'ইন্দোৰ-প্ৰণালী' বুলি গোটেই পৃথিৱীতে বিশেষকৈ ব্যৱসায়ী শিক্ষিত খেতিয়কৰ মাজত জনাজাত।

কম্পোষ্ট সাৰ গোবৰ সাৰতকৈ ভাল, কাৰণ শস্যৰ বাবে অতি লাগতিয়াল সাৰ নাইট্ৰোজেন, ফস্ফৰিক এচিদ্ আৰু পটাচ, গোবৰতকৈ ইয়াত বেচি আছে। সকলো শ্ৰেণীৰ দ, বাম, আলতীয়া মাটিত ব্যৱহাৰ কৰি ধান, মাহ, কুঁহিয়াৰ, আলু আদি বৰ্ত্তমানে পোৱা শস্যৰ তিনি-চাৰি গুণ বেছি পৰিমাণ পাব পাৰি।

আমাৰ গোটেই কেৰণ জিলাৰে দ অঞ্চলবিলাক পানীমেটেকাই চাটি পেলাইছে; তাৰপৰা বাইজৰ কেনে অনিষ্ট হৈছে তাক সকলোৱেই মন কৰিছে। ইয়াক আধুনিক প্ৰণালীৰে গেলাই-পচাই জাহ নিয়াই সাৰ কৰি ব্যৱহাৰ কৰিলে বিহমেটেকাই অমৃত ঢালিব। এহাতে মেটেকা নিৰ্ম্মূল হয়, আনহাতে এবিধ উত্তম সাৰ পোৱা যায়, মেটেকাৰ পৰা সাৰ প্ৰস্তুত কৰাও অতি সহজ, কাৰণ ই কম দিনৰ ভিতৰতে গেলি-পচি জাহ যায়। আৰু এবিধ বনবীয়া বনে বাম আৰু পাহাৰ আদি অঞ্চলৰ ঠাই বিলাক ঢাকি পেলাই খেতি-বাতিৰ অনিষ্ট কৰিছে। ঠাই বিশেষে এনে বিধক চামশলখা লেতেৰাবন বা জাৰ্ম্মেণী বন বোলে। মেটেকাৰ দৰে ইয়াকো সাৰ তৈয়াৰ কৰি কামত লগাব পাৰিলে দুয়োফালে মঙ্গল।

## কম্পোষ্ট সাৰ কৰাৰ প্ৰণালী

উপাদান সংগ্ৰহ ঃ—গছৰ আগ, পাত ছাল-বাকলি, লতা, বন, ঘাঁহ, সৰু গাছৰ মুঢ়া, শস্য দাই নিয়াৰ পাচত থকা নৰা, সৰিয়হ, মাহ আদিৰ কটালি, ধানখেৰ, উৰহী, মটৰ, ভোল, জিকা, ধন্দুলি, চেকামৰা, মিঠামৰা, তেঙ্গামৰা, আলু আদি ফচল উঠাৰ পাচত বোৱা গছৰ পাত আদিয়েই ইয়াৰ উপাদান। শাক-পাচলিৰ বাকলি, গছৰ কলম দিয়া পাতৰ সৈতে সৰু ঠানি, ধাননি পথাৰত হোৱা বনবীয়া বন যেনে বিনয়, মূৰফুলা, পঠকৰা, বিহলঙ্গনী, বৰবিহলঙ্গনী, কুঁহিলা আদি; দ' ঠাইত হোৱা অগৰা, বিৰিঙা, ইকৰা, নল, খাগৰি, কহুঁৱা; পানীত হোৱা এৰালিদল, চেচোৰ, পুনি, মেটেকা, জিকৰি, সিঙ্গৰি, পানীকলা আদি; ঘৰৰ ওচৰত বাৰীয়ে-ঘৰে আলি-পদূলিয়ে হোৱা কচু; ঢেকিয়া, বিহলঙ্গনী, লাতকচু, গোমেকোৰাধন, বনকপাহ, হাতীশুতৰা, ভেম ভেটকা, লাইজাবৰি, টেঙেচি, বৰমানিমুনি, জেতুলিপকা, কুকুৰা, ঠেঙাজনী; গৃহস্থী মানুহৰ ঘৰ-চোতাল সাৰি পেলোৱা জাবৰ, তুঁহ, পতান, মাহ-চাউল, মিহলি সুতলা, ছাই ধূলি; হাঁহ, পাৰ, ছাগলি, গৰু-মহ'ৰ মল-মূত্ৰ আদিয়ো কম্পোষ্ট সাৰৰ উপাদান।

ব্যৱহাৰৰ অনুপযোগী বস্তু ঃ—লেতনি বোৱা প্ৰায় বস্তুকেই ব্যৱহাৰ কৰিব পাৰি। এনে কোনো বস্তু নাই যাক সাৰ কৰা কামত লগাব নোৱাৰি। বৰ্ত্তমান ক্ষেত্ৰত আমি যি প্ৰণালীৰে কাম আৰম্ভ কৰিছোঁ সেইক্ষেত্ৰত আপত্তি হৈছে,—সেই নিয়মত এনাৰ, লোহা-লক্কৰৰ বাটি, কাগজ, কাঠৰ সুতলা, গছৰ ডাঙৰ ঠাল

আৰু তেলযুক্ত বস্তু ব্যৱহাৰৰ উপযোগী নহয়। নিৰ্দ্দিষ্টভাৱে কাম সমাধা কৰিবলৈ অভিজ্ঞতা নোহোৱালোকে পোকেধৰা বা বেমাৰ হোৱা গছ-পাত, বন-বাত, শস্যাদি আৰু বনবীয়া বন কামত নলগোৱাই ভাল, কাৰণ তালকৈ বস্তুবিলাক নিৰ্ম্মূল কৰিব নোৱাৰিলে সাৰৰ লগত গৈ সেইবোৰ বৃদ্ধি হোৱাৰ হে সম্ভাৱনা।

**উপযুক্ত ঠাই** :—বাৰিষা পানীত তল নোযোৱা ওখ আৰু বৰষুণ দিলে পানী বন্ধ নোহোৱা ওখ সমান ঠাই ভাল। একেবাৰেই ৰ'দ ঘাই নহৈ কোনো ডাঙৰ গছৰ, যেনে—বকুল, বৰ, জৰি গছৰ ছাঁত ঠাই বাছি লব পাৰিলে আৰু ভাল, কাৰণ সাৰ তৈয়াৰ কৰোঁতে জাবৰৰ দ'ম সহজে নুশুকায় আৰু প্ৰবল বতাহ ধুমুহা আৰু বৰষুণৰ পৰাও ৰক্ষা পৰে। আৰু এটা কথা, এই সাৰ প্ৰস্তুত কৰোঁতে পানী আৰু গৰুৰ গোবৰ, মুত আৰু গোহালী ধোৱা পানী আৱশ্যক। গতিকে গোহালী-ঘৰ আৰু বিল, পুখুৰীৰ পৰাও যাতে বেছি দূৰ নহয় সেইফালে লক্ষ্য ৰাখিব লাগিব। বাছি লোৱা ঠাই ডোখৰ ঘাঁহ বনেৰে চাপি থাকিলে হাবি বন কাটি চুৰুকি লব লাগে। অন্ততঃ ৪ ফুটৰ পৰা ১০।১২ ফুট বহল কৰি ঠাই এতাই লব লাগে। এইখিনিতে আপোনালোকক এটি কথা কৈ থওঁ। বৰ্ত্তমান আমাৰ খেতি জীৱিকা নিৰ্ব্বাহৰ বাবে পতা ব্যক্তিগত খেতি, মাটিও কম, গতিকে প্ৰত্যেক খেতিয়কেই নিজৰ খেতিৰ বাবে কম উপায়েৰে কেনেকৈ পেলনি যোৱা বস্তুৰে সাৰ তৈয়াৰ কৰিব পাৰি তাৰেহে বিধান দিয়া হৈছে। ব্যৱসায়ৰ সামূহিক খেতিৰ বাবেও বহুলভাৱে কম্পোষ্ট তৈয়াৰ কৰিব পাৰি।

ঠাই, জলবায়ু আৰু ঋতু অনুযায়ী এফুট দ'কৈ খাল খান্দি জাবৰৰ দ'ম কৰিব পাৰি। এফুট দ'কৈ খাল খান্দি ললে জাবৰকালি দ'মবিলাক ৰসাল হৈ থাকে। মাটিখিনি ওচৰতে গৰাই থব লাগে। খাল খান্দি ললে প্ৰথম অৱস্থাত তলৰ থাকটো নিয়মিতৰূপে খাই পৰে। আৰু দ্বিতীয়তে বস্তুখিনিও গৰম আৰু জীপ থাকি সোনকালে জহিবলৈ সুবিধা হয়, ওচৰতে গৰাই থোৱা মাটিখিনি পাচত ওপৰত তুলি দিবলৈ সহজ হয়। বাৰিষাকালত কিন্তু খাল নেখন্দাই ভাল, খান্দিলে পানী ওলোৱা, পানী বন্ধ হোৱা, জেলুকীয়া আদি অসুবিধাই দেখা দিব। বেছি বৰষুণ, ধুমুহা বতাহৰ পৰা ৰক্ষা কৰিবলৈ চালি দি লব পাৰিলে কম্পোষ্ট সাৰ তৈয়াৰ হোৱাত একো বাধা নহয়।

**আবৰ্জ্জনা সংগ্ৰহ** :—ওপৰত উল্লেখ কৰা সকলোবোৰ বস্তু য'ত যেনেকৈ পোৱা যায় বাটি লোৱা ঠাইৰ ওচৰত জমা কৰিব লাগে। খেৰ, পাত, ঘতা, কুঁহিয়াৰ পাত, কল-আবলি, তামোলৰ ধকুৰা আদি শুকান আৰু সহজে পানী নোশোহা ধৰণৰীয়া বস্তু বিলাক ৰসাল আৰু জোকাৰ-জৰি লবলৈ ভাল উপায় আছে। বস্তুবিলাক গোটাই দুই-তিনিদিনৰ কাৰণে গোহালী-ঘৰত পাৰি দি গৰু

বাহ্মিলে দুটা কাম হয়,.প্ৰথমতে পাতবিলাক ভাঙ্গিচিঙ্গি ফাঁহ্‌-ফাঁহ্‌ হ'ব, আৰু দ্বিতীয়তে গৰুৰ মূত শুহি লৈ ভাল সাৰ তৈয়াৰ হোৱাত সহায় কৰিব। অলপ টান বস্তুবিলাক আন এটা উপায়েৰে ভাঙ্গি-চিঙ্গি জহিবলৈ সুবিধা কৰি লব পাৰি। ইকৰা, খাগৰি, নল, ফুটুকা, জাৰ্ম্মেনি বন আদি গৰু-মহ'ৰ গাৰী যোৱা ৰাস্তাত পথালিকৈ পাৰি দিলে অতি সোনকালে ভাঙ্গি-চিঙ্গি সৰু সৰু টুকুৰা হ'ব, সেই বিলাক লৈ দ'ম বান্ধি সাৰ তৈয়াৰ কৰিবলৈ সহজ হয়।

**সাৰ প্ৰস্তুত** ঃ—গোটেই বস্তুবিলাক ভালকৈ মিহলাই লব লাগে, যাতে কোমল আৰু টান বস্তুবিলাক বেলেগ বেলেগ নাথাকি মিহলি হৈ যায়। টান মূল বা ঠাৰিবিলাক বা দীঘল খেৰ, পাত আদি বস্তুবিলাক সৰু সৰু টুকুৰা কৰি কাটি, ভাঙি-মোহাৰি ললে সুবিধা হয়, বস্তুবিলাক গোটাই থওঁতে অলপ অলপ পানী চটিয়াই জীপ দি থব লাগে। এতিয়া বস্তুবিলাক নিয়মিতৰূপে থাক থাক কৰি সজাই দ'ম বান্ধিব লাগে। মাটিৰ ওপৰত বা খান্দি লোৱা গাঁতত সমান আৰু ৪ ইঞ্চিৰ পৰা ১ ফুট পৰ্য্যন্ত ওখ কৰি প্ৰথম থাক পাৰি লব লাগে। দ'ম বিলাক কিমান দীঘল হব কেৱল মাত্ৰ জাবৰ-জোথৰৰ পৰিমাণৰ ওপৰত নিৰ্ভৰ কৰিব। ধান আৰু শুকান বস্তু বিলাক অলপ হেঁচি দিব লাগে। এইখিনিতে মনত ৰাখিব লাগিব যে জাবৰৰ দ'মৰ ভিতৰলৈ অবাধে বতাহ্‌ চলাচল কৰিব পাৰিব লাগিব। গতিকে দ'ম বান্ধোতে কেতিয়াও ওপৰত উঠি ভৰিৰে বা অন্য উপায়েৰে যেন টিপি দিয়া নহয়।

এতিয়া ঠিক-ঠাক কৰি লোৱা থাকটোৰ ওপৰত যদি সহজে পোৱা যায় তেনেহলে প্ৰতি ১০০ বৰ্গফুট হিচাবে দুই-তিনি সেৰ হাৰৰ গুড়ি সমানভাৱে চটিয়াই দিব লাগে। হাৰৰ গুড়ি নেপালে তাৰ সলনি প্ৰথম থাকটোৰ ওপৰত দুই আঙুলি ডাঠ কৰি কেঁচা গোবৰ দিব লাগে। গোবৰ দিয়া হৈ গলে তাৰ ওপৰত দুই আঙুলি পৰিমাণ কেচামাটি চটিয়াই দি আকৌ তাৰ ওপৰত গোহালী ধোৱা পানী চটিয়াই দিব লাগে। পকা মজিয়াৰ গোহালীত মল বাগৰি যাবলৈ নলা আদি থাকিলে গোহালী ধোৱা পানী সংগ্ৰহ কৰিবলৈ সহজ হয়। গতিকে গোহালী ধোৱা পানী নেপালে কেঁচা গোবৰ যিমান লোৱা হয়, তাৰ ১০-ৰ পৰা ১৫ গুণ পানীত মিহলাই লৈ কেঁচা মাটিৰ থাকটোৰ ওপৰত চটিয়াই দিব লাগে। এইখিনিতে আপোনালোকক এটা কথালৈ মনত পেলাই দিব লগা হৈছে। দ'মটো সম্পূৰ্ণভাৱে ৰসাল কৰি ৰাখিবৰ জোখাৰেহে পানী চটিয়াই দিব লাগে, বেছি পানী দিলে উপকাৰতকৈ অপকাৰহে হ'ব। যদি কেৱল মেটেকাৰপৰা সাৰ তৈয়াৰ কৰা হয় তেতিয়া হলে মেটেকাত পানীৰ ভাগ বেছি থকাৰ বাবে পানী চটিয়াই তিয়াই নিদিলেও হয়। যি-কোনো কেঁচা বস্তুকে সোনকালে গাপ উঠাই গেলাই-পচাই জাহ নিয়াবলৈ হলে সেই কামত সহায় কৰিবলৈ অন্য শুকান বস্তুৰ

দৰকাৰ হয়, যেনে—কেঁচা কল পকাবলৈ বিহলজনীৰ জাগ দৰকাৰ। গতিকে সাৰৰ বাবে কেৱল মেটেকা ব্যৱহাৰ নকৰি ইয়াৰে সৈতে যিমান মেটেকা গোটোৱা হয় তাৰ তিনি ভাগৰ এভাগ অন্য কোনো শুকান আবৰ্জ্জনা ব্যৱহাৰ কৰা উচিত। সেইবাবে ইয়াকো পানী চটিয়াই জেকা কৰি ৰাখিব লাগিব।

তাৰ পাছত ওপৰত কৈ অহাৰ প্ৰথম থাকটোৰ ওপত দ্বিতীয় থাক সজাই লব লাগিব। দ্বিতীয় চামৰ ওপৰত তৃতীয় চাম আৰু তৃতীয় চামৰ ওপৰ চতুৰ্থ চাম, ঠিক সেই ভাৱেৰেই সজাব লাগিব। এতিয়া চাৰিটা চামেৰে ৬ ফুট বহল ৪ ফুট ওখ এটা জাবৰৰ দ'ম তৈয়াৰ হ'ল। ভালকৈ গাপ উঠি গেলি-পচি জাহ যাবৰ কাৰণে এই ভাৱে দ'মটোক কিছুমান দিনৰ বাবে সেই একে অৱস্থাতে ৰাখিব লাগিব আৰু পাচত দ'মৰ ভিতৰত বস্তুবিলাক আধা-পচা হলে গোটেই দ'মটো লুটিয়াই আকৌ এটা নতুন দ'ম কৰিব লাগিব।

আমি এতিয়া প্ৰথম থাকটোৰ ওপৰত কেঁচা গোবৰ দুই আঙুল দিয়াৰ পিচত তাৰ ওপৰত গোটাই লোৱা আবৰ্জ্জনাৰে গোবৰখিনি লুকুৱাকৈ এটা পাতল চাম কৰি লব লাগে। এই থাকটোৰ ওপৰত বগা গুৰি-মাটি প্ৰতি বৰ্গফুটত এক আউঞ্চ হিচাবে চটিয়াই দিব লাগে। অৱশ্যে বগা গুৰি-মাটি হয়তো পোৱা নোযাব পাৰে; তাৰ পৰিবৰ্ত্তে কাঠৰ ছাই ব্যৱহাৰ কৰিলেও একে কামকে পোৱা হব।

বগা মাটি বা ছাই দিয়াৰ পাচত ওচৰত এক আঙুল ডাঠ কৰি মাটিৰ এটা থাক কৰি দিব লাগে। যদি শুকান বস্তু ব্যৱহাৰ কৰা যায় তেন্তে মাটিৰ থাকটো অলপ ডাঠ হব লাগে আৰু সেইজীয়া ঘাঁহ বনপাত হলে পাতলকৈ দিলেই হ'ল। যদি মাটিখিনি ফঁহ-ফঁহীয়া মাটি হয়, তেন্তে বেছি পৰিমাণে দিব লাগে, আলতীয়া হলে কম মাটি দিলেই হব। যদি আগেই তৈয়াৰ হৈ থকা কম্পোষ্টসাৰ অলপ মাটিখিনিৰ লগত মিহলি কৰি লব পৰা যায় বৰ ভাল কথা, আৰু তাতোকৈও ভাল হয় যদি মাটিখিনি গোবৰ-পানীৰে সেমেকাই লব পাৰি। তাৰ পাচত আকৌ দ্বিতীয় থাক ঘূৰাই আবৰ্জ্জনা, গোবৰ, বগা গুৰি-মাটি বা ছাই আৰু শেহত মাটি দি দ'মটোৰ ৪ বা ৫ ফুট নোহোৱালৈকে বাঢ়ি গৈ থাকিব লাগে। যেতিয়া কাম শেষ হয়, দ'মটোৰ ওপৰত আৰু কাষত দুআঙুল মাটি দি ঢাকি পেলাব লাগে।

দুয়োটা উপায় আপোনালোকৰ আগত দেখুৱা হৈছে, যিটোৱেই সুবিধাজনক হয় কাৰ্য্যত খটুৱাব পাৰে। তাৰ পাচৰ কামখিনি দুয়ো প্ৰণালীৰে একে।

সাৰৰ দ'ম বাঢ়ি গৈ থাকোঁতে ক্ৰমান্বয়ে ওপৰলৈ ঠেক এঢলীয়া থাকিব লাগে। অন্ততঃ তলৰ ভাগতকৈ ওপৰ ভাগ তলত যিমান বহল তাৰ আধা হলেই ভাল হয়। তেনে কৰিলে পানী বাগৰি যাবলৈ সহজ হয়। সকহ বস্তু একেবাৰেতে




(সম্পূৰ্ণ গঠিত হোৱা কম্পোষ্ট দ'ম এটাৰ চিত্ৰ তলত দিয়া হ'ল; মাজেৰে ঠিয়কৈ কাটি দেখুৱা হৈছে)

গোটাই লব নোৱাৰিলে দ'মটো এক কোবতে বন্ধা নহব, সাধাৰণতে আমাৰ কাম ক্ৰমান্বয়ে হব। সেই বুলি ভাবি লব নেলাগিব যে যেতিয়াই মন যায় অলপ-অচৰপ জাবৰ-জোথৰ গোটাই দ'ম বান্ধি গলে আমাৰ কাম হব। গৰম দিনত কাম আৰম্ভ কৰাৰ ১৪ দিনৰ ভিতৰত আৰু জাৰকালি তাতকৈ অলপ বেচি দিন লব পাৰি। মুঠতে কাম আৰম্ভ কৰি শেষ হোৱাটোৱেই প্ৰকৃত কৃতকাৰ্য্যতাৰ মূল-কথা।

কিছু দিনৰ পিছত অৱশ্যে ঠাই আৰু বতৰ লৈ আৰু কামত লগোৱা বস্তুৰ প্ৰকৃতি অনুসাৰে দ'মটো গৰম হৈ আহিবলৈ ধৰিব। গৰম হোৱাত পলম হ'লে জাবৰ-জোথৰবোৰ গাপ উঠি গেলি-পচি জাহ গৈ সাৰ হোৱাত বেচি দিন লাগিব। আৰু এটা কথা এইখিনিতে আভাস দি থোৱা ভাল। জাবৰৰ দ'মত উত্তাপ কম হ'লে পথাৰত হোৱা বছৰেকীয়া বনপাতৰ গুটি বা শিপাবিলাক একেবাৰেই নষ্ট নহব পাৰে। এই গুটি বা শিপা ধ্বংস কৰিবলৈ যথেষ্ট উত্তাপৰ দৰকাৰ। নিজে কামত অভিজ্ঞতা লভি পাৰ্গত হোৱালৈকে প্ৰথম অৱস্থাত বনপাত আদি নিদিয়াই ভাল।

উত্তাপ ক্ৰমান্বয়ে মাজ ভাগত বেছি হব, ইয়াক জুখি চাবৰ বাবে বেলেগ যন্ত্ৰৰ একো আৱশ্যক নকৰে, কামকৰা লোকে হাত দিলেই গম পাব। কাম আৰম্ভ কৰাৰ পৰা প্ৰায় ৩-ৰ পৰা ৬ সপ্তাহৰ ভিতৰত লুটিয়াই দিয়া কাম আৰম্ভ কৰিব লাগে। ই অতি সহজ কাম। ধানৰ মৰণা মাৰোতে গৰুবিলাক ওখুনেৰে

উখুনিয়াই এঠাইৰ পৰা আন ঠাইত দ'মাই আকৌ দ্বিতীয়বাৰ সেই ঠাইৰপৰা প্ৰথম ঠাইলৈ অনা হয়, ঠিক সেই দৰেই জাবৰৰ দ'মটোও মৰণাৰ দৰে ৩ বাৰ উখুনিয়াই দিব লাগে। কাম এমূৰৰ পৰা আৰম্ভ কৰিবলৈ লগে সুবিধা হয়। শুকান নিৰল আবৰ্জ্জনাৰে জাবৰৰ দ'ম বান্ধিলে সাধাৰণতঃ ডেৰমাহৰ পাচত জাবৰৰ দ'মটো আধাপচা হৈ যায়। কুঁহিয়াৰ পাত আদি আধাপচা হবলৈ ইয়াতকৈ বেচি দিন লাগে। কেঁচা ৰসাল বস্তু প্ৰায় মাহেকৰ ভিতৰতে আধাপচা হয়।

প্ৰথমবাৰ জাবৰৰ দ'মটো লুটিয়াই নতুন দ'ম কৰিবৰ সময়ত তাক ভাঙি তাৰ ওচৰতে আগৰ নিয়মতেই আকৌ এটা দ'ম কৰিব লাগে। পুৰণি দ'মটোৰ ওপৰ থাক নতুন দ'মটোৰ এটাইতকৈ তলৰ থাক হব। ওলট-পালট কৰিবৰ সময়ত পুৰণা দ'মটোত নপচা বস্তুবিলাক নতুন দ'মটোৰ মাজত সুমাই দিব লাগে। যদি পুৰণা দ'মটোত সৰু গছৰ ঠানি আদি থাকে তাক বাচি পেলাই দিয়াই ভাল, কাৰণ সমানভাৱে পচা বস্তুবিলাকৰপৰা নতুন দ'ম তৈয়াৰ কৰিলে বস্তুবিলাক সমানভাৱে পচি যাব আৰু সাৰো ভাল হব। নতুন দ'ম সাজিবৰ সময়ত আবৰ্জ্জনাবিলাক ভাল ৰসাল হৈ নেথাকিলে পানী দি ৰসাল কৰিব লাগে। পুৰণা দ'ম তৈয়াৰ কৰোঁতে বাঁহৰ ধান উখুনিয়াবলৈ লোৱা ওখুন বা পথাৰৰ জাবৰ গুচাবলৈ লোৱা যবকা ব্যৱহাৰ কৰিলে কাম কৰিবলৈ সহজ হয়।

প্ৰথমবাৰ ওলট-পালট কৰি দিয়াৰ প্ৰায় এমাহৰ পাচত দ'মটো ঠিক প্ৰথম বাৰৰ দৰে দ্বিতীয়বাৰ লুটিয়াই দি আকৌ এটা নতুন দ'ম কৰিব লাগে। যিমান দিনলৈকে সম্পূৰ্ণৰূপে পচি সাৰৰ উপযুক্ত নহয় তাক ৰসাল কৰি ৰাখিব লাগিব। দ্বিতীয়বাৰ নতুন দ'ম কৰিবৰ সময়ত দ'মৰ ওপৰভাগ ঘৰৰ চালৰদৰে দুয়োফালে আওঢলীয়া কৰি দিব লাগে। তেতিয়া হলে বৰ বৰষুণ হলে পানী ভিতৰ নোসোমাই বাগৰি যাব।

ঠিক নিয়মিতভাৱে জাবৰৰ দ'ম প্ৰস্তুত কৰিলে আৰু সদায় তাক ৰসাল অৱস্থাত ৰাখিলে গেলি-পচি সাৰ হবলৈ সাধাৰণতঃ প্ৰায় ৩ মাহ সময় লাগে। পচা বস্তুৰ পৰাই কেৱল সাৰ তৈয়াৰ কৰিলে তাতোকৈও কম সময়ৰ ভিতৰতে পচি যায়। অন্ততঃ শেষৰবাৰ লুটিওৱাৰ ২০।২৫ দিনৰ মূৰত গোটেই দ'মটো সমান ভাৱে কলা বৰণ লৈ সম্পূৰ্ণভাৱে পচি হাবিতলীয়া মাটিৰ দৰে গোন্ধাব। হাতেৰে চুলে সুপসুপীয়া লাগি আৰু যেতিয়া হাতত লাগিব নধৰে তেতিয়াই ব্যৱহাৰৰ উপযুক্ত সময়।

**সাৰ বেছিদিন ৰখাৰ উপায় :**—সাৰ তৈয়াৰ হোৱাৰ পাচত বেচি দিনৰ বাবে সেই ঠাইতে পৰি থাকিলে সাৰ অসাৰুৱা হৈ আহিব। কোনো কাৰণবশতঃ সময়তে কামত লগাব নোৱাৰিলে গোটেই সাৰৰ দ'মটোৰ ওপৰত মাটিৰে এটা

চাম কৰি ঢাকি থলে সাৰ ভালে থাকিব। কাৰণ জাবৰ-জোথৰ আদি উপাদানবিলাক গোটেই মেলি থাক-থাককৈ সজাই মেলি লোৱাৰ ৩ মাহৰ পাচত উদ্ভিজ্জাণু বিলাকৰ কাম সমাধা হৈ সাৰ সম্পূৰ্ণৰূপে দাহ্য পদাৰ্থত (হিউমাচ) পৰিণত হয়, সেয়েই হৈছে এই সাৰৰ উপযুক্ত সময়। গতিকে তৈয়াৰ কৰি লোৱা সাৰক সময়তে ব্যৱহাৰ কৰিব লাগে।

**সাৰ উৎপন্ন ঃ—**হাৱাৰ্ড চাহাবে ইন্দোৰত এই প্ৰণালীৰে সাৰ তৈয়াৰ কৰি দেখিছে যে এহাল ভাল গৰুৰ পৰা পোৱা গোবৰ আৰু মূত আৰু এখন গৃহস্থৰ পেলনি যোৱা জাবৰ-জোথৰ গোটাই ৫০ গাড়ী কম্পোষ্ট সাৰ তৈয়াৰ কৰিব পাৰি। সাৰৰ গুণগুণৰ ফালৰপৰা চাবলৈ গলে এগাড়ী কম্পোষ্ট সাৰ দুই গাড়ী গোবৰৰ সাৰৰ তুল্য। কাত-পতুৱা হাবি-জংঘলে ভৰা আমাৰ ঠাইত ৫০ গাড়ী সাৰ উৎপন্ন কৰা একো টান নহব। মাথোন বৰ্ত্তমানে পেটপোহা খেতিৰ ভাৱ গুচাই কম মাটিতে সাৰ ব্যৱহাৰ কৰি সৰহ শস্য উৎপন্ন কৰি ধন ঘটাৰ ধাউতি মাত্ৰ আমক লাগে। অন্ততঃ বছৰেকেত ৪০ গাড়ী সাৰ উৎপন্ন কৰিব পাৰিলেও ৪ পুৰা মাটিৰ সাৰ হয়। পথাৰত আধা-আঙুল দাঠকৈ চটিয়াই দি বা শস্য ভেদে ব্যৱহাৰৰ তাৰতম্য কৰি, হাল-কোৰ বাই খেতি আৰম্ভ কৰিলেই ৩ গুণ পৰিমাণে বেছি শস্য উৎপাদন কৰি মেটমৰা ভঁড়াল বান্ধিব পাৰি। ঘৰে ঘৰে এই সাৰ তৈয়াৰ কৰিলে গোবৰ সাৰৰো যথেষ্ট উৎপাদিকা শক্তি বাঢ়িব আৰু অভাৱ গুচিব। লগে লগে 'এক গুলিত দুই চৰাই মৰা'ৰ দৰে, ঘৰৰ চাৰিও ফালে অ'ত-ত'ত গোটখাই থকা মলিয়ন আবৰ্জ্জনাবোৰ নাইকিয়া হৈ ঘৰ-বাৰী, আলি-পদূলি চাফ্-চিকুণ, ফৰকাল হৈ সকলোৰে মন গা ভাল লাগিব। এই সাৰ প্ৰস্তুত কৰোঁতে বিশেষ একো খৰচ নহয়, মাত্ৰ গাৰ খাটনি লাগে। খাটনি চাই লাহলোৱা ডাঙৰি আনি ভঁৰাল বান্ধিবলৈ পালে সেই ফেৰা দুখলৈ মনত নপৰা হব।

**বিশেষ ভাৱে মন কৰিবলীয়া কথা ঃ—**এই প্ৰণালীৰে সাৰ তৈয়াৰ কৰিলে প্ৰধান দুটা কথালৈ লক্ষ্য ৰাখিব। জাবৰৰ দ'মৰ ভিতৰলৈ সহজে বতাহ চলাচল হব লাগিব, গতিকে জাবৰৰ থাকবিলাক সজাওঁতে কেতিয়াও যেন টিপি বা হেচি দিয়া নহয়। দ'ম ৬ ফুটৰ ওপৰ বহল আৰু ৪ ফুটৰ ওপৰ ওখ হব নেলাগে; ডাঙৰ কৰিলে বতাহ, পানী চলাচলৰ বাধা পৰি সোনকালে জাহ নেযাব। দ'মৰ মাজভাগ ৰসাল ৰাখিবৰ নিমিত্তে যেন প্ৰথমৰ পৰা শেষ পৰ্য্যন্ত পানী চটিয়াই থকা হয়।

বাৰিষা কালত দ'ম তিয়াই ৰাখিবৰ কোন প্ৰয়োজন নাই, গতিকে বাৰিষা কালেই উপযুক্ত সময়। তাতে আকৌ বৰষুণৰ লগত মিহলি হৈ থকা নাইট্ৰোজেনে সাৰ তৈয়াৰ হোৱাত অশেষ উপকাৰ সাধে। অন্যান্য ঋতুত দ'ম শুকাই যাবৰ উপক্ৰম হলে পানী চটিয়াই দিব লাগে। কোনো প্ৰকাৰে দ'মত বেছি

পানী, বৰষুণৰে হওক বা চটিয়াই দিয়াই হওক, হব নেলাগে; মাত্র ৰসাল কৰি ৰাখিবৰ বাবে যিমান প্রয়োজন সেইখিনিহে যেন পৰে।

দ'মটো সম্পূর্ণভাৱে পচাবৰ বাবে কিমানবাৰ পানী চটিয়াব লাগে সিটো নির্ভৰ কৰিব গোটোৱা আৱর্জনাৰ প্রকৃতি, স্থানীয় জলবায়ু আৰু ঋতুৰ ও পৰত। প্রথম, দ্বিতীয়বাৰ ওলট-পালট কৰালেকে কম পানী লাগে, কাৰণ বস্তুবোৰৰ শুহিব পৰা ক্ষমতা নেথাকে আৰু পাচত সুপসুপীয়া হৈ বেছি পানী শোহে। মেটেকা আদি পানীৰ ভাগ বেছি থকা উদ্ভিদৰ পৰা সাৰ তৈয়াৰ কৰিলে সাধাৰণতঃ পানী দিবৰ আৱশ্যক নকৰে।

জাবৰ-জোথৰ গোটাই কাম আৰম্ভ কৰাৰ পৰা সাৰ তৈয়াৰ হোৱালৈকে পৰিষ্কাৰ-পৰিচ্ছন্নতালৈ বিশেষভাৱে লক্ষ্য ৰাখিব লাগে যাতে জাবৰৰ দ'মাৰপৰা কোনো ৰকমৰ বেয়া গোন্ধভাপ ওলাই বায়ু দূষিত নকৰে আৰু যাতে দ'মত মাখিৰ সৃষ্টি নহয়।

—সমাপ্ত—

Shikshadarshan Aru Shikshapaddhatir Gatidhara writen by Shri D. N. Bhattacharyya, B.Sc., B.T., Nalbari, Assam. Published by Shri B. N. Datta Baruah, from Dutta Baruah & Company, Nalbari, Assam and Printed at the Uma Press, Nalbari, Assam.

---

প্ৰকাশক ঃ
শ্ৰীভবেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
দত্তবৰুৱা এণ্ড কোম্পানী
নলবাৰী ঃ অসম

প্ৰথম প্ৰকাশ ঃ ১৯৬৮
দ্বিতীয় প্ৰকাশ ঃ ছেপ্টেম্বৰ, ২০০২

মূল্য ঃ ৩.০০ টকা

ছপাশাল ঃ
উমা প্ৰেছ
নলবাৰী ঃ অসম

## অসমৰ ভূতপূৰ্ব শিক্ষামন্ত্ৰী মাননীয় শ্ৰীযুত অমিয়কুমাৰ দাস মহোদয়ৰ অভিমত

প্ৰিয় শ্ৰীযুত ভট্টাচাৰ্য্য,

আপোনাৰ কিতাপখন চালোঁ। কিতাপখন ভাল হৈছে। এনেধৰণৰ কিতাপ অসমীয়া ভাষাত নাই। শিক্ষাদৰ্শন আৰু শিক্ষা সম্পৰ্কে চিন্তাধাৰা কেনেকৈ ক্ৰমবিকাশ হ'বলৈ পাইছে, সেই সম্পৰ্কে বুৰঞ্জীমূলক আলোচনা কৰিবলৈ আপুনি যত্ন কৰাত কিতাপখনৰ মূল্য বাঢ়িছে।

আপুনি বহুদিন শিক্ষাৰ ক্ষেত্ৰত কাম কৰি যথেষ্ট অভিজ্ঞতা পোৱা লোক। আপুনি বৰ্ত্তমানে কৰ্মক্ষেত্ৰৰ পৰা আজৰি লৈও শিক্ষাৰ কাৰ্য্যক্ষেত্ৰলৈ আওকাণ কৰি বহি নাথাকি, সেই সম্পৰ্কে আপোনাৰ মতামতেৰে সমাজ-সেৱা কৰিবলৈ যত্ন কৰাত ভাল পাইছোঁ।

বুনিয়াদী শিক্ষা সম্পৰ্কেও আপুনি কিতাপখনত ঠায়ে ঠায়ে আলোচনা কৰি শেষৰ ফালে এটা সুকীয়া অধ্যায় দিছে। বুনিয়াদী শিক্ষাৰ মূলভেটি Co-relation সম্পৰ্কে গবেষণামূলক কাৰ্য্য নকৰি হাতৰ কাম এটা বিষয়ৰূপে নিৰ্দ্ধাৰিত বুনিয়াদী শিক্ষাৰ প্ৰাণবায়ু উৰি গ'ল। আপোনাৰ লগত মোৰ এই সম্পৰ্কে মত একে।

আশা কৰোঁ আপোনাৰ কিতাপখন অকল শিক্ষক সমাজৰ দ্বাৰাই নহয়, অসমৰ প্ৰত্যেক চিন্তাশীল লোকৰ সমাদৰ পাব।

আপোনালৈ মোৰ শুভ ইচ্ছা জনালোঁ। মোৰ সম্ভাষণ জানিব।

ইতি—

ঢেকিয়াজুলী
১ অক্টোবৰ

আপোনাৰ
(স্বাঃ) শ্ৰীঅমিয়কুমাৰ দাস

# পাতনি

এনে ধৰণৰ পুথি সৰ্ব্বসাধাৰণ ৰাইজেও পঢ়িলে শিক্ষা ব্যৱস্থাৰ প্ৰকৃত পৰিবেশ সৃষ্টিত সহায় হয়।

এই পুথি প্ৰকৃততে সঙ্কলন হে কৰা হ'ল। ইয়াত আলোচনা কৰা প্ৰায় সকলোখিনি কথা প'ল মন্‌ৰোৰ (Paul Monroe) "শিক্ষাৰ ইতিহাস" (History of Education) নামৰ পুথি আৰু ৰবাৰ্ট হ্যবাৰ্ট কুইকৰ Robert Hebert Quick) ' ৰচনাৱলীৰ পৰা গ্ৰহণ কৰা হৈছে। আন দুই এখন পুথিৰো সহায় লোৱা হৈছে। যেনে ঃ—Education by Sir Percy Nunn.

এই পুথিখিনি লিখি উলিওৱাৰ এটা উদ্দেশ্য আছে। শিক্ষানীতিৰ পুথি লিখি ধন ঘটাৰ আশা কৰিব নোৱাৰি আৰু সেইটো উদ্দেশ্যও নহয়। ইয়াৰ উদ্দেশ্য হৈছে যে আজি কালি শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰবোৰত শিক্ষক প্ৰশিক্ষণত শিক্ষা দৰ্শন আৰু শিক্ষাধাৰাৰ গতি নো অতীজৰপৰা কোন ফালেদি ঢাল লৈ আহিছে সেই বিষয়ে শিক্ষকসকলক কিছু পৰিচয় কৰি দিয়াৰ উপযোগী পুথি অসমীয়া ভাষাত নাই; সেই বাবে সেই বিষয়ে আলোচনামূলক পুথি এখনৰ আৱশ্যক আছে। শিক্ষাবিদ্‌সকলৰ মনোযোগ আকৰ্ষিত হ'লে নিশ্চয় পাছলৈ এনে ধৰণৰ পুথি অসমীয়া ভাষাত প্ৰকাশিত হ'ব—ইয়াতকৈ বেছি পৰিপুষ্ট ভাৱে। কোৱা বাহুল্য যে শিক্ষক প্ৰশিক্ষণৰ পটভূমিত শিক্ষা দৰ্শনৰ জ্ঞান যদি অলপো নাথাকে প্ৰশিক্ষণ কাৰ্য্য এটা অন্তঃসাৰহীন বাহ্য অনুষ্ঠান মাত্ৰ হৈ উঠে। মনস্তাত্ত্বিক আৰু দাৰ্শনিক পটভূমি এটা শিক্ষক প্ৰশিক্ষণ কাৰ্য্যত থকা আৱশ্যক। এই অভাব এই পুথিয়ে সম্পূৰ্ণ ভাৱে পূৰণ কৰিব নোৱাৰিব—সেই কথা আমাৰ অজ্ঞাত থকা নাই; কিন্তু যদিহে এই পুথি আগহেৰে শিক্ষকসকলে প্ৰশিক্ষণ লবৰ সময়ত অধ্যয়ন কৰে, তেন্তে প্ৰশিক্ষণত যিবোৰ শিক্ষাপদ্ধতি শিকোৱা হয়, সেই শিক্ষাপদ্ধতিবোৰৰ মূল তত্ত্ববোৰ সহজে বুজি পাব আৰু সেই জ্ঞান ওৰেই শিক্ষকতা জীৱনত স্থায়ী হৈ ৰ'ব—এই বিষয়ে লিখকৰ দৃঢ় বিশ্বাস আছে।

এই পুথিত সন্নিহিত কৰা বহুখিনি অংশ ইয়াৰ আগতে "মণিকূট", "নীলাচল" আৰু "শিক্ষা-বৰ্ত্তী" নামৰ আলোচনী কেইখনত প্ৰকাশিত হৈছিল। সেই আলোচনীৰ সম্পাদকসকলক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ—এই সুচলতে। মুখবন্ধত সন্নিহিত কৰা "শিক্ষাৰ প্ৰকৃত লক্ষ্য" কথাখিনি "দৈনিক অসম"ত প্ৰবন্ধকাৰে প্ৰকাশিত হৈছিল। তাৰ বাবেও দৈনিক অসমৰ সম্পাদক মহাশয়ক ধন্যবাদ দিছোঁ।

নলবাৰী উমাপ্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীমান ভবেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই এই পুথি ছপাবলৈ গাত লোৱাত তেওঁৰ শিক্ষা আৰু সাহিত্যৰ প্ৰতি নিঃস্বাৰ্থ আগ্ৰহ

প্ৰকাশ পাইছে। সেই বাবে শ্ৰীমান ভবেন বোপাক মোৰ আন্তৰিক স্নেহ আৰু আশীৰ্ব্বাদ দিছোঁ—ধন্যবাদ জ্ঞাপন যেন এটা সৌজন্যসূচক ক্ৰিয়া মাথোন হে হয় বুলি মনতে আশঙ্কা কৰি। উক্ত প্ৰেছৰ মুদ্ৰাকৰ পণ্ডিত শ্ৰীযুত যোগেশচন্দ্ৰ গোস্বামী স্মৃতি-ব্যাকৰণশাস্ত্ৰীৰ প্ৰতি মই বিশেষ ভাৱে কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ এই বুলি যে এই পুথিৰ ছপা কাৰ্য্যত তেওঁৰ আগ্ৰহ আৰু যত্নৰ যেন এটি বিশেষত্ব আছে—এনে ধৰণৰ মনোভাব এটি লক্ষ্য কৰিছিলো। এই কথাও সৌজন্য প্ৰকাশ মাথোন নহয়—ইও আন্তৰিক।

দেশৰ শিক্ষা আৰু শিক্ষকসকলৰ যৎসামান্য উপকাৰ হ'লেও—এই পুথিৰ দ্বাৰা লিখকে যে আত্মপ্ৰসাদ লাভৰ সুযোগ পাব তাত কোনো সন্দেহ নাই। লিখকৰ একমাত্ৰ আশা সেইখিনি হে।

বি, টি, কলেজৰ প্ৰশিক্ষাৰ্থী শিক্ষকসকলবো উপকাৰ হব বুলি আশা কৰা হৈছে।

"অনন্তপুৰ"<br>
নলবাৰী<br>
৬/৬/৬৮

লিখক

# উছৰ্গা

*শিক্ষক, শিক্ষাবিদ্ আৰু শিক্ষানুৰাগীসকলৰ হাতত—আন্তৰিক শ্ৰদ্ধা নিবেদনেৰে।*

—লিখক

# সূচী-পত্ৰ

"The work of the School must be based wholly upon "Self activity" and must culminate in the expression or use of the ideas or knowledge acquired in the process of the activity. The primary aim is not acquisition of knowledge, but growth or development, in which knowledge functions merely as a means to an end. Knowledge is, as it were, a subordinate or by-product; yet always essential, if growth is to be secured."

**(Froebel's view)**

"Literacy in itself is no-education. I would therefore begin the child's education by teaching it a useful handicraft and enabling it to produce from the moment it begins its training."

... ...

"An intelligent use of bodily. organs in a child provides the best and quickest way of developing his intellect."

... ...

" I want that the whole education should be imparted through some handicraft or industry."

**(Gandhi)**

হাতৰ কাম শিক্ষা কৰাই শিক্ষাৰ আৰম্ভণিৰ পৰা শেষলৈকে একমাত্ৰ পদ্ধতি হৰ পাৰে।"

# মুখবন্ধ

মানৱ-শিশু ওপজাৰ লগে লগে কিবা নহয় কিবা এটি বিষয়ে শিকিবলৈ আৰম্ভ কৰে। অৱশ্য মানৱ-শিশুৱেই নহয় সকলো প্ৰকাৰ জীৱ-জন্তুৱেই প্ৰকৃতিগত ভাৱে ওপজাৰ লগে লগে শিকিবলৈ ধৰে। এইটো কথা আমি সদায় দেখি আহিছোঁ। সকলো প্ৰকাৰ জীৱ-জন্তুৱে বা মানৱ-শিশুৱে যে স্বভাৱতঃ শিক্ষা কৰিবলৈ আৰম্ভ কৰে তাৰ প্ৰধান কাৰণ হৈছে—জীৱৰ প্ৰাণধাৰণৰ প্ৰয়োজনীয়তা স্বভাৱতঃ জীৱে অনুভৱ কৰে। সেই অনুভূতিৰ বাবে প্ৰয়োজনীয়তা পূৰণৰ অৰ্থে কৰ্ম্মত প্ৰবৃত্ত হয়। কৰ্ম্মপ্ৰৱণতা সেই বাবে স্বভাৱগত বৃত্তি বা প্ৰকৃতিগত প্ৰেৰণা।

এই প্ৰয়োজনীয়তা ক্ৰমে ঘাইকৈ অনুভূত হয় খাদ্যসংগ্ৰহ, গৃহসংস্থান আৰু বস্ত্ৰ সংগ্ৰহৰ প্ৰচেষ্টাৰ উৎপত্তিমূলক কাৰণ হিচাপে। লগে লগে সামাজিক জীৱন যাপনৰ প্ৰয়োজনীয়তাও অনুভূত হৈ আহে। ইয়াৰ ভিতৰত খাদ্যৰ প্ৰয়োজনীতাই সৰ্ব্ব প্ৰথমে অনুভূত হয়। আন আন প্ৰয়োজনীয়তাবোৰ ক্ৰমে ক্ৰমে অৱস্থা বিশেষে অনুভূত হৈ আহে। প্ৰয়োজনীয়তা অনুভৱ কৰাৰ লগত মানৱ-শিশুৰ কৰ্ম্মপ্ৰৱণতা কিদৰে বিকাশ হ'বলৈ ধৰে আৰু কিদৰে বাধাপ্ৰাপ্ত হয়, সেইবোৰ কথা শিক্ষা-বিজ্ঞানে বিচাৰ কৰে। কৰ্ম্মপ্ৰৱণ গাৰ্হস্থ্য জীৱন আৰু সামাজিক জীৱন যাপনৰ পদ্ধতিৰে বিভিন্ন দেশৰ বিভিন্ন সভ্যতা গঢ়ি উঠিছে। বিভিন্ন সভ্যতাৰ বুৰঞ্জী আলোচনা কৰি, মানৱ-শিশুৰ শিক্ষা কেনেদৰে গঢ় লৈ আহিছে, কোন যুগত কোন শিক্ষাবিদৰ দৰ্শন নাইবা কোন প্ৰকাৰ ৰাজনৈতিক পৰিস্থিতিৰ মাজত শিক্ষাই কি গঢ় লৈছে সেইবোৰ অনুসন্ধান কৰা আৰু লিপিবদ্ধ কৰা শিক্ষা-বুৰঞ্জীৰ ক্ষেত্ৰত পৰে।

শিক্ষা-বিজ্ঞান আৰু শিক্ষা-বুৰঞ্জী অধ্যয়ন কৰি বিভিন্ন দেশৰ বিভিন্ন শিক্ষাপদ্ধতি কেনেদৰে গঢ়ি উঠিছে—তাৰ সম্যক্ বুজ লৈ দেশৰ প্ৰয়োজনীয়তা বুজি শিক্ষাপদ্ধতি নিৰ্দ্ধাৰণ কৰা অৱশ্য কৰ্ত্তব্য। শিক্ষা-বিজ্ঞান আৰু শিক্ষা-বুৰঞ্জী অধ্যয়ন কৰি এইটোও বুজা যায় যে কোনো কোনো সময়ত ব্যক্তিৰ ব্যক্তিত্বৰ পূৰ্ণ বিকাশৰ ওপৰত প্ৰধান গুৰুত্ব দিয়াতকৈ সামূহিক স্বাৰ্থৰ খাতিৰত নাইবা দেশৰ প্ৰয়োজনীয়তা পূৰণৰ খাতিৰত শিক্ষা-নীতি নিৰ্দ্ধাৰণ কৰা হৈছে। তাৰ দ্বাৰা যে ব্যক্তিৰ ব্যক্তিত্বৰ পূৰ্ণবিকাশ বিশেষ ক্ষতিকৰ ভাৱে বাধাপ্ৰাপ্ত হৈছে সেইটো বুজা নাযায়। সমাজৰ শৃঙ্খলা ৰক্ষা কৰিবলৈ, দেশৰ প্ৰয়োজনীয়তা পূৰণ কৰিবলৈ আৰু দেশক শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ কেতিয়াবা কেতিয়াবা শিক্ষা-বিজ্ঞানৰ সূক্ষ্মতম তত্ত্ববোৰৰ পূৰ্ণপ্ৰয়োগৰ ক্ষেত্ৰত সুযোগ দিয়া নহ'ব পাৰে, কিন্তু

তাৰ দ্বাৰা সামাজিক শান্তি বিধানৰ পথ উন্মুক্ত কৰি শিক্ষা-নীতিয়ে দেশৰ স্বাৰ্থ ৰক্ষা কৰি আহিছে।

কিন্তু সকলো ক্ষেত্ৰতে শিক্ষা নিৰ্ভৰ কৰি আহিছে—পুনঃ পুনঃ অভ্যাসৰ মাধ্যমত কৰ্ম্মাভ্যাস শিক্ষা দিয়াৰ ওপৰত। শিশুৰ ভিতৰত স্বভাৱতঃ যি কৰ্ম্মপ্ৰৱণতা পৰিলক্ষিত হয়, সেই কৰ্ম্মপ্ৰৱণতা পুনঃ পুনঃ অভ্যাসৰ দ্বাৰা প্ৰখৰ হৈ উঠে, অভ্যাস নকৰিলে ভোটা হৈ যায়। সেয়েহে শিক্ষাৰ লক্ষ্য সু-অভ্যাস গঠন কৰা বুলি কোৱা হয়। সু-অভ্যাস গঠনৰ লগত চৰিত্ৰ গঠিত হৈ যায়। সেই বাবে চৰিত্ৰ গঠনেই শিক্ষাৰ লক্ষ্য বুলিও কোৱা হয়। যেতিয়া কোৱা হয় যে শিক্ষাই স্বাধীন জীৱিকা উপাৰ্জ্জনৰ পন্থা দিব লাগে, তেতিয়া শিক্ষাৰ লক্ষ্য স্বাধীন জীৱিকা উপাৰ্জ্জনৰ পন্থা নিৰ্দ্দেশ কৰা বুলি কোৱা হয়; কিন্তু সু-অভ্যাস গঠন আৰু চৰিত্ৰ গঠন কৰাও সেই লক্ষ্যৰ ভিতৰতে অন্তৰ্নিহিত থাকে। গতিকে শিক্ষাৰ লক্ষ্য বুলি যিবোৰ সংজ্ঞা নিৰ্দ্ধাৰণ কৰা হয় আটাইবোৰৰ ভিতৰতে একে কথাই লুকাই থাকে।

বৰ্ত্তমান যুগত ভাৰতবৰ্ষৰ শিক্ষা-নীতিত বহুপ্ৰকাৰ ত্ৰুটি-বিচ্যুতি আছে। এই শিক্ষা-নীতি সংস্কাৰ কৰা অৱশ্য কৰ্ত্তব্য হৈ পৰিছে। আমি সচৰাচৰ দেখা পাওঁ—যে শিশুৱে কিবা এটি কৰে। প্ৰথমতঃ এই মনোবৃত্তিৰহে উন্মেষ হয়। জাগিতিক বস্তুবোৰৰ লগত পৰিচিত হ'ব লাগে—এই মনোবৃত্তি উদয় ক্ৰমে ক্ৰমে হে হয়। গাতিকে প্ৰথমতঃ শিক্ষা-বিজ্ঞানে গুৰুত্ব দিয়া উচিত কৰ্ম্মত। বস্তুৰ পৰিচয় বিষয়ক জ্ঞানৰ ওপৰত প্ৰথম গুৰত্ব দিয়া উচিত নহয়। দ্বিতীয়তে দেখা যায় যে শিশুৰ কৰ্ম্মপ্ৰৱণতা ক্ৰীড়াৰ মাধ্যমত বিকশিত হ'ব ধৰে। সেই বাবে শিক্ষা-বিজ্ঞান ক্ৰীড়াৰ প্ৰতিও উদাসীন হ'ব নোৱাৰে। কিন্তু ক্ৰীড়াও কৰ্ম্মহে। গতিকে সৃজনীশীল কৰ্মক আৰু ক্ৰীড়াৰ সমন্বয় শিক্ষা-বিজ্ঞানে সাধন কৰিব লাগিব। কোন বস্তুৰ কি নাম আৰু কোন বস্তু কি ধৰণে, কি বাবে ব্যৱহাৰ কৰা হয় এইবোৰ কথা লগে লগে আহি যায়, সেই বাবে পৰিচয় জ্ঞান শিক্ষা দিয়া অৱশ্য কৰ্ত্তব্য হৈ পৰে।

## ক্ৰীড়া

ল'ৰা-ছোৱালীৰ ভিতৰত সাধাৰণ দুটা মানসিক বৃত্তিৰ উন্মেষ হোৱাৰ লক্ষণ পৰিদৃষ্ট হয়। সংৰক্ষণশীল মনোবৃত্তি আৰু সৃজনীমূলক মনোবৃত্তি।

সৃজনীমূলক মনোবৃত্তিৰ বিকাশৰ স্ফূৰণ হয় ক্ৰীড়াৰ মাধ্যমত। ক্ৰীড়া মনোবৃত্তিৰ প্ৰধান লক্ষণ স্বাভাৱিক স্ফূৰণ। বৰ্হিজগতৰ প্ৰয়োজনীয়তাৰ পৰা ই মুক্ত। বৰ্হিজগতৰ কাৰ্য্য-কাৰণৰ প্ৰভাৱৰ পৰাও ই মুক্ত। স্বাধীন মনোবৃত্তি। এই মনোবৃত্তিৰ প্ৰভাৱ জীৱন-যুদ্ধৰ এনেধৰণৰ কোনো কোনো ক্ষেত্ৰত পৰিলক্ষিত

হয় যি ক্ষেত্ৰত ক্ৰীড়াৰ প্ৰভাৱ কোনো দিলেই প্ৰত্যাশা কৰা হোৱা নাছিল। সেইটো হ'লেও এই কথাটো সকলোৱে স্বীকাৰ কৰে যে শিশুকাল-ডোখৰেই ইয়াৰ স্ফূৰণৰ প্ৰধান কাল আৰু এই সময় হোৱাতেই ইয়াৰ স্বাভাৱিক স্ফূৰণ পৰিলক্ষিত হয়। এই কাৰণেই ক্ৰীড়া মনোবৃত্তিৰ উদ্ভাৱক অতিৰিক্ত শক্তি বা কৰ্ম্মপ্ৰৱণতাৰ স্ফূৰণ (Superflous eneregy) বুলি কোৱা হয়। শিশুকালত আৰু কৈশোৰ বা যৌৱন কালত মনুষ্য শৰীৰত ইমান বেছি শক্তিৰ উদ্ভৱ হয় যে শৰীৰ আৰু মনৰ ক্ৰমিক আৰু পূৰ্ণ পৰিবৰ্দ্ধনৰ পাছতো সেই শক্তি সম্পূৰ্ণ ব্যয়িত নহৈ ক্ৰীড়াৰ মাধ্যমত সি প্ৰকাশ পায়!

শিশু যেতিয়া মাকৰ কোলাত থাকে নাইবা শিশুক যেতিয়া দোলনাত শুৱাই থোৱা হয়, তেতিয়াই হাত-ভৰিৰ আজোৰ-বিজোৰৰ মাধ্যমত ক্ৰীড়া মনোবৃত্তিৰ বিকাশ হ'বলৈ ধৰে। যেতিয়া খোজ কাঢ়িব পৰা হয়, তেতিয়া খেলা কৰি ঘূৰি ফুৰে আৰু তাৰ পাছত আৰু কিছু বয়স হ'লে খেল-পথাৰত ধৰা-বন্ধা নীতি নিয়মেৰে খেলিবলৈ আৰম্ভ কৰে। এই সময়ত শিশুৱে নিজৰ শৰীৰটোক ক্ৰমে-ক্ৰমে আয়ত্তাধীন কৰি লয় আৰু নিজৰ শৰীৰটোক যেনে ইচ্ছা তেনে ধৰণে হেলাব দুলাব পাৰে। শৰীৰটোক সম্পূৰ্ণ ভাৱে নিজৰ আয়ত্তত ৰাখিব পৰা হয়। আকৌ ক্ৰীড়াৰ মাধ্যমতে শিশুৱে নিজৰ মানসিক শক্তি আৰু বৃত্তিসমূহৰ যথোপযুক্ত ব্যৱহাৰ কৰে। সাধাৰণতঃ এই ক্ৰীড়াৰ মাধ্যমতে শিশুৱে পৰৱৰ্ত্তী সাংসাৰিক জীৱনৰ মূল সূত্ৰ আৱিষ্কাৰ কৰি লৈ কৰ্ম্মক্ষেত্ৰ বাছি লয়। পুৰণি কালত গ্ৰীক্‌সকলে যেনেকৈ জীৱনৰ আদৰ্শসমূহক বিভিন্ন খেলা, ব্যায়াম, কুস্তি আৰু পৰ্ব্ব উৎসৱৰ মাধ্যমত ৰূপায়িত কৰাৰ প্ৰয়াস পাইছিল, সেইদৰে শিশুৱে নিজৰ নৈতিক আৰু সামাজিক প্ৰতিষ্ঠাৰ ক্ষেত্ৰ কিশোৰ বয়সৰ সম্বন্ধ খেল-ধেমালিৰ মাধ্যমত আৱিষ্কাৰ কৰে। আমাৰ বৰ্ত্তমান ভাৰতীয় শিক্ষা-নীতিত ক্ৰীড়া আৰু উৎপাদনশীল কৰ্ম্মৰ সমন্বয় নাই, যদিও ক্ৰীড়া মনোবৃত্তিৰ চৰ্চ্চা যথেষ্ট পৰিমাণে হোৱা দেখা যায়। কিন্তু শিক্ষা-বিভাগে শিক্ষা-নীতিত গ্ৰহণযোগ্য সমন্বয় সাধন কৰি ক্ৰীড়াৰ মাধ্যমত দেশৰ ল'ৰা-ছোৱালীক প্ৰকৃত শিক্ষাৰ বাটেদি শিক্ষিত কৰি তোলাৰ পন্থা নিৰ্দ্দেশ কৰা নাই।

সেইদৰে দেশৰ গৃহীত শিক্ষা-নীতিয়ে শিশুৰ কৰ্মপ্ৰৱণতা বৃদ্ধি কৰিবৰ নীতি নিৰ্দ্দেশ কৰি, সু-অভ্যাস বা চৰিত্ৰ গঠন কৰি স্বাধীন জীৱিকা অৰ্জ্জনৰ পথ লোৱাৰ পন্থা দিব পৰা নাই।

শিক্ষা-বুৰঞ্জী অধ্যয়ন কৰিলে এইটো বুজা যায় যে ভাষা আৰু সাহিত্য শিক্ষা দিয়াৰ ওপৰত যি প্ৰাধান্য দিয়া হৈ আহিছে-উদ্যোগৰ মাধ্যমত শিক্ষা দিয়াৰ প্ৰাধান্য সিমান দিয়া হোৱা নাই। শিল্প বা উদ্যোগ শিক্ষাৰ বিদ্যাক সদায় শিক্ষাৰ কাৰ্য্যক্ৰমত বিভিন্ন পৰ্য্যায়ত স্থান দি আহিছে। শিক্ষা-বিজ্ঞানে শিশুৰ

কৰ্ম্মপ্ৰৱণতাৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষা-দানৰ উপদেশ দি আহিছে; কিন্তু কাৰ্য্যক্ষেত্ৰত সি প্ৰতিফলিত হৈ উঠা নাই—কোনো কালেও। পেষ্টালৎজীয়ে যদিও বহু সাধনা কৰি কৰ্ম্মপ্ৰৱণতা বৃদ্ধিৰ মাধ্যমত শিক্ষা পদ্ধতিৰ সূত্ৰ স্থাপন কৰিলে তথাপি তেওঁৰ নিজৰেই দুজন শিষ্য ফ্ৰোবেল আৰু হাৰ্বাট স্পেন্সাৰৰ শিক্ষা পদ্ধতিয়ে বিভিন্ন গঢ় ললে। পেষ্টালৎজীৰ সূত্ৰমতে প্ৰবৰ্ত্তন কৰিবলৈ যাওঁতে ফ্ৰোবেলে ক্ৰীড়াৰ প্ৰধান্য দিলে আৰু হাৰ্বাৰ্ট স্পেন্সাৰৰ শিক্ষা-পদ্ধতিয়ে পুনৰায় ভাষা সাহিত্যৰ শিক্ষাৰ প্ৰাধান্যৰ বাটেদি গতি কৰিলে। ভাৰতবৰ্ষৰ শিক্ষা পদ্ধতি অৱশ্যে সুকীয়া ধৰণৰ আছিল কিন্তু পৰাধীন ভাৰতবৰ্ষত ৰাষ্ট্ৰীয় শাসনৰ সুচলতাৰ বাবে উদ্ভাৱন কৰা শিক্ষা-নীতিয়ে আজিৰ ভাৰতবৰ্ষক পঙ্গু কৰি তুলিছে।

## প্ৰাথমিক শিক্ষা আৰু হাতৰ কাম

অতীতৰ লগত বৰ্ত্তমানৰ সম্বন্ধ কি আৰু ভৱিষ্যৎ জীৱন ৰচনাৰ ক্ষেত্ৰত অতীতক বিবেচনা কৰা উচিত হয় নে নহয়? আমি যদি অতীত পাহৰি যাওঁ, বৰ্ত্তমানৰ কৰ্ত্তব্য কি তাক যদি বুজি নাপাওঁ—ভৱিষ্যৎ জীৱন ৰচনা কৰা বা ভৱিষ্যৎ ফল কামনা কৰাৰ সম্ভাৱনা কি?

শিক্ষা জগতত বহু সংস্কাৰ মনোবাদী শিক্ষাবিদে পুৰণি প্ৰথা ধ্বংস কৰি, অতীতৰ অৱদান আওহেলা কৰি নতুন পথেদি বাট বুলিছিল। এসময়ত পাশ্চাত্য জগতত অতীতক ধ্বংস কৰিবৰ বাবে বিপ্লৱ গঢ়ি উঠিছিল। 'অতীত ধ্বংস হওক' ধ্বনিৰে আকাশ-পাতাল নিনাদিত কৰি তুলিছিল; কিন্তু ফলত দেখা গ'ল যে অতীত কালৰ কৃষ্টি সভ্যতাৰ প্ৰতি যিমান প্ৰবল ঘৃণা তেওঁলোকে প্ৰকাশ কৰিছিল, অতীতৰ প্ৰভাৱে তেওঁলোকক সিমানে প্ৰভাৱান্বিত কৰিছিল। সেই সময়ত তেওঁলোকৰ ধ্বনি আছিল—ধ্বংস কৰা—অতীতক পাহৰি যোৱা। কছোৱে কৈছিল আগেয়ে যি কৰা হৈছিল—তাৰ ঠিক ওলোটাটো কৰা—তেতিয়া তুমি বৰ্ত্তমান নিয়ন্ত্ৰণ কৰিব পাৰিবা আৰু ভৱিষ্যৎ গঢ়িব পাৰিবা। যিটো স্বাভাৱিক তাকেই কৰা।

কিন্তু চিন্তা জগতৰ পৰা আমি বাদ দিব নোৱাৰোঁ। অতীতৰ ঠিক ওলোটাটো কৰিবলৈ যাওঁতেও আমি অতীতক চিনি পাব লাগিব। অতীতৰ জ্ঞান আহৰণ কৰিব লাগিব। দেশত পূৰ্ব্বৰ চলি থকা দেশাচাৰ বা সামাজিক প্ৰথাবিলাকে অতীতৰ লগত বৰ্ত্তমানৰ সম্বন্ধ স্থাপন কৰি থৈছে। দেশাচাৰবিলাক বাদ দিলে জীৱনৰ কৰ্ম্মক্ষেত্ৰত আমাৰ কৰ্ম্ম কৰা সম্ভৱ নহয়। ঘড়ি এটাৰপৰা মেইন স্প্ৰিংডাল বাদ দিলে ঘড়ি নচলে। ঘড়িটো বেগাই বা ধীৰে চলিবলৈ আমি আৰু ইচ্ছামতে নতুন শক্তি যোজনা কৰিব পাৰো, কিন্তু মেইন স্প্ৰিং বাদ দিলে

ঘড়ি নচলে। আমাৰ জীৱন যুদ্ধৰ কৰ্ম্মপ্ৰবাহৰ মেইন স্প্ৰিং হৈছে দেশাচাৰ। এই দেশাচাৰৰ বাবে আমি অতীতৰ ওচৰত ঋণী। ইংলণ্ডৰ এজন প্ৰধান শিক্ষাবিদৰ এই উক্তি—(Robert Herbert Quick)

শিক্ষা জগতত অতীত কালত হাতৰ কামে কি স্থান গ্ৰহণ কৰিছিল সেই কথা আলোচনা কৰিলে আমাৰ বৰ্ত্তমান শিক্ষা-সমস্যাবিলাকৰ কোনো এটা দিক নিৰ্ণয় কৰাৰ সন্ধান পোৱা যাব পাৰে; অৱশ্যে শিক্ষাবিদ্‌সকলে এইবোৰ বিষয়ে এই প্ৰবন্ধত উল্লেখ কৰা কথাখিনিতকৈও বহু কথা জানে; কিন্তু সামাজিক দৃষ্টিভঙ্গী অনুকূল নোহোৱাত আমাৰ শিক্ষানুষ্ঠানবিলাকত হাতৰ কামৰ কাৰ্য্যক্ৰম থকা সত্বেও তাৰ প্ৰতি যথাযোগ্য মনোযোগ দিয়া হোৱা নাই; কিন্তু বৰ্ত্তমান সময়ত শিক্ষাক কৰ্ম্মমুখী কৰিবলৈ হ'লে প্ৰাথমিক স্কুল-বিলাকত হাতৰ কামৰ ওপৰত যথেষ্ট গুৰুত্ব দিব লাগিব।

গ্ৰীক্ ইতিহাসত হোমাৰীয় যুগ হৈছে খৃষ্ট পূৰ্ব্ব (১২০০-৮০০) ত্ৰয়োদশ শতিকাৰপৰা অষ্টম শতিকাৰ শেষলৈকে। এই যুগটো এতিয়াৰ পৰা ২৭৬৮ ৰ পৰা ৩১৬৮ বছৰ অতীত কালৰ ভিতৰত। এই যুগকেই সাধাৰণতঃ গ্ৰীক সভ্যতাৰ তথা পাশ্চাত্য সভ্যতাৰ আৰম্ভণি বুলি ধৰা হয়। ভাৰতীয় সভ্যতা তাতকৈ বহু হাজাৰ বছৰ পুৰণি।

আদিম যুগত মানুহে খাদ্য সংগ্ৰহ, গৃহনিৰ্ম্মাণ আৰু বস্ত্ৰ সংগ্ৰহৰ বাবে শাৰীৰিক পৰিশ্ৰম কৰিছিল। গ্ৰীক্ সভ্যতাৰ আদিতেও শাৰীৰিক পৰিশ্ৰম কৰা মৰ্য্যদা-হানিকৰ কথা নাছিল। হোমাৰৰ মহাকাব্য দুখনত যদিও আভিজাত্যৰ চিত্ৰ অঙ্কিত হৈছিল তথাপিতো সেই সময়ত শ্ৰেণী-ভেদৰ বৈষম্য নাছিল। যুদ্ধক্ষেত্ৰত নিপুণতা দেখুৱাব পৰা যি কোনো সাধাৰণ সৈনিকেই সেই সময়ত সম্ভ্ৰান্ত বা আভিজাত্যসম্পন্ন বা উচ্চপদস্থ ব্যক্তি হব পাৰিছিল; কিন্তু তেওঁলোকৰ খেতি-পথাৰত আন আন যিবিলাক লোকে কৃষিকৰ্ম্মত সহায় কৰিছিল, সেই লোকবিলাকক একে পৰিয়ালৰ লোক বুলি গণ্য কৰা হৈছিল আৰু পৰিয়ালৰ লোকসকলৰ লগত সমান ব্যৱহাৰ পাইছিল। তেওঁলোকক কেতিয়াও আজি-কালিৰ দিনৰ নিচিনা ভৃত্য হিচাবে নাইবা তেতিয়াৰ দিনৰ ক্ৰীতদাস হিচাবে ব্যৱহাৰ কৰা নাছিল। তেওঁলোকক দাস হিচাবে ক্ৰয়-বিক্ৰয়ো কৰিব নোৱাৰিছিল। সেই সময়ত গ্ৰীকবিলাকৰ কৃষিকৰ্ম্ম আৰু গো-পালনেই প্ৰধান উপজীব্য আছিল। যান-বাহন নিৰ্ম্মাণ কৰা, যুদ্ধৰ তৰবাৰী আদি অস্ত্ৰ নিৰ্ম্মাণ কৰা, দৈনন্দিন ব্যৱহাৰৰ কাৰণে মাটিৰ সাজ-পাত্ৰ প্ৰস্তুত কৰা, সোণৰ অলঙ্কাৰ ইত্যাদি কিছুমান কামৰ বাবে বিশেষ নিপুণতাৰ আৱশ্যক হোৱা কাৰণে এইবোৰ শিল্পকৰ্ম্মৰ বিশেষজ্ঞ ব্যক্তি আছিল; কিন্তু কৰ্ম্মভেদে বা শিল্পভেদে কোনো শ্ৰেণীৰ উদ্ভৱো হোৱা নাছিল আৰু কোনো কৰ্ম্মকেই হীন বুলি ভবা হোৱা নাছিল।

সাধাৰণতঃ প্ৰত্যেক পৰিয়ালৰ লোকে নিজ নিজ পৰিয়ালৰ কাৰণে যিবিলাক অস্ত্ৰৰ আৱশ্যক, যিমানখিনি কাপোৰ-কানিৰ আৱশ্যক আৰু যিমানখিনি খাদ্য সম্ভাৰৰ আৱশ্যক তাক নিজ নিজ ঘৰতে তৈয়াৰ কৰি লৈছিল। পৰিয়ালৰ সকলো মানুহে শাৰীৰিক পৰিশ্ৰম কৰিছিল। সম্ভ্ৰান্ত বা উচ্চপদস্থ বুলি শাৰিৰীক পৰিশ্ৰম মৰ্য্যাদা হানিকৰ বুলি নাভাবিছিল আৰু তেওঁলোকক কৃষিকৰ্ম্মত বা গৃহস্থ কৰ্ম্মত সহায় কৰা লোকবিলাকক হীন, ভৃত্য বা দাস বুলি ভবা নাছিল। দেশত ধনী মানুহো আছিল আৰু দুখীয়া মানুহো আছিল। সামাজিক মান-মৰ্য্যাদাত ধনী দুখীয়া সমান আছিল আৰু কোনো ধনী মানুহেই নিজেই শাৰীৰিক পৰিশ্ৰম নকৰাকৈ নাথাকিছিল নাইবা এনেকৈৱা হৈ পৰৰ শ্ৰমৰ ওপৰত নিৰ্ভৰ নকৰিছিল।

গ্ৰীক্ ইতিহাসৰ এই কথাখিনিৰপৰা আমি স্পষ্টকৈ বুজি পাওঁ যে ল'ৰা-ছোৱালীবিলকক হাতৰ কাম শিক্ষা দিয়া প্ৰত্যেক পৰিয়ালৰ কৰ্ত্তব্য কৰ্ম্মৰ ভিতৰত আছিল। আদিম যুগতো ল'ৰা-ছোৱালীবিলাকে একে প্ৰকাৰ নিয়মে নিজ নিজ হাতৰ কামৰ মাজেদি শিক্ষা লাভ কৰিছিল। ল'ৰা ছোৱালীৰ শিক্ষাৰ আৰম্ভণি যে হাতৰ কাম সেই কথাটো স্পষ্ট। প্ৰাচীন ভাৰতৰ শিক্ষা পদ্ধতিৰ বিষয়ে বহল আলোচনা নকৰি এইখিনি ক'লেই যথেষ্ট হ'ব যে সেই শিক্ষা পদ্ধতিতো কৃষি, গোপালন, বাগিচা পতা, বস্ত্ৰনিৰ্ম্মাণ, গৃহনিৰ্ম্মাণ নাইবা আন আন কুটীৰ শিল্পৰ শিক্ষা লাভ কৰা শিক্ষা পদ্ধতিৰ অঙ্গীভূত আছিল। এইদৰে সভ্যতাৰ ইতিহাসত আমি শাৰীৰিক পৰিশ্ৰম আৰু হাতৰ কাম শিক্ষা কৰাৰ নিদৰ্শন পাওঁ। আজিৰ দিনত শ্ৰমৰ মৰ্য্যাদা নাই, শাৰীৰিক পৰিশ্ৰম সম্মানজনক নহয় আৰু আমাৰ শিক্ষা কৰ্ম্মমুখীও নহয় আৰু কৰ্ম্মকেন্দ্ৰিকো নহয় আৰু তাৰ বাবে দেশৰ যুৱ-শক্তিৰ অপচয় বিপুল পৰিমাণে ঘটিছে—এই পটভূমিত অতীতৰ ফালে দৃষ্টি দিয়া কোনোফালৰ পৰাই অসমীচীন নহয়। অতীতৰ লগত বৰ্ত্তমানৰ বিজনিবো আৱশ্যক। অতীতৰ যিবোৰ কাৰ্য্যৰ দ্বাৰা, শিক্ষানীতিৰ যি গতিধাৰৰ দ্বাৰা আজি বৰ্ত্তমান গঢ়ি উঠিছে—তাৰেই সমীক্ষা সমালোচনাৰ মাজেদি জাতীয় উন্নতি-অৱনতিৰ বিষয়ে আলোচনা গৱেষণা কৰি বৰ্ত্তমান নিয়ন্ত্ৰণ কৰিব লাগিব আৰু ভৱিষ্যত গঢ়িব লাগিব। জাতীয় চৰকাৰৰ আৰু দেশৰ শিক্ষাবিদ্ আৰু শিক্ষাৰ কৰ্ণধাৰ সকলৰ ই এটা মহান্ দায়িত্ব।

সমাজ বিজ্ঞানৰ ফালৰপৰা দৃষ্টি কৰিলে শিক্ষাই সমাজ-বন্ধন দৃঢ়তৰ আৰু উন্নততৰ কৰিব লাগে। এই দৃষ্টি কোণৰপৰা চাবলৈ গ'লে শিক্ষাৰ কাৰ্য্যক্ৰমৰ প্ৰতি দৃষ্টি দিবৰ আৱশ্যকতা আহি পৰে। পাঠ্যক্ৰম এনেভাৱে গঠন কৰিব লাগিব যে সেই পাঠ্যক্ৰমৰ জৰিয়তে শিক্ষা লাভ কৰি প্ৰত্যেক ব্যক্তি সমাজৰ একোজন নাগৰিক হ'ব পাৰে। তাৰ বাবে শিক্ষা সাৰ্ব্বজনীন আৰু সহজলভ্য কৰিবৰ

কাৰণে ব্যয়হীন হ'ব লাগে। সমাজৰ উপযুক্ত নাগৰিক হ'বৰ কাৰণে ব্যক্তিয়ে কেনেদৰে স্বকীয় নিপুণতা অৰ্জ্জন কৰি সুশিক্ষিত হ'ব লাগিব সেই বিষয়ে সেই কালৰ শিক্ষাবিদসকলে শিক্ষাৰ গতিধাৰা কেনেকৈ নিৰ্ণয় কৰিছিল সেইখিনি কথা এইখিনিতে আহি পৰে।

ইতিপূৰ্ব্বে মনস্তত্বৰ ফালৰ পৰা উদ্ভৱ হোৱা শিক্ষাদৰ্শনৰ তত্ত্বসমূহ যিবিলাক মনীষীয়ে কাৰ্য্যকৰী তুলিবৰ বাবে যত্ন কৰিছিল তাৰ ভিতৰত পেষ্টালৎজী আৰু ফ্ৰোৱেলেই প্ৰধান আছিল। এওঁলোকে অষ্টাদশ শতাব্দীত শিক্ষাৰ ক্ষেত্ৰত যুগান্তৰ ব্যাপী পৰিবৰ্ত্তন আনিছিল। এওঁলোকে শিক্ষাকেই দুৰ্নীতিগ্ৰস্ত আৰু ব্যভিচাৰগ্ৰস্ত সমাজৰ সংস্কাৰৰ উপায় বুলি নিৰ্দ্ধাৰণ কৰিছিল। সেই অনুসাৰে শিক্ষা-নীতি পৰিবৰ্ত্তন কৰিবলৈ আন্দোলন গঢ়ি তুলিছিল আৰু নৈতিকতা আৰু সামাজিক নাগৰিকতা লাভেই শিক্ষাৰ লক্ষ্য বুলি স্থিৰ কৰিছিল। ইয়াৰ পাছত উনৈশ শতিকাত বিজ্ঞান শিক্ষাৰ বাবে শিক্ষানীতিৰ যি গতি প্ৰবৰ্ত্তিত হ'ল, তাতো নৈতিকতা আৰু সামাজিক নাগৰিকতা লাভৰ বাবে গুৰুত্ব আৰোপ কৰিলে। সেই বাবে শিক্ষাৰ কাৰ্য্যক্ৰমত নতুন বিষয়বস্তু সুমাই দিব লগা হ'ল যাৰ দ্বাৰা ব্যক্তিৰ আধুনিক জীৱনৰ প্ৰয়োজনীয়তা পূৰণ কৰিবৰ ক্ষমতা আৰু নিপুণতা বাঢ়ে।

উনৈশ শতাব্দীৰ মাজভাগলৈকে ইংলণ্ডৰ শিক্ষানীতিত নৌবিভাগ আৰু সৈন্যবিভাগ সম্পৰ্কীয় কথাই অধিক প্ৰাধান্য লাভ কৰিছিল। তাৰ পাছত নাগৰিকত্ব লাভৰ শিক্ষাৰ প্ৰয়োজনীয়তাই দেখা দিলে। ইয়াৰ লগতে ৰাজনৈতিক প্ৰভাবো আহি পৰিল। ইংলণ্ডত যেনেকৈ ভোটদানৰ স্বত্বাধিকাৰৰ প্ৰশ্নই দেখা দি শিক্ষানুষ্ঠানুবিলাকৰ শিক্ষা প্ৰভাবান্বিত কৰিব ধৰিলে—তেনেকৈ আমেৰিকাতো গণতান্ত্ৰিক সমাজ গঠনৰ প্ৰশ্নই—শিক্ষা আৰু শিক্ষানুষ্ঠানবিলাক প্ৰভাবান্বিত কৰিব ধৰিলে। উনৈশ শতিকাৰ মাজভাগৰ পাছৰ দুই এক দশক মান পাছতে নগৰিকত্ব লাভৰ বাবে দিয়া শিক্ষানীতিৰ নতুন ব্যাখ্যা আৰম্ভ হয়। সেই ব্যাখ্যামতে প্ৰত্যেক নাগৰিকে যাতে ব্যক্তিগতবাৱে উপাৰ্জনক্ষম হ'ব পাৰে তেনে উপযুক্ত নাগৰিক সৃষ্টি কৰা শিক্ষানীতি গ্ৰহণীয় হ'ব পাৰে। ইংলণ্ড আৰু আমেৰিকাত যেতিয়া এই নীতি গৃহীত হয় তাৰ বহু আগতে জাৰ্মাণীত এই নীতি গৃহীত হৈছিল। উনৈশ শতিকাৰ শেষভাগ মানতহে ইংলণ্ড আৰু আমেৰিকাত বিশেষকৈ ইংলণ্ড আৰু আমেৰিকাৰ চহৰ নগৰবিলাকত আন আন দেশৰ মানুহ আহি বসতি কৰিবলৈ ধৰাত যেতিয়া এই নীতি গৃহীত হয় তাৰ বহু আগতে জাৰ্মাণীত এই নীতি গৃহীত হৈছিল। উনৈশ শতিকাৰ শেষভাগ মানতহে ইংলণ্ড আৰু আমেৰিকাত, বিশেষকৈ ইংলণ্ড আৰু আমেৰিকাৰ চহৰ নগৰবিলাকত আন আন দেশৰ মানুহ আহি বসতি কৰিবলৈ ধৰাত, অৰ্থোপাৰ্জ্জনৰ নিপুণতা আৰু

সক্ষমতা উত্তৰ নাগৰিকত্ব অৰ্জ্জনৰ এটি গুণ বুলি ধৰা হৈছিল আৰু এই গুণ অৰ্জ্জনৰ বাবে স্কুলত সেই শিক্ষা দিবই লাগিব। এই লক্ষ্য আগত ৰাখি উনৈশ শতিকাৰ প্ৰথম ভাগতে ফ্ৰান্সে সৰ্ব্ব প্ৰথমে শিক্ষাক্ষেত্ৰত আমূল পৰিবৰ্ত্তন সাধন কৰিলে। গাৱঁত সকলোবিলক স্কুলতে কৃষিৰ জ্ঞান দিবলৈ যত্ন কৰিলে আৰু চহৰৰ স্কুলবিলাকত হস্তশিল্প আৰু ঔদ্যোগিক শিক্ষাৰ জ্ঞান দিবলৈ ধৰিলে। বেজিৰ কাম, ৰন্ধন, বাগিচাৰ কাম আৰু জনপ্ৰিয় স্থানীয় কুটীৰ শিল্প আদিৰ জ্ঞান দিবলৈ আঁচনি গ্ৰহণ কৰি শিক্ষা দিবলৈ ধৰিলে। সাংসাৰিক বাস্তৱ জীৱনৰ আৰ্হিত স্কুলবিলাকৰ সংস্কাৰ আৰু গঠন কৰাৰ কামত হাত দিলে। স্কুলৰ যাদুঘৰ, বাগিচা, গ্ৰন্থাগাৰ আদি সেই আৰ্হিত গঠিত হব ধৰিলে। এইদৰে ইউৰোপ আৰু আমেৰিকা দুয়োখন মহাদেশতে অৰ্থনীতিৰ ভিত্তিত শিক্ষানীতি ৰচনা কৰি প্ৰয়োগ কৰা হ'ল। তাৰ ফলত অতি কম দিনৰ ভিতৰতে ইউৰোপ আৰু আমেৰিকাৰ অৰ্থনৈতিক দুৰৱস্থা আঁতৰিল, সমৃদ্ধশালী হৈ উঠিল। এতিয়া বিংশ শতাব্দীত আমি দেখা পাব লাগিছোঁ—সেই শিক্ষানীতি প্ৰৱৰ্ত্তনৰ ফল সেই সেই মাহাদেশত।

## শিক্ষাৰ মূল লক্ষ্য—

দেশৰ বৰ্ত্তমান পৰিস্থিতিত আৰু সামাজিক পৰিবেশত শিক্ষা সমস্যাই ক্ৰমে জটিলৰূপে ধাৰণ কৰি আহিব ধৰিছে। "মানৱ শিশুৰ অন্তৰত নিহিত হৈ থকা সকলো প্ৰকাৰ সজ গুণৰ পূৰ্ণ বিকাশেই হল শিক্ষাৰ লক্ষ্য" বুলি "শিক্ষাৰ লক্ষ্য কি" সম্পৰ্কত মহাত্মা গান্ধীয়ে কৈছে আৰু প্ৰাচ্য আৰু পাশ্চাত্য শিক্ষাবিদসকলৰ উক্তিবোৰ বিচাৰ কৰি চালে আমি শিক্ষাৰ লক্ষ্য সম্পৰ্কে একে কথাকেই পাওঁ। স্বাধীন দেশৰ শিক্ষাৰ লক্ষ্য আৰু পৰাধীন দেশৰ শিক্ষাৰ লক্ষ্য বিভিন্ন হব নোৱৰে। শিক্ষাই যদি সাধুলোকৰ সৃষ্টি কৰে আৰু প্ৰতিবেশীৰ লগত মিলাপ্ৰীতিৰে থাকিবৰ মনোবৃত্তি গঢ়ি দিব পাৰে তেতিয়া হলে মনুষ্য জীৱনৰ বহু দুখ-কষ্ট আপোনা আপুনি আঁতৰি যাব। শিক্ষাৰ লক্ষ্য কি—এই বিষয় সংজ্ঞা দিবলৈ যাওঁতে শিক্ষাবিদ্সকলে বিভিন্ন সংজ্ঞা দিছে; কিন্তু বিচাৰ কৰি চালে দেখা যায় যে বিভিন্ন সংজ্ঞাৰ ভিতৰত শিক্ষাৰ একে লক্ষ্যই নিহিত হৈ আছে। মানৱ মনৰ সজ গুণবোৰ বিকশিত নহলে সহানুভূতিশীল মৰমিয়াল আৰু উপযুক্ত প্ৰতিবেশী বা নাগৰিকৰ সৃষ্টি নহয়, সৎ উপায়েৰে ধন উপাৰ্জ্জনৰ পন্থা মানুহে নেদেখে, ন্যায়-অন্যায় বিচাৰ-বুদ্ধি মানুহৰ নহয়; সহ—অৱস্থানৰ নীতি মানুহে নুবজে, আধ্যাত্মিক মনোবৃত্তি গঢ়ি নুঠে আৰু মানৱ-জীৱনৰ চৰম লক্ষ্য কি তাক বুজি নাপায়।

এই একে লক্ষ্যতে উপনীত হবলৈ সকলো দেশতে প্ৰাচীন শিক্ষাবিদ্-সকলে দেশৰ কল্যাণৰ বাবে মানৱ শিশুক শিক্ষিত কৰি তোলাৰ বিভিন্ন পন্থা

আবিষ্কাৰ কৰিছে, অৱতাৰী পুৰুষসকলে মানুহৰ দুখ-কষ্ট নিবাৰণৰ অৰ্থে ধৰ্মৰ আলমত শিক্ষা প্ৰচাৰ কৰিছে, দেশৰ কল্যাণ সাধনৰ বাবে অত্যাচাৰীৰ হাতত জীৱন আহুতি দিছে, কাৰাবৰণ কৰিছে আৰু নানা প্ৰকাৰ উৎপীড়ণ—নিৰ্য্যাতন সহ্য কৰিও কালৰ বুৰঞ্জীত অক্ষয় কীৰ্ত্তি ৰাখি থৈ গৈছে। প্ৰত্যেক দেশতে এই তথ্যবিলাকে ঐতিহ্যৰ সৃষ্টি কৰিছে। এই ঐতিহ্যৰ ভিত্তিত বিভিন্ন দেশত বিভিন্ন শিক্ষাধাৰা গঢ়ি উঠিছে। নিজ নিজ দেশৰ ঐতিহ্যৰ ভিত্তিত শিক্ষা-পদ্ধতিৰ গঢ় দিলে দেশ প্ৰগতিৰ বাটত আগুৱাব পাৰে। সকলো দেশতে মনীষীসকলে যুগ যুগ ধৰি সাধনা কৰি দেশৰ বিভিন্ন পৰিস্থিতিত নতুন নতুন তত্ত্ব আবিষ্কাৰ কৰি আহিছে। এই আবিষ্কাৰৰ মূল নীতিবোৰে শিক্ষা-দৰ্শনৰ ভেটি সৃষ্টি কৰিছে আৰু এই দৰ্শন সাৰ্বজনীন হৈ পৰিছে। দাৰ্শনিক তথ্যবোৰত ক'তো মতভেদ দেখা নাযায়; কিন্তু দেশেভেদে বিভিন্ন পদ্ধতি বা শিক্ষাৰ ধাৰা দেখা যায়—তাৰ কাৰণ কি?

দেশে দেশে শিক্ষাৰ লক্ষ্য ভিন ভিন—সেইটো কাৰণ নহয়। দেশৰ পৰিস্থিতিত দেশৰ সামজিক পৰিবেশত কি পদ্ধতি কাৰ্য্যকৰী হব তাৰ ওপৰত লক্ষ্য ৰাখিহে শিক্ষাৰ ধাৰা গঢ়ি উঠে। কোনো এটা শিক্ষা-পদ্ধতি কোনো এখন দেশক প্ৰগতিৰ বাটত আগুৱাই নিছে—সেই দেশৰ জলবায়ু, সমাজ আৰু ৰাজনৈতিক অৱস্থাত সেই পদ্ধতি উপযোগী হোৱা বাবে। সেই শিক্ষা পদ্ধতি আন এখন দেশত উপযোগী নহব পাৰে—অনুকূল পৰিবেশৰ অভাৱত। (শিক্ষা পদ্ধতি মানে শিক্ষাৰ ধাৰাকে বুজোৱা হৈছে।) সেইবাবে আমি বিচাৰ কৰি চাব লাগিব ভাৰতীয় পৰিবেশত কেনে ধৰণৰ শিক্ষাৰ ধাৰা প্ৰচলন কৰা আৱশ্যক। প্ৰথম কথা হৈছে—বিভিন্ন দেশৰ মনীষীসকলৰ অৱদান, ঐতিহ্য হয় সেই দেশৰ শিক্ষাৰ ধাৰা বা শিক্ষা পদ্ধতি গঢ়ি তোলাৰ প্ৰধান ভেটি—যাক আমি শিক্ষা দৰ্শন বুলি অভিহিত কৰো। শিক্ষা দৰ্শনৰ ওপৰত ভিত্তি কৰি মনোবিজ্ঞানৰ সহায়ত শিক্ষা-বিজ্ঞান গঢ়ি উঠে। শিক্ষাদৰ্শন, শিক্ষা-বিজ্ঞান আৰু দেশৰ পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি শিক্ষাৰ আদৰ্শ নিৰ্ণয় কৰা হয়। সেইদেখি আজি ভাৰতৰ শিক্ষাবিদ আৰু শিক্ষা উপদেষ্টাসকলে ভাৰতীয় ঐতিহ্যৰ ভিত্তিত শিক্ষাৰ ধাৰা বা শিক্ষা পদ্ধতি গঢ়ি তুলিবলৈ আহ্বান জনাইছে। ভূতপূৰ্ব্ব ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণে বিশেষকৈ এই কথা কৈছে। দ্বিতীয় কথা হৈছে—ভাৰতীয় জীৱনত ভাৰতবাসীয়ে সমগ্ৰ বিশ্বৰ লগত সমন্বয় ৰক্ষা কৰি দেশৰ অভাৱ-অভিযোগ পূৰণ কৰিবৰ বাবে সকলো ক্ষেত্ৰতে উপযুক্ত কৰ্মী সৃষ্টি কৰিব লাগিব। তৃতীয় কথা হৈছে—স্বাধীন ভাবে জীৱিকা অৰ্জনৰ ক্ষেত্ৰ সৃষ্টি কৰি স্বাধীন আৰু উপযুক্ত নাগৰিক সৃষ্টি কৰিব লাগিব।

এতিয়া আমি বিচাৰ কৰি চাব লাগিব —শিক্ষা ক্ষেত্ৰত ভাৰতীয় ঐতিহ্য

কি? বৈদিক যুগৰ ঐতিহ্যৰ কথা বাহুল্য ভাবে আলোচনা নকৰি এইখিনি কলেই যথেষ্ট হব যে দেশ-ৰক্ষা, কৃষি আৰু শিল্প, সাংস্কৃতিক চৰ্চ্চা আৰু জনসেৱাৰ ব্যৱস্থা শ্ৰেণীগত হিচাবে বিভাগ কৰি সৰ্ব প্ৰকাৰৰ জাতীয় শিক্ষা দিয়া হৈছিল সৰ্বতঃ আধ্যাত্মিকতা আৰু নৈতিকতা ৰক্ষা কৰি। এই ব্যৱস্থাত দেশত কৃষি আৰু শিল্পৰ যথেষ্ট উন্নতি সাধিত হৈছিল। সঙ্গীতাদি সাংস্কৃতিক চৰ্চ্চাত আৰু দৰ্শন বিজ্ঞানত ভাৰতবৰ্ষ অগ্ৰগণ্য হৈ উঠিছিল। মনত ৰাখিব লাগিব ভাৰতীয় সভ্যতা আতি পুৰণি আৰু যুগ-যুগৰ সাধনালব্ধ এই সভ্যতা। সেইবাবে ভাৰতীয় সাহিত্য, কলা আৰু দৰ্শন বিজ্ঞান অভ্ৰান্ত। সেই কালত বিভিন্ন বিভাগৰ শিক্ষানুষ্ঠান সামাজিক ব্যৱস্থাৰ ভিতৰতে ৰাইজৰ মাজত আপোনা-আপুনি গঢ়ি উঠিছিল আৰু ৰজা-মহাৰজাসকলৰ পৰা অৰ্থ সাহায্য আৰু যথোপযুক্ত উদগনি পোৱা গৈছিল; কিন্তু কৰ্ম বিভাগ মতে শ্ৰেণী বিভাগ হোৱাত দেশৰ উন্নতি সাধন যেনেকৈ হৈছিল, আনপালে শৌৰ্য্য-বীৰ্য্যৰ প্ৰতিযোগিতাতা দেশৰ ঐক্য ৰক্ষিত নহৈছিল আৰু কৰ্ম্মৰ মৰ্য্যাদা হানি হোৱাত ক্ৰমে সমাজত শ্ৰেণী হিচাবে উচ্চ-নীচ ভেদ ভাবৰ অনুপ্ৰবেশ ঘটিছিল। এই অনুপ্ৰবেশে গণতান্ত্ৰিক ভাবৰ হানি ঘটালে। জাতিগত উচ্চ-নীচ ভেদবাৱৰ পৰা মানুহে শাস্ত্ৰত বিশ্বাস হেৰুৱাব ধৰিলে। শাস্ত্ৰ চৰ্চ্চা কৰিবলৈ এৰি দিলে আৰু শাস্ত্ৰৰ গূঢ় অৰ্থ নুবুজি আনকি শাস্ত্ৰ নপঢ়াকৈয়ে শাস্ত্ৰৰ মূল নীতিবোৰৰ অপব্যাখ্যা কৰিব ধৰিলে। দেশত ঐক্যবন্ধন শিথিল হৈ আহিল। পৰাধীন অৱস্থাত স্বাধীনতা লাভৰ প্ৰচেষ্টাৰ মাধ্যমত আৰু মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত যি ঐক্য গঢ়ি উঠিছিল স্বাধীনতাৰ পিচত সেই ঐক্যও গণতন্ত্ৰৰ—আজুহাতত দলীয় নীতিৰ প্ৰভাৱত শিথিলতৰ হৈ উঠিল। আজি ভাৰতে শ্ৰেণীহীন, জাতিহীন সমাজ গঢ়িবৰ নীতি আৰু উদ্দেশ্য নিজৰ সংবিধানত অন্তৰ্ভুক্ত কৰি ললে; কিন্তু শ্ৰেণীহীন, জাতিহীন সমাজ গঢ়িবৰ নীতি গ্ৰহণ কৰিও তথাকথিত নিম্ন শ্ৰেণীৰ আৰু অনুন্নত শ্ৰেণীৰ লোকসকলক সা-সুবিধা দিবৰ কাৰণে যি মহৎ নীতি গ্ৰহণ কৰিলে দেশৰ সকলো শ্ৰেণীৰ লোককে সমান স্তৰত উন্নীত কৰিবৰ মহান্ উদ্দেশ্য আগত লৈ সেই মহান্ উদ্দেশ্য থকা নীতিৰ আংশিক পৰিমাণে সাফল্য দেখা দিলেও গণতান্ত্ৰিক প্ৰশাসনত ভাৰসাম্য ৰক্ষা কৰা কঠিন হৈ পৰিছে আৰু শ্ৰেণী বিভাগ প্ৰকাৰন্তৰে থাকি গৈছে। আনফালে এতিয়া দেশৰ কৃষি কৰ্ম আৰু কুটীৰ শিল্প ৰক্ষা কৰিবলৈ শ্ৰেণীগত নিপুণতা নাই। আজিৰ শিক্ষা পদ্ধতিয়ে জাতিক কৰ্মবিমুখ আৰু বাক্য-বিশাৰদ কৰি তুলিছে আৰু আমি ধ্বংসমুখী বাটেদি গতি কৰি আছোঁহক। শ্ৰেণীহীন সমাজ গঠন যেনে আৱশ্যক, কৃষি কৰ্মত আৰু কুটিৰ শিল্পত শ্ৰেণীগত নিপুণতা ৰক্ষা কৰাও তেনে আৱশ্যক বুলি মহাত্মা গান্ধীয়ে পুনঃ পুনঃ আৰু দঢ়াই দঢ়াই কৈ গৈছিল; কিন্তু যথা সময়ত শিল্প অনুষ্ঠানবোৰ গঢ়ি নুঠাত আৰু চলি থকা

শিক্ষাপদ্ধতিৰ মোহিনী শক্তিৰ প্ৰভাৱ সমাজত বিস্তাৰ হৈ থকাত কুটীৰ শিল্পৰ পুনৰুজ্জীৱন আৰু কৃষি কৰ্মৰ উন্নয়ন আজিও সম্যক্‌ভাৱে হোৱা নাই।

ৰজা-মহাৰজা আৰু জমিদাৰসকলৰ অনুপ্ৰেৰণা, অনুদান আৰু সহানুভূতিৰ পথ বন্ধ হোৱাত দেশত শাস্ত্ৰচৰ্চা, ভাৰতীয় ৰাজনীতি আৰু অৰ্থনীতিৰ চৰ্চা আৰু বিভিন্ন সাংস্কৃতিক আলোচনাৰ পথ (ভাৰতীয ভিত্তিত) বন্ধ হৈ গৈছে। নৱযুগৰ নৱআন্দোলনে দেশৰ ঐতিহ্যৰ প্ৰতি পিঠি দিয়া যেন দেখা গৈছে। সংস্কৃত সাহিত্যৰ সম্পদৰাজি অৱহেলিত হৈ পৰিছে। দেশত নৈতিকতাৰ অভাৱ ঘটিব ধৰিছে আৰু বাক্-স্বাধীনতাৰ আলমত সাহিত্য সৃষ্টি কৰিব ধৰিছে। সংস্কাৰৰ নামত বিপ্লৱৰ সৃষ্টি কৰিছে আৰু ভাৰতক পাশ্চাত্য দেশৰ অনুকৰণত গঢ়িবলৈ প্ৰয়াস পোৱাৰ চিন পৰিলক্ষিত হৈছে। ভাৰতীয় সভ্যতা আৰু ঐতিহ্যৰ আদৰ্শত বিশ্বৰ আন আন দেশ যাতে গঢ়ি উঠে তাৰ বাবেহে ভাৰতবৰ্ষ যত্নবান হোৱা উচিত। আনফালে ৰুচিয়া আদি দেশবোৰে ভাৰতীয় শাস্ত্ৰৰ নীতি গ্ৰহণ কৰাৰ প্ৰয়াস কৰিছে বুলিহে অনুমান কৰা যায়। সেইবাবে পাশ্চাত্য দেশবোৰক অন্ধ অনুকৰণ নকৰি দেশৰ মাটিত দেশৰ জলবায়ুত কি সম্ভৱ তাকেহে চিন্তা কৰি শিক্ষা নীতি ৰচনা কৰা উচিত। সেইবাবে নতুন শিক্ষাৰ ধাৰা প্ৰৱৰ্ত্তন কৰিবলৈ হ'লে আৰু দেশৰ অতীত ঐতিহ্যৰ ভিত্তিত জাতি গঠন কৰিবলৈ হ'লে বৰ্তমান পৰিস্থিতিত দেশৰ যি অৱস্থা হৈছে তালৈ লক্ষ্য ৰাখি শিক্ষাৰ আদৰ্শ আৰু শিক্ষাৰ আঁচনি গঢ়িব লাগিব।

ভাৰতীয় ঐতিহ্যৰ মূল্যবোধৰ ওপৰত ভিত্তি কৰি যেনেকৈ শিক্ষাৰ আদৰ্শ গঢ়িব লাগিব তেনেকৈ বৰ্তমান যুগৰ উপযোগী শিক্ষানীতি গ্ৰহণ কৰি আধুনিক পদ্ধতিৰে জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা কৰি বিভিন্ন দেশ আৰু বিভিন্ন জাতিৰ লগত প্ৰীতি আৰু সৌহাৰ্দ্দ্যৰ যোগপথ স্থাপন কৰিবলৈ যত্ন কৰিব লাগিব-যাতে ভাৰতে গ্ৰহণ কৰা সহ-অৱস্থান নীতি সাফল্যমণ্ডিত হয়। স্বৰ্গীয় প্ৰধানমন্ত্ৰী নেহৰুৰ দৃষ্টি এই ফালে চোকা আছিল আৰু সেই বাবে আধুনিক জ্ঞান-বিজ্ঞানৰ চৰ্চ্চাৰ ক্ষেত্ৰ উন্মুক্ত কৰি দিবলৈ যত্ন কৰিছিল আৰু দেশৰ মেধাবী ছাত্ৰ-ছাত্ৰীসকলক সদায় উদগনি দিছিল। 'ইউনেস্কো' বিশ্ব প্ৰতিষ্ঠানটোৱে এইটো দিশত যথেষ্ট ৰৰঙণি যোগাইছে। ভাৰতীয় ছাত্ৰ-ছাত্ৰীয়ে যাতে ইয়াৰ সম্পূৰ্ণ সুবিধা গ্ৰহণ কৰিব পাৰে তাৰ ক্ষেত্ৰ মুকলি কৰিব লাগিব। ভাৰত ইতিমধ্যে এই বাটেদি যথেষ্ট অগ্ৰসৰ হৈছে; কিন্তু আভ্যন্তৰীণ ক্ষেত্ৰত শিক্ষা পদ্ধতিৰ সংস্কাৰ যথোপযুক্ত ৰূপে এতিয়াও হৈ উঠা নাই। আনন্দৰ বিষয় এই যে চিন্তাশীল শিক্ষাবিদ্ লোকসকলে সম্প্ৰতি এইফালে দৃষ্টি দিয়া দেখা গৈছে।"

শিক্ষাই উপযুক্ত নাগৰিক সৃষ্টি কৰিব লাগে—এই কথা অৰ্থ নীতিৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে।

"It is recognised that economic efficiency is one of the first essentials of good citizenship and that such training must become a function of the school"-Monroe.

শিক্ষাৰ এই লক্ষ্য খৃষ্টীয় ঊনৈশ শতিকাত ইউৰোপ আৰু আমেৰিকাত প্ৰবল হৈ উঠে। এই কথা পূৰ্বে উল্লেখ কৰা হৈছে। এই লক্ষ্য আগত ৰাখি ঊনৈশ শতিকাৰ প্ৰথম ভাগতে ইউৰোপৰ জাতিসমূহৰ ভিতৰতে ফ্ৰান্সে সৰ্বপ্ৰথম শিক্ষা ক্ষেত্ৰত আমূল পৰিবৰ্তন সাধন কৰিলে। গাৱঁত সকলোবিলাক স্কুলতে কৃষিৰ জ্ঞান দিবলৈ যত্ন কৰিলে আৰু চহৰৰ স্কুলবিলাকত হস্তশিল্প আৰু ঔদ্যোগিক শিক্ষাৰ জ্ঞান দিবলৈ আৰম্ভ কৰিলে। বেজিৰ কাম, ৰন্ধন, বাগিচাৰ কাম আৰু জনপ্ৰিয় স্থানীয় শিল্প আদিৰ জ্ঞান দিবলৈ আঁচনি কৰি শিক্ষা দিবলৈ ধৰিলে। সাংসাৰিক বাস্তৱ জীৱনৰ আৰ্হিত স্কুলবিলাকৰ সংস্কাৰ আৰু গঠন কৰাৰ কামত হাত দিলে। স্কুলৰ যাদুঘৰ, বাগিচা, গ্ৰন্থাগাৰ ইত্যাদি সেই আৰ্হিত গঠিত হব ধৰিলে। ইংলণ্ডতো ৰন্ধন, চিলাই আৰু হাতৰ কামৰ শিক্ষা দিবৰ ব্যৱস্থা কৰিলে। অন্যান্য বিষয়ৰ ভিতৰতো সাংসাৰিক মিতব্যযিতা, কাপোৰ ধোৱা, গোপালন, গৃহ-বাগিচা পতা আদি শিক্ষা দিয়াৰ লগতে স্থানীয় অভাব আৰু ৰুচি অনুসৰি জীৱিকা নিৰ্বাহৰ উপযোগী বিভিন্ন বিষয়ৰ শিক্ষা দিব ধৰিলে। গোপালন আৰু অন্যান্য স্থানীয় শিল্পৰ শিক্ষাদানৰ ব্যৱস্থা কৰিলে। চুইজাৰলেণ্ডত প্ৰাইমেৰী আৰু উচ্চ প্ৰাইমেৰী স্কুলবোৰত দেশৰ নানা প্ৰকাৰ শিল্পৰ ঔদ্যোগিক জ্ঞান দিবলৈ আৰম্ভ কৰিলে। জাৰ্মাণীয়ে বিশেষকৈ বেজিৰ কাম গ্ৰহণ কৰিলে। আন হাতেদি জাৰ্মাণীয়ে ঔদ্যোগিক শিল্প আৰু ব্যৱসায় শিক্ষাৰ ব্যৱস্থা উচ্চতৰ স্কুলবিলাকত আৰম্ভ কৰিলে। কল-মিস্ত্ৰীৰ কামৰ বিষয়ে শিক্ষা লোৱা—যন্ত্ৰশিল্প বা যান্ত্ৰিক বিদ্যাৰ স্কুলবোৰ প্ৰতিষ্ঠা কৰিলে। আমেৰিকাই ঊনৈশ শতিকাৰ শেষ ভাগতহে এনে ব্যৱস্থা গ্ৰহণ কৰিলে।

এই দেশবিলাকৰ প্ৰত্যেখন দেশে ২০/২৫ বছৰৰ ভিতৰতে যথেষ্ট উন্নতি সাধন কৰিলে আৰু দেশ-বিদেশত এই দেশবিলাকৰ শিল্পজাত বস্তু বিতৰণ কৰি উন্নতিশীল আৰু সমৃদ্ধিশালী জাতি হৈ পৰিল। ইয়াৰ পিচত জাপানেও এই পদ্ধতি গ্ৰহণ কৰি শিল্প ক্ষেত্ৰত আৰু জাতীয়তাৰ ক্ষেত্ৰত উন্নতি সাধন কৰি এখন সমৃদ্ধিশালী দেশ হৈ উঠিল। এই দেশবিলাকৰপৰা প্ৰাক-স্বাধীনতা যুগত যথেষ্ট পণ্য দ্ৰব্য ভাৰতবৰ্ষেও ক্ৰয় কৰিলে। ভাৰতবৰ্ষৰ বজাৰ বিলাকত বিদেশী দ্ৰব্যৰ আমদানি আজিও হৈ আছে আৰু বিভিন্ন দেশৰ শিল্প প্ৰতিষ্ঠানবিলাকে ভাৰতবৰ্ষতে শিল্প-প্ৰতিষ্ঠান পাতি বিদেশী শিল্পৰ ব্যৱসায় চলাই আছে।

মন কৰিবলগীয়া কথা এই যে আজিৰ পৰা পূৰ্বতন অত্যাধিক এক শ বছৰৰ ভিতৰতে শিল্পবিদ্যা স্কুলবিলাকত পোন প্ৰথমে শিক্ষা দিয়াৰ ব্যৱস্থা কৰি

ইউৰোপৰ দেশবিলাকক অধিক সমৃদ্ধিশালী হৈ উঠিল। আমেৰিকাই ৪০/৫০ বছৰৰ ভিতৰতে আৰু জাপানে ২০/৩০ বছৰৰ ভিতৰতে আভৱনীয় ভাবে উন্নতি সাধন কৰিলে। আনফালে হাজাৰ হাজাৰ বছৰ আগৰে পৰা ভাৰতবৰ্ষৰ ঘৰে ঘৰে কুটীৰ শিল্প বিদ্যমান থকাতো ভাৰতবৰ্ষ আজিও পৰামুখাপেক্ষী আৰু আৰ্থিক দুৰাৱস্থাগ্ৰস্ত হৈ আছে।।

জাতিৰ জনক মহাত্মা গান্ধীয়ে ভাৰতৰ সমস্যাবোৰ অনুভৱ কৰিছিল আৰু স্বাধীন ভাৰতত শিক্ষা পদ্ধতিৰ সংস্কাৰ সাধনৰ বাবে চিন্তা কৰিছিল। সেই বাবে দেশী-বিদেশী প্ৰধান প্ৰধান শিক্ষাবিদসকলৰ লগত পৰামৰ্শ কৰি বুনিয়াদী শিক্ষাৰ পৰিকল্পনা কৰিছিল।

কিন্তু দুখৰ বিষয় বুনিয়াদী শিক্ষাই কল্পিত ৰূপ ধাৰণ কৰিব নোৱাৰিলে। দেশৰ মানুহে তাক ভাল চকুৰে নাচালে আৰু বুনিয়াদী শিক্ষা পদ্ধতিৰ ভিতৰত লুকাই থকা গুণবোৰ উপলব্ধি কৰিব নোৱাৰিলে। বুনিয়াদী শিক্ষা পদ্ধতিৰ পুনঃ সংস্কাৰৰ আৱশ্যক হৈ পৰিল। সংস্কাৰ কৰা শিক্ষায়ো গা কৰি উঠিব পৰা নাই; গতিকে ভাৰতবৰ্ষৰ শিক্ষা সমস্যা এতিয়াও জটিল আৰু অন্ধকাৰাচ্ছন্ন হৈ আছে।

দেশত যদি উপযুক্ত নাগৰিক সৃষ্টি কৰিব লাগে আৰু শিক্ষাই যদি অৰ্থনীতিৰ জটিল সমস্যাবোৰ সমাধান কৰিব লাগে, তেন্তে ছাত্ৰ-ছাত্ৰীসকলৰ শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্তন ঘটাব লাগিব আৰু তেওঁলোকক চাকৰি লোলুপতা ব্যাধিৰ পৰা মুক্ত কৰিব লাগিব। এই ব্যৱস্থা বুনিয়াদী শিক্ষা পৰিকল্পনাত অন্তৰ্নিহিত আছিল। ওপৰত উল্লেখ কৰা ইউৰোপীয় দেশবিলাকে যি পদ্ধতিৰে দেশৰ উন্নতি সাধন কৰিলে সেই পদ্ধতি বুনিয়াদী শিক্ষা পৰিকল্পনাত অন্তৰ্নিহিত আছে। এই পৰিকল্পনা সংস্কাৰ কৰাৰ উদ্দেশ্য হব লাবে ইয়াৰ ক্ষেত্ৰ বা পৰিসৰ উত্তৰোত্তৰ উবলব্ধি কৰা। শিল্পবিদ্যাৰ বিষয় আৰু ক্ষেত্ৰ বঢ়োৱা বুনিয়াদী শিক্ষা পৰিকল্পনাৰ যি প্ৰকৃত ৰূপ তাক ফুটাই তুলিবলৈ যত্ন কৰা। শিক্ষা প্ৰসাৰৰ লগে লগে শিক্ষা প্ৰাপ্ত ছাত্ৰ-ছাত্ৰীসকলৰ কৰ্মৰ পৰিসৰ বাঢ়িব লাগিব—খেতিৰ পথাৰতেই হওক নাইবা শিল্প উদ্যোগৰ ক্ষেত্ৰতেই হওক।

বিভিন্ন বিভাগৰ নিপুণ কৰ্ম্মচাৰীক শিক্ষা বিভাগলৈ আনি শিক্ষাদান কাৰ্য্যত নিয়োগ কৰিলে—নতুন নতুন কৰ্ম্মচাৰী নিয়োগৰ সমস্যা সমাধান হব। তেতিয়া বিভিন্ন বিভাগৰ ব্যয় সঙ্কোচ কৰা নীতি অপোনা আপুনি আৰু ক্ৰমে ক্ৰমে প্ৰতিফলিত হৈ উঠিব। মাধ্যমিক স্কুলবিলাকৰ কাৰ্য্যক্ৰমক কেন্দ্ৰ কৰি এই সংস্কাৰ সাধনৰ নীতি গ্ৰহণ কৰিব লাগিব। প্ৰশাসনীয় বিভাগবোৰত নতুন কৰ্ম্মচাৰী নিয়োগ নকৰাকৈ সংস্কাৰ সাধন কৰিব লাগিব—মিতব্যয়িতা আন্তৰিক বাবে সংৰক্ষণ কৰি।

চিন্তা কৰি চালে বুজা যাব যে এই ব্যৱস্থা গ্ৰহণত শিক্ষা-বিভাগৰ অৰ্থব্যয়

কমি আহিব-যদি সমবায় পদ্ধতি শিক্ষা দিয়া নীতিত শিক্ষাৰ পাঠ্যক্ৰম প্ৰকৃত কৰ্মৰ মাধ্যমত শিক্ষা দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰা হয়—সুপৰিকল্পিত ভাৱে আৰু বাধ্যতামূলক ভাৱে। কৰ্মপ্ৰৱণতা শিশুৰ স্বাভাবিক প্ৰবৃত্তি—ইয়াক অৱহেলা কৰিলে শিক্ষাৰ উদ্দেশ্য ব্যৰ্থ হয়। সেইবাবে মাধ্যমিক স্কুলবিলাকৰ পাঠ্যক্ৰম বা কাৰ্য্যক্ৰমৰ পৰিবৰ্ত্তন ঘটাব লাগিব। শিক্ষক নিয়োগত সাৱধান হব লাগিব।

---

# শিক্ষাদৰ্শন আৰু শিক্ষা পদ্ধতিৰ গতিধাৰা

## শিক্ষাৰ আৰম্ভণি

শিক্ষাৰ বুৰঞ্জী অধ্যয়ন কৰিবলৈ গ'লে দেশ-বিদেশৰ বিশেষকৈ ইউৰোপৰ বুৰঞ্জী অধ্যয়ন কৰাৰ আৱশ্যক হৈ পৰে। শিক্ষাৰ বুৰঞ্জীৰ ভিতৰত দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱন অঙ্গাঙ্গী ভাৱে জড়িত হৈ আছে। সেইবাবে শিক্ষাৰ বুৰঞ্জী অধ্যয়ন কৰা সহজ কথা নহয়।

আমাৰ দেশত বৰ্ত্তমান যি শিক্ষাপদ্ধতি প্ৰচলিত হৈ আছে সেই শিক্ষাপদ্ধতি প্ৰধান ইউৰোপীয় শিক্ষাদৰ্শনৰ ভিত্তিত প্ৰতিষ্ঠিত। সংস্কৃত টোল বা আৰবী শিক্ষানৰ মক্তব মাদ্ৰাচা যদিও অতীত কালৰ পৰা এতিয়াও চলি আছে সেইবোৰ অনুষ্ঠানৰ শিক্ষা সাধাৰণ শিক্ষাৰ লগত সম্যক্ভাৱে সংমিশ্ৰিত হোৱা নাই। সেইবাবে শিক্ষাৰ গতিধাৰা ভাৰতবৰ্ষত বিভিন্নমুখী হৈয়ে আছে। সেই গতিকে শিক্ষাৰ মূল-লক্ষ্যৰ পৰা ভাৰতবাসীৰ শিক্ষা আঁতৰি আহিছে। যি হেতুকে আমাৰ দেশত ইউৰোপৰ শিক্ষাধাৰাই প্ৰাধান্য লাভ কৰিছে সেই হেতুকে ইউৰোপীয় শিক্ষাধাৰাৰ গতি আৰু লক্ষ্য অধ্যয়ন কৰা শিক্ষানুৰাগী লোকৰ কৰ্ত্তব্য।

ইউৰোপৰ শিক্ষা বুৰঞ্জী আলোচনা কৰিলে বুজা যায় যে আদিম যুগত শিক্ষাৰ আৰম্ভণি হয় খাদ্য, বস্ত্ৰ আৰু আশ্ৰয় (গৃহনিৰ্ম্মাণ) সংগ্ৰহৰ আৱশ্যকতা অনুভৱ কৰাৰ পৰা। খাদ্য, বস্ত্ৰ আৰু আশ্ৰয় সংগ্ৰহৰ শিক্ষা শিশুৱে বয়স্ক লোকৰ অনুকৰণত শিক্ষা কৰিছিল। মন কৰিবলগা কথা এইটোৱেই যে আদিম কালত ল'ৰা-ছোৱালীক গৃহস্থালি কাৰ্য্যত নিযুক্ত কৰাৰ পৰা গৃহকাৰ্য্যত এক ফালে যেনেকৈ সহায় হৈছিল, আনফালে সেয়ে সিহঁতৰ শিক্ষা হৈছিল আৰু ভৱিষ্যৎ জীৱনৰ বাবে প্ৰস্তুতি হৈছিল। এই কথাৰ পৰা এইটো প্ৰতীয়মান হয়, যে শিক্ষাৰ আৰম্ভণি হাতৰ কাম বা শৰীৰ শ্ৰমৰ মাধ্যমত হে হৈছিল আৰু শিক্ষাৰ লক্ষ্য আছিল—জীৱনযুদ্ধৰ বাবে প্ৰস্তুতি। আন এটা কথা মন কৰিব লাগে যে যেতিয়া বিভিন্ন পৰিবাৰ আৰু বিভিন্ন খেলৰ মাজত বিবাদ হৈছিল—তেতিয়া আত্মৰক্ষাৰ আৱশ্যকতা আহি পৰিছিল; সেইবাবে যুদ্ধবিদ্যা শিক্ষাৰ আৱশ্যকতা আৰু অস্ত্ৰ নিৰ্ম্মাণৰ আৱশ্যকতা বোধ হৈছিল। আধুনিক যুগত লিখা-পঢ়া কৰা, গ্ৰন্থ অধ্যয়ন কৰা শিক্ষাৰ প্ৰধান কৰ্ত্তব্য যেন বোধ হৈছে; কিন্তু সেইকালত লিখা পঢ়া কৰাৰ কোনো ব্যৱস্থা নাছিল। বয়স্ক লোকৰ কৰ্মপদ্ধতি আৰু জীৱনযাত্ৰাৰ অনুকৰণত শিশুৰ শিক্ষাৰ ব্যৱস্থা আছিল।

কিন্তু সেয়ে শিক্ষাৰ পূৰ্ণতা দিয়া নাছিল। তেতিয়াও মানুহে অনুভৱ কৰিছিল যে বিশ্বসংসাৰৰ অন্তৰালত এটা অদৃশ্য শক্তিয়ে ক্ৰিয়া কৰে আৰু সেইশক্তিৰ লগত নিজৰ আত্মাৰ সংযোগ আছে। সেই অনুভূতিৰ ভিত্তিত সামাজিক উৎসৱ আৰু ধৰ্মীয় অনুষ্ঠনবোৰ আৰম্ভ হ'ল। শিক্ষাব্যৱস্থা ক্ৰমে ক্ৰমে এই বিশ্বাস আৰু অনুভূতিৰ ওপৰত প্ৰতিষ্ঠিত হ'ল আৰু এটা বিশেষ শ্ৰেণীৰ হাতত শিক্ষা ব্যৱস্থা ন্যস্ত হ'ল। এই বিশেষ শ্ৰেণীয়ে পুৰোহিত শ্ৰেণী বুলি অভিহিত হ'ল। কিন্তু চেতন আৰু অচেতন সকলো পদাৰ্থৰ ভিতৰতে যে এটা অদৃশ্য শক্তিয়ে বৰ্ত্তমান থাকি ক্ৰিয়া কৰে এই বিশ্বাস আৰু অনুভূতি ব্যক্তিৰ মনত আৰু সমাজত দৃঢ়িভূত হৈ আহিল। সেই কাৰণে শিক্ষাৰ লগত এই অদৃশ্য শক্তিৰ সংযোগ স্থাপিত হ'ল।

এইদৰে জীৱন যাত্ৰাৰ বাবে কৰা প্ৰস্তুতিৰ সংগ্ৰামে আৰু সামাজিক উৎসৱ আদিৰ অনুষ্ঠান আৰু ধৰ্মীয় অনুষ্ঠান আদিৰ ক্ৰিয়াবিলাকে ব্যক্তিৰ আৰু সমাজৰ জীৱন যাত্ৰাত যি জ্ঞান উপলব্ধি কৰাইছিল সেই জ্ঞান পৰৱৰ্ত্তী বংশধৰসকলক দি যাবলৈ এটা স্পৃহা জাগৃত হ'ল। এইবাবে লিখিত ভাষাৰ উদ্ভৱ হ'ল। এইবাবেই বিশেষকৈ পুৰোহিত শ্ৰেণীৰ উদ্ভৱ হ'ল আৰু পুৰোহিতসকলেই শিক্ষকতা কাৰ্য্যত লিপ্ত হ'ল। পুৰোহিত শ্ৰেণীৰ পৰাই বিভিন্ন সম্প্ৰদায়ৰ সৃষ্টি হ'ল। নিজ নিজ সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীবিলাকক শিক্ষা দিবৰ বাবে বিভিন্ন বিদ্যালয় স্থাপিত হ'ল। শিক্ষণীয় আৰু পঠনীয় বিষয়বোৰ নিৰ্দ্ধাৰিত কৰা হ'ল। এইদৰে কৃষ্টি আৰু সভ্যতাই পাতনি মেলিলে।

আদিম যুগত একো একোটি পৰিবাৰৰ ভিতৰতে জীৱনযাত্ৰাৰ পদ্ধতি আৱদ্ধ আছিল; ক্ৰমে সেই পৰিবাৰবিলাক সঙ্ঘবদ্ধ হবলৈ ধৰিলে আৰু সামাজিক জীৱনৰ পাতনি হ'ল। সামাজিক জীৱনত ব্যক্তিৰ প্ৰাধান্য বাঢ়িল আৰু প্ৰত্যেক ব্যক্তি সমাজৰ একোটা প্ৰধান অঙ্গ হৈ পৰিল। পাৰিবাৰিক জীৱনত পৰিবাৰটোৰ প্ৰধান ব্যক্তিজনেই শ্ৰেষ্ঠ স্থান অধিকাৰ কৰি থাকি আন আন ব্যক্তিবোৰক আচ্ছাদন কৰি ৰাখিছিল। বংশগত বা পৰিবাৰগত সীমাবদ্ধতাৰ পৰিধি বিস্তৃত হব ধৰিলে আৰু শৃঙ্খলা ৰক্ষাৰ বাবে প্ৰশাসনীয় সংগঠনৰ আৱশ্যক হৈ পৰিল। সামাজিক বন্ধনৰ আৱশ্যকতাত প্ৰশাসনীয় গোট বা ৰাজনৈতিক গোটৰ উদ্ভৱ হ'ল; লগে লগে ভাষা আৰু সাহিত্য শিক্ষাৰ প্ৰয়োজনীয়তা অনুভূত হ'ল, প্ৰশাসনীয় ক্ষমতা যিবিলাকৰ হাতলৈ আহিল সেইবিলাকেই এটা শিক্ষিত শ্ৰেণীৰ সৃষ্টি কৰিলে। এই শিক্ষিত শ্ৰেণীয়েই পুৰোহিত শ্ৰেণীত পৰিণত হ'ল। প্ৰাচ্যজগতৰ শিক্ষাক্ষেত্ৰত পুৰোহিত শ্ৰেণীৰ সংৰক্ষণশীলতা বেছি কঠোৰ আছিল। তাৰ ফলত ব্যক্তিৰ বিকাশত বাধা পৰিছিল আৰু সামাজিক ক্ৰমোন্নতিও প্ৰতিহত হৈছিল; কিন্তু সমাজৰ শৃঙ্খলা

আৰু স্থিৰতা ৰক্ষিত হৈছিল। প্ৰাচ্যসভ্যতাৰ সংৰক্ষণশীলতাই অতীত কৃষ্টিৰ আলমত শিক্ষা আৰু সভ্যতা ৰক্ষা কৰিছিল; কিন্তু ব্যক্তিৰ ব্যক্তিত্ব প্ৰকাশক অৱদমিত কৰিছিল কিন্তু গ্ৰীক্ সভ্যতাই ব্যক্তিত্ব বিকাশৰ পথ মুকলি কৰি দিয়ে। বস্তুতঃ ব্যক্তিত্ব অৰ্জ্জন কৰা গ্ৰীক শিক্ষাদৰ্শনৰ লক্ষ্য আৰু মানৱতা লাভৰ সোপান বুলি গৃহীত হৈছিল। ৰাজ্যৰ ভিতৰত আৰু প্ৰশাসনীয় নীতি-নিয়মৰ মাজতে ৰাজনৈতিক স্বাধীনতাৰ ধাৰণা গ্ৰীক্ সভ্যতাৰে শিক্ষা। উপযুক্ত নাগৰিকত্ব শিক্ষাৰ এয়ে আৰম্ভণি।

## গ্ৰীক্ সভ্যতা

এৰিষ্টোট্‌লৰ মতে জীৱনৰ লক্ষ্য হব লাগে সুখে আৰু সুন্দৰভাৱে জীৱনযাত্ৰা নিৰ্ব্বাহ কৰা। মানুহৰ চিন্তা আৰু ভাৱৰাশি কৰ্ম্মক্ষেত্ৰত বিবেক বুদ্ধিৰে পৰিচালিত স্বভাৱৰ দ্বাৰা নিয়ন্ত্ৰণ কৰা গ্ৰীক্‌সভ্যতাৰ আদৰ্শ আছিল। সৈনিক জীৱনৰ মূল কথা সাহস আৰু বীৰত্ব; কিন্তু এই সাহস আৰু বীৰত্ব শ্ৰদ্ধা আৰু দেৱ ভক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত হব লাগিব, বয়স্ক আৰু গুৰুস্থানীয় ব্যক্তিৰ প্ৰতি শ্ৰদ্ধা আৰু সন্মান প্ৰদৰ্শনৰদ্বাৰা নিয়ন্ত্ৰিত হব লাগিব। আনফালে পূৰ্ণাঙ্গ মানসিক উন্নতি জ্ঞানৰ আদৰ্শ বুলি লৈছিল।

## স্পাৰ্টানবিলাকৰ শিক্ষা—সাম্যবাদৰ উদ্ভাৱনা

গ্ৰীক্ সভ্যতাৰ এই আদৰ্শ স্পাৰ্টানবিলাকে বেছি ৰূপায়িত কৰি তুলিছিল। স্পাৰ্টানবিলাকে সাহস আৰু বীৰত্বৰ চৰ্চ্চা বেছি পূৰ্ণাঙ্গভাৱে কৰিছিল। প্ৰশাসনীয় ক্ষেত্ৰত শাসনাধিষ্ঠিত লোকসকলৰ পদবীত বা অধিকাৰত সমাজৰ প্ৰত্যেক ব্যক্তিৰ যোগ্যতা অনুসাৰে দাবী থকা সাম্যবাদী ৰাজ্যৰ ধাৰণা স্পাৰ্টানবিলাকৰে উদ্ভাৱনা আৰু সাম্যবাদী ৰাজ্যই শিক্ষাকো নিয়ন্ত্ৰণ কৰিছিল। সাহস আৰু বীৰত্বৰ প্ৰশিক্ষণ দিয়া হৈছিল। প্ৰত্যেক ব্যক্তিকে শাৰীৰিক চৰ্চ্চা, সাহসৰ প্ৰশিক্ষণ আৰু আইনৰ বিধান মনা অভ্যাস শিক্ষা দিছিল।

সেয়েহে স্পাৰ্টানবিলাক বীৰ জাতিৰূপে গঢ়ি উঠিছিল। স্পাৰ্টান শিক্ষাত সৌন্দৰ্য্যনুভূতি আৰু বুদ্ধিবিকাশৰ প্ৰশিক্ষণ নাছিল; কিন্তু শৰীৰ চৰ্চ্চা আৰু নৈতিকতা শিক্ষাদানৰ ব্যৱস্থা আছিল। গোটেই সমাজখনেই বিদ্যা শিক্ষাৰ অনুষ্ঠান হিচাবে পৰিগণিত হৈছিল। নানা প্ৰকাৰ সামাজিক অনুষ্ঠানতে প্ৰত্যেক বয়স্ক ব্যক্তিয়েই যোগদান কৰিব লাগিছিল আৰু প্ৰত্যেক নাগৰিকে সেইবোৰ সামাজিক অনুষ্ঠানত যোগ দি ল'ৰা-ছোৱালীবিলাকক নাগৰিকত্বৰ প্ৰশিক্ষণ দিয়া প্ৰধান কৰ্ত্তব্য বুলি গণ্য কৰিব লাগিছিল। প্ৰশাসনীয় আইনত সেইদৰে বিধান বিধিবদ্ধ হৈছিল। এইদৰে শিক্ষা প্ৰশাসনীয় ক্ষমতাৰ সম্পূৰ্ণ নিয়ন্ত্ৰণাধীন আছিল।

# গ্ৰীক্‌বিলাকৰ শিক্ষা

নৈতিকতা শিক্ষাদানৰ ব্যৱস্থা আছিল। সেই ব্যৱস্থাত প্ৰশান্ত মেজাজ আৰু ইন্দ্ৰিয় সংযমৰ ব্যৱস্থা আছিল। উত্তেজনাৰ কাৰণ থাকিলেও শান্ত মেজাজ বা ধৈৰ্য্য ৰক্ষা কৰাৰ, সহিষ্ণুতা, সাহস, আৰু বাধ্যকতা শিক্ষাৰ প্ৰশিক্ষণ আছিল। সঙ্গীত শিক্ষাৰ মাধ্যমত সঙ্গীতৰ ছন্দ আৰু তাল মানৱ লগত আত্মাৰ সমন্বয় সাধন কৰি ব্যক্তিৰ স্বভাৱত মৃদুতা আৰু সৌম্যতাৰ সমন্বয় ঘটোৱাৰ ব্যৱস্থা আছিল। এই পদ্ধতিত কথা কোৱাৰ আৰু কাৰ্য্য কৰাৰ গাম্ভীৰ্য্য আনি দিছিল আৰু ব্যক্তিক গোটেই জীৱনত মহিমাময় কৰি তোলাৰ সুযোগ দিছিল। মুঠৰ ওপৰত ঘৰত আৰু স্কুলত দিয়া শিক্ষাত ধৰ্ম্মীয় নীতি অৱলম্বন কৰা হৈছিল। গ্ৰীক্ শিক্ষাৰ প্ৰথম কথা আছিল কৰ্মৰ অভ্যাস আৰু দ্বিতীয় কথা আছিল—জ্ঞানলাভ। শিক্ষা নিৰ্জীৱ পদ্ধতি মাথোন নাছিল। শিক্ষা আছিল জীৱন্ত, কৰ্ম্মময় আৰু আনন্দময়। গ্ৰীক্‌বিলাকেই সৰ্ব্ব প্ৰথমে শিক্ষাত ব্যক্তিত্ব বিকাশৰ পদ্ধতি গ্ৰহণ কৰে। গ্ৰীক্ দাৰ্শনিক চক্ৰেটিচ্, প্লেটো, এৰিষ্টোটল আদি শিক্ষাবিদ্ পণ্ডিতসকলে শিক্ষাৰ দৰ্শন, শিক্ষাৰ লক্ষ্য আৰু শিক্ষা-পদ্ধতিৰ নিয়ম আদি প্ৰণয়ন কৰে। খৃষ্টপূৰ্ব্ব পঞ্চম শতাব্দী হৈছে গ্ৰীক্‌সভ্যতাৰ উজ্জ্বল আৰু জাতীয় গৌৰৱৰ মহিমাময় যুগ।

শিক্ষাৰ ব্যক্তিত্ব গঠনৰ চিন্তাধাৰা ৰোমানবিলাকে ৰাজনৈতিক ভাৱে প্ৰতিহত কৰে আৰু নৈতিকতা শিক্ষাৰ ভাৱধাৰা খৃষ্ঠানধৰ্ম্মৰ প্ৰভাৱে প্ৰতিহত কৰে।

# ৰোমান সভ্যতা আৰু শিক্ষাদৰ্শন

ৰোমান সভ্যতা আৰু গ্ৰীক্ সভ্যতাৰ পাৰ্থক্য এইখিনিতে যে গ্ৰীক্‌বিলাকে সকলো বিষয় বিবেচনা কৰিছিল—যুক্তি, সমন্বয় আৰু সমানুপাতৰ আদৰ্শেৰে। কিন্তু ৰোমানবিলাকৰ সকলো কথাৰে বিচাৰ বিবেচনা নিৰ্ভৰ কৰিছিল বিষয় বস্তুৰ প্ৰয়োজনীয়তা আৰু কাৰ্য্যকাৰিতাৰ ওপৰত। সেইবাবে ৰোমানবিলাকে গ্ৰীক্‌বিলাকক স্বপ্নবিলাসী বুলি ভাবিছিল আৰু গ্ৰীক্‌বিলাকে ৰোমানবিলকক জীৱনৰ উচ্চতৰ দিশৰ বিষয়ে অনুভূতিহীন আৰু উচ্চ আদৰ্শহীন বৰ্ব্বৰ বুলি গণ্য কৰিছিল। কিন্তু ৰোমানবিলাকে সভ্যতা সৃষ্টিত দুই প্ৰকাৰ স্থায়ী বৰঙনি যোগাইছিল। প্ৰথমটো হৈছে আইন শৃঙ্খলাৰ সাংগঠনিক অনুষ্ঠানবোৰৰ মাধ্যমত ৰোমানবিলাকে বৰ্ত্তমান জীৱন যাপনৰ সুখ-সুবিধা আৰু সামাজিকতাৰ বৃদ্ধি আৰু উন্নয়নৰ পন্থা নিৰ্দ্দেশ কৰিছিল আৰু দ্বিতীয়টো হৈছে প্ৰশাসনীয় ক্ষমতা আৰু আইনৰ সহায়ত জীৱনযাত্ৰাৰ বাস্তৱ গুণবিলাকৰ বৃদ্ধি সাধনৰ যত্ন

কৰিছিল। পৰবৰ্ত্তী কালত সুখ দুঃখৰ বিষয়ে উদাসীনতাৰ জেনোৰ (Zeno) যি দৰ্শন আৰু খৃষ্টান ধৰ্ম্মৰ যিবোৰ নীতি সেইবোৰ প্ৰচাৰ কৰি নৈতিকতা অৰ্জ্জনৰ ব্যৱস্থা কৰিছিল। সেইবাবে ৰোমনবিলাকে শিক্ষাক্ষেত্ৰত বেছি মূল্যবান বৰঙনি যোগাব নোৱাৰিলে; কাৰণ ৰোমানবিলাকে সমস্ত প্ৰভাৱ জীৱনৰ বাস্তৱফালৰ দৃষ্টিভঙ্গীৰ সংঠনমূলক অনুষ্ঠান সমূহ গঢ়াত নিবদ্ধ আছিল। সেইবাবে বিজ্ঞান, দৰ্শন নাইবা বুদ্ধি আৰু সৌন্দৰ্য্য উপলব্ধি আদি বিষয়ে কোনো কল্পনা বা চিন্তাধাৰাৰ বৰঙনি যোগাব নোৱাৰিছিল। ৰোমানবিলাকৰ শিক্ষাৰ আদৰ্শ আছিল স্বত্ব আৰু অধিকাৰৰ বিষয়বস্তুৰ ধাৰণাসমূহৰ পৰিধিৰ মাজত। ব্যক্তিৰ স্বত্ব আৰু অধিকাৰবোৰ লাভ কৰিবলৈ নৈতিক জীৱন যাপনৰ আৱশ্যকতা আছি পৰে। এই বাবে ৰোমান শিক্ষাৰ আদৰ্শ সম্পূৰ্ণ বাস্তৱ আছিল। বাস্তৱ জীৱনৰ সদাচাৰৰ ওপৰত নৈতিকতা নিৰ্ভৰ কৰে। সেইবাবে ৰোমান শিক্ষাৰ প্ৰধান ক্ষেত্ৰ আছিল নিজ নিজ ঘৰ বা পৰিবাৰসমূহ। অনুকৰণশীলতা আছিল শিক্ষাৰ মুখ্য পদ্ধতি। মহৎলোকসকলৰ জীৱনীপাঠ আৰু সেই অনুকৰণেৰে বাস্তৱ জীৱন যাপন আছিল শিক্ষা লাভৰ প্ৰণালী। ক্ৰমে ৰোমান সভ্যতাতো গ্ৰীক্ আদৰ্শই স্থান পালে। উচ্চশিক্ষা লাভৰ কাৰণে গ্ৰীক্ আদৰ্শ অনুকৰণ কৰিব লগা হ'ল। সেইবাবে ৰোমান শিক্ষা পদ্ধতি পৰিবৰ্ত্তিত হ'ল আৰু গ্ৰীক্ পদ্ধতিৰ দ্বাৰা অনুপ্ৰাণিত হ'ল। গ্ৰীক্ সভ্যতাৰ আদৰ্শই উচ্চ শ্ৰেণীৰ লোকসকলক বেছি প্ৰেৰণা যোগালে আৰু সৰ্ব্বসাধাৰণ ৰাইজ পিছ পৰি থাকিল। ক্ৰমে গ্ৰীক্ পদ্ধতিৰ শিক্ষাও কৃত্ৰিম হৈ পৰিল আৰু বাস্তৱতাৰ পৰা আঁতৰি গ'ল। ৰোমানবিলাকেও গ্ৰীক্ পদ্ধতি অনুসৰণ কৰাৰ পৰা নিজস্ব মনোবৃত্তি নেহেৰুৱালে; কিন্তু ৰোমানজাতিৰ ভিতৰত দুৰ্নীতিয়ে প্ৰৱেশ কৰিলে। প্ৰশাসনীয় নীতি স্বেচ্ছাচাৰী হ'ল আৰু সমগ্ৰ জাতিটোৱে তেতিয়া নিজত্ব হেৰুৱালে। শিক্ষাও বাস্তৱ জীৱনৰ পৰা আঁতৰি গ'ল। ক্ৰমে ধৰ্ম্মমন্দিৰ বা খৃষ্টধৰ্ম্মৰ গীৰ্জ্জাবিলাকে যি শিক্ষা প্ৰবৰ্ত্তন কৰিছিল সেয়ে নতুন ৰূপ ল'লে। ৰোমান পদ্ধতিৰ শিক্ষাই সামাজিক মূল্য হেৰুৱালে যদিও শিক্ষাৰ কাঠাম বহুদিনলৈকে তিষ্ঠি থাকিল।

## মধ্যযুগৰ শিক্ষাৰ অৰ্থপূৰ্ণ তাৎপৰ্য্য

মধ্যযুগত খৃষ্টধৰ্ম্মই শিক্ষাক্ষেত্ৰত প্ৰধান ভূমিকা গ্ৰহণ কৰিলে। খৃষ্টধৰ্ম্মৰ নীতিত থকা সাৰ্ব্বজনীন প্ৰেম, বদান্যতা আৰু পৰহিতৈষিতাই গ্ৰীক্ সভ্যতাৰ সামাজিক আৰু শৈক্ষিক সমস্যাৰ সমাধান দিলে; কাৰণ প্ৰেম, বদান্যতা আৰু পৰহিতৈষিতা গুণে ব্যক্তিৰ সমাজৰ সমন্বয় সাধনত সমৰ্থ হ'ল। এই সমাধানৰ ভিতৰত নৈতিকতাৰ স্থান থাকিল কিন্তু বৌদ্ধিকতাৰ স্থান নাথাকিল। সেইবাবে সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত গ্ৰহণযোগ্য হৈ উঠিল। শিক্ষা প্ৰধানতঃ নৈতিকতাৰ

শিক্ষাত পৰিণত হ'ল আৰু সেইবাবে নিয়মানুবৰ্ত্তিতা আৰু জীৱন-যুদ্ধৰ প্ৰস্তুতিৰ প্ৰশিক্ষণ স্বৰূপ পৰিগণিত হ'ল। গীৰ্জ্জাৰ ধৰ্ম্মীয় শিক্ষাৰ মাজত গ্ৰীক্ আৰু লেটিন সাহিত্যৰ স্থান আৰু মূল্য পোনপ্ৰথমে আছিল কিন্তু ধৰ্ম্মীয় শিক্ষাৰ ভিতৰত বৈষয়িক আৰু ধৰ্ম্ম নিৰপেক্ষ বিষয়বোৰৰ স্থান বিশেষ নথকাত বৌদ্ধিক আৰু সাহিত্যিক চৰ্চ্চাৰ স্থান সঙ্কীৰ্ণ হৈ নৈতিকতা শিক্ষাৰ স্থান হে প্ৰধান হৈ উঠিল। সন্ন্যাসধৰ্ম্ম বা সন্ন্যাসী জীৱনৰ প্ৰভাৱত হে নৈতিকতাৰ শিক্ষা দিয়া হৈছিল। বৈষয়িক আৰু সাংসাৰিক বিষয়ৰ স্থান নথকাত বৌদ্ধিক আৰু সাহিত্যিক চৰ্চ্চা বাদ পৰিছিল।

সন্ন্যাস ধৰ্ম্মতো লিখা আৰু পঢ়াৰ আৱশ্যকতা আছিল। লিখা-পঢ়া জানিলেহে হাতেলিখা পুথিবিলাক নকল কৰাৰ সুবিধা হয়, সাহিত্যৰ পুথিবোৰ সংৰক্ষণ কৰিব পৰা যায়, বুৰঞ্জীমূলক তথ্যবোৰ লিখি থব পৰা যায় আৰু তেনেধৰণৰ সাহিত্য ৰচনা কৰাৰ সুবিধা হয়। সেইবাবে স্কুল পতাৰ আৱশ্যকতা আহি পৰিল। পৰবৰ্ত্তীকালৰ সন্ন্যাসধৰ্ম্মৰ শিক্ষা সম্পূৰ্ণ শৈক্ষিক হৈছিল। ধৰ্ম্মসম্বন্ধীয় প্ৰশ্নবোৰৰ প্ৰতি আগ্ৰহ পুনৰুদ্দীপিত হোৱাত ধৰ্ম্মৰ অনুকূলে ন্যায়শাস্ত্ৰ আৰু দৰ্শন শাস্ত্ৰৰ উপযোগিতাও অনুভূত হ'ল। তাৰ ফলত সূক্ষ্ম পাণ্ডিত্যৰ (Scholasticism) ধাৰা প্ৰবাহিত হ'ল। জ্ঞানৰ তথ্যসমূহে প্ৰসাৰ লাভ কৰিলে আৰু প্ৰণালীবদ্ধভাৱে ঐক্যবদ্ধ কৰা হ'ল। বহুসংখ্যক বিশ্ববিদ্যালয়ৰ উদ্ভৱ হ'ল আৰু বৌদ্ধিক জীৱন চৰ্চ্চাৰ পাতনি মেলিলে। ইতিমধ্যে জমিদাৰী প্ৰথা প্ৰবৰ্ত্তিত হোৱাত ধৰ্ম্ম নিৰপেক্ষ বিদ্যালয়বোৰ সংগঠিত হৈছিল। এই স্কুলবিলাকত বীৰধৰ্ম্ম শিক্ষাৰ ব্যৱস্থা কৰা হৈছিল। জমিদাৰ আৰু ভৃত্যৰ প্ৰশিক্ষণৰ ব্যৱস্থাও তাত হৈছিল। এই শিক্ষাত নিয়মানুবৰ্ত্তিতা আৰু শৃঙ্খলা শিক্ষা দিয়া হৈছিল। উদ্দেশ্য আছিল প্ৰকৃত বীৰ আৰু জমিদাৰৰ জীৱন যাপনৰ বাবে প্ৰস্তুতি। ত্ৰয়োদশ শতাব্দীৰ অন্তত ব্যক্তিগত স্বাৰ্থ আৰু ব্যক্তিৰ আগ্ৰহ প্ৰকাশৰ স্পৃহা জাগৃত হ'ল মাতৃভাষা শিক্ষাৰ আলমত, ব্যৱসায়ৰ বৃদ্ধিৰ আগ্ৰহত আৰু বৌদ্ধিক বিকাশৰ নতুন উদ্দীপনাত। আৰবীয় মুছলামসকলৰ আৰু ফকিৰসকলৰ যত্নত নতুন ধৰণৰ স্কুলবোৰ স্থাপিত হ'ল। এই ভাৱধাৰাই মধ্যযুগীয় চিন্তাধাৰা ধ্বংসৰ যত্ন কৰিব ধৰিলে।

## শিক্ষাৰ নৱ-জাগৰণ
### (Rennaisance)

মানুহৰ জীৱনধাৰাৰ পদ্ধতি চিৰদিন পৰিবৰ্ত্তিত হৈ আহিছে মানুহৰ জীৱনত লাভ কৰা অভিজ্ঞতা, আশা-আকাঙ্ক্ষা পূৰণৰ প্ৰচেষ্টা আৰু সমাজত

পাৰস্পৰিক সম্বন্ধ স্থাপনৰ আপ্ৰাণ অন্বেষণৰ ভিত্তিত। মানৱ জীৱনৰ নিত্য নতুন অভিজ্ঞতাৰ ভিত্তিত নতুন নতুন আশা-আকাংক্ষাৰ উদ্ভৱ হয় মানুহৰ মনত। সেই আশা-আকাংক্ষা পূৰণৰ চেষ্টা আৰম্ভ হয় আৰু সেই চেষ্টা নিৰ্ভৰ কৰে সামাজিক পৰিবেশ আৰু পাৰস্পৰিক সহযোগৰ ওপৰত। পুৰণি জীৱনধাৰাৰ ভুল-ভ্ৰান্তি শুধৰাবৰ প্ৰয়োজন অনুভৱ কৰি শিশুৰ ভৱিষ্যত জীৱন ধাৰাৰ গতি নিৰ্ণয় কৰিবলৈ যত্নবান হোৱা দেখা যায়—মানৱ জাতিৰ ক্ৰমবৰ্দ্ধমান জনসংখ্যা আৰু সভ্যতাৰ গতিধাৰাত।

সমগ্ৰ জগততে আজি যি চিন্তাধাৰৰ গতি প্ৰবাহমান হৈ আছে তাৰ আৰম্ভণি আমি দেখিবলৈ পাওঁ খৃষ্টীয় পঞ্চদশ আৰু ষোড়শ শতাব্দীৰ নৱজাগৰণৰ যুগত (Rennaisance age ত)। সেই শিক্ষাদৰ্শনৰ প্ৰয়োগৰ মাধ্যম আছিল ভাষা আৰু সাহিত্য। আজি বিজ্ঞানৰ যুগতো সৰ্ব্বত্ৰ ভাষা সাহিত্যৰ প্ৰাধান্যকে দেখিবলৈ পোৱা যায়। আজিও কোনো এটা জাতিয়েও শিক্ষাৰ ধাৰা স্বাভাৱিক আৰু নিৰুপদ্ৰৱ সংসাৰযাত্ৰা নিৰ্ব্বাহ পদ্ধতিৰ ভিত্তিত গঢ়ি তুলিব পৰা নাই। শিক্ষা পদ্ধতিত ভাষা আৰু সাহিত্যৰ মাধ্যম গঢ়ি কেনেকৈ উঠিল সেই বিষয়ে অতীত বুৰঞ্জী (ইউৰোপৰ শিক্ষা দৰ্শনৰ) আলোচনা কৰিব লাগিব।

খৃষ্টীয় পঞ্চদশ আৰু ষোড়শ শতাব্দীৰ নৱজাগৰণ যুগৰ যি আন্দোলন সেই আন্দোলন আছিল বৌদ্ধিক বিকাশৰ, সৌন্দৰ্য্য উপভোগৰ পিপাসা-শান্তিৰ আৰু সমাজ সংস্কাৰৰ আন্দোলন। সেই বাবে এই যুগৰ শিক্ষা দৰ্শনৰ ধাৰাত আৰু শিক্ষানুষ্ঠানবিলাকৰ কৰ্ম্ম পদ্ধতিত নানা পৰিবৰ্ত্তনে দেখা দিয়ে। মধ্যযুগীয় অৰ্থাৎ বিশেষকৈ ত্ৰয়োদশ-চতুৰ্দ্দশ শতাব্দীৰ শিক্ষাৰ ধাৰাত ব্যক্তি জীৱনৰ প্ৰতি কোনো দৃষ্টি নাছিল। সন্ন্যাস জীৱনৰ ধৰ্ম্মমত, পাণ্ডিত্য অৰ্জ্জনৰ প্ৰচেষ্টা আৰু বীৰধৰ্ম্মী লোকৰ বীৰত্বপূৰ্ণ বিকাশৰ ফলৰ ওপৰত শিক্ষা-ধাৰাৰ ভিত্তি প্ৰতিষ্ঠিত হৈছিল। এই শিক্ষাধাৰাৰ যি দৃষ্টিভঙ্গী বা দৰ্শন সেই দৰ্শনৰ চিন্তাধাৰাত কোনো যুক্তিহীনতা নাছিল। শিক্ষা দৰ্শনৰ এই যুক্তিপূৰ্ণ চিন্তাধাৰাক শিক্ষাধাৰাৰ নীতিত ৰূপ দিওঁতে ই পূৰ্ণাঙ্গ হৈ উঠিছিল আৰু সেইবাবে সেই শিক্ষাধাৰাৰ প্ৰগতিৰ পথ ৰুদ্ধ হৈ গৈছিল। দেশৰক্ষা আৰু ধৰ্ম্মৰক্ষাৰ পথেদি ইয়াৰ কোনো ভুল-ত্ৰুটী দেখা নগৈছিল কিন্তু ইয়াৰ গণ্ডী বা পৰিসৰ সঙ্কীৰ্ণ আছিল। সমগ্ৰ সমাজখনৰ প্ৰত্যেক ব্যক্তিয়ে যে শিক্ষাৰ সুফল ভোগ কৰিব লাগিব, নিজ নিজ প্ৰচেষ্টাত জীৱনধাৰা উন্নত কৰি লব লাগিব এনে কোনো ব্যৱস্থা সেই শিক্ষাধাৰাত নাছিল; কাৰণ ধৰ্ম্মমন্দিৰ বা গীৰ্জ্জা, পণ্ডিতসকলৰ যি আলোচনা সভা আৰু বীৰসকলৰ বীৰত্ব শিক্ষাৰ যি ব্যায়ামশালা এই তিনি প্ৰকাৰ স্থানতহে শিক্ষাদৰ্শনৰ চিন্তাধাৰা আবদ্ধ আছিল। জ্ঞান-বিজ্ঞানৰ চৰ্চ্চাও এই অনুষ্ঠানবিলাকৰ ভিতৰতে আবদ্ধ আছিল। আনকি এই চৰ্চ্চা গোপনীয়ভাৱেও চলি আছিল। এই পৰিস্থিতিত শিক্ষা দৰ্শনৰ

চিন্তাধাৰাই নতুন গতি ললে। এই নতুন চিন্তাধাৰাৰ ফল—হ'ল—নৱ-জাগৰণ। নৱ-জাগৰণৰ মূলদৰ্শন হ'ল ব্যক্তিবাদ (Individualism)। ব্যক্তিৰ শিক্ষা, ব্যক্তিৰ উন্নতি, প্ৰত্যেক মানুহে সংসাৰত সুখী জীৱন-যাপন কৰিব লাগিব। জীৱনন মাধুৰ্য্য উপলব্ধি কৰিব লাগিব আৰু বিশ্বত পৰিব্যাপ্ত হৈ থকা অসীম সৌন্দৰ্য্যৰাশি মনে-প্ৰাণে উপভোগ কৰিব পাৰিব লাগিব। এই চিন্তাধাৰা যেতিয়া সমাজত উদ্ভৱ হ'ল তেতিয়া মনুষ্যজীৱনৰ বাস্তৱ দৃষ্টিভঙ্গী আৰু সৌন্দৰ্য্যবোধৰ স্বাভাৱিক দৃষ্টিভঙ্গীৰে শিক্ষাদৰ্শন গঢ়ি উঠিল। পণ্ডিতসকলৰ দাৰ্শনিক তত্ত্ব আৰু পুৰোহিতসকলৰ ধৰ্ম্ম তত্ত্বই শিক্ষা ক্ষেত্ৰত কটকটীয়া শাসন ৰাখিব নোৱাৰিলে—শিথিল হৈ আহিল। ব্যক্তিয়ে জীৱনটো সুখেৰে আৰু আনন্দেৰে উপভোগ কৰিব পৰা যিখন কল্পিত সমাজ সেই সমাজৰ প্ৰবেশ দুৱাৰ হ'ল—আত্মোৎকৰ্ষ বা আত্মোন্নতি। তাৰ উপায় হ'ল—জীৱন ক্ষেত্ৰৰ সকলো প্ৰকাৰ কৰ্ত্তব্য বা উদ্যোগৰ প্ৰয়োজনীয়তা আৰু জীৱন-স্বাৰ্থৰ সংশ্লিষ্ট বিষয়বোৰৰ উপলব্ধি। ইয়াৰ ফলস্বৰূপে সাহিত্য আৰু কলাবিদ্যা চৰ্চ্চাৰ প্ৰয়োজনীয়তা অনুভূত হ'ল।

## গ্ৰীক্ আৰু লেটিন ভাষাত ৰচিত সাহিত্যৰ প্ৰভাৱ

এই প্ৰয়োজন অনুভৱৰ প্ৰথম প্ৰচেষ্টাত গ্ৰীক্ আৰু লেটিন ভাষাত ৰচিত হাতে লিখা পুথিবিলাকৰ অন্বেষণ আৰম্ভ হ'ল। এই অন্বেষণৰ ফলত আজি আমি বিখ্যাত পুৰণি লেখকসকলৰ গ্ৰন্থবোৰ পাইছোঁ। পুৰণি পুথি অন্বেষণৰ স্পৃহা ক্ৰমে ব্যাপক হৈ পৰিল আৰু ছপাশালৰ আৱিষ্কাৰৰ লগে লগে সমগ্ৰ বিশ্বত সেই গ্ৰন্থবোৰৰ প্ৰভাৱ বিস্তাৰিত হৈ পৰিল। নৱ-জাগৰণৰ মূল কাৰণ যদিও পুৰণি গ্ৰন্থ সংগ্ৰহ নহয়, তথাপি এই অন্বেষণে নৱজাগৰণ আন্দোলনৰ চিন্তাধাৰাত গভীৰ ৰেখাপাত কৰিছিল। এই গ্ৰন্থবিলাকৰ সহায়তে এই গ্ৰন্থবিলাকৰ ভিতৰত নিহিত থকা তথ্যবিলাকে জ্ঞান বিস্তাৰত সহায় কৰিছিল আৰু গ্ৰন্থত নিহিত থকা উদাৰ দৃষ্টিভঙ্গী আৰু অভিজ্ঞতালব্ধ দৰ্শন আৰু বিজ্ঞানে এই আন্দোলনৰ নেতৃসকলক শক্তিশালী কৰি তুলিছিল। এই গ্ৰন্থবিলাকৰ অধ্যয়নৰ পৰা সমাজৰ প্ৰত্যেক ব্যক্তিৰ অন্তৰত এটা নতুন প্ৰেৰণা, এটা নতুন উদ্দীপনা জাগি উঠিছিল। নিজ নিজ কল্পনাৰ আৰু অন্তৰৰ ক্ষুধাৰ উপযুক্ত আহাৰ এই অধ্যয়নৰ পৰা সকলোৱে আহৰণ কৰিছিল। একফালে যেনেকৈ সাহিত্যৰ মাধ্যমত সৌন্দৰ্য্য উপলব্ধি আৰু আবেগিক স্ফুৰণৰ উপভোগ ব্যাপক হৈ পৰিল, আনফালে তেনেকৈ সকলো প্ৰকাৰ কলাবিদ্যাৰ চৰ্চ্চাৰ প্ৰচেষ্টা সৰ্ব্বসাধাৰণৰ মাজত প্ৰচাৰিত হ'ল। এনে ধৰণৰ সামাজিক জাগৰণ আৰু কেতিয়াও হোৱা বুলি বুৰঞ্জীয়ে নকয়।

আবেগিক জীৱন (Emotional life) স্ফুৰণৰ পৰা যি আনন্দ পোৱা যায়

সেই আনন্দ উপভোগৰ বাবে পন্থা অন্বেষণৰ বাটত শিক্ষা দৰ্শনত আত্মান্বেষণৰ আৰু সামাজিক অন্তৰ্দৃষ্টিৰ ধাৰাৰ আবিৰ্ভাৱ হ'ল আৰু তাৰে ফলত কলাবিদ্যাৰ চৰ্চ্চা আৰু সাহিত্য সৃষ্টিৰ ভিত্তি গঢ়ি উঠিল। কাব্য, নাটক, সাধুকথা, গল্প আৰু উপন্যাসৰ সৃষ্টি হ'ব ধৰিলে। এই শ্ৰেণীৰ সাহিত্যৰ ভিতৰত সেই সময়ৰ জীৱন যাত্ৰাৰ চিত্ৰ অঙ্কিত হ'ব ধৰিলে আৰু ক্ৰমে বুৰঞ্জী আৰু সমাজবিজ্ঞানৰ গ্ৰন্থ ৰচিত হ'ব ধৰিলে। এই শ্ৰেণীৰ সাহিত্যৰ পৰা প্ৰথমতে ধৰ্ম্ম সম্বন্ধীয় বিষয়বোৰ বাদ দিয়া হৈছিল; কিন্তু ক্ৰমে ষোড়শ শতাব্দীত পুনৰায় সাহিত্যৰ চিন্তাধাৰাত ধৰ্ম্মবিজ্ঞানে স্থান পাব ধৰিলে। পাৰ্থক্য এয়ে হ'ল, যে সাহিত্যত ধৰ্ম্মৰ অনুপ্ৰৱেশ আগৰ দৰে পাণ্ডিত্যৰ ভিত্তিত নহৈ মানবীয়তাৰ ভিত্তিত হৈছিল। অৱশেষত গ্ৰীক্ সাহিত্যৰ প্ৰভাৱত নৱজাগৰণৰ সুঁতি বৰলৈ ধৰিলে। গ্ৰীক্ বিলাকৰ ধৰ্ম্মৰ ভিত্তিত প্ৰতিষ্ঠিত গ্ৰীক পদ্ধতিৰে নিয়মেৰে নৱজাগৰণ আন্দোলনৰ ছাত্ৰসকলে প্ৰাকৃতিক দৃশ্যবিলাক (natural phenomena) পৰ্য্যবেক্ষণ, নিৰীক্ষণ আৰু পৰীক্ষা কৰিবলৈ ধৰিলে। ভৌগোলিক আৱিষ্কাৰবিলাকৰ মূলতে এয়ে আছিল। এই পদ্ধতিৰ অনুসৰণ কৰি বিভিন্ন দেশ আৱিষ্কৃত হ'ল। জ্যোতিষ বিজ্ঞানবো বহুত তথ্য আৱিষ্কাৰ হ'ল। নৱজাগৰণৰ উত্তৰ কালছোৱাত শিক্ষাক্ষেত্ৰত এইবোৰ উন্নতি সাধিত হ'ল। নৱজাগৰণৰ যুগৰ শিক্ষাৰ এটা বৈশিষ্ট্য এই আছিল যে মধ্যযুগীয় শিক্ষানীতিকেই গ্ৰহণ কৰা হৈছিল, মাথোন বীৰত্ব শিক্ষা দিয়া পদ্ধতি সাধাৰণ শিক্ষা নীতিৰ পৰা বৰ্জ্জন কৰা হ'ল। চৰিত্ৰ গঠন কৰা শিক্ষা দিয়া আৰু সদ্ব্যৱহাৰ শিক্ষা দিয়া সাধাৰণ শিক্ষা নীতিৰ অন্তৰ্ভূক্ত আছিল। পুথিগত বিদ্যাশিক্ষাৰ পৰা গৃহস্থালি শিক্ষা যাতে বাদ নপৰে তালৈও দৃষ্টি দিয়া হৈছিল। গৃহস্থালি শিক্ষা বাদ পৰিলে প্ৰকৃত নাগৰিক সৃষ্টি নহ'ব এই ভয় আছিল। শিক্ষাই প্ৰকৃত বিচাৰ বুদ্ধি যাতে দিব পাৰে তাৰ বাবে নৈতিক শিক্ষাৰ ব্যৱস্থা কৰা হৈছিল। মধ্যযুগীয় শিক্ষা কেৱল ধৰ্ম্মসম্বন্ধীয় শিক্ষাতহে আবদ্ধ আছিল। নৱজাগৰণৰ যুগৰ শিক্ষাত সৌন্দৰ্য্যবোধ আৰু সৌন্দৰ্য্য উপভোগ পদ্ধতিও শিক্ষা দিয়া হৈছিল।

অতি সংক্ষেপতে কবলৈ হ'লে নৱজাগৰণৰ যুগটোৰ যি আন্দোলন সেই আন্দোলন আছিল ব্যক্তিবাদৰ আন্দোলন। ইয়াৰ আগতে (মধ্যযুগত) ধৰ্ম্মানুষ্ঠানবিলাকে, ৰাজ্যৰ শাসকমণ্ডলীয়ে আৰু সামাজিক অনুষ্ঠানবোৰে মানুহৰ বৌদ্ধিক আৰু শিক্ষা সম্বন্ধীয় জীৱন যাত্ৰা অনুশাসন কৰিছিল। নৱজাগৰণ যুগৰ শিক্ষাই তাক সম্পূৰ্ণ ভাবে পৰিহাৰ কৰিব খুজিছিল। ব্যক্তিৰ উন্নতি সাধনৰ দ্বাৰা জ্ঞানোপাৰ্জ্জনৰ বাটেদি মধ্যযুগীয়া অবিচাৰ ধ্বংস কৰিবলৈ চেষ্টিত হৈছিল। এই যুগৰ শিক্ষাৰ প্ৰধান বাহন আছিল ভাষা আৰু সাহিত্য।

# সাৰ্ব্বজনীন আৰু প্ৰাথমিক শিক্ষাৰ আৰম্ভণি

ইয়াৰ পাছত ষোড়শ শতাব্দিৰ ভিতৰতে আহিল সংস্কাৰৰ যুগ। নৱজাগৰণ যুগৰ শিক্ষা পদ্ধতিয়ে ব্যক্তিবাদৰ লক্ষ্যৰ ভিত্তিত আত্মকেন্দ্ৰিকতা সৃষ্টি কৰিলে। সমাজ কল্যাণৰ উমৈহতীয়া লক্ষ্যৰ পৰা ভ্ৰষ্ট হৈ পৰিল। সংস্কাৰ যুগত (Reformation) শিক্ষা পদ্ধতিয়ে নানা পৰিবৰ্ত্তনৰ মাজেদি গতি কৰিলে; কিন্তু নৱজাগৰণৰ যুগৰ বিবেক সম্মত যুক্তি আৰু নীতিবোৰ চলি থাকিল। তাৰ প্ৰধান কাৰণ হৈছে—যে অতীতক পাহৰি মানুহে বৰ্ত্তমানক বুজিব নোৱাৰে আৰু ভৱিষ্যৎ গঢ়িব নোৱাৰে। সংৰক্ষণশীল দলে অতীত আদৰ্শৰ ভিত্তিত যেনেকৈ সমস্ত সমাজখনকে একে সাঁচতে গঢ়িব খোজে, চৰম পন্থী দলে তেনেকৈ নতুন গঢ় দিবলৈ যাওঁতে অতীতক পাহৰি যাব নোৱাৰে। অতীতৰ মোহত মুগ্ধ নহব পাৰে, কিন্তু অতীতৰ প্ৰভাৱৰ পৰা আঁতৰি যাবও নোৱাৰে। অতীতৰ বিৰুদ্ধে ঘৃণাত্মক আৰু ধ্বংসাত্মক অভিযান প্ৰবৰ্ত্তন কৰিব পাৰে, কিন্তু সেই ঘৃণামূলক আৰু ধ্বংসমূলক অভিযানেই অভিযাত্ৰীসকলক অতীতৰ প্ৰভাৱতহে নিক্ষেপ কৰে। ৰুছোৱে কৈছিল যে "এতিয়ালৈকে শিক্ষাদানৰ ক্ষেত্ৰত যি কৰা হৈছে, ঠিক তাৰ ওলোটাটো কৰিলেহে ঠিক বাটেদি যোৱা হব।" অতীত শিক্ষাৰ প্ৰতি এই অস্বীকাৰোক্তিয়ে অতীতৰ লগত বৰ্ত্তমানৰ সম্বন্ধ ছিঙি নেপেলাই নিয়মিত কৰিহে তুলিলে আৰু ভৱিষ্যতৰ পথ পৰিষ্কাৰ কৰি ইয়াকেহে শিক্ষা দিলে—যে যিটো স্বাভাৱিক তাকেহে কৰা। সংস্কাৰ যুগতো ধৰ্ম্মীয় নীতিসমূহৰ লগত সংশ্লিষ্ট হৈ পৰিবৰ্ত্তনৰ গতি চলি থাকিল। ক্ৰমে যুক্তিবাদৰ ভিত্তিত গঠিত শিক্ষা পদ্ধতিত গতিহীন ক্ৰমিকতাই (Formalism) দেখা দিলে। শিক্ষা পদ্ধতিৰ পৰা উদাৰ বিচাৰ বুদ্ধি আঁতৰি যাব ধৰিলে। ত্ৰয়োদশ শতাব্দীৰ ধৰ্ম্মীয় অনুষ্ঠানৰ মাজদি চলি থকা শিক্ষা পদ্ধতিৰ ধাৰাতে পৰিণত হবৰ উপক্ৰম হ'ল। যদিও ষোড়শ শতাব্দীৰ সংস্কাৰযুগত নৱজাগৰণৰ শিক্ষাধাৰাৰ সুঁতি বৈ আছিল তথাপিটো শিক্ষাৰ ক্ৰম মধ্যযুগীয় শিক্ষাৰ দৰে হৈ পৰিছিল। জ্ঞান বিজ্ঞানৰ চৰ্চ্চাৰ গতিত ভাটা পৰিবলৈ ধৰিলে। এই অৱস্থাত সংস্কাৰবাদীসকলে মানৱ মনৰ গুণ, ধৰ্ম্ম ইত্যাদি চৰ্চ্চাৰ শিক্ষা-পদ্ধতি গ্ৰহণ কৰিলে আৰু ভাষা শিক্ষাৰ লগত ধৰ্ম্মীয় শাস্ত্ৰ শিক্ষাৰ ব্যৱস্থা কৰিলে। পাঠ্যক্ৰমত ধৰ্ম্ম শিক্ষাৰ স্থান প্ৰধান হৈ পৰিল। ৰাজনৈতিক ক্ষেত্ৰত ধৰ্ম্ম-যুদ্ধ সংঘঠনে এনেবোৰ পৰিবৰ্ত্তন আনি দিছিল। ধৰ্ম্ম শাস্ত্ৰবিলাক পাঠ্যপুথি হিচাবে গ্ৰহণ কৰা হৈছিল। এই যুগত বহুসংখ্যক সংস্কাৰবাদী শিক্ষাবিদ্ দাৰ্শনিক পণ্ডিতৰ উদ্ভৱ হ'ল। জন্ ক্যালভিন্ (John Calvin-1500-1564), মাৰ্টিন লুথাৰ (Marthin Luther-1483-1546) যুগৰেই দাৰ্শনিক শিক্ষাবিদ্ পণ্ডিত আছিল। মাৰ্টিন লুথাৰে ৰাজকীয় শাসনৰ

সহায়ত চাৰ্চ্চৰ (Church ৰ) আধিপত্যৰ পৰা শিক্ষানুষ্ঠানবিলাক মুক্ত কৰাত সমৰ্থ হৈছিল আৰু শিক্ষাৰ সা-সুবিধা সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত বিস্তাৰ কৰাত সক্ষম হৈছিল।

মাৰ্টিন লুথাৰে দেশৰ প্ৰত্যেকটো পৰিয়ালকে শিক্ষানুষ্ঠান হিচাবে গণ্য কৰিছিল। মাৰ্টিনৰ শিক্ষানীতি সৰ্ব্বসাধাৰণৰ ৰাইজৰ বাবে প্ৰযুক্ত হৈছিল। ধনী-দৰিদ্ৰ, অভিজাত সম্প্ৰদায় আৰু সাধাৰণলোকৰ সকলো ল'ৰা-ছোৱালীৰ কাৰণে শিক্ষানুষ্ঠানবিলাক মুকলি কৰিছিল। আন কথাত স্কুলত আৰু পৰিয়ালৰ ঘৰবিলাকত সকলো ক্ষেত্ৰতে শিক্ষানীতি প্ৰবেশ কৰিছিল। ঘৰবিলাক স্কুলবিলাকতকৈ কোনোগুণে অপ্ৰধান বা নিকৃষ্ট স্থান বুলি ভবা নহৈছিল— শিক্ষাদানৰ ক্ষেত্ৰত। মাৰ্টিন লুথাৰৰ মতে শিক্ষানীতি বা শিক্ষাৰ পৰিসৰ শিক্ষানুষ্ঠান বা স্কুলবিলাকত থকা পৰিসৰতকৈ বেছি ব্যাপক আৰু বহল হব লাগে। লুথাৰে স্পস্টকৈ দেখিবলৈ পাইছিল শিক্ষা সংস্কাৰৰ ক্ষেত্ৰত সাৰ্ব্বজনীন শিক্ষাৰ স্থান প্ৰধান আৰু সেই কথা তেওঁ শিক্ষানীতিত বা সৰ্ব্বত্ৰ প্ৰচাৰ কৰিছিল। অৱশেষত ৰাষ্ট্ৰীয় শাসনে প্ৰত্যেক ঘৰৰ ল'ৰা-ছোৱালীক স্কুলত উপস্থিত থকাটো বাধ্যতামূলক কৰি দিলে। ই এটা মহৎ প্ৰগতি। এই প্ৰগতিৰ ফল এয়ে হ'ল যে শিক্ষা ৰাষ্ট্ৰীয় সাহায্যতে পৰিচালিত আৰু নিয়ন্ত্ৰিত হৈছিল। দেশ ৰক্ষাৰ কাৰণে যেনেকৈ ৰাইজে সৈনিক যোগোৱা বাধ্যতামূলক আছিল, ল'ৰা-ছোৱালীক স্কুললৈ পঠোৱাটোও বাধ্যতামূলক কৰা হ'ল।

## শিক্ষানুষ্ঠানৰ শিক্ষা আৰু ঘৰৰ শিক্ষাৰ সমন্বয়

লুথাৰৰ মতে পুথিগত বিদ্যা শিক্ষাৰ দ্বাৰা স্কুলত ২০/৩০ বছৰ কটোৱাৰ কোনো অৰ্থ নাই। তাৰ দ্বাৰা প্ৰকৃত শিক্ষা নহয়—ল'ৰা-ছোৱালীয়ে একো কাৰ্য্যকৰী শিক্ষা নাপায়। ল'ৰা-ছোৱালীক স্কুললৈ ২/১ ঘণ্টাৰ বাবেহে পঠাব লাগে। আৰু বাকী খিনি সময়ত ঘৰত কোনো শিল্প বিদ্যা শিকাব লাগে। পুথিগত বিদ্যা শিক্ষা আৰু হস্ত-শিল্প শিক্ষা সমানে সমানে চলিব লাগিব।

মধ্যযুগত শিক্ষা ধৰ্ম্ম, ঈশ্বৰ, স্বৰ্গ আৰু নৰকক কেন্দ্ৰ কৰি চলি আছিল। বাস্তব আৰু সাংসাৰিক জীৱনতো যে শিক্ষাৰ প্ৰয়োজন আছে—সেই কথাও মাৰ্টিন লুথাৰে দাঙি ধৰিলে। গ্ৰীক্ আৰু ৰোমানবিলাকৰ ঐতিহাসিক ঘটনাৱলীৰ নজিৰ দেখুৱাই মাৰ্টিন লুথাৰে প্ৰচাৰ কৰিলে যে সাংসাৰিক জীৱনতো মানুহৰ শিক্ষাৰ প্ৰয়োজন আছে। শিক্ষিত নৰ-নাৰীৰ আৱশ্যক আছে। পুৰুষে উপযুক্তভাৱে দেশ শাসন কৰিব আৰু তিৰোতাই ঘৰ চলাব, ল'ৰা-ছোৱালীৰ তত্বাৱধান লব আৰু গৃহস্থালিৰ কাজ-কৰ্ম্মৰ প্ৰতি দৃষ্টি দিব।

লুথাৰৰ এই পৰিকল্পনা পৰৱৰ্ত্তী শিক্ষাবিদসকলে কাৰ্য্যকৰী কৰি তুলিছিল। সংস্কাৰবাদীসকল আছিল প্ৰটেষ্টেণ্ট ধৰ্ম্মৰ লোক। শাস্ত্ৰীয় শিক্ষাৰ ভিত্তিত

সাৰ্ব্বজনীন শিক্ষাৰ গঢ় দিছিল এওঁলোকে; কিন্তু মাৰ্টিন লুথাৰৰ শিক্ষা দৰ্শনৰ মতবোৰ আছিল বেছি উদাৰপন্থী। মিলাক্‌থনে (Melachthon এ) মাৰ্টিন লুথাৰৰ মতবিলাক বেছি কাৰ্য্যকৰী তুলিছিল। শিক্ষক-প্ৰশিক্ষণ, পাঠ্য-পুথি ৰচনা, শিক্ষানুষ্ঠান পতা ইত্যাদি কাম এওঁ আৰম্ভ কৰিলে। সংস্কাৰ যুগতে আমি সাৰ্ব্বজনীন আৰু প্ৰাথমিক শিক্ষাৰ আৰম্ভণি দেখিবলৈ পাওঁ।

## বাস্তৱবাদ (Realism)

প্ৰকৃতি অধ্যয়নৰ আৱশ্যকতা পঞ্চদশ আৰু ষোড়শ শতাব্দীৰ নৱজাগৰণৰ যুগতে অনুভৱ কৰা হৈছে। সপ্তদশ শতাব্দীত প্ৰকৃতি অধ্যয়নৰ ভিত্তিত দাৰ্শনিক আৰু বৈজ্ঞানিক মত গঢ়ি উঠিবলৈ ধৰিলে। আধুনিক বিজ্ঞান আৰু দৰ্শনৰ ভিত্তি এই সময়তে স্থাপন হ'ল। এই সময়তে শিক্ষাৰ ধাৰা দুটি সুঁতিত ববলৈ ধৰিলে। এটা হ'ল মানৱ জাতিৰ গুণ, ধৰ্ম্ম ইত্যাদি শিক্ষা কৰাৰ সুঁতি। ইয়াৰ ফলত পুৰণি গ্ৰীক্ আৰু লেটিন লেখকসকলৰ প্ৰস্তুত থকা বিষয়বস্তুৰ অধ্যয়নৰ ব্যৱস্থা হ'ল। ইয়াকেই মানবীয় বাস্তৱবাদ (Humanistic realism) বোলা হ'ল। আনটো আছিল সমাজ-বাস্তৱবাদ (Socialistic realism)। ই আছিল মানুহৰ দৈনন্দিন জীৱন যাপনৰ বাবে কৰিব লগীয়া কৰ্ত্তব্য-কৰণৰ শিক্ষা আৰু জীৱন-যাপনৰ ক্ষেত্ৰত আনন্দ-উপভোগৰ উপকৰণ-সংগ্ৰহৰ শিক্ষা। সমাজ বাস্তৱবাদৰ শিক্ষাধাৰৰ সুঁতিত ভ্ৰমণ আৰু সংসাৰৰ অভিজ্ঞতাৰ ওপৰত শিক্ষা দিয়াত বেছি গুৰুত্ব দিয়াৰ প্ৰবাহ অপেক্ষাকৃত ভাৱে ক্ষীণতৰ হ'ল।

পঞ্চদশ শতাব্দীত শিক্ষা দৰ্শনৰ মূলনীতি আছিল ব্যক্তিৰ আৰু সংস্কৃতিৰ উন্নয়নমূলক নীতি। সেইবাবে শিক্ষাৰ ধাৰাই সাহিত্য চৰ্চ্চা আৰু সৌন্দৰ্য্যবোধ চৰ্চ্চাৰ পিনে গতি কৰিলে। ষোড়শ শতাব্দীত শিক্ষাদৰ্শনৰ মূলনীতি হ'ল নৈতিকতামূলক আৰু সংস্কাৰমূলক। সেই বাবে শিক্ষা প্ৰধানতঃ ধৰ্ম্মমূলক আৰু সমাজ-চৰ্চ্চামূলক হ'ল। কিন্তু সপ্তদশ শতাব্দীৰ ব্যক্তিবাদ সৰ্ব্বসাধাৰণৰ কল্যাণমূলক হৈ সাৰ্ব্বজনীন ৰূপত পৰিণত হ'ল। নৈতিকতামূলক, সামাজিকতামূলক আৰু ধৰ্ম্মমূলক চৰ্চ্চা ৰূপ সলাই দাৰ্শনিক আৰু বৈজ্ঞানিক সমস্যামূলক চৰ্চ্চাত পৰিণত হ'ল। ব্যক্তিৰ উন্নতিমূলক চৰ্চ্চা সমাজৰ উন্নতিমূলক চৰ্চ্চাত পৰিণত হ'ল। আধুনিক বিজ্ঞান আৰু দৰ্শনৰ চৰ্চ্চাৰ আৰম্ভণি ইয়াতেই হ'ল। এই মতবাদৰ গতিয়ে বুদ্ধি বিকাশৰ (Sense realism) চৰ্চ্চাত প্ৰবাহিত হ'ল। এই মতবাদ প্ৰথমতে বেকনে (Bacon) প্ৰবৰ্ত্তন কৰে আৰু কমিউনিছে (Comeneues) ইয়াৰ প্ৰকৃত ৰূপ দিয়ে। আধুনিক শৃঙ্খলাবদ্ধ আৰু প্ৰণালীবদ্ধ শিক্ষা-পদ্ধতিৰ আৰম্ভণি এই সময়তে হয়।

# প্ৰকৃতি অধ্যয়নৰ পৰা আৰোহী শিক্ষা প্ৰণালীৰ উদ্ভৱ

## (Inductive method)

সপ্তদশ শতিকাত শিক্ষাৰ উদ্দেশ্য আৰু শিক্ষাধাৰাৰ গতিয়ে মোৰ সলালে। ফ্ৰান্সিছ্ বেকনৰ (Francis Bacon 1561-1626) শিক্ষা দৰ্শন এই বিষয়ে বিশেষ উল্লেখযোগ্য। এই সময়ত শিক্ষাৰ উদ্দেশ্য কি সেই বিষয়ে বিভিন্ন শিক্ষাবিদ্ আৰু দাৰ্শনিক পণ্ডিতে মত প্ৰকাশ কৰে যে ইন্দ্ৰিয়বোৰৰ সক্ৰিয় অনুশীলনৰ দ্বাৰা মানুহৰ বোধশক্তি বাঢ়ে আৰু মানুহে জ্ঞান আহৰণ কৰে। সেই কাৰণে কেৱল স্মৃতিশক্তিৰ অনুশীলনৰ ওপৰত নিৰ্ভৰ নকৰি ইন্দ্ৰিয়বোধ বা বুদ্ধি-বৃত্তিৰ বিকাশ সাধনৰ দ্বাৰা প্ৰকৃত জ্ঞান আহৰণৰ অৰ্থে দিয়া প্ৰশিক্ষণেই শিক্ষাৰ উদ্দেশ্য হ'ব লাগে। এই শিক্ষাদৰ্শনৰ উদ্ভৱ হয় প্ৰাকৃতিক জগতত নতুন নতুন আৱিষ্কাৰৰ ভিত্তিত। ইমান দিনে স্বাভাৱিক অনুভূতিৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষাৰ ধাৰা নিৰ্ণয় কৰা হৈছিল। এই সময়তে পোনপ্ৰথমে শিক্ষাদৰ্শনৰ সাধাৰণ মতবাদ স্থিৰ কৰা হয় যে যুক্তিবাদৰ ভিত্তিত প্ৰতিষ্ঠিত বিচাৰ-বুদ্ধি বিকাশৰ ওপৰত হে শিক্ষাৰ ধাৰা নিৰ্ণীত হ'ব লাগে। এই মতবাদৰ প্ৰধান কাৰণ হ'ল যে প্ৰকৃতিৰ বিভিন্ন দৃশ্যাৱলীয়ে জ্ঞান আৰু সত্য উপলব্ধিৰ প্ৰধান উপায়। যি হেতুকে শিক্ষাও স্বাভাৱিক আৰু কৃত্ৰিমতাহীন পন্থা মাথোন, সেই বাবে জ্ঞান আৰু সত্য উপলব্ধিৰ কাৰণে প্ৰকৃতি অধ্যয়ন আৱশ্যক; কাৰণ প্ৰকৃতি-অধ্যয়নৰ পৰা শিক্ষাৰ প্ৰধান প্ৰধান নীতি-নিয়মবোৰ পোৱা যাব। এই মতবাদৰ পৰা শিক্ষাৰ ধাৰা দুটি স্পষ্ট সুঁতিত গতি কৰিলে। প্ৰথমটো হ'ল যে শিক্ষা বিজ্ঞান বা শিক্ষাদৰ্শনৰ মূল সূত্ৰবোৰ বিজ্ঞানসম্মত অনুসন্ধান বা চিন্তাধাৰাৰ দ্বাৰা নিৰ্ণয় কৰিব লাগিব। কেৱল অনুমান-অনুভূতিৰ ওপৰত নিৰ্ভৰ কৰিলে নচলিব। এই শিক্ষাবিদ্‌সকলৰ বিশ্বাস আছিল যে যিবোৰ নীতি-নিয়মৰ ওপৰত শিক্ষাদৰ্শন প্ৰতিষ্ঠিত হ'ব লাগে, সেই নীতি-নিয়মবোৰ প্ৰকৃতিৰ পৰা বৈজ্ঞানিক দৃষ্টিভংগীৰে অধ্যয়ন কৰি আৱিষ্কাৰ কৰিব পাৰি। এই শিক্ষাবিদ্‌সকলৰ কিন্তু শিশুৰ মনস্তাত্ত্বিক বিষয়ে কোনো ধাৰণা নাছিল। কেৱল মাথোন এইটো বুজিছিল যে শিশুৱে জ্ঞানলাভৰ পথত কোনো এটা বস্তু বা বিষয়ৰ ধাৰণা আগেয়ে পাব লাগিব। বস্তুটোৰ নাম জনাৰ আগেয়ে বস্তুটো কি, তাৰ গুণ কি বা তাৰ প্ৰয়োজনীয়তা কি, তাক বুজি পাব লাগিব। বস্তুৰ পৰাহে নামটো জানিব। বস্তুবিষয়ক জ্ঞান হোৱাৰ পাছত হে ভাষা বা শব্দ শিক্ষা কৰিব। মাতৃভাষাৰ

ভৱিষ্যতে শিক্ষা লাভৰ এয়েই আৰম্ভণি। দ্বিতীয় সুঁতিটো হ'ল যে স্কুলৰ পাঠ্যক্ৰমত গ্ৰীক্ আৰু লাটিন্ ভাষা আৰু সাহিত্য শিক্ষাৰ পৰিবৰ্ত্তে প্ৰাকৃতিক বিজ্ঞান আৰু সম-সাময়িক জীৱনধাৰাৰ বিষয়বস্তু আহৰণ কৰি পাঠ্যক্ৰমত সুমাই দিব লাগিব। প্ৰথমটো সুঁতিৰ প্ৰবাহৰ পৰা শিক্ষা বিষয়ক মনো-বিজ্ঞানৰ আৰম্ভ হ'ল আৰু দ্বিতীয় সুঁতিৰ প্ৰবাহৰ পৰা আৰম্ভ হ'ল সমগ্ৰ মানৱ জাতিৰ জ্ঞানবৃদ্ধি কেনেকৈ হ'ব পাৰে তাৰেই শিক্ষাতত্ত্ব উদ্ভাৱনৰ প্ৰচেষ্টা। এই দুই সুঁতিৰ প্ৰবাহৰ সংমিশ্ৰণৰ ফলত শিক্ষা প্ৰণালীৰ পৰিবৰ্ত্তন ঘটিল। পাঠ্যক্ৰমত নতুন বিষয়বস্তু অন্তৰ্ভুক্ত কৰা হ'বে আৰু শিক্ষাৰ উদ্দেশ্য নতুন ধৰণৰ হোৱা কাৰণে তাৰ উপযোগী আৰোহী শিক্ষা প্ৰণালী (Inductive method) নিৰূপিত হ'ল। ফ্ৰান্সিছ্ বেকনৰ কৃতিত্ব আৰু মহত্ব এইখিনিতে। বেকনৰ পাছত সকলোবিলাকে শিক্ষাবিদে এই আৰোহী শিক্ষাপ্ৰণালীৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিলে। শিক্ষা ক্ষেত্ৰত এই আৰোহী-শিক্ষা প্ৰণালী সাধাৰণ পদ্ধতিত পৰিণত হ'ল। শিক্ষাবিদ্‌সকলে প্ৰতিপন্ন কৰিলে যে এই পদ্ধতিৰ দ্বাৰা সকলো শিক্ষা দিব পাৰি।

খৃষ্টীয় ষোড়শ আৰু সপ্তদশ শতাব্দীত হোৱা সামাজিক পৰিবৰ্ত্তনে দেখা দিলে সেই পৰিবৰ্ত্তনবোৰে শিক্ষাক সঙ্কীৰ্ণ গণ্ডীৰ পৰা উদ্ধাৰ কৰিলে। মানুহৰ স্বভাৱ, গুণ, ধৰ্ম্ম আদি মাথোন অধ্যয়ন কৰা সঙ্কীৰ্ণ গণ্ডীৰ মাজত শিক্ষাৰ ধাৰা আৱদ্ধ হৈ নাথাকিল। ধৰ্ম্মীয় আচাৰবোৰ সংস্কাৰ কৰি শিক্ষাৰ ধাৰা নিৰ্দ্ধাৰণ কৰাত শিক্ষাবিদ্‌সকল নিৰাশ হ'ল। গ্ৰীক্ আৰু লাটিন্ ভাষাত লিখিত পুৰণি গ্ৰন্থসমূহৰ অধ্যয়নৰ পৰাও শিক্ষাৰ ধাৰা নিৰ্ণয় কৰাত নৈৰাশ্যই দেখা দিলে। সমগ্ৰ মানৱ জাতিৰ কল্যাণ সাধনৰ উদ্দেশ্য লক্ষ্য কৰি চিন্তাশীল লেখকসকলে নতুন নতুন বৈজ্ঞানিক আৱিষ্কাৰ সমূহৰ ওপৰত হে প্ৰাধান্য দিলে। শিক্ষাদানৰ এইপ্ৰকাৰ নতুন পদ্ধতিৰ ওপৰত বেছি গুৰুত্ব দিলে। মানুহৰ সাধাৰণ জীৱনধাৰাৰ পদ্ধতিৰ পৰা আৰু প্ৰাকৃতিক দৃশ্যাৱলীৰ অধ্যয়নৰ পৰা যি জ্ঞান লাভ হ'ব পাৰে, সেই জ্ঞান সমাজৰ অল্পসংখ্যাক মানুহৰ ভিতৰত আৱদ্ধ নাৰাখি সৰ্ব্ব-সাধাৰণ লোকৰ মাজত বিস্তাৰ কৰাত হে মানৱজাতিৰ কল্যাণ সাধিত হ'ব, ব্যক্তিৰ আৰু সমাজৰ উৎকৰ্ষ সাধিত হ'ব আৰু মানুহৰ চিন্তা আৰু কৰ্ম্মশক্তি বৰ্দ্ধিত হ'ব। এই পদ্ধতি (আৰোহী প্ৰণালীত) জ্ঞান আহৰণ কৰা সহজ হৈ উঠিব আৰু মাতৃভাষাৰ জৰিয়তে সকলো বিষয়ে শিক্ষা দিব পৰা যাব আৰু তাৰ দ্বাৰা মানুহে নতুন নতুন আৱিষ্কাৰৰ পথত আগবাঢ়ি নিজ নিজ উন্নতি সাধন কৰিব পাৰিব। এই নতুন পদ্ধতিৰে শিক্ষাধাৰাৰ বাটেদি সেই সময়ৰ শিক্ষাবিদ্‌সকলে সাহিত্য ৰচনা কৰিব ধৰিলে; কিন্তু শিক্ষানুষ্ঠানবিলাকত শিক্ষাৰ এই নতুন আদৰ্শ আৰু নতুন পদ্ধতি প্ৰৱেশৰ গতি মন্থৰ হৈছিল কাৰণে ইয়াৰ প্ৰভাৱ শিক্ষানুষ্ঠানবিলাকত বেছি নপৰিল।

# নিয়মতান্ত্ৰিক শিক্ষা পদ্ধতি
## (Disciplinary Conception of Education)

ইয়াৰ পাছত নিয়মতান্ত্ৰিক শিক্ষাপদ্ধতি আবিষ্কৃত হ'ল। জন্‌লক্ (John Lock-1632-1703) আছিল এই চিন্তাধাৰাৰ প্ৰধান শিক্ষাবিদ্। জন্‌লকৰ শিক্ষাদৰ্শনৰ প্ৰথম তত্ত্ব হ'ল—সত্যৰ প্ৰতি ঐকান্তিক শ্ৰদ্ধা। মনুষ্য জীৱনৰ প্ৰত্যেক কৰ্ম্মৰ মাজত বিচাৰ-বুদ্ধিৰ দ্বাৰা সত্য নিৰূপণ আৰু সত্য উপলব্ধি কৰিব পৰাটোৱেই শিক্ষাৰ উদ্দেশ্য। গতিকে বিচাৰ-বুদ্ধি (Reason) সম্যক্‌ভাবে অনুশীলন কৰি যদি মানুহৰ মনক প্ৰশিক্ষণ দিব পাৰি, বা শিক্ষিত কৰি তুলিব পাৰি, তেতিয়াহে সত্যক উপলব্ধি কৰিব পাৰি। তাৰ বাবে লাগে কঠোৰ নিয়মানুবৰ্ত্তিতা, শৃঙ্খলাবদ্ধ শিক্ষা প্ৰণালী। বেকনৰ শিক্ষা দৰ্শনক জন্‌লকে নিয়মানুবৰ্ত্তিতাৰ মাধ্যমত ৰূপ দিলে। বেকনে কৈছিল—প্ৰকৃতিসম্বন্ধীয় জ্ঞান সমস্ত শক্তিৰ আধাৰ। মানুহে ইন্দ্ৰিয় পৰিচালনাৰ দ্বাৰা বিচাৰ-বুদ্ধিৰ সহায়ত প্ৰকৃতি অধ্যয়ন কৰিবলৈ সক্ষম হয়। নিৰীক্ষণ, পৰ্য্যবেক্ষণ আৰু পৰীক্ষণৰ দ্বাৰা মানুহে প্ৰকৃতি অধ্যয়ন কৰি জ্ঞান লাভ কৰিব পাৰে। শিক্ষাদৰ্শনৰ এই মতবাদক জন্‌লকে নিয়মাধীন কৰি তুলিলে। কঠোৰ নিয়ম আৰু পদ্ধতিৰ মাজেদি প্ৰকৃতি অধ্যয়ন কৰিব লাগিব। নিৰীক্ষণ, পৰ্য্যবেক্ষণ আৰু পৰীক্ষণ কাৰ্য্যত বিধিবদ্ধ নিয়ম থাকিব লাগিব। ইন্দ্ৰিয়াদিৰ সহায়ত বিচাৰ-বুদ্ধিৰ দ্বাৰা প্ৰকৃতি অধ্যয়ন কৰি জ্ঞান আহৰণ কৰিব পাৰি—এয়ে হ'ল শিক্ষাদৰ্শন আৰু জ্ঞান আহৰণৰ বিচাৰ-বুদ্ধিক নিয়মিত কৰিবলৈ আৰু মানসিক শক্তিসমূহক উন্মেষিত কৰিবলৈ কিছুমান নীতি-নিয়ম মানি চলিব লাগিব।—এয়ে হ'ল শিক্ষা- প্ৰণালী। মানসিক গুণ আৰু শক্তিসমূহক বাহ্যিক নীতি-নিয়মৰ দ্বাৰা গঢ় দিব পাৰি—এই প্ৰকাৰ নীতি-নিয়ম পালন কৰা অভ্যাস গঠনৰ পৰা। জন্‌লকৰ মতে শিক্ষাদৰ্শনৰ মূলতত্ত্ব তিনিটা—শাৰীৰিক, নৈতিক আৰু বৌদ্ধিক বিকাশৰ তত্ত্ব। শৰীৰ হৈছে প্ৰদান উপাদান বা বুনিয়াদ। দ্বিতীয়তে হৈছে নৈতিক উৎকৰ্ষ সাধন, তৃতীয়তে হৈছে জ্ঞান লাভ আৰু শিক্ষা। গুৰুত্ব অনুসাৰে ইয়াৰ শিক্ষাদানৰ ক্ৰম নিৰ্দ্ধাৰণ কৰিব লাগিব।

শৃঙ্খলাবদ্ধ আৰু প্ৰণালীবদ্ধ শিক্ষা পদ্ধতিৰ সাৰ কথা হৈছে যে শিকিবলগীয়া বিষয়বস্তুতকৈ বিষয়বস্তু শিক্ষা কৰাৰ প্ৰণালীৰ জ্ঞান হে শিক্ষাৰ মান নিৰ্ণয়ৰ মাপকাঠি আৰু অত্যাৱশ্যকীয় গুৰুত্বপূৰ্ণ কথা; শিক্ষা পদ্ধতিৰ শুদ্ধ প্ৰণালীৰ দ্বাৰা মানুহৰ মানসিক শক্তিৰ বিকাশ সাধন হব পাৰে। মানুহৰ মন দুটা বিশেষ গুণৰ দ্বাৰা গঠিত বুলি ধৰি লোৱা হৈছিল। সেই দুটা হৈছে স্মৃতিশক্তি আৰু বিবেচনা শক্তি। প্ৰকৃততে জন্‌লক এই মতবাদৰ প্ৰবৰ্ত্তক আছিল। সেই

বাবে তেওঁ কৈছিল যে শিক্ষা-পদ্ধতি জ্ঞান আহৰণৰ এটা শুদ্ধ প্ৰণালী মাথোন। সত্যান্বেষণৰ স্পৃহাই হৈছে মানসিক উৎকৰ্ষতা সাধনৰ লক্ষ্য। সত্য উপলব্ধিৰ বাবে আৰু জীৱনৰ প্ৰত্যেক কৰ্ম্ম সু-সম্পাদনৰ বাবে একমাত্ৰ পথ হৈছে যুক্তিসম্মত বিবেচনা। এই লক্ষ্য আগত ৰাখি যদি মনটোক নিয়মিত কৰি পৰিচালিত কৰিব পাৰি, তেন্তে উপলব্ধি কৰা সম্ভৱ হয়। কঠোৰ সংযমৰ ওপৰত হে এনে শিক্ষা নিৰ্ভৰ কৰে। এই মতবাদৰ প্ৰভাৱ শিক্ষা জগতত আজিও তিষ্ঠি আছে।

পূৰ্ব্বে উল্লেখ কৰা হৈছে যে শিক্ষাদৰ্শনৰ মূলতত্ত্ব—তিনিটা। সেই তিনিটা হৈছে—শাৰীৰিক, নৈতিক আৰু বৌদ্ধিক বিকাশৰ তত্ত্ব।

## শাৰীৰিক বিকাশৰ তত্ত্ব

সুস্থ শৰীৰত হে সুস্থ মনৰ বসতি হয়। শৰীৰ চৰ্চাৰ ক্ষেত্ৰত মানুহক সাধৰণ আৰু পৰিমিত পিন্ধা কাপোৰ লাগে। শোৱা বিছনা নৰম হব নালাগে। —টান হব লাগে। মুক্তবায়ু লাগে আৰু লাগে সাধাৰণ খাদ্য। কঠোৰ সংযম বা নিয়মানুবৰ্ত্তিতা অৰ্জ্জনৰ মূল নীতি ইয়াতে সীমিত হৈ থাকিব লাগে; কাৰণ, বলৱান আৰু স্বাস্থ্যৱান শৰীৰে অতি সহজে দুখ-কষ্ট সহিব পাৰে।

## মানসিক বিকাশৰ তত্ত্ব

সুস্থ আৰু সবল মনে নৈতিক উৎকৰ্ষ আৰু জ্ঞানৰ মূলতত্ত্ব গ্ৰহণ কৰিব পাৰে। মানুহে নিজৰ মনতে উদয় হোৱা কামনা-বাসনাবোৰৰ হাত সাৰিব পাৰে, যদি সুস্থ আৰু সবল মনৰ অধিকাৰী হয়। আমি যদি আমাৰ কামনা-বাসনাবোৰৰ পৰা নিজক মুক্ত কৰিব পাৰোঁ নাইবা সুখভোগ বা কামনাপৰিতৃপ্তি ত্যাগ কৰিব পাৰো, তেতিয়া আমি বিচাৰ-বুদ্ধিৰ উৎকৰ্ষ সাধন কৰিব পাৰো। সেয়ে জ্ঞান উপাৰ্জ্জনৰ পন্থা হয়। সেইবাবে ল'ৰা-ছোৱালীক সৰুৰে পৰা আনকি কোলাত থকাৰেপৰা যাতে সিহঁতে যি বিচাৰে তাকে নাপায় তাৰ ব্যৱস্থা কৰিব লাগিব। এনে প্ৰকাৰ ব্যৱস্থাৰ দ্বাৰা ল'ৰা-ছোৱালীয়ে বুজি পাব লাগিব যে সিহঁতে যি ভাল পায় তাকেই পাব নোৱাৰে; যি বস্তু সিহঁতৰ উপযোগী তাকেহে সিহঁতে পাব পাৰে। গতিকে দেখা যায় শিক্ষাৰ বুনিয়াদ হৈছে—সংযম বা নিয়মানুবৰ্ত্তিতা। কামনা-বাসনা সংযত কৰি সদ্ অভ্যাস গঠনৰ দ্বাৰা মানুহে জ্ঞান আৰ্জ্জিব পাৰে। নিয়মানুবৰ্ত্তিতা বা সংযমৰ মাজেদি যি শিক্ষা দিয়া হয়, তাক আনন্দৰ মাজেদি শিক্ষা দিব লাগিব। কঠোৰ শাসন বিশেষকৈ শাৰীৰিক শাস্তি-বিধান পৰিত্যাগ কৰিব লাগিব। শিক্ষাৰ মূল কথা হৈছে স্বাভাৱিক কামনা-বাসনাবোৰৰ উপযুক্ত সংযম শিক্ষা। কামনা-বাসনাবোৰৰ পৰিতৃপ্তি শিক্ষাৰ অঙ্গ নহয়। পৰবৰ্ত্তী শিক্ষাবিদ্ ৰুছোৰ লগত জন্‌লকৰ শিক্ষাদৰ্শনৰ পাৰ্থক্য এই

খিনিতে। ৰুছোৰ মতে কামনা-বাসনাবোৰৰ পৰিস্ফুৰণৰ উপযুক্ত পৰিবেশ সৃষ্টি কৰি সুবিধা দিয়াটোহে শিক্ষাদানৰ প্ৰধান অঙ্গ। পৰৱৰ্ত্তী কালত ইয়াৰ ভিত্তিত, ৰুচোৰ প্ৰকৃতিবাদ আন্দোলন বা বিপ্লৱ আৰম্ভ হয়।

## বৌদ্ধিক বিকাশৰ তত্ত্ব

বৌদ্ধিক বিকাশৰ শিক্ষাদৰ্শনৰ মূল ভিত্তি হৈছে—উপযুক্ত শিক্ষা দান কাৰ্য্যত বা উপযুক্ত শিক্ষকতাৰ ওপৰত। দ্বিতীয়তে হৈছে নৈতিকতা অৰ্জ্জনৰ লক্ষ্যৰ ওপৰত। শিক্ষক নিয়োগত সাৱধান হ'ব লাগিব। এনেকুৱা শিক্ষক লাগিব, যিজনে শিশুৰ সজ স্বভাৱ-চৰিত্ৰ আৰু সজ আচৰণৰ অভ্যাস গঠনৰ শিক্ষা দিব জানে আৰু অতি সাৱধানে সেই শিক্ষা দান কৰে। এনেকুৱা শিক্ষক লাগিব যিজনে শিশুৰ নিৰ্ম্মল মন আৰু নিৰ্দ্দোষ স্বভাৱ ৰক্ষা কৰিব পাৰিব, সৎ কথা শিক্ষা দিব পাৰিব আৰু সজ আদৰ্শ দাঙি ধৰিব পাৰিব। শিশুৰ দোষবোৰ মৃদু শাসনৰ দ্বাৰা সংশোধন কৰিব পাৰিব আৰু অসৎ প্ৰবৃত্তিবিলাক শিশুৰ মনৰপৰা সমূলে ধ্বংস কৰি সু-অভ্যাস গঠন কৰি দিব পাৰিব। শিক্ষাৰ এয়ে মূল উদ্দেশ্য আৰু ইয়াৰ পৰাই শিক্ষাৰ সুফল পোৱা যাব। এই উদ্দেশ্য লৈ শিক্ষা প্ৰণালী (method of teaching) গঠন কৰিব লাগিব। বৌদ্ধিক বিকাশৰ শিক্ষাৰ ক্ষেত্ৰত জন্‌লকে এইদৰে লিখিছিল—

"কোনো এজন ছাত্ৰক বিজ্ঞানৰ কোনো বিষয়ত বিশেষজ্ঞ কৰি তোলা শিক্ষাৰ উদ্দশ্য নহয়। শিক্ষাৰ উদ্দেশ্য হোৱা উচিত, ছাত্ৰজনক এনেভাৱে তৈয়াৰী কৰা, যাৰ দ্বাৰা ছাত্ৰজনে কি বিষয়ে শিক্ষা কৰিব সেই বিষয়ে স্বাধীনভাৱে চিন্তা কৰিবৰ সুবিধা সি পাব লাগিব।"

বৌদ্ধিক বিকাশৰ শিক্ষাৰ ৰূপ হ'ল চিন্তাধাৰাৰ পূৰ্ণ বিকাশ সাধনৰ অভ্যাস গঠন কৰা—অনুশীলন আৰু নিয়মানুৱৰ্ত্তিতাৰ মাধ্যমত। এই অভ্যাস গঠনৰ বাবে অঙ্কশাস্ত্ৰৰ অনুশীলনকে প্ৰধান স্থান দিয়া হৈছিল। মানুহে বিচাৰ-বুদ্ধিসম্পন্ন প্ৰাণী হিচাবে জন্ম লয়; কিন্তু এই বিচাৰ-বুদ্ধি অভ্যাস বা পুনঃ পুনঃ অনুশীলনৰ দ্বাৰাহে বিকশিত হয়। অঙ্কশাস্ত্ৰ বাছি লোৱাৰ উদ্দেশ্য এয়ে নহয় যে ছাত্ৰজন এজন প্ৰধান অঙ্কশাস্ত্ৰবিদ হ'ব—উদ্দেশ্য হৈছে যে সি এজন বিচাৰ-বুদ্ধিসম্পন্ন পূৰ্ণ মানুহ হৈ উঠিব।

শিক্ষা জগতত জন্‌লকৰ এই চিন্তাধাৰা আজিও তিষ্ঠি আছে।

## প্ৰকৃতিবাদৰ ভিত্তিত শিক্ষা আন্দোলন

সপ্তদশ শতিকাত নিয়মতান্ত্ৰিক শিক্ষাদৰ্শনৰ ভিত্তিত (Disciplinary conception of Education) জন্‌লকে যি শিক্ষা পদ্ধতি প্ৰৱৰ্ত্তন কৰিলে তাৰ

এটি প্ৰধান দোষ থাকি গ'ল। সেইটো হৈছে যে এই শিক্ষাদৰ্শনে সামাজিক অভাৱ-অভিযোগ বা প্ৰয়োজনৰ ফালে দৃষ্টি নিদিলে। ব্যক্তিৰ সামৰ্থ্য বা অভাৱ-অভিযোগ বা প্ৰয়োজনৰ ফালেও দৃষ্টি নিদিলে। আচাৰনিষ্ঠ নীতিৰে (Formal Training) দিয়া শিক্ষা পদ্ধতিত ব্যক্তিৰ নিজস্ব বা সুকীয়া সুকীয়া প্ৰবৃত্তিবোৰৰ উন্মেষৰ সুবিধা বিশেষ নাছিল। বাস্তৱ সাংসাৰিক জীৱনৰ প্ৰয়োজনীয় শিক্ষাতো বিশেষ মনোযোগ দিয়া নহ'ল। সংসাৰ যাত্ৰাৰ উপযোগী শিক্ষা পোৱাৰ সুবিধা ইয়াৰ ভিতৰত নথকাত এই শিক্ষা কেৱল বুদ্ধিজীৱী আৰু অভিজাত শ্ৰেণীৰ লোকৰ শিক্ষাৰ বাবেহে হৈ উঠিল। অভিজাত শ্ৰেণীৰ লোকে সেইবাবে এই ধৰণৰ শিক্ষা প্ৰচলনত একো আপত্তি নকৰিলে।

এই পটভূমিত শিক্ষানীতি পৰিবৰ্ত্তনৰ আন্দোলন পুনঃ গঢ়ি উঠিল। ফলত সপ্তদশ আৰু অষ্টাদশ শতাব্দিৰ বেছিভাগ কাল ধৰ্ম আৰু নৈতিকতাৰ ভিত্তিত শিক্ষা পদ্ধতি নিস্তেজ আৰু গতানুগতিক বাহ্যনুষ্ঠানিক ক্ৰমত পৰিণত হৈছিল। সেই কাৰণে পুনৰ এটি জাগৰণে দেখা দিলে। এই জাগৰণ নৱ-জাগৰণ যুগৰ জাগৰণতকৈ কোনো গুণে কম প্ৰভাৱশালী হৈ উঠা নাছিল। নৱজাগৰণৰ আন্দোলনৰ ফলস্বৰূপে শিক্ষা পদ্ধতিয়ে যি ৰূপ লৈছিল সি ক্ৰমে পুথি অধ্যয়ন আৰু বাহ্যানুষ্ঠানৰ গতানুগতিকতাত পৰিণত হোৱা বাবে পুনৰ যি জাগৰণ আহিল সেই জাগৰণে সেই পদ্ধতি সম্পূৰ্ণৰূপে পৰিহাৰ কৰি শিক্ষাক্ষেত্ৰতে আমূল পৰিবৰ্তন আনিবৰ বাবে উদ্যত হৈছিল; কিন্তু প্ৰকৃতিবাদৰ ভিত্তিত যি আন্দোলন গঢ়ি উঠিল সেই আন্দোলন অকল শিক্ষাক্ষেত্ৰতে আবদ্ধ থকা নাছিল। ই সকলো ক্ষেত্ৰতে বিয়পি পৰিছিল। প্ৰথম কালছোৱাত এই আন্দোলনৰ ধাৰা জ্ঞান-বুদ্ধি চৰ্চ্চাৰ ক্ষেত্ৰত নিয়োজিত হৈছিল আৰু এই আন্দোলনো আভিজাত্য পূৰ্ণ আছিল। সেইবাবে এই আন্দোলনৰ নাম আছিল জ্ঞানালোক (Illumination or the Enlightement)। এই আন্দোলন আছিল ধৰ্মৰ গোড়ামিৰ বিৰুদ্ধে এটা বিদ্ৰোহ। এটা আন্দোলনে ধৰ্ম বিশ্বাসত আনি দিলে এটা সন্দিগ্ধ মনোভাব আৰু লোকচাৰ ক্ষেত্ৰত মাৰ্জিত ধৰণৰ একপ্ৰকাৰ অনৈতিকতা। সৰ্ব্বসাধাৰণৰ স্বাভাৱিক অধিকাৰ আৰু অভাৱসমূহৰ প্ৰতি আনি দিলে এটা আভিজাত্যপূৰ্ণ উদাসীনতা। পাচৰ কালছোৱাত আন্দোলনৰ এই বিপ্লৱাত্মক গতি বেছি আবেগিক আৰু বেছি গণতান্ত্ৰিক হৈ পৰিল। জ্ঞান-বুদ্ধি চৰ্চ্চাৰ গতিৰ আৰু আভিজত্যাৰ পৰিমাৰ ৰূপৰ সলনি হৈ পৰিল। এই আন্দোলনৰ গতি হ'ল সমাজ সংস্কাৰৰ ফালে। শ্ৰেণী বা ব্যক্তিৰ প্ৰাধান্যই স্থান নাপালে। এটা আন্দোলনৰ প্ৰথম ভাগৰ নেতা আছিল ভলটেয়াৰ আৰু ৰুছো আছিল দ্বিতীয় ভাগৰ নেতা। ৰুছোৱে পাৰিবাৰিক, সামাজিক আৰু ৰাজনৈতিক সংস্কাৰৰ নতুন মত প্ৰচাৰ কৰিলে আৰু অৱশেষত শৈক্ষিক মতবাদতো সংস্কাৰ আনিলে। ৰুছোৱে এই মত

প্ৰচাৰ কৰিলে যে শিক্ষাই অধ্যাপনা কৰিব নালাগে, উপদেশ দিব নালাগে, মাথোন শিশুৰ স্বাভাৱিক মনোবৃত্তি সমূহৰ স্বাভাৱিক স্ফুৰণত সহায় কৰিব লাগে। শিক্ষাই কোনো মনোবৃত্তিক দমন কৰিবও নালাগে আৰু গঢ় দিবও নালাগে, কিন্তু শিশুক কৃত্ৰিম পাৰিপাৰ্শ্বিকতাৰ পৰা ৰক্ষা কৰিব লাগে। মানৱ শিশুৰ স্বভাৱজাত আৰু প্ৰকৃতিগত মনোবৃত্তিসমূহ প্ৰকৃতিৰ সহায়তে পৰিস্ফুৰিত হ'বলৈ দিব লাগে। প্ৰকৃতিৰ সংস্পৰ্শত প্ৰকৃতিৰ প্ৰভাৱতে মনোবৃত্তিসমূহৰ স্ফুৰণ হ'ব আৰু কিশোৰকালৰ পৰা নৈতিকতাৰ আদৰ্শ আৰু প্ৰশিক্ষণৰ দ্বাৰা সামাজিক জীৱনক উপযুক্ত কৰিবৰ বাবে শিক্ষা দিব লাগে আৰু ক্ৰমে জ্ঞানঅৰ্জনৰ পৰিসৰ বঢ়াই দিবলৈ যত্ন কৰিব লাগে। ৰুছোৰ এই ধৰণৰ শিক্ষা-নীতিৰ অনুসৰণত শিক্ষাৰ ধাৰা বৰলৈ ধৰিলে উনৈশ শতাব্দীত।

## ৰুছোৰ শিক্ষা দৰ্শন

ৰুছোৰ শিক্ষাদৰ্শনতে আমি প্ৰথমতে দেখিবলৈ পাওঁ যে শিক্ষা পোৱাৰ অধিকাৰ প্ৰত্যেক ব্যক্তিৰে জন্মগত অধিকাৰ। সৰ্ব্বসাধাৰণ লোকৰ জন্মস্বত্ব সম্পৰ্কে ৰুছোৰ বাণী বেদবাক্য যেন হৈ পৰিল। ৰুছোৱে শিক্ষা পদ্ধতিৰ মতবাদৰ আমূল পৰিবৰ্ত্তন কৰিলে। এই পৰিবৰ্ত্তন সংস্কাৰৰ বাটেদি অহা নাছিল—বিপ্লৱৰ বাটেদি আহিছিল। শিক্ষা দৰ্শনৰ চিন্তাধাৰাত বিপ্লৱৰ সৃষ্টি কৰি ৰুছোৱে এটা নতুন পথৰ সন্ধান আনি দিলে। নেপোলিয়নে কৈছিল যে ৰুছোৰ শিক্ষাদৰ্শনৰ চিন্তাধাৰাৰ প্ৰভাৱতহে ফৰাচী বিপ্লৱ সম্ভৱপৰ হৈছিল। (ৰুচোৱে ১৭১২ চনত জেনেভা নগৰীত জন্মগ্ৰহণ কৰিছিল। বৌদ্ধিক আৰু নৈতিক চৰ্চ্চাত এই সময়ত জেনেভা নগৰ উচ্চস্তৰত প্ৰতিষ্ঠিত হৈ আছিল)

ৰুছোৰ শিক্ষা-নীতিৰ প্ৰথম কথা হ'ল যে শিশুকালত কোনো ল'ৰা-ছোৱালীক দোষ কৰা বাবে শাস্তি দিব নালাগে, কাৰণ স্বভাৱ-জাত প্ৰবৃত্তি আৰু কামনাসমূহে মানুহৰ জীৱনত প্ৰভুত্ব কৰে। সেইবাবে প্ৰকৃতিৰ পাৰিপাৰ্শ্বিকতাতে শিশুক বৰ্দ্ধিত হ'বলৈ দিব লাগিব। মানুহৰ ধৰ্ম্ম প্ৰবৃত্তি শিশুকালত বৰ্দ্ধিত হ'ব নোৱাৰে। সেইবাবে আনৰ অভিজ্ঞতালব্ধ উপদেশৰপৰা নাইবা পুথি অধ্যয়নৰপৰা প্ৰবৃত্তিসমূহ সম্যক পৰিস্ফুৰিত হ'ব নোৱাৰে। শিশুৰ প্ৰবৃত্তিবোৰৰ পৰিস্ফুৰণৰ পথত দেখা দিয়া বাধা-বিপত্তিবোৰ আঁতৰাই দিলে শিশু স্বভাৱতে বৰ্দ্ধিত হ'ব পাৰে। সেইবাবে ৰুছোৱে কৈছিল যে সাক্ষৰতাৰ মাধ্যমত শিক্ষা দিয়া প্ৰথা শিশুকালত পৰিহাৰ কৰিব লাগিব। সংসাৰৰ বাস্তৱ জীৱনৰ সংস্পৰ্শৰ অধ্যয়ন ব্যতিৰেকে আন কোনো পুথি অধ্যয়নৰ সুবিধা এই সময়ত শিশুক দিব নালাগে। বাস্তৱ জীৱনৰ ঘটনাবোৰৰ অধ্যয়নেই শিশুৰ শিক্ষাৰ আহিলা যোগাব; কাৰণ শিশুৱে পুথি পঢ়েহে মাথোন, চিন্তা নকৰে। তাৰ দ্বাৰা কোনো শিক্ষা

নাপায়। যদি কোৱা হয় যে কিতাপ নপঢ়িলে শিশুৱে স্মৃতিশক্তিৰ ব্যৱহাৰ কৰিব নোৱাৰিব, ৰুছোৱে কয় যে, সেইটো নহয়। শিশুৱে যি দেখে, যি শুনে, যিটো কথা তাৰ মনত লাগে, সেই কথা সি নিশ্চয় মনত ৰাখে। সমাজৰ মানুহে যিবোৰ কাম কৰে, যিবোৰ কথা কয়, সেইবোৰ কথাৰ স্মৃতি সি মনতে আহৰণ কৰি লয়। শিশুৰ চাৰিওফালৰ পাৰিপাৰ্শ্বিক অৱস্থাই শিশুৰ পুথি অধ্যয়নৰ কাম কৰে আৰু তাৰ দ্বাৰা তাৰ বিচাৰ-বুদ্ধি বাঢ়ে। স্মৃতিশক্তিৰ উন্মেষ হয়। সমাজৰ মানুহৰ পৰা দেখি-শুনি সি যিবোৰ কথা মনত ৰাখে, সেই কথাবোৰে জীৱনত কোনো সময়ত নহয় কোনো সময়ত তাৰ বিচাৰবুদ্ধিত সহায় কৰে আৰু সি তাৰদ্বাৰা উপকৃত হয়।

শিশুৰ জ্ঞানেন্দ্ৰিয়বোৰৰ প্ৰশিক্ষণ ক্ৰিয়াই হৈছে ৰুছোৰ শিক্ষাদানৰ প্ৰকৃত উপদেশ। ৰুছোৱে কয় যে যিবিলাক মনোবৃত্তি আমাৰ ভিতৰত প্ৰথম প্ৰথম বলবান হৈ উঠে অৰ্থাৎ প্ৰকাশ পায় সেই মনোবৃত্তিবোৰেই আমাৰ জ্ঞানেন্দ্ৰিয়ৰ বোধ বা বিচাৰশক্তি উন্মেষৰ ইন্দ্ৰিয় বৃত্তি। প্ৰথমতে এই জ্ঞানেন্দ্ৰিয়বিলাকৰ দ্বাৰা যি বোধ হয় সেই বোধৰ উৎকৰ্ষ সাধনৰ যত্ন কৰিব লাগিব। শিশুৰ শিক্ষালাভৰ কাৰণে এই জ্ঞানেন্দ্ৰিয়বিলাকেহে প্ৰকৃততে সহায় কৰে; কিন্তু আমি সেই কথা পাহৰি যাওঁ বা আমি তাক অৱহেলা কৰোঁ। আমি দেখা পাওঁ যে শিশুৱে যি দেখে তাকে স্পৰ্শ কৰে, তাতে হাত দিয়ে। এই চাঞ্চল্যবৃত্তি দমন কৰা উচিত নহয়। এই চাঞ্চল্যই তাৰ শিক্ষাৰ উমেদাৰিত্ব (Apprentice)। এইদৰে শিশুৱে বুজি পায় কোনটো বস্তু তপত, কোনটো বস্তু চেঁচা, কোনটো বস্তু টান, কোনটো বস্তু কোমল, কোনটো বস্তু গধুৰ, কোনটো বস্তু পাতল, কোনটো বস্তু আয়তনত ডাঙৰ, কোনটো বস্তু সৰু। দেখি, শুনি, অনুভৱ কৰি, তুলনা কৰি শিশুৱে দৰ্শনশক্তি, স্পৰ্শশক্তি আৰু অনুভৱশক্তিৰ দ্বাৰা সেই সেই বস্তুবিলাকৰ জ্ঞান আহৰণ কৰি লয়। এটা মেকুৰী যদি এটা কোঠালীত প্ৰথমতে সোমায়, তাই প্ৰথমতে ঘৰটোৰ চাৰিওফালে দৃষ্টিপাত কৰি ভালদৰে নিৰীক্ষণ কৰি লয়, তাৰ পাচত অনবৰত হুঁচে আৰু যেতিয়ালৈকে পৰীক্ষা কৰি বস্তুটো চিনি লব নোৱাৰে, তেতিয়ালৈকে তাই সন্তুষ্ট নহয়। শিশুৱেও ঠিক তাকেই কৰে। এইদৰে শিশুৱে প্ৰথমতে খোজ কাঢ়িবলৈ শিকে আৰু লাহে লাহে সংসাৰক্ষেত্ৰত প্ৰৱেশ কৰে। শিশু আৰু মেকুৰীৰ ভিতৰত পাৰ্থক্য এইখিনিয়ে দেখা যায় যে শিশুৱে হাত বা স্পৰ্শশক্তি প্ৰথমতে ব্যৱহাৰ কৰে আৰু মেকুৰীয়ে প্ৰকৃতিদত্ত ঘ্ৰাণশক্তি ব্যৱহাৰ কৰে। এই যে চাঞ্চল্যবৃত্তি তাকে উৎসাহিত কৰি বা নিৰুৎসাহিত কৰি যিদৰে গঢ় দিয়া হয়, শিশুৱে সেই গঢ় লয়, হয় সি তীক্ষ্ণবুদ্ধিৰ হয়, নহয় ভোতা বুদ্ধিৰ হয়, হয় কৰ্মকুশল হয়, নহয় অলস হয়, হয় চিন্তাশীল হয়, নহয় পাতল বুদ্ধিৰ হয়।

ইয়াৰপৰা এইটো বুজা যায় যে ইন্দ্ৰিয়শক্তিৰ ব্যৱহাৰৰ দ্বাৰা সকলো প্ৰাণীয়ে বুদ্ধিৰ বিকাশ কৰি লয়। আমাৰ শিক্ষাদৰ্শনবো সেইবাবে প্ৰথম শিক্ষক হৈছে আমাৰ ভৰি, আমাৰ হাত আৰু আমাৰ চকু। এইবিলাকৰ পৰিবৰ্তে পুথি অধ্যয়ন কৰিবলৈ দিয়া উচিত নহয়; কাৰণ পুথিৰপৰা আমি নিজৰ নিজৰ বুদ্ধি বিকাশৰ আৰু যুক্তি প্ৰয়োগৰ ক্ষেত্ৰ নাপাওঁ—আনৰ বুদ্ধি আৰু যুক্তিহে পাওঁ। পুথিয়ে বিশ্বাসৰ ওপৰত সকলো কথা গ্ৰহণ কৰিবলৈ কয়। নিজে জানি লোৱাৰ ক্ষেত্ৰ ইয়াত নাই।

উপৰোক্ত কথাবিলাকৰপৰা ৰুছোৰ শিক্ষা-দৰ্শনৰ আমি মূলতত্ত্ব পাওঁ যে—

(১) শিক্ষাদান এটাৰ স্বাভাৱিক পদ্ধতি—কৃত্ৰিম পদ্ধতি মাথোন নহয়।

(২) প্ৰত্যক মানুহৰ শিক্ষা এটা আন্তৰিক পৰিবৃদ্ধি, ই অন্তৰৰ পৰা উদ্ভৱ হয়, বাহিৰৰপৰা ইয়াক জাপি দিব নোৱাৰি—ই বাহ্যিক পৰিবৃদ্ধি নহয়।

(৩) ই মানুহৰ স্বাভাৱিক প্ৰবৃত্তি আৰু আগ্ৰহৰ পৰিস্ফূৰণ মাথোন, বাহ্যিক ক্ৰিয়াৰ প্ৰতিক্ৰিয়া মাথোন নহয়।

(৪) ই মানুহৰ আন্তৰিক শক্তিৰ উন্মেষ কৰে, তাক বঢ়াই তোলে আৰু এক বিশিষ্ট ৰূপ দান কৰে। শিক্ষা কেৱল মাত্ৰ বাহ্যিক জ্ঞান আহৰণ নহয়।

(৫) শিক্ষা জীৱন, পৰৱৰ্ত্তী জীৱনৰ বাবে প্ৰস্তুতি মাথোন নহয়; কাৰণ পৰৱৰ্ত্তী জীৱনৰ প্ৰয়োজনসমূহ, স্বাৰ্থসমূহ আৰু কৰণীয় কাৰ্য্যসমূহ শিশু-জীৱনৰপৰা বৰ দূৰৱৰ্তী আৰু গৌণ।

## পুৰণি শিক্ষা-নীতি আৰু ৰুছোৰ শিক্ষা-নীতিৰ বৈপৰীত্য তুলনা

পুৰণি শিক্ষা-পদ্ধতিৰ লক্ষ্য হৈছে শিশুৰ স্বভাৱ নতুনকৈ গঢ়ি তোলা। পুৰণি পদ্ধতিৰে বয়স্কলোকৰ চিন্তাধাৰাৰ দ্বাৰা পৰম্পৰাগত আৰু চিৰপ্ৰচলিত ভাবধাৰাৰ দ্বাৰা শিশুৰ স্বভাৱ গঢ়িবলৈ যত্ন কৰা হয়। ধৰ্মীয়, বৌদ্ধিক আৰু সামাজিক ৰীতি-নীতিৰ দ্বাৰা শিশুৰ স্বভাৱৰ পৰিবৰ্ত্তন ঘটাবলৈ যত্ন কৰা হয়। মানৱ প্ৰকৃতিৰ বিশেষকৈ শিশুপ্ৰকৃতিৰ বিষয়ে প্ৰচলিত যি ধাৰণা আছিল সেই ধাৰণা ৰুছোৰ শিক্ষাদৰ্শনৰ ঠিক ওলোটা আছিল। মানুহৰ প্ৰকৃতি স্বভাৱতে বেয়া এইটো ধৰি লোৱা হয় আৰু ধৰ্মীয় নীতি আৰু শিক্ষানীতিৰ দ্বাৰা মানুহৰ স্বভাৱত থকা সেই ধৰণৰ অন্য প্ৰবৃত্তিবোৰ ধ্বংস কৰি নতুনকৈ গঢ় দিয়া হয়। এয়ে আছিল প্ৰচলিত ধাৰণা আৰু বিশ্বাস। ৰুছোৱে এই কথা সমৰ্থন নকৰি ওলোটা ধাৰণা হে লয়। ৰুছোৱে সেই কাৰণে প্ৰথমতঃ শিক্ষাৰ বিপৰীত-নীতি

(Negative Education) প্ৰবৰ্ত্তন কৰিলে। ৰুছোৱে ক'লে যে শিশুক সত্য বা সদাচাৰ নীতি শিক্ষা দিবৰ আৱশ্যক নকৰে। শিশুক পাপ কৰ্মৰপৰা বা অসৎ আচৰণৰপৰা বিৰত ৰাখিব লাগিব আৰু শিশুৰ মন ভুল বা ভ্ৰান্তিৰপৰা ৰক্ষা কৰিব লাগিব। ৰুছোৰ মতে শিশুক শিক্ষা দিয়া নীতি হ'ব লাগিব শিশুৰ প্ৰকৃতি মুক্ত আৰু স্বাধীনভাৱে গঢ় লোৱাত শিশুৰ অন্তৰ্নিহিত শক্তি, ক্ষমতা আৰু আগ্ৰহান্বিত ইচ্ছা স্বাধীন পৰিবেশত উন্মেষিত হ'বলৈ সুবিধা দিব লাগিব। তাৰ ইচ্ছাশক্তিত বাধা দিলে নচলিব।

ৰুছোৱে শিক্ষাৰ যি বিপৰীত-নীতি প্ৰবৰ্ত্তন কৰিলে সেই নীতিৰ এই অৰ্থ নহয় যে শিশুৰ শিক্ষা শিশুকালত সম্পূৰ্ণৰূপে বন্ধ কৰিব লাগিব। এই বিপৰীত-নীতিৰ অৰ্থ এয়ে যে শিশুক সদাচাৰ শিক্ষা দিবৰ আৱশ্যক নহয়, কিন্তু অসৎ আচৰণৰ পৰা (Vice) শিশুক ৰক্ষা কৰিব লাগিব। সত্য-পালনৰ বাবে শিশুক পুনঃ পুনঃ উপদেশ দিব নালাগে, কিন্তু শিশুক ভ্ৰান্ত পথৰ পৰা বিৰত ৰাখিব লাগিব। শিশুক প্ৰকৃত পথত চালিত কৰিব পাৰিলে, সেই পথেদি শিশুৱে সত্য আবিষ্কাৰ কৰিব পাৰিব। শিশুৱে যেতিয়া উপযুক্ত বয়স পাব, তেতিয়া সত্য আৰু সদাচাৰ পালনৰ বৃত্তি আপোনা-আপুনি গঢ়ি লব পাৰিব।

ৰুছোৰ মতে শিক্ষাৰ কাৰণে জীৱনৰ আটাইতকৈ মূৰামূৰি সময় হৈছে ৫ বছৰৰপৰা ১২ বছৰলৈ। এই সময়-ছোৱাত শিশুক উপৰোক্ত বিপৰীত-নীতিৰ দ্বাৰা নিয়ন্ত্ৰণ কৰিব লাগিব আৰু স্বাভাৱিক জীৱন গতিৰ লগত অভিজ্ঞতাৰ মাজত নৈতিক শিক্ষা দিব লাগিব। সাধাৰণতঃ উপদেশ আদিৰ দ্বাৰা শিশুৰ চৰিত্ৰ, স্বভাৱ আৰু মানসিক বৃত্তিবোৰৰ গঢ় দিবলৈ যত্ন কৰা হয়—এইটো কৰা উচিত নহয়। শিশুকালত শিশু শিশুৱেই। ডাঙৰ মানুহ হোৱাৰ আগতে শিশুক শিশুৰ নিচিনা ব্যৱহাৰ কৰিব লাগিব। প্ৰাপ্তবয়স্ক মানুহৰ ভাব আৰু ধাৰণাসমূহ তাৰ অন্তৰত সুমাই দিবলৈ যত্ন কৰিব নালাগে। শিশুক পঢ়িবলৈ দিব নালাগে। শিশুৱে নিজে নিজে পঢ়িবলৈ শিকিব। শিশুক কিতাপ দিবই নালাগে। শিশুৰ শৰীৰৰ প্ৰতি যত্ন লব লাগিব; কাৰণ অসুস্থ আৰু দুৰ্ব্বল শৰীৰতহে অসৎ চিন্তাই বাস কৰে। দুৰ্ব্বলতাৰ পৰাই সকলো প্ৰকাৰ দুষ্টামি বা অসৎ চিন্তাৰ উদ্ভৱ হয়। দুৰ্ব্বল শিশুহে বেছি দুষ্ট হয়। শিশুক সবল কৰি তুলিলে সি ভাল হ'ব। যি শিশু সকলো কাম কৰিবলৈ সক্ষম হয়, সেই শিশুৱে বেয়া কাম নকৰে। শিশুৰ বুদ্ধীন্দ্ৰিয়বিলাক যাতে উন্মেষিত হয় তাৰ যত্ন কৰিব লাগে। এই অৰ্থে কিন্তু শিশুক পুথি পঢ়িবলৈ দিয়া উচিত নহয়; প্ৰকৃত পক্ষে শিশুৱে দেখি-শুনি নিজে নিজে নিজৰ চাৰিওফালে থকা পৰিস্থিতি বিচাৰ কৰি বিচাৰশক্তিৰ উন্মেষ কৰি লব। বুদ্ধীন্দ্ৰিয়বিলাকৰ প্ৰশিক্ষণ এইদৰেহে হ'ব পাৰে। প্ৰকৃতিৰ দৃশ্যাৱলী আৰু অন্তৰালত থকা শক্তিসমূহৰ প্ৰভাৱ আৰু জ্ঞান শিশুৱে নিজৰ অভিজ্ঞতাৰপৰা

উপলব্ধি কৰিব। শিশুৱে বস্তুৰ দীঘল পুতল নিজে জুখি চাব, তাৰ ওজন লব, বস্তুৰ গণনা শিক্ষা কৰিব, ইটো বস্তুৰ লগত সিটো বস্তুৰ তুলনা কৰিব, বিভিন্ন বস্তু পৰীক্ষা কৰি চাব আৰু নিজে নিজে সিদ্ধান্ত কৰিব। এইদৰে নীতি নিৰ্দ্ধাৰণ কৰি লব।

কছোৰ মতে ১২ বছৰৰপৰা ১৫ বছৰ বয়সলৈকে এই কালছোৱাত শিশুৰ যি যি প্ৰয়োজন সেই অনুসাৰে তাৰ শাৰীৰিক শক্তি বেছি থাকে; কিন্তু দেখা যায় যে বৌদ্ধিক প্ৰশিক্ষণ দিয়া ক্ষেত্ৰত যি কোনো ব্যক্তিৰ অভাৱ আৰু প্ৰয়োজনসমূহ বাঢ়িহে যায় আৰু সেই অনুপাতে মানসিক শক্তিৰ বিকাশ নহয়। সেই বাবে এই কালছোৱাতহে জ্ঞান উপাৰ্জনৰ বাবে বিশেষ জোৰ দিব লাগিব। সাৱধান হব লাগিব যে অনাৱশ্যকীয় বিষয়ে যেন জ্ঞান অৰ্জনৰ ব্যৱস্থা কৰা নহয়। কোন কোন বিষয়ে জ্ঞান অৰ্জন কৰিব লাগিব সেইটো নিৰ্দ্ধাৰণ কৰিব লাগিব শিশুৰ কৌতূহল বা আগ্ৰহ লক্ষ্য কৰি। যিবিলাক বিষয়ে জানিবৰ কাৰণে শিশুৰ স্বভাৱতে আগ্ৰহ জন্মে তাকেহে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। ঔচিত্য বিচাৰ কৰিলে নহব, অৰ্থাৎ এইবিলাক কথা শিক্ষা কৰা হে উচিত এনে ধাৰণাৰ বশৱৰ্তী হৈ শিক্ষণীয় বিষয় নিৰ্দ্ধাৰণ কৰিবলৈ বিবেচনা কৰিলে নহয়। শিশুৰ স্বাভাৱিক আগ্ৰহ বা কৌতূহলহে একমাত্ৰ নীতি আৰু পথ প্ৰদৰ্শক হব শিক্ষা ব্যৱস্থাত। এই নীতি নিৰ্দ্ধাৰণৰ একমাত্ৰ উপায় হৈছে ব্যৱহাৰিক জীৱনৰ আশ্যকতা-বোধ। গতিকে জীৱন নিৰ্বাহৰ ক্ষেত্ৰত যিবিলাক বিষয় শিক্ষাত স্বাভাৱিক আগ্ৰহ দেখা নাযায়, সেইবিলাক বিষয়ে অধ্যয়ন কৰিবৰ বা শিক্ষা কৰিবৰ আৱশ্যক নাই আৰু স্বভাৱতে যিবোৰ বিষয়ে শিক্ষা কৰিবৰ ইচ্ছা, আগ্ৰহ বা কৌতূহল হয়, সেইবোৰ বিষয় শিক্ষা দিবৰ ব্যৱস্থা হে কৰিব লাগিব। সেইবাবে বিৰাট প্ৰকৃতিয়ে একমাত্ৰ পুথি হব লাগে—কোনো লিখিত পুথিৰ সহায়ত শিক্ষা দিব নালাগে। সত্য আৰু জ্ঞানৰ ভিতৰত পাৰ্থক্য কি তাক ভালদৰে বুজিব লাগিব। সত্য আৰু জ্ঞানৰ সহায়েৰে কোনটো প্ৰয়োজনীয় বিষয় তাক বাছি লব পাৰিব লাগিব।

এই নীতিত শিশুৱে এটা অৰ্থকৰী বিদ্যা শিকিব পাৰিব। শিক্ষা ক্ষেত্ৰত শাৰীৰিক শ্ৰম আৰু হাতৰ কাম শিক্ষাৰ বিষয়ে গভীৰ আলোচনা কৰি কছোৱে কয় যে শিশু ইতিমধ্যে এজন পৰিশ্ৰমী, সংযত, ধৈৰ্য্যশীল, স্থিৰ, দৃঢ়বক্তাৰ আৰু সাহসিকতাসম্পন্ন ব্যক্তি হৈ গঢ়ি উঠিব। তদুপৰি সামাজিক কুসংস্কাৰবিলাকৰ পৰা মুক্ত হব; অৱশ্যে এই সময়ত তাৰ জ্ঞান কিছু কম থাকিব, কিন্তু সি যি শিকিছে তাক সি সম্পূৰ্ণ আয়ত্ত কৰিছে। কোনো বিষয়তে তাৰ আধা-আধি বা আংশিক মাথোন জ্ঞান নাই। এনে শিক্ষাৰ দ্বাৰা তাৰ অতীত বছৰবোৰ অপব্যয় হৈছে মাথোন বুলি ভাবিলে নহব।

## পৰৱৰ্তী শিক্ষা—অন্তঃকৰণৰ শিক্ষা

ইতিমধ্যে শিশুৰ বুদ্ধীন্দ্ৰিয়বিলাকৰ আৰু মস্তিষ্কৰ বিকাশ সাধন হৈ যায়। এতিয়া শিশুৰ অন্তঃকৰণৰ শিক্ষা দিব লাগিব। এতিয়ালৈকে শিশুক কেৱল তাৰ নিজৰ বাবে আৰু তাৰ নিজৰ কৌতূহল অনুসৰি নিজৰ দ্বাৰাই তাক শিক্ষা দিয়া হৈছে। আত্ম ইচ্ছা আৰু আত্মপ্ৰেমেই শিশুৰ আত্মোন্নতিৰ অৰ্থে ইমান দিনে শিক্ষাৰ লক্ষ্য বা মূলনীতি হৈ আহিছে। এতিয়া শিশুৱে যৌৱনত পদাৰ্পণ কৰিছে। এতিয়া এই যুৱকক আনৰ লগত সম্পৰ্ক স্থাপনৰ শিক্ষা দিব লাগিব। এতিয়া এই যুৱকক নিয়ন্ত্ৰিত কৰিবলৈ সামাজিকতা শিক্ষা দিব লাগিব। লক্ষ্য বা উদ্দেশ্য হব লাগিব আবেগিক উন্নতি আৰু পূৰ্ণ নৈতিকতা লাভ।

## নৈতিকতা আৰু ধৰ্ম্মনীতি শিক্ষাৰ কাল

শিক্ষা ক্ষেত্ৰত কৈশোৰ কালডোখৰতে প্ৰধানতম মনোযোগ দিবলৈ ৰুছোৱে কয়। এই সময়ত সাধাৰণ শিক্ষাৰ অন্ত পৰে, কিন্তু প্ৰকৃততে কব লাগিলে শিক্ষা প্ৰধানকৈ এতিয়াহে আৰম্ভ হয়। এতিয়ালৈকে প্ৰত্যক্ষভাৱে শিশুক আনৰ সম্পৰ্কত শিক্ষা দিয়া হোৱা নাই। নিজৰ স্বাৰ্থ আৰু কৌতূহল পূৰণ কৰা ইচ্ছাৰ বাহিৰে শিশুৱে এতিয়ালৈকে একো শিকা নাই। এতিয়াহে তাক নৈতিকতা আৰু ধৰ্মীয়তা শিক্ষা দিব লাগিব—ইয়াৰ পূৰ্বে মানুহৰ লগত যি সম্পৰ্ক আছিল সেই সম্পৰ্ক আছিল অভ্যাসমূলক—নিজৰ স্বাৰ্থ অন্বেষণৰ ভিত্তিত। আত্মপ্ৰেমেই আছিল এতিয়ালৈকে শিশুৰ অভ্যাস নিয়ন্ত্ৰণৰ নীতি আৰু আত্মোন্নতিয়েই আছিল চৰম লক্ষ্য; কিন্তু এতিয়া যিবিলাক লোকৰ সম্পৰ্কত সি আহিব সেইবিলাক লোকৰ লগত ব্যৱহাৰৰ মূল সূত্ৰ হব সম অনুভূতি, সহানুভূতি আৰু আবেগিক ভাবপ্ৰৱণতাৰ ঐক্য সাধন। প্ৰতিবেশীৰ প্ৰতি সোহাৰ্দ্যমূলক ব্যৱহাৰ আৰু প্ৰতিবেশীৰ কল্যাণৰ ফালেও দৃষ্টি দিয়া স্বভাৱ গঢ়ি তোলা হব লাগিব শিক্ষাৰ বা শিশুৰ কৈশোৰ মন নিয়ন্ত্ৰণৰ মূলনীতি। এই সময়ত সেইবাবে শিক্ষাৰ ধৰণ সম্পূৰ্ণ পৰিবৰ্তিত হৈ যাব। মানুহে যিবোৰ বস্তু, যিবোৰ ঠাই আৰু যিবিলাক মানুহৰ সংস্পৰ্শত আহিবলৈ বাধ্য হয়, সেই সেই বস্তু, সেই সেই ঠাই আৰু সেই সেই মানুহবিলাকৰ বিষয়ে সম্পূৰ্ণকৈ জনাটোৱে হৈছে প্ৰকৃত অধ্যয়ন বা শিক্ষা। যি কোনো মানুহ সংসাৰত বৰ্তি থাকিবলৈ হ'লে, তেওঁৰ পাৰিপাৰ্শ্বিকতাত থকা সকলোবিলাক মানুহ আৰু দৃশ্য জগতৰ পাৰ্থিৱ বস্তুসমূহৰ লগত সম্যক্‌ভাৱে পৰিচিত হব লাগিব। এই পৰিচয়-অধ্যয়ন প্ৰকৃততে শিশুকালৰহে কৰ্ত্তব্য কৰ্ম; কিন্তু শৈশৱৰ পাচত প্ৰত্যেক মানুহে অনুভৱ কৰে যে তেওঁৰ এই ঐহিক জীৱনত সমগ্ৰ মানৱ জাতিৰ লগত তেওঁৰ সম্পৰ্ক কি, নীতি

কি—এইবোৰ কথা প্ৰকৃততে জানিবৰ বাবে এটা স্বাভাবিক স্পৃহা আৰু কৰ্তব্য জাগি উঠে। কৈশোৰ কালডোখৰেই এইবোৰ কথা জানিবৰ আৰু অধ্যয়ন কৰিবৰ উপযুক্ত সময়। ইয়াৰ আগতে শিশুকালত নিজৰ সুখ-সুবিধা বিচৰাতহে মানুহৰ প্ৰবল তৃষ্ণা থাকে আৰু সেই প্ৰবৃত্তি অনুসৰণত শিশুৱে ভাল-বেয়া বিচাৰ শুদ্ধকৈ কৰিব নোৱাৰে। আত্মসুখ আৰু আত্মপ্ৰেমেই তেতিয়া প্ৰবল হৈ থাকে। এতিয়া কৈশোৰতে যিবোৰ বেয়া কথা তাক পৰিহাৰ কৰি ভাল কথাবোৰ গ্ৰহণ কৰিবৰ সময় হৈছে আৰু সমাজৰ সংস্পৰ্শত এই তৰুণসকলৰ মতি-গতি ভালৰ ফালে গতি কৰাব লাগিব। এই সময়ত তৰুণসকলৰ মনত আবেগিক জীৱন আৰম্ভ হয়। অন্তৰৰ আবেগসমূহৰ প্ৰথম উদ্যমতে বিবেকৰ ধ্বনি অন্তৰত শুনা যায়, প্ৰেম আৰু ঘৃণাৰ (ভাল পোৱাৰ আৰু ভাল নোপোৱাৰ) ভাৱ উদ্ভৱ হোৱাৰ লগতে ভালবেয়াৰ বিচাৰ আৰম্ভ হয়। শিশুসকলৰ পৱিত্ৰতা, নিৰ্ম্মলতা আৰু নম্ৰতা ৰক্ষা কৰি এই তৰুণক বিপৰীত নীতিৰ দ্বাৰা শিক্ষিত কৰি তুলিব লাগিব, অৰ্থাৎ তৰুণ বয়স্ক ব্যক্তিজনক উপদেশ দি শিক্ষা দিব লাগিব। ভাল ভাল কথা কৈ নাইবা উপদেশ দি শিক্ষা দিলে নহব; কৰ্মৰ মাজেদি, শিক্ষকৰ কৰ্মৰ আদৰ্শৰ মাজেদিহে শিক্ষা দিব লাগিব। যিবোৰ কথা বাস্তৱ জীৱনতে, প্ৰকৃত কৰ্ম ক্ষেত্ৰতে শিক্ষা দিব পাৰি, তাক পুথি অধ্যয়নৰ মাধ্যমত যেন শিক্ষা দিয়া নহয়। এই ক্ষেত্ৰত এটা বিপদ আছে যে ভাল কথা জানি মানুহে অভিজ্ঞতাৰ মাধ্যমত শিক্ষা কৰিলে, কিন্তু যিটো বেয়া কথা তাক ত্যাগ কৰিবলৈকো যদি অভিজ্ঞতাৰ আশ্ৰয় লোৱা হয় তেতিয়া? সেইবাবে ৰুচোৱে কয় যে অতীত ঘটনাৱলীৰ বা ইতিহাসৰ মাধ্যমত বেয়া কথাবিলাকৰ পৰা তৰুণ শিক্ষাৰ্থীক আঁতৰত ৰাখিব লাগিব; অৱশ্যে যি অভিজ্ঞতাৰপৰা ভাল বা বেয়া একো ফল পোৱা নাযায়, তৰুণ শিক্ষাৰ্থীক তেনে অভিজ্ঞতাৰ সম্মুখীন হ'বলৈ দিব পাৰি। তৰুণ শিক্ষাৰ্থীক এইদৰে ভাল কাম আৰু বেয়া কামৰপৰা আঁতৰত থাকিবলৈ শিক্ষা দিব পাৰি। আৰ্ত, দৰিদ্ৰ আৰু নিষ্পেষিত লোকে সাধাৰণতঃ সহায় আৰু সহানুভূতি বিচাৰে। তৰুণ শিক্ষাৰ্থী যদি নিজৰ স্বত্ব-অধিকাৰ বজায় ৰাখিবলৈ দৃঢ়প্ৰতিজ্ঞ হয়, তেতিয়া হ'লে সেই শিক্ষাৰ্থী আনক ৰক্ষা কৰিবলৈ আগবাঢ়ি যাব। শান্তিপথৰ গুণবোৰ শিক্ষাৰ্থীয়ে এইদৰে শিক্ষা কৰি লব।

ঠিক সেইদৰে তৰুণ শিক্ষাৰ্থীয়ে ধৰ্মীয় শিক্ষাও গ্ৰহণ কৰে। ১৫ বছৰ বয়সত তৰুণ শিক্ষাৰ্থীয়ে আত্মা কি বস্তু তাক নাজানে। ১৮ বছৰ বয়সতো হয়তো আত্মাৰ বিষয়ে তাক শিক্ষা দিয়াৰ সময় নহয়; কাৰণ পৰিপক্ক বয়সৰ পূৰ্বে যদি আত্মাৰ বিষয়ে শিক্ষা দিয়া হয়, সি হয়তো কোনো কালেই আত্মাৰ বিষয়ে নাজানিব। আত্মাৰ বিষয়ে প্ৰকৃত অনুভূতি অহাৰ পূৰ্বে জ্ঞান দিবলৈ যিবোৰ উপদেশ দিয়া হয়, সেই উপদেশবোৰ অন্ধ অনুকৰণৰ ক্ৰিয়াত পৰিণত

হয় আৰু প্ৰকৃত আত্মোপলব্ধিৰ ক্ষেত্ৰত ব্যৰ্থ হয়। ধৰ্মীয় শিক্ষাৰ নীতি ৰুছোৰ এই মূলসূত্ৰত প্ৰতিষ্ঠিত। এইটো কথা মনত ৰাখিব লাগিব যে প্ৰকৃত অভিজ্ঞতা আৰু অনুভূতি ৰুছোৰ শিক্ষাদৰ্শনৰ মূল ভিত্তি। সেই ভিত্তিতেই আত্মোপলব্ধি বা ঈশ্বৰান্বেষণ পদ্ধতি নিৰ্ধাৰিত কৰিব লাগিব। নিজৰ চেতনা বা আত্মা কি বস্তু সেই সম্বন্ধে জিজ্ঞাসা, অনুসন্ধিৎসা বা আগ্ৰহ জন্মিলেহে শাস্ত্ৰ বাক্যৰ অৰ্থ উপলব্ধি কৰিব পাৰিব।

## ৰুছোৰ শিক্ষা—নিয়ম

শিক্ষা হব লাগে গোটেই জীৱনতে ক্ৰমে ক্ৰমে উন্নতি কৰিবৰ এটা পন্থা। ৰুচোৰ মতে শিক্ষাদান কাৰ্য্যত যি কাৰ্য্য-প্ৰণালী গ্ৰহণ কৰা হয় সেই কাৰ্য্য-প্ৰণালী এটা নীৰস আৰু কৃত্ৰিম পদ্ধতি মাথোন হব নোৱাৰে। সেই কাৰ্য্য-প্ৰণালী ক্ৰমোন্নতিৰ পথত এটা নিয়ম মাথোনহে হব লাগিব, শিক্ষাদানৰ কাৰ্য্য-প্ৰণালীত শিশুমনৰ প্ৰতি সহানুভূতি থাকিব লাগিব, শিশুৰ মনোবৃত্তি বা স্বাভাৱিক প্ৰবৃত্তি দমন কৰা নীতি তাত থাকিব নোৱাৰিব। শিক্ষকৰ হাতেদি শিশুক এটা মহান্ আৰু পূৰ্ণ মানুহত পৰিণত কৰিব লাগিব এনে নীতি শিক্ষা প্ৰণালীৰ ভিতৰত থাকিব নোৱাৰিব। স্বাভাৱিক শক্তি বিকাশৰ পথত ই এনে এটি নিয়ম যি নিয়মৰ মাজেদি শিশু ক্ৰমশঃ আনন্দময়, সুসমঞ্জস আৰু ন্যায়পৰায়ণতাপূৰ্ণ পৰিবেশত ক্ৰমশঃ সমাজৰ এজন কাৰ্য্যতৎপৰ আৰু বিচাৰ-বুদ্ধিসম্পন্ন সভ্য হব পাৰিব। এই লক্ষ্যত যে যৌৱনকালতহে উপনীত হব পাৰিব সেইটো নহয়। জীৱনৰ কাৰ্য্যক্ষেত্ৰৰ মাজত স্বাভাৱিক শক্তি বিকাশৰ লগে লগে দৈনন্দিন কাৰ্য্যপ্ৰণালীৰ মাজেদি এই লক্ষ্যত উপনীত হব।

## ৰুছোৰ শিক্ষা—নিয়মৰ সৰলীকৰণ

শিক্ষাদানৰ উদ্দেশ্য হব লাগে মানৱ মনৰ অনুভূতিৰ অনুশীলন। অনুভূতিসমূহেই হব লাগে মানসিক উন্নতিৰ পথত পৰিচালক। আমি যিবোৰ বস্তু ইন্দ্ৰিয়সমূহৰ দ্বাৰা দেখোঁ, স্পৰ্শ কৰোঁ আৰু অনুভৱ কৰোঁ সেই বস্তুবিলাকৰ পৰা ক্ৰমেক্ৰমে জ্ঞান আহৰণ কৰিহে আমি বুদ্ধি বিকাশৰ পথ বিচাৰি পাম। সেই কাৰণে শিশুক পোনতে পঢ়িবলৈ দিব নালাগে। পঢ়িবলৈ দিলে শিশুৱে পঢ়েহে, চিন্তা নকৰে। পঢ়িলে প্ৰকৃততে সি শিক্ষা নাপায়, কেৱল ভাষাহে শিকে।

সেইকাৰণে শিশুক প্ৰকৃতিৰ লগত, দৃশ্যমান পদাৰ্থসমূহৰ লগত পৰিচিত কৰি দিব লাগিব। ৰুছোৰ মতে ভূগোল শিক্ষা হাবি বননিত আৰু মুকলি পথাৰত দিব লাগিব। সূৰ্য্য, চন্দ্ৰ, পৃথিবীৰ অৱস্থান পৰ্য্যবেক্ষণ আৰু নিৰীক্ষণ কৰিবলৈ দিব লাগিব। আকাশৰ গ্ৰহ-তৰাবোৰ দেখুৱাই জ্যোতিৰ্বিজ্ঞান শিকাব

লাগিব। গছ-লতা দেখুৱাই উদ্ভিদ বিজ্ঞান শিকাব লাগিব। পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন বিজ্ঞানৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া শিকাব লাগিব। অঙ্কশাস্ত্ৰ যি যি ক্ষেত্ৰত ব্যৱহাৰ হয় তাৰেই পৰিবেশত আৰু অৰ্থনীতিৰ সম্বন্ধত শিক্ষা দিব লাগিব; কেৱল বুৰঞ্জীহে পাঠ্য-পুথিৰ সহায়ত শিক্ষা দিব লাগিব। ভূগোল, বুৰঞ্জী আদি কৰি সকলো বিষয়ৰে শিক্ষা নিজ নিজ ঘৰতে আৰম্ভ কৰিব লাগিব। যিবোৰ কথা বা যিবোৰ বিষয়ে সহজে আৰু ভালকৈ বুজিব পাৰে তাকেহে শিকাবলৈ যত্ন কৰিব লাগে আৰু যিবোৰ বিষয়ে জ্ঞান সম্পূৰ্ণ হৈছে তাক এৰিব লাগে। যিমান দূৰ সম্ভব, সাধাৰণতঃ কোনো প্ৰকৃত বস্তুৰ পৰিবৰ্ত্তে সঙ্কেত বা চিন ব্যৱহাৰ নকৰিব, কাৰণ সঙ্কেত বা চিন ব্যৱহাৰ কৰিলে শিশুৰ মন তালৈহে যায়, প্ৰকৃত বস্তুটোলৈ নাযায়।

বৰ্ত্তমান যুগত যিবিলাক শিক্ষা নীতিৰ বিষয়ে বেছি জোৰ দিয়া হয় আৰু বহুলভাৱে প্ৰচাৰ কৰা হয় সেইবিলাক শিক্ষা-নীতিৰ মূল উৎস ৰুছোৰ প্ৰৱৰ্তিত আৰু নিৰ্দেশিত নীতি মাথোন।

## শিক্ষা শিশুকেন্দ্ৰিক

শিক্ষা শিশুকেন্দ্ৰিক—এই নীতি অৱলম্বন কৰি সৰ্ব্ব প্ৰথমে জন্ লকে (১৬৩২—১৭০৪) শিক্ষাৰ পুথি ৰচনা কৰাৰ সন্মান লাভ কৰে, কিন্তু প্ৰকৃতিৰ ওপৰত ভিত্তি কৰি শিশুৰ শিক্ষা-দৰ্শনৰ মতবাদ পতিষ্ঠা কৰাৰ সন্মান ৰুছোৰহে প্ৰাপ্য। এইটো স্বীকাৰ কৰিব লাগিব যে ৰছোৰ শিশু জীৱন আৰু প্ৰকৃতি সম্পৰ্কে প্ৰকৃত জ্ঞান সিমান নাছিল। শিশুৰ প্ৰতি এই সহানুভূতি সম্পূৰ্ণ আবেগিক আছিল আৰু সেই আবেগিকতা নিজে কাৰ্য্যত পৰিণত কৰা নাছিল, কিন্তু বাস্তৱিক পক্ষে শিশুৰ জীৱন, শিশুৰ প্ৰকৃতি, শিশুৰ স্বভাৱ আৰু শিশুৰ অভিজ্ঞতাৰ ভিত্তিত শিক্ষা-দৰ্শনৰ ধাৰাৰ গতি পৰিবৰ্তিত হয় প্ৰথমতঃ ৰুছোৰ এই মতবাদৰপৰা। শিশুৰ বাল্যাৱস্থাৰপৰা ক্ৰমবৰ্ধমান অৱস্থাৰ প্ৰত্যেক স্তৰতে শিক্ষা-প্ৰণালী তদুপযোগী হব লাগিব। শিশুৰ স্বভাৱ আৰু শিশুৰ বয়সে প্ৰত্যেক স্তৰতে নিৰ্ণয় কৰি দিব লাগিব শিক্ষাৰ নিয়ম-প্ৰণালী। শিশুৰ অভিজ্ঞতাই শিক্ষা-প্ৰণালীৰ সাফল্যৰ বাট নিদ্ধাৰণ কৰি দিব।

ৰুছোৰ পাচত পেষ্টালৎজি (Pestalozzi) হাৰবাৰ্ট (Herbart) আৰু ফ্ৰোবেল (Froebel) এই তিনিজন শিক্ষাবিদে যি মূল্যবান সংস্কাৰ আনিলে, যি অৱদান দিলে তাৰ মূল উৎস হৈছে ৰুচোৰ শিক্ষা-দৰ্শন আৰু শিক্ষা-নীতি।

## শিক্ষা ক্ষেত্ৰত মনস্তাত্ত্বিক গতিধাৰা

শিক্ষা পদ্ধতিৰ মনস্তাত্ত্বিক গতিধাৰা নিৰ্ণয় কৰিবলৈ হ'লে প্ৰকৃতিবাদৰ ভিত্তিত স্বাভাৱিক ধৰণে গঢ়ি উঠা শিক্ষা পদ্ধতিৰ ভিন্ ভিন্ লক্ষ্য আৰু দৃষ্টিভঙ্গী সম্যক্ বিশ্লেষণ কৰি চাব লাগিব। প্ৰকৃততে মনস্তাত্ত্বিক শিক্ষাধাৰাৰ গতিপথ হ'ল প্ৰকৃতিবাদৰ ভিত্তিত গঢ়ি উঠা মূল নীতিবোৰৰ স্থান, কাল আৰু সমাজিক পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰি বিভিন্ন শিক্ষাবিদ্ পণ্ডিতসকলৰ মতবাদবোৰৰ সমন্বয়ত এটা বৈজ্ঞানিক চিন্তাধাৰাৰ সুঁতিৰ উদ্ভৱত। সমাজ বিজ্ঞানৰ ভিত্তিত ইয়াৰ সাৰ্থকতা নিৰ্ভৰ কৰিব ধৰিলে আৰু শিক্ষাদৰ্শনৰ মূলনীতিবোৰ বিজ্ঞান সম্মতভাৱে স্পষ্টীকৰণ আৰু স্ফূৰীকৰণ হব ধৰিলে। এই নতুন চিন্তাধাৰাৰ মৌলিক তত্ত্ব এয়ে হ'ল যে শিক্ষা এটা কৃত্ৰিম পদ্ধতি মাথোন নহয় নাইবা শিক্ষাৰ অৰ্থ কেৱল ভাষা শিক্ষা আৰু সাহিত্যৰ নিপুণতা অৰ্জ্জন কৰাই মাথোন নহয়। শিক্ষাই মানৱ প্ৰকৃতিত নিহিত থকা সজ বৃত্তিবোৰৰ উন্মেষ সাধন কৰিব লাগিব। সেইবাবে মনস্তাত্ত্বিক শিক্ষাধাৰাৰ গতিপথ হ'ল শিক্ষাৰ মূল উদ্দেশ্য স্কুলীয়া শিক্ষাৰ পাঠ্যক্ৰমত বিজ্ঞানসম্মত এটা নিৰ্দ্দিষ্ট পদ্ধতি উপস্থাপিত কৰা।

গতিকে মনস্তাত্ত্বিক শিক্ষাধাৰাৰ প্ৰথম প্ৰচেষ্টা হ'ল পুৰণি শিক্ষা ধাৰাৰ লগত ৰুছো প্ৰবৰ্ত্তিত নতুন শিক্ষাধাৰাৰ এটি মীমাংসামূলক সমন্বয়ৰ চেষ্টাত। পুৰণি শিক্ষাধাৰাত আছিল ভাষা আৰু সাহিত্যৰ—তথা গ্ৰন্থ অধ্যয়নৰ প্ৰভাৱ। আন কথাত কবলৈ হলে বিখ্যাত গ্ৰন্থকাৰসকলৰ পুথি পঢ়োৱাই আছিল শিক্ষাৰ মাধ্যম। ৰুছোৱে ক'লে যে পুথি পঢ়োৱাৰ পৰা ছাত্ৰ-ছাত্ৰীসকলৰ অন্তৰত নিহিত থকা কিছুমান স্বাভাৱিক গুণ বা বৃত্তি ঢাকি ৰখা হয় নাইবা দমন কৰা হয়। তাকে নকৰি শিশুৰ এই গুণ বা বৃত্তিবোৰ উন্মেষ কৰিবলৈ হে যত্ন কৰিব লাগে। ৰুছোৰমতে কিতাপ পঢ়িবলৈ নিদি ছাত্ৰ-ছাত্ৰীয়ে নিজৰ নিজৰ চকুৰে দেখি, লক্ষ্য কৰি বা নিৰীক্ষণ কৰি, নিজৰ নিজৰ হাতেৰে কাম কৰি নিজে নিজে অভিজ্ঞতা লাভ কৰি শিক্ষা লাভ কৰিব লাগে।

## বুনিয়াদী শিক্ষা পৰিকল্পনাৰ ভিত্তি ইয়াতেই

গান্ধীজীৰ শিক্ষাৰ পৰিকল্পনাৰ ভিত্তি আছিল ৰুছোৰ এই শিক্ষাদৰ্শনৰ নীতি। আজিও বহু শিক্ষাবিদে এই নীতি সমৰ্থন কৰে। ৰুছোৱে কৈছিল,যে ছাত্ৰ-ছাত্ৰীক যদি পুথি পঢ়িবলৈ নিদি এটা কাৰখানাত কাম কৰিবলৈ দিওঁ তেতিয়া সিহঁতে হাতেৰে কাম কৰি নিজৰ বুদ্ধিৰ বিকাশ সাধন কৰিব। ছাত্ৰ-ছাত্ৰীয়ে ভাবিব যে সিহঁত শিল্পী বা কাৰিকৰ হব ধৰিছে আনফালে সিহঁতে চিন্তাশীল দাৰ্শনিকৰ মনোবৃত্তি গঢ়ি লব। হাতৰ কামৰ মাজেদি শিশুসকলে নিজৰ বুদ্ধি

বিবেচনা খটাবলৈ সুযোগ পাব। পুথি অধ্যয়নৰ দ্বাৰা শিশুৱে অপৰৰ ভাৱ হে গ্ৰহণ কৰে। পুথি অধ্যয়নৰ দ্বাৰা শিশুৱে যি জ্ঞান আহৰণ কৰে, সেই জ্ঞান মনত ৰাখিব পৰা শক্তিৰ অনুপাতে হে হয়। হাতৰ কামৰ মাধ্যমত শিক্ষা দিয়াৰ প্ৰধান সুবিধা এই যে যেনেকৈ দেহৰ শক্তি অনুসাৰে হে মানুহে বোজা বব পাৰে, তেনেকৈ মনত ৰাখিব পৰা শক্তিৰ জোখাৰে হে মানুহে জ্ঞানৰ পৰিমাণ মনেৰে আহৰণ কৰিব পাৰে। আন কথাত কব পাৰি যে বুজি মনত ৰখা কথাই হে জ্ঞান দিয়ে। নুবুজা কথা মুখস্থ বা কণ্ঠস্থ কৰাৰ পৰা প্ৰকৃত জ্ঞান আহৰণ কৰা নহয়। তদুপৰি পুথি অধ্যয়নৰ পৰা নুবুজাকৈ গ্ৰহণ কৰা আনৰ ভাৱ আৰু ভাবাৰ সম্পূৰ্ণ স্পষ্ট ধাৰণা হব নোৱাৰে। পক্ষান্তৰে বুজি গহণ কৰা জ্ঞানৰ সম্পূৰ্ণ স্পষ্ট ধাৰণা হব পাৰে।

ৰুছোৰ এই ধৰণৰ শিক্ষা পদ্ধতি শিশুসকলৰ আগ্ৰহৰ ভিত্তিত নিৰ্দ্ধাৰণ কৰা হৈছিল—এয়ে আছিল আগ্ৰহিক শিক্ষা (Education of Interest)। পুৰণি শিক্ষা পদ্ধতি আছিল শিক্ষাদানৰ যত্ন আৰু চেষ্টাৰ ভিত্তিত (Education of Effort)। এই দুই পদ্ধতিৰ বিভিন্ন গতিধাৰা চলি থাকিল। মীমাংসা নহ'ল।

নতুন শিক্ষাধাৰাৰ ভিত্তি হ'ল মানুহৰ স্বভাৱ বা মানৱ মনৰ জ্ঞান আহৰণৰ স্বাভাৱিক আগ্ৰহ। এই আগ্ৰহৰ ভিত্তিত মনস্তাত্ত্বিক শিক্ষাধাৰাৰ উদ্ভব হ'ল। এই সময়ৰ শিক্ষাবিজ্ঞানৰ গতি নিৰ্দ্ধাৰিত হ'ল মানুহৰ মনৰ স্বাভাৱিক পৰিবৰ্দ্ধন আৰু কৰ্ম্ম কুশলতাৰ অধ্যয়নমূলক প্ৰচেষ্টাত। মনোবিজ্ঞানৰ এই তত্ত্ববিলাকৰ বৈজ্ঞানিক ভিত্তিত নীতি স্থিৰ কৰাৰ প্ৰচেষ্টা আৰম্ভ হয় উনৈশ শতিকাৰ প্ৰথম ভাগ সময়ছোৱাৰ ভিতৰত। শিক্ষাক্ষেত্ৰত এই তত্ত্ববিলাকৰ প্ৰয়োগ আৰু ব্যৱহাৰ তেতিয়াও হোৱা নাছিল আৰু উনৈশ শতিকাৰ মাজ ভাগ সময়লৈকে তত্ত্ব আৰু নীতি অন্বেষণ চলি থাকিল। বৈজ্ঞানিক ভিত্তিত শিক্ষা সংস্কাৰৰ চেষ্টাৰ ফলত প্ৰধানকৈ চাৰিটা বিষয়ৰ উদ্ভৱ হ'ল। (১) শিক্ষাদানৰ নতুন পদ্ধতিৰ প্ৰতি মনোযোগ (২) শিশুৰ প্ৰকৃতি অধ্যয়ন আৰু শিশুৰ প্ৰতি সহানুভূতিমূলক ব্যৱস্থাৰ অন্বেষণ (৩) প্ৰাথমিক শিক্ষাদানৰ প্ৰতি নতুন উৎসাহ আৰু (৪) শিক্ষা সাৰ্ব্বজনীন কৰাৰ সম্ভাৱনাৰ বিষয়ে গুৰুত্ব আৰোপ।

## শিক্ষক-প্ৰশিক্ষণৰ প্ৰয়োজনীয়তা

শিক্ষাদানৰ নতুন পদ্ধতিৰ অন্বেষণৰ ফলত শিক্ষক প্ৰশিক্ষণৰ প্ৰশ্নই দেখা দিলে। শিক্ষক প্ৰশিক্ষণৰ সমস্যাৰ উদ্ভৱ হোৱাৰ লগে লগে এইটো স্পষ্টকৈ প্ৰতীয়মান হ'ল যে শিশুৰ দৃষ্টিভঙ্গীৰে জগৎখনৰ ৰূপ কি শিক্ষকে তাক ভালদৰে উপলব্ধি কৰিব পাৰিব লাগিব। শিক্ষক হিচাবে আমি হয়তো বহুতো কথা জানিব পাৰোঁ আৰু সেই কথাবোৰ শিক্ষা দিবলৈ ববকৈ আগ্ৰহান্বিত হব পাৰোঁ, কিন্তু

আমি যদি শিশুমন ভালদৰে বুজি নাপাওঁ শিক্ষাদানত কেতিয়াও আমি সফলকাম হ'ব নোৱাৰোঁ। প্ৰত্যেক শিক্ষকে সেইবাবে ধৈৰ্য্যেৰে শিশুমনৰ গতি নিৰীক্ষণ কৰি শিশুৰ মনৰ ভাৱবোৰে কেনেকৈ ক্ৰিয়া কৰে তাক বুজিবলৈ চেষ্টা কৰিব লাগিব। জাগতিক বস্তুবোৰ শিশুৱে কি দৃষ্টিৰে চায় সেই দৃষ্টিভঙ্গী, শিশুৰ স্বাভাৱিক অভ্যাসবোৰ, সিহঁতৰ সমস্যাবোৰ, সিহঁতৰ ৰুচি-অভিৰুচিবোৰ, কি উপায়েৰে সিহঁতক কৰ্ম্মত উৎসাহিত কৰিব পাৰি, কিবোৰ কথাৰপৰা সিহঁতৰ উৎসাহ ভঙ্গ হয় আৰু এটাৰ পাছত আন এটা কথালৈ সিহঁতৰ মনত ধাউতি পৰিবৰ্ত্তিত হয়, এই কথাবোৰৰ প্ৰকৃত অধ্যয়ন শিক্ষকে কৰিব লাগিব। এইখিনিতে শিক্ষকৰ প্ৰশিক্ষণৰ আৱশ্যকতা আহি পৰে। মানৱ মনৰ গতিধাৰা নিৰ্ণয় আৰু অধ্যয়ন কৰি শিক্ষাদান কাৰ্য্যত সেই অভিজ্ঞান লাভ কৰিবলৈ এজোন শিক্ষকৰ হয়তো গোটেই জীৱনটো অতিবাহিত হৈ যাব পাৰে।

এইবোৰ সমস্যাৰ ওপৰত ভিত্তি কৰি শিশুৰ প্ৰকৃতি অধ্যয়ন, শিশুমনৰ দৃষ্টিভঙ্গী আৰু শিশুৰ প্ৰতি সহানুভূতি, শিশুৰ আগ্ৰহমূলক কৰ্ম্ম প্ৰবৃত্তি আৰু শিশুৰ কৰ্মক্ষমতা আদি বিষয়ে অন্বেষণ আৰু অধ্যয়নৰ যুগ শিক্ষা জগতত আৰম্ভ হ'ল। শিক্ষানুষ্ঠানবিলাকত ইতিপূৰ্বে এনেবোৰ কথাৰ কোনো সম্পৰ্ক নাছিল। ইয়াৰ ফল এয়ে হ'ল যে শিক্ষাদৰ্শনৰ ধাৰা শিক্ষাপদ্ধতি অন্বেষণৰ বাটেদি গতি কৰিলে। ইতিপূৰ্বে শিক্ষা নিৰ্ভৰ কৰিছিল বিদেশী ভাষা আৰু সাহিত্য অধ্যয়নৰ মাধ্যমত আৰু সিও মাধ্যমিক আৰু উচ্চ-মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰতহে। এই সময়তে প্ৰাথমিক শিক্ষাৰ প্ৰতি মনোযোগ আকৰ্ষিত হ'ল।

## শিক্ষাপদ্ধতিত পেষ্টালৎজিয়ে গতি নিৰ্ণয় কৰিলে

শিক্ষাদৰ্শনৰ মনস্তাত্বিক গতিধাৰাৰ প্ৰধান আৰু মূল কথা আছিল শিক্ষা কেৱল ব্যক্তিৰ উন্নয়নমূলক পৰিবৰ্দ্ধন মাথোন; কাৰণ সামাজিক উন্নয়নৰ লগত ব্যক্তিৰ উন্নয়ন ওতঃপ্ৰোতঃ ভাৱে জড়িত। শিক্ষাৰ এই গতিধাৰা অষ্টাদশ শতিকাৰ মাজ ভাগৰ পৰা উনবিংশ শতিকাৰ প্ৰথম ছোৱালৈকে চলি আছিল। এই ভাবধাৰাৰ গতি দুই তিনি পুৰুষলৈ চলি থাকিল আৰু তাৰ গতি নিৰ্ণয় কৰিলে পেষ্টালৎজিয়ে (Pestalozzhi)

পেষ্টালৎজিৰ মতে শিক্ষা হ'ল ব্যক্তিৰ অন্তৰত নিহিত থকা সকলোবোৰ শক্তিৰ সমকালীন ক্ৰমোন্নতি (Harmonious development)। আনকথাত মনস্তত্বৰ ফালৰ পৰা কবলৈ হ'লে মানুহে কিবোৰ মনোবৃত্তি বা অভ্যাস গঠন কৰি লয়, সেই অভ্যাসবোৰক সু-সংযত আচৰণত সংগঠিত কৰা। শিক্ষক সমাজৰ ওপৰত এই ভাবধাৰাৰ প্ৰভাৱৰ যথেষ্ট মূল্য আছে আৰু ইয়েই সাৰ্ব্বজনীন শিক্ষাৰ বাট মুকলি কৰিলে; কাৰণ শিক্ষাই যদি ব্যক্তিৰ উন্নয়ন সাধন

কৰে, তেন্তে সকলোবিলাক মানুহেই শিক্ষা পদ্ধতিৰ সংযত শাসনৰ মাজেদি গতি কৰিব লাগিব। ইয়ান দিনে উচ্চতৰ স্তৰতহে শিক্ষা পদ্ধতিৰ কাৰ্য্য চলি আছিল আৰু প্ৰাপ্তবয়স্ক লোকৰ আবেগ-সম্ভূত চিন্তাধাৰা আৰু ভাবধাৰা জাপি দিবলৈ চেষ্টা কৰা হৈছিল। শিশুমনৰ প্ৰতি দৃষ্টি আকৰ্ষিত হোৱাত সাৰ্ব্বজনীন শিক্ষাৰ ফালে দৃষ্টি হ'ল আৰু প্ৰয়োজনীয়তাও অনুভূত হ'ল।

সেইবাবে মনস্তাত্ত্বিক শিক্ষা আন্দোলনৰ দুটি ধাৰা প্ৰবাহিত হ'ল। এটি ধাৰা হ'ল সম্পূৰ্ণ দাৰ্শনিক ধাৰা। এই ধাৰাই শিক্ষাদৰ্শনৰ যুক্তিতত্ত্ব আবিষ্কাৰ কৰাত নিবদ্ধ থাকিল। আনটো ধাৰা হ'ল ব্যৱহাৰিক। বাস্তৱ ক্ষেত্ৰত শিক্ষাতত্ত্ব আৰু শিক্ষানীতি পৰীক্ষাৰ দ্বাৰা নিৰ্ণয় কৰাত নিবদ্ধ থাকিল। দাৰ্শনিক সূত্ৰিৰ ৰূপ দিলে পেষ্টালৎজি, হাৰবাৰ্ট আৰু ফ্ৰোবেলে।

# বেছ্‌ডাৱ (Basedow-1723-1790)

ঊনৈশ শতিকাৰ প্ৰথম ছোৱাত শিক্ষা জগতত যি শিক্ষা-আন্দোলনৰ আৰম্ভ হয় সেই আন্দোলনৰ সম্পূৰ্ণ কৃতিত্বৰ যশ অকল পেষ্টালৎজিৰে প্ৰাপ্য নহয়। পেষ্টালৎজিয়ে ৰুচোৰ শিক্ষাদৰ্শনৰ স্পষ্ট আৰু মূৰ্ত্ত ৰূপ দান কৰে। এই ক্ষেত্ৰত পেষ্টালৎজিৰ বাহিৰেও আন আন কেবাগৰাকী শিক্ষাবিদে বৰঙণি যোগাইছে। তাৰ ভিতৰত এজন আছিল বেছডাৱ আৰু তেওঁৰ সহকৰ্ম্মীসকল। শিক্ষাদৰ্শনৰ মূলতত্ত্ব আৰু কাৰ্য্যসূচীবোৰ পেষ্টালৎজিৰ সহকৰ্ম্মীসকলেও ৰূপায়িত কৰাত যথেষ্ট বৰঙনি যোগাইছে। পৰবৰ্ত্তী কালত শিক্ষকসকলেও যথেষ্ট অবদান দিছে। তাৰ পাচত হাৰবাৰ্ট আৰু ফ্ৰোবেলে পেষ্টালৎজিৰ শিক্ষাপ্ৰণালীসমূহক বেছি দাৰ্শনিক অন্তৰদৃষ্টিৰে আৰু বেছি দৃঢ়তাৰে কাৰ্য্যকৰী কৰি তুলিছিল।

ওঠৰ শতিকাৰ শেষ ভাগত বেছ্‌ডাৱে শিক্ষা ক্ষেত্ৰত নতুন সংস্কাৰৰ আন্দোলন গঢ়ি তোলে। শিশুসকলৰ শিক্ষা কৰিবৰ সামৰ্থ্যৰ জোখাৰে শিক্ষা দিবলৈ শিক্ষকৰ যি যোগ্যতাৰ আৱশ্যক হয়, শিশুসকলৰ মাজত শিশুসমাজৰ এজন হিচাবে চলিব পৰা যোগ্যতা আৰু বুদ্ধি বেছ্‌ডাৱৰ আছিল। খেল-ধেমালিৰ মাজেদি, কথা-বতৰা পতাৰ ছলেদি, আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰিস্থিতিত ঘৰ-দুৱাৰ, ফল-ফুলৰ বাগিচা, খেতি-পথাৰ আদিৰ সম্পৰ্কত বেছডাৱে শিশুসকলক শিক্ষাদান কৰিছিল। ৰুছোৰ শিক্ষাদৰ্শনৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ বেছ্‌ডাৱে ধৰ্ম্মীয় জগৎ আৰু শিক্ষা জগৎ উভয় ক্ষেত্ৰতে সংস্কাৰ সাধনত ব্ৰতী হৈছিল। সেই সময়ত স্কুলবিলাকত শাৰীৰিক চৰ্চ্চাৰ কোনো ব্যৱস্থা নাছিল। মাতৃভাষা শিক্ষা দিয়াৰ প্ৰতি অৱহেলা কৰা হৈছিল। লেটিন আৰু গ্ৰীক্ ভাষা শিক্ষা দিয়াৰহে ব্যৱস্থা আছিল। শিক্ষাও গতানুগতিকতাৰ মাজত সীমিত হৈছিল। শিক্ষাব্যৱস্থাৰ উন্নতিৰ বাবে কোনো চিন্তা কৰা হোৱা নাছিল। দৰিদ্ৰ আৰু মধ্যবিত্ত শ্ৰেণীৰ লোকৰ শিক্ষাৰ বাবে কোনো মনোযোগ দিয়া নহৈছিল। শিক্ষা দিয়া পদ্ধতি কঠিন আৰু কঠোৰ আছিল। দয়া মৰমৰ স্থান নাছিল। ব্যাকৰণ, কবিতা আৰু ধৰ্ম্মীয় গ্ৰন্থ মুখস্থ কৰাবলৈ বেতৰ আশ্ৰয় লোৱা হৈছিল; স্কুল ঘৰবোৰ বৰ আন্ধাৰ আছিল। লিখা-পঢ়াৰ বাহিৰে শিশুৱে যে আন বিষয়তে আনন্দ পাব পাৰে তালৈ কোনো দৃষ্টি নাছিল। ৰজা চতুৰ্দ্দশ লুইৰ (Louise XIV) সময়ত উচ্চ শ্ৰেণীৰ দুৰীয়া ল'ৰা ছোৱালীবিলাকক যথেষ্ট অত্যাচাৰ কৰা হৈছিল। সিহঁতৰ চুলি বিলাক নাপিতৰ দ্বাৰা কেকোঁৰা কৰি দিয়া হৈছিল আৰু পাউদাৰ আৰু পমেড্ সানি দিয়া হৈছিল। সিহঁতক জৰি লগোৱা চোলা, আঠুত

লাগি ধৰা পায়জামা, ৰেছমী মোজা আৰু ককালত একোখন ছোৰা লবলৈ বাধ্য কৰা হৈছিল। কৰ্ম্মকুশল আৰু প্ৰাণবন্ত ল'ৰা-ছোৱালীৰ পক্ষে ই বৰ শাস্তিমূলক ব্যৱস্থা আছিল। দাৰ্শনিক পণ্ডিত কান্টে (Kant) সেই সময়ত বিক্ষুব্ধ হৈ কৈছিল যে শিক্ষা জগতত আৰু সংস্কাৰ বিধানৰ কোনো উপায় নাই। শিক্ষা জগতত বিপ্লৱৰ হে আৱশ্যক হৈছে। নৱ সংস্কাৰকৰ কাৰণে ই এক উত্তম পৰিস্থিতি আৰু বেছ্‌ডাবে আছিল এই নৱসংস্কাৰক দলৰ ৰজা স্বৰূপ।

বেছ্‌ডাবৰ নৱসংস্কাৰৰ মূলনীতি আছিল শিক্ষাক প্ৰাণবন্ত আৰু স্বাভাৱিক কৰি তোলা। বেছডাবৰ ধাৰণা আছিল যে শিক্ষাক যদি স্বাভাৱিক আৰু প্ৰাণবন্ত কৰি তুলিব পৰা যায় তেন্তে তৰুণসকলৰ চিন্তাশক্তি বাঢ়িব আৰু জগৎখনক এটা নতুন আৰু নিৰ্ম্মল দৃষ্টিৰে চাবলৈ সিহঁতে শিকিব। জাৰ্ম্মান কবি গেটে (Goethe) এই নীতিৰ পূৰ্ণ সমৰ্থক আছিল।

এই উদ্দেশ্যেৰে শিক্ষা সংস্কাৰৰ ক্ষেত্ৰত কাম কৰিবলৈ যাওঁতে বেছডাবে ধৰ্ম্মীয় নীতিৰ আচৰণবোৰৰ বিৰুদ্ধে অভিযান চলাবলগীয়া হৈছিল আৰু সেইবাবে বেছ্‌ডাবে জনপ্ৰিয়তা অৰ্জ্জন কৰিব নোৱাৰিছিল। বেছ্‌ডাব ধৰ্ম্মীয় আৰু সাম্প্ৰদায়িক গণ্ডীত ধৰ্ম্ম শিক্ষা দিয়াৰ বিৰোধী আছিল। তেওঁৰ মত আছিল ধৰ্ম্মীয় শিক্ষাও স্বাভাৱিকতাৰ মাজেদি মৌলিক ধৰণে হব লাগিব। শিশুৰ স্বাভাৱিক আশা আকাংক্ষা, ইচ্ছা-স্পৃহা সকলো প্ৰবৃত্তিৰে সম্যক্ স্ফুৰণ হবলৈ দিব লাগিব আৰু শিশুক প্ৰকৃত বাটেদি লৈ যাব লাগিব, কেতিয়াও তাক দমন কৰিব নোৱাৰিব। বেছডাবৰ এই নীতিয়ে শিক্ষা জগতত বিপ্লৱৰ সৃষ্টি কৰিছিল।

## 'বেছডাবৰ' শিক্ষাদৰ্শনৰ ভিত্তি আৰু শিক্ষানীতি

১৭৬৩ চনৰ পৰা আৰম্ভ কৰি কেইবা বছৰো ধৰি বেছ্‌ডাবে জাৰ্মাণীত বহু প্ৰবন্ধ ৰচনা কৰি প্ৰচাৰ কৰি গোটেই দেশবাসীকে অভিভূত কৰি তুলিছিল। সংৰক্ষণশীল আৰু গোড়া লোকসকলৰ প্ৰবল প্ৰতিৰোধ থকা সত্ত্বেও বেছ্‌ডাবে নিজৰ অধ্যৱসায়ৰ গুণত দেশত স্বীয় প্ৰভাব বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল। প্ৰথম কেইবছৰ তেওঁ দাৰ্শনিক মতবাদৰ আৰু ধৰ্ম্মীয় শিক্ষাৰ সংস্কাৰ আনিবলৈ যত্ন কৰিছিল। এই সময়ত বেছি ভাগ প্ৰবন্ধই ধৰ্ম্মসম্বন্ধীয় আছিল। এই প্ৰবন্ধ বিলাকৰ দ্বাৰা বেছ্‌ডাবে ৰুছোৰ "স্বাভাৱিক ধৰ্ম্ম" (Natural religion) আৰু নৈতিকতাৰ নীতি প্ৰচাৰ কৰিছিল। তাৰ পাচত ৰুচোৰ এমিলি (Emile) গ্ৰন্থৰ প্ৰভাৱত পৰি তেওঁ শিক্ষা-সংস্কাৰৰ ক্ষেত্ৰত অৱতীৰ্ণ হ'ল। শিশুসকলৰ বাবে যেনেকৈ পাঠ্য-পুথি ৰচনা কৰিলে, পিতা-মাতা আৰু অভিভাৱকসকলৰ লৈকো সামাজিক শিক্ষাৰ বাবে অনুৰূপ আচৰণ পদ্ধতিৰ কিতাপ লিখি প্ৰচাৰ কৰিলে। শিশু সকললৈ লিখা (The Elemetary book) গ্ৰন্থখনৰ চাৰিখণ্ড আছিল আৰু

আতা এশখন উদাহৰণমূলক ছবি আছিল। ই আছিল প্ৰকৃততে কমেনিউছ্ (Comenius) বেকন (Bacon) আৰু ৰুছোৰ মতবাদৰ এটি সামন্বয়িক পদ্ধতি। পাঠ্য-পুথিৰ মাধ্যমত স্কুলবিলাকৰ শিক্ষাৰ ধৰণ পৰিবৰ্ত্তনৰ যত্ন কৰা আৰু শিক্ষণীয় বিষয়ৰ আমূল পৰিবৰ্ত্তন কৰাই আছিল কমেনিউছৰ দিনৰ পাছত কৰা প্ৰথম প্ৰচেষ্টা। মানুহৰ দৈনন্দিন জীৱনত যিবোৰ শব্দ বা যি ভাষা ব্যৱহাৰ কৰা হয় আৰু যিবোৰ বিষয় আৰু ঘটনাৰ সম্পৰ্কত অহা যায়, সেইবোৰ শব্দ আৰু বিষয়ৰ জ্ঞান দিয়াই আছিল ইয়াৰ লক্ষ্য। এই জ্ঞান হৈছে প্ৰথমতঃ প্ৰাকৃতিক দৃশ্য আৰু প্ৰাকৃতিক শক্তিসমূহৰ জ্ঞান, দ্বিতীয়তঃ নৈতিকতা আৰু মানসিকতাৰ বিভিন্ন পৰিস্থিতিত আহৰণ কৰা জ্ঞান আৰু শেহত হৈছে সমাজৰ প্ৰতি কৰ্ত্তব্যজ্ঞান, ব্যৱসায় আৰু অৰ্থনীতি সম্বন্ধীয় জ্ঞান। ৰুছোৰ স্বাভাৱিক পদ্ধতিয়ে (Natural method) এই গ্ৰন্থত দ্বিতীয় স্থান অধিকাৰ কৰিছে। ল'ৰা-ছোৱালীৰ নিজৰ নিজৰ অভিজ্ঞতাৰ মাজেদি সিহঁতক মাতৃভাষা আৰু গ্ৰীক্ আৰু লেটিন ভাষা পঢ়িবলৈ আৰু লিখিবলৈ শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল, যাতে সিহঁতে বুজাত কোনো আয়াস নাপায়। এনে ধৰণে ধৰ্ম্মৰ আৰু নৈতিকতাৰ তত্ত্ব আৰু সজকথাবোৰ শিক্ষা দি দেশত চলিথকা সংকীৰ্ণতা, কুসংস্কাৰ আৰু গতানুগতিক ভাৱে ধৰ্ম্মপালনৰ আনুষ্ঠানিক ক্ৰমবোৰক ধৰ্ম্মীয় অনুশাসনৰ মাধ্যমত সংস্কাৰ কৰিবলৈ যত্ন কৰা হৈছিল। এই গ্ৰন্থবোৰ মধ্যবিত্ত আৰু উচ্চ শ্ৰেণীৰ মানুহৰ ঘৰে ঘৰে পোৱা গৈছিল। বেছ্‌ডাৱে তেওঁৰ কৰ্ম্মীবৃন্দৰ সহায়ত শিশুপাঠ্যপুথি লিখি শিশুসাহিত্যৰ সৃষ্টি কৰিলে। এই সাহিত্যবোৰত প্ৰাপ্তবয়স্ক লোকৰ চৰিত্ৰ নাইবা অভাৱ-অভিযোগ বা আশা-আকাঙ্ক্ষাৰ বিষয়ে একো নাথাকিছিল। কেৱল মাত্ৰ শিশুৰ প্ৰয়োজনীয়তাৰ ওপৰতে ভিত্তি কৰি শিশুসাহিত্য সৃষ্টি কৰা হৈছিল। শিশুসাহিত্য সৃষ্টিৰ এয়ে প্ৰথম প্ৰচেষ্টা। এইদৰে ৰুছোৱে ফ্ৰান্সত যিখিনি পৰিবৰ্ত্তন সাধন কৰিব নোৱাৰিছিল বেছ্‌ডাৱে সেই পৰিবৰ্ত্তন জাৰ্ম্মাণীত সম্পূৰ্ণ কৰি তুলিব পাৰিছিল।

## শিশুকেন্দ্ৰিক শিক্ষা

বেছ্‌ডাৱৰ শিক্ষা সংস্কাৰৰ মূলনীতি আছিল যে শিক্ষাদান কাৰ্য্য মানৱশিশুৰ স্বাভাৱিক প্ৰকৃতিৰ ওপৰত ভিত্তি কৰি চলাব লাগিব। তাৰ অৰ্থ হৈছে যে শিশুক শিশু বুলি ভাবিব লাগিব আৰু সেই হিচাবে তাৰ লগত ব্যৱহাৰ কৰিব লাগিব। প্ৰাপ্তবয়স্ক লোকৰ নিচিনা ব্যৱহাৰ কৰিব নালাগিব। কথোপকথন পদ্ধতিৰে ভাষা শিক্ষা দিব লাগিব—ব্যাকৰণৰ সূত্ৰ শিকোৱাৰ দ্বাৰা নহয়। শিশুৰ প্ৰাথমিক শিক্ষা হব লাগিব দৌৰা-দৌৰি, হাই-উৰুমিৰ মাজত। সেই শিক্ষাত খেলা ধূলা ৰং-ধেমালিৰ ব্যৱস্থা থাকিব লাগিব; কাৰণ শিশুৱে

ইয়াক ভাল পায়। প্ৰত্যেক শিশুৱে এবিধ উদ্যোগ শিক্ষা কৰিব লাগিব। এই ব্যৱস্থাৰ উদ্দেশ্য আছিল আংশিক শৈক্ষিক আৰু আংশিক সামাজিক প্ৰয়োজনীতা সাধনৰ। পুৰণি গ্ৰীক্ আৰু লেটিন ভাষা শিক্ষা দিয়াতকৈ মাতৃভাষা শিক্ষা দিয়াত বেছি গুৰুত্ব দিব লাগিব। ভাষাৰ সূত্ৰৰ জৰিয়তে শিক্ষা নিদি বাস্তৱতাৰ লগত সম্পৰ্কিত কৰি শিক্ষা দিব লাগিব। গান্ধীজী পৰিকল্পিত বুনিয়াদী শিক্ষাৰ ভিত্তিত এই নীতিবোৰেই।

বেছ্ডাৱৰ এই পৰিকল্পনাক ৰূপায়িত কৰি তুলিবলৈ শিক্ষক প্ৰশিক্ষণৰ আৱশ্যকতাই দেখা দিলে আৰু জাৰ্মাণীৰ শিক্ষা-ক্ষেত্ৰত ই এটি সানুকূল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। বেছ্ডাৱ আৰু তেওঁৰ সহকাৰী কৰ্মীসকলে গঢ়া শিক্ষানুষ্ঠানত (Philanthropinum) পোন প্ৰথমে কাঠমিস্ত্ৰীৰ কুন্দ্‌কটা কাম আৰু কাঠপালিছ কৰা কাম শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হ'ল। শাৰীৰিক পৰিশ্ৰম আৰু হাতৰ কামৰ মাজত শিক্ষাৰ এটা প্ৰকৃত মূল্য আছে।

ইতিপূৰ্ব্বে ছবি আৰু বস্তুৰ সহায়ত শিক্ষা দিয়াৰ ব্যৱস্থা স্কুল-বিলাকত আছিল। বাহিৰৰ জীৱন যাত্ৰাৰ লগত শিক্ষা-পদ্ধতি বেছি ঘনিষ্ঠভাৱে জড়িত কৰা হ'ল। নৈতিকতা শিক্ষা দিবলৈ ল'ৰা ছোৱালীক যিবোৰ উপদেশ দিয়া হৈছিল, সেই উপদেশবোৰে সাধাৰণতঃ বিশেষ একো ফল দৰ্শাব পৰা নাছিল। নৈতিকতাৰ উপদেশবোৰ কৰ্ম্মপদ্ধতিৰ মাজত সন্নিবিষ্ট কৰিব পাৰিলে বেছি ফলদায়ক হয়। শিক্ষাদৰ্শনৰ এই নীতিবোৰ পৰৱৰ্ত্তী সংস্কাৰক পেষ্টালৎজি, হাৰ্বাৰ্ট আৰু ফ্ৰোবেলে বেছি কাৰ্য্যকৰী কৰি তুলিলে।

## পেষ্টালৎজি (Pestalozzi)

ৰুছোৰ দৰে পেষ্টালৎজিয়েও কৈছিল যে চলি থকা শিক্ষা ব্যৱস্থাৰ দ্বাৰা শিশুৰ স্বাভাৱিক উন্নয়ন হব নোৱাৰে।

পেষ্টালৎজিয়ে কৈছিল যে সাৰ পানী পোৱা ঠাইত ৰোপিত এজোপা গছেই প্ৰকৃত শিক্ষাৰ প্ৰতীক বুলি কব পাৰি। এটি ক্ষুদ্ৰ বীজৰ ভিতৰতে সম্পূৰ্ণ গছজোপা লুকাই আছিল। বীজটো উপযুক্ত ঠাইত গজোৱা হ'ল আৰু গছৰ বিভিন্ন অংশবোৰ সম্পূৰ্ণকৈ গঢ়ি উঠিল। সেইদৰে মানুহজন জানিবা গছজোপা। নতুনকৈ জন্মহোৱা শিশুৰ ভিতৰত মানৱ প্ৰকৃতিৰ শক্তি আৰু প্ৰবৃত্তিসমূহ লুকাই আছে। সেই শক্তিবিলাকৰ আৰু বিভিন্ন-অঙ্গ-প্ৰত্যঙ্গবিলাকৰ পৰিবৰ্দ্ধনৰ দ্বাৰা মানুহটোৰ প্ৰকৃত ৰূপ ওলাই পৰিব। সেই অঙ্গ-প্ৰত্যঙ্গ আৰু শক্তি বিলাক পৰিবৰ্দ্ধনৰ লগে লগে মনুষ্যত্ব গঠিত হয়। কোনো শিক্ষকে কাৰো অন্তৰত নতুন শক্তি বা প্ৰবৃত্তি সুমাই দিব নোৱাৰে; নাইবা কাকো শ্বাস-প্ৰশ্বাস বা জীৱন দিব নোৱাৰে। প্ৰকৃতিগত ভাৱে শিশুৰ পৰিবৰ্দ্ধনত যাতে বিপৰীতমুখী কোনো

প্ৰভাৱে অপ্ৰীতিকৰ বা অবাঞ্ছনীয় ফল ঘটাব নোৱাৰে তাৰ্লে লক্ষ্য ৰাখি ব্যক্তিৰ নৈতিকতা, বৌদ্ধিক শক্তি আৰু ক্ৰিয়াশক্তিৰ পৰিস্ফুৰণৰ বাবে সুযোগ আৰু সুবিধা দিব লাগে—বাহিৰৰ পৰা কৃত্ৰিম উপায়েৰে তাক সুযোগ দিব নোৱাৰি। সেইদৰে তৰ্কযুক্তিৰ দ্বাৰা ধৰ্ম্ম-বিশাবাস নিৰ্ণয় কৰিব নোৱাৰি। আনৰ চিন্তা জাপি দি চিন্তা কৰা শক্তি বঢ়াব নোৱাৰি।

পেষ্টালৎজিৰ শিক্ষা দৰ্শনৰ মূল ভিত্তি হ'ল—শিশুৰ ব্যক্তিত্বৰ সৰ্ব্বাঙ্গীণ পৰিবৰ্দ্ধন। এই পৰিবৰ্দ্ধন হব লাগিব—নৈতিক, মানসিক আৰু শাৰীৰিক। এই পৰিবৰ্দ্ধন হব পাৰে শিশুৰ ক্ৰিয়া শক্তিৰ মাধ্যমত। মানসিক, নৈতিক আৰু শাৰীৰিক এই তিনি প্ৰকাৰ বিভিন্ন পৰ্য্যায়ত শিশুৰ স্বভাৱজাত আৰু স্বতঃপ্ৰবৃত্ত ক্ৰিয়া-শক্তিৰ বা কৰ্ম্মৰ মাজেদি আৰু শিশুৰ প্ৰকৃতিগত পথেদি এই পৰিবৰ্দ্ধন হব পাৰে। পূৰ্ব্বাপৰ ৰীতি বা পূৰ্ব্বপ্ৰচলিত ধৰা-বন্ধা নীতি-নিয়মৰ মাজেদি এনে পৰিবৰ্দ্ধন সম্ভৱ হব নোৱাৰে। প্ৰচলিত নিয়ম অনুসাৰে এনে ধৰণৰ শিক্ষাৰ সংজ্ঞা দিবলৈ হ'লে কব লাগিব, যে শিক্ষা হৈছে মানৱ মনৰ সকলো প্ৰকাৰ শক্তি আৰু প্ৰবৃত্তিৰ স্বাভাৱিক প্ৰগতিমূলক আৰু সুসমঞ্জস পৰিবৰ্দ্ধন। বুনিয়াদী শিক্ষা উদ্ভাৱনৰ নীতিও এয়ে আছিল।

## শিক্ষাৰ পৰিসৰ

অজ্ঞতা, দৰিদ্ৰতা আৰু দুৰৱস্থাৰ মাজত যিবিলাক লোকসমাজত অৱহেলিত বা অৱদমিত হৈ আছিল, নৈতিক আৰু বৌদ্ধিক ক্ষেত্ৰত সিবিলাক লোকৰ কোনো প্ৰকাৰ উন্নতিসাধনৰ বাট নাছিল। তেনে লোকসকলৰ অৱস্থা উন্নয়নৰ পন্থাই হৈছে শিক্ষা। পেষ্টালৎজিয়ে শিক্ষা সংজ্ঞাৰ এনে ধৰণৰ ব্যাখ্যা দিয়ে। প্ৰত্যেক ব্যক্তিৰ অন্তৰত বিভিন্ন প্ৰকাৰ মানসিক শক্তি, আবেগ-অনুভূতি আৰু ৰুচি-অভিৰুচি নিহিত আছে। ব্যক্তিৰ ভৱিষ্যৎ জীৱনৰ সুখ-শান্তি আহৰণৰ বাবে আৰু সামাজিক অভাৱ-অভিযোগ নিবাৰণৰ বাবে মানৱ-মনৰ এই মনোবৃত্তিবোৰৰ উন্মেষৰ একান্ত প্ৰয়োজন। পুৰণি বা চলি থকা শিক্ষাপদ্ধতিত এনে কোনো সুযোগ নাছিল। চলি থকা শিক্ষাপদ্ধতিত ভাষা আৰু সাহিত্যৰ মাজেদি ধৰ্ম্মীয় মতবাদ শিক্ষা দিয়াৰ ব্যৱস্থা হৈ আছিল। সেই শিক্ষাৰ মাধ্যমত শিশুক কেৱল-মাত্ৰ প্ৰশ্নোত্তৰ ধৰণে ধৰ্ম্মীয় মতবাদৰ আনুষ্ঠানিক ক্ৰমবোৰ হে শিক্ষা দিয়া হৈছিল। অংকশাস্ত্ৰৰ সূত্ৰ মুখস্থ কৰাই বিজ্ঞান শিক্ষা দিয়াৰ আৰু মৃত ভাষাৰ জৰিয়তে কৃষ্টি সংস্কৃতিৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল।

কিন্তু প্ৰকৃত শিক্ষাৰ পৰিসৰ ইয়াতকৈ বেছি বহল। শিশুৰ অন্তৰ্নিহিত স্বাভাৱিক শক্তিসমূহৰ উন্মেষৰ বাবে অনুকূল পৰিবেশ সৃষ্টি কৰিব লাগিব।

বয়সৰ স্তৰ অনুসাৰে শিশুৰ শক্তিসমূহক উপযুক্ত পৰিবেশ আৰু অভিজ্ঞতাৰ মাজত উন্মেষিত কৰিবলৈ যত্নবান্ হ'ব লাগিব। শিক্ষা পদ্ধতিৰ মাজত এনে ধৰণৰ ব্যৱস্থাই স্থান পাব লাগিব।

## সমসাময়িক শিক্ষাপদ্ধতিৰ লগত বিজুনি

পেষ্টালৎজিৰ শিক্ষাদৰ্শন আৰু শিক্ষা পদ্ধতিৰ ধাৰা বুজিব পৰা যাব, যদিহে আমি সমসাময়িক শিক্ষানুষ্ঠানবিলাকত চলি থকা শিক্ষা পদ্ধতিৰ বিষয়ে সম্ভেদ লওঁ। সেই সময়ত শিক্ষকৰ গুণাগুণ চাই শিক্ষক নিযুক্ত কৰা নহৈছিল। গাঁৱৰ চকিদাৰ, ইটা তৈয়াৰ কৰা লোক, ৰছি পকোৱা লোক, পঙ্গু সৈনিক, কোনো বিধবা নাৰী নাইবা যি কোনো লোকক যাৰ ব্যৱসায়ৰ দ্বাৰা জীৱিকা নচলে নাইবা নিজ ব্যৱসায় চলোৱাৰ পাছতো যাৰ হাতত যথেষ্ট আজৰি সময় থাকে—তেনে যি কোনো লোকক শিক্ষক নিযুক্ত কৰা হৈছিল। বিশেষকৈ যাৰ ঘৰত যথেষ্ট ঠাইৰ সংকুলান হৈছিল—শিক্ষাৰ্থীসকলক বহুৱাবৰ কাৰণে—প্ৰায়েই তেনে লোকক শিক্ষকতাৰ কাম দিয়া হৈছিল। শিক্ষা পদ্ধতিও আছিল তলত দিয়া ধৰণে ঃ—

প্ৰত্যেক শিক্ষাৰ্থী-শিশুৱে নিজে নিজে পঢ়ে। একেলগে বেছি ছাত্ৰ-ছাত্ৰীক পঢ়োৱা পদ্ধতি তেতিয়াও জনা নাছিল। শিক্ষকজন য'ত বহে, তালৈকে ছাত্ৰ-ছাত্ৰীসকল এজন এজনকৈ আহে। শিক্ষকে এবাৰত এটা অক্ষৰহে দেখুৱাই দিছিল আৰু অক্ষৰটো উচ্চাৰণ কৰি শুনাই দিছিল। ছাত্ৰজনেও শিক্ষকৰ নিচিনাকৈ উচ্চাৰণ কৰিছিল। শিক্ষকজনে অক্ষৰটো ভালদৰে চিনি পাবলৈ আৰু মনত ৰাখিবলৈ ছাত্ৰজনক পুনঃ পুনঃ অভ্যাস কৰাইছিল। শব্দবিলাকৰ অক্ষৰবিলাক এইদৰে শিকাইছিল আৰু ক্ৰমে ক্ৰমে ছাত্ৰ-ছাত্ৰীসকলে পঢ়িবলৈ শিকিছিল। এই পদ্ধতি অত্যন্ত কঠিন আছিল। এই পদ্ধতিৰে শিক্ষা দিয়াত কেইবাবছৰো লাগিছিল আনকি চাৰিবছৰেও একোজন ছাত্ৰই পঢ়িব জনা হোৱা নাছিল। ই অনুকৰণশীল পদ্ধতি আছিল মাথোন আৰু সম্পূৰ্ণ গতানুগতিক আছিল। পঢ়া কথা যে বুজি পাব লাগে তালৈ কোনো লক্ষ্যই নাছিল। প্ৰত্যেকটো শব্দাংশৰ ওপৰত অনাৱশ্যক জোৰ দিয়া হৈছিল আৰু পাঠপঢ়া একেবাৰে নীৰস আৰু অৰ্থহীন হৈ পৰিছিল। সম্ভৱ হ'লে মুখস্থ কৰোৱা হৈছিল। ধৰ্মশাস্ত্ৰৰ পৰা বিভিন্ন শ্লোক আৰু প্ৰশ্নোত্তৰ হিচাবে থকা ধৰ্মশাস্ত্ৰৰ কথাবোৰো আগৰ পৰা গুৰিলৈ সেইদৰে মুখস্থ কৰাইছিল। ইয়াৰ ফলত ছাত্ৰ-ছাত্ৰীসকলে কোনো কথা ভালদৰে বুজি নাপাইছিল। সিহঁতে ওপৰে ওপৰে পঢ়িছিল আৰু ওপৰে ওপৰে বুজিছিল। সিহঁতৰ মনত একো স্থায়ীভাৱে নৰৈছিল। অন্ততঃ স্কুলীয়া জীৱনৰ কালছোৱাত সিহঁতে একো জ্ঞান আহৰণ কৰিব নোৱাৰিছিল। গানৰ শিক্ষাও

একে ধৰণে দিছিল। শিক্ষকে গাই দিয়ে আৰু ছাত্ৰই অনুকৰণ কৰি গায়। এইদৰে এটা বা দুটা বিষয়হে এনে পদ্ধতিত গতানুগতিক ভাবে শিক্ষা দিয়া হৈছিল। চুইজাৰলেণ্ড, জাৰ্ম্মাণী, ইংলণ্ড আৰু আমেৰিকাৰ যুক্তপ্ৰদেশৰ বিভিন্ন জিলাসমূহৰ স্কুলবোৰৰ শিক্ষা এনেকুৱাই আছিল।

পেষ্টালৎজিয়ে এই শিক্ষানুষ্ঠানবিলাকৰ পৰিবেশ নিজ নিজ ঘৰৰ পৰিবেশৰ নিচিনাকৈ গঢ়ি তুলিলে। গাঁৱৰ পৰিয়ালসকলৰ লগত শিক্ষানুষ্ঠানবিলাকৰ আগৰ যি সম্বন্ধ আছিল—সেয়ে থাকিল। উদ্দেশ্য আৰু লক্ষ্যও একে থাকিল; অৰ্থাৎ ল'ৰা-ছোৱালীৰ নৈতিক, বৌদ্ধিক আৰু সাংসাৰিক জীৱনৰ উন্নতি সাধন কৰা লক্ষ্যৰ কোনো পৰিবৰ্ত্তন নঘটিল। শিক্ষা দৰ্শনৰ নৱতম নীতি শিক্ষানুষ্ঠানবিলাকত কাৰ্য্যকৰী ভাৱে কেনেকৈ প্ৰয়োগ কৰিব পাৰি সেই সম্পৰ্কে পেষ্টালৎজিৰ কৰ্ম্ম পদ্ধতিৰ এটা বিশেষ গুণ বা বৈশিষ্ট্য আছিল।

পেষ্টালৎজিৰ শিক্ষাপদ্ধতিৰ সাৰ কথা বৰ সহজ আছিল। এই পদ্ধতিৰ প্ৰথম প্ৰচেষ্টা এয়ে আছিল যে কোনো এটা বিষয়ৰ জ্ঞান খণ্ড খণ্ড তথ্যত এনেদৰে পৰিণত কৰিছিল যে শিশুৰ মন তালৈকে আপোনা-আপুনি আকৰ্ষিত হৈছিল। এই জ্ঞান শিশুৱে আহৰণ কৰিব—নিজৰ পৰ্য্যবেক্ষণ আৰু অন্তৰৰ স্বতঃস্ফূৰ্ত্ত অনুভূতি শক্তিৰ সাহায্যত। জ্ঞানৰ এই খণ্ড খণ্ড তথ্যবোৰক লেথাৰিলগাকৈ সহজৰ পৰা কঠিনলৈকে শৃঙ্খলাবদ্ধ কৰা হৈছিল আৰু শব্দৰ সাহায্যত ভাষাৰ মাধ্যমত শিক্ষা নিদি বস্তুৰ সাহায্যত শিক্ষা দিয়াৰ উদ্দেশ্য কেৱল বস্তুবিষয়ক জ্ঞান দিয়াৰ কথাই নাছিল—ইয়াৰ ভিতৰত শিশুৰ মানসিক উন্নয়নৰ উদ্দেশ্য সম্পূৰ্ণ নিহিত আছিল। মৌখিক অঙ্কৰ অনুশীলন, আৰু ভূগোল শিক্ষাৰ আৰু প্ৰকৃতি অধ্যয়নৰ ক্ষেত্ৰত প্ৰাকৃতিক দৃশ্যবিলাকৰ অৱলম্বন নতুন পদ্ধতিত সন্নিবিষ্ট কৰা হ'ল।

## পেষ্টালৎজি বৰ্ত্তমান শিক্ষাধাৰাৰ পথিকৃৎ

বৰ্ত্তমান শিক্ষাপদ্ধতিৰ মূল উৎপত্তি স্থান—পেষ্টালৎজিৰ শিক্ষা দৰ্শন। পেষ্টালৎজিৰ শিক্ষাদৰ্শনৰ মতবাদ নিভাঁজ থাকি আজি শিক্ষা পদ্ধতিত স্থান পোৱা নাই সঁচা কথা, কিন্তু আজিৰ শিক্ষাদৰ্শনৰ মূলভিত্তি পেষ্টালৎজিৰ দাৰ্শনিক মতবাদ। পেষ্টালৎজিয়ে শিক্ষাধাৰাৰ নতুন যুগ প্ৰবৰ্ত্তন কৰিলে। শিক্ষাৰ উদ্দেশ্য কি সেই সম্পৰ্কে নতুন বাণ দিলে। ইতিপূৰ্ব্বে শিক্ষাৰ লক্ষ্য বা উদ্দেশ্য সম্পৰ্কে সৰ্ব্বসাধাৰণৰ মনত এটি অস্পষ্ট ধাৰণা চলি আছিল। পেষ্টালৎজিয়ে শিক্ষাৰ উদ্দেশ্য সম্পৰ্কে এটা স্পষ্ট ধাৰণা উপস্থাপিত কৰিলে। পেষ্টালৎজিয়েই পোনপ্ৰথমে শিক্ষাজগতত এইটো পৰিষ্কাৰ কৈ দেখুৱাই দিলে যে শিশু-মনৰ পৰিস্ফুৰণ আৰু পৰিবৰ্দ্ধনেই হে শিক্ষাৰ মূল সমস্যা সমাধান কৰিব পাৰে।

সম্পূৰ্ণ নতুন শিক্ষাপ্ৰণালীৰ যোগেদি নতুন শিক্ষাপদ্ধতি আৱিষ্কাৰ কৰিলে। তাৰ দ্বাৰা শিক্ষানুষ্ঠানবিলাকত এটি নতুন উৎসাহ উদ্দীপনাৰ সৃষ্টি হ'ল। সকলো ক্ষেত্ৰতে এই শিক্ষা পদ্ধতিয়ে কাৰ্য্যক্ষেত্ৰত দাৰ্শনিক মতবাদৰ লগত সামঞ্জস্য ৰক্ষা কৰিব নোৱাৰিছিল। সেই কাৰণে শিক্ষাজগতে এই মতবাদক সম্পূৰ্ণ কৈ গ্ৰহণ কৰা নাছিল। তথাপি শিক্ষাধাৰাৰ গতিপথত ইয়াৰ যথেষ্ট মূল্য আছিল কাৰণে সেই সময়ৰ আন আন শিক্ষাবিদসকলে ইয়াক মানি লৈছিল। সেই বাবে এই নতুন প্ৰণালীৰে গঢ়ি উঠা শিক্ষা পদ্ধতি পৰীক্ষামূলক ভাবে শিক্ষানুষ্ঠানবিলকত গৃহীত হ'ল। এই নতুন প্ৰণালীৰ পৰীক্ষাসমূহৰ ওপৰত দিয়া গুৰুত্ব যিমানেই লঘু নহওক, তাৰ ফল যে আশাদায়ক হৈছিল সেইটো বুজিব পৰা গৈছিল। শিক্ষাৰ ভৱিষ্যত লক্ষ্য ৰূপায়ন কৰাত যে এই শিক্ষাপদ্ধতি সমৰ্থ হ'ব সেই বিষয়ে কাৰো সন্দেহ নাছিল। সেই কাৰণে পেষ্টালৎজিৰ মতবাদ শিক্ষাজগতত অবিস্মৰণীয় হৈ বৰ্ত্তি থাকিল।

পেষ্টালৎজিয়ে ইতিমধ্যে ৰুছোৰ প্ৰবৰ্ত্তিত শিক্ষাদৰ্শনৰ মতবাদৰ (প্ৰকৃতিবাদ) ওপৰত বিশেষ গুৰুত্ব দি প্ৰথম শিক্ষা-নীতি গ্ৰহণ কৰিলে যে শিশুৰ চৰিত্ৰ গঠন সামাজিক পৰিবেশৰ ওপৰত নিৰ্ভৰ কৰে। সামাজিক পৰিবেশ যদি স্বাভাৱিক বা প্ৰাকৃতিক পৰিবেশত পৰিণত কৰিব পাৰি, শিশুৰ চৰিত্ৰ আপোন-আপুনি গঠিত হৈ যাব। এই উদ্দেশ্য পূৰা পাঁচবছৰ ধৰি (১৭৭৫-১৭৮০) দুখীয়া ল'ৰা ছোৱালীৰ বাবে পেষ্টালৎজিয়ে ঔদ্যোগিক স্কুল পাতিলে। ল'ৰা-ছোৱালীবিলাকক কাৰখানাৰ বস্তু উৎপাদন কৰাত লগাই দিলে। তাৰে প্ৰথম ঢাপ আছিল সূতা কটা, কাপোৰ বোৱা আৰু লগতে আন আন উদ্যোগৰ শিক্ষা দিয়া। তাৰ লগে লগে কিতাপ পঢ়া আৰু প্ৰয়োজনীয় কথাবোৰ মুখস্থ কৰি ৰখাও শিক্ষা দিয়া হৈছিল। যদিও এই দুয়োবিধ কৰ্ম্মপদ্ধতিৰ মাজত বিশেষ কোনো সম্বন্ধ নাছিল, তথাপি পেষ্টালৎজিয়ে প্ৰমাণ কৰি দেখুৱাইছিল যে দুয়োবিধ কৰ্ম্মপদ্ধতি সমানে চলিব পাৰে; কিন্তু এজেন শিক্ষকে কাৰখানাৰ পৰিচালক, কৃষক, শিল্পী আৰু বেপাৰীৰ অংশ গ্ৰহণ কৰিব নোৱাৰাত এই পৰীক্ষা সফল হৈ নুঠিল। গান্ধীজী প্ৰবৰ্ত্তিত বুনিয়াদী শিক্ষা সফল নোহোৱাৰ ইও এটা কাৰণ।

## বুনিয়াদী শিক্ষা কিয় সফল নহ'ল?

যদিও বুনিয়াদী শিক্ষাদৰ্শনৰ ভিতৰত ঔদ্যোগিক শিল্পকৰ্ম্ম আৰু কিতাপ পঢ়া বা পাঠ মুখস্থ কৰা বেলেগ বেলেগ শিক্ষা দিয়াৰ কথা নাছিল, তথাপি কোনো উদ্যোগৰ মাধ্যমতে শিক্ষানীতি প্ৰবৰ্ত্তিত কৰিব নোৱাৰিলে বুনিয়াদী শিক্ষানুষ্ঠাবিলাকত। পেষ্টালৎজিৰ প্ৰথম প্ৰচেষ্টা যি বাটেদি গৈছিল, তাতকৈ

বেছি অকাৰ্য্যকৰী পদ্ধতিৰে বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন কৰা হৈছিল। বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন কৰিবৰ সময়ত প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষাবিভাগৰ কৰ্ম্মচাৰীসকলক প্ৰায় সম্পূৰ্ণ নতুন পদ্ধতি গ্ৰহণৰ অনুপযোগী বুলি ভৰা হৈছিল। অভিজ্ঞতা থকা আৰু পুৰণি প্ৰশিক্ষণ পোৱা লোকক নিয়া হ'লে বুনিয়াদী শিক্ষাৰ দৰ্শন আৰু উপযোগিতা বৰ্ত্তমান অনুষ্ঠানবোৰৰ ভিতৰত কেনেকৈ সুমাই দিব পাৰি, সেই বিষয়ে আলোচনা গবেষণা কৰাত বেছি উজু হ'লহেঁতেন। পুৰণি শিক্ষা পদ্ধতি বুনিয়াদী শিক্ষা পদ্ধতিৰ ঠাঁচত কেনেকৈ গঢ় দিব পাৰি সেই কথা বিচাৰ কৰি চোৱাত উজু হ'লহেঁতেন। তৰুণ কৰ্ম্মপ্ৰাৰ্থী যুৱকসকলে যেতিয়া শিক্ষাজগতৰ আওভাও একোকে বুজা নাছিল, সেইসময়ত পুৰণি শিক্ষাৰ গঢ় ভাঙি নতুন শিক্ষাৰ গঢ় তৈয়াৰ কৰাৰ উদ্যমত যে সম্পূৰ্ণ বৰঙনি যোগাব নোৱাৰিলে সি অস্বাভাৱিক কথা একো নহয়। তেওঁলোকৰ উৎসাহ-উদ্দীপনাৰ লগত পুৰণি কৰ্ম্মচাৰীসকলৰ অভিজ্ঞতা সংযুক্ত হ'লে বেছি কাৰ্য্যকৰী পন্থা উদ্ভাৱিত হ'লহেঁতেন। পেষ্টালৎজিয়ে শিক্ষাজগতৰ পৰা যেনেকৈ নৈতিক আৰু উৎসাহজনক সমৰ্থন পাইছিল—বুনিয়াদী শিক্ষাই সেই সমৰ্থনো নাপালে। বৰঞ্চ বিদ্ৰূপ আৰু বিপৰীতমুখী সমালোচনাৰ মাজেদিহে বুনিয়াদী শিক্ষাত নিয়োজিত কৰ্ম্মচাৰীসকলে কাম কৰিব লগা হৈছিল। তদুপৰি বুনিয়াদী শিক্ষাত নিয়োজিত কৰ্ম্মচাৰীসকলৰ ভিতৰত আৰু শিক্ষাবিভাগৰ কৰ্ম্মকৰ্ত্তাসকলৰ ভিতৰত সৰহভাগ কৰ্ম্মচাৰীয়েই বুনিয়াদী শিক্ষাক আগ্ৰহেৰে গ্ৰহণ কৰা নাছিল, ইয়াৰ সাফল্যত সন্দিহান আছিল আৰু সেইবাবে সাফল্য অৰ্জ্জনৰ বাটত যথেষ্ট বৰঙনি যোগাব পৰা নাছিল। চৰকাৰৰ মন্ত্ৰীসকলৰ ভিতৰতো বুনিয়াদী শিক্ষাৰ সাফল্যৰ প্ৰতি আস্থা সকলোৰে নাছিল আৰু যি দুই চাৰি গৰাকীৰ আছিল, তেওঁলোকৰো ইয়াৰ প্ৰবৰ্ত্তনত যথেষ্ট সাহস, মৌলিকতা আৰু দূৰদৃষ্টি নাছিল। বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তনত প্ৰশাসনীয় নীতিৰো দৃঢ়তা নাছিল। দেশগঠনত বুনিয়াদী শিক্ষাই কিমানখিনি বৰঙনি যোগাব পাৰে তাৰো সম্যক্ আৰু স্পষ্ট ধাৰণা তেওঁলোকৰ নাছিল। বৃটিছ যুগৰ শিক্ষানীতিৰ দুৰ্ব্বলতা, অকাৰ্য্যকাৰিতা আৰু প্ৰয়োজনীয়তা বিষয়ে গতানুগতিক ভাৱে মত প্ৰকাশ কৰিছিল যদিও, কাৰ্য্যকৰী পন্থা উলিয়াই শিক্ষানীতিৰ সংস্কাৰ, পৰিবৰ্ত্তন বা পৰিত্যাগ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰিলে। বৃটিছ যুগৰ শিক্ষানীতিৰ প্ৰভাৱ পূৰ্ণবাবে চলি থাকিল আৰু সেই নীতিৰে প্ৰসাৰ উত্তৰোত্তৰ হৈ থাকিল।

বুনিয়াদী শিক্ষাদৰ্শনৰ প্ৰয়োগ যথাযথভাৱে কৰাৰ পদ্ধতি আৰু প্ৰণালী আজিও অনাৱিষ্কৃত হৈ থাকিল। বুনিয়াদী শিক্ষানুষ্ঠান বিলাকত শিক্ষকসকলৰ পাঠদান কাৰ্য্যৰ মাধ্যমত অভিজ্ঞতা আহৰণৰ পথেদি গবেষণামূলক ভাৱে শিক্ষাপদ্ধতি গঢ়ি উঠিব এই আশা কৰা হৈছিল; সেইবাবে সেই সময়ত ব্যাপক

পৰিকল্পনা নকৰি দুই এজন লোকৰ হাতত বুনিয়াদী শিক্ষাদৰ্শনৰ প্ৰয়োগৰ বাবে কি শিক্ষানীতি কি শিক্ষা পদ্ধতি বা পাঠ দানৰ কি প্ৰণালী হোৱা উচিত, সেইটো আৱিস্কাৰৰ দায়িত্ব দি যথেষ্ট সা-সুবিধা আৰু অৰ্থব্যয়ৰ ক্ষমতা দিব লাগিছিল। সেইটো নহল। চৰকাৰী প্ৰশাসনৰ ভিতৰত পৰি গতানুগতিকতাত পৰিৱৰ্তিত হ'ল। শিক্ষকসকলে বা শিক্ষাবিদ্‌সকলে আন্তৰিকতাৰে সাধাৰণ লেখা-পঢ়া শিক্ষা আৰু ঔদ্যোগিক শিক্ষাৰ যোগসূত্ৰ উদ্ভাবন কৰিব নোৱাৰিলে আৰু সমন্বয় পাঠদানৰ প্ৰণালী অনাবিষ্কৃত হৈ থাকিল। শিক্ষকসকলৰ আৰু শিক্ষাবিদ্‌সকলৰ গবেষণাৰ ওপৰতে এই বিষয়টো নিৰ্ভৰ কৰিছিল। চাকৰী জীবিলোকৰ হাতত পৰা কাৰণে আৰু শিক্ষাবিভাগৰ প্ৰশাসনীয় পুৰণি নীতিত পৰা কাৰণে গবেষণামূলক উৎসাহ উদ্দীপনা যিখিনি আছিল সিও ধ্বংস হ'ল আৰু কোনো অগ্ৰগতিৰ পথ নোলাল।

আনফালে প্ৰশিক্ষণ কেন্দ্ৰবোৰ খোলা হ'ল, কিন্তু প্ৰশিক্ষণৰ উপযুক্ত বিষয়ৰ কোনো আঁচনি কাৰ্য্যকৰী পথেদি আগ-নাবাঢ়িল। সমন্বিত পাঠ-প্ৰণালী আবিষ্কৃত নহল। সমন্বিত পাঠদানৰ নীতি আবিষ্কাৰৰ বাটেদি পৰীক্ষা নচলালে প্ৰশিক্ষণ সফল হব নোৱাৰে; আৰু ব্যাপক ভাবে এনে এটি সূক্ষ্মনীতিৰ প্ৰয়োগ হব নোবাৰে। দ্ৰুতভাবে প্ৰচলিত কৰি কোনো পদ্ধতিৰে সংস্কাৰ সাধিব নোবাৰি। এক প্ৰণালীত শিক্ষিতলোকে আন প্ৰণালী আবিষ্কাৰ আৰু প্ৰয়োগ কৰিব লাগিব। সেইবাবে লোক নিযুক্তি সাৱধানেৰে হব লাগিছিল।

প্ৰশিক্ষণ কেন্দ্ৰবিলাকৰ আৰু সেই কেন্দ্ৰবিলাকৰ অধীনত থকা স্কুলবিলকৰ নীতি, পৰিচালনা, পাঠদান, পৰীক্ষা লোৱা পদ্ধতি আৰু উত্তৰ বুনিয়াদী কালডোখৰৰ শিক্ষানুষ্ঠানৰ নীতিৰ কোনো পৰিবৰ্ত্তন নঘটিল আৰু সেইবাবে যিখিনি প্ৰচেষ্টা চলোৱা হৈছিল—সিও গতানুগতিকতাত পৰি পূৰ্ব্বৰ অৱস্থা পালে; বৰঞ্চ বহু পৰিমাণে শিক্ষাৰ উন্নতিত লাঘৱ ঘটালে। ব্যাপক পৰিকল্পনাৰ ত্ৰুটী তেতিয়াহে চৰকাৰৰ দৃষ্টিত পৰিল—যেতিয়া ইতিমধ্যে বহু অৰ্থব্যয়, কালক্ষয় আৰু শিক্ষাৰ ক্ষতি সাধন হৈ গ'ল।

ইউৰোপত যেনে হৈছিল ঠিক তেনে ধৰণে শিক্ষানুষ্ঠানত, শিক্ষকসমাজত আৰু ছাত্ৰসমাজৰ মাজত ৰাজনৈতিক মতবাদ প্ৰবল ভাৱে প্ৰবেশ কৰিলে, আত্মকেন্দ্ৰিক মনোভাব সৰ্ব্বত্ৰ বিৰাজ কৰিলে—চৰকাৰৰ প্ৰতি বিৰোধ মনোভাৱ গঢ়ি উঠিল—(বিকৃত গণতন্ত্ৰৰ ক্ষেত্ৰত যেনে হয়), আৰু শিক্ষাৰ পবিত্ৰ পৰিবেশ আৰু শিক্ষাজগতৰ মূল উৎস আন্তৰিকতাৰ ধ্বংস সাধন হ'ল। বুনিয়াদী শিক্ষাৰ গৌৰব হ্ৰাস পালে। ইয়াৰ মাধুৰ্য্য, দেশগঠনৰ ক্ষেত্ৰত উপযোগিতা, আধ্যাত্মিকতা উপাৰ্জ্জনৰ পথত সম্ভাব্যতা, আৰু নিবনুৱা সমস্যা সমাধানৰ ক্ষেত্ৰত ইয়াৰ সম্ভাব্য পৰিকল্পনা সকলো বিস্মৃত হ'ল।

বিশ্বধৰ্ম্ম (World Religion) সংস্থাপন আৰু দেশৰ ঐতিহ্য ৰক্ষা কৰাৰ নীতিও বুনিয়াদী শিক্ষাৰ ভিতৰতে নিহিত আছিল। সত্য, অহিংসা, অস্তেয় আদি একাদশ ব্ৰতৰ সাধনাৰ বাবে শিক্ষাপ্ৰণালী যথাযথ ভাৱে আবিষ্কৃত হ'লে আৰু সেই শিক্ষাপ্ৰণালী সাফল্য লাভ কৰিলে—বিশ্বজগতৰ শিক্ষানীতিত সি স্থান পালেহেঁতেন আৰু বিশ্বধৰ্ম্ম সংস্থাপন এই বাটেদি গতি কৰিলেহেঁতেন। গান্ধীজীয়ে কৈছিল যে সময়ত হে গছৰ ফল পকে। সেই নীতিত হে সফলতা আছে। দ্ৰুত ফল পাব খুজিলে নহয়।

ভাৰতবৰ্ষৰ ঐতিহ্যৰ মূল কথাই হৈছে সত্য, অহিংসা আদি নীতি। ভাৰতীয় ধৰ্ম্মশাস্ত্ৰত বিশ্বাস নেহেৰুবালে বুনিয়াদী শিক্ষাপদ্ধতিৰ প্ৰয়োগৰ বাট অন্বেষণ কৰাত ইমান হাবাথুৰি খাব নালাগিলহেঁতেন। ৰাজনৈতিক মতবাদে ধৰ্মীয় নীতি ভাঙি পেলালে; কিন্তু সমাজ বন্ধনৰ অনুৰূপ নীতি আবিষ্কাৰ কৰিব নোৱাৰিলে। অস্থিৰ সমাজত নেতৃত্বহীনতাই দেখা দিয়ে। শিক্ষা ক্ষেত্ৰতো নেতৃত্বৰ সবল নীতি-গ্ৰহণ কৰিব পৰা পৰিবেশৰ যেনে অভাৱ হৈছে—নেতৃত্ব দিব পৰা লোকৰো তেনে অভাৱ হৈছে। শিক্ষানীতিও নদীৰ সোঁতৰ দৰে গতানুগতিক ভাৱে বৈ আছে—পুৰণি পদ্ধতিৰে বিশ্ববিদ্যালয়, কলেজ, হাইস্কুল স্থাপন হৈয়ে আছে আৰু চাকৰি আশা কৰা যুৱক-যুৱতীৰ সংখ্যা বাঢ়িয়ে আছে—নিবনুৱা সমস্যা জটিলতৰ হৈ গৈয়ে আছে।

তথাপি শিক্ষাজগতত বুনিয়াদী শিক্ষাৰ বৰঙনি আছে আৰু থাকিব। যেনেকৈ ৰুছোৰ শিক্ষাৰ মতবাদৰ ওপৰত পেষ্টালৎজিৰ দৰ্শনৰ ভিত্তি গঢ়ি উঠিছিল আৰু যেনেকৈ পেষ্টালৎজিৰ দাৰ্শনিক মতবাদে বহুৰূপ সলাই বৰ্ত্তমান শিক্ষাপদ্ধতিত তিষ্ঠি আছে তেনেকৈ বুনিয়াদী শিক্ষাৰ নীতিও তিষ্ঠি থাকিব।

# সমাজ সংস্কাৰৰ পথত পেষ্টালৎজি

পেষ্টালৎজিয়ে যেতিয়া উদ্যোগ আৰু সাধাৰণ শিক্ষাৰ মাধ্যমত শিশুমনৰ পৰিবৰ্দ্ধন আৰু পৰিস্ফুৰণৰ ক্ষেত্ৰত সফলকাম হ'ব নোৱাৰিলে, তেতিয়া বিপ্লৱাত্মক আন্দোলনৰ মাধ্যমত সামাজিক আৰু ৰাজনৈতিক সংস্কাৰত মন মেলি সাহিত্যক্ষেত্ৰত উপযুক্ত সাহিত্যসৃষ্টিৰ কামত লাগি গ'ল। সাহিত্যসৃষ্টিৰ মূল বিষয় আছিল সামাজিক আৰু ৰাজনৈতিক সংস্কাৰ সাধন। শিক্ষাৰ মাধ্যমত হে সেইটো সম্ভৱ। আজিৰ ভাৰতবৰ্ষত শিক্ষানুষ্ঠান, শিক্ষক আৰু শিক্ষাৰ্থীসকলৰ সহযোগ আকৰ্ষণ কৰি ৰাজনৈতিক মতবাদ প্ৰচাৰৰ চেষ্টা চলিছে, কিন্তু সাহিত্যৰ মাধ্যমত ৰাজনৈতিক আৰু সামাজিক পৰিবেশ সৃষ্টি কৰি শিক্ষাৰ শিক্ষাদৰ্শনৰ, শিক্ষা পদ্ধতিৰ আৰু শিক্ষানুষ্ঠানবিলাকৰ উপযুক্ত পৰিবেশ সৃষ্টি কৰা আছিল ৰাজনীতি আৰু শিক্ষানীতিৰ প্ৰগতিমূলক নীতি। মানুহৰ বৌদ্ধিক আৰু নৈতিক

উন্নতি উপযুক্ত শিক্ষাই সাধন কৰিব পাৰে। সেই বাবে গতানুগতিক শিক্ষাপদ্ধতিৰ সংস্কাৰত এই গৰাকী শিক্ষাবিদে মন-প্ৰাণ ঢালি দিলে। ১৮ বছৰ কাল (১৭৮০—১৭৯৮) তেওঁ এই কামত লিপ্ত থাকিল। লিওনাৰ্ড আৰু গাৰ্ট্ৰুড্ নামে (Leonard and Gertrude) এখন উপন্যাস তেওঁ লিখিলে। এইখনেই তেওঁৰ সৰ্ব্বজনপ্ৰিয় গ্ৰন্থ আছিল আৰু তাৰে প্ৰথম খণ্ড ১৭৮১ চনত প্ৰকাশ হৈছিল। এই উপন্যাসত তেওঁ এইটো প্ৰতিপন্ন কৰিলে যে এই বাটেদি ভৱিষ্যত বংশধৰসকলৰ প্ৰকৃত উন্নতি সাধন হ'ব। সেইবাবে শিক্ষাৰ উদ্দেশ্য সমাজত জনপ্ৰিয় হৈ উঠিল।

এই উদ্দেশ্যে এই উপন্যাসত তেওঁ গাৰ্ট্ৰুড (Gertrude) নামে এগৰাকী অজ্ঞ আৰু হোজা মহিলাৰ চৰিত্ৰ চিত্ৰিত কৰিলে। ইয়াৰ মাধ্যমত সাধাৰণ গাঁৱলীয়া জীৱনৰ চিত্ৰ এটি নিখুঁতভাৱে অঙ্কিত কৰিলে আৰু মহিলা গৰাকীয়ে অক্লান্ত পৰিশ্ৰম, ধৈৰ্য্য আৰু কৰ্ম্ম কুশলতাৰে কেনেকৈ নিজৰ ল'ৰা-ছোৱালীক শিক্ষিত কৰি তুলিলে, নিজৰ স্বামীক এলেহুৱা স্বভাৱ আৰু মদখোৱা বদ্ অভ্যাসৰ পৰা ৰক্ষা কৰিলে তাৰ এটি সুন্দৰ চিত্ৰ দাঙি ধৰিলে। এইদৰে গাঁৱৰ অন্যান্য মানুহবিলাকক আৰু তেওঁলোকক ল'ৰা-ছোৱালীবিলকক নতুন ভাৱধাৰাত প্ৰভাৱান্বিত কৰি তুলিলে। এগৰাকী মহিলাই যি কৰিব পাৰে আনবিলাকেও তাকে কৰিব পাৰে—এইদৰে শিক্ষাৰ মাধ্যমত সমাজ সংস্কাৰ আৰম্ভ হ'ল। পেষ্টালৎজিৰ জীৱনৰ লক্ষ্য আছিল, শিক্ষাপদ্ধতিৰ নতুন নতুন শিক্ষাপ্ৰণালী উদ্ভাৱন কৰা আৰু ল'ৰা-ছোৱালীবিলাকৰ বৌদ্ধিক আৰু নৈতিক উন্নতি সাধন কৰা। শিশুৰ এয়ে জন্মস্বত্ব আৰু স্বাভাৱিক অধিকাৰ।

১৭৯৮ চনত পেষ্টালৎজিৰ জীৱনধাৰাৰ সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটিল। তেওঁ উপলব্ধি কৰিলে যে সমাজৰ সংস্কাৰ সাধনৰ অৰ্থে শিক্ষাকেই যদি প্ৰধান পন্থা ৰূপে লোৱা হয়, তেন্তে তাৰ উপযোগিতা আৰু নিপুণতা সৰ্ব্বসাধাৰণ ৰাইজৰ আগত কাৰ্য্যত প্ৰদৰ্শন কৰিব লাগিব। সেইবাবে তেওঁ নিজে শিক্ষক হ'ল। তেওঁৰ শিক্ষা দৰ্শনৰ সত্যতা আৰু মূল্য নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত তেওঁ কি প্ৰভাৱ বিস্তাৰ কৰিছিল—এয়ে তাৰ প্ৰকৃষ্ট প্ৰমাণ। যিজন লোকে ৫০ বছৰ বয়সলৈকে শিক্ষক হোৱা নাছিল আৰু জীৱন যুদ্ধত যি কামতে হাত দিছিল তাতে ব্যৰ্থ হৈছিল সেই মানুহজনে শিক্ষক হিচাবে শিক্ষাক্ষেত্ৰত যি সফলতা আৰু প্ৰভাৱ অৰ্জ্জন কৰিলে ই আন কোনো মানুহৰ কাৰণে সম্ভৱ নহয়। ইয়াৰ প্ৰধান কাৰণ হৈছে যে তেওঁৰ শিক্ষা দৰ্শনৰ ভাৱধাৰা পৰীক্ষাৰ দ্বাৰা নিৰ্দ্ধাৰিত হৈছিল। (বুনিয়াদী শিক্ষাত সেইটো হ'বলৈ নাপালে।) ফলতঃ এই ভাৱধাৰাবোৰ কোনো দিনেই সম্পূৰ্ণ হৈ নুঠিল; কিন্তু ইয়াৰ উন্নতিৰ বাট কোনো দিনেই বন্ধ হোৱা নাছিল। এই পৰীক্ষাৰ পৰা যিবোৰ সূত্ৰ উদ্ভাৱিত হৈছিল সেইবোৰ ভৱিষ্যৎ

শিক্ষাধাৰাৰ পথপ্ৰদৰ্শক হৈ উঠিছিল। ভৱিষ্যৎ উন্নতিৰ ইঙ্গিতসূচক হৈছিল। (বুনিয়াদী শিক্ষাৰ আঁচনি কৰোঁতাসকলৰো এই আশা আছিল; কিন্তু সেই আশা ৰূপায়িত হৈ নুঠিল) শিশুৰ ব্যক্তিগত মানসিক বৃত্তিবোৰৰ লগত যেতিয়া শিক্ষা প্ৰণালীৰ সম্বন্ধ জড়িত, সেই ক্ষেত্ৰত কোনো সূত্ৰই আগধৰি স্থিৰ কৰিব নোৱাৰি আৰু সেইবাবে শিক্ষাপ্ৰণালী সদায় পৰীক্ষামূলক হব লাগিব।

এই বছৰতে পেষ্টালৎজিয়ে চুইজাৰলেণ্ডৰ এখন জিলাৰ সমস্ত ল'ৰা-ছোৱালীৰ শিক্ষাৰ দায়িত্ব গ্ৰহণ কৰিলে। এই লৰা-ছোৱালীবিলাকৰ পিতৃ-মাতৃ ফৰাচী যুদ্ধত নিহত হৈছিল। এই লৰা-ছোৱালীবিলাকক লৈ ষ্টাঞ্জ (Stanz) নগৰত তেওঁ নতুন শিক্ষা-প্ৰণালীৰ অন্বেষণ আৰম্ভ কৰিলে। পূৰ্ব্বৰ অভিজ্ঞতাৰ সাহায্যত তেওঁ সাধাৰণ শিক্ষা আৰু হাতৰ কামৰ সমন্বয়সাধানত সফল হ'ল। তেওঁ উপলব্ধি কৰিলে যে শিক্ষা আৰু হাতৰ কাম একেলগে শিক্ষা দিয়া সম্ভব আৰু শিক্ষানুষ্ঠানবিলাকৰ শিক্ষা প্ৰণালী পৰিহাৰ কৰি উদ্যোগ বা হাতৰ কামৰ মাধ্যমত ল'ৰা-ছোৱালীবিলাকৰ মানসিক, বৌদ্ধিক আৰু নৈতিক বিকাশৰ উন্নতি সাধন কৰাও সম্ভৱ। ল'ৰা-ছোৱালী বিলাকে যি যি হাতৰ কাম বা উদ্যোগ ভাল পায় তাৰ মাধ্যমত অতি সহজে আৰু পোনে পোনে সিহঁতৰ বৌদ্ধিক, মানসিক আৰু নৈতিক বিকাশ আহে। কিন্তু দেশত যুদ্ধ আৰম্ভ হোৱাৰ বাবে এই পৰীক্ষা তেওঁ এবছৰো সম্পূৰ্ণকৈ চলাব নোৱাৰিলে। শিক্ষা জগতৰ কাৰণে ই এটা বিষম দুৰ্ভাগ্যৰ কথা বুলি কব লাগিব।

## পেষ্টালৎজিৰ গৱেষণামূলক পৰীক্ষা

১৭৯৯ চনত পেষ্টাৎজিয়ে বাৰ্গডৰ্ফ (Burgdorf) নামে গাওঁৰ স্কুল এখনত সহকাৰী শিক্ষক হিচাবে নিযুক্তি পায়। ইয়াৰ আগৰ বছৰত শিক্ষাৰ বিভিন্ন কাৰ্য্যক্ৰমৰ ভিতৰত হাতৰ কামৰ স্থান থাকিব পাৰে আৰু সাধাৰণ শিক্ষাৰ লগত ইয়াৰ সমন্বয় ঘটাব পাৰি এই পৰীক্ষা চলাইছিল। চুইজাৰলেণ্ডৰ ষ্টাঞ্জ নগৰত ৫০ বছৰ বয়সত শিক্ষকতাৰ কামত প্ৰথম নামি আৰু সেই পৰীক্ষাৰ সফলতাৰ লক্ষণ এবছৰতকৈ কম সময়ৰ ভিতৰতে দেখা পাইছিল; কিন্তু দেশত যুদ্ধবিগ্ৰহ আৰম্ভ হোৱাত তাক এৰিব লগা হ'ল। তাৰবাবে পেষ্টালৎজিৰ জীৱনত যশ আৰু খ্যাতিৰ হানি ঘটিল। স্বপ্নবিলাসী অকৰ্ম্মণ্য ব্যক্তি বুলিহে পৰিগণিত হৈছিল। প্ৰকৃততে শিক্ষাপদ্ধতিৰ সংস্কাৰৰ ক্ষেত্ৰত এইবাৰৰ নতুন কৰ্ম্মৰ সংক্ষিপ্ত অভিজ্ঞতাই যথেষ্ট মূল্যবান্ ধৰণৰ জিনি যোগালে; কাৰণ বস্তুৰ সহায়ত শিক্ষা দিয়া পদ্ধতিৰ তত্ত্ব উদ্ভাৱনৰ প্ৰণালী বাৰ্গডৰ্ফত সহকাৰী শিক্ষকতাৰ পদত কাম কৰি থাকোঁতে এওঁ প্ৰথম নিজে কাৰ্য্যকৰী কৰি তুলিলে। এই প্ৰণালীৰে শিশুক কেৱল মাত্ৰ শব্দৰ জ্ঞান আৰু বস্তুৰ পৰিচয় জ্ঞান

শিক্ষা দিয়াই নহয়, শিশুৰ মানসিক উন্নতিৰ পন্থাও শিক্ষা দিয়া হয়। এইবাৰ পেষ্টালব্জিয়ে ঘোষণা কৰিলে যে শিক্ষাক মনোবৈজ্ঞানিক শিক্ষাৰ ধাৰাত পৰিণত কৰাই তেওঁৰ লক্ষ্য।

ইতিপূৰ্ব্বে কমিনিউছে (Commeneus - 1592 - 1670) বস্তু বিজ্ঞানৰ শিক্ষাৰদ্বাৰা শিক্ষাৰ মূল লক্ষ্যত উপনীত হ'ব পাৰি বুলি ঘোষণা কৰিছিল আৰু সেইদৰে কাম কৰি শিক্ষা নীতি প্ৰবৰ্ত্তিত কৰিছিল। প্ৰয় ২০০ বছৰৰ পাছতহে সেই শিক্ষা মনোবিজ্ঞনসম্মত পদ্ধতিত গঢ় লোৱাৰ সূচনা কৰিলে। কমিনিউছৰ পূৰ্ব্বে শিক্ষাৰ লক্ষ্য অআছিল শিশুক শাস্ত্ৰীয় জ্ঞান দিয়া; পূণ্য কাৰ্য্য কৰিবলৈ শিক্ষা দিয়া আৰু ধৰ্ম্মপ্ৰাণ হ'বলৈ শিক্ষা দিয়া। কাৰণ মানুহৰ জীৱনৰ লক্ষ্য হৈছে ঈশ্বৰৰ সহিত অনন্ত সুখত বিৰাজমান হৈ থকা। সেইবাবে শিক্ষাৰো উদ্দেশ্য হ'ব লাগে—এইলক্ষ্যত উপনীত হ'বলৈ। এই কথা কমিনিউছে তেওঁৰ গ্ৰেট্‌ডাইডাক্‌টিক্ (Great Didactic) নামৰ গ্ৰন্থত ঘোষণা আৰু আলোচনা কৰে। এই গ্ৰন্থত যিবিলাক বিষয়ে আলোচনা কৰিছে তাৰ পৰা কেইটিমান কথা উল্লেখ কৰা হ'ল।

(১) জগতত যিবোৰ বস্তুৰ সৃষ্টি হৈছে তাৰ ভিতৰত মানুহেই শ্ৰেষ্ঠ, সৰ্ব্বাপেক্ষা পূৰ্ণাঙ্গ, পূৰ্ণশক্তিসম্পন্ন আৰু সৰ্ব্বোত্তম।

(২) মানুহৰ জীৱনৰ শেষ পৰিণতি ইহজীৱনৰ অতীত, পৰকালত হয়।

(৩) এই জীৱনটো অনন্ত জীৱনৰ প্ৰস্তুতি মাথোন।

(৪) মানুহৰ জীৱনটোৰ ধাৰা অনন্ত কাললৈ চলি থাকে। এই অনন্ত জীৱনৰ বাবে যি প্ৰস্তুতি সি হয় তিনি স্তৰত।

(ক) আত্মজ্ঞান লাভ, নিজক সম্পূৰ্ণকৈ জনা। লগতে সৃষ্ট বস্তুবিলাকৰ বিষয়ে সম্পূৰ্ণ জ্ঞান লাভ কৰা।

(খ) আত্ম সংযম শিক্ষা কৰা বা নিজক নিজৰ শাসনৰ অধীনত ৰখা।

(গ) নিজক ঈশ্বৰাভিমূখী কৰা।

(৫) জ্ঞান, পুণ্য আৰু ধৰ্ম্মৰ বীজ মানুহৰ ভিতৰতে স্বভাৱতে থাকে।

(৬) শিক্ষাৰ দ্বাৰা, শিক্ষাপদ্ধতিৰ দ্বাৰা প্ৰকৃত মানুহ তৈয়াৰ কৰিব পাৰি আৰু তৰুণ বয়সতে সেইটো সম্ভৱ হয়।

(৭) সকলোবিলাক তৰুণ-তৰুণীক একেলগে শিক্ষা দিব লাগে। সেইবাবে স্কুলৰ আৱশ্যক।

(৮) স্কুলবিলাকৰ সংস্কাৰ সাধন কৰা সম্ভৱ আৰু স্কুলৰ শিক্ষা সাৰ্ব্বজনীন হ'ব লাগে।

(৯) স্কুলবিলাকৰ সংস্কাৰৰ নিয়ম প্ৰকৃতিত থকা সকলো সৃষ্ট বস্তুৰ নিয়ম আৰু শৃঙ্খলা অনুসৰি হ'ব লাগিব। শিক্ষানীতিৰ পূৰ্ব্বঅনুপূৰ্ব্ব অনুক্ৰমণিকা

প্ৰকৃতিৰ পৰা আহৰণ কৰিব লাগিব। এনে ধৰণৰ ৩৩টা বিষয়ৰ আলোচনা, শিক্ষাপদ্ধতিৰ বিশ্লেষণ আদি সেই গ্ৰন্থত আছে

এনে ধৰণৰ ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ অনুভৱৰ পৰা (Sense-Realism) শিক্ষা লাভৰ নীতিয়ে বৰ্ত্তমান যুগৰ বিজ্ঞান শিক্ষাৰ সূচনা কৰিলেও ইয়াৰ ভিতৰতে মনস্তাত্ত্বিক আৰু সমাজতাত্ত্বিক শিক্ষাৰ বীজ নিহিত আছিল। বেকনে (Bacon) প্ৰথমতঃ সেই দৰ্শনৰ মতবাদ নিৰ্ণয় কৰে আৰু কমিনিউছে তাক শিক্ষানীতিত কাৰ্য্যকৰী কৰি তোলে।

পঞ্চদশ শতাব্দীৰ পৰা ক্ৰমে ক্ৰমে মনস্তাত্ত্বিক শিক্ষাধাৰাৰ যি গতি সেই গতিৰ পথতে অষ্টাদশ শতাব্দীৰ শেষত পেষ্টালৎজিয়ে নিজৰ শিক্ষকতা কাৰ্য্যৰ মাজেদি মানসিক উন্নয়নৰ সুকীয়া পদ্ধতি আবিষ্কাৰ কৰিলে আৰু শিক্ষাক প্ৰকৃত মনোবিজ্ঞানৰ বাটেদি পৰিচালনা কৰিবলৈ দৃঢ় সঙ্কল্প হ'ল। কিন্তু সৰ্ব্বসাধাৰণ ৰাইজৰ পৰা সমৰ্থন নাপালে। তথাপিতো তেওঁৰ কেইজনমান বন্ধু আৰু শিক্ষাবিভাগৰ কেইজনমান প্ৰগতিবাদী কৰ্ম্মচাৰী আৰু শিক্ষকৰপৰা তেওঁ নীতিৰ উপযুক্ত সমৰ্থন পালে। চৰকাৰৰ পৰা আৰ্থিক সাহায্য লৈ এখন প্ৰাইভেট্ স্কুল স্থাপন কৰিলে। এই স্কুলতে শিক্ষক অৰু শিক্ষয়িত্ৰীসকলৰ মাজত তেওঁ নিজৰ চিন্তাপ্ৰসূত প্ৰণালীৰ পৰীক্ষা কৰিলে চাৰি বছৰ ধৰি। এই পৰীক্ষাৰ ফলস্বৰূপে চলি থকা শিক্ষানুষ্ঠানবিলাকৰ শিক্ষাৰ লক্ষ্য আৰু কৰ্ম্ম পদ্ধতিৰ লগত মৌলিক শিক্ষা-সমস্যা কিছুমানৰ উদ্ভৱ হ'ল আৰু কিছুমান প্ৰশ্নৰ উত্তৰ দিবলৈ পেষ্টালৎজিৰ নিৰ্দ্ধাৰিত শিক্ষানীতিলৈ প্ৰত্যাহ্বানে দেখা দিলে। সেই প্ৰশ্নবোৰৰ ভিতৰত প্ৰধানকৈ হ'ল যে শিশুক প্ৰধানকৈ কি জ্ঞান দিব লাগে, শিশুৰ কৰ্ম্মপ্ৰৱণ সামৰ্থ্যৰ ভিত্তিত কি কি কাৰ্য্যকুশলতাৰ জ্ঞান দিব লাগে নাইবা শিশুৱে সেই কাৰ্য্যকুশলতা কেনেকৈ অৰ্জ্জন কৰিব? এই সময়ৰ ভিতৰতে পেষ্টালজ্জিয়ে সৰ্ব্বোত্তম প্ৰণালীবদ্ধ কাৰ্য্য-পদ্ধতিৰ সৃষ্টি কৰিলে। ১৮০১ চনত পেষ্টালৎজিয়ে সেই প্ৰশ্নবিলাকৰ সমাধান দিলে—তেওঁৰ উপন্যাসৰ দ্বিতীয়খণ্ডত—"গাৰ্ট্ৰুডে তেওঁৰ ল'ৰা-ছোৱালীক কেনেকৈ শিকায়"—How Gertrude teaches her children.

বাৰ্গডৰ্ফত পেষ্টালৎজিয়ে শিশুৰ শিক্ষা আৰু শিক্ষাক প্ৰশিক্ষণৰ উদ্দেশ্য লৈ যি কাম কৰিছিল সেই কাম ৰাজকীয় প্ৰচাৰজীৱিসকলে আৰু ৰাইজৰ উদাৰপ্ৰকৃতি আৰু প্ৰগতিবাদী লোকসকলে বৰ আগ্ৰহেৰে লক্ষ্য কৰিছিল, চৰকাৰে সেই কামত সাহায্য আগ বঢ়াইছিল আৰু দেশৰ পত্ৰিকাবিলাকত আৰু সুকীয়া প্ৰচাৰপত্ৰৰ মাধ্যমত সেই কামৰ আলোচনা সমালোচনা হৈছিল; কিন্তু পেষ্টালৎজিৰ দুৰ্ভাগ্যই পুনৰায় দেখা দিলে। স্কুলখনৰ পৰিচালক সমিতিৰ সদস্যবিলাকৰ ভিতৰত মতানৈক্য দেখা দিয়াত চৰকাৰী সাহায্য বন্ধ হ'ল।

পেষ্টালৎজিয়ে তেতিয়া ইবাৰদুনলৈ (Yverdun) গুচি গ'ল। ইয়াতে তেওঁৰ আটাইতকৈ দীঘলীয়া আৰু শেষ পৰীক্ষা চলায়। ইয়াতে তেওঁ একেৰাহে ২০ বছৰ পৰীক্ষা চলায় আৰু কঠোৰ পৰিশ্ৰম কৰে। আগতকৈ বেছি উদ্যমেৰে শিক্ষা-সংস্কাৰপদ্ধতিৰ আৰু সেই অনুসাৰে শিক্ষক-প্ৰশিক্ষণৰ পৰীক্ষামূলক চেষ্টাত অশেষ যত্ন কৰে।

## শিক্ষাক্ষেত্ৰত পেষ্টালৎজৰি প্ৰভাৱ

শিক্ষাৰ উদ্দেশ্য কি আৰু শিক্ষা কাক বোলে এই বিষয়ে পেষ্টালৎজিয়ে শিক্ষা জগতত নতুন ভাৱধাৰা সৃষ্টি কৰিলে আৰু ইমান দিনলৈকে শিক্ষা বুলিলে মানুহে যি বুজিছিল সেই অৰ্থৰ সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটালে।

## শিক্ষাৰ উদ্দেশ্য-নিৰ্ণয়

শিক্ষাই সমাজ-সংস্কাৰৰ ক্ষেত্ৰত প্ৰধান উপায় হ'ব লাগে—এই কথা পেষ্টালৎজিৰ মনত দৃঢ়ভাৱে স্থান পাইছিল। এই মতবাদৰ সূচনা হয় নৱ অন্দোলনৰ (Renaiseance) শিক্ষাৰ সংস্কাৰবাদী সংস্কাৰক সকলৰপৰা। ওঠৰ শতিকাৰ শেষ ভাগত বেছিকৈ এই মতবাদৰ ওপৰত অস্বাভাৱিক ধৰণে গুৰুত্ব দিয়া হৈছিল। এই সময়তে সামাজিক দোষবিলাক নিৰ্ম্মূল কৰিবৰ বাবে, সমাজ-সংস্কাৰৰ উদ্দেশ্যেৰে বিভিন্ন প্ৰতিকাৰৰ ব্যৱস্থাৰ কথা বিভিন্ন ফালৰপৰা উত্থাপিত হৈছিল। উদ্ভট উদ্ভট পৰিকল্পনাবোৰৰো সমৰ্থক ওলাইছিল আৰু সামাজিক বিপ্লৱ সাধন কৰাই একমাত্ৰ উপায় বুলি সকলোৱে নিৰ্দ্ধাৰণ কৰিছিল। এনে এটি সামাজিক বিশৃঙ্খলাৰ কালছোৱাত পেষ্টালৎজিৰ শিক্ষাৰ নতুন পদ্ধতি প্ৰচলনৰ (New Education) আৰু শিক্ষা পদ্ধতিক নতুনকৈ ৰূপায়ন কৰাৰ প্ৰস্তাৱ ক্ৰমে ক্ৰমে সমাজ সংস্কাৰৰ উপায় বুলি স্পষ্ট হৈ উঠিল।

ইয়াৰ আগতে শিক্ষা ব্যৱস্থা যে সৰ্ব্বসাধাৰণ ৰাইজৰ বাবেও হ'ব লাগে আৰু শিক্ষাই যে সমাজ সংস্কাৰৰ উপায় হ'ব পাৰে এনে ধাৰণা সেই সময়ৰ সংস্কাৰবাদী নেতাসকলৰ নাছিল। তেওঁলোকে শিক্ষা আৰু শিক্ষা ব্যৱস্থাক কেৱল ধৰ্ম্মীয় দৃষ্টিভঙ্গীৰেহে চাইছিল। কমিনিউছেই আছিল সেই সময়ৰ উদাৰপন্থী শিক্ষাবিদ্। তেওঁ শিক্ষাক ধৰ্ম্মীয় দৃষ্টি-ভঙ্গীৰে নাচাইছিল আৰু ধৰ্ম্মীয় বিষয়ত বাজেও আন আন বিষয়ৰ জ্ঞান-আহৰণৰ বাবেও সৰ্ব্বসাধাৰণৰ মাজত শিক্ষা বিস্তাৰৰ আৱশ্যকতা আছে বুলি উদাৰ মত পোষণ কৰিছিল আৰু সেই অনুসাৰে শিক্ষা-ব্যৱস্থাৰ সংস্কাৰ আৰু উন্নতি সাধন কৰিছিল; কিন্তু শিক্ষা যে সমাজ-সংস্কাৰৰ উপায় হ'ব পাৰে তেনে ধাৰণা কৰা নাছিল আৰু তেৱোঁ পেষ্টালৎজিৰ চিন্তাধাৰাৰ পৰা বহু আঁতৰত আছিল। 'বিভিন্ন বিষয়ৰ জ্ঞান-

আহৰণ কৰাই শিক্ষা নহয়'—এইমত পেষ্টালৎজিয়ে পোষণ কৰিছিল। শিক্ষাই শিশু প্ৰকৃতিৰ পৰিস্ফুৰণ আৰু পৰিবৰ্দ্ধন কৰিব লাগিব—শিক্ষাৰ একমাত্ৰ উদ্দেশ্য এয়ে আছিল পেষ্টালৎজিৰ সুদৃঢ় মত। শিক্ষাই শিশুৰ শাৰীৰিক, মানসিক আৰু নৈতিক উন্নতি সাধন কৰিব লাগিব আৰু সেই শিক্ষা ধনী-দুখীয়া, উন্নত-অনুন্নত সকলো শ্ৰেণীৰ মানুহৰ কাৰণে হব লাগিব। (বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন কৰাতো গান্ধীজিৰ এই উদ্দেশ্যই আছিল। গান্ধীজীও সমাজ সংস্কাৰ আৰু শিশু প্ৰকৃতিৰ নৈতিক, মানসিক আৰু শাৰীৰিক উন্নয়নৰ উদ্দেশ্যে শিক্ষা হব লাগে বুলি দঢ়তাৰে মত প্ৰকাশ কৰিছিল আৰু সেই উদ্দেশ্যে বুনিয়াদী শিক্ষাৰ আঁচনি প্ৰস্তুত কৰাইছিল।) পেষ্টালৎজিয়ে ৰুছোৰ মতবাদৰ ব্যাখ্যা নতুনকৈ দিছিল ৰুছোৰ মতে কলাবিদ্যাসমূহে আৰু বিজ্ঞান-শিক্ষান বিষয়সমূহে প্ৰকৃত শিক্ষা ব্যৱস্থাত ব্যাঘাত সৃষ্টি কৰে। এই মতবাদৰ নতুন ব্যাখ্যা পেষ্টালৎজিয়ে এইদৰে যুক্তিপূৰ্ণভাৱে আৰু শক্তিসম্পন্ন ভাৱে দিলে যে শিক্ষা কেৱল মাত্ৰ কলাবিদ্যা সমূহৰ শিক্ষা (যেনে, ভাষা সাহিত্যৰ শিক্ষা) আৰু বিজ্ঞানৰ বিষয় সমূহৰ শিক্ষা (যেনে, প্ৰকৃতি অধ্যয়ন) বুলি ক'লে শিক্ষাৰ উদ্দেশ্য আৰু শিক্ষাৰ অৰ্থ ফুটি নোলায়। তাৰদ্বাৰা শিক্ষা আৰু শিক্ষা-ব্যৱস্থা এটা গতানুগতিক ক্ৰমত হে (Form) পৰিণত হয়—সৰ্ব্বসাধাৰণৰ কাৰণে। তাৰদ্বাৰা সৰ্বসাধাৰণৰ বিশেষ কোনো লাভ নহয়। তাৰ ফল এয়ে যে শিক্ষিত লোকসকলে যেতিয়া ক্ষমতা অধিকাৰ কৰে তেতিয়া তেওঁলোক সৰ্ব্বসাধাৰণ ৰাইজৰ অভাৱ-অভিযোগ, সুখ দুখৰ প্ৰতি উদাসীন হৈ পৰে। "গাৰট্ৰুডে কেনেকৈ শিকায়" (How Gertrude teaches) এই গ্ৰন্থত পেষ্টালৎজিয়ে লিখিছে—

"আজি ইউৰোপে শিক্ষাদানৰ যি ব্যৱস্থা আৰু যি পদ্ধতি গ্ৰহণ কৰিছে তাৰ দ্বাৰা এই মহাদেশখন এটা ভ্ৰমত উপনীত হৈছে (Has fallen into error) অথবা প্ৰকৃত পথ হেৰুৱাইছে বুলি কব লাগিব (has lost its way)। আজি ইউৰোপে কলাবিদ্যা আৰু বিজ্ঞান চৰ্চ্চাত এটি ওখ শৃঙ্গত আৰোহণ কৰিছে, আনফালে সমগ্ৰ জাতিটোৰ স্বাভাৱিক, সাংস্কৃতিক মূল ভিত্তি হেৰুৱাই পেলাইছে। পৃথিৱীৰ কোনো দেশ ইমান ওপৰলৈ উধাব পৰা নাই আৰু কোনো দেশ ইমান তললৈ নমা নাই। আমাৰ মহাদেশখনে যীশুখৃষ্ট ধৰ্ম্মৰ প্ৰভাৱত আকাশলঙ্ঘী সোণৰ মুকুট পিন্ধিছে—কিন্তু ৰাইজৰ বাবে বিধান কৰা শিক্ষা ব্যৱস্থাই (যি শিক্ষা ইমান জনপ্ৰিয় হৈ উঠিছে) সেই মুকুট ধাৰণ কৰি থাকিব নোৱাৰি বোকাত ভৰি সুমাই দিছে। আজি ইউৰোপৰ মানুহৰ সংস্কৃতিমূলক জীৱনৰ কথা কোৱা মানে ব্যৰ্থ প্ৰলাপ বকা মাথোন। এনে ধৰণৰ সাংস্কৃতিক জীৱন ধৰ্ম্মীয় জীৱন আৰু ধৰ্ম্মবিশ্বাসৰ কাৰণে যেনে মাৰাত্মক ব্যাধি, প্ৰকৃত জ্ঞানোপাৰ্জ্জনতো তেনে। শব্দ বা ভাষা শিকাৰ মাজত পোৱা যায় এটা স্বপ্নবিলাসী জীৱন মাত্ৰ। এই

শিক্ষাই শান্ত ধৰ্ম্মবিশ্বাস আৰু পবিত্ৰ প্ৰেম নিশিকায়। আনফালে এই শিক্ষাই, ধৰ্ম্মত অবিশ্বাস কুসংস্কাৰ, আত্মকেন্দ্ৰিক স্বাৰ্থপৰতা অৰু নিৰ্ম্মমতা শিক্ষা দিয়ে। আমাৰ শিক্ষা ব্যৱস্থাত ভাষা আৰু গ্ৰন্থৰ প্ৰতি যি উন্মত্ত-স্পৃহা দেখা গৈছে—তাৰ দ্বাৰা আমাৰ নিজৰ অস্তিত্ব বজাই ৰাখিব নোৱাৰিম—ই অবিসম্বাদী সত্য কথা। বৰ্ত্তমান সকলোপ্ৰকাৰ শিক্ষাব্যৱস্থাৰ কাৰ্য্য-প্ৰণালীৰ পৰা মোৰ এইটো বদ্ধমূল ধাৰণা (Conviction) হৈছে যে যদিহে আমি সামাজিক, নৈতিক আৰু ধৰ্ম্মীয় মৃত্যুৰ হাত সাৰিব খোজোঁ তেন্তে শিক্ষা-ব্যৱস্থাৰ পৰা এই কৃত্ৰিমতা, অসম্পূৰ্ণতা আৰু অস্বাভাবিক মোহ পৰিত্যাগ কৰি মানসিক উন্নয়নেই (Intuition, mental development) জ্ঞানৰ একমাত্ৰ উৎস (Fountain) বুলি গ্ৰহণ কৰিব লাগিব।"

(খ) **শিক্ষাৰ নতুন অৰ্থ** (New meaning of Education) প্ৰকৃত শিক্ষা ব্যৱস্থা বুলিলে বুজা যায় যেন এজোপা গছ সাৰুৱা মাটিত ৰোপণ কৰা হৈছে। এটা সৰুবীজ (যাৰ ভিতৰত সমগ্ৰ গছজোপাৰ ঠাল-ঠেঙুলি, পাত আদি লুকাই আছে) উপযুক্ত মাটিত বপন কৰা হ'ল। গছজোপা বিভিন্ন অঙ্গ-প্ৰত্যঙ্গৰে গঠিত আৰু অপ্ৰতিহত ভাৱে সংযুক্ত বা সমন্বিত হৈ যেনেকৈ পূৰ্ণ অৱয়ব পায়, যিটো অৱয়ব বীজৰ ভিতৰতে লুকাই আছিল, মানুহো অবিকল তেনে। এটি নৱজাত শিশুৰ ভিতৰত যিবোৰ গুণ আৰু শক্তি লুকাই আছে সেই গুণ আৰু শক্তিবিলাক শিশুৰ জীৱনকালত প্ৰস্ফুটিত হৈ উঠিব লাগে। তাৰ শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰ আৰু ইন্দ্ৰিয়বোৰে মনৰ শক্তিবোৰৰ লগত ক্ৰমে ক্ৰমে সমসূত্ৰত আবদ্ধ বা সমন্বিত হৈ মনুষ্যত্বত পৰিণত হয় আৰু ঈশ্বৰৰ ভাৱত অনুপ্ৰাণিত হয় (build up humanity in the image of God)। শিক্ষাৰ একমাত্ৰ ফল বিশুদ্ধ নৈতিকতা অৰ্জ্জন। শিক্ষকে মানুহক নতুন শক্তি বা গুণ দান কৰিব নোৱাৰে নাইবা নিশ্বাস-প্ৰশ্বাসৰ শক্তি বা প্ৰাণশক্তি দিব নোৱাৰে। শিশু-প্ৰকৃতিৰ স্বাভাৱিক পৰিবৰ্দ্ধনত যাতে কোনো ব্যাঘাত উপস্থিত হ'ব নোৱাৰে তেনে প্ৰতিকূল প্ৰভাৱৰ পৰা শিশুক শিক্ষকে ৰক্ষা কৰিব পাৰে। শিশুৰ নিজৰ ভিতৰতে নৈতিক, বৌদ্ধিক আৰু কাৰ্য্যকৰী শক্তিসমূহ পৰিবৰ্দ্ধিত হ'ব, কৃত্ৰিম উপায়েৰে সেই সমূহক পৰিবৰ্দ্ধিত কৰিব নোৱাৰি। ধৰ্ম্মবিশ্বাস যুক্তি-তৰ্ক বা বাক্-বিতণ্ডাৰ দ্বাৰা কৰ্ষিত নহয়। বিশ্বাসমূলক কৰ্ম্মপদ্ধতিৰ দ্বাৰাহে কৰ্ষিত হয়। প্ৰেমৰ বিষয়ে বৰ্ণনামূলক মধুৰ বচন বা শব্দ গাঁথনিৰ দ্বাৰা প্ৰেমৰ কৰ্ষণ নহয়। আমাৰ প্ৰেমমূলক কৰ্ম্মপদ্ধতিৰ দ্বাৰাহে কৰ্ষিত হয়। আনৰ চিন্তাশক্তি আহৰণ কৰি চিন্তাশক্তিৰ (মননশীলতাৰ) কৰ্ষণ কৰিব নোৱাৰি; নিজে চিন্তা কৰিহে পাৰি। কলাবিদ্যা আৰু বিজ্ঞানৰ বিষয়ে ভুৰি ভুৰি বক্তৃতা আৰু আলোচনাৰ পৰা জ্ঞান আহৰণ কৰিব নোৱাৰি, নিজৰ অনুসন্ধিৎসা আৰু গৱেষণামূলক কাৰ্য্যৰ দ্বাৰাহে পাৰি।

ৰুছোৰ দাৰ্শনিক মতবাদৰ নতুন ব্যাখ্যা আৰু শিক্ষা পদ্ধতিৰ মূলতত্ত্ব পেষ্টালৎজিয়ে এইদৰে ৰূপায়িত কৰি তুলিলে নিজৰ শিক্ষকতা কাৰ্য্যৰ মাধ্যমত পৰীক্ষামূলক গৱেষণা পদ্ধতিৰে।

## হাৰ্বাৰ্ট স্পেন্সাৰ (Herbart Spencer - 1776 - 1841)

পেষ্টালৎজিয়ে শিক্ষাদৰ্শনৰ আৰু শিক্ষা পদ্ধতিৰ যি নতুন অৰ্থ আৰু ব্যাখ্যা দি শিক্ষাদানৰ কৰ্ম্মপদ্ধতি দেখুৱাই দিলে হাৰ্বাৰ্ট স্পেন্সাৰে তাতে ভিত্তি কৰি শিক্ষা-নীতিৰ এখনি বহল আঁচনি প্ৰস্তুত কৰি বেছি মৌলিকতাৰে শিক্ষাতত্ত্ব আৰু শিক্ষানীতিৰ ৰূপ দান কৰিলে।

(১) শিশুৰ ইন্দ্ৰিয় অনুভূতিৰ (Sense-perception) প্ৰশিক্ষণৰ ওপৰত পেষ্টালৎজিয়ে প্ৰধান গুৰুত্ব দিছিল। কোনো এটা বস্তু চোৱা হ'ল (প্ৰাকৃতিক দৃশ্য বা প্ৰাকৃতিক ঘটনা এটি)। নিৰীক্ষণ পৰ্য্যবেক্ষণ কৰা হ'ল (অতি মনোযোগেৰে চোৱা হ'ল)। ইমান মনোযোগেৰে নিৰীক্ষণ পৰ্য্যবেক্ষণৰ উদ্দেশ্য হ'ল বস্তুটোৰ বিষয়ে এটা স্পষ্ট ধাৰণা লোৱা। শিক্ষালাভৰ কাৰণে এয়ে হ'ল আৰম্ভণি। চকুৰে চোৱা, হাতেৰে ছোঁৱা ইত্যাদিৰ সহায়ত বস্তুটো চিনি লৈ সেই সম্পৰ্কে এটি স্পষ্ট ধাৰণা নিজৰ মনতে গঢ়ি লোৱা। কিন্তু এই অনুভূতি বা অভিজ্ঞতা সংগ্ৰহৰ পাছত যি ধাৰণা হয়, বিভিন্ন বস্তুৰ অভিজ্ঞতালৈ তাক কেনেকৈ মানসিক উন্নতিৰ বাবে সমন্বয় কৰিব পাৰি সেই বিষয়ে পেষ্টালৎজিয়ে কোনো শিক্ষা-প্ৰণালী নিৰ্দ্দেশ কৰি দিয়া নাই। হাৰ্বাৰ্টে তাৰ এটা নিৰ্দ্দিষ্ট শিক্ষাপ্ৰণালী দিছে।

হাৰ্বাৰ্টে কয় যে মানুহৰ মন স্বাভাৱিক মনোবৃত্তি সমূহৰ পৰিবৰ্দ্ধনৰ দ্বাৰা গঠিত নহয়। নিজৰ অভিজ্ঞতা অৰ্জ্জনৰ দ্বাৰা হে গঠিত হয়। মনটো স্বভাৱতে এখন আৰ্চ্চিৰ নিচিনা স্বচ্ছ থাকে আৰু ই ভাল বা বেয়া নহয়; কিন্তু ই ভাল বা বেয়া হব বাহ্যিক অভিজ্ঞতাৰ সংস্পৰ্শত। সেই বাবে শিশুৰ আগত যিবোৰ বস্তু শিক্ষাদানৰ কাৰণে উপস্থিত কৰা হয় সেই বস্তুবোৰৰ অভিজ্ঞতা অৰ্জ্জনৰ পথত শিশুৰ মনোজগতত ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ যি সম্মিলিত ভাৱ উপস্থিত হয় শিক্ষা দানৰ সেয়ে মূলতত্ত্ব।

বাহ্যিক অভিজ্ঞতা সমূহৰ ক্ৰিয়া আৰু প্ৰতিক্ৰিয়াৰ সমন্বয়ত ধাৰাণাৰ উৎপত্তি হয়। ই নিজ জ্ঞানৰ সমীক্ষা (Apperception) পদ্ধতিত হয়। ই নিজ জ্ঞানৰ সমীক্ষা হৈছে নতুন এটা অভিজ্ঞতাৰ (অনুভূতিমূলক জ্ঞানৰ) লগত আগেয়ে পোৱা অভিজ্ঞতাৰ কি সম্বন্ধ তাক বিচাৰ কৰি ইটোৰ লগত সিটোৰ সমন্বয় সাধন কৰি প্ৰকৃত জ্ঞান বা তত্ত্ব নিৰ্ণয় কৰা। আগৰ অনুভূতিমূলক জ্ঞানৰ পৰা একপ্ৰকাৰ ধাৰণা মনত গঢ় লৈ আছে। নতুন অনুভূতি বা অভিজ্ঞতাৰ পৰা

যি ধাৰণা হয় সেই ধাৰণাৰ লগত পূৰ্ব্বৰ ধাৰণাৰ এটা মিল অনাটোৱেই হৈছে এই পদ্ধতিৰ মূল কথা। এই ধৰণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া মানৱমনত স্বভাৱতঃ হৈ থাকে। সেইদৰে বিভিন্ন ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ দ্বাৰা শিশুৰ বিচাৰবুদ্ধি আৰু বিশ্লেষণ-শক্তিৰ উৎপন্ন হয়। ইয়াকেই সমন্বয়শক্তি (Assimilation) বোলা হয়। এই কথাৰ পৰা আমি বুজিব পাৰোঁ যে এনে ধৰণে বিভিন্ন ধাৰণাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ পৰা শিশুৰ মনোজগতত দুটা কথাৰ উদ্ভৱ হয়। প্ৰথমটো হৈছে সমন্বয় সাধন (Assimilation) আৰু দ্বিতীয়টো হৈছে—শিক্ষা বা শিক্ষা লাভ (Education)

শিক্ষাই নিৰ্ণয় কৰে মনটোৱে বস্তুৰ অভিজ্ঞতাৰ সাহায্যত কি গ্ৰহণ কৰে আৰু কেনেদৰে গ্ৰহণ কৰে। শিশুমনৰ উচ্চতৰ স্তৰত ধাৰণাসমূহৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াই মন আৰু চৰিত্ৰ গঠন কৰে আৰু ইয়েই মন আৰু চৰিত্ৰ নিৰ্ণায়ক শক্তি। এই শক্তিৰ উদ্ভৱ হয় সমন্বয় কৰা বা বিভিন্ন ধৰণৰ ধাৰণাসমূহৰ মিল কৰা শক্তিৰ পৰা।

(২) পেষ্টালজ্জিয়ে দৃশ্যমান প্ৰাকৃতিক জগৎখনক ইন্দ্ৰিয়ানুভতিৰ সহায়ত অধ্যয়ন কৰাকেই প্ৰধান কৰ্ম্মপদ্ধতি ৰূপে নিৰ্দ্ধাৰণ কৰিছিল। হাৰ্বাৰ্টে দৃশ্যমান জগৎখনক শিশুৰ আগত নৈতিকতাৰ আদৰ্শৰূপে দাঙি ধৰাটোকেই শিক্ষাৰ প্ৰধান লক্ষ্য বুলি ধৰিছিল।

হাৰ্বাৰ্টে শিক্ষাদৰ্শনৰ যি ধাৰণা লৈছিল সেই ধাৰণা দৰ্শন শাস্ত্ৰৰ (Philosophy) পৰা গ্ৰহণ কৰিছিল আৰু শিক্ষাৰ কি লক্ষ্য সেই বিষয়ে ধাৰণা লৈছিল নীতিশাস্ত্ৰৰ পৰা (Ethics)। হাৰ্বাৰ্টৰ মতে ইচ্ছা শক্তিটো (will) মনৰ এটা স্বাধীন বৃত্তি নহয়। ইচ্ছা শক্তিটো মনৰ এটা ক্ৰিয়া মাথোন। এই ক্ৰিয়াৰ উদ্ভৱ হয় ধাৰণাসমূহৰ (ওপৰত উল্লেখ কৰা) ক্ৰিয়া বা চিন্তাজগতৰ পৰা। ধাৰণাবোৰ মনৰ আগত উপস্থিত হয় আৰু মনে তাক গ্ৰহণ কৰি লয়। হাৰ্বাৰ্টৰ শিক্ষাদৰ্শন বুজিবলৈ হ'লে এইকথাটো মনত ৰাখিব লাগিব, কাৰণ ইচ্ছা শক্তিৰ এই ধাৰণাটো মৌলিক কথা। এই ইচ্ছাশক্তি অভিজ্ঞতাৰ হে ফল। ই কাৰ্য্য-কাৰণৰ নিৰ্ণায়ক শক্তি বুলি (সচৰাচৰ যেনেকৈ বুজা যায়) বুজিব নালাগিব। আত্ম সমীক্ষা প্ৰণালী (Apperceptive process) হৈছে ইয়াৰ মূল উৎপত্তি স্থান, কাৰণ ধাৰণাসমূহে কাৰ্য্য-কৰিবলৈ প্ৰণোদিত কৰে আৰু কাৰ্য্যই চৰিত্ৰ নিৰ্ণয় কৰে।

হাৰ্বাৰ্টৰ মতে শিক্ষাৰ সকলো প্ৰকাৰ কৰ্ম্মপদ্ধতিৰ পৰিণাম হৈছে নৈতিকতা-বোধ। গতিকে নৈতিকতা লাভেই হৈছে শিক্ষাৰ উদ্দেশ্য। মানুহৰ অন্তৰ্জ্জগতত মানসিক স্বাধীনতাৰ ধাৰণা (Idea of Inner freedom) গঢ়ি উঠে। সেই স্বাধীনতা প্ৰস্ফুটিত হৈ মানুহক এটা চিৰলগৰীয়া ব্যক্তিত্ব দান কৰে। তাৰ

অৰ্থ এয়ে যে মানুহৰ মানসিক পৰিস্ফূৰণৰ ফলত মানুহ সদাচাৰী হয়। এই প্ৰত্যেক ব্যক্তিৰ মনৰ ভিতৰত গোটখোৱা বিভিন্ন অভিজ্ঞতা সমূহৰ সমন্বয়ত ক্ৰমে ক্ৰমে জ্ঞানৰ উদয় হয় আৰু সদাচাৰৰ উদ্ভৱ হয় সেই জ্ঞানৰ ক্ৰম বিকাশৰ ফলস্বৰূপে; কাৰণ প্ৰত্যেক বিধ অভিজ্ঞতাক (অনুভূতিমূলক সংস্পৰ্শক) স্বাধীন বিচাৰবুদ্ধিৰ দ্বাৰা গ্ৰহণ কৰা হয় বা পৰিত্যাগ কৰা হয়। কোনটো গ্ৰহণীয় আৰু কোনটো গ্ৰহণীয় নহয় সেই কথা নিৰ্ণয় কৰে স্বাধীন মনে। এনেকুৱা যে মনৰ এটা অৱস্থাৰ (Attitude) পৰিস্ফূৰণ হয়, সেই পৰিস্ফূৰণে ভাল-বেয়া নিৰ্ণয়ৰ বাবে মানসিক স্বাধীনতা বা নৈতিক চৰিত্ৰৰ সৃষ্টি কৰে আৰু সেয়ে ব্যক্তিক সমগ্ৰ জীৱনকালটোৰ কাৰণে এটা স্থায়ী ব্যক্তিত্ব দান কৰে। এয়ে শিক্ষাৰ প্ৰধান লক্ষ্য।

এতিয়া মানসিক স্বাধীনতাৰ (Inner Freedom) পৰিস্ফূৰণৰ পদ্ধতি কি হ'ব? এই বিশ্বজগৎখনক মনোমোহা ধৰণে শিশুৰ আগত দাঙি ধৰিব লাগিব, শিশুৰ অভিজ্ঞতাবোৰৰ কাৰণে অনুভূতি দানৰ ব্যৱস্থা কৰিব লাগিব। মানৱতাপূৰ্ণ কথোপ-কথনৰ ব্যৱস্থা কৰিব লাগিব আৰু যথোপযুক্ত উপদেশ দিব লাগিব।

হাৰ্বাৰ্টে সদাচাৰৰ এই বিশ্লেষণ পাঁচ প্ৰকাৰ সঙ্গতিপূৰ্ণ নীতিত নিবদ্ধ কৰিছে। তাৰে ভিতৰত প্ৰধান বা মূলনীতি হৈছে—এফালে ইচ্ছা শক্তি আৰু আনফালে অন্তৰ্দৃষ্টি আৰু দৃঢ়বিশ্বাসৰ এটি সামঞ্জস্যপূৰ্ণ সমন্বয় সাধন—ইয়েই মানসিক স্বাধীনতা।

## শিক্ষাৰ ধৰণ কি হ'ব?

শিক্ষাৰ লক্ষ্য কি হ'ব সেইটো স্থিৰ কৰাৰ পাছত হাৰ্বাৰ্টৰ শিক্ষাদৰ্শনৰ দ্বিতীয় কথা হৈছে—শিক্ষা কেনে ধৰণে দিয়া হ'ব, কি পদ্ধতিৰে শিক্ষা দিয়া হ'ব অৰ্থাৎ শিক্ষাৰ ধৰণ কি হ'ব? শিক্ষাদানৰ গোটা কথা হৈছে যে (১) নিৰীক্ষণ,পৰ্য্যবেক্ষণ বা পৰীক্ষাৰ দ্বাৰা মনত অনুভূতিমূলক অভিজ্ঞতা আহৰণ কৰাৰ অৰ্থে উপযুক্ত উপাদান উপস্থাপন বা প্ৰদান কৰা আৰু (২) প্ৰদানৰ পাছত ধাৰণাসমূহে গঢ় লব আৰু ধাৰণাসমূহে কৰ্মত প্ৰবৃত্ত হোৱাৰ উদগনি যোগাব—তাৰে ভিত্তিত চিন্তাশক্তিৰ সম্পূৰ্ণতা আনয়ন কৰা।

নৈতিকতা নিৰ্ভৰ কৰে সৎ ইচ্ছা আৰু সজ জ্ঞানৰ ওপৰত। তাকে আনভাৱে কব পাৰি যে সমগ্ৰ মানুহজনৰ সাধাৰণ জ্ঞানোন্নতিৰ ওপৰত নৈতিকতা নিৰ্ভৰ কৰে। তাকে আকৌ আন কথাত এনেদৰে কব পাৰি যে প্ৰথম অনুভূতিমূলক অভিজ্ঞতা অৰ্জনৰ বাবে যি উপাদান প্ৰদান কৰা হয় তাৰ দ্বাৰা যিবোৰ অনুভূতিৰ সংস্পৰ্শ আছে তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে যিবোৰ ধাৰণাৰ উৎপত্তি হয় তাৰ ওপৰত নৈতিকতা নিৰ্ভৰ কৰে। ব্যক্তিৰ নিজৰ স্বাধীন

ইচ্ছা শক্তি নাই। ইচ্ছা শক্তি নাথাকিলে কৰ্ম্মশক্তি ক'ৰপৰা আহে? কৰ্ম্মশক্তি উদগনিৰ ফল; কিন্তু সজ ইচ্ছাৰে প্ৰণোদিত হৈ যি কৰ্ম্মশক্তি আহে সেই সজ ইচ্ছা আৰু কৰ্ম্মশক্তি বা কৰ্ম্মপ্ৰেৰণা একেবাৰে প্ৰদান-উপাদানৰ পৰাই উৎপন্ন হয়। শিক্ষকৰ উপদেশৰ আৱশ্যকতা সেইবাবে মূল্যবান্ হৈ পৰে: উপদেশদানৰ কাম হৈছে—মনক উপযুক্ত প্ৰদান উপাদান যোগোৱা আৰু তাৰ দ্বাৰা কৰ্ম্মপ্ৰেৰণা দান কৰা।

এইদৰে যেতিয়া ইচ্ছা শক্তিৰ উদ্ভৱ হয় সেই সেই ইচ্ছা শক্তিক গঢ় দিয়াৰ ওপৰতে চৰিত্ৰ গঠন নিৰ্ভৰ কৰে। এয়ে হাৰ্বাৰ্টৰ শিক্ষা-দৰ্শনৰ তৃতীয় কথা। ইচ্ছা শক্তি গঢ় দি চৰিত্ৰ গঠনৰ কাৰণে শিক্ষামূলক উপদেশৰ আৱশ্যকতা আহি পৰে। শিক্ষামূলক উপদেশৰ ভিতৰত দুটা নীতি অন্তৰ্নিহিত আছে। (১) উপাদান-প্ৰদানৰ পৰা মনত যিবোৰ কথাৰ উৎপত্তি হয় সেইবোৰ আত্মসমীক্ষণৰ দ্বাৰা (Apperceptive process) শোধন কৰি লব পাৰি আৰু (২) এই উপাদান-প্ৰদানেই সদাচাৰ নিৰ্ণয় কৰে। সদাচাৰ আৰু চৰিত্ৰগঠন মূলতঃ নিৰ্ভৰ কৰে যেনে ধৰণৰ উপাদান-প্ৰদান কৰা হয় মনৰ ওপৰত তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ওপৰত অৰ্থাৎ মনে যি ধৰণে তাক গ্ৰহণ কৰে তাৰ ওপৰত। তাৰ অৰ্থ এয়ে হয়, যে শিক্ষকে যেনে ধৰণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ফল মনত ওপজাব খোজে তেনে ধৰণৰ উপাদান প্ৰদানৰ নিপুণতাৰ ওপৰত সেই ফল নিৰ্ভৰ কৰে। শিক্ষকৰ কৰ্ত্তব্য হয়—(১) উপযুক্ত উপাদান সংগ্ৰহ আৰু (২) উপযুক্ত ভাৱে উপাদান প্ৰদান। যদিহে শিক্ষকে এই দুইবিধ কাৰ্য্যত সামঞ্জস্য ৰক্ষা কৰাৰ নিপুণতা অৰ্জ্জন কৰিব পাৰে, তেন্তে শিশুৰ নৈতিক চৰিত্ৰগঠনত শিক্ষক সফল হব। যদি অপ্ৰয়োজনীয় আৰু অনুপযুক্ত উপাদান ত্যাগ কৰি প্ৰয়োজনীয় আৰু উপযুক্ত উপাদান শিক্ষকে সংগ্ৰহ আৰু প্ৰদান কৰিব পাৰে তেতিয়া শিক্ষক শিক্ষাদান কাৰ্য্যত কৃতকাৰ্য্য হব। কিছুদিন পাছত শিশুৱে উপযুক্ত আৰু অনুপযুক্ত উপাদান নিজেই বাছি লৈ সক্ষমতা অৰ্জ্জন কৰিব পাৰিব।

শিক্ষাদান কাৰ্য্যৰ সক্ষমতা নিৰ্ভৰ কৰে শিশুৰ পূৰ্ব্বঅৰ্জ্জিত ধাৰণাসমূহৰ লগত (ভাৱধাৰাৰ লগত) নতুনকৈ অৰ্জ্জন কৰিবলগা ধাৰণা সমূহৰ সামঞ্জস্য বিধানৰ ব্যৱস্থা গ্ৰহণৰ ওপৰত আৰু শিশুৰ শৰীৰৰ আৱয়বিক গঠনৰ আৰু ক্ৰমবৰ্দ্ধমান অৱয়বৰ বিভিন্ন অৱস্থাৰ ওপৰত। গতিকে শিক্ষাদান কাৰ্য্য, শিশুৰ মনত বিভিন্ন মনোবৃত্তি স্বভাৱতঃ থকা বুলি ধৰি লোৱাত আৰু বিভিন্ন মনোবৃত্তিৰ সমন্বয় সাধনৰ নিপুণতাত নিৰ্ভৰ নকৰে। সেই কাৰণে পূৰ্ব্ব প্ৰচলিত আনকি পেষ্টালজ্জি প্ৰবৰ্ত্তিত শিক্ষাদান পদ্ধতিও সম্পূৰ্ণ নহয়।

প্ৰচলিত শিক্ষাপদ্ধতিৰ (Traditional teaching) কাৰ্য্য হৈছে বিভিন্ন বিষয়ৰ বিভিন্ন সংবাদ পৰিবেশন আৰু জ্ঞানদান। সেই পদ্ধতিয়ে বাঞ্ছিত ফল

দিব বুলি নিঃসন্দেহ হব নোৱাৰি; কাৰণ সেই সেই বিষয়ৰ জ্ঞান আহৰণৰ দ্বাৰা শিশুৰ মনত আগৰে পৰা থকা ধাৰণাসমূহৰ (ভাৱধাৰাৰ) লগত সমন্বয় সাধিত হব বুলি নিশ্চিত হব নোৱাৰি আৰু সেই কাৰ্য্যৰদ্বাৰা উপজিব পৰা দোষবোৰৰ খণ্ডন হোৱা বুলিও বুজিব নোৱাৰি; কিন্তু শিশুৰ মনত আগৰেপৰা থকা ধাৰণাসমূহৰ লগত নতুনকৈ দিব খোজা ধাৰণাসমূহৰ সমন্বয় সাধনেই হৈছে শিক্ষাদানৰ কাৰ্য্য। গতিকে সদাচাৰ গঠন নিৰ্ভৰ কৰে শিক্ষাদান কাৰ্য্যত শিশুমনত এই সমন্বিত জ্ঞানে সৃষ্টি কৰাৰ কিমানখিনি ক্ষমতা আৰু নিপুণতা শিক্ষকৰ আছে তাৰ ওপৰত।

শিক্ষাদান কাৰ্য্যৰ দ্বাৰা শিশুমনত ইচ্ছা শক্তিৰ আৰু কৰ্ম্মপ্ৰবৃত্তিৰ সৃষ্টি হব লাগে। সেয়ে স্কুলবিলাকৰ প্ৰধান কাৰ্য্য সেইবাবে শিক্ষাদানৰ কাৰ্য্য হব শিশুৰ মনত নানা বিষয়ক আগ্ৰহ আগহ সৃষ্টি কৰা।

## হাৰ্বাৰ্টৰ শিক্ষাদান পদ্ধতি আৰু প্ৰণালী

শিক্ষাদানৰ চৰম উদ্দেশ্য সদাচাৰ উপাৰ্জ্জন বুলি ধৰি লোৱা হৈছে। ইয়াৰ লগত আৰু এটা উদ্দেশ্য সংযোগ কৰিব লাগিব। সেইটো হৈছে বিভিন্ন বিষয়ত কৌতূহল উদ্ৰেক কৰা। কৌতূহলৰ অৰ্থ সাধাৰণতঃ হৈছে মনৰ এটা ক্ৰিয়াশক্তি। শিক্ষাদান কাৰ্য্যই সেই ক্ৰিয়াশক্তি উত্তেজিত (Incite) কৰিব পাৰিব লাগিব। কেৱল সংবাদ পৰিবশন আৰু জ্ঞানদানৰ উপদেশৰ দ্বাৰা সেইটো যথেষ্টৰূপে আৰু সম্পূৰ্ণৰূপে কৰিব নোৱাৰি; কাৰণ ইয়াৰ দ্বাৰা এইটো বুজা যায় যে এজন মানুহৰ মনৰ ভঁৰালত কিছুমান সত্যকাৰ্য্য বা ঘটনাৰ (Facts) সমষ্টি জমা দিয়া হ'ল। সেই জমা থোৱা সত্যকাৰ্য্য বা ঘটনাবোৰ তাৰ ভঁৰালত স্থান পাবও পাৰে নাপাবও পাৰে; কিন্তু তাৰ দ্বাৰা মানুহজনৰ প্ৰকৃত পৰিবৰ্ত্তন একো নহ'ল। যিজন মানুহে এই সংবাদ পৰিবেশনৰ বা জ্ঞানদানৰ উপদেশবোৰ গ্ৰহণ কৰে, সেইজন মানুহে আৰু কিছুমান জমা পাবলৈ আগ্ৰহ প্ৰকাশ কৰিব আৰু তাৰ দ্বাৰা আন আন বিষয়তে কৌতূহল প্ৰকাশ কৰিব; কিন্তু এই আগ্ৰহ সদায় আৰু সকলো ক্ষেত্ৰতে সমান নহয়। শিশুমনত বিভিন্নতা পৰিলক্ষিত হব আৰু শিক্ষাদান কাৰ্য্যৰ সফলতাত ব্যাঘাত পৰিব।

যি হেতুকে ইচ্ছাশক্তি হৈছে কিছুমান ধাৰণা সৃষ্টিৰ হে ফল, সেই হেতুকে এইটো অত্যন্ত আৱশ্যকীয় কথা যে শিশুৱে অধ্যয়ন কৰিব লগা বিষয়বোৰত প্ৰকৃত আগ্ৰহ প্ৰকাশ কৰিব লাগিব। শিশুৰ মনত যিবোৰ ধাৰণা আগৰে পৰা আছে সেই ধাৰণাবিলাকৰ লগত শিশুৰ আৱয়বিক সম্বন্ধ থকা (Organic relationship) ধাৰণাবিলাকৰ হে প্ৰৱেশ বা সৃষ্টি শিশুমনত সম্ভৱ হব পাৰে। স্থায়ী চৰিত্ৰ দান কৰিবলৈ হ'লে এই কৌতূহলবোৰ স্থায়ী কৰিব লাগিব।

কৌতূহলৰ উদ্রেক কৰিব পাৰিলেই পঠনীয় বিষয়ত মনোযোগ আকৰ্ষণ কৰিব পাৰিব তেনে নহয়। যি উপায় বা প্ৰণালীৰ দ্বাৰা নতুন ভাৱধাৰা, নতুন প্ৰদান-সমূহ শিশুমনে আত্মসমীক্ষণ প্ৰচেষ্টাৰ দ্বাৰা গ্ৰহণ কৰিব পাৰিব বা যি উপায়ৰ দ্বাৰা শিশুৰ মনত নতুন নতুন কথা, নতুন নতুন ভাৱধাৰা বা ধাৰণাসমূহ প্ৰৱেশ কৰি সদাচাৰৰ স্থায়ী ভিত্তি গঠন কৰিব পাৰিব সেই উপায় হে আৱশ্যক। শিশুমনৰ এই ক্ৰিয়া শক্তিৰ দ্বাৰা আত্মসমীক্ষণ প্ৰচেষ্টাৰে বা প্ৰণালীৰে যি কোতূহল জাগৃত হয়, সেই কৌতূহল স্থায়ীভাৱে থাকে। সেই কৌতূহল সামানুপাতিক ভাৱে বিভিন্ন ক্ষেত্ৰত বিস্তৃত হৈ সমন্বয়পূৰ্ণ (Harmonious) উদাৰ চৰিত্ৰৰ সৃষ্টি কৰে। শিশুৰ ব্যক্তিত্বক বহুমুখী কৰি লোৱা শিক্ষকৰ কৰ্ত্তব্য। তাৰ পন্থা হৈছে—শিক্ষাদানৰ দ্বাৰা বিভিন্ন বিষয়ত কৌতূহল জাগৃত কৰি ক্ৰিয়া-শক্তিক উত্তেজিত কৰি শিক্ষকে শিশুৰ ব্যক্তিত্বক বহুমুখী কৰি লোৱা। শিক্ষকে যিমান বিশুদ্ধ ভাৱে এইটো কৰিব পাৰে সিমান সহজে শিশুৰ চৰিত্ৰই ব্যক্তিত্বত প্ৰভাৱ বিস্তাৰ কৰিব।

ইয়াকে কৰিবলৈ হ'লে শিক্ষকে দুটা কথালৈ মন কৰিব লাগিব। প্ৰথমতঃ শিক্ষাদানৰ বাবে উপযুক্ত উপাদান (প্ৰদান সামগ্ৰী) সংগ্ৰহ কৰা—যাৰ প্ৰদানৰ দ্বাৰা শিশুমনত অনুভূতিমূলক অভিজ্ঞতা আৰু ক্ৰিয়া-প্ৰতিক্ৰিয়ামূলক সংসৰ্গৰ সৃষ্টি হয়, দ্বিতীয়তঃ শিক্ষাদানৰ এনে এটি পদ্ধতি গ্ৰহণ কৰিব লাগিব যিটো পদ্ধতি শিশুৰ মানসিক (মনস্তাত্ত্বিক) পৰিবৰ্দ্ধনৰ লগত একেসুৰে মিলি যায়, তেতিয়া বহুমুখী কৌতূহল (many sided interests) আপোনা আপুনি সৃষ্ট হব।

## বিভিন্ন বিষয় অধ্যয়নৰ সমন্বয়

ওপৰোক্ত প্ৰথম কথাটোৰ পৰা অধ্যয়নৰ বাবে বিষয়বোৰ নিৰ্ব্বাচনৰ আৰু সেই বিষয়বোৰ অধ্যয়নৰ সমন্বয় কৰা বা বিষয়বোৰৰ অধ্যয়ন একমুখী কৰাৰ প্ৰশ্ন উঠে। হাৰ্বাৰ্টে নিজেই আন্তৰিক ভাৱে বিশ্বাস কৰিছিল যে কবি হোমাৰ (Homer) ৰ কবিতাবিলাক তৰুণ বালক সকলৰ শিক্ষাৰ বাবে উপযুক্ত উপাদান হব পাৰে; কাৰণ যি কোনো এজন তৰুণ বালকৰ কৰ্মশীলতা (Activity) আৰু বিষয়বস্তুৰ প্ৰতি আগ্ৰহিক বৃত্তি (Interests) জাতিৰ সকলোবিলাক তৰুণৰ কৰ্মশীলতা আৰু আগ্ৰহিক বৃত্তি একে প্ৰকাৰৰ। সেইবাবে হোমাৰৰ কবিতাবিলাকৰ লগতে গ্ৰীক্ আৰু লেটিন সাহিত্যৰ কিছু কিছু অংশ যোগ দিবও পাৰি। এইবোৰ সাহিত্যৰ লগত সম-সাময়িক যুগৰ ইতিহাস শিক্ষাবো সমন্বয় কৰিব পাৰি। অধ্যয়নৰ বাবে লোৱা সাহিত্যমূলক আৰু বুৰঞ্জীমূলক উপাদানবোৰৰ এনে গুণ আৰু মূল্য থাকিব লাগিব যাতে শিশুৰ আগ্ৰহিক বৃত্তিৰ লগত মিশ্ৰণ বা সমন্বয় সাধন সহজ হয়।

হাৰ্বাৰ্টৰ এই মতবাদৰে বিস্তাৰ সাধন কৰি আৰু শিক্ষা-নীতিত তাক সম্পূৰ্ণভাৱে প্ৰয়োগ কৰি হাৰ্বাৰ্টৰ মতৰ ব্যাখ্যা কৰোঁতাসকলে (টীকাকাৰসকলে) কৃষ্টি আৰু সংস্কৃতিৰ এটি নতুন যুগৰ আৰম্ভণি কৰিলে (Culture Epoch theory)। জিলাৰ (Ziller) এই বিষয়ে অগ্ৰণী আছিল। সংক্ষেপতে কবলৈ হ'লে এই মতবাদৰ মূলকথা আছিল যে জাতিৰ সাংস্কৃতিক উন্নতিৰ বিভিন্ন স্তৰ নিৰ্মিত হয় ব্যক্তিৰ মানসিক উন্নয়ন স্তৰৰ সমানুপাতত। গতিকে শিশুৰ মানসিক উন্নয়নৰ বিভিন্নস্তৰৰ উপযোগী শিক্ষাদানৰ উপাদানসমূহ (প্ৰদান-সমূহ) জাতিৰ সাংস্কৃতিক উন্নয়নৰ বিভিন্ন স্তৰৰ উপযোগীকৈ নিৰ্ব্বাচন কৰা আৰু প্ৰণালীবদ্ধ কৰাটোৱেই হৈছে শিশুৰ মানসিক উন্নয়নৰ ক্ৰমানুগতিক পদ্ধতি। পিছে জাতিৰ সাংস্কৃতিক জীৱনৰ নতুন যুগ আৰম্ভ কৰা মতবাদ (Culture Epoch Theory) অধ্যয়নৰ বিষয়বস্তু সমন্বয়ৰ ক্ষেত্ৰত আনুষঙ্গিক ভাৱে হে আছে; কাৰণ এই মতবাদ অনুসাৰে উপাদান সামগ্ৰী বা প্ৰদানসমূহ নিৰ্ব্বাচন কৰি প্ৰণালীবদ্ধ কৰাটো বিষয়বস্তু সমন্বয়ৰ এটা উপায় মাথোন। শিক্ষাবিজ্ঞানৰ মতবাদ হিচাবে তাক কেতিয়াও পৰীক্ষা কৰি চোৱা নাই আৰু আধুনিক জগতত তাৰ মূল্য নিচেই তাকৰ হৈ পৰিছে। শিক্ষাবিজ্ঞানৰ দৰ্শনত ই সঙ্কেতদায়ক (Suggestive) হিচাবে হে কিছু স্থান পাইছে।

ব্যক্তিৰ অন্তৰত এটি সমন্বিত বোধ (unified consciousness) উন্নয়নৰ ক্ষেত্ৰত অতি প্ৰয়োজনীয় ব্যৱস্থা—এই যে শিক্ষণীয় বিষয়বোৰ এনেদৰে শ্ৰেণীবদ্ধ কৰিব লাগিব যাৰ দ্বাৰা ব্যক্তিয়ে জ্ঞান আহৰণৰ পথত সকলো বিষয়ৰে পৰা এটি ঐক্যবদ্ধ বোধ পায়। আন কথাত এইদৰে কব লাগিব যে প্ৰদান-সামগ্ৰী বা শিক্ষাৰ উপাদান সমূহ এনেদৰে ঐক্যবদ্ধ কৰিব লাগিব যাৰ দ্বাৰা শিশুৰ আগত যি উদ্দেশ্যে সেইবোৰ উপস্থাপিত বা প্ৰদান কৰা হয়, শিশুৱে আত্মসমীক্ষণৰ দ্বাৰা (by Apperceptive process) সেই উদ্দেশ্য সম্পূৰ্ণৰূপে উপলব্ধি কৰিব পাৰে। বিষয়বস্তুবোৰক ঐক্যবদ্ধ কৰাৰ প্ৰণালী যিমান নিখুঁত হব শিক্ষাদান প্ৰণালী সিমান শক্তিশালী হব। যদি বিষয়-বস্তুবোৰ সমসূত্ৰত ঐক্যবদ্ধ কৰা নহয় আৰু ইটো বিষয়ৰ লগত সিটো বিষয়ৰ সাদৃশ্য নাথাকে তেতিয়া সমান অনুপাতে সেইবোৰৰ পৰিবৰ্দ্ধন নহব, প্ৰকৃত বোধ উপলব্ধি কৰাত ক্ৰমিক সঙ্গতি ভঙ্গ হব আৰু বহুমুখী কৌতূহল সৃষ্টি কৰাত ব্যাঘাত হব। ফলত শিশুৰ চৰিত্ৰ গঠন দুৰ্ব্বল হৈ পৰিব।

## হাৰ্বাৰ্টৰ পঞ্চাঙ্গ পদ্ধতি

ইমান দিনে ইন্দ্ৰিয়ানুভূতিৰ মাধ্যমত শিক্ষাদানৰ বাবে যি শিক্ষা দৰ্শন গঢ়ি উঠিছিল সেই অনুসাৰে শিক্ষাপদ্ধতি উদ্ভাৱন কৰাৰ প্ৰচেষ্টা চলি আছিল। হাৰ্বাৰ্টে

পোন প্ৰথমে বিস্তৃত সমালোচনাৰে সৈতে এটি শিক্ষা-পদ্ধতিৰ অৱদান আগবঢ়ালে। এই শিক্ষা-পদ্ধতি শিক্ষকসকলে অতি সোনকালে শিক্ষাদান কাৰ্য্যত লগাব পৰা হ'ল। এই শিক্ষা পদ্ধতি উপাদান সামগ্ৰীসমূহৰ ওপৰত নিৰ্ভৰ কৰি সাধন কৰা হোৱা নাছিল। মানুহৰ মন কি ভাৱে কাৰ্য্যত প্ৰবৃত্ত হয় আৰু কি ধৰণে স্বাভাৱিকতে মানুহৰ মন প্ৰশস্ততৰ হৈ উঠে সেই ফালে দৃষ্টি দি হে এই শিক্ষা-পদ্ধতি উদ্ভাৱন কৰিছিল। এই পদ্ধতিৰ কেইবাটিও (সাধাৰণতঃ পাঁচটিৰ) অঙ্গ বা ক্ৰম বা টাঁপ আছে। প্ৰত্যেকটো ক্ৰম প্ৰত্যেকটো পাঠৰ ক্ষেত্ৰতে ব্যৱহাৰ কৰিব লাগিব। পাঠটো হয়তো কেইবাটাও অংশত ভগাব পাৰি। প্ৰত্যেকটো অংশকে পাঠৰ একক সংখ্যা (Unit) ধৰি প্ৰত্যেকটো অংশ শিক্ষাদানৰ সময়ত গোটেইকেইটা ক্ৰম খটুৱাব লাগিব। পাঠৰ বিষয়বস্তু পদ্য মুখস্থই হওক বা বুৰঞ্জীমূলকেই হওক, পাঠৰ বিষয়বস্তুটো ভাগ কৰোঁতে সময়ৰ ভাগ অনুসাৰে ভাগ কৰিব নোৱাৰি। বিষয়বস্তুৰ গুৰুত্ব চাই হে ভাগ কৰিব পাৰি; কিন্তু প্ৰত্যেক ভাগৰ পাঠৰ সময়ত সেই কেইটা ক্ৰম প্ৰয়োগ কৰিব লাগিব। এই ক্ৰমবোৰৰ নিজৰ কোনো সুকীয়া গুণ নাই বা শিক্ষাৰ লক্ষ্যও ইয়াত নাই। এই পদ্ধতিটো শিক্ষাদানৰ লক্ষ্যত উপনীত হবলৈ এটা নিয়ম বা প্ৰণালীহে (Form) মাথোন। এজন সফল আৰু নিপুণ শিক্ষকে হয়তো এই পদ্ধতিৰ বাহ্যিক ক্ৰমবোৰ নাজানিবও পাৰে আৰু কোনো এজন শিক্ষকে হয়তো ইয়াৰ বাহ্যিক ক্ৰমবোৰ জানিও অজ্ঞাসাৰে তাৰ ব্যৱহাৰ নকৰিবও পাৰে। অৰ্থাৎ নিপুণ শিক্ষকে পাঠদানৰ ক্ষেত্ৰত পঞ্চাঙ্গ পদ্ধতিৰ যি নীতি সেই নীতি স্বাভাৱিকতে মানি চলে; সেইবাবেহে তেওঁ নিপুণ শিক্ষক। আকৌ শিক্ষাদান কাৰ্য্যত নিপুণতা অৰ্জ্জন কৰিবলৈ এই পদ্ধতিৰ প্ৰয়োগ স্বাভাৱিকতে হয় বা হব লাগিব।

শিক্ষাদানৰ (Instruction) প্ৰথম কাৰ্য্য হৈছে মনটোত কিছুমান ভাৱ বা ধাৰণা সন্নিৱেশ কৰা, বিভিন্ন ভাৱধাৰাৰ মাজত সঙ্গতিপূৰ্ণ সম্বন্ধ স্থাপন কৰা আৰু সেইবিলাকৰ সমন্বয় সাধন কৰা অৰ্থাৎ সৎপ্ৰবৃত্তি বা আনৰ প্ৰতি সহানুভূতিমূলক মনৰ সংস্কাৰ বা বোধশক্তিৰ পৰা মনটো ক্ৰমে ক্ৰমে প্ৰসাৰ লাভ কৰে—বহল (broad) হৈ যায়। তেতিয়া মানহৰ চৰিত্ৰত বহুমুখী কৰ্ম্মপ্ৰৱণতাই দেখা দিয়ে। কৌতূহলোদ্দীপক বোধশক্তিক বিভিন্ন পৰ্য্যায়ত ভাগকৰিব পাৰি। এই ভাগবোৰ হৈছে—(১) নিৰীক্ষণ, (২) ভৱিষ্যৎ সম্ভাৱনা, (৩) প্ৰয়োজন আৰু (৪) ক্ৰিয়া। এই বিভিন্ন ভাগবোৰ শিক্ষাদানৰ সময়ত কেনেকৈ প্ৰয়োগ কৰিব পাৰি বা শিক্ষাদানৰ পাঠটো কনেকৈ ভাগ কৰিব পাৰি সেইটো চোৱা যাওক। এই বিভিন্ন পৰ্য্যায় অনুসৰি শিক্ষা দান কাৰ্য্যত মনোবিজ্ঞানৰ ভিত্তিত ক্ৰমিক পৰ্য্যায় হব :—

স্পষ্টতা, সংমিশ্ৰণ, সংমিশ্ৰিত ভাৱবোৰৰ সমীকৰণ আৰু প্ৰণালীবদ্ধকৰণ।

পেষ্টালথজিৰ মতে স্পষ্টতাৰ অৰ্থ হৈছে—মনস্তাত্ত্বিক পৰ্যবেক্ষণৰ দ্বাৰা কোনো এটা বস্তুৰ বিষয়ে সম্যক্‌জ্ঞান উপলব্ধি কৰা।

এইদৰে শিক্ষাদান কাৰ্য্যত (পাঠদান কাৰ্য্যত) পাঁচোটা ক্ৰম নিৰ্দ্ধাৰিত হ'ল। সেই কেইটা হ'ল—(১) প্ৰস্তুতি, (২) প্ৰদান, (৩) সংযোগ বা সংমিশ্ৰণ (৪) সমীকৰণ, প্ৰণালীবদ্ধকৰণ আৰু (৫) প্ৰয়োগ।

**প্ৰস্তুতি** ঃ—নতুন ভাৱধাৰা মনত সন্নিবেশ বা প্ৰবেশ কৰাই দিয়াৰ পূৰ্ব্বে পূৰ্ব্বৰেপৰা মনতে সঞ্চিত থকা যিবোৰ পুৰণি ভাৱধাৰাৰ লগত (পুৰণি ধাৰাবোৰৰ) নতুনকৈ দিব খোজা ধাৰণাবোৰৰ বিশেষ সম্বন্ধ আছে; সেই কাৰণে সেই পুৰণি ধাৰণাসমূহক স্মৃতিপথলৈ অনা কাৰ্য্যৰ বাবে এটি শৃঙ্খলাবদ্ধ প্ৰণালী গ্ৰহণ কৰিব লাগে যাতে নতুন ভাব-ধাৰাৰ অৰ্থ পৰিস্ফুট হৈ উঠে আৰু স্থায়ীভাৱে মনত থাকি যায়। (এই বাবে পুৰণি পাঠটোৰ সংক্ষিপ্ত আলোচনাৰ আৱশ্যক হয়।)

**প্ৰদান** ঃ—প্ৰস্তুতি কাৰ্য্যৰ পাছত নতুনকৈ দিব খোজা পাঠটো উপস্থাপিত বা প্ৰদান কৰাত সেই পাঠটো শিশুৰ মনত যেতিয়া সম্পূৰ্ণকৈ আয়ত্তাধীন হৈ যাব তেতিয়া এটি স্বাভাৱিক আৰু সাধাৰণ জ্ঞানৰ ধাৰণা সম্পূৰ্ণ হৈ যাব (General Idea)—বিষয়টো স্পষ্ট হৈ উঠিব।

**সংযোগ বা সংমিশ্ৰণ** ঃ—ইয়াৰ অৰ্থ হৈছে পুৰণি ভাৱধাৰাৰ লগত নতুন ভাৱধাৰাৰ সংযোগ। সংমিশ্ৰণ বা সমন্বয় সাধন কৰা। আত্মসমীক্ষণৰ এইটোৱেই হৈছে প্ৰাৰম্ভিক স্তৰ। প্ৰাৰম্ভণিৰ এই সংমিশ্ৰণ ক্ৰিয়াই কল্পনা শক্তিৰ উদ্ভৱ কৰায়।

**সমীকৰণ বা প্ৰণালীবদ্ধকৰণ** ঃ—সংযোগ বা সংমিশ্ৰণ কাৰ্য্যত স্থূল উপাদান সামগ্ৰীৰ লগত থকা মানসিক ভাৱবোৰৰ সম্পূৰ্ণ বিচ্ছিন্নতা তেতিয়াও অহা নাই। সেই সামগ্ৰীসমূহৰ পৰা মানসিক ভাৱবোৰৰ সম্পূৰ্ণ বিচ্ছিন্নতা ঘটিলেহে প্ৰকৃত বিষয়বস্তুৰ স্বাভাৱিক আৰু সাধাৰণ জ্ঞানৰ উদয় হ'ব—প্ৰকৃত স্বৰূপ প্ৰকাশ পাব। সেইটোকে প্ৰণালীবদ্ধ ভাৱে কৰিব লাগিব—যাতে পূৰ্ব্বৰ অৰ্জ্জিত জ্ঞানৰ লগত নতুন জ্ঞানে সম্বন্ধ স্থাপন কৰি এটা আৱয়বিক জ্ঞানৰ ৰূপ দিয়ে। ই সম্ভৱ হ'ব পাৰে প্ৰকৃত অনুধাৱন বা চিন্তাৰ দ্বাৰা (Reflection)। ইয়াৰ বাবে পুনঃ পুনঃ বিষয়টোৰ আলোচনাৰ আৱশ্যক (Repetition) আৰু সেই আলোচনা হ'ব লাগিব উপযুক্ত শব্দ প্ৰয়োগৰ মাধ্যমত—উপযুক্ত ভাৱপ্ৰকাশক ভাষাৰ জৰিয়তে।

**প্ৰয়োগ** ঃ—শিশুৱে যি জ্ঞান আহৰণ কৰিলে (উপৰোক্ত উপায়ে) তাক তাৰ নিজৰ ক্ষুদ্ৰ জীৱনতে প্ৰয়োগ কৰিবৰ সুবিধা পাব লাগিব, তেতিয়াহে সি অনুধাৱন শক্তি ক্ৰমে ক্ৰমে বৃদ্ধি কৰিব পাৰিব। সি জ্ঞানৰ ব্যৱহাৰ যিমান

সোনকালে কৰিব পাৰে সিমান সোনকালে তাক সেই সুবিধা দিব লাগে। এইদৰে তাৰ জ্ঞান বাঢ়ি যাব আৰু এটা সমন্বয়াত্মক মানসিক জীৱন আৰম্ভ হ'ব। তাৰ দ্বাৰাই শিশুক দিয়া নিৰ্দ্দেশ আৰু উপদেশৰ মাধ্যমত সি এটা কৰ্ম্মপ্ৰৱণ জীৱনত ভৰি দিব পাৰিব।

এই পদ্ধতিৰ দ্বাৰা হাৰ্ব্বাৰ্টে শিক্ষাদান কাৰ্য্যত যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল। স্কুলবিলাকত এই পদ্ধতি বহুলবাৰে প্ৰচলন হ'ব ধৰাত হাৰ্ব্বাৰ্টৰ শিক্ষাদান কাৰ্য্যৰ কৌশলৰ প্ৰভাৱ বিস্তাৰ হৈ পৰিল। হাৰ্ব্বাৰ্টে কৈছিল যে শিক্ষাদান কাৰ্য্যৰ (Instruction) বা শিক্ষা পদ্ধতিয়ে শিশুৰ মনত এখন চিন্তা-ৰাজ্যৰ সৃষ্টি কৰিব লাগে আৰু প্ৰকৃত শিক্ষাই চৰিত্ৰ গঠন কৰিব লাগে। সেই বাবে শিক্ষাক শিক্ষা পদ্ধতিৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি। পেষ্টালৎজিৰ মতে শিশুৱে নিজে নিজে শিক্ষা লাভ কৰিব—ইন্দ্ৰিয়ানুভূতি আৰু আত্মসমীক্ষণৰ দ্বাৰা। হাৰ্ব্বাৰ্টৰ মতে পাঠদান অত্যাৱশ্যকীয়। সেইবাবে ইন্দ্ৰিয়ানুভূতিৰ জ্ঞান আৰু আত্মসমীক্ষণৰ বিভিন্ন স্তৰৰ বাবে শিক্ষাপদ্ধতিৰ বিভিন্ন ঢাপ (Steps) হাৰ্ব্বাৰ্টে নিৰ্দ্দিষ্ট কৰি দিছিল।

---

# ফ্ৰেডাৰিক ফ্ৰোবেল (১৭৮৩-১৮৫২)
# (Frederick Froebel)

হাৰ্বাৰ্টৰ শিক্ষা দৰ্শনৰ পৰা উত্তৱ হোৱা যি পঞ্চাঙ্গ শিক্ষা পদ্ধতি আৰু সেই শিক্ষা পদ্ধতিৰ অন্তৰ্নিহিত যি মূলনীতি তাৰ লগত ফ্ৰোবেলৰ শিক্ষাদৰ্শন আৰু শিক্ষাপদ্ধতিৰ যথেষ্ট প্ৰভেদ দেখিবলৈ পোৱা যায়।

ফ্ৰেডাৰিক ফ্ৰোবেলৰ শিক্ষাপদ্ধতি শিশুক কেন্দ্ৰ কৰি গঢ়ি উঠে। ফ্ৰোবেলৰ মতে শিশুৰ ৰুচি, আগ্ৰহ, অভিজ্ঞতা আৰু কৰ্ম্মানুপ্ৰেৰণাই (Interests, experiences and activities) হব শিশুৰ শিক্ষাৰ আৰম্ভণি (Starting point) আৰু শিক্ষাদান পদ্ধতিৰ মূল আশ্ৰয় হব লাগে বিদ্যালয়ৰ পৰিৱেশ, বিদ্যালয়ৰ নিয়ম-নিষ্ঠা আৰু বিদ্যালয়বিলাকৰ সচেতনাৰ (জীৱন্ত আৰু আনন্দময় ৰূপৰ ) উন্নতি সাধন। হাৰ্বাৰ্টৰ শিক্ষপদ্ধতিৰ মাজত আছিল শিক্ষক আৰু শিক্ষাদান কাৰ্য্যৰ প্ৰাধান্য, কিন্তু ফ্ৰোবেলৰ শিক্ষাপদ্ধতিৰ মাজত শিশু কেন্দ্ৰিকতাই প্ৰধান স্থান অধিকাৰ কৰিলে। হাৰ্বাৰ্টে শিক্ষাদান কাৰ্য্যৰ দ্বাৰা শিশুৰ নৈতিক চৰিত্ৰ গঠনৰ গুৰুত্ব দিছিল আৰু ফ্ৰোবেলে শিশুৰ কৰ্ম্মপ্ৰৱণ স্বভাৱক বৃদ্ধি কৰি আৰু তাক নিয়ন্ত্ৰণ কৰি নৈতিক চৰিত্ৰ গঠনত গুৰুত্ব দিছিল। শিশু কেতিয়াও স্বভাৱতে অলস হৈ নাথাকে, কিবা এটা কৰি ভাল পায়। শিশুৰ ভিতৰত যে তেনে কৰ্ম্মপ্ৰৱণতা আছে শিক্ষাদানৰ কাৰণে সেয়ে হব লাগে আৰম্ভণি বা প্ৰথম কাৰ্য্য। এই কৰ্ম্মপ্ৰৱণ শক্তিয়ে শিশুৰ প্ৰেৰণা সমূহৰ সৃষ্টি কৰে আৰু সেই ইচ্ছাশক্তিসমূহৰ পৰা ঐচ্ছিক আগ্ৰহৰ সৃষ্টি হৈ স্থায়ীভাৱে শিশুৰ মনত থাকি যায়। গতিকে ফ্ৰোবেলৰ মতে শিক্ষাদান কাৰ্য্যই চিন্তা-শক্তি আৰু বিচাৰ-বুদ্ধি প্ৰশিক্ষণ দিয়াতকৈ আবেগিক ইচ্ছাশক্তিৰ প্ৰশিক্ষণ দিয়া কাৰ্য্যতহে নিবদ্ধ থাকিলে শিশুৰ শিক্ষা বেচি ফলৱতী হয়। আবেগিক ইচ্ছাশক্তি শিশুৰ তথা মানৱৰ চৰিত্ৰ গঠনৰ মূল কথা—বৌদ্ধিক বিচাৰ শক্তিৰ প্ৰশিক্ষণেহে (হাৰ্বাৰ্টৰ মতে) শিশুৰ চৰিত্ৰ গঠনৰ মূলকথা এনে নহয়।

## কিণ্ডাৰ গাৰ্টেন স্কুল

ক্ৰীড়াচ্ছলে শিক্ষাদান কাৰ্য্যৰ পদ্ধতি শিশুকালৰ কাৰণেহে ফ্ৰোবেলে এই মতবাদৰ ওপৰত প্ৰয়োগৰ বিধান কৰিলে আৰু সেই পদ্ধতিত যি নতুন ধৰণৰ বিদ্যালয় গঢ় দিলে তাৰ নাম হ'ল কিণ্ডাৰ গাৰ্টেন (Kindergarten)। কিণ্ডাৰ গাৰ্টেন শব্দটোৰ অৰ্থ হ'ল—খেল-ধেমালিৰ মাজেদি দৃশ্যবস্তুৰ সহায়ত শিক্ষা দিয়া বিদ্যালয়। পিছে এই শিক্ষা-পদ্ধতি যে কেৱল শিশুকালৰ বাবেহে হব পাৰে

তেনে নহয়। এই পদ্ধতিত নিহিত যি তত্ত্ব বা প্ৰণালী আছে তাক বিদ্যালয় সমূহৰ উচ্চ আৰু উচ্চতৰ স্তৰতো প্ৰয়োগ কৰিব পাৰি; মাথোন লাগে মূলনীতি আৰু মূলতত্ত্ববোৰক দাৰ্শনিক ভাৱধাৰাৰে শিক্ষাৰ স্তৰ আৰু বিদ্যালয় সমূহৰ মান অনুসাৰে গঠন কৰি লোৱাৰ আৱশ্যকতা। বাল্যকালৰ পৰা আৰম্ভ কৰি উচ্চ স্তৰলৈ এই নীতি অৱলম্বন কৰি যোৱাই হৈছে ফ্ৰোবেলৰ শিক্ষা আন্দোলন। আধুনিক জগতৰ বিদ্যালয়বোৰত ফ্ৰোবেলৰ এই শিক্ষানীতি এতিয়াও চলি আছে। এই সম্পৰ্কে ফ্ৰোবেলৰ শিক্ষাদৰ্শনৰ দুটা নীতিৰ কথা উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি। শিশুৰ মন আৰু শিশুপ্ৰকৃতিৰ পৰিবৰ্দ্ধনৰ কাৰণে যদি উপাদান সামগ্ৰী প্ৰদান কৰা হয় অৰ্থাৎ যদি শিশুৰ সাহায্যত শিশুক শিক্ষাদান কৰা হয়, তেন্তে সেইবস্তুবোৰ বৰ্ত্তমান জীৱনৰ প্ৰয়োজনীয় ক্ষেত্ৰৰ পৰা আহৰণ কৰিব লাগিব; কাৰণ শিশুৰ দৈনন্দিন জীৱনৰ লগত সম্পৰ্ক থকা কাৰণে শিক্ষাৰ ক্ষেত্ৰত সেই বস্তুবোৰে যথেষ্ট ৰবঙনি যোগায় আৰু সেই বস্তুবোৰ শিশুৰ অভিজ্ঞতাৰ পৰিধিত সহজতে পৰে কাৰণে বেছি উপযোগী হয়। দ্বিতীয় নীতিটো হৈছে যদি শিশুৰ শিক্ষাদানৰ পৰা বাঞ্চিত ফল আশা কৰা হয়, তেন্তে বিদ্যালয়ৰ শিক্ষাৰ লগত শিশুৰ নিজৰ জীৱনৰ আৰু সামাজিক জীৱনৰ সমস্যাসমূহৰ লগত শিক্ষা জড়িত থাকিব লাগিব। এই দুটা নীতি শিশুৰ কৰ্ম্মপ্ৰৱণ স্বভাৱৰ লগত পোনে পোনে সমন্বিত কৰিব লাগিব। বৰ্ত্তমান সময়ৰ শিক্ষা-নীতিত এই দুটা নীতিয়ে স্থান পাই আহিছে—স্কুলীয়া শিক্ষাৰ সংগঠন, শিক্ষণীয় বিষয় নিৰ্ব্বাচন আৰু স্কুলৰ শিক্ষা-পদ্ধতি প্ৰচলনৰ ক্ষেত্ৰত।

## ফ্ৰোবেলৰ জীৱন আৰু কাৰ্য্যাৱলীৰ অধ্যয়ন

ফ্ৰোবেলৰ প্ৰাথমিক শিক্ষা খণ্ড খণ্ড ভাৱে বিভক্ত আছিল আৰু সেই শিক্ষাৰ কোনো নিৰ্দ্দিষ্ট লক্ষ্য নাছিল। এই শিক্ষা যেনে অসম্পূৰ্ণ তেনে অসন্তোষজনক আছিল। জীৱন-সমস্যাৰ লগত সেই শিক্ষাৰ কোনো সম্বন্ধ নাছিল আৰু যিবোৰ বিষয় শিক্ষা দিয়া হৈছিল সেই বিষয়বোৰৰো কাৰো লগত কাৰো সম্বন্ধ নাছিল। গাঁৱলীয়া স্কুলত পঢ়া সময়ত ফ্ৰোবেলৰ বুদ্ধিবৃত্তি এনেদৰে প্ৰকাশ পাইছিল যে তেওঁক আন আন চিন্তাশীল ছাত্ৰসকলৰ লগত কোনোমতে ৰিজাব পৰা নগৈছিল আৰু তেওঁক এজন নিৰ্ব্বোধ ব্যক্তি বুলিহে সকলোৱে ধৰি লৈছিল; কিন্তু গোটেই জীৱন-কালত তেওঁ প্ৰকৃতিজাত সকলো বস্তুৰ ভিতৰতে এটি গোপন ঐক্য আৰু সকলো বস্তুতে অন্তৰ্নিহিত পাৰস্পৰিক এটা সম্বন্ধ থকা বুলি সেই পথে অন্বেষণ চলাইছিল। তেওঁ নিজেই কৈছিল যে মানুহে বিশেষকৈ বাল্যকালত প্ৰকৃতিৰ লগত সম্বন্ধ স্থাপন কৰা উচিত। প্ৰকৃতিজাত বস্তুসমূহৰ আৰু প্ৰাকৃতিক দৃশ্যাৱলীৰ অন্তৰালত যে ঈশ্বৰৰ চেতনাত্মক আত্মাই ক্ৰিয়া কৰে

আৰু প্ৰকৃতিক নিয়ন্ত্ৰিত কৰে সেই সম্বন্ধৰ লগত হে পৰিচিত হোৱাৰ যত্ন কৰিব লাগে। প্ৰকৃতপক্ষে শিশুৱে এইটো অনুভৱ কৰে আৰু সেই বিষয়ে জানিবলৈ হেপাহ কৰে। কিন্তু বিদ্যালয়বিলাকত যিবোৰ বিষয়ে শিক্ষা দিয়া হয় সেই বিষয়বোৰৰ ভিতৰত এই কথাৰ ঐক্য পোৱা নাযায় আৰু বিষয়বোৰ খণ্ড খণ্ড ভাৱেহে শিক্ষা দিয়া হয়। সেইবাবে তেওঁ শিক্ষকে দিয়া কামবোৰ সাধাৰণতে নকৰিছিল। সেইবাবে তেওঁৰ বৈমাত্ৰেয় ককায়েকে তেওঁক বিশ্ববিদ্যালয় শিক্ষাৰ বাবে এজন বনবিভাগৰ বিষয়াৰ লগত দুবছৰৰ কাৰণে উমেদাৰ হিচাবে থৈ দিলে। এই সময়ত ফ্ৰোবেলে যথেচ্ছবিচৰণৰ সুবিধা পোৱাত প্ৰকৃতিৰ লগত বিশেষ সম্বন্ধ স্থাপন কৰিবলৈ সুবিধা পালে। বিজ্ঞানৰ কোনো প্ৰকাৰ শিক্ষা নোপোৱাকৈ ফ্ৰোবেলে প্ৰকৃতিৰ ৰাজ্যত এটা সমন্বয় মূলক ঐক্য আৰু প্ৰাকৃতিক নিয়মবোৰবো এটা শৃঙ্খলাবদ্ধ একত্ব দেখিবলৈ পালে। ফাদাৰ জনে (Father John of Germany) বাৰ্লিণৰ এজন ছাত্ৰৰ আগত কৈছিল যে "মই এনে এজন অদ্ভুত মানুহ লগ পাইছোঁ যে তেওঁ নিজে নিজে শিলগুটি আৰু মকৰাৰ জালবোৰৰ পৰা কিছুমান আচৰিত আচৰিত ধৰণৰ বস্তু তৈয়াৰ কৰিছে। এই অদ্ভুত মানুজনেই আছিল ফ্ৰেবেল। প্ৰকৃতি অধ্যয়নৰ পৰা (বিশেষকৈ গছ-লতাৰ পৰা) প্ৰকৃতিৰ অন্তৰ্নিহিত সত্য আবিষ্কাৰ কৰাৰ স্বভাব তেওঁ গঢ়ি তুলিছিল— হাবি-বননিৰ মাজত অকলে অকলে ঘূৰি ফুৰাৰ পৰা। ফ্ৰোবেলৰ অন্তৰত নিহিত থকা ঈশ্বৰানুভূতিৰ আৰু ঈশ্বৰৰ লগত প্ৰকৃত যোগ-স্থাপনৰ শিক্ষা কোনো শিক্ষা-পদ্ধতিয়ে দিব নোৱাৰিলেহেঁতেন। তেওঁ যেতিয়া ১৭ বছৰ বয়সৰ আগভাগতে সেই বননি এৰি আহিল, তেতিয়া তেওঁ এনে কিছুমান ধাৰণা লৈ আহিল যে সেই ধাৰণাসমূহেই তেওঁৰ গোটেই জীৱনটোক প্ৰভাৱান্বিত কৰি তুলিলে। প্ৰকৃতিৰ ঐক্যৰ (Unity of nature) যি ধাৰণা তেওঁ ল'লে সেই ধাৰণাৰ বশবৰ্ত্তী হৈ তেওঁ পদাৰ্থ-বিজ্ঞান অধ্যয়নৰ বাঞ্ছা কৰিলে। উদ্দেশ্য আছিল প্ৰকৃতিৰ সাৰ্বিক নিয়মৰ বিভিন্ন ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ বিষয়ে জ্ঞান উপাৰ্জ্জন কৰা। সেই উদ্দেশ্যে তেওঁ বহু যত্ন কৰি তেওঁৰ ককায়েকৰ লগত জেনা (Jena) বিশ্ববিদ্যালয়ত যোগ দান কৰিলে। তাত থাকোঁতেও বিজ্ঞানৰ বিভিন্ন বিষয়ৰ শিক্ষা লাভ কৰাতকৈ বিজ্ঞানৰ বিষয়বোৰৰ মাজত কি ঐক্য আছে তাকে হে তেওঁ বিচাৰি ফুৰিছিল—বিভিন্ন বিষয়ৰ অধ্যাপনাৰ বক্তৃতাৰ মাজত। বিজ্ঞানৰ বিষয়বোৰৰ সম্যক্ জ্ঞান আহৰণ কৰাৰ স্পৃহা তেওঁৰ নাছিল। অৰ্থৰ অভাৱত তেওঁ বিশ্ব-বিদ্যালয় এৰি আহিব লগা হয়। ঘূৰি অহাৰ পাছত ঘৰত তেওঁ ভৱিষ্যতৰ কোনো উজ্জ্বল আশা দেখিবলৈ নাপালে, কিন্তু নিজক সম্পূৰ্ণভাৱে তৈয়াৰী কৰাৰ উদ্যম লেখিলে। কৃষিকাৰ্য্যৰ বাবে তেওঁক কৃষিশালালৈ দিয়া হ'ল; কিন্তু কিছুদিনৰ পাছতে তেওঁৰ পিতৃৰ অনুৰোধ কাৰণে

তেওঁক মাত্তি অনা হ'ল। পিতাক ঢুকাল। তেতিয়া তেওঁৰ বয়স ২০ বছৰ। ইয়াৰ পাছত তেওঁ কেইবাটিও কামত নিযুক্ত হয়। কিছুদিন মাটি জৰীপৰ কাৰ্য্যত, কিছুদিন জমিদাৰীৰ হিচাব ৰক্ষকৰ কাৰ্য্যত আৰু কিছুদিন ভূ-তত্ত্ব বিভাগৰ যাদুঘৰৰ সহকাৰী কেৰাণীৰ কাৰ্য্যত নিযুক্ত আছিল; কিন্তু সকলো কামতে তেওঁৰ বাহ্যিক জীৱন-যাত্ৰা আন্তৰিক জীৱন যাত্ৰাৰ পৰা বিচ্ছিন্ন হৈ আছিল। তেওঁ নিজেই কৈছে—যে মোৰ নিজা জগতখন মই মোৰ অন্তৰত সদায় বহন কৰি লৈ ফুৰিছিলোঁ। মোৰ সেই জগতখনৰ বিষয়েহে মই সদায় চিন্তা কৰিছিলোঁ আৰু সেইভাৱ আশা পোষণ কৰি আহিছিলোঁ। বাহ্যিক বিভিন্ন পৰিস্থিতিৰ মাজতো তেওঁ ক্ৰমে ক্ৰমে এনে এটি ভাৱত প্ৰবুদ্ধ হৈছিল যে মানৱতাৰ মঙ্গলৰ কাৰণে তেওঁৰ সমুখত যেন এটা মহান কৰ্ত্তব্য বৈ আছে। সেইবাবে তেওঁ ক'তো স্থিৰেৰে থাকিব নোৱাৰিছিল। ১৮০৪ চনত তেওঁ তেওঁৰ বন্ধু এজনৰ এলবামত (ফটো আদি ৰখা আলেখ্য পুস্তকত) লিখিছিল যে—"তোমাৰ ভাগ্যই যেন সোনকালে তোমাক এখনি ঘৰ আৰু এজনী প্ৰেমময়ী তিৰোতা দিয়ে—মোৰ ভাগ্যই যেন মোক বিশ্ৰাম নোহোৱাকৈ ভ্ৰমাই ৰাখে আৰু যেন মোক সময় সুবিধা দিয়ে যাতে মোৰ আৰু মোৰ অন্তৰ্জগৎখনৰ লগতনো এই জগৎখনৰ সম্বন্ধ কি সেই কথাটো মই যথাযথৰূপে বুজি পাওঁ। তুমি মানুহক অন্ন যোগাই থাকা আৰু মোৰ যেন যত্ন হয়, মানুহক নিজৰ হাতত গতাই দিয়া।"

এসময়ত তেওঁ গৃহনিৰ্ম্মাণ প্ৰণালী শিক্ষা কৰি আছিল। সেই সময়ত এদিন হঠাতে এখন মডেলস্কুলৰ সঞ্চালকৰ লগত তেওঁৰ পৰিচয় হ'ল। সেই সঞ্চালকজন পেষ্টালৎজিৰ কৰ্ম্মপদ্ধতিৰ বিষয়ে বহুখিনি আগ্ৰহান্বিত আছিল। এই বন্ধুজনে দেখিলে যে ফ্ৰোবেলৰ প্ৰকৃত কৰ্ম্মক্ষেত্ৰ—শিক্ষা। সেই বাবে তেওঁ ফ্ৰোবেলক গৃহনিৰ্ম্মাণ কাৰ্য্য-শিক্ষাৰ পৰা নিৰস্ত কৰিলে আৰু তেওঁৰ স্কুলতে এজন শিক্ষক হ'বলৈ অনুৰোধ কৰিলে। ফ্ৰেবেলে নিজে কৈছে যে—পোনপ্ৰথমতে যেতিয়া মই ৩০/৪০ জন ল'ৰাৰ আগত উপস্থিত হৈছিলোঁ—মই যেন মোৰ নিজৰ ঘৰখনত হে উপস্থিত হৈছোঁ আৰু যেন মোৰ ঘৰখনত থকাৰ নিচিনাকৈ এটা নিঃসংকোচ আৰু স্বচ্ছন্দ ভাৱ অনুভৱ কৰিছিলোঁ। প্ৰকৃততে মই দেখিলোঁ যে অৱশেষত মই বহুদিনৰ পৰা নোপোৱা জীৱনপদাৰ্থৰ সন্ধান পালোঁ। মই মোৰ ককাইলৈ লিখিলোঁ যে পানীত থাকি মাছে যি আনন্দ পায়ময়ো সেই আনন্দ পাইছোঁ। মই যে কিমান সুখী হৈছোঁ তাক মই ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ।

এই স্কুলখনত ফ্ৰেবেলে দুবছৰ কাম কৰিলে আৰু যথেষ্ট সাফল্য আৰু প্ৰশংসা অৰ্জ্জন কৰিলে; কিন্তু নিজৰ পোষণ কৰি থকা চিৰ আকাংক্ষা পূৰণৰ প্ৰস্তুতিৰ প্ৰয়োজন অনুভৱ কৰিলে। সেইবাবে তেওঁ স্কুলৰ কাম এৰি দি এজন

মানুহৰ তিনিজন ল'ৰাক শিক্ষা দিয়াৰ ভাৰ ল'লে; কিন্তু তাতো তেওঁ খুচি থাকিব নোৱাৰিলে। তেতিয়া তেওঁ ল'ৰা তিনিজনক পেষ্টালৎজিৰ বিখ্যাত স্কুলখনলৈ (ইবাৰ্দুনলৈ—Yverdun) যাবলৈ অনুমতি ললে। এইদৰে ১৮০৭ চনৰ পৰা ১৮০৯ চনলৈ তেওঁ পেষ্টালৎজিৰ লগতে থাকি পেষ্টালৎজিৰ শিক্ষা দৰ্শনৰ তত্ত্ব মৌ পিয়া দি পান কৰিলে আৰু নিজক পেষ্টালৎজিৰ শিক্ষাদৰ্শনৰ শিক্ষা-নীতিৰ কাম পৰিচালনা কৰিবলৈ প্ৰস্তুত কৰি তুলিলে। পেষ্টালৎজিৰ ইন্দ্ৰিয়ানুভূতিৰ অভিজ্ঞতামূলক যি তত্ত্ব সেই তত্ত্বৰপৰা ফ্ৰেবেলে শিক্ষা-বিজ্ঞানৰ নীতি উদ্ভাৱন কৰিলে, যিটো কাম পেষ্টালৎজিয়ে নিজে কৰিব পৰা নাছিল, তেওঁ তাত আৰু দুবছৰ থাকিল। এই সময়তে শিক্ষাপদ্ধতিৰ সংস্কাৰৰ প্ৰবল ইচ্ছা তেওঁৰ মনত জাগৃত হয় আৰু সেই বাবে বিশ্ব-বিদ্যালয়ৰ শিক্ষা সম্পূৰ্ণ কৰি নিজক পূৰ্ণভাৱে প্ৰস্তুত কৰি লবলৈ আগ্ৰহান্বিত হ'ল। যোৱা ১১ বছৰ তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষাৰপৰা আঁতৰত আছিল। ১৮১১ চনত তেওঁ পুনৰায় গটিন্‌জেন (Gotingen) বিশ্ববিদ্যালয়ত প্ৰবেশ কৰিলে। তাৰপৰা তেওঁ বাৰ্লিণলৈ গ'ল। তেওঁৰ আত্মজীৱনীত তেওঁ লিখিছে—যে বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলৰ বক্তৃতাবোৰে সঁচাকৈয়ে মোৰ মনৰ বহুদিনৰ আকাংক্ষা পূৰণ কৰিব পাৰিছিল। মোৰ আত্মাৰ শান্তি দানৰ বাবেও ই উপযোগী হৈছিল। বিশ্বৰ মহাজাগতিক ক্ৰমবিকাশৰ মাজত যে এটা ঐক্য বৰ্ত্তমান আছে সেই সম্বন্ধে মোৰ ধাৰণা মনত নিশ্চিত হৈ পৰিল আৰু সেই বিষয়ে মোৰ মনত পূৰ্ব্বাপেক্ষা অধিক আগ্ৰহ উৎপন্ন হ'ল। বিশ্বত অনুপ্ৰবিষ্ট হৈ থকা এই পূৰ্ণ ঐক্যৰ সন্ধান যে মানুহে পাব পাৰে আৰু বিশ্বজগতৰ বিভিন্ন পদাৰ্থৰ বিভিন্নতাৰ মাজতো যে এটা মহান্ ঐক্য আছে সেই সম্পৰ্কে জ্ঞান পোৱাটো মানুহৰ পক্ষে সম্ভৱ হয় সেই কথা মই উপলব্ধি কৰিব পাৰিলোঁ। মহাজাগতিক ক্ৰমবিকাশৰ মাজত যিবিলাক বিভিন্ন দৃশ্য দেখা যায় তাৰ মাজতো ঐক্যৰ যোগসূত্ৰ আছে, এইকথা মোৰ মনত স্পষ্টভাৱে প্ৰকাশ হৈ পৰিল। মোৰ মন যেতিয়া পৰিষ্কাৰ হৈ উঠিল যে মানুহৰ জীৱন-পদ্ধতি, কৰ্ম্ম-পদ্ধতি, চিন্তাপদ্ধতি, অনুভৱ-ক্ৰিয়া আৰু নিজৰ স্থিতি সকলোবোৰ ব্যক্তিৰ নিজৰ অস্তিত্বৰ লগত একসূত্ৰত আবদ্ধ তেতিয়া মই বুজিব পাৰিলোঁ যে মোৰ চিন্তাশক্তি শিক্ষা-সংস্কাৰৰ ক্ষেত্ৰত নিয়োগ কৰাত সফল হব পাৰিম।

কিন্তু ইতিমধ্যে প্ৰুছিয়াৰ ৰজাৰ পৰা জাৰ্ম্মাণীৰ সকলো লোকৰে প্ৰতি আহ্বান আহিল সৈন্যবিভাগত যোগদান কৰিবলৈ। ফ্ৰোবেল যদিও জাৰ্ম্মাণ নাছিল তথাপি তেওঁ মনে-প্ৰাণে জাৰ্ম্মাণ আছিল। সেইবাবে তেওঁ সৈন্যবিভাগত যোগদান কৰিলে ১৮১৩ চনত। সৈনিক জীৱনতো তেওঁৰ মন শিক্ষাক্ষেত্ৰৰ পৰা আঁতৰি থকা নাছিল। সৈনিক জীৱনত তেওঁ নিয়ম-শৃঙ্খলাৰ কথা (Discipline)

ভালদৰে বুজি পালে আৰু বুজি পালে একতাবদ্ধ হৈ কাম কৰাৰ প্ৰকৃত মূল্য। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে ব্যক্তি কেৱল নিজৰ বাবে নহয়, ব্যক্তিয়ে সমাজৰ বাবেহে কাম কৰে আৰু সমাজে ব্যক্তিক প্ৰতিপালন কৰে।

যুদ্ধক্ষেত্ৰত দুজন ডেকাৰ লগত ফ্ৰোবেলৰ ঘনিষ্ঠভাৱে বন্ধুত্ব হয়। এই ডেকা দুজন লেঙেথল আৰু মিডেনডৰ্ফ (Lengathal and Middendorff) তেওঁতকৈ ১০ বছৰৰ সৰু আছিল। এই দুজন ডেকাৰ নাম তেওঁৰ লগত বন্ধনযুক্ত হৈ গ'ল। দুয়ো তেওঁৰ বৰ অনুৰক্ত হৈ পৰিল আৰু শেষত তেওঁৰেই পথানুগামী হ'ল। তেওঁলোকে জীৱনৰ আন সকলো আশা-আকাংক্ষা বৰ্জন কৰি তেওঁৰ শিক্ষাদৰ্শনৰ মতবাদ প্ৰতিষ্ঠা কৰাত আত্ম-নিয়োগ কৰিলে।

যুদ্ধৰ সন্ধিপত্ৰ চহী হোৱাৰ পাছত ফ্ৰোবেলে খনিজতত্ত্বৰ গৱেষণাগাৰৰ যাদুঘৰত অধ্যক্ষ হিচাবে নিযুক্তি পালে—প্ৰফেছৰ ওৱেইছৰ (Prof. Weiss) অধীনত। এই সময়ত তেওঁ শিক্ষকতা কাৰ্য্যৰ প্ৰতি পিঠি দিব লগা হৈছিল, যদিও তাত নিজৰ শিক্ষাৰ জ্ঞান বঢ়োৱাত তেওঁক ব্ৰতী হোৱা যেন দেখা গৈছিল। প্ৰাকৃতিক দৃশ্যাৱলীৰ মাজৰ ঐক্য যেিহ স্পষ্টকৈ তেওঁৰ চকুৰ আগত ভাহি উঠিল। এই যাদুঘৰত কটোৱা সময় চোৱাৰ বিষয়ে তেওঁ পিছত লিখিছে যে—"ইয়াতেই মই মোৰ জীৱন আৰু জীৱনযুদ্ধৰ কেন্দ্ৰবিন্দুত আছিলোঁ। ইয়াতেই মোৰ মানসিক কৰ্মপ্ৰবাহ আৰু নিয়মশৃংখলা বা বিধিসমূহ, জীৱনতত্ত্ব, প্ৰকৃতি আৰু অংকশাস্ত্ৰ একত্ৰে সমন্বিত হৈ এটা বাহ্য মূৰ্ত্তি পৰিগ্ৰহ কৰিলে আৰু ইয়াতেই মোৰ মনশ্চক্ষুত অসংখ্য প্ৰতীক ৰূপায়িত হৈ উঠিল। মোৰ হাতত থকা শিলগুটিবোৰে যেন মোৰ দৃষ্টিত কথা কয়। মোৰ মনত অংকিত হোৱা বিভিন্ন মূৰ্ত্তিবোৰ মোৰ আগত এনেদৰে প্ৰকাশ পালে যেন সেইবোৰে মানুহৰ জীৱন আৰু জীৱনধাৰাৰ নিয়ম-প্ৰণালী উচ্চকণ্ঠে ঘোষণা কৰি মোক প্ৰকৃত তত্ত্ব জনাই দিলে আৰু মৌন অথচ সত্য আৰু অৰ্থবোধক ভাষাৰে মনুষ্য জীৱনৰ সত্যপথ দেখুৱাই দিলে। ভূতত্ত্ব আৰু বস্তুবোৰ দানাৰ ৰূপত পৰিণত হোৱা তত্ত্বই (Crystalography) মোৰ চকুৰ আগত উচ্চস্তৰৰ অন্তৰ্দৃষ্টি আৰু জ্ঞানৰ দুৱাৰ মুকলি কৰি দিলে। লগে লগে এইটোও দেখুৱাই দিলে যে মোৰ অনুসন্ধান, মোৰ গৱেষণা আৰু মোৰ প্ৰচেষ্টা উচ্চতৰ লক্ষ্যলৈ পৰিচালিত কৰিব লাগিব। দৃশ্যমান প্ৰকৃতিৰ আৰু মনুষ্য জাতিৰ বিভিন্ন স্তৰৰ আৰু বিভিন্ন কাৰ্য্যক্ষেত্ৰৰ উন্নয়ন-পৰিবৰ্দ্ধন আদি সংঘটন কাৰ্য্য আপোনা-আপুনি পৰিস্ফুট হৈ উঠিল। মই দেখিবলৈ পালোঁ যে দৃশ্যমান প্ৰকৃতিৰ বস্তুসমূহৰ পৰা জ্ঞানৰ এটি ভিত্তি আৰু জীৱন পদ্ধতিৰ এটি ধাৰা (নিজৰ বিষয়ে আৰু নিজৰ জীৱনৰ বিষয়ে) আপোনা-আপুনি গঢ় লয় যদিও মানুহৰ মনত নানা প্ৰকাৰৰ বিভিন্ন ভাবসমূহ সঞ্চিত থাকে। জ্ঞানৰ পূৰ্ণ প্ৰকাশৰ বাবে ইয়েই হয় প্ৰকৃতি।"

এইদৰে তেওঁৰ মনত এই চিন্তাই উত্তৰোত্তৰ বৃদ্ধি পালে যে প্ৰকৃতিৰ আন আন জীৱাণুসকলৰ ক্ষেত্ৰত বিজ্ঞানে যেনেকৈ ক্ৰম-বিকাশৰ এটা নিয়ম আৰু পদ্ধতি দেখা পায় সেইদৰে মানুহৰ ক্ৰমিক পৰিবৰ্দ্ধনৰ আৰু পূৰ্ণবিকাশৰ ক্ষেত্ৰতো একে প্ৰকাৰ নিয়ম-পদ্ধতিৰ ঐক্য আছে।

ফ্ৰোবেলে প্ৰথমতঃ পদাৰ্থ বিজ্ঞানৰ শিক্ষক হ'বলৈ ইচ্ছা কৰিছিল, কিন্তু অনতিপলমে তেওঁৰ মনত বেছি বহল দৃষ্টিভঙ্গীয়ে দেখা দিলে। লেঙেথল আৰু মিডেনডৰ্ফ সেই সময়ত বাৰ্লিণত গৃহশিক্ষকৰ কামত নিযুক্ত আছিল। ফ্ৰোবেলে এই যুৱক দুইজনক নিজৰ মতবাদ সম্পৰ্কে যথেষ্ট উপদেশ নিয়মিত ভাৱে দি অৱশেষত সিহঁতৰ সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰি তেওঁৰ "নৱ-শিক্ষা"ৰ (New Education) মতবাদ কাৰ্য্যত খটুৱাই তাৰ যথাৰ্থতা প্ৰমাণৰ বাবে চেষ্টা আৰম্ভ কৰিলে।

তেতিয়া ১৮১৬ চন। এজন কৃষকৰ ঘৰত ৫ জন মাত্ৰ শিশুক লৈ এখন স্কুল খুলিলে। স্কুলখনৰ নাম হ'ল (Universal German Educational Institute) ইউনিভাৰ্চেল জাৰ্মাণ এডুকেশ্যন ইন্‌ষ্টিটিউট। সেই স্কুলত সহায় কৰিবলৈ মিডেনডৰ্ফ আৰু লেঙ্গাথলক মাতি পঠিয়ালে। মিডেনডৰ্ফ তৎক্ষণাত আহিল। লেঙ্গাথল ২/১ বছৰ পাছত আহিল। এই স্কুলত পেষ্টালজ্জিয়ে পতা স্কুলতকৈ বেছি ভাল কাম হৈছিল; কাৰণ এই স্কুলৰ শিক্ষা-নীতিৰ ভিত্তি বেছি দাৰ্শনিক জ্ঞানৰ ওপৰত প্ৰতিষ্ঠা কৰা হৈছিল আৰু সহকাৰী সকলৰ কাৰ্য্যকৰী ক্ষমতাও বেছি সমৰ্থ আৰু বেছি শৈলত আছিল। এই স্কুলত শিক্ষাৰ পৰিসৰো বেছি বহল আছিল আৰু মাধ্যমিক শিক্ষাৰ পঠনীয় বিষয়বোৰলৈও লক্ষ্য কৰা হৈছিল। ১৮২৬ চনলৈ এই স্কুলৰ শিক্ষা এনেদৰে চলি থাকিল।

১৮২৬ চনত ফ্ৰোবেলে "মানৱৰ শিক্ষা" (The Education of man) নামৰ গ্ৰন্থ প্ৰকাশ কৰে। সেই গ্ৰন্থ প্ৰকাশৰ পাছত শিশু-জীৱনৰ প্ৰাথমিক বছৰ কেইটাত শিক্ষাদানৰ কি সম্ভাৱনা আছে তাকে বিচাৰ কৰি চাবলৈ মনোযোগ দিলে। ফ্ৰোবেলে বৰ সূক্ষ্মতাৰে শিশুৰ স্বভাৱ অধ্যয়ন কৰিছিল আৰু সেই অধ্যয়নৰ ফলত শিশুৰ ক্ৰীড়া আৰু স্বাভাৱিক কৰ্ম্মপ্ৰৱণতাৰ আলমত শিক্ষা পদ্ধতিৰ বেছি উন্নতি সাধন কৰিলে। পেষ্টালজ্জিয়ে বাৰ্গডৰ্ফত শিক্ষা পদ্ধতি অধ্যয়নৰ প্ৰণালী বিখ্যাত কৰি তুলিছিল। সেই বাৰ্গডৰ্ফতে ফ্ৰোবেলে পোন প্ৰথমে নিজৰ শিক্ষা-পদ্ধতিৰ পৰীক্ষা চলাইছিল। সেই ঠাইত আৰু কিলহোত (Kilhow) প্ৰায় ৮/১০ বছৰ কাল ব্যৰ্থ চেষ্টাৰ ফলত ১৮৩৭ চনত কিলহৌৰ ওচৰত ব্লেঙ্কেনবাৰ্গত (Blankenburg) শিশুকালৰ শিক্ষা-পদ্ধতি তেওঁ সফল কৰি তুলিলে। ব্লেঙ্কেনবাৰ্গ নামৰ সৰু গাওঁ এখনিত এখন স্কুল পাতি তেওঁ তেওঁৰ নতুন পদ্ধতি কাৰ্য্যত পৰিণত কৰিলে। দুবছৰৰ পাছত তেওঁ স্কুলখনৰ

নাম কিণ্ডাৰগাৰ্টেন (Kindergarten) ৰাখে। শিক্ষাৰ নৱতম পদ্ধতি প্ৰচাৰৰ কামত তাৰ পাছত তেওঁ গোটেই জীৱনটো কটাইছিল; কাৰণ শিক্ষাৰ বাবে কোনেও কোনো দিন শিশুকালৰ প্ৰাথমিক বছৰ কেইটাৰ ভিতৰত কোনো পৰীক্ষা চলোৱা নাছিল। শিক্ষাৰ নতুন মতবাদ ফ্ৰোবেলে প্ৰথমে এই সময় ছোৱাৰ ভিতৰত প্ৰয়োগ কৰি শিক্ষাপদ্ধতিৰ স্পষ্ট পৰিস্ফুৰণ আৰু তাৰ আশু সফলতাৰ লক্ষণ দেখা পালে। এই স্কুল স্থাপনৰ অব্যৱহিত পিছৰ কাল ডোখৰতে ফ্ৰোবেলে শিক্ষাবিষয়ক কিছুমান সাহিত্য প্ৰচাৰ কৰিলে। এই সাহিত্যবিলাকৰ বিষয়ে কিণ্ডাৰগাৰ্টেনত পৰীক্ষা কৰি চোৱা নতুন ভাৱধাৰাৰ পৰিপেক্ষিতত বিশদ আলোচনা কৰিছিল আৰু তাৰ দ্বাৰা কিণ্ডাৰগাৰ্টেন পদ্ধতিৰ স্কুল জনপ্ৰিয় কৰি তুলিবলৈ প্ৰচেষ্টা পাইছিল।

---

# ঐক্যৰ অনুশাসন বা আভ্যন্তৰীণ সম্বন্ধ যুক্ততাই শিক্ষাৰ ভিত্তি

## (The Law of unity or Inter-connectedness as the basis of Education)

### ঐক্যই ঈশ্বৰ

ফ্ৰোবেলৰ শিক্ষাদৰ্শনৰ মূলভাব হৈছে যে এই বিশ্বজগতত সৰ্ব্বত্ৰ ঐক্য বিৰাজ কৰিছে। তেওঁৰ "মানৱৰ শিক্ষা" নামক গ্ৰন্থত লিখিছে—যে বিশ্বৰ সকলো সৃষ্ট বস্তুৰ ভিতৰত এটা চিৰন্তন নীতি (Law) বিৰাজ কৰে আৰু সেই নীতিয়েই সকলোকে অনুশাসন কৰে। যাৰ মন স্বাভাৱিক মেধা আৰু বিশ্বাসৰ যোগেদি এটা নিশ্চিত ভৱিতব্যতাৰে (যাৰ কোনো প্ৰকাৰান্তৰ নাই) পৰিপূৰ্ণ অভিভূত আৰু অনুপ্ৰাণিত হয় আৰু বিজনে নিজৰ সুস্পষ্ট আৰু শান্ত মানসিক দৃষ্টিৰে বহিৰ্জগতৰ অভ্যন্তৰত আৰু বাহিৰত কিবা এটা অন্তৰ্নিহিত উপাদান দেখা পায় সেই জনেহে বুজি পায় যে বহিৰ্জগতৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াবোৰ এটা সুশৃংখল নিয়মৰ মাজেদিহে সংঘটিত হয় আৰু এই নিয়ম আৰু সুশৃংখলতা বহিৰ্জগতৰ প্ৰকৃতিৰ মাজত যেনেকৈ সমান ভাৱে স্পষ্ট আৰু স্বতন্ত্ৰৰূপে পৰিব্যাপ্ত হৈ আছে তেনেকৈ সেই অন্তৰ্নিহিত উপাদানৰ ভিতৰতো পৰিব্যাপ্ত হৈ আছে আৰু সেই অন্তৰ্নিহিত উপাদানৰ বহিঃপ্ৰকৃতিক যি জীৱনী শক্তিয়ে একত্ৰ সম্মিলিত কৰিছে তাৰ ভিতৰতো পৰিব্যাপ্ত হৈ আছে। নিশ্চিতৰূপে এই সৰ্ব্বব্যাপী নিয়ম বা শৃংখলাৰ ভিত্তি হৈছে—সৰ্ব্বব্যাপী, সক্ৰিয়, সজীৱ আৰু আত্মজ ঐক্যৰ ওপৰত। আকৌ এই বাস্তৱ সত্য আৰু ঐক্য মানুহৰ বিশ্বাস আৰু অন্তদৃষ্টিৰ যোগেদি একে সমানে স্পষ্ট আৰু বোধগম্য হৈ দ্বিধাহীনভাৱে পৰিচিত হৈ পৰে। সেইবাবে শান্ত আৰু পৰ্য্যবেক্ষণশীল মানৱ-মন, আৰু চিন্তাশীল নিৰ্ম্মল মনুষ্যবুদ্ধি এই ঐক্যৰ পৰিচয় পোৱাত কাহিনিও ভ্ৰান্ত হোৱা নাই আৰু কেতিয়াও ভ্ৰান্ত নহ'ব। এই ঐক্যই হৈছে—ঈশ্বৰ। সকলো বস্তুৱে সেই ঐশ্বৰিক ঐক্যৰূপৰা (ঈশ্বৰৰ পৰা) আহিছে। সকলো বস্তুৰে মূল হৈছে—ঈশ্বৰ। সকলো বস্তুতে ঐশ্বৰিক ঐক্য বা ঈশ্বৰ বিৰাজ কৰে আৰু ঐশ্বৰিক ঐক্যই বা ঈশ্বৰেই সকলো বস্তু অনুশাসন কৰে। সকলো বস্তু তেওঁতেই বাস কৰে। সকলো বস্তুৰে অস্তিত্ব তেওঁতেই বিৰাজ কৰে। সেই ঐশ্বৰিক ঐক্য বা ঈশ্বৰৰ যোগেদি ঈশ্বৰৰ ভিতৰতে সকলো বস্তুৰে উদ্ভৱ আৰু নিবাস হয়। ঐশ্বৰিক প্ৰবাহ সকলো বস্তুৰ

ভিতৰতে আছে আৰু সকালো বস্তুৰ মাজেদি বৈ থাকে। প্ৰত্যেক বস্তুৰ ভিতৰত যি ঐশ্বৰিক শক্তি বা প্ৰবাহ থাকে সেয়ে প্ৰত্যেক বস্তুৰে সাৰ বস্তু।

ফ্ৰোবেলৰ সকলো ৰচনাৰ ভিতৰতে যে গভীৰ ধৰ্মীয় অনুভূতি পৰিব্যাপ্ত হৈ আছে তাৰ কাৰণ ওপৰোক্ত কথাখিনিতে নিহিত আছে। এই ধৰ্মীয় অনুভূতি বাহিৰৰপৰা গাঁথি দিব পৰা বা জাপি দিব পৰা জ্ঞান নহয়। ফ্ৰোবেলৰ শিক্ষাপদ্ধতিৰ এয়ে প্ৰাণ-শক্তি। প্ৰত্যেকটো জীৱে বা প্ৰত্যেকটো বাস্তৱ ঘটনাই এই অন্তৰ্নিহিত শক্তিৰ লগত ভোগ কৰে বা অংশগ্ৰহণ কৰে। যাৰ যিমান জ্ঞান আৰু সামৰ্থ্য আছে তাৰ ওচৰত সেই অনুসাৰে সেই শক্তি প্ৰকাশিত হৈ পৰে। ইয়াৰ পৰা এইটো বুজা যায় যে প্ৰকৃতিৰ সকলো বস্তুৱেই ঈশ্বৰক প্ৰকাশিত কৰে। সেইবাবে শিক্ষাৰ উদ্দেশ্য—এই সত্যৰ উপলব্ধি কৰা আৰু সত্যৰ সেই ক্ৰমবৰ্দ্ধমান বিকাশক পূৰ্ণ আৰু অধিকাৰী সত্যৰ লগত ঐক্যবদ্ধ কৰা।

## বিদ্যালয়ত ঐক্য স্থাপন

ফ্ৰোবেলৰ মতে শিক্ষাৰ লগত ঐক্যগত এই নিয়ম শৃঙ্খলাৰ কিছুমান বাস্তৱ ব্যৱহাৰিক মূল সম্বন্ধ আছে। ঐক্যগত প্ৰকৃত সত্তাৰ যি বিশ্বাস সেই বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি ফ্ৰোবেলে বিশ্বাস কৰিছিল যে প্ৰকৃতিয়ে শিশুৰ ওচৰত ঈশ্বৰক ব্যক্ত কৰি দিয়ে। সেইবাবে প্ৰাকৃতিক দৃশ্যসমূহৰ ব্যৱহাৰ আৰু প্ৰকৃতি অধ্যয়ন শিশুৰ শিক্ষাৰ লগত সম্পৰ্কিত কৰাত আৰু শিশুৰ আগত তাৰে প্ৰতীক ব্যৱহাৰ কৰাত গুৰুত্ব আৰোপ কৰিছিল। তেওঁ জীৱ জগতৰ ভিতৰতো ঐক্য দেখা পাইছিল আৰু সেইবাবে তেওঁ জীৱৰ ক্ৰম-বিকাশ বা বিবৰ্ত্তনবাদৰ (Theory of Evolution) সমৰ্থক হৈ পৰিছিল। এই বিশ্বাসৰ পৰাই শিশুক প্ৰাকৃতিক বিদ্যা, উদ্ভিদ্ বিদ্যা, ভূ-বিদ্যা ইত্যাদি শিক্ষা দিয়াৰ পক্ষপাতী হৈ সেই বিষয় বিলাকত নতুনকৈ গুৰুত্ব আৰোপ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে একে ঐক্যই অচেতন জগততো বিৰাজ কৰে আৰু সেই কাৰণে অচেতন পদাৰ্থসমূহক শিশুৰ উচ্চতৰ জীৱন আৰু চিন্তাশক্তি লাভৰ কাৰণে প্ৰতীকৰূপে ব্যৱহাৰ কৰিছিল। যি যি প্ৰতীক ব্যৱহাৰ কৰিছিল সেই সেই প্ৰতীকবোৰে শিশুৰ মনত কল্পনা শক্তিৰ সৃষ্টি কৰিছিল। দাৰ্শনিক চিন্তাধাৰা বুজোৱা সহজ নাছিল কাৰণে প্ৰতীকবোৰৰ সহায়ত কল্পনা শক্তিৰ মাধ্যমত চিন্তাধাৰাৰ পথ নিৰ্দেশ কৰিবলৈ সচেষ্ট হৈছিল। ব্যক্তি আৰু সমাজৰ সম্বন্ধ এটা ঐক্যবদ্ধ জীৱনৰ সম্বন্ধ। সেইবাবে বিদ্যালয়খনকে আদৰ্শগত সমাজত পৰিণত কৰি পৰৱৰ্তী জীৱনৰ আদৰ্শৰ ছাপ শিশুৰ মনত বহুৱাবলৈ যত্ন কৰা হৈছিল। শিশুৱে সমাজৰ বিভিন্ন সম্পৰ্কৰ বিষয়ে আদৰ্শগত ধাৰণা এটি স্কুলতে আবিষ্কাৰ কৰি লবলৈ সমৰ্থ হৈছিল। স্কুলৰ প্ৰকৃত কাৰ্য্য সমাজৰ উন্নতি বিধানৰ পন্থা হব লাগে

যেনেকৈ ব্যক্তিৰ উন্নয়নৰ ক্ষেত্ৰ স্কুলখন হয়। প্ৰত্যেক ব্যক্তিৰ শৈশৱ, কৈশোৰ, যৌৱন আৰু পূৰ্ণ বয়স্ক কালৰ মাজত একে প্ৰকাৰ ঐক্যই বিৰাজ কৰে। স্কুলৰ শিক্ষাদানৰ সময়ত যদি এই ঐক্যৰ বিষয়ে বুজা নাযায়, তেন্তে সেই শিক্ষা প্ৰকৃত শিক্ষা নহৈ এটা নিষ্প্ৰাণ ক্ৰম-মাথোন হে হয়।

হাৰ্বাৰ্টে শিক্ষণীয় বিষয়বোৰৰ অধ্যপনাৰ মাজত যিমান ঐক্য স্থাপন কৰিব পাৰিছিল, ফ্ৰোবেলে তাতকৈ বেছি নিপুণতাৰে শিক্ষণীয় বিষয়বোৰৰ মাজেদি মানৱ জীৱনৰ ঐক্য স্থাপনত সমৰ্থ হৈছিল। স্কুলৰ পঠনীয় বিষয়বোৰ নিৰ্দ্ধাৰণ কৰোঁতে মানৱ জীৱনৰ আৱশ্যকীয় সম্বন্ধৰ লগত ভিত্তি কৰা হৈছিল। হাৰ্বাৰ্টৰ পন্থানুসাৰীসকলৰ দ্বাৰে নিৰ্দ্দিষ্ট কোনো শিক্ষা আঁচনি প্ৰস্তুত কৰি নললেও ফ্ৰোবেল-পন্থীসকলে শিক্ষণীয় বিষয়সমূহৰ মাজত পাৰস্পৰিক সম্বন্ধ স্থাপন কৰিব পাৰিছিল। বিষয় অধ্যয়ন আৰু মানৱজীৱনৰ প্ৰয়োজনীয়তাৰ লগত যে পাৰস্পৰিক সম্বন্ধ আছে—সেই নীতি অনুসাৰে ফ্ৰোবেলে মানৱ-মনৰ উন্নতি সাধনৰ পথত শিশুৰ কৰ্ম্মপ্ৰৱণতাৰ মাজত শিশুৰ জানিবলৈ, অনুভৱ কৰিবলৈ আৰু আগ্ৰহ প্ৰকাশ কৰিবলৈ যে মানসিক ইচ্ছা সমূহ প্ৰকাশ পায় তাৰ সমন্বয় সাধনৰ এটা স্পষ্ট ধাৰণা গ্ৰহণ কৰিব পাৰিছিল। হাৰ্বাৰ্টৰ মনস্তাত্ত্বিক শিক্ষাদৰ্শনতকৈ এই দৃষ্টিভঙ্গীৰ আধুনিক বিজ্ঞানসম্মত দৃষ্টিভঙ্গীৰ লগত বেছি ওচৰ সম্বন্ধ দেখিবলৈ পোৱা যায়—শিশুৰ মানসিক উন্নতি আৰু কৰ্ম্মপ্ৰৱণতা বৃদ্ধি কৰা ক্ষেত্ৰত।

ফ্ৰোবেলে জীৱনৰ লগত প্ৰত্যেক চিন্তাধাৰাৰ এটা একতা দেখিবলৈ পাইছিল। এই একতাৰ উৎকৰ্ষ সাধন কৰাই শিক্ষাৰ কাৰ্য্য। শিক্ষা ব্যক্তিৰ ক্ৰমবৰ্দ্ধমান জীৱনৰ লগত সঙ্গতি স্থাপন কৰা এটা লাগি নিছিগা পদ্ধতি মাথোন। এই পদ্ধতিয়ে ব্যক্তিৰ ভাগ্য নিৰ্ণয় কৰে আৰু এই পদ্ধতিৰ দ্বাৰা ব্যক্তিয়ে নিজৰ ব্যক্তিত্বৰ সন্ধান পায়। শিক্ষাসম্বন্ধে ফ্ৰোবেলৰ ই এটা স্পষ্ট মত।

## শিক্ষাৰ কাৰ্য্যধাৰা—ক্ৰমবিকাশ মাথোন

জগতৰ বস্তুবিলাকৰ সৃষ্টি বা উৎপাদনৰ ধাৰা অবিচ্ছিন্ন। বস্তু উৎপাদনৰ বিৰাম নাই, কোনো ছেদ নাই। বিশ্বজগতৰ সকলো বস্তুৰ ভিতৰত যি ঐক্য থকা বুলি দাৰ্শনিক মতবাদ গ্ৰহণ কৰা হৈছে তাৰ লগতে সৃষ্টিত উৎপাদনৰ এই নিৰৱচ্ছিন্ন ধাৰা মানি লব লাগিব। ৰুছোৰ শিক্ষাদৰ্শনৰ মতবাদ আছিল—শিশুৰ স্বাভাৱিক বা সহজাত আবেগ প্ৰবৃত্তিৰ বৰ্টনা আৰু দৃশ্যাৱলীৰ লগত সমতা ৰক্ষা কৰি প্ৰশিক্ষণ দিয়াই শিক্ষাৰ কাৰ্য্য। এই শিক্ষাত শিশুৰ ব্যক্তিগত গুণাৱলীৰ ওপৰত হে বেছি গুৰুত্ব আৰোপ কৰা হৈছিল। এই ব্যক্তিত্ববাদ ৰুছোৰ শিক্ষাদৰ্শনৰ মূল মতবাদ। এই মতবাদৰ ওপৰতে পেষ্টালৎজি, হাৰ্বাৰ্ট আৰু

ফ্ৰোবেলে শিক্ষাৰ গৱেষণা আৰম্ভ কৰে আৰু তাক বিস্তাৰ কৰে; কিন্তু ফ্ৰোবেলৰ শিক্ষাদৰ্শনৰ ভিতৰত সমগ্ৰ বিশ্বৰ চেতন-অচেতন বস্তু সমূহৰ অন্তৰ্নিহিত শক্তিৰ ঐক্যৰ মতবাদে কম্যেৰ ব্যক্তিত্ববাদৰ পৰা আঁতৰি আহি জীৱ-জগতৰ বিবৰ্ত্তনবাদৰ মতবাদৰ ফালে ঢাল খালে আৰু শিক্ষা ক্ষেত্ৰত সেই মতবাদৰ প্ৰয়োগ ফ্ৰোবেলৰ শিক্ষা-নীতিৰ মাধ্যমত হবলৈ ধৰিলে। প্ৰকৃতিৰ ভিতৰত যি ঐক্য আছে, সকলো বস্তু আৰু জীৱৰ আঙ্গিক পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধনৰ মাজত যি ঐক্য আছে, তাৰ লগত সমতা সামঞ্জস্য ৰক্ষা কৰি শিশুক প্ৰকৃতিজাত-প্ৰতীক আদি ব্যৱহাৰ কৰি শিক্ষা দিয়াৰ বৈজ্ঞানিক উপায় উদ্ভাৱন কৰা আৰু প্ৰয়োগ কৰাই হৈছে ফ্ৰোবেলৰ শিক্ষানীতি। শিশুৰ সাধাৰণ আৰু স্বাভাৱিক বিবৰ্ত্তনৰ মাজত শিক্ষা এটা স্তৰবিশেষৰ অৱস্থা মাথোন। স্বাভাৱিক বিবৰ্ত্তনৰ পথত শিক্ষাই ব্যক্তিক সৰ্ব্বব্যাপী ঐক্যৰ লগত নিজৰ ঐক্য সম্বন্ধ উপলব্ধি কৰিবলৈ সুযোগ দিব মাথোন। শিক্ষা ব্যক্তিৰ উন্নয়ন কাৰ্য্যৰ এটি পন্থা মাথোন, যাৰ দ্বাৰা ব্যক্তিয়ে নিজৰ জীৱনটো প্ৰশস্ততৰ কৰি তুলি ক্ৰমে প্ৰকৃতিগত ঐক্যৰ লগত নিজক সমন্বিত কৰিব পাৰে আৰু সহানুভূতিশীল দৃষ্টি আৰু মনেৰে সমাজৰ সকলো কৰ্ম্মপদ্ধতিৰ মাজত নিজক বিলাই দিব পাৰে। শিক্ষাৰ এই পদ্ধতি চলি থাকিব যেতিয়ালৈকে ব্যক্তিয়ে স্বজাতিৰ সকলোপ্ৰকাৰ লক্ষ্যত উপনীত হোৱাত পূৰ্ণভাৱে অংশ গ্ৰহণ কৰিব পাৰে আৰু শেহত সমগ্ৰ মানৱজাতিৰ উচ্চতম আদৰ্শ উপলব্ধি কৰাত অংশ গ্ৰহণ কৰাত সমৰ্থ হয়।

ফ্ৰোবেলে কয় যে মানৱৰ শিক্ষাৰ মূল সত্য হৈছে যে বাগানৰ মালীয়ে গছৰ কলম দি যেনেকৈ গছৰ শ্ৰীবৰ্দ্ধন কৰে নাইবা ডাক্তৰে টিকা দি ৰোগৰ বীজানু পৰেশ কৰাই মানুহৰ শৰীৰ ৰক্ষা যেনেকৈ কৰে, ঈশ্বৰে তেনে নকৰে। অতি সাধাৰণ বা সামান্য বা অপূৰ্ণাঙ্গ বস্তুকো ঈশ্বৰে নিৰবচ্ছিন্ন ভাৱে ক্ৰমে ক্ৰমে বৰ্দ্ধনৰ পথেদিহে গতি কৰায়—ঐশ্বৰিক নিয়ম আৰু চিৰন্তন প্ৰথা অনুসৰি। সেইদৰে ব্যক্তিৰ নিজৰ ভিতৰত চলি থকা ক্ৰমবৰ্দ্ধমান উন্নয়নৰ ঐশ্বৰিক পদ্ধতি উচ্চতম স্তৰত সম্পূৰ্ণ কৈ উপলব্ধি কৰিবৰ পথ শিক্ষাই প্ৰদৰ্শন কৰিব; ফ্ৰোবেলৰ মতে শিক্ষাৰ চৰম লক্ষ্য এয়ে। এই লক্ষ্য আগত লৈ শিক্ষাজগৎ এতিয়াও আগবঢ়া নাই—কিন্তু শিক্ষাৰ লক্ষ্য ভৱিষ্যতে এয়ে হব লাগিব।

## স্বকীয় কৰ্ম্মপ্ৰৱণতাৰ বৃদ্ধি আৰু সুনিয়ন্ত্ৰণে শিক্ষালাভৰ পদ্ধতি

ফ্ৰোবেলৰ শিক্ষাপদ্ধতিৰ প্ৰথম নীতি (Law) হৈছে মনৰ স্বাভাৱিক কৰ্ম্মপ্ৰৱণতা। গতিকে এই শিক্ষাপদ্ধতিৰে দিয়া জ্ঞান শিশুৰ মনত এটা বাহ্যত

টকা থোৱাৰ মিচিলা নহয়। লাহে লাহে ক্ৰমে ক্ৰমে নিৰবচ্ছিন্ন ভাবে শিশুজনৰ লগত প্ৰকৃতিৰ সম্বন্ধ বিচাৰ কৰি এই শিক্ষা অন্তৰৰ ফালৰ পৰা গঢ়ি উঠে। ইয়াত কোনো কৃত্ৰিম কৌশল নাই। সহজ কথাৰ পৰা জটিল কথাৰ শিক্ষা হয়। স্থূল আৰু মূৰ্ত্তবস্তুৰ পৰা বস্তু নিৰপেক্ষ জটিল আৰু দুৰূহ বিষয়ৰ শিক্ষা হয়। এই শিক্ষা এনেদৰে দিব লাগিব আৰু শিক্ষা প্ৰণালী এনেকুৱা হ'ব লাগিব যে সেই শিক্ষা শিশুমানৰ আৰু শিশুৰ অভাৱ আৰু প্ৰয়োজনৰ উপযোগী হৈ উঠে। শিশুৱে যেন খেলা হে কৰিছে তেনেদৰে শিক্ষালাভ কৰিব।

ফ্ৰোবেলে প্ৰতি স্তৰতে গুৰুত্ব দিছে যে স্বাভাৱিক কৰ্ম্মপ্ৰৱণতাৰ অনুশীলনৰ মাধ্যমত যেন শিশুৱে নিজৰ স্বভাৱ চিনি লব পাৰে। কৰ্ম্মপ্ৰৱণতাৰ অনুশীলনৰ মাধ্যমত বহিৰ্জগতৰ লগত নিজৰ অন্তৰ্জগতৰ সম্পৰ্ক শিশুৱে যেন নিজে নিজে গঢ়ি লব পাৰে। নিজৰ অন্তৰত থকা জগৎখনৰ লগত বহিৰ্জগতৰ সম্বন্ধ এই শিক্ষা-পদ্ধতিয়ে যেন সমন্বিত কৰি দিব পাৰে। ইয়াৰ অৰ্থ এয়ে হয় যেন ব্যক্তিৰ জীৱন যাত্ৰা এটি পদ্ধতি মাথোন, যাৰ দ্বাৰা ব্যক্তিয়ে প্ৰকৃতিৰ সম্পূৰ্ণ পৰিচয় পায়, যাৰ দ্বাৰা ব্যক্তিয়ে নিজৰ স্বভাৱ বা প্ৰকৃতি চিনি পায় আৰু ব্যক্তি যেন প্ৰকৃতি আৰু মানৱ-সমাজৰ এটা লাগতিয়াল অংশ হৈ পৰে। এই পদ্ধতিত শিশুৱে নিজে নিজৰ কৰ্ম্মপদ্ধতি নিৰ্ণয় কৰে আৰু সি স্বাধীন হৈ যায়। শিশুক যেতিয়াই বাধ্যতামূলক ভাবে শিক্ষা দিয়া হ'ব, তেতিয়াই সি বিশ্বজগতত বিৰাজ কৰি থকা ঐক্যৰ সন্ধানৰ পৰা বিচলিত হয়।

কৰ্ম্মপ্ৰৱণতাৰ যি অনুশীলন সেই অনুশীলন ব্যক্তিয়ে নিজৰ উদ্দেশ্য অনুসাৰে বাছি লয় আৰু সেই উদ্দেশ্য নিজৰ ৰাপ বা আগ্ৰহৰ পৰা গজি উঠে আৰু নিজৰ কৰ্ম্ম-শক্তিৰ দ্বাৰা পুষ্ট হয়। ইয়েই হে ব্যক্তিৰ মানসিক ক্ৰমবিকাশৰ উৎপত্তি ঘটায় আৰু ইয়েই হে মাথোন শিক্ষাৰ প্ৰকৃত লক্ষলৈ গতি কৰাব পাৰে। কৰ্ম্মপ্ৰৱণতাৰ এনে ধৰণৰ অনুশীলন স্বাভাৱিকতে হ'বলৈ বাধ্য; কাৰণ এই কৰ্ম্ম-প্ৰৱণতাৰ মূল উৎস হৈছে ব্যক্তিৰ স্বভাৱগত প্ৰকৃতি আৰু ব্যক্তিৰ নিজৰ অস্তিত্বৰ বৰ্ত্তমানতা। যি হেতুকে নিজৰ প্ৰকৃতিৰ ভিতৰত অন্তৰ্নিহিত থকা শক্তিৰ কাৰণে ব্যক্তিৰ কৰ্ম্মপ্ৰৱণতাৰ প্ৰকাশ পায় আৰু বাহ্যিক প্ৰভাৱ তাৰ ওপৰত নাথাকে, সেইবাবে সেই কৰ্ম্মপ্ৰৱণতা স্বাধীন আৰু সিয়েই আৰু তাৰ প্ৰকৃতিগত কৰ্ম্মপ্ৰৱণতা। ব্যক্তিৰ কৰ্ম্মপ্ৰৱণতা স্বাধীন হোৱা বাবে আৰু সেই কৰ্ম্মপ্ৰৱণতা চিৰন্তন-নীতিৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা বাবে (নিজ নিজ প্ৰকৃতিৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা বাবে), ব্যক্তিৰ কৰ্ম্মপ্ৰৱণতাক শিক্ষাদান পদ্ধতিৰ পথেদি পৰিচালিত কৰা সম্ভৱ হয়। ইয়াৰ পৰা এইটো বুজা যায় যে শিক্ষাপদ্ধতিৰ সকলো প্ৰণালী শিশুৰ স্বাভাৱিক আৰু ঐচ্ছিক আগ্ৰহৰ পৰা আৰম্ভ কৰিব লাগে। এই প্ৰকাৰ স্বাভাৱিক কৰ্ম্মপ্ৰৱণতাৰ পৰা শিক্ষাৰ আৰম্ভণি কৰি, শিক্ষাৰ

নিৰ্দ্দিষ্ট উদ্দেশ্য সাধনৰ বাবে কৰ্ম্মপদ্ধতি নিৰ্ণয় কৰে, সেই পথেদি উদগনি দি শিক্ষা প্ৰণালী উদ্ভাবিত কৰিব লাগে। যদি ব্যক্তিৰ কৰ্ম্মপ্ৰৱণতাৰ নিৰ্দ্দিষ্ট পথ প্ৰদৰ্শন কৰা নহয় নাইবা তাক নিৰ্দ্দিষ্ট উদ্দেশ্যেৰে প্ৰভাৱান্বিত কৰা নহয়, তেন্তে তেনে শিক্ষাপ্ৰণালীৰ ফল স্থায়ী নহয়।

শিশুপ্ৰকৃতিত থকা স্বাভাৱিক মনোবৃত্তিয়ে কেৱলমাত্ৰ শিশুৰ স্বভাৱ আৰু কৰ্ম্মপ্ৰৱণতা নিৰ্ণয় কৰে এনে নহয়, সেই মনোবৃত্তিয়ে বস্তুজ্ঞান আৰু বস্তুৰ স্বৰূপৰ ধাৰণা লোৱাৰ বাবেও শিশুৰ, স্বতঃস্ফূৰ্ত্ত যত্ন আৰু আগ্ৰহৰ মানসিক ক্ৰিয়া প্ৰকাশ কৰে। ইয়াৰ পৰা চিন্তাজগৎ আৰু বহিৰ্জগতৰ বাস্তৱতাৰ লগত সমন্বয়ৰো যত্ন কৰে। এনে স্বতঃস্ফূৰ্ত্ত যত্নই কৰ্ম্মপ্ৰৱণতাৰ মূল উৎপত্তিৰ স্থান আৰু তাৰ পৰাই শিক্ষকে শিক্ষাদানৰ সুযোগ পায়। চিন্তাজগত আৰু বহিৰ্জগতৰ লগত অভ্যন্তৰীণ আৰু বাহ্যিক সমন্বয় ঘটাবলৈ শিক্ষাদানে শিশুক অধিকতৰ ভাৱে সহায় কৰে, নহলে শিশুৱে বিনাসাহায্যে সিমান ভালকৈ নিজে নিজে তেনে সমন্বয় ঘটাব নোৱাৰে। শিশুৰ কৰ্ম্মপ্ৰৱণতাৰ ঐচ্ছিক আগ্ৰহৰ পৰা শিশুৱে যে পাৰিপাৰ্শ্বিকতাৰ লগত [illegible] সমাজ-জীৱনৰ লগত নিজক সমন্বিত কৰিব খোজে—সেইটোকেই বিদ্যালয়ে সহায় কৰিব লাগে। আনক সহায় কৰিবৰ বাবে শিশুৰ স্বাভাৱিক ইচ্ছা, সামাজিক পাৰিপাৰ্শ্বিকতাৰ মাজত উমৈহতীয়া কৰ্ম্মপদ্ধতি বিচাৰি বাছি লোৱা আৰু তাত অংশগ্ৰহণ কৰাৰ ইচ্ছা আৰু নিজস্ব কৰ্ম্মপদ্ধতিৰ লগত সমাজৰ আন আন মানুহৰ কৰ্ম্মপদ্ধতিৰ সম্বন্ধ আবিষ্কাৰ কৰা, সৃষ্টি কৰা আৰু সেই অনুসাৰে নিজ নিজ কৰ্ম্মপদ্ধতিৰ পৰিচালনা কৰা আদিৰ কাৰ্য্যপদ্ধতি আবিষ্কাৰৰ পৰাই শিশুৰ জ্ঞান জন্মে। বিদ্যালয়ৰ আৰু শিক্ষাদানৰ কাৰ্য্য ইয়াতেই নিহিত আছে।

শিক্ষা ভৱিষ্যৎ জীৱনৰ বাবে প্ৰস্তুতি নহয়; কাৰণ শিশুৱে ভৱিষ্যতত যি জীৱনত প্ৰৱেশ কৰিব—সেই জীৱন পূৰ্ণবয়স্ক ব্যক্তিৰ জীৱন নহয়, সেই জীৱন তাৰ চাৰিউফালৰ পাৰিপাৰ্শ্বিক জীৱন। ইয়াৰ অৰ্থ এই যে যৌৱনকালত শিশুৱে একপ্ৰকাৰ নিৰ্দ্দিষ্ট জীৱন যাপন কৰিব তাৰ বাবে শৈশৱকালত আন শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব—শিক্ষাৰ লক্ষ্য সেইটো নহয়। শিক্ষা ক্ৰমোন্নতিৰ বাবে গ্ৰহণ এটা প্ৰক্ৰিয়া। শিশুৱে নিজৰ প্ৰকৃতি আৰু শক্তি-সমৰ্থৰ পূৰ্ণ বিকাশৰ বাবা তাৰ সামাজিক বা পাৰিপাৰ্শ্বিক জীৱনৰ লগত বৰ্ত্তমান ঐক্য স্থাপন কৰিব পৰা শক্তি-আহৰণৰ প্ৰচেষ্টামূলক প্ৰক্ৰিয়াই হৈছে শৈশৱ কালৰ শিক্ষা। ভৱিষ্যৎ শিক্ষাও সেই জোখকাঠীৰে জোখা হব। গতিকে শিক্ষা[illegible] লক্ষ্য পূৰ্ণবয়স্কলোক এজনৰ ভিতৰত যেনেকৈ উপলব্ধি পাব পাৰে, শিশু এজনৰ ভিতৰতো তেনেকৈ পাব পাৰে। শিশুৰ স্বীয় কৰ্ম্মপ্ৰৱণতাৰ ওপৰত ভিত্তি কৰি আৰু সেই কৰ্ম্মপ্ৰৱণতাক পৰিপূৰ্ণভাৱে বিচাৰ কৰি এনে শিক্ষাপ্ৰণালী গ্ৰহণ কৰিব লাগিব

যাৰ দ্বাৰা শিশুৰ কৰ্ম্মশক্তিৰ বৃদ্ধি পায়। এই বৃদ্ধিৰ পৰিমাণ আন আন সম্পত্তি উপাৰ্জ্জনৰ শক্তিৰ সমানে হ'ব আৰু তাৰ সমন্বয় একে প্ৰকাৰ হ'ব। জ্ঞান আৰু কৰ্ম্মৰ ভিতৰত কোনো ফাঁক (Gap) নাথাকে। কাল্পনিক মতবাদ (Theory) আৰু সম্পাদিত কাৰ্য্যৰ (Practice) ভিতৰত কোনো ব্যৱধান নাথাকে। কি কৰা হ'ব—সেই বিষয়ে কৰা পূৰ্ব্বঘোষণা আৰু যি কৰা হৈছে সেই সম্পাদিত কাৰ্য্যৰ ভিতৰতো কোনো তাৰতম্য নাথাকে। ইয়াৰ প্ৰকৃত অৰ্থ হৈছে যে অৰ্জ্জন প্ৰক্ৰিয়াৰ লগে লগে কৰ্ম্মশক্তিৰ ক্ৰমোন্নতি হয়।

## কেনে ধৰণৰ স্কুল হ'ব লাগে সেই সম্পৰ্কে ফ্ৰোবেলৰ মত

স্কুলত শিশুৱে কি শিক্ষা কৰিব? স্কুলত শিশুৱে শিক্ষা কৰিব জীৱনযাত্ৰাৰ অত্যাৱশ্যকীয় সামগ্ৰী আৰু বিষয়বিলাকৰ বিষয়ে, আৰু সত্যপৰায়ণতা, ন্যায়পৰায়ণতা, স্বাধব্যক্তিত্ব অৰ্জ্জন, দায়িত্ববোধ, নেতৃত্ব গ্ৰহণৰ উপযুক্ততা, যি কোনো কাৰ্য্যত প্ৰথম পদক্ষেপৰ যোগ্যতা, কাৰ্য্য-কাৰণ সম্বন্ধীয় ঘটনাসমূহ আদি বিষয়ে—পুথি অধ্যয়নৰ মাধ্যমত নহয়, সেই সেই বিষয়ক পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত নিজ নিজ জীৱন যাত্ৰাৰ মাজেদি অভিজ্ঞতা অৰ্জ্জন কৰি শিক্ষা কৰিব। ঐক্য সাধনৰ মূলনীতি অনুসাৰে স্কুলখন এনে এটি অনুষ্ঠান হ'ব লাগিব য'ত শিশুৱে নিজৰ স্বাতন্ত্ৰ্যৰ লগত পৰিচিত হ'ব। নিজৰ স্বাতন্ত্ৰ্য নিজে নিজে আৱিষ্কাৰ কৰিব, নিজৰ ব্যক্তিত্ব গঠনৰ বাবে যত্নবান্ হ'ব আৰু সকলো কাৰ্য্যতে প্ৰথম পদক্ষেপৰ সামৰ্থ্য উপাৰ্জ্জন কৰিব আৰু সেই অনুসাৰে কৰ্ম্ম কৰিবৰ ক্ষমতা লাভ কৰিব। এইবোৰ কাৰ্য্যক্ষমতা লাভৰ বাবে আনৰ সহযোগ আৱশ্যক; সেইবাবে আন আন শিশুৱেও একে ধৰণৰ কৰ্ম্মত প্ৰবৃত্ত হ'ব পৰা ক্ষেত্ৰ স্কুলত সৃষ্টি কৰিব লাগিব। তেনে ক্ষেত্ৰত সকলো শিশুৱে একেপ্ৰকাৰ কৰ্ম্মৰ প্ৰতি আগ্ৰহান্বিত হ'ব লাগিব। সকলোৱে সমানে দায়িত্ব গ্ৰহণ কৰিব লাগিব আৰু সেই কৰ্ম্মৰ ফল বা পুৰস্কাৰ সকলোৱে সমানে ভোগ কৰিব। পাৰস্পৰিক সহায়-সহযোগিতা থকাটো এটা অবিচ্ছিন্ন লক্ষ্য হ'ব লাগিব। স্কুলখনেই যেন বিশ্বসংসাৰ—য'ত মানৱতাৰ তথা সমগ্ৰ জীৱজগতৰ মাজত বিৰাজ কৰা একতাৰ সূত্ৰ নিজ নিজ চৰিত্ৰত প্ৰতিফলিত কৰাই পূৰ্ণতা লাভ কৰিব—সমগ্ৰ মানৱ জীৱনৰ উপযুক্ততা অৰ্জ্জনৰ দ্বাৰা। গতিকে স্কুলখন হ'ব এখন ক্ষুদ্ৰ সমাজ আৰু শিক্ষা হ'ব জীৱনৰ এটা স্তৰবিশেষ; ভৱিষ্যৎ জীৱনৰ প্ৰস্তুতি হিচাপে নহয়—পূৰ্ণজীৱনৰ সংক্ষিপ্তসাৰ হিচাপে।

শিক্ষা আৰু শিক্ষাদানৰ কাৰ্য্য একাৰ্থবাচক নহয়। স্কুলৰ কাৰ্য্যাৱলীকো শিক্ষাদান কাৰ্য্য বুলি কোৱা নাযায়। শিক্ষাদান কাৰ্য্য এইবিলাকৰ ভিতৰতে এটা

মধ্যৱৰ্ত্তী পন্থা বা পদ্ধতি মাথোন যাৰ উৎপত্তি হয়, শিশুৰ স্বাভাৱিক আৰু স্বতঃস্ফূৰ্ত্ত কৰ্ম্মপ্ৰৱণতাৰ পৰা আৰু শিশুৰ স্বভাৱজাত আগ্ৰহ আৰু কৌতূহলৰ পৰা, যাৰ পৰিণতি হয় সৃজনীমূলক কোনো কাৰ্য্যৰ ভিতৰত আৰু অনুভূতিমূলক আনন্দ স্পষ্ট প্ৰকাশৰ ভিতৰত। গতিকে স্বভাৱজাত প্ৰেৰণাই শিশুক একপ্ৰকাৰ অভ্যাস, একপ্ৰকাৰ চাৰিত্ৰিক ব্যৱহাৰ নীতি উপাৰ্জ্জন কৰায়, একপ্ৰকাৰ কৰ্ম্ম প্ৰবৃত্তি আৰু চিন্তাশক্তি বঢ়ায় আৰু সেয়ে শিক্ষাৰ বাঞ্ছিত ফলস্বৰূপে প্ৰকাশিত হয়। গতিকে শিক্ষাই শিশুপ্ৰকৃতিক উন্মূলিত কৰিবও নোৱাৰে আৰু তাক আওহেলাও কৰিব নোৱাৰে। শিক্ষাই শিশু-প্ৰকৃতিক সহায় কৰিব লাগিব আৰু পৰিচালনা কৰিব লাগিব, যাৰ উদ্দেশ্য হব উচ্চতৰ লক্ষ্য সাধনত, যি লক্ষ্যত বিনা সহায়ে বা বিনা পৰিচালনায় কেতিয়াও উপনীত হব নোৱাৰিব।

## ক্ৰীড়া বা খেল-ধেমালি

ফ্ৰোবেলে গুৰুত্ব দিছে যে শিশুৰ শৈশৱ অৱস্থাত বা প্ৰাৰম্ভিক জীৱনত খেল-ধেমালিয়ে হব লাগিব শিক্ষাপদ্ধতিৰ ভিত্তি; কাৰণ শিশুৰ কৰ্ম্মপ্ৰৱণতাৰ স্বতঃস্ফূৰ্ত্ত বিকাশ পৰিলক্ষিত হয় খেল-ধেমালিৰ যোগেদিহে। শিশুৰ স্বভাৱজাত আগ্ৰহ আৰু কৌতূহল শিশুৰ ক্ৰীড়াৰ মাধ্যমত প্ৰকাশ পায়, সেইবাবে শিশুৰ কৰ্ম্মাভ্যাস, সৎচিন্তা আৰু সৎ অনুভূতি গঠনৰ বাবে ক্ৰীড়াৰ আমোদেই হৈছে সৰ্ব্বোত্তম আৰু স্বাভাৱিক উপাদান। ক্ৰীড়াৰ মাধ্যমতে শিশুৱে এই বিশ্ব-সংসাৰখনৰ ছবি দেখা পায় আৰু শিশু যে বিশ্ব-সংসাৰৰ এজন অংশীদাৰ সেই কথা অনুভৱ কৰে। গতিকে শিক্ষকে ক্ৰীড়াৰ মাধ্যমত মানৱ-জীৱনৰ পূৰ্ণ ব্যাখ্যা শিশুৰ আগত দাঙি ধৰিব পাৰে। ক্ৰীড়াৰ মাধ্যমতে শিক্ষকে বাস্তৱ সংসাৰৰ সামাজিক সম্বন্ধবোধৰ লগত শিশুক পৰিচিত কৰি দিব পাৰে, শিশুক স্বাধীন মনোভাৱ গঢ়ি দিব পাৰে। পাৰস্পৰিক সহায়-সহযোগিতাৰ বিষয়ে শিক্ষাৰ পাৰে, সকলো কাৰ্য্যৰ প্ৰথম পদক্ষেপ দিয়াৰ বিষয়ে আৰু নেতৃত্ব গ্ৰহণৰ বিষয়ে উপযুক্ত জ্ঞান দিব পাৰে আৰু শিশু যে সমাজৰ এজন ব্যক্তি সেই মনোভাৱ জগাই সামাজিক জীৱনৰ মূল্য আৰু উপযোগিতাৰ জ্ঞান দিব পাৰে। ফ্ৰোবেলে এই দাৰ্শনিক মতবাদ স্থাপন কৰিয়েই ক্ষান্ত হোৱা নাছিল। এই মতবাদৰ (ক্ৰীড়া দৰ্শনৰ) শিক্ষামূলক মূল্য কাৰ্য্যত দেখুৱাই দিছিল। কিণ্ডাৰগাৰ্টেন স্কুলত তেওঁ ক্ৰীড়ামূলক শিক্ষাপদ্ধতি পূৰ্ণভাৱে ৰূপায়িত কৰি তুলিছিল।

## হস্তশিল্প বা হাতৰ কামৰ উপযোগিতা

শিশুৰ শিক্ষা পদ্ধতিত ক্ৰীড়াৰ যি স্থান, অনুৰূপ স্থান হৈছে হাতৰ কামৰ। শিক্ষাদান কাৰ্য্যৰ মূলনীতি ৰূপায়িত কৰি তোলাত, শিক্ষাৰ যি প্ৰকৃত লক্ষ্যস

কথা ইতিপূৰ্ব্বে কোৱা হৈছে সেই লক্ষ্যত উপনীত হোৱাৰ পন্থা ৰূপে আৰু শিক্ষাপদ্ধতিৰ সংগঠনমূলক সাফল্য অৰ্জ্জনৰ পথত ক্ৰীড়াৰ নিচিনাকৈ হস্তশিল্প বা হাতৰ কামে শিক্ষাদান কাৰ্য্যৰ নীতি মূৰ্ত্ত কৰি তুলিব পাৰে আৰু হাতৰ কাম শিক্ষা কৰাই শিক্ষাৰ আৰম্ভণিৰ পৰা শেষলৈকে একমাত্ৰ শিক্ষাপদ্ধতি হ'ব পাৰে। ৰুছোৱে শিল্পকাৰ্য্য শিক্ষাৰ কথা সামাজিক আৰু অৰ্থনৈতিক দৃষ্টিভঙ্গীতহে কৈছিল আৰু পেষ্টালজ্জিয়ে বস্তুজ্ঞান শিক্ষা আৰু হাতৰ কাম শিক্ষাৰ কথা শিশুৰ অনুভূতিমূলক জ্ঞান আহৰণ বা শিক্ষকৰ শিক্ষাদানৰ নীতি হিচাবে গ্ৰহণ কৰিছিল। পৰৱৰ্ত্তী শিক্ষাবিদ্ ফেলেনবাৰ্গে (Follenberg) হাতৰ কামৰ শিক্ষাদান পদ্ধতি বেছি কাৰ্য্যকৰী কৰিছিল, কিন্তু ফেলেনবাৰ্গেও সামাজিক আৰু অৰ্থনৈতিক উদ্দেশ্য সাধনতকৈ আন একো বেছি কৰিব পৰা নাছিল; কিন্তু ফ্ৰোবেলে সকলো প্ৰকাৰ হাতৰ কাম আৰু শিল্পশিক্ষা অকল শিক্ষাদান কাৰ্য্যৰ উদ্দেশ্যেই শিক্ষাপদ্ধতি সংগঠন আৰু ৰূপায়িত কৰি তুলিছিল আৰু ফ্ৰে'বেলৰ শিক্ষাপদ্ধতিয়ে বৰ্ত্তমান যুগতো গৃহীত হৈ আছিছে।

হাতৰ কামৰ মাধ্যমত শিশুৱে শক্তি উপাৰ্জ্জন কৰে, কাৰণ শিশুৰ প্ৰত্যেক কৰ্মই শিক্ষাপদ্ধতিৰ মাধ্যমত শিক্ষাৰ কোনো এটি উদ্দেশ্য সাধন কৰে। শিক্ষাদান কাৰ্য্যত বা শিক্ষাপদ্ধতিৰ ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত যি বস্তুৰ ব্যৱহাৰৰ সহায় বা সেই সম্বন্ধে বিধিনি বিৱৰণ শিশুক দিয়া হয়, তাৰ দ্বাৰা শিশুৱে কি কৰে সেইটো বুজিবৰ হে চেষ্টা কৰা হয়। হাৰ্বাৰ্ট আৰু পেষ্টালজ্জিৰ শিক্ষাপদ্ধতিৰ মাজত এইখিনিতে প্ৰভেদ পোৱা যায়।

হাৰ্বাৰ্টে পঞ্চাঙ্গ পদ্ধতিৰ দ্বাৰা শিক্ষাৰ যি ৰূপ দিবলৈ যত্ন কৰিছিল তাতকৈ ফ্ৰোবেলৰ শিক্ষাপদ্ধতিয়ে শিক্ষাৰ বেছি উদাৰ আৰু বহল দৃষ্টিভঙ্গী দান কৰিছিল—সকলো প্ৰকাৰ শিক্ষাদান আৰু শিক্ষালাভ কাৰ্য্য প্ৰকৃত কৰ্ম্ম কৰাৰ মাধ্যমত হোৱা বাবে। পেষ্টালজ্জিয়ে বিদ্যালয়ৰ সকলো কাম নীতিগত ভাৱে সংগঠনমূলক কৰাৰ পক্ষপাতী আছিল; কিন্তু ফ্ৰোবেলৰ নীতি আছিল যে বিদ্যালয়ত এনেকুৱা কামহে গ্ৰহণ কৰা উচিত যি কামে শিশুৰ চৰিত্ৰগত কোনো এটা মনোবৃত্তিৰ বিকাশ সাধন হ'ব। সেই নীতিগত ভাৱে কৰ্ম্মপদ্ধতি সংগঠন সকলো ক্ষেত্ৰতে উপযোগী নহ'ব পাৰে—এইখিনি বিচাৰ কৰাৰ স্বাধীনতা ফ্ৰোবেলৰ নীতিৰ ভিতৰত আছিল। সেইবাবে ফ্ৰোবেলৰ নীতিৰ দৃষ্টিভঙ্গী বেছি বহল আছিল—যদিও শিক্ষাদৰ্শনৰ মূলতত্ত্বত উভয়ৰে দৃষ্টিভঙ্গী সমান আছিল।

শিশুৰ অন্তৰত নিহিত শক্তিৰ বাহ্যিক প্ৰকাশ বা পৰিস্ফুৰণৰ অৰ্থে শিক্ষাই শিশুৰ ভিতৰত থকা নিজ নিজ শক্তি পৰিবৰ্দ্ধন বা উন্নয়ন কৰিব লাগিব এই উদ্দেশ্যে শিক্ষাপদ্ধতিত হাতৰ কামৰ সংগঠনমূলক কাৰ্য্যৰ আৱশ্যক। শিশুৰ অন্তৰত শক্তি আছে। সেই শক্তি বাহিৰত প্ৰকাশ পায় হাতৰ কামৰ মাধ্যমত।

শিশুৰ বুদ্ধি, শিশুৰ সামৰ্থ্য, শিশুৰ বিবেচনা ইত্যাদি বুজা যায় শিশুৱে কোনো এটা কাম কিদৰে কৰে তাকে চাই। পুনঃ পুনঃ চেষ্টা বা অভ্যাস কৰাৰ পৰা অন্তৰত থকা শক্তি বৃদ্ধি পায়। কোনজন শিশুৰ কিমানখিনি বুদ্ধি বা বিবেচনা সেই কামৰ ভিতৰতে প্ৰকাশ পায়। হাতৰ কাম কৰাত কিমানখিনি সাফল্য অৰ্জ্জন কৰিছে অৰ্থাৎ শিশুৱে তৈয়াৰ কৰা বস্তুটো কিমানখিনি ভাল হৈছে বা কিমানখিনি ভাল হোৱা উচিত, সেইটোৰ দ্বাৰা শিশুৰ অন্তর্নিহিত শক্তিৰ বিকাশ বিচাৰ কৰা শিক্ষাৰ উদ্দেশ্য হব নালাগে। হাতৰ কামৰ মাধ্যমত শিশুৰ অন্তৰ্জগতৰ পৰা এনে কি শক্তি বা সামৰ্থ্য প্ৰকাশ পায় যাৰ দ্বাৰা বৌদ্ধিক, নৈতিক আৰু আধ্যাত্মিক জীৱনৰ উচ্চতৰ শক্তি বিকাশৰ বাবে ভিত্তি বচনা কৰিব পাৰি—সেইটোহে বিচাৰ কৰা শিক্ষাৰ উদ্দেশ্য। শিশুৰ হাতৰ কামৰ মাধ্যমত যিবোৰ ভাব, অনুভূতি আৰু কৰ্ম্মপ্ৰবৃত্তি প্ৰকাশ পায় সেইবোৰ বুদ্ধিবিকাশৰ ক্ষেত্ৰত, নৈতিকতা অৰ্জ্জনৰ ক্ষেত্ৰত আৰু নিজৰ আধ্যাত্মিক উন্নয়নৰ ক্ষেত্ৰত কিমানদূৰ সহায় কৰে সেইটো বিচাৰ কৰি, সেই সেই কামবোৰ পুনঃ পুনঃ অভ্যাস কৰালে অভ্যাস মূৰ্ত্ত হৈ উঠি চৰিত্ৰ গঠন কৰিব।

**বিদ্যালয়ত প্ৰকৃতি অধ্যয়ন—(Nature study in schools)** পেষ্টালৎজিৰ, ফ্ৰোবেলৰ আৰু আন আন শিক্ষাবিদসকলৰ চিন্তাধাৰাৰ ঐক্য প্ৰকৃতি অধ্যয়নৰ ক্ষেত্ৰতে বুজা যায়। শিশুৰ শিক্ষাত প্ৰকৃতি অধ্যয়ন কৰা বা প্ৰকৃতিৰ লগত শিশুক পৰিচিত কৰি দিয়াৰ মতবাদত কাৰো লগত কাৰো পাৰ্থক্য নাই; কিন্তু প্ৰকৃতি অধ্যয়নৰ যি মূলনীতি সেই নীতি সম্পৰ্কে ফ্ৰোবেলৰ লগত আন আন শিক্ষাবিদৰ মতৰ পাৰ্থক্য থকা দেখা যায়। প্ৰকৃতিৰ ঘটনাৱলীৰ বিষয়ে সাধাৰণ জ্ঞান উপাৰ্জ্জন কৰাত ফ্ৰোবেলৰ আপত্তি নাথাকিলেও সেইটোৰ গুৰুত্ব বেছি বুলি তেওঁ স্বীকাৰ নকৰে। প্ৰকৃতি অধ্যয়ন কৰি প্ৰকৃতিৰ সংস্পৰ্শত আহি শিশুৰ নৈতিক উন্নতি, ধৰ্ম্মীয় উন্নয়ন আৰু আধ্যাত্মিক অন্তদৃষ্টি কিমানখিনি বৃদ্ধি পায় সেইটোৱে তেওঁৰ মতে গুৰুত্বপূৰ্ণ কথা। প্ৰকৃতিয়ে শিশুৰ স্বাভাৱিক আগ্ৰহ আৰু কৰ্ম্মপ্ৰবৃত্তিৰ উৎস হোৱাপে শিক্ষাৰ প্ৰাথমিক স্তৰত স্থান পাই আহিছে, প্ৰকৃতিয়ে শিশুৰ কৰ্ম্মৰ প্ৰেৰণা আৰু সুযোগ-সুবিধা দিয়া বাবে শিক্ষাপদ্ধতিত প্ৰকৃতি অধ্যয়নৰ মূল্য বহুত বেছি; কিন্তু ফ্ৰোবেলৰ মতে প্ৰকৃতিৰ সাধাৰণ ঘটানৱলী শিক্ষা দিয়াৰ মূল্য বা তাৰপৰা আধ্যাত্মিক প্ৰেৰণা উদ্ধাৰ কৰাৰা মূল্য পৃথক ধৰণৰ। লিখা-পঢ়া, ভাষাশিক্ষা, হাতৰ কাম, সংখ্যা গণনা, অঙ্ক শিক্ষা বা প্ৰকৃতি বিজ্ঞানৰ শিক্ষা স্কুলৰ শিক্ষাৰ প্ৰধান বিষয় হ'লেও এই বিষয়বোৰৰ শিক্ষাৰ অন্তৰালত যি সাধাৰণ ধাৰণা, সেই ধাৰণা বা দৃষ্টিভঙ্গী ফ্ৰোবেলে সম্পূৰ্ণ পৰিত্যাগ কৰি সেইবোৰ বিষয় শিক্ষাৰ এটা বিভিন্ন দৃষ্টিভঙ্গী দান কৰিলে।

প্ৰকৃতিক বিশ্লেষণ কৰি, প্ৰকৃতিৰ বিভিন্ন ঘটনা খণ্ড খণ্ড ভাৱে বিভক্ত কৰি প্ৰকৃতি অধ্যয়নৰ যি নিয়ম প্ৰচলিত আছে, সেই নিয়মৰ তেওঁ সম্পূৰ্ণ বিৰোধী। প্ৰকৃতি জীৱন্ত আৰু সচেতন। প্ৰকৃতিত গছ-লতা বৰ্দ্ধিত হৈ জীৱিত থাকে, জীৱ-জন্তুৱে কৰ্মত লিপ্ত হৈ জীয়াই থাকে আৰু জীৱ-জন্তুৰ অঙ্গ-প্ৰত্যঙ্গবোৰে কৰ্মত সহায় কৰে। সেইটো অধ্যয়ন কৰাকেহে প্ৰকৃতি অধ্যয়ন বোলে। পিছে যদিও এই মতবাদৰ ভাব সমষ্টি প্ৰকাশৰ প্ৰতীক্ পদ্ধতি আধুনিক বৈজ্ঞানিক জগতৰ প্ৰতীক্ পদ্ধতিৰ বিৰোধিতামূলক, তথাপি প্ৰকৃতি বিষয়ক যি ধাৰণা আৰু বিজ্ঞানৰ যি মূল্য আৰু স্কুলবিলাকত বিজ্ঞান শিক্ষাৰ যি ব্যৱস্থা, তাৰ লগত ফ্ৰোবেলৰ মতবাদৰ আৰু প্ৰতীকৰ সম্পূৰ্ণ ঐক্য আছে—এইটো স্বীকাৰ কৰিব লাগিব।

## কিণ্ডাৰগাৰ্টেন (Kindergarten) পদ্ধতি

কিণ্ডাৰ গাৰ্টেন পদ্ধতিৰ মূল চিন্তাধাৰা হৈছে যে এই পদ্ধতিয়ে শিশুক নিজৰ প্ৰকৃতি বিকাশত সহায় কৰিব আৰু তাৰ দ্বাৰা শিশুৰ প্ৰকৃত পৰিবৰ্দ্ধন সাধিত হ'ব। এই উদ্দেশ্য সাধনৰ বাবে শিশুৰ স্বাভাৱিক আগ্ৰহ বা বৃত্তি শিক্ষাৰ আৰম্ভণি হ'ব কৰ্মপ্ৰৱণতা প্ৰবৃত্তিক অৱলম্বন কৰি। বিদ্যালয়ৰ কামৰ ভিত্তি সম্পূৰ্ণভাৱে শিশুৰ নিজ কৰ্মপ্ৰৱণতাৰ ওপৰত হ'ব লাগিব আৰু সেই কৰ্মপ্ৰৱণতাৰ ধাৰাবাহিক ক্ৰমবিকাশৰ লগত শিশুৰ পৰিবৰ্দ্ধন, বিকাশ বা জ্ঞানলাভ হ'ব। জ্ঞানলাভ কৰা প্ৰধান লক্ষ্য নহয়, কিন্তু শিশুৰ পূৰ্ণবিকাশত জ্ঞানে সহায় কৰে বা অংশ গ্ৰহণ কৰে; গতিকে জ্ঞান হ'ব প্ৰধান লক্ষ্য সাধনৰ (শিশুৰ পূৰ্ণবিকাশৰ) পন্থা মাথোন। জ্ঞানলাভ প্ৰকৃত পক্ষে উপজাত (আনুষঙ্গিক) ফল মাথোন; কিন্তু ই সৰ্ব্বদায় অত্যন্ত আৱশ্যকীয় ফল—যদিহে প্ৰকৃত উন্নয়ন বা পৰিবৰ্দ্ধন আশা কৰা হয়। ইতিপূৰ্বে জ্ঞানলাভ কৰা বা জ্ঞান আহৰণ কৰা যিবোৰ পদ্ধতিয়ে বিদ্যালয়ৰ শিক্ষাপদ্ধতিত প্ৰধান স্থান লাভ কৰি আহিছে সেইবোৰ কিণ্ডাৰগাৰ্টেন পদ্ধতিৰ অনুবৰ্ত্তী আৰু সম্পূৰ্ণ বশবৰ্ত্তী। কিণ্ডাৰগাৰ্টেন শিক্ষা-পদ্ধতিত জ্ঞানলাভ আৰু জ্ঞান আহৰণ শিক্ষাৰ ধাৰাবাহিক ক্ৰমত প্ৰাথমিক বা আনুষঙ্গিক স্তৰ মাথোন— শিশুশিক্ষাৰ পূৰ্ণবিকাশ আনয়নৰ লক্ষ্যত।

কিণ্ডাৰ গাৰ্টেন শিক্ষা-পদ্ধতিত শিশুৰ অনুভূতি আৰু ভাৱসমূহ প্ৰকাশৰ তিনিটা লক্ষণৰ ওপৰত ফ্ৰোবেলে গুৰুত্ব দিছিল। (১) ইঙ্গিত (২) সংগীত (৩) ভাষা। যিমান দূৰ সম্ভৱ এই তিনিবিধ ভাৱপ্ৰকাশৰ ভঙ্গীক সমন্বিত কৰিব লাগে। উদাহৰণ স্বৰূপে ধৰা হওক যে এটা গল্প শিক্ষকে শিশুবিলাকৰ আগত ক'লে। শিশুৱে সেই গল্পটো যে কেৱল ভাষাৰে পুনৰায় বৰ্ণনা কৰিব এনে নহয়, শিশুৱে

সেই গজটো গান, ইঙ্গিত, ছবি বা কাগজেৰে বা মাটিৰে বা আন কিবা বস্তুৰে বনোৱা বস্তুৰেও প্ৰকাশ কৰিব লাগে। এইদৰে ভাব বা ধাৰণাসমূহ শিশুক দিব লাগে, চিন্তাশক্তিৰ উদগনি দিব লাগে, কল্পনা শক্তিক প্ৰাণবন্ত কৰিব লাগে। চকু আৰু হাতৰ প্ৰশিক্ষণ দিব লাগে। শৰীৰৰ মাংসপেশীবোৰৰ সমন্বয় সাধন কৰিব লাগে। উচ্চতৰ লক্ষ্য সাধনৰ বাবে উচ্চতৰ লক্ষ্য আৰু অনুভূতি উদ্‌ভাৱনৰ কাৰণে এটা স্পষ্ট লক্ষ্য মূৰ্ত্ত কৰি তুলি আৰু নৈতিক স্বভাৱৰ উন্নতি আৰু বৃদ্ধিৰ কাৰণে যত্ন কৰিব লাগে। কিণ্ডাৰগাৰ্টেন পদ্ধতি ৰূপায়িত কৰাত সঙ্গীতত বাজেও আৰু দুটা উপকৰণৰ আৱশ্যক। সেই দুটা হৈছে—

(১) শিশুক উপহাৰ প্ৰদান,

(২) শিশুৰ কৰ্ম্ম নিৰূপণ।

এই উদ্দেশ্য সাধনৰ বাবে ফ্ৰেবেলে শিশুক যিবোৰ বস্তু উপহাৰ দিছিল আৰু যি যি কামত লগাইছিল সেই বস্তুবোৰৰ আৰু কামবোৰৰ লগত পৰবৰ্ত্তীকালত দিয়া উপহাৰ আৰু কামবোৰৰ এটা ঘনিষ্ঠ সম্বন্ধ আছিল। এবিধ উপহাৰৰ বস্তুৰ বিষয়ে সম্পৰ্ণ জ্ঞান হলেহে তদনুৰূপ আন এটা উপহাৰ দিছিল। সেইদৰে এবিধ কাম কৰা হোৱাৰ পাছত আন এবিধ কামত লগাওঁতে আগৰ কামটোৰ লগত সম্বন্ধ থকা কামত হে লগাইছিল। শিশুৰ কৰ্ম্মপ্ৰৱণতা বঢ়াবৰ কাৰণে যি কাম দিয়া হয়, তাকেই শিশুৰ বৃত্তি বা ব্যৱসায় বুলি গণ্য কৰিছিল আৰু সেই কাম কৰিবলৈ যিবোৰ বস্তুৰ আৱশ্যক সেই বস্তুবোৰকে উপহাৰ বুলি গণ্য কৰিছিল; কিন্তু ফ্ৰোবেলে শিশুক যি কাম কৰিবলৈ দি শিশুৰ বৃত্তি নিৰ্দ্দেশ কৰিছিল সেই কামটোৰ ওপৰতহে অধিকতৰ গুৰুত্ব দিছিল উপহাৰ দিয়া বস্তুবোৰতকৈ। ফ্ৰোবেলে শিক্ষাজগতত এটা স্পষ্ট নীতি দান কৰিলে। বৰ্ত্তমান আৰু ভৱিষ্যৎ শিক্ষাবিদ্‌সকলৰ কৰ্ত্তব্য এই নীতি অনুসৰণ কৰি যেছি ফলদায়ক শিক্ষা-নীতি প্ৰবৰ্ত্তন কৰা।

# সংক্ষিপ্ত সমালোচনা

প্ৰকৃতিবাদৰ ভিত্তিত ৰুছো প্ৰবৰ্ত্তিত শিক্ষাধাৰাই মনস্তাত্ত্বিক শিক্ষাধাৰাৰ ৰূপ গ্ৰহণ কৰিলে। মনস্তাত্ত্বিক শিক্ষাধাৰা কেইটিমান বিজ্ঞান সম্মত নীতিৰ ওপৰত ভিত্তি কৰি বিদ্যালয়সমূহৰ শিক্ষা-পদ্ধতিতত পৰিণত হ'ল। শিশুৰ স্বাভাৱিক আগ্ৰহৰ ভিত্তিত 'নৱ-শিক্ষা'ৰ আন্দোলন গঢ়ি উঠিল আৰু শিক্ষাবিদ্‌সকলে দাৰ্শনিক চিন্তাধাৰাৰ লগত এই আন্দোলনৰ সমাঞ্জস্য বিধানৰ চেষ্টা কৰিলে। মনস্তত্ত্বৰ ভেটিত শিক্ষাৰ নৱৰূপ দিয়াৰ বিভিন্ন প্ৰচেষ্টা দেখা গ'ল। পৰীক্ষা-নিৰীক্ষাৰ দ্বাৰা বহুপ্ৰকাৰ প্ৰচেষ্টা চলোৱা হ'ল। মনস্তত্ত্ব বিজ্ঞানৰ উন্নতিৰ লগে লগেও শিক্ষাক বেছি বিজ্ঞানসম্মত ৰূপত পৰিবৰ্ত্তিত কৰিবলৈ বিভিন্ন প্ৰকাৰৰ যত্ন কৰা হ'ল আৰু বৈজ্ঞানিক প্ৰণালীত তেনে ৰূপ দিয়াও সম্ভৱপৰ হৈ উঠিল। নৱশিক্ষাৰ আন্দোলনে ব্যৱহাৰিক ৰূপ গ্ৰহণ কৰিলে এইদৰে ঃ—

(১) শিক্ষা-পদ্ধতিত নতুন ধৰণে মনোযোগ দিয়া হ'ল।

(২) শিশুপ্ৰকৃতি অধ্যয়ন কৰি সেই সম্বন্ধে জ্ঞান লাভ কৰি আৰু শিশুৰ প্ৰতি সহানুভূতিমূলক দৃষ্টিভঙ্গীৰে শিক্ষা-পদ্ধতিৰ নতুন ভিত্তি স্থাপনৰ আগ্ৰহ দেখা গ'ল।

(৩) প্ৰাথমিক শিক্ষাৰ প্ৰতি নতুন আগ্ৰহ দেখা গ'ল।

(৪) এই প্ৰচেষ্টা সমূহৰ ফলস্বৰূপে সাৰ্ব্বজনীন শিক্ষাৰ সম্ভাবনাৰ নৱতম উদ্যম দেখা গ'ল।

অষ্টাদশ শতাব্দীৰ বিভিন্ন শিক্ষাবিদ্‌সকলৰ ভিতৰত প্ৰধান আছিল পেষ্টালৎজি, হাৰ্ব্বাৰ্ট আৰু ফ্ৰোবেল।

পেষ্টালৎজি আৰু তেওঁৰ অনুগামী শিক্ষাবিদ্‌সকলৰ মতে শিক্ষাৰ অৰ্থ আছিল শিশুৰ বৌদ্ধিক, নৈতিক আৰু শাৰীৰিক পৰিবৰ্দ্ধনৰ এটা সমন্বয়মূলক পদ্ধতি। এনে ধৰণৰ উন্নতিৰ দ্বাৰা শিশুৰ পূৰ্ণাঙ্গ ব্যক্তিত্ব গঠন হোৱাৰ লগে লগে সমাজ-সংস্কাৰৰ পন্থা শিক্ষাই জনপ্ৰিয় কৰি তুলিব। কিন্তু এনে ধৰণৰ শিক্ষাৰ লগত, পূৰ্ব্বপ্ৰচলিত শিক্ষাধাৰাৰ কোনো মিল নাছিল। আগৰ শিক্ষাধাৰা আছিল জ্ঞান উপাৰ্জ্জনৰ শিক্ষাধাৰাৰ আৰু সেই শিক্ষাধাৰা শ্ৰেণী বিশেষৰ মাজত আবদ্ধ আছিল আৰু সৰ্ব্বসাধাৰণ ৰাইজৰ অধঃপতনৰ কাৰণহে হৈ পৰিছিল। শিশুৰ আৱয়ৱিক পৰিবৰ্দ্ধনৰ (Organic development) যি মতবাদ শিক্ষাই গ্ৰহণ কৰিলে তাৰ বাবে শিক্ষা-পদ্ধতিৰ নতুন পন্থা আৰু নতুন প্ৰণালী আবিষ্কৃত হ'ল।

পেষ্টালজ্জিৰ মতে শিক্ষাৰ বিষয়সমূহ শিশুৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰা বাছি লোৱা হৈছিল আৰু শিশুৰ ইন্দ্ৰিয়ানুভূতিৰ শক্তি বৃদ্ধি কৰিবলৈ সেই বিষয়সমূহ শিক্ষাৰ বাহন স্বৰূপ ব্যৱহাৰ কৰা হৈছিল। শিক্ষণীয় বিষয়সমূহৰ অংশ বিভাগ কৰি শিক্ষাপ্ৰণালী উদ্ভাৱন কৰা হৈছিল আৰু আৰোহী প্ৰণালীৰ দ্বাৰা (Inductive method) সৰল বিষয়ৰ পৰা জটিলতৰ বিষয়ৰ জ্ঞানলাভৰ প্ৰণালী গ্ৰহণ কৰা হৈছিল। শিশুৰ প্ৰতি সহানুভূতিৰ দৃষ্টি-ভঙ্গীৰে শিশু প্ৰকৃতি বুজি শিক্ষাদান প্ৰণালী নিয়ন্ত্ৰিত হৈছিল।

হাৰ্ব্বাৰ্ট আৰু তেওঁৰ অনুগামীসকলে শিক্ষাক নৈতিকতাৰ আদৰ্শত গঠন কৰিবলৈ যত্ন কৰিলে। নৈতিকতা লাভেই শিক্ষাৰ প্ৰধান আদৰ্শ বুলি গ্ৰহণ কৰিলে। শিশুৰ অন্তৰ্নিহিত ভাৱসমূহৰ প্ৰশিক্ষণ বা উন্নয়নৰ দ্বাৰা শিশুৰ স্বভাৱ নিয়ন্ত্ৰণৰ প্ৰচেষ্টা হব লাগে। শিশুৰ পূৰ্ব্ব অভিজ্ঞতাৰ লগত নতুন নতুন বস্তুৰ অভিজ্ঞতাৰ সমন্বয় সাধন কৰিবৰ বাবে অনুৰূপ বস্তু শিশুৰ আগত প্ৰদান কৰা আৰু তদনুৰূপ শিক্ষা-পদ্ধতি গ্ৰহণ কৰাই প্ৰধান স্থান অধিকাৰ কৰিলে। এই মতবাদ সমূহ মনস্তত্ত্বৰ ওপৰত ভিত্তি কৰি গঢ়া হৈছিল আৰু তাক বিজ্ঞান সন্মত ভাবে ব্যাখ্যা কৰা হৈছিল। ইয়াৰ ভিতৰত আত্মসমীক্ষণ আৰু শিশুৰ আগ্ৰহ আৰু কৌতূহল নিয়ন্ত্ৰণ কৰাই আছিল প্ৰধান মতবাদ। তাৰ ফল এয়ে যে হৈছিল যে হাৰ্ব্বাৰ্টৰ অনুগামীসকলে শিক্ষণীয় বিষয়ৰ উন্নত ব্যাখ্যা প্ৰদান কৰি সাংস্কৃতিক উন্নয়নৰ যুগ সৃষ্টি কৰিলে, শিক্ষণীয় বিষয়সমূহৰ সমন্বয় সাধনৰ মতবাদ প্ৰচাৰ কৰিলে আৰু নতুন নতুন অভিজ্ঞতাৰ লগত জ্ঞানৰ ঐক্য সাধনৰ ওপৰত বিশেষ গুৰুত্ব দিলে। মনস্তত্ত্বৰ ভিত্তিত শিক্ষদান কাৰ্য্যৰ নিৰ্দিষ্ট পদ্ধতি প্ৰদান কৰিলে। কিন্তু হাৰ্ব্বাৰ্টৰ শিক্ষা-পদ্ধতিত শিক্ষক আৰু শিক্ষা-পদ্ধতিৰ প্ৰাধান্যই স্থান পালে।

ফ্ৰোবেলে শিশুক কেন্দ্ৰ কৰি শিক্ষাদান কাৰ্য্যত বেছি জোৰ দিলে। শিশুৰ স্বীয় কৰ্ম্মপ্ৰৱণতাৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষাপ্ৰণালী আবিষ্কাৰ কৰিলে। শিশুৰ স্বভাৱজাত আগ্ৰহ আৰু কৌতূহলৰ ওপৰত নিৰ্ভৰ কৰি শিক্ষাৰ আৰম্ভণিৰ ব্যৱস্থা কৰিলে। ক্ৰীড়া, সংগঠনমূলক হাতৰ কাম আৰু প্ৰকৃতি অধ্যয়নেই শিক্ষাদানৰ প্ৰধান উপায় বুলি নিৰ্দ্ধাৰণ কৰিলে। ফ্ৰোবেলৰ শিক্ষাদৰ্শনৰ ভিত্তিতেই বৰ্ত্তমান জগতৰ শিক্ষাৰ চিন্তাধাৰা চলি আছে। সেই চিন্তাধাৰাৰ ভিতৰত আছে—

(১) শিক্ষণীয় বিষয় নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত শিশুৰ স্বাভাৱিক কৌতূহল আৰু আগ্ৰহৰ ওপৰত সৰ্ব্বপ্ৰধান গুৰুত্ব দিব লাগিব আৰু শিক্ষাপদ্ধতিও সেইদৰে নিৰূপিত কৰিব লাগিব।

(২) শিক্ষাদান আৰু শিক্ষালাভৰ পদ্ধতিত শিশুজীৱনৰ আৰু সামাজিক জীৱনৰ আৱশ্যকতা অনুসৰি গ্ৰহণ কৰিব লাগিব।

(৩) সকলো প্ৰকাৰ শিক্ষা-পদ্ধতি হাতৰ কামৰ মাধ্যমত নিৰ্দিষ্ট হ'ব লাগিব, যাৰ ফলত শিক্ষাই এটা সামাজিক, নৈতিক আৰু বাস্তৱ ৰূপ গ্ৰহণ কৰিব।

বৰ্তমান যুগৰ শিক্ষাজগতৰ চিন্তাধাৰা হাৰ্বাৰ্ট আৰু ফ্ৰোবেলৰ শিক্ষাদৰ্শনৰ সংযুক্ত ফল।

---

# বৈদিক যুগৰ শিক্ষাৰ লক্ষ্য

বেদ শিক্ষা কৰাই আছিল বৈদিক যুগৰ শিক্ষা। অকল ব্ৰাহ্মণ সকলেহে বেদৰ শিক্ষা দান কৰিছিল। ব্ৰাহ্মণসকলহে শিক্ষক হ'ব পাৰিছিল। ব্ৰাহ্মণসকলে ক্ষত্ৰিয় জাতিকো বেদ শিক্ষা দিছিল; কিন্তু ক্ষত্ৰিয়সকলে শিক্ষক হৈ বেদ শিক্ষা দিব নোৱাৰিছিল। এইবোৰ কথা বৈদিক যুগৰ কালত প্ৰচলিত আছিল বুলি বুৰঞ্জীয়ে কয়, তাৰো বহুপূৰ্ব্ব কালৰ পৰা ভাৰতবৰ্ষত শিক্ষাপদ্ধতি আছিল। ভাৰতীয় শিক্ষা কিমান হাজাৰ বছৰ পূৰ্ব্বৰপৰা চলি আহিছে তাক সঠিককৈ কোনেও নিৰ্ণয় কৰিব পৰা নাই। ভাৰতীয় সভ্যতাৰ আদিযুগ বা কাল নিৰ্ণয় কৰা এতিয়াও সম্ভৱ হৈ উঠা নাই।

ভাৰতীয় শিক্ষাৰ আদৰ্শৰ সীমা নিৰ্দ্ধাৰণ কৰাও সম্ভৱ নহয়। এই শিক্ষা জন্মৰপৰা আৰম্ভ কৰি মৃত্যুলৈকে চলি থাকে। "যাৱজ্জীৱমধীতে বিপ্ৰঃ"। তথাপি ভাৰতীয় শিক্ষাৰ লক্ষ্য আৰু আদৰ্শৰ কথা যেতিয়া কোৱা হয় তাক পাশ্চাত্যৰ বৰ্ত্তমান প্ৰচলিত শিক্ষাৰ লগত সমান আদৰ্শত জুখি সঙ্কীৰ্ণ গণ্ডীত হে কোৱা হয়। ভাৰতীয় শিক্ষাৰ প্ৰকৃত আদৰ্শ হৈছে আত্মোন্নতি বা আত্মচৰ্চ্চা আৰু এই শিক্ষাপদ্ধতি গোটেই জীৱনটো ব্যাপি থাকে। পুনৰ্জ্জন্মত বিশ্বাসী ভাৰতবাসী। এই জন্মৰ শিক্ষা-দীক্ষাৰ ফল, ধৰ্ম্ম বা পুণ্যৰ ফল পৰজীৱনতো মানুহে ভোগ কৰে।

"এক এব সুহৃদ্ধৰ্ম্মো নিধনেহপ্যনুযাতি যঃ।
শৰীৰেণ সমং নাশং সৰ্ব্বমন্যত্তু গচ্ছতি"।।

মৃত্যুৰ পাছতো একমাত্ৰ ধৰ্ম্মই লগত যায়, শৰীৰৰ নাশ হোৱাৰ পাছত আন সকলো অন্যত্ৰ গুচি যায়।

আত্মোন্নতিৰ চেষ্টা জন্ম-জন্মান্তৰ চলি থাকে যেতিয়ালৈকে মোক্ষ নহয়। আত্মোন্নতিৰ বাবে ধৰ্ম্মশিক্ষাৰ আৱশ্যক হয়। ধৰ্ম্মশিক্ষাত সাম্প্ৰদায়িকতাও নাই আৰু ঈশ্বৰক লৈ বাদানুবাদো নাই। ধৰ্ম্ম শব্দৰ অৰ্থ হৈছে—

"পুণ্য-যম-ন্যায়-স্বভাবাচাৰ-সোমপাঃ"

ধৰ্ম্ম মানে পুণ্য-কাৰ্য্য, ইন্দ্ৰিয়াদিৰ সংযম, ন্যায়, স্বভাৱ, আচাৰ আৰু যজ্ঞাদি কাৰ্য্য। ইয়াৰ অভ্যাসেই ধৰ্ম্ম পালন কৰা।

শিক্ষাৰ লক্ষ্য আৰু আদৰ্শ সম্বন্ধে হিন্দু শাস্ত্ৰই এইদৰে কয়ঃ—এজন মানুহ যদি আন এজন মানুহতকৈ শ্ৰেষ্ঠ, তেন্তে বুজিব লাগিব যে শ্ৰেষ্ঠতৰ মানুহজনৰ মন আৰু বুদ্ধি শিক্ষাৰ দ্বাৰা বেছি উন্নত হৈছে। শিক্ষাবিহীন লোক পশুৰ সমান।

শিক্ষাই আমাক কি দিয়ে? শিক্ষাই আমাৰ মন পবিত্ৰ কৰে আৰু আমাৰ ওচৰ-চুবুৰীয়াৰ প্ৰতি সহানুভূতিশীল কৰি ওচৰ-চুবুৰীয়াৰ মনত আমাক বেছি ওচৰ কৰি তোলে। শিক্ষাই বিবেক-বুদ্ধি বঢ়ায় আৰু ভাল-বেয়া বিচাৰ-বুদ্ধিৰ দ্বাৰা আমাক ইন্দ্ৰিয় সংযম শিক্ষা দিয়ে আৰু নৈতিক চৰিত্ৰ গঠন কৰি দিয়ে।

শিক্ষাৰ ভিতৰত শৰীৰচৰ্চ্চা সেই সময়ত মুখ্য পৰ্য্যায়ত আছিল। সুস্থ শৰীৰত হে সুস্থ মনৰ নিবাস হয়। তদুপৰি বলৱান আৰু স্বাস্থ্যবান ব্যক্তিয়েহে শত্ৰুৰ আক্ৰমণৰ পৰা নিজক ৰক্ষা কৰিব পাৰে। শৰীৰ চৰ্চ্চাৰ বাবে প্ৰাণায়াম অভ্যাসৰ দাৰা হাওঁ-ফাওঁৰ বলবৃদ্ধি আৰু সূৰ্য্য-নমস্কাৰৰ প্ৰক্ৰিয়াৰ দ্বাৰা সূৰ্য্যৰ শক্তি আৰু শৰীৰৰ নীৰোগিতা আহৰণ কৰিছিল।

শিক্ষা কেৱল গ্ৰন্থ-অধ্যয়ন মাথোন নহয়। অধীতবিদ্য লোক এজনো অশিক্ষিত হব পাৰে আৰু নিৰক্ষৰ লোক এজনো শিক্ষিত হব পাৰে। শিক্ষাই জীবিকা নিৰ্ব্বাহৰ পথো প্ৰদৰ্শন কৰে, কিন্তু জীবিকা নিৰ্ব্বাহৰ পথ প্ৰদৰ্শন কৰাই শিক্ষাৰ উদ্দেশ্য নাছিল। শিক্ষাক অন্ন-সমস্যা সমাধানৰ উপায় বুলি ভবা লোকক অতীত ভাৰতত নিন্দা কৰা হৈছিল।

মুঠতে বৈদিক শিক্ষাৰ বা প্ৰাচীন ভাৰতীয় শিক্ষাৰ আদৰ্শ আছিল জ্ঞান আৰু শক্তি আহৰণ। জ্ঞান আৰু শক্তি আহৰণৰ দ্বাৰা মানুহে শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক শক্তিৰ উন্নতি সাধন কৰিছিল; লগে লগে শিক্ষাই জীবিকা উপাৰ্জ্জনৰো পথ দেখুৱাই দি মানুহক স্বচ্ছল আৰু সুখী জীৱন-যাপন কৰাৰ ব্যৱস্থা কৰিছিল।

---

# বুনিয়াদী শিক্ষা

বুনিয়াদী শিক্ষাৰ বিষয়ে ইতিপূৰ্ব্বে ঠায়ে ঠায়ে সঙ্গতিক্ৰমে আলোচনা কৰা হৈছে। গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ পৰিকল্পনাত আমি যাইকে শিক্ষাৰ লক্ষ্য দেখিবলৈ পাওঁ :—

(১) নৈতিক চৰিত্ৰ গঠন,

(২) শৰীৰ, মন আৰু আত্মাৰ উন্নতি সাধন আৰু

(৩) স্বাধীন ভাৱে জীৱিকা অৰ্জ্জনৰ পথ নিৰ্ব্বাচন।

কি প্ৰাচ্য, কি পাশ্চাত্য উভয় জগতৰ শিক্ষাদৰ্শন আৰু শিক্ষাৰ বুৰঞ্জী আলোচনা কৰি আমি একে আদৰ্শকে শিক্ষাৰ লক্ষ্য বুলি বুজিব পাৰোঁ। আদিম যুগৰ পৰাই শিক্ষাৰ লক্ষ্য নৈতিকতা লাভ বুলি বিভিন্ন যুগত বিভিন্ন শিক্ষাবিদে কৈছে—সেই কথা আমি পাই আহিছোঁ। লিখিব পঢ়িব পৰা আৰু ভাষা সাহিত্যৰ জ্ঞান উপাৰ্জ্জন কৰাই শিক্ষাৰ একমাত্ৰ উদ্দেশ্য নহয়, সেই কথাও আমি পাই আহিছোঁ।

শিক্ষা বাহিৰৰ পৰা জাপি দিয়া বস্তু নহয়। এই কথা পাশ্চাত্য শিক্ষবিদ্‌সকলেও পুনঃ পুনঃ কৈছে, আৰু গান্ধীজীয়েও কৈছে—শিক্ষাই মানৱ মনৰ পূৰ্ণবিকাশ সাধন কৰিব লাগে। সেই বাবে ৰুছোৱে ১২ বছৰ বয়সলৈকে শিশুৰ শিক্ষা হব নালাগে বুলি কৈছিল— শিশুক স্বাভাবিক ভাৱে পৰিবৰ্দ্ধিত হবলৈ দিব লাগে বুলি কৈছিল আৰু ভাষা সাহিত্য শিকাই শিশুৰ মনত আনৰ ভাৱ সুমাই দিয়াৰ বিৰোধী আছিল। ৰুছোৰ শিক্ষাদৰ্শনৰ এই মূল নীতিৰ ওপৰত ভিত্তি কৰি হাতৰ কামৰ মাধ্যমত শিক্ষাৰ আৰম্ভণি হব লাগে বুলি পৰৱৰ্ত্তী শিক্ষাবিদ্‌সকলে গবেষণা চলাই বিভিন্ন শিক্ষাপদ্ধতি আবিষ্কাৰ কৰিলে। অন্ততঃ আদিম যুগৰ পৰাই হাতৰ কাম বা শৰীৰ শ্ৰমৰ মাধ্যমত শিশুৰ শিক্ষা হৈ আহিছে আৰু ৰুছোৰ পূৰ্ব্বেও শিক্ষাবিদ সকলে সেই কথা স্বীকাৰ কৰি আহিছে; কিন্তু দেশৰ বিভিন্ন পৰিস্থিতিত, বিভিন্ন ৰাজনৈতিক মতবাদৰ প্ৰতিবন্ধকতাত শিক্ষাই হাতৰ কাম বা উদ্যোগৰ মাধ্যমত সম্পূৰ্ণ পৰিপুষ্টি লাভ কৰি আহিব পৰা নাই। শিক্ষাদৰ্শনৰ সকলোবোৰ নীতি ব্যাপক ভাৱে প্ৰবৰ্ত্তন কৰাত সদায় প্ৰতিবন্ধকতা জন্মি আহিছে—হয় দেশৰ পৰিস্থিতি অনুকূল নেহোৱাত, নহয় শিক্ষা পদ্ধতি প্ৰাণহীন ক্ৰম মাথোনত পৰিণত হোৱাত।

শিক্ষা পদ্ধতিত গ্ৰন্থ অধ্যয়ন বা ভাষা শিক্ষা শিক্ষাৰ এটা পন্থা হে মাথোন বুলি গৃহীত হৈ আহিছে, কোনো যুগতে শিক্ষাৰ উদ্দেশ্য বুলি গৃহীত হোৱা নাছিল।

আদিম যুগত অনুকৰণ কৰি, বয়স্কলোকৰ কৰ্ম্ম পদ্ধতি শিক্ষা কৰি শিশুৱে শিক্ষা লাভ কৰিছিল। উদ্দেশ্য আছিল জীৱনযাত্ৰাৰ প্ৰস্তুতি

বুনিয়াদী শিক্ষাৰ দৰ্শন আৰু ৰুছোৰ শিক্ষা দৰ্শনৰ ভিত্তিত গঠিত পেষ্টালৎজিয়ে আৰু ফ্ৰোবেলৰ শিক্ষাপদ্ধতিত বেছিকৈ সমাঞ্জস্য থকা দেখা যায়। হাৰ্বাৰ্ট স্পেন্সাৰো পেষ্টালৎজিৰ শিষ্য আছিল আৰু ইৱাৰ্ডুনত পেষ্টালৎজিয়ে পতা স্কুলতে কাম কৰি পেষ্টালৎজিৰ শিক্ষা-দৰ্শন আৰু শিক্ষাপদ্ধতিৰ প্ৰশিক্ষণ লৈছিল। কিন্তু হাৰ্বাৰ্ট স্পেন্সাৰৰ শিক্ষাপদ্ধতিত ক্ৰমে ভাষা সাহিত্য আদিৰ বিষয়ে বেছি প্ৰাধান্য লাভ কৰিলে আৰু সেই বাবে পুনঃ নৱ-শিক্ষাৰ (New Education) আন্দোলনে পূৰ্ব্বৰ শিক্ষাপদ্ধতিলৈ ঘোৰাৰ পাতনি মেলিলে। হাতৰ কাম বা উদ্যোগৰ মাধ্যমত শিক্ষাব্যৱস্থাৰ উপযোগিতা যদিও পূৰ্ব্বৰ পৰাই স্বীকৃত হৈ আছিছিল, তথাপি পেষ্টালৎজিয়ে হে ইয়াৰ প্ৰকৃত গবেষণা আৰু প্ৰয়োগ শিক্ষা ক্ষেত্ৰত নিয়োগ কৰিছিল; কৃতকাৰ্য্যও হৈছিল, কিন্তু ৰাজনৈতিক পৰিস্থিতিত পুনঃ ইয়াৰ বহুল প্ৰচাৰত বাধা পৰিল।

পেষ্টালৎজিৰ আন এজন শিষ্য ফ্ৰেডাৰিক ফ্ৰোবেলেও ইৱাৰ্ডুনত প্ৰশিক্ষণ লৈ আহি হাতৰ কামৰ মাধ্যমত শিক্ষাদানৰ গবেষণা কৰি কৃতকাৰ্য্যতা লাভ কৰিলে। কিন্তু ফ্ৰোবেলেও প্ৰকৃতি অধ্যয়ন আৰু ক্ৰীড়াৰ ওপৰত হে শিক্ষা-পদ্ধতি গঢ়ি তোলাত বেছি জোৰ দিলে। ফ্ৰোবেলৰ শিক্ষা পদ্ধতিত ক্ৰীড়াৰ মাজত হাতৰ কাম আৰু হাতৰ কামৰ মাজত ক্ৰীড়াৰ সমন্বয় আছিল; কিন্তু ক্ৰমে ক্ৰীড়াৰ ওপৰত প্ৰতিষ্ঠিত শিক্ষপদ্ধতিহে বেছি প্ৰাধান্য লাভ কৰি চলি থাকিল। ফ্ৰোবেলে প্ৰকৃতি অধ্যয়নৰ লগত হাতৰ কামৰ যি সমন্বয় আবিষ্কাৰ কৰিছিল— সেই পদ্ধতিৰে শিক্ষা পদ্ধতিয়ে আধুনিক যুগ পৰ্যন্ত প্ৰকৃত ৰূপ গ্ৰহণ কৰিব নোৱাৰিলে, কিন্তু সেই শিক্ষাপদ্ধতিয়ে পাশ্চাত্য দেশত শিশুৰ মনস্তাত্ত্বিক শিক্ষাধাৰাৰ যেনেকৈ উন্নতি সাধন কৰিলে, আনফালে শিশুসকলৰ কৰ্ম্ম প্ৰবৃত্তিৰ বৃদ্ধি কৰিও জাতীয় উন্নতি সাধন কৰিলে।

ভাৰতবৰ্ষৰ কথা সুকীয়া হৈ পৰিল। ভাৰতবৰ্ষৰ প্ৰাচীন শিক্ষা পদ্ধতিত কৰ্ম্মৰ মাজেদি শিক্ষা ব্যৱস্থা চলি আছিল—বৈদিক আৰু প্ৰাক্‌বৈদিক যুগৰ পৰা। শ্ৰমবিভাগৰ দ্বাৰা বৰ্ণভেদ সৃষ্টি কৰিলেও বিভিন্ন বৰ্ণৰ শিক্ষাৰ ক্ষেত্ৰত শ্ৰম, কুটিৰ শিল্প আদিৰ ব্যৱস্থা আছিল। পৰবৰ্ত্তী যুগত বিভিন্ন পৰিস্থিতিত ভাষা সাহিত্য শিক্ষাৰ প্ৰতি বেছি প্ৰয়োজনীয়তা অনুভূত হ'ল। বৃটিছ যুগত যি শিক্ষা পদ্ধতি প্ৰচলিত হ'ল সেই শিক্ষা পদ্ধতিয়ে হাতৰ কাম আৰু কুটিৰ শিল্পৰ মূল পৰ্য্যন্ত উঘালি পেলালে। কুটিৰ শিল্প ধ্বংসে হৈ গল, যি অলপ অচৰপ বৰ্ত্তি থাকিল সিও নিৰ্জীৱ হৈ থাকিল—অনাদৃত হৈ। বৃটিছ যুগৰ শিক্ষাত শিক্ষিত লোকৰ বিদেশী পণ্য দ্ৰব্যৰ প্ৰতি মনোযোগ আকৰ্ষিত হ'ল আৰু দেশজ কুটিৰ শিল্পৰ আদৰ কমি গ'ল। তাৰ দ্বাৰা অৰ্থনৈতিক অৱনতি ঘটিল আৰু দেশৰ

মানুহৰ গাৰ্হস্থ্য জীৱনত অস্বচ্ছলতা আৰু অশান্তিয়ে দেখা দিলে। বৃটিছ যুগত প্ৰশাসনীয় নীতিও সেয়ে আছিল; কিন্তু বৈদিক ধৰ্ম্মৰ প্ৰভাব ভিত্তি থাকিল কিছুমান গোড়া হিন্দু পণ্ডিতৰ অশাওধীয়া চেষ্টাৰ ফলত আৰু ইছলাম ধৰ্ম্মৰ বিদ্বেষ আৰু প্ৰতিযোগিতাৰ ভিত্তিত।

মহাত্মা গান্ধীয়ে স্বাধীনোত্তৰ যুগত দেশত শান্তি প্ৰতিষ্ঠাৰ বাবে একফালে কুটিৰ-শিল্প উদ্ধাৰৰ আঁচনি দেশৰ আগত আগবঢ়ালে বুনিয়াদী শিক্ষাৰ মাধ্যমত; আনফালে ইছলাম ধৰ্ম্মৰ লগত বিদ্বেষ আৰু প্ৰতিযোগিতা ধ্বংস কৰি হিন্দুমুছলমানৰ প্ৰীতি ভাবৰ সমন্বয়ত চেষ্টিত হ'ল। তাৰ বাবে শিক্ষা পদ্ধতি পৰিবৰ্ত্তনৰ আৱশ্যকতা অনুভৱ কৰিলে। সেইদৰে আঁচনি প্ৰস্তুত কৰিলে, কিন্তু পাশ্চাত্য শিক্ষাত শিক্ষিত লোকৰ চকুত সেই আঁচনি মনঃপূত হৈ নুঠিল, তদুপৰি আঁচনিখনো স্বয়ং সম্পূৰ্ণ হৈ উঠা নাছিল। নতুন শিক্ষা পদ্ধতি প্ৰবৰ্ত্তন বিষয়াদিৰ গবেষণামূলক আৰু পৰীক্ষামূলক হৈ উঠিব লাগিছিল সেই আঁচনি তেনে হৈ নুঠিল। পেষ্টালজ্জিৰ নিচিনাকৈ হাতৰ কামৰ মাধ্যমত শিক্ষাদানৰ শিক্ষা-পদ্ধতিক গঢ় দিব নোৱাৰিলে। পেষ্টালজ্জিৰ শিক্ষা পদ্ধতিত যেনেকৈ উপযুক্ত সময়-সুযোগৰ অভাৱত শিক্ষাৰ মাধ্যম হিচাবে হাতৰ কাম ভিত্তি থাকিব নোৱাৰিলে বুনিয়াদী শিক্ষাতো হাতৰ কামৰ মাধ্যমত শিশুৰ মনস্তাত্ত্বিক শিক্ষাৰ উন্নতি বিধান কৰাৰ প্ৰকৃত ব্যৱস্থাও উদ্ভাৱিত নহ'ল আৰু তাৰ বাবে আশাগুধীয়া চেষ্টাৰো ক্ৰটী পৰিলক্ষিত হ'ল। আনফালে স্বাধীনোত্তৰ যুগত পাশ্চাত্য সভ্যতাৰ চাকচিক্যত ভোল গৈ, যান্ত্ৰিকতাৰ মোহত মুগ্ধ হৈ দেশৰ অৰ্থনৈতিক অৱস্থা যন্ত্ৰশিল্পৰ মাধ্যমত হে উন্নত হব বুলি আশা কৰিলে। সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত ৰাজনৈতিক ক্ষমতা লাভৰ আৰু বেছি মূল্যৰ চাকৰি আৰু পদবী অধিকাৰৰ চেষ্টা বেছি বলৱতী হ'ল। বুনিয়াদী শিক্ষাই ঠন্ ধৰি উঠিব নোৱাৰিলে। বুনিয়াদী শিক্ষাৰ শিক্ষা-দৰ্শন ভালকৈ পৰীক্ষিত হৈ উঠিবলৈ সময় সুযোগ নাপালে।

শিক্ষাৰ প্ৰধান লক্ষ্য চৰিত্ৰগঠন আৰু নৈতিকতা লাভ। ঈশ্বৰান্বেষণৰ পন্থাই তাৰ বাবে প্ৰকৃষ্ট পন্থা। পাশ্চাত্যজগতৰ শিক্ষাদৰ্শনেও তাকেই স্বীকাৰ কৰিছে। ফ্ৰোবেলৰ শিক্ষাদৰ্শনৰ ফল হৈছিল সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডত এটা ঐক্যই বিৰাজ কৰে; সেই ঐক্যই ঈশ্বৰ বুলি তেওঁ স্পষ্ট ভাষাত ব্যক্ত কৰিছে। ফ্ৰোবেলৰ শিক্ষা-পদ্ধতিও সেই পথত পৰিচালিত হয়। আদিম যুগৰ শিক্ষাদৰ্শনৰ যি অন্বেষণ সেই অন্বেষণতো ঈশ্বৰৰ লগত যোগ স্থাপনৰ প্ৰচেষ্টা দেখা যায়। গ্ৰীক সভ্যতা, ৰোমৰ সভ্যতাতো একে আদৰ্শ দেখা যায়। পাশ্চাত্য জগতৰ আন আন দেশৰ শিক্ষাবিদ্‌সকলেও তাৰেই প্ৰতিধ্বনি তুলিছে। বৈদিকযুগৰ শিক্ষাদৰ্শনত ব্ৰহ্মবিদ্যা শিক্ষা কৰাই প্ৰধান বিদ্যা। ব্ৰহ্মবিদ্যা বেদমন্ত্ৰৰ মাধ্যমত হে কেৱল শিক্ষা কৰা যায় এনে কথা তাত নাছিল। অধিকাৰ অনুসাৰে, নিজ নিজ প্ৰকৃতি

আৰু শক্তি অনুসাৰে আৰু বৰ্ণভেদ অনুসাৰে যাৰ যি প্ৰধান ব্যৱসায় তাৰ মাধ্যমতে ব্ৰহ্মবিদ্যা শিক্ষা কৰা যায়— ঈশ্বৰৰ লগত যোগস্থাপন কৰা যায়। গান্ধীজীয়ে এই যোগ স্থাপনৰ ব্যৱস্থাও শিক্ষা-পদ্ধতিত কৰিছিল—বিশেষকৈ একাদশব্ৰতৰ মাধ্যমত। একাদশব্ৰতৰ মূল তথ্য আৱিষ্কাৰৰ পথেদি শিক্ষা-পদ্ধতি গতি কৰিলে ভাৰতীয় শিক্ষা সভ্যতা পুনৰুজ্জীৱিত হ'লহেঁতেন, তাত তিলমাত্ৰ সন্দহ নাই। চৰিত্ৰ গঠন আৰু নৈতিকতা লাভৰ শিক্ষাৰ আদৰ্শও জাতীয় চৰিত্ৰত প্ৰতিফলিত হৈ উঠিলহেঁতেন। বৃটিছ যুগৰ প্ৰবৰ্ত্তিত শিক্ষা-পদ্ধতিয়ে জাতীয় চৰিত্ৰত ধৰ্ম্মভাৱৰ হানি সাধন কৰিছিল, চাৰিত্ৰিক অৱনতি ঘটাইছিল, স্বাধীন মনোবৃত্তি ধ্বংস কৰিছিল আৰু সমগ্ৰ জাতিটোক চাকৰিজীৱি মনোভাৱেৰে আচ্ছন্ন কৰি শ্ৰমবিমুখ কৰি তুলিছিল। স্বাধীনোত্তৰ যুগতো এই মনোভাৱ তিষ্ঠি থাকিল। আনফালে জাতীয় কৃষ্টি, জাতীয় সভ্যতা আৰু বৈদিক ধৰ্ম্মৰ প্ৰভাৱ কমি আহিল। মানুহে সত্য, অহিংসা, অস্তেয়, অপৰিগ্ৰহ আদি সদ্‌গুণবিলাকৰ মূল্য বুজিব নোৱাৰা হ'ল। ফলত জাতীয় চৰিত্ৰৰ হানি ঘটিল। বৃটিছ যুগত প্ৰবৰ্ত্তিত শিক্ষানীতি চলি থাকিল। শিক্ষিত নিবনুৱাৰ সংখ্যা বাঢ়িল। অশিক্ষিত আৰু অৰ্দ্ধশিক্ষিত নিবনুৱাৰতো কথাই নাই। কুটিৰ শিল্পৰ উদ্ধাৰ নহ'ল, কৃষিপামৰো উন্নতি নহ'ল, যান্ত্ৰিক শিল্পতো ইঞ্জিনিয়াৰসকলক নিয়োগ কৰিব নোৱাৰা হ'ল। তথাপি শিক্ষানীতিৰ যথাযোগ্য পৰিবৰ্ত্তনৰ চেষ্টা লক্ষ্য কৰা নাযায়। অৰ্থনৈতিক অৱস্থাও পৰিবৰ্ত্তিত হোৱাৰ আশা দেখা নাযায়।

বুনিয়াদী শিক্ষা-পদ্ধতিয়ে লক্ষ্য কৰিছিল কুটিৰ শিল্পৰ উন্নতি সাধন কৰি দেশৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতি কৰাৰ, বুনিয়াদী শিক্ষাই লক্ষ্য কৰিছিল জাতিৰ স্বাধীন মনোভাৱ গঢ়ি তোলাৰ, বুনিয়াদী শিক্ষাই লক্ষ্য কৰিছিল সমগ্ৰ জাতিয়ে স্বাধীন ব্যৱসায় কৰি জীৱিকা অৰ্জ্জন কৰাৰ পথ আৱিষ্কাৰ কৰাৰ। বুনিয়াদী শিক্ষাই লক্ষ্য কৰিছিল হাতৰ কামৰ (সূতা কটা আদিৰ) মাধ্যমত শিক্ষা-পদ্ধতি গঢ়ি তুলি শিক্ষাৰ প্ৰকৃত পথ ধৰাৰ। সেইটো নহ'ল। হাতৰ-কাম ইতিহাস, ভূগোল আদি বিষয়ৰ দৰে এটা ভিন্ন বিষয়ৰূপে শিক্ষা-ব্যৱস্থাত স্থান পালে। ফলত বুনিয়াদী শিক্ষাৰ আত্মা উৰি গ'ল। ইংৰাজী শিক্ষাৰ স্থান দি পূৰ্ব্বৰ পদ্ধতিৰ অনুপ্ৰবেশ ঘটাই বুনিয়াদী শিক্ষানুষ্ঠানবিলাকক মূল লক্ষ্যৰ পৰা আঁতৰাই আনিলে। বুনিয়াদী শিক্ষানুষ্ঠানবিলাকো আন শিক্ষানুষ্ঠানবিলাকৰ সমান শাৰীলৈ নামি আহিল। গৱেষণামূলক কাৰ্য্য বন্ধ হ'ল।

## উপসংহাৰ

বুনিয়াদী শিক্ষা পুনঃ প্ৰবৰ্ত্তন কৰা আৰু সম্ভৱ যেন দেখা নাই। দেশৰ অৰ্থনৈতিক অৱস্থা বুনিয়াদী শিক্ষাই উন্নত কৰাৰ পূৰ্ব্বৰ অৱস্থা পাৰ হৈ গ'ল।

বুনিয়াদী শিক্ষাৰ প্ৰকৃত ৰূপ ৰূপায়িত কৰি তোলাত যিমান ধৈৰ্য্য, যিমান সময় আৰু যিমান যত্ন পৰিশ্ৰম আৰু অৰ্থব্যয়ৰ আৱশ্যক, সি এতিয়া সহজলভ্য নহয়; কিন্তু অৰ্থনৈতিক অৱস্থা উন্নতি কৰা আতি আৱশ্যকীয় কথা হৈ পৰিছে। এতিয়া একমাত্ৰ উপায় হৈ পৰিছে—দেশৰ প্ৰাথমিক, মাধ্যমিক আৰু উচ্চ-মাধ্যমিক স্কুলবোৰক ঔদ্যোগিক স্কুলত পৰিণত কৰা। তেতিয়াহে দেশৰ কুটিৰ শিল্পৰ উন্নতি হব বুলি আশা কৰা যায়। বৰ্ত্তমান অৱস্থাতত দেশে সাধাৰণ শিক্ষাৰ অনাৱশ্যক মোহ পৰিত্যাগ কৰিব লাগিব। বৈদেশিক ঋণ পৰিশোধৰ ব্যৱস্থা কৰিব লাগিব। জাতিক স্বাৱলম্বী কৰি তুলিবলৈ ব্যক্তিয়ে স্বাধীন ব্যৱসায়ৰ দ্বাৰা জীৱিকা উপাৰ্জ্জনৰ পথ পাব লাগিব। নিবনুৱা সমস্যা সমাধানৰ পথ এই ফালেদিহে ওলাব।

—সমাপ্ত—

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ পৰিয়াল-পৰিচয়

স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
বি.এচ.চি. বিটি

স্বৰ্গীয়া চন্দ্ৰপ্ৰভা দেৱী (পত্নী)

**পুত্ৰসকল**

শ্ৰীহিৰণ্য কুমাৰ ভট্টাচাৰ্য্য
এম.এ., আই.পি.এচ. (অৱসৰপ্ৰাপ্ত)

শ্ৰীঅনিল কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীসনৎ কুমাৰ ভট্টাচাৰ্য্য
বি.এচ.চি. (অনাৰ্চ)

ড° ইন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য
এম.এচ.চি., পি.এইচ.ডি.

**বোৱাৰীসকল**

শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্য
বি.এ. (অনাৰ্চ)

স্বৰ্গীয়া ইভা ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীমতী প্ৰণিতা ভট্টাচাৰ্য্য
বি.এ.

শ্ৰীমতী অঞ্জনা ভট্টাচাৰ্য্য
এম.এ., বি.টি.

**পুত্ৰীসকল**

শ্ৰীমতী অনুপমা দেৱী

শ্ৰীমতী নিৰুপমা মিশ্ৰ

শ্ৰীমতী প্ৰজ্ঞা গোস্বামী
বি.এ.

**জোঁৱাইসকল**

৺কৰুণাকান্ত শৰ্মা
এম.এ.

শ্ৰীসত্যকৃষ্ণ মিশ্ৰ
বি.এ., বি.টি.

ড° প্ৰদীপ কুমাৰ গোস্বামী
এম্ টেক., পি.এইচ.ডি.

**নাতিসকল**

শ্ৰীসঞ্জীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীৰাজীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীকাশ্যপ কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীপ্ৰিয়ঙ্কৰ ভট্টাচাৰ্য্য

শ্ৰীদেৱৰ্ষি কুমাৰ ভট্টাচাৰ্য্য

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী সুৰশ্ৰী ভট্টাচাৰ্য্য
বি.এ.

নাতিসকল

শ্ৰীমণীষ কুমাৰ ভট্টাচাৰ্য্য

ডাঃ দীপক শৰ্মা
এম.বি.বি.এচ., ডি.জি.অ'.

শ্ৰীজয়ন্ত শৰ্মা
বি.ই.

শ্ৰীবিদ্যুৎ কুমাৰ মিশ্ৰ
এম.কম., এম. মিউজ.

শ্ৰীপ্ৰদ্যুৎ কুমাৰ মিশ্ৰ
বি.এচ.চি., এম. মিউজ.

শ্ৰীৰাজৰ্ষি গোস্বামী

নাতি-বোৱাৰীসকল

শ্ৰীমতী বিৰজা শৰ্মা

শ্ৰীমতী জুবি শৰ্মা
বি.এ.

শ্ৰীমতী পুৰবী মিশ্ৰ
বি.এ., এম.মিউজ.

নাতিনীসকল

শ্ৰীমতী নন্দিনী বৰপূজাৰী
এম.এ. বি.পি.এম.*

শ্ৰীমতী লোপামুদ্ৰা ভট্টাচাৰ্য্য
বি.ই.

শ্ৰীমতী উপাসনা ভট্টাচাৰ্য্য

শ্ৰীমতী প্ৰিয়ম ভট্টাচাৰ্য্য

শ্ৰীমতী অপৰ্ণা শৰ্মা
এম.এ.

ডাঃ কল্পনা শৰ্মা
এম.ডি.

শ্ৰীমতী চন্দনা শৰ্মা,
বি.এ.

শ্ৰীমতী কৃষ্ণা শৰ্মা
এম.এ., বি.টি., এম. মিউজ.

শ্ৰীমতী অমৃতা গোস্বামী

নাতি-জোঁৱাইসকল

ডাঃ বিক্ৰম বৰপূজাৰী
এম.ডি.

শ্ৰীঅৰূপ শৰ্মা
বি.ই.

ডাঃ শিৱদেৱ সিং কাটোচ
এম.বি.বি.এচ.

শ্ৰীঅচিন্ত্য শৰ্মা
বি.এ., এল.এল.বি.

পুত্ৰপক্ষৰ আজু-নাতিসকল

আনুষ্কা, অভিনীতা, আয়োনা, আয়ান

কন্যাপক্ষৰ আজু-নাতিসকল

নীড়, নেহা, অনুৰাগ, ঈশান, কনীমা, দীক্ষা, নাটাচা আৰু দীপাক্ষী।

---

* Bachelor of Personnel Management

# আঠঘৰীয়া ভট্টাচাৰ্য্য-বংশাৱলী



# "দেবেন্দ্ৰ সমগ্ৰ"ৰ চমু পৰিচিতি

৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য এক বহুমুখী প্ৰতিভা আছিল। অনন্য অধ্যয়নশীল, শিক্ষাবিদ, চিন্তাবিদ, সাহিত্য-কৰ্মী তথা ভাৰতীয় সংস্কৃতিৰ বিশ্লেষক ৰূপে তেখেতে লিখি যোৱা প্ৰকাশিত-অপ্ৰকাশিত ৰচনাৰাজিক ৯টা খণ্ডত প্ৰয়াত ৺কীৰ্ত্তিনাথ হাজৰিকাদেৱে সম্পাদনা কৰি গৈছিল।

"দেবেন্দ্ৰ সমগ্ৰ"ৰ ৯টা খণ্ডৰ বিভাজিত ৰূপ এনেধৰণৰ :—

### দেবেন্দ্ৰ সমগ্ৰ
### ১

শিক্ষা সংক্ৰান্ত কিতাপসমূহ

১। মুকুলৰ ক, খ (১৯৪৮) ২। প্ৰাইমেৰী শ্ৰেণীৰ শিক্ষা প্ৰণালী (১৯৫০) ৩। বিতৃচকু সলাওক (১৯৫৫) ৪। বুনিয়াদী শিক্ষাৰ পটভূমি (১৯৫৬ ৫। বিনুৰ ক, খ (১৯৫৬) ৬। শিক্ষক সাৰথি (১৯৬৩) ৭। শিক্ষাদৰ্শন আৰু শিক্ষা পদ্ধতিৰ গতিধাৰা (১৯৬৮)

### দেবেন্দ্ৰ সমগ্ৰ
### ২

উপন্যাসসমূহ

১। ভ্ৰান্তি (১৯৫৪) ২। আধুনিকা (১৯৫৫) ৩। ক'লা ডাৱৰ (১৯৫৫) ৪। হিয়াৰ কৰ্পনি (১৯৫৫) ৫। ফল্গুপ্ৰবাহ (১৯৫৮) ৬। তৰুণ হিয়া (১৯৫৮— এই কিতাপখন বিচাৰি পোৱা নগ'ল সেইবাবে ইয়াত সন্নিবিষ্ট কৰা নহ'ল) ৭। অনুভূতিৰ পাৰে পাৰে (১৯৬২) প্ৰেমৰ মহিমা (১৯৮০)

### দেবেন্দ্ৰ সমগ্ৰ
### ৩

ঐতিহাসিক শ্ৰীৰামচন্দ্ৰ (১৯৭৫ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৪

ভগৱান শ্ৰীকৃষ্ণ (১ম খণ্ড, ২য় খণ্ড, ৩য় খণ্ড, ৪র্থ খণ্ড, ৫ম খণ্ড, ৬ষ্ঠ খণ্ড আৰু ঐতিহাসিক শ্ৰীকৃষ্ণ (১৯৭৬)

### দেবেন্দ্ৰ সমগ্ৰ
### ৫

শ্ৰীমদ্ভগৱত গীতা (১৯৭৮ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৬

শ্ৰীশ্ৰী চণ্ডী (১৯৭৯ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৭

পাতঞ্জল যোগদৰ্শন (১৯৭৭ চন)

### দেবেন্দ্ৰ সমগ্ৰ
### ৮

লোক সাহিত্য

১। নতুন সমাজ (১৯৫৫) ২। দৈৱচক্ৰ (১৯৫৬) ৩। অমৃত কথা (১৯৫৬) ৪। গান্ধীবাদী নৰেন (১৯৫৮) ৫। প্ৰহ্লাদ (১৯৭৯) ৬। শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞৰ কথা (১৯৬২) ৭। মহাভাৰতৰ আখ্যান ৮। মহাভাৰতৰ কথা ৯। পিতামহ ভীষ্ম ১০। মহামতি বিদুৰ (১৯৭৬) ১১। মহাবীৰ কৰ্ণ ১২। ভীমকৰ্মা বৃকোদৰ (১৯৭৫) ১৩। ভাৰতীয় প্ৰেম কাহিনী (১৯৭৭) ১৪। তপস্যাৰ মহিমা (১৯৮১)

### দেবেন্দ্ৰ সমগ্ৰ
### ৯

লেছেৰি বোটলা (প্ৰথম ভাগ)

১। শিক্ষামূলক প্ৰবন্ধৰাজি আৰু স্কুল পৰিদৰ্শনৰ প্ৰতিবেদন সমূহ ২। সমাজ, ৰাজনীতি, গান্ধীবাদ আৰু সাহিত্য বিষয়ক বিবিধ

লেছেৰি বোটলা (দ্বিতীয় ভাগ)

১। ধৰ্মমূলক, আধ্যাত্মিক আৰু দৰ্শনমূলক প্ৰবন্ধ সমূহ ২। ভাবনাৱলী ৩। কবিতাৱলী (সত্যপথৰ যাত্ৰী)

(এই প্ৰবন্ধসমূহ বাঁহী, আৱাহন, সুৰভি, নীলাচল উষা, আলোক, দৈনিক অসম, নতুন দৈনিক, অসম বাণী আদি আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত।)